# স্মৃতিগ্ৰন্থ

# চান্দৰডিঙা






ম সাহিত্য সভা : ত্ৰিষষ্ঠিতম বিলাসীপাৰা অধিৱেশন, ১৯৯৭



# চান্দৰ ডিঙা

অসম সাহিত্য সভাৰ ত্ৰিষষ্টিতম্ বিলাসীপাৰা অধিৱেশনৰ

# স্মৃতি গ্ৰন্থ






নৰনাৰায়ণ ক্ষেত্ৰ, বিলাসীপাৰা

ধুবুৰী জিলা

২১, ২২, ২৩, ২৪ আৰু ২৫ ফাগুন, ১৯১৮ শক

৫, ৬, ৭, ৮ আৰু ৯ মাৰ্চ ১৯৯৭ খ্ৰীষ্টাব্দ

সভাপতি ঃ

শিৱানন্দ শৰ্মা

উপ সভাপতি ঃ

উপেন্দ্ৰ নাথ চৰকাৰ

ৰামেশ্বৰ দেৱনাথ

সম্পাদক ঃ

নলিনী শৰ্মা



## স্মৃতি গ্ৰন্থ উপ-সমিতি ✓

উপদেষ্টা ঃ ড° বীৰেন্দ্ৰ নাথ দত্ত
ড° নবীন চন্দ্ৰ শৰ্মা
অম্বিকা চৰণ চৌধুৰী
উদ্ধৱ চন্দ্ৰ কলিতা

সভাপতি ঃ শিৱানন্দ শৰ্মা

উপ-সভাপতি ঃ উপেন্দ্ৰ নাথ চৰকাৰ
ৰামেশ্বৰ দেৱনাথ

সম্পাদক ঃ নলিনী শৰ্মা

সহকাৰী সম্পাদক / সম্পাদিকা ঃ পয়োধৰ গোস্বামী
কাছেমা খাতুন

সদস্য ঃ ড° ধীৰেন দাস, ভবানীপ্ৰসাদ অধিকাৰী, ড° দ্বিপেন্দ্ৰ কুমাৰ অধিকাৰী, চিদানন্দ দাস, হৃদয়ানন্দ দাস, জগদানন্দ বৰকলিতা, আব্দুল গফুৰ, সুধীৰ চন্দ্ৰ ৰায়, আব্দুল মজিত মহম্মদ ওমৰ, প্ৰণৱ কুমাৰ দাস, অনিমেশ কান্তি চৰকাৰ, নিখিল সিংহ, বিভৱ কুমাৰ চক্ৰৱৰ্তী।

বেটুপাত ঃ প্ৰণৱ দাস

অলংকৰণ ঃ ভবানীপ্ৰসাদ অধিকাৰী

---


চান্দৰ ডিঙা ঃ

অসম সাহিত্য সভাৰ ৬৩ তম্ বিলাসীপাৰা অধিৱেশন (৫, ৬, ৭, ৮ আৰু ৯ মাৰ্চ '৯৭)ৰ স্মৃতি গ্ৰন্থ। অধ্যাপক নলিনী শৰ্মাৰ দ্বাৰা সম্পাদিত আৰু ধুবুৰী জিলাৰ বিলাসীপাৰা চহৰৰ নৰনাৰায়ণ ক্ষেত্ৰৰ আদৰণী সমিতিৰ সাধাৰণ সম্পাদক বিক্ৰমজিৎ চক্ৰৱৰ্তীৰ দ্বাৰা প্ৰকাশিত আৰু গুৱাহাটীৰ তৰুণ নগৰৰ চন্দ্ৰকান্ত প্ৰেছ প্ৰাঃ লিঃত মুদ্ৰিত।

মূল্য ঃ ৮০·০০ টকা

CHANDAR DINGA :

The Souvenir of the 63rd Bilasipara Session (5, 6, 7, 8 & 9th March'97) of Asam Sahitya Sabha. Edited by Prof. Nalini Sarma and Published by Bikramjit Chakrabarty, General Secretary on behalf of the Reception Committee, Naranarayan Kshetra, Bilasipara, Dist. Dhubri, Assam, Pin. 783 348.

Price Rs. 80·00 only

Printed at the Chandrakanta Press Pvt. Ltd., Tarun Nagar, Guwahati - 781005


## শ্ৰদ্ধাঞ্জলি

যিসকল বৰেণ্য আৰু কৃতী পুৰুষে এই ধৰা ধামৰ নৰ নাট সামৰি পৰলোকলৈ গমন কৰিলে, যিসকলে নানা সন্ত্ৰাসৰ বলি হৈ অকালতে অমূল্য জীৱন আহুতি দিলে, সেইসকলৰ আত্মাৰ সদগতিৰ নিমিত্তে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ আৰু শোক সন্তপ্ত পৰিয়াল-পৰিজনলৈ আমাৰ হিয়াভৰা সমবেদনা জ্ঞাপন কৰিছোঁ।







আদৰণী সমিতি

অসম সাহিত্য সভাৰ ত্ৰিষষ্টিতম্ বিলাসীপাৰা অধিৱেশন

১৯৯৭ খ্ৰীষ্টাব্দ

## অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক শ্ৰীসতীশ চন্দ্ৰ চৌধুৰীৰ শুভেচ্ছা বাণী






অসম সাহিত্য সভা অসমৰ সৰ্ববৃহৎ জাতীয় অনুষ্ঠান। 'চিৰ চেনেহী মোৰ ভাষা জননী' বাণীৰে 'জয় আই অসম' ধ্বনিৰে ধন্য এনে এক ভাষা-সাহিত্য-সংস্কৃতিৰ অনুষ্ঠানৰ অধিৱেশন অনুষ্ঠিত কৰাৰ সুযোগ পোৱাটো এক সৌভাগ্যৰ কথা বুলি অসমৰ জনসাধাৰণে বৰ্তমানে অনুভৱ কৰিবলৈ লৈছে। অবিভক্ত গোৱালপাৰা জিলা (বৰ্তমান ধুবুৰী জিলা)ৰ বিলাসীপাৰা মহকুমাৰ বিলাসীপাৰা চহৰৰ 'নৰনাৰায়ণ ক্ষেত্ৰ'ত ১৯৯৭ খ্ৰীষ্টাব্দৰ পাঁচৰ পৰা ন মাৰ্চলৈকে পাঁচ দিনীয়াকৈ অধিৱেশনৰ কাৰ্যসূচী নিৰ্ধাৰণ কৰা হৈছে। আদৰণী সমিতি গঠনৰ প্ৰতিনিধিমূলক বিশেষ সভাৰ পৰা আৰম্ভ কৰি, পিছত বিভিন্ন সময়ত আদৰণী সমিতিৰ লগত সন্মিলিত হৈ অবিভক্ত গোৱালপাৰা জিলাৰ জনসাধাৰণৰ অধিৱেশনলৈ অকুণ্ঠ সহায়-সহযোগৰ উমান আমি পাই আহিছোঁ। গোৱালপৰীয়া লোক-সংস্কৃতিৰ অন্যতম 'পীঠস্থান' স্বৰূপ বিলাসীপাৰা অধিৱেশনৰ আদৰণী সমিতিৰ সভাপতি, অসমৰ মাননীয় প্ৰাক্তন মুখ্যমন্ত্ৰী শ্ৰীযুত শৰৎচন্দ্ৰ সিংহদেৱৰ বিনম্ৰ দিগদৰ্শনৰ প্ৰতি সেই অঞ্চলৰ জাতি-ধৰ্ম-বৰ্ণ-সম্প্ৰদায় নিৰ্বিশেষে জনসাধাৰণৰ অফুৰন্ত সহযোগলৈ লক্ষ্য কৰি ত্ৰিষষ্ঠিতম অধিৱেশনে সকলো দিশতে সফলতা লাভ কৰিব বুলি আমাৰ দৃঢ় বিশ্বাস হৈছে। অধিৱেশনৰ হিচাপ প্ৰতিমাহৰ অন্তত চনদপ্ৰাপ্ত হিচাপ পৰীক্ষকৰ দ্বাৰা পৰীক্ষা কৰা কাৰ্য সভাৰ ইতিহাসত প্ৰথম আৰু ভৱিষ্যতৰ বাবে ই অনুকৰণীয়।

আমি বিনম্ৰভাৱে জনাব খোজো যে বিগত ডুমডুমা অধিৱেশনত প্ৰথমবাৰৰ বাবে সভাৰ প্ৰধান সম্পাদকৰ দায়িত্ব বহন কৰিবলৈ সুযোগ পোৱাৰ পিছত একেৰাহে বিগত তিনি বছৰ সামৰি মুঠ পাঁচটি বছৰে জাতীয় অনুষ্ঠানটিৰ মাধ্যমেৰে জাতি, ধৰ্ম, বৰ্ণ, সম্প্ৰদায় নিৰ্বিশেষে অসম তথা পূৰ্বাঞ্চলৰ জনসাধাৰণৰ ওচৰ চপাৰ যি সুযোগ পালো তাৰ বাবে আমাৰ জীৱন ধন্য হৈছে। জনগোষ্ঠীয় সাহিত্য সভাসমূহৰ পৰা পোৱা অকপট চেনেহে আমাক দিছে জীৱনীশক্তি। শত-সহস্ৰজনৰ শ্ৰদ্ধা-ৰঞ্জিত মৰম আৰু সৎ উপদেশৰ বাবেই জীৱন নাশৰ ভাবুকিৰ সন্মুখীন হোৱাৰ পিছতো সভাৰ অ-ৰাজনৈতিক আৰু অসাম্প্ৰদায়িক স্থিতি অটুট ৰাখিবলৈ আমি কষ্ট স্বীকাৰ কৰিবলৈ সক্ষম হৈছিলোঁ। মধুৰ স্মৃতি, অভিজ্ঞতা সামান্য হ'লেও 'তিতা-কেঁহা'ৰ সঁফুৰা লৈ বিলাসীপাৰাত গধুৰ দায়িত্বৰ পৰা মেলানি মাগিম যদিও জাতীয় অনুষ্ঠানটিৰ এগৰাকী নিঃকিন সেৱক হিচাপে ইয়াৰ গতি-প্ৰকৃতিৰ লগত আজীৱন ব্ৰতী হৈ থাকিম। সেয়ে বিলাসীপাৰা অধিৱেশনত সন্মিলিত হোৱা জিলা, শাখা আৰু স্বীকৃত সভা, আজীৱন, হিতৈষী সভ্য, সভাৰ লগত প্ৰত্যক্ষ বা পৰোক্ষভাৱে জড়িতসকলৰ লগতে শুভানুধ্যায়ী অসমৰ জনসাধাৰণলৈ যাছিলোঁ আন্তৰিক শ্ৰদ্ধা আৰু কৃতজ্ঞতা। অৱশ্যে জানি বা নেজানি কৰা বা কৰিব পৰা ক্ৰুটি-বিচ্যুতিৰ বাবে সকলোৰে ওচৰত বিনম্ৰভাৱে মাগিলোঁ ক্ষমা।

ত্ৰিষষ্ঠিতম বিলাসীপাৰা অধিৱেশনৰ আদৰণী সমিতিয়ে পৰিকল্পিত আঁচনিৰে প্ৰকাশৰ ব্যৱস্থা কৰা স্মৃতি-গ্ৰন্থ 'চান্দৰ-ডিঙা'খনিয়ে অধিৱেশনৰ স্বৰ্ণাক্ষৰ বহন কৰিব বুলি আমাৰ বিশ্বাস। সেয়ে, জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ হকে স্মৃতি-গ্ৰন্থখনিৰ লগতে আদৰণী সমিতিৰ প্ৰতিগৰাকী কৰ্মকৰ্তা, সদস্য-সদস্যা, সম্পাদনা সমিতিৰ লগতে অবিভক্ত গোৱালপাৰা জিলাৰ জনসাধাৰণক জনালোঁ অভিনন্দন। বিলাসীপাৰা অধিৱেশনে অসমৰ সাতামপুৰুষীয়া সম্প্ৰীতিৰ এনাজৰীডাল কটকটীয়া কৰক, শুকুলা পতাকা উন্মিলিত কৰক, এয়াই আমাৰ একান্ত কাম্য।

শেষত, ত্ৰিষষ্ঠিতম বিলাসীপাৰা অধিৱেশনে সকলো দিশতে সফলতা লাভ কৰক ইয়াকে একান্তভাৱে কামনা কৰোঁ।

"চিৰ চেনেহী মোৰ ভাষা জননী'

চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-৭৮৫০০১
১ মাৰ্চ, ১৯৯৭ খ্ৰীষ্টাব্দ

**শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী**
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

## অসম সাহিত্য সভাৰ মাননীয় সভাপতি ড° লক্ষ্মীনন্দন বৰাৰ শুভেচ্ছা বাণী








বিভিন্ন জনগোষ্ঠীৰ সমন্বয়-ভূমি ধুবুৰী জিলাই সৰ্বদায় অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি প্ৰবল অনুৰাগ প্ৰদৰ্শন কৰি আহিছে। ইয়াৰ বৰ্ণাঢ্য লোক-সংস্কৃতি ৰাজ্যখনৰ প্ৰধান শক্তি হিচাপে পৰিগণিত হৈছে। ধুবুৰী জিলাৰে বিলাসীপাৰাত অসম সাহিত্য সভাৰ ৬৩ তম অধিৱেশন অনুষ্ঠিত হোৱাটো সেয়েহে অতিশয় তাৎপৰ্যপূৰ্ণ। আশা কৰিছোঁ, এই অধিৱেশনৰ সাফল্যই বিলাসীপাৰাৰ সুমহান ঐতিহ্যক এক নতুন মাত্ৰা দান কৰিব আৰু সাক্ষ্য বহন কৰিব, বিলাসীপাৰা তথা সমগ্ৰ ধুবুৰী জিলাৰ ৰাইজৰ সাংগঠনিক দক্ষতা আৰু অসম সাহিত্য সভাৰ প্ৰতি অপৰিসীম প্ৰীতি।

উদ্‌যাপন সমিতিয়ে অধিৱেশনখনিৰ লগত ৰাজিতা খুৱাই 'চান্দৰ ডিঙা' নামে এখনি স্মৃতিগ্ৰন্থ আকৰ্ষণীয়কৈ প্ৰকাশ কৰিবলৈ প্ৰস্তুতি চলাইছে। ই বৰ সুখৰ কথা। সমীপস্থ পুৰণি ইতিকথা জড়িত চান্দৰ ডিঙা পাহাৰৰ নামেৰে ইয়াৰ নামকৰণ সঁচাকৈয়ে ব্যঞ্জনাময় হৈ পৰিছে। স্মৃতিগ্ৰন্থখনি অঞ্চলটোৰ সুমহান ইতিবৃত্ত, আৰ্থ-সামাজিক বিশ্লেষণ আৰু সাহিত্য-সংস্কৃতিৰ বতৰাৰে সমৃদ্ধ হ'ব বুলি আশা কৰিলোঁ।

'চান্দৰ ডিঙা'লৈ মোৰ আন্তৰিক শুভেচ্ছা জ্ঞাপন কৰিলোঁ।

**লক্ষ্মীনন্দন বৰা**
২০-২-৯৭

# অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ শুভেচ্ছা বাণী

## অহিংসাৰ আদৰ্শ ঃ এটি আবেদন






অসম সাহিত্য সভাৰ ভিতৰত হোৱা অন্তৰ্বিৰোধে যোৱা বছৰ এক সংকট সৃষ্টি কৰিছিল। তেতিয়া মই এটা আবেদন জনাইছিলো। আবেদনটো আছিল এইঃ ''আশাকৰোঁ, সদস্যসকলৰ সহযোগত সাহিত্য সভাৰ সভাপতি আৰু প্ৰাক্তন সভাপতি আৰু প্ৰধান-সম্পাদকসকলে মিলি সংকটৰপৰা অনুষ্ঠানটোক ৰক্ষা কৰিবৰ বাবে যত্ন কৰিব আৰু বিভিন্ন বিবদমান পক্ষৰ মনত আদৰ্শৰ উচ্চ লক্ষ্যৰ প্ৰতি আগ্ৰহ সৃষ্টি কৰি অসমীয়া জাতিৰ এই প্ৰিয় অনুষ্ঠানটোক নতুন পথ দেখুৱাব। অহা বোকাখাত অধিৱেশনৰ প্ৰতিনিধিসকলৰ গাতো বিশেষ ঐতিহাসিক দায়িত্ব পৰিছে। তেওঁলোকে সাহিত্য সভাক প্ৰগতিৰ পথত আগ বাঢ়ি পৰাকৈ আদৰ্শৰ পোহৰ দেখুৱাব সময় পালেহি।''

এই আবেদনৰ কিবা ফল হ'ল নে নাই তাক মই নাজানো। অন্তৰ্বিৰোধৰ জইন মাৰিবৰ বাবে সংবিধানৰ নিৰ্বাচন আৰু অনুশাসন সম্পৰ্কীয় অনুচ্ছেদ কেইটামান সংশোধন কৰিব লাগিব। বিশেষকৈ সভাপতি, প্ৰধান সম্পাদক আৰু পত্ৰিকাৰ সম্পাদক আদিৰ নিৰ্বাচন-সম্পৰ্কীয় আৰু অনুশাসন সম্পৰ্কীয় ধাৰা কেইটামানৰ সংশোধন আৱশ্যক হৈ পৰিছে। কিন্তু ইয়াতকৈও জৰুৰী হৈছে কাম-কাজৰ অন্তৰালত থকা প্ৰেৰণাদায়ক আদৰ্শ। এই আদৰ্শ কি তাক আনিম সংবিধান, পৰম্পৰা, সমাজ, সাহিত্য আৰু সংস্কৃতিৰ মূল ভাবসমূহ অনুসৰণ কৰিলেহে ভালকৈ বুজিব পাৰিমহঁক। ''আদৰ্শৰ লক্ষ্য নাথাকিলে কেৱল যান্ত্ৰিক কাম-কাজৰ দ্বাৰা সংবিধানৰ 'প্ৰস্তাৱনা' আৰু দ্বিতীয় ছেদত থকা উদ্দেশ্যসমূহ পূৰণ কৰা অসম্ভৱ হ'ব। বৰ্তমান সংকটৰ পৰা উদ্ধাৰ পোৱাৰ পথো এয়ে।'' মই সেইবাবে ৰাইজ আৰু প্ৰতিনিধিসকললৈ কাতৰ অনুৰোধ জনাইছোঁ যাতে তেওঁলোকে সাহিত্য আৰু সংস্কৃতিৰ মূল ভাব 'সত্যত সৌন্দৰ্য্য' আৰু 'সৌন্দৰ্য্যত সত্য'ৰ মূল্য উপলব্ধি কৰে।

আজি এটা মোৰ বিশেষ উপলব্ধি হৈছে। সাহিত্যৰ সৃষ্টি-প্ৰক্ৰিয়াৰ মূলতে অহিংসাৰ ভাবে ক্ৰিয়া কৰে। য'ত হিংসা থাকে তাত সৎ সাহিত্য সৃষ্টি কৰা অসম্ভৱ। অসমীয়া সাহিত্যৰ বুৰঞ্জী অধ্যয়ন কৰিলেও এই সত্য উপলব্ধি কৰা যায়। শঙ্কৰ-মাধৱৰ সাহিত্যৰ স্থায়িত্বৰ মূলতে এই অহিংসাৰ ভাব। ''সত্যে সূৰ্য্য আছে বহি, স.ত্যতেসে চলে মহী, সত্য সম ধৰ্ম নাহি আন'' — শঙ্কৰদেৱে এই কথা উপলব্ধি কৰিছিল। কিন্তু মনত অহিংসাৰ ভাব নাথাকিলে এই সত্য উপলব্ধি কৰা টান। সৌন্দৰ্য্য আৰু দেশপ্ৰেমৰ উপলব্ধিৰ মূলতেও এই অহিংসাৰ ভাব নাথাকিলে প্ৰকৃত সৌন্দৰ্য্য আৰু দেশপ্ৰেম সত্যৰ ভেটিত প্ৰতিষ্ঠিত হোৱা অসম্ভৱ। সাহিত্যত সৌন্দৰ্য্য তেতিয়াহে উদয় হয়, যেতিয়া ই সত্যৰ ওপৰত নিৰ্মিত হয় আৰু সৌন্দৰ্য্যও সত্যত পৰিণত হয়।

সাহিত্য সভাৰ কাম-কাজ যেতিয়ালৈকে অহিংসাৰ ভেটিত ৰচিত আদৰ্শৰ দ্বাৰা পৰিচালিত নহয়, তেতিয়ালৈকে ইয়াৰ কাম-কাজে সকলোৰে মঙ্গল নাসাধে। এই অহিংসা ঈশ্বৰ বিশ্বাসৰ ভেটিতহে যে বৰ্তি থাকিব পাৰে এনে নহয়। আধুনিক মানৱীয় জ্ঞান বা বিজ্ঞানৰ ভেটিত প্ৰতিষ্ঠিত আহিংসাইহে আচল অহিংসা। অসমৰ বিভিন্ন সাহিত্য সভাবোৰে যেতিয়ালৈকে এই কথা উপলব্ধি নকৰিব, তেতিয়ালৈকে তেওঁলোকৰ কাম-কাজে সাহিত্যক সাৰ্বজনীন আৰু সমাজত শান্তি স্থাপন কৰিব নোৱাৰিব। এই কাৰণে মই সাহিত্য সভাৰ কৰ্মীসকলক অহিংসাৰ আদৰ্শ আৰু আচৰণৰ সংকল্প গ্ৰহণ কৰিবলৈ আবেদন জনাইছোঁ।

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য

২৭/২/৯৭

# অসম সাহিত্য সভাৰ মাননীয় নৱ-নিৰ্বাচিত সভাপতি ড° নগেন শইকীয়াৰ শুভেচ্ছা বাণী

ড০ নগেন শইকীয়া
সভাপতি
অসম সাহিত্য সভা ঃ ত্ৰি-ষষ্টিতম অধিৱেশন




আশ্ৰয়
জীৱন ফুকন নগৰ
ডিব্ৰুগড় - ৭৮৬ ০০৩





## শুভেচ্ছা-সন্দেশ

অসম সাহিত্য সভাৰ ত্ৰি-ষষ্টিতম অধিৱেশন এইবাৰ বহিব 'গানৰ চৰাইৰ দেশ' পূৰ্বৰ গোৱালপাৰা জিলাৰ আৰু এতিয়াৰ ধুবুৰী জিলাৰ বিলাসীপাৰাত — অসমৰ পশ্চিম সীমাৰ 'বহল মনৰ সৰু চহৰ' বিলাসীপাৰাত। আশাকৰোঁ এই অধিৱেশনে কেৱল সভাৰ জীৱনতে নহয় আমাৰ জাতীয় জীৱনতো এটি নতুন শুভ অধ্যায়ৰ আৰম্ভণি ঘটাবলৈ সমৰ্থ হ'ব। অধিৱেশন উপলক্ষ্যে প্ৰকাশ কৰিবলৈ লোৱা স্মৃতি-গ্ৰন্থখনি সমগ্ৰ অঞ্চলটিৰ বৰ্ণাঢ্য সামাজিক-সাংস্কৃতিক জীৱনৰ আৰু ভাষা, সাহিত্য, শিল্পৰ পৰিচয় বুকুত সুমাই আটকধুনীয়া হৈ ওলাওক — এই বাঞ্ছাৰে আন্তৰিক শুভেচ্ছা জ্ঞাপন কৰিলোঁ।

নগেনশইকীয়া

## অসমৰ মাননীয় ৰাজ্যপাল শ্ৰীলোকনাথ মিশ্ৰৰ শুভেচ্ছা বাণী





RAJ BHAVAN
GUWAHATI

অসম সাহিত্য সভাৰ ত্ৰিষষ্ঠিতম অধিৱেশন এইবেলি অসমৰ পশ্চিম সীমাৰ ধুবুৰী জিলাৰ বিলাসীপাৰা মহকুমাৰ সদৰ বিলাসীপাৰা চহৰত তথা ঐতিহাসিক কমতা-কোচ ৰাজ্যৰ প্ৰজা ৰঞ্জক আৰু অসমীয়া বৈষ্ণৱ সাহিত্যৰ পৃষ্ঠপোষক মহাৰাজ নৰনাৰায়ণৰ স্মৃতিত নৰনাৰায়ণ ক্ষেত্ৰত অহা মাৰ্চ মাহৰ ৫, ৬, ৭, ৮ আৰু ৯ তাৰিখে পাঁচ দিনীয়া বিস্তৃত কাৰ্য্য-সূচীৰে অনুষ্ঠিত হ'ব বুলি জানিবলৈ পাই মই পৰম আনন্দ অনুভৱ কৰিছোঁ।

অসমত থকা কাল ছোৱাত মই একাধিকবাৰ সাহিত্য সভাখনৰ মুকলি অধিৱেশনত যোগদান কৰি আৰু সাহিত্যৰ সাধকসকলৰ সান্নিধ্য লাভৰ লগতে সামান্য হ'লেও ভাব বিনিময় কৰিবলৈ পোৱাটো মোৰ এটা উল্লেখযোগ্য অভিজ্ঞতা। অসমৰ মানুহৰ ভাষা সাহিত্য-প্ৰীতিৰ নিদৰ্শন ৰূপে অসম সাহিত্য সভাই আজি সৰ্ববৃহৎ জাতীয় অনুষ্ঠানলৈ ধাবিত হৈছে। অসমীয়া মানুহে নিজৰ ভাষা-সাহিত্য-কলা-সংস্কৃতিৰ চৰ্চাৰ নিমিত্তে অসম আৰু অসমৰ বাহিৰত অসম সাহিত্য সভাৰ কেবা শ শাখা গঢ়ি তুলিছে। ই অতি শুভ লক্ষণ।

ভাষা আৰু সাহিত্য হ'ল সভ্য জগতৰ মানুহৰ ভাব বিনিময়ৰ বাহন আৰু জাতি একোটাৰ সামাজিক চিত্ৰৰ প্ৰতিফলন। মহৎ সাহিত্যই সমস্ত মানৱ জাতিৰ কল্যাণৰ বাণী বিতৰণ কৰে। সাহিত্য সাধনাত ব্ৰতীসকলে সৃষ্টিশীল সাহিত্যৰ যোগেদি স্থিতিশীল সমাজক গতিশীল কৰে। অসম সাহিত্য সভা আৰু এই সভাৰ পৃষ্ঠপোষক তথা সাহিত্য সেৱীসকলে সাম্প্ৰতিক সমাজত শিপাবলৈ ধৰা হিংসা-দ্বেষ, অসূয়া-অপ্ৰীতিৰ বাতাবৰণ সলনি কৰিবলৈ শক্তিশালী কলমেৰে যেন আস্থা আৰু বিশ্বাসৰ পৰিমণ্ডল ৰচনা কৰিব। এয়াই এই সময়ৰ আহ্বান।

সভাৰ আগন্তুক বাৰ্ষিক অধিৱেশনৰ সৈতে ৰজিতা খোৱাকৈ কিংবদন্তী খ্যাত চান্দোৰ ডিঙাৰ নামেৰে এখনি সাহিত্য-সংস্কৃতিৰ আলোচনামূলক স্মৃতিগ্ৰন্থ প্ৰকাশ কৰিবলৈ লোৱাটো অৰ্থপূৰ্ণ হৈছে।

অধিৱেশনৰ সৰ্বদিশৰ সফলতা কামনা কৰিলোঁ আৰু 'চান্দৰডিঙা' নামৰ স্মৃতিগ্ৰন্থৰ বাবে মোৰ আন্তৰিক শুভ ইচ্ছা জ্ঞাপন কৰিলোঁ।

স্বাঃ লোকনাথ মিশ্ৰ

২৭-২-৯৭

(লোকনাথ মিশ্ৰ)
ৰাজ্যপাল, অসম

---

প্ৰফুল্ল কুমাৰ মহন্ত
মুখ্যমন্ত্ৰী, অসম



জনতা ভৱন
দিছপুৰ
২৭ ফেব্ৰুৱাৰী, ১৯৯৭



## শুভেচ্ছা বাণী

অসম সাহিত্য সভাৰ ৬৩ তম বিলাসীপাৰা অধিৱেশন উপলক্ষ্যে অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ সৈতে জড়িত হৈ থকা আটাইৰে লগতে সমূহ অসমবাসী জনসাধাৰণলৈ মই আন্তৰিক ওলগ আৰু শুভেচ্ছা জনাইছো। অসম সাহিত্য সভা ৰাজ্যখনৰ সামাজিক-সাহিত্যিক-সাংস্কৃতিক ক্ষেত্ৰৰ অগ্ৰণী আৰু সৰ্ববৃহৎ অৰাজনৈতিক অনুষ্ঠান। অসমৰ সমাজ, সংস্কৃতি বিভিন্ন জনগোষ্ঠীৰ সমন্বয়ত গঢ়ি উঠিছে। অসম সাহিত্য সভাই এই সমন্বয়িত ৰূপটোক অধিক প্ৰকট কৰি দাঙি ধৰাৰ প্ৰয়োজন। তাৰবাবে এহাতে জনগোষ্ঠীয় ক্ষুদ্ৰ জাতিসত্তাসমূহৰ ভাষা-সাহিত্যৰ বিকাশত উদগণি যোগাব লাগিব আৰু আনহাতে তাৰ লগে লগে আটাইৰে সহযোগত অসমীয়া ভাষা-সাহিত্যক পত্ৰে-পুষ্পে অধিক পল্লৱিত কৰি তোলাৰ প্ৰচেষ্টা চলাই যাব লাগিব। এই ক্ষেত্ৰত অসম সাহিত্য সভাই বলিষ্ঠ নেতৃত্ব দিব পাৰিব বুলি আমি আশা কৰোঁ।

তদুপৰি, ৰাজ্যখনৰ জনজীৱনৰ সৰ্বত্ৰ সত্য-শিৱ-সুন্দৰৰ মংগলময়, ইতিবাচক উদ্দীপনা সঞ্চাৰিত কৰাৰ যোগেদি হিংসা-সন্ত্ৰাস, বিভেদৰ অশুভ শক্তিৰ বিনাশ ঘটাই সকলো শ্ৰেণীৰ লোকৰ মাজত শান্তি, প্ৰগতি আৰু ঐক্য সাধনৰ অবিৰত প্ৰচেষ্টাত অসম সাহিত্য সভা ব্ৰতী হৈ থাকিব পাৰিব বুলি আমাৰ বিশ্বাস।

অসম সাহিত্য সভাৰ আগন্তুক বিলাসীপাৰা অধিৱেশনৰ সম্পূৰ্ণ সফলতাৰ বাবে আন্তৰিক শুভেচ্ছা জনালোঁ। লগতে, অধিৱেশনৰ সৈতে ৰজিতা খোৱাকৈ অসমৰ বৰেণ্য লেখকসকলৰ লেখাৰে সমৃদ্ধ 'চান্দৰডিঙা' নামৰ স্মৃতিগ্ৰন্থ এখনি প্ৰকাশ পাব বুলি জানিবলৈ পাই মই আনন্দিত হৈছো। স্মৃতি-গ্ৰন্থখনে বিলাসীপাৰা অঞ্চলৰ লগতে অবিভক্ত গোৱালপাৰা জিলা আৰু ৰাজ্যখনৰ সাহিত্য-কলা-সংস্কৃতিৰ এটি সাৰ্থক ৰূপৰেখা দাঙি ধৰিব পাৰিব বুলি আশা কৰিছো।

(প্ৰফুল্ল কুমাৰ মহন্ত)

# উৎসৰ্গ

চিৰচেনেহী মোৰ ভাষা জননীৰ সেৱকসকলৰ হাতত
সাদৰে অৰ্পণ কৰিলোঁ





**আদৰণী সমিতি, অসম সাহিত্য সভাৰ ত্ৰিষষ্ঠিতম্**
**বিলাসীপাৰা অধিৱেশন**

**নৰনাৰায়ণ ক্ষেত্ৰ, বিলাসীপাৰা, ধুবুৰী, অসম**
**১৯১৮ শকাব্দ ঃ ১৯৯৭ খ্ৰীষ্টাব্দ**



## সম্পাদকীয়

এটা অৰ্থপূৰ্ণ সুন্দৰ নামৰ গৰাকী হোৱা আৰু নিজৰ জীৱনত সেই নামটো সাৰ্থক কৰি তুলিব পৰা দুয়োটাই সৌভাগ্যৰ কথা। সম্ভৱতঃ নৰনাৰায়ণ এই ক্ষেত্ৰত ভাগ্যবান আছিল। এগৰাকী প্ৰজা বৎসল, বিদ্যোৎসাহী, সংস্কৃতিৱান ৰজা হিচাপে তেওঁৰ নাম উল্লেখযোগ্য। ভ্ৰাতৃ চিলাৰায়ৰ সমৰ শক্তিয়ে আৰু সাহিত্য-প্ৰীতিয়ে তেওঁক আৰু জাকত জিলিকা কৰিছিল। কাৰূপৰ কামাখ্যা মন্দিৰৰ সংস্কাৰে তেওঁৰ ধৰ্ম-সংস্কৃতিৰ পূজাৰী ৰূপৰ পৰিচয় দিয়ে। মহাপুৰুষ শংকৰদেৱৰ সৈতে তেওঁৰ মধুৰ সম্পৰ্কই অসমীয়া সাহিত্যৰ ভঁৰাললৈ অমূল্য বৰঙণি যোগোৱাত সহায় কৰিলে। মহাৰাজ নৰনাৰায়ণে ৰাজ্যৰ নৰনাৰায়ণৰ মঙ্গলৰ বাবে কৰা কামৰ উদাহৰণ অলেখ।

এইবেলি অসম সাহিত্য সভাৰ ত্ৰিষষ্ঠিতম বিলাসীপাৰা অধিৱেশনস্থলীৰ নামকৰণ কৰা হৈছে-সাহিত্যপ্ৰেমী কোচ নৃপতি নৰনাৰায়ণৰ প্ৰতি শ্ৰদ্ধাৰে- নৰনাৰায়ণ ক্ষেত্ৰ। ভাষা-সাহিত্য প্ৰেমী অগণন নৰনাৰায়ণৰ আগমনত আজি ধন্য হৈ উঠক বিলাসীপাৰা। সাহিত্যৰ অমৃত বাণীৰে মুখৰিত হওক-পশ্চিম অসম।

এদিন ইয়াতেই ৰচিত (অনূদিত) হৈছিল অসমৰ ব্যাসদেৱ ৰামসৰস্বতীৰ মহাভাৰত, কবীন্দ্ৰৰ মহাভাৰত, হেম সৰস্বতীৰ হৰগৌৰী সংবাদ, হৰিবৰ বিপ্ৰৰ বব্ৰুবাহনৰ যুদ্ধ, শংকৰ-মাধৱৰ ৰচনাৱাজিৰ বাছকবনীয়া সম্ভাৰ। কোচবিহাৰ, ৰংপুৰ গোৱালপাৰা, কামৰূপ আৰু উত্তৰ ময়মনসিংহ অঞ্চল পুৰণি কামৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল আৰু কৰতোয়া নৈ লৈকে এই অঞ্চলটোৰ ভাষা-সংস্কৃতি একেডাল এনাজৰীৰে বন্ধা আছিল। অসমীয়া ভাষাৰ মূল শিপাডালো ইয়াতেই পোত খাই আছে বুলি কব পাৰি।

সংস্কৃতিৰ ফালৰ পৰাও এই অঞ্চলটোৰ এক স্বকীয় ঐতিহ্য আছে। গোৱালপৰীয়া লোকগীত, লোক-সাহিত্য, লোক-নাট্য পূজা-পাৰ্বণ, লোক-উৎসৱ, কিংবদন্তী আদিয়ে অসমীয়া সাহিত্য-সংস্কৃতিৰ ভঁৰাল অতি চহকী কৰিছে। এই অঞ্চলৰ বাঁশীপুৰাণ, কুশান গান, কাতি পূজা আদি একো একোবিধ মণি-মুকুতা। মৃৎ-শিল্প আৰু কুঁহিলা শিল্পৰ তুলনা নাই।

বিলাসীপাৰা অঞ্চল বিভিন্ন ধৰ্ম-ভাষা-গোষ্ঠীৰ লোকেৰে পৰিপূৰ্ণ। নৰনাৰায়ণ ক্ষেত্ৰত বিপুল জনতাৰ সেৱা কৰিবলৈ সুযোগ পোৱাৰ কাৰণে আদৰণী সমিতিৰ সভাপতি শ্ৰীশৰৎ চন্দ্ৰ সিংহদেৱৰ সৈতে বিলাসীপাৰা অঞ্চলৰ ৰাইজে নিজকে ধন্য মানিছে। হয়তো আমাৰ সেৱাত অগণন দোষ-ত্ৰুটি থাকি যাব। সেইখিনি নিজগুণে মাৰ্জনা কৰি অভ্যাগতসকলে উদাৰ হৃদয়েৰে আমাক সাৰটি লব বুলি ৰাইজে কৰযোৰে আশা পালি আছে।

আজি ত্ৰিষষ্ঠিতম অধিৱেশনৰ পুণ্য লগ্নত অসম সাহিত্য সভাৰ সভাপতিৰ আসন অলংকৃত কৰা অবিভক্ত গোৱালপাৰা জিলাৰ তিনিগৰাকী প্ৰয়াত সু-সন্তানলৈ আমাৰ মনত পৰিছে। তেওঁলোক হ'ল-অসম সাহিত্য সভাৰ মাননীয় প্ৰাক্তন সভাপতি নগেন্দ্ৰ নাৰায়ণ চৌধুৰী, অমৃত ভূষণ দেৱ অধিকাৰী আৰু সীতানাথ ব্ৰহ্ম চৌধুৰী। তিনিওজনৰ কৰ্মময় জীৱন আৰু সাহিত্য-কৃতিয়ে আমাক সদায় প্ৰেৰণা দি আহিছে। আৱাহনৰ প্ৰতিষ্ঠাপক নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ গল্প, মন্নাম ঘোষাখ্যাত অমৃত ভূষণ দেৱ অধিকাৰীৰ নামঘোষাৰ ব্যাখ্যা আৰু প্ৰবন্ধ, লণ্ডাৰপাৰৰ ফুলেশ্বৰী দৈমাৰীৰ কবি সীতানাথ ব্ৰহ্ম চৌধুৰীৰ কবিতা-আটাইবোৰ যেন একো-একোপাহ পাৰিজাত ফুল। তেওঁলোকলৈ আমাৰ শ্ৰদ্ধাঞ্জলি যাচিলোঁ।

লগতে শ্ৰদ্ধাঞ্জলি যচিলোঁ-বিলাসীপাৰা অঞ্চলৰ প্ৰয়াত আন আন কৃতী সন্তানসকললৈ যিসকলৰ বিভিন্ন অৱদানৰ কথা আজিও ৰাইজে স্মৰণ কৰে।

যিসকলে মাতৃভাষা আৰু মাতৃভূমিৰ সেৱাত জীৱন উচৰ্গা কৰি বিগত বছৰটিত পৰলোক গমন কৰিছে তেওঁলোকলৈ আমাৰ অশ্ৰু-অঞ্জলি যাচিলোঁ।

আমাৰ স্মৃতিগ্ৰন্থখনিৰ নাম ৰখা হৈছে — চান্দৰডিঙা। এখনি বিলাসীপাৰা অঞ্চলৰ ঐতিহ্যপূৰ্ণ পাহাৰ। ইয়াৰ সৈতে চান্দ সদাৰৰ কিংবদন্তী জড়িত হৈ আছে। চান্দৰ ডিঙাৰ পৰা প্ৰায় পঞ্চাশ কিলোমিটাৰ দক্ষিণ-পশ্চিমে ধুবুৰীৰ নেতাই ধুবুনী-ঘাট।

স্মৃতিগ্ৰন্থখনিৰ প্ৰবন্ধ-পাতিৰ বাবে লেখক-লেখিকাসকললৈ আমাৰ কৃজ্ঞতা জ্ঞাপন কৰিলোঁ। কিন্তু স্থানাভাৱত বহুতো প্ৰবন্ধ-পাতি স্মৃতিগ্ৰন্থত স্থান দিব পৰা নগ'ল। তাৰ বাবে লেখকসকলৰ ওচৰত আমি ক্ষমাপ্ৰাৰ্থী। লগতে অন্যান্য ত্ৰুটী-বিচ্যুতিৰ বাবেও পঢ়ুৱৈ সমাজৰ ওচৰত মাৰ্জনা বিচাৰিছো। স্মৃতিগ্ৰন্থৰ প্ৰবন্ধ-পাতি বিলাসীপাৰা, অবিভক্ত গোৱালপাৰা আৰু অসম তথা কলা-শিল্প কেন্দ্ৰিক তিনিটা বৃত্তত ভগোৱা হৈছে। লগতে থলুৱা গোৱালপৰীয়া উপ-ভাষাৰ দেশপ্ৰেমমূলক কবিতা এটি আগ বঢ়োৱা হৈছে। ভাষাটোৰ চানেকী হিচাপে।

স্মৃতিগ্ৰন্থখনি প্ৰকাশৰ ক্ষেত্ৰত দিহা পৰামৰ্শকে আদি কৰি বিভিন্ন প্ৰকাৰে সহায় কৰা বাবে সৰ্বপ্ৰথমে আদৰণী সমিতিৰ সভাপতি শ্ৰীশৰৎ চন্দ্ৰ সিংহ দেৱলৈ কৃতজ্ঞতা জনালোঁ। ইয়াৰ পিছতে সাধাৰণ সম্পাদক শ্ৰীবিক্ৰমজিৎ চক্ৰৱৰ্তী আৰু সম্পাদনা সমিতিৰ সভাপতি শ্ৰী শিৱা নন্দ শৰ্মা দেৱৰ লগতে আটাইবোৰ কৰ্মকৰ্তাৰে শলাগ ললো। বিশেষকৈ সভাপতি গৰাকী দূৰস্থানত থকাত উপসভাপতি শ্ৰী উপেন্দ্ৰ নাথ চৰকাৰ দেৱে আমালৈ সকলো সময়তে দিহা-পৰামৰ্শ আৰু সহায় আগ বঢ়োৱাৰ কথা পাহৰিব নোৱাৰো। তেখেতলৈ আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। সৰ্বশ্ৰী ৰামেশ্বৰ দেৱ নাথ, ডঃ ধীৰেন দাস, শিৱপ্ৰসাদ শৰ্মা, প্ৰণৱ দাস, জগদানন্দ বৰকলিতা, অনিমেষ কান্তি চৰকাৰ, বিভৱ কুমাৰ চক্ৰৱৰ্তী, নিখিল সিংহ, জগদীশ কলিতা আদিৰ অকুণ্ঠ সহায়ৰ শলাগ ললোঁ। সহকাৰী সম্পাদক শ্ৰীপয়োধৰ গোস্বামীৰ কষ্ট-ক্লেশৰ ফলত আৰু সহকাৰী সম্পাদিকা কুমাৰী কাছেমা খাতুনৰ সহায়ৰ বলত চান্দৰ ডিঙাৰ পূৰ্ণ ৰূপ দিবলৈ সক্ষম হৈছো। সদৌ শেষত আৰু এগৰাকী অক্লান্ত পৰিশ্ৰমী শ্ৰদ্ধাভাজন বন্ধুৰ শলাগ নল'লে আমাক পাপে চুব। তেখেত পাণ্ডু কলেজৰ জ্যেষ্ঠ প্ৰৱক্তা শ্ৰীভৱানীপ্ৰসাদ অধিকাৰী—যাৰ সহায় অবিহনে কম সময়ৰ ভিতৰতে গুৱাহাটীৰ সকলো কাম চম্ভালি স্মৃতিগ্ৰন্থখনি ছপাই অনাটো হ'লহেঁতেন দুৰূহ কাম। চন্দ্ৰকান্ত প্ৰেছৰ পৰিচালন সঞ্চালক শ্ৰীসূৰ্য্যকান্ত হাজৰিকাদেৱ আৰু তেখেতৰ সহযোগীসকলে দায়িত্ব সহকাৰে স্মৃতিগ্ৰন্থখনি ছপাই-বন্ধাই দিয়া বাবে শলাগ ল'লো। আৰু শলাগ ল'লো চৰকাৰী বেচৰকাৰী বিজ্ঞাপনদাতাসকলৰ। ইয়াৰ উপৰি, আমাৰ সম্পাদনাৰ আঁৰত যিসকলৰ সহায়-সহযোগ একান্তভাৱে জড়িত হৈ আছে, সেইসকলৰ নামৰ তালিকা দীঘলীয়া হোৱা বাবে মাথোঁ শলাগৰ শৰাই আগ.বঢ়ালোঁ।

সুবৃহৎ কলেবৰৰ স্মৃতিগ্ৰন্থ চান্দৰডিঙাৰ সম্পাদনাৰ গুৰুভাৰ কঢ়িয়াই নিওঁতে হ'ব পৰা অজ্ঞতা আৰু অনিচ্ছাকৃত ভুলৰ ভাৰ এই অভাজনৰ ওপৰত এৰি দি আৰু ভালৰ ভাৰ সদাশয় ৰাইজৰ গাতে থৈ সশ্ৰদ্ধ আন্তৰিক প্ৰীতিৰে সামৰণি মাৰিলোঁ।

জয়তু চিৰ চেনেহী মোৰ ভাষা জননী

**নলিনী শৰ্মা**
সম্পাদক,
চান্দৰ ডিঙা (স্মৃতিগ্ৰন্থ)



# সূচী-পত্ৰ

## (ক)




# সূচী-পত্ৰ

## (খ)





# সূচী-পত্ৰ

## (গ)










অসম সাহিত্য সভাৰ
প্ৰথম মাননীয় সভাপতি পদ্মনাথ গোহাঞি বৰুৱা
শিৱসাগৰ অধিৱেশন, ১৯১৭ খ্ৰীষ্টাব্দ






# ক
## বিলাসীপাৰাৰ বিভূতি

[ ইতিবৃত্ত, সমাজ, শিক্ষা, ভাষা, সাহিত্য, কলা-সংস্কৃতিৰ কৰণিত একুৰি ছটা সুলিখিত সুদীৰ্ঘ প্ৰবন্ধ ]







# চকুৰ পচাৰতে বিলাসীপাৰা মহকুমা


## সংগ্ৰাহক ঃ প্ৰাণজিৎ হাজৰিকা

মহকুমা তথ্য আৰু জনসংযোগ বিষয়া

বিলাসীপাৰা


| ১। প্ৰশাসনিক ভেটি | গোট সংখ্যা |
|---|---|
| ১। মহকুমাৰ মুঠ আয়তন— | ৯৭১.৮৮ বৰ্গ কিঃ মি |
| ২। ই পূবত ৯০ ২০" ৰ পৰা ৯১ ১১০" পূব দ্ৰাঘিমাংশ আৰু ২৬১ ১" উঃ অক্ষাংশৰ পৰা ২৬ ৭" লৈ বিয়পা। | |
| ৩। নগৰ অঞ্চল | ১১.৯৩ |
| ৪। ৰাজহ গাঁৱৰ সংখ্যা | ৫৯৫ |
| ৫। বসবাসোপযোগী গৃহ | ৬৮০৪৮ |
| ৬। পৌৰ সভা | ৩ |
| ৭। উন্নয়ন খণ্ড | ৪ |
| ৮। ৰাজহ চক্ৰ | ৩ |
| ৯। আৰক্ষী নিৰেশ | ৪ |
| ১০। গাঁও পঞ্চায়ত | ৪৩ |
| ১১। বড়ো স্বায়ত্ত শাসনৰ অন্তৰ্গত গাঁৱৰ সংখ্যা | ১৭২ |
| ১২। ডাঙৰ নৈ | ৩ |
| ১৩। অভয়াৰণ্য | ১ |
| ১৪। পৰ্যটন কেন্দ্ৰ | ২ |

| (২) জনসংখ্যা | |
|---|---|
| ১। মুঠ জনসংখ্যা | ৪,১৬,৮৭২ |
| পুৰুষ | ২,১৩,৩৬৬ |
| মহিলা | ২,০৩,৫০৬ |
| ২। অনুসূচিত জাতি | ২১৯৪১ |
| পুৰুষ | ১১৪৩৮ |
| মহিলা | ১০৫০৩ |
| ৩। অনুসূচিত জনজাতি | ১৮১৩২ |
| পুৰুষ | ৯১৩০ |
| মহিলা | ৯০০২ |
| ৪। চহৰাঞ্চলত থকা | ৪৬৮৭৩ |
| পুৰুষ | ২৪২৩৪ |
| মহিলা | ২২৬৩৯ |
| ৫। গাঁও অঞ্চলত থকা | ৩,৬৯,৯৯৯ |
| পুৰুষ | ১,৮৯,১৩২ |
| মহিলা | ১,৮০,৪৬৭ |
| ৬। ০-৬ বছৰ বয়সলৈকে | ·৯৬,৫০৭ |
| ল'ৰা | ৪৮,৪৭৭ |
| ছোৱালী | ৪৮,০৩০ |
| ৭। শিক্ষিতৰ হাৰ | ৩৬.২৫% |
| পুৰুষ | ৪৪.৬৯% |
| মহিলা | ১৭.৫৩% |
| ৮। জনবসতিৰ ঘনত্ব প্ৰতি বৰ্গ কিঃ মিঃ ত | ৪০০ জন। |

| (৩) কৃষি | |
|---|---|
| ১। ভৌগোলিক আয়তন | ৯৭১.৮৮ বৰ্গ কিঃ মিঃ |
| ২। কৃষি অনুপযোগী মাটি | ২০৭৫ হেক্টৰ |
| ৩। বনাঞ্চল | ৩৪৯২৯ " |

| (৪) উৎপাদিত শস্য | উৎপাদিৎ পৰিমাণ প্ৰতি হেক্টৰ |
|---|---|
| ১। হেমতি ধান | ৭৯২ |
| ২। শীতকালীন | ১৮৭৫ |
| ৩। বৰ্ষাকালীন | ১০৬৯ |

| | |
|---|---|
| ৪। কৃষি বহির্ভূত মাটি | ১৬৫৯ " |
| ৫। উচ্চ খেতিমাটি | ২০৩৮ " |
| ৬। পতিত মাটি | ৮৬৯৭ " |
| ৭। সমুদায় খেতি অঞ্চল | ১,০৮,৩৩৩ " |
| ৮। প্ৰকৃত জলাহ | ৫২,৮৩৪ " |
| ৯। বাৰে বাৰে পানীত ডুব যোৱা অঞ্চল | ২৪,৭৪৬ " |
| ১০। ক্ৰপিং ইনটেনছিটী | ২০৫.০৪% |
| ১১। ক্ষুদ্ৰ খেতিয়ক | ১৬,৬৭২ |
| ১২। উপান্ত খেতিয়ক | ১৩,৪৯৭ |
| ১৩। মাটিহীন খেতিয়ক | ৫,০৫০ |
| ১৪। যথেষ্ট পৰিমাণে খেতিমাটি থকা খেতিয়ক | ৯,৮৭১ |
| ১৫। জলসিঞ্চনৰ অধীনৰ খেতিমাটি | ২১৩৪ হেক্টৰ |

| | |
|---|---|
| (৮) বয়ন শিল্প | |
| ১। বয়ন প্ৰশিক্ষণ কেন্দ্ৰ | ২ টা |
| ২। বয়ন সম্প্ৰসাৰণ কৰ্মগোট | ৪ টা |
| ৩। বস্ত্ৰ উৎপাদন | ২০,০০,০০০ বৰ্গ মিঃ |
| (৯) ৰেচম | |
| ১। ৰেচম গ্ৰাম | ৪৪ খন |
| ২। এড়ি | |
| (ক) নিয়োজিত পৰিয়াল | ১২৮৪ |
| (খ) নুনি পৰিয়াল | ১৫৯ |
| (গ) মুগা " | ৬ |
| (১০) উদ্যোগ | |
| ১। এছ, এছ, আইৰ সংখ্যা | ৯৩ |
| ২। পঞ্জীকৃত কাৰখানা | ১৩ |
| ৩। চাহ | |
| (ক) মুঠ বাগিচা | ৩ খন |
| (খ) মুঠ আয়তন | ২২২৫.১১ হেঃ |
| (গ) খেতিৰ পৰিমাণ | ১৫১৬.৯৬ হেঃ |
| ৪। কাঠ ফলা কল | ৩ টা |
| ৫। প্লাই | ১ টা |
| ৬। ইটা ভাটা | ৩০ টা |
| ৭। অন্যান্য ক্ষুদ্ৰ উদ্যোগ | — |
| (১১) বিদ্যুৎ | |
| ১। বিদ্যুৎ সংযোজিত গাঁও | ৫০১ |
| (১৬) সমবায় খণ্ড | |
| ১। হ'লচেল, ছি ছি ষ্টৰ | ১ টা |
| ২। প্ৰাথমিক ব্যৱহাৰ্য সমবায় সমিতি | ২ টা |

| | |
|---|---|
| ৪। সৰিয়হ | ৪০৮ |
| ৫। আলু | ৮৬৮৪ |
| ৬। গম | ১৭৩৮ |
| ৭। মৰাপাট | ১৫৫০ |
| (৫) মাছ উৎপাদন | |
| ১। পঞ্জীকৃত বিল | .৯ খন |
| ২। চবকাৰী | নাই |
| ৩। উৎপাদিত মাছ | ৩৪৩৪ মেঃ টন |
| (৬) পশু-চিকিৎসা | |
| ১। ৰাজিক ঔষধালয় | ৫ টা |
| ২। কৃত্ৰিম প্ৰজনন কেন্দ্ৰ | ৬ টা |
| ৩। প্ৰাথমিক উপ-কেন্দ্ৰ | ৭ টা |
| (৭) বন | |
| ১। মুঠ বনাঞ্চল | ৩৪৯২৯ হেক্টৰ |
| ২। সংৰক্ষিত বনাঞ্চল | |
| ৩। সামাজিক বনানীকৰণৰ অধীন | |
| (১২) বাট-পথ | |
| ১। ৰাষ্ট্ৰীয় পথ | ৫৬.০০০ কিঃ মিঃ |
| ২। ৰাজ্যিক পথ | ৫২.৪২৯ কিঃ মিঃ |
| ৩। জিলা পথ | ৫৫.৮৬০ কিঃ মিঃ |
| ৪। অইন অইন পথ | ৪২.১০৫ কিঃ মিঃ |
| ৫। গাঁৱলীয়া পথ | ১১৮.০৫৮কিঃ মিঃ |
| ৬। ৰেলপথ | ২৩.০০০ কিঃ মিঃ |
| (১৩) শিক্ষা | |
| ১। প্ৰাথমিক বিদ্যালয় | ৪৪৯ খন |
| ২। মাধ্যমিক বিদ্যালয় | ১১৪ খন |
| ৩। উচ্চ আৰু উচ্চতৰ | ৪৩ খন |
| ৪। মহাবিদ্যালয় | ৩ খন |
| ৫। প্ৰাপ্তবয়স্ক শিক্ষা কেন্দ্ৰ | ৯৮ খন |
| (১৪) স্বাস্থ্য আৰু পৰিয়াল পৰিকল্পনা | |
| ১। ৩০ খন বিছনাযুক্ত চিকিৎসালয় | ১ খন |
| ২। প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰ | ৪ খন |
| ৩। প্ৰাথমিক ঔষধালয় | ৩ খন |
| ৪। উপ-কেন্দ্ৰ | ৮৮ খন |
| ৫। বিছনা | ২৭৯ খন |
| (১৫) জনস্বাস্থ্য আৰু কাৰিকৰী | |
| ১। খোৱা পানী যোগান ধৰা গাঁও | ৪৫ |
| ২। টিউবৱেল | ৩৫৭ |
| ৩। কুঁৱা | '৭৭ |



| | |
|---|---|
| ৩। সুলভ মূল্যৰ | ৮৯ টা |
| ৪। ধান ভঙা মিল | ৩৫ টা |
| ৫। পেট্ৰ'ল ডিপো | ৪ টা |
| ৬। সমবায় সমিতি | ১২২ টা |
| (১৭) বেংক | |
| ১। এছ, বি, আই শাখা | ৩ |
| ২। ইউ, কো | ৬ |
| ৩। ইউ, বি, আই | ১ |
| ৪। কো-অপাৰেটিভ এপেক্স | ১ |
| ৫। প্ৰাগজ্যোতিষ গাঁৱলীয়া | ৩ |
| (১৮) ডাক সেৱা | |
| ১। উপ-ডাক ঘৰ | ৫ টা |
| ২। শাখা ডাক ঘৰ | ১৪ টা |

তথ্যসমূহৰ উৎস ঃ- মহকুমাধিপতিৰ কাৰ্যালয়, বিলাসীপাৰা।





# বিলাসীপাৰা মহকুমা ঃ এটি সংক্ষিপ্ত

## ভৌগোলিক পৰিচয়

পয়োধৰ গোস্বামী

**পৰিচিতি ঃ**

অসমৰ পশ্চিম প্ৰান্তত অৱস্থিত ধুবুৰী এখন সীমান্তবৰ্ত্তী জিলা। ভৌগোলিক অৱস্থান হিচাপে এই জিলাখন ৮৯°৪২´ পূৰ দ্ৰাঘিমাংশৰ পৰা ৯০°১২´ পূব দ্ৰাঘিমাংশলৈ আৰু ২৬°২২´ উত্তৰ অক্ষাংশৰ পৰা ২৫°২৮´ উত্তৰ অক্ষাংশলৈ বিস্তৃত। এই জিলাখনৰ মহকুমা তিনিটা। ধুবুৰী আৰু বিলাসীপাৰা মহকুমা ব্ৰহ্মপুত্ৰ নদীৰ উত্তৰ পাৰত আৰু দক্ষিণ শালমাৰা-মানকাচাৰ মহকুমা দক্ষিণ পাৰত অৱস্থিত। এই জিলাখনৰ পশ্চিম ফালে বহিঃৰাষ্ট্ৰ বাংলাদেশ আৰু ভাৰতৰ পশ্চিমবঙ্গ।

ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ ধুবুৰী জিলাৰ বিলাসীপাৰা মহকুমা এটি বিস্তৃত অঞ্চল। পাহাৰ, নদ-নদী, বিল, জলাশয়, অৰণ্য আদি প্ৰাকৃতিক অবয়বে ভৌগোলিক দৃষ্টিকোণৰ পৰা ইয়াক বৈশিষ্ট্যপূৰ্ণ কৰি তুলিছে। মহকুমাটোৰ সৰ্বমুঠ মাটিকালি ৯৭১৮৮ বৰ্গ কিলোমিটাৰ। দৈৰ্ঘ্যৰ তুলনাত এই মহকুমাটোৰ প্ৰস্থ অতি কম। পূৰৰ পৰা পশ্চিমলৈ ইয়াৰ সৰলৰৈখিক দৈৰ্ঘ্য প্ৰায় ৬০ কিলোমিটাৰ। ইয়াৰ চাৰিসীমা হিচাপে পূৰে আছে বঙাইগাঁও জিলাৰ বইটামাৰী ৰাজহ চক্ৰ, দক্ষিণে ব্ৰহ্মপুত্ৰ, উত্তৰে কোকৰাঝাৰ জিলা আৰু পশ্চিমে ধুবুৰী আৰু গোলোকগঞ্জ ৰাজহ চক্ৰ।

**ভূ-প্ৰাকৃতিক গঠন ঃ**

বিলাসীপাৰা মহকুমাৰ প্ৰায়ভাগ ঠায়েই সমভূমি যদিও ইয়াৰ পূৰ অংশ পাহাৰ আৰু অসংখ্য টিলা আদিৰে পূৰ্ণ। আনহাতে দক্ষিণৰ অংশটোও ব্ৰহ্মপুত্ৰৰ চৰ-চাপৰিৰে ভৰা। মহকুমাটোৰ উত্তৰ-পশ্চিম অঞ্চল কিছু ওখ আৰু সংৰক্ষিত বনাঞ্চলেৰে আবৃত। গতিকে বিলাসীপাৰা মহকুমাক তলত উল্লেখ কৰা ধৰণে তিনিটা প্ৰাকৃতিক ভাগত ভাগ কৰিব পাৰি।

**১। পাহাৰ আৰু অনুচ্চ সৰু বৰ টিলাৰে গঠিত সমভূমি অঞ্চল ঃ**

বিলাসীপাৰা মহকুমাৰ এই সুবৃহৎ অঞ্চলটো উত্তৰে কোকৰাঝাৰ জিলাৰ পৰা দক্ষিণে চৰ অঞ্চললৈ বিয়পি আছে। পূৰে চম্পাৱতী নদীৰ ওচৰৰ পৰা পশ্চিমে টিপকাই নদীৰ পাৰলৈকে বিস্তৃত। এই বিশাল অঞ্চলটোত সিঁচৰতি হৈ থকা উল্লেখযোগ্য পাহাৰসমূহৰ ভিতৰত চান্দৰডিঙা (সাগৰ পৃষ্ঠৰ পৰা ইয়াৰ উচ্চতা ২৪৫ মিটাৰ), সোণামুখী (২০৩ মিটাৰ), টোকৰাবান্ধা (২৭৪ মিটাৰ), চক্ৰশীলা (২২২ মিটাৰ), দুধনাথ, বৌকামাৰী, দ্বাৰাশীলা, ভালুকমাৰী, সৰ্পমাৰী, দামোদৰপুৰ আদিয়েই প্ৰধান। এই পাহাৰসমূহৰ বেছিভাগেই বননিৰে আবৃত। এই অঞ্চলৰ অ'ত ত'ত সিঁচৰতি হৈ থকা অনুচ্চ টিলাসমূহ লৌহযুক্ত মাটি আৰু গ্ৰেনাইট শিলাৰে গঠিত। ভূ-তাত্ত্বিক সকলে এনে ধৰণৰ টিলা সমূহক মনাড্‌নক বুলি ক'ব খোজে। এইবোৰ দৰাচলতে মেঘালয় মালভূমিৰ অংশ বিশেষ। এই মেঘালয় মালভূমি আকৌ প্ৰাক্‌কেম্‌ব্ৰিয়ান মহাকল্পত গঠিত গণ্ডোৱানা ভূমিৰ অংশ বিশেষ। গোটেই সমভূমি অঞ্চলটো ব্ৰহ্মপুত্ৰ সমভূমিৰে এটি ক্ষুদ্ৰ অংশ। ভূ-তাত্ত্বিক সকলৰ মতে "ব্ৰহ্মপুত্ৰ সমভূমি হিমালয় পৰ্বতমালা উত্থিত হোৱাৰ সময়ত সৃষ্টি হোৱা নমন (Sag) এটাত ব্ৰহ্মপুত্ৰ আৰু উপনৈসমূহে কঢ়িয়াই অনা পলসুৱা গেদীয় শিলাৰে গঠিত হৈছে।" এই সমভূমিৰ মাটি টাৰ্চিয়াৰী যুগৰ যদিও কালক্ৰমত নদ-নদী, জান-জুৰি আদি প্ৰৱহমান জলে কঢ়িয়াই অনা নতুন পলসুৱা মাটিৰে গঠিত হৈছে। সমভূমি অঞ্চলৰ পলসুৱা মাটিৰ আৱৰণটো ডাঠ আৰু আলতীয়া ধৰণৰ।

**২। নদী প্লাৱিত চৰ অঞ্চল —**

বিলাসীপাৰা মহকুমাৰ দক্ষিণভাগত বিস্তৃত চৰ এলেকা অৱস্থিত। বছৰ বছৰ ব্ৰহ্মপুত্ৰ আৰু ইয়াৰ উপনৈসমূহে এই অঞ্চল প্লাৱিত কৰি ইয়াৰ মাটিত নতুনকৈ পলস পেলাইছে। বালি, বোকা আৰু পলস মিশ্ৰিত ইয়াৰ মাটি বিভিন্ন ধৰণৰ খেতিৰ বাবে উপযোগী। এই বিস্তৃত এলেকাৰ চৰসমূহৰ কিছুমান স্থায়ী আৰু কিছুমান অস্থায়ী।

**৩। উত্তৰ পশ্চিমৰ কিছু উচ্চ বনভূমি অঞ্চল —**

এই অঞ্চলটোত তেনে কোনো উল্লেখনীয় পাহাৰ নাই যদিও তুলনামূলক ভাৱে ওখ আৰু টিলা সদৃশ ঠাইৰে ভৰপূৰ। ইয়াৰ মাটি ৰঙচুৱা। মূল্যবান গছ-গছনি আৰু ডাঠ হাবি বননিৰে এই অঞ্চল পৰিপূৰ্ণ।

**নদ-নদী ঃ**

এই অঞ্চলৰ নদ-নদীৰ ভিতৰত চম্পাৱতী, গৌৰাং আৰু টিপকাই উল্লেখযোগ্য, মহকুমাটোৰ উত্তৰত থকা হেল এটা সৰু উপনৈ। ২৲নদীসমূহৰ গতি অতি মন্থৰ আৰু সৰ্পিল গতিৰে প্ৰবাহিত হোৱা বাবে বাৰিষা কালত গতিপথ সলনি কৰাৰ প্ৰৱণতা দেখা যায়। টিপকাই আৰু চম্পাৱতী নদীৰ তুলনাত গৌৰাং নদীয়ে সঘনে ইয়াৰ গতিপথ সলনি কৰা দেখা যায়। ১৩০ কিলোমিটাৰ দৈয্যৰ এই গৌৰাং নদীৰ উচ্চ অংশৰ নাম সৰলভাঙা। এসময়ত নদীটো শালকোছাৰ মাজেৰে প্ৰবাহিত হৈ ব্ৰহ্মপুত্ৰত পৰিছিল বুলি বহুতে ধাৰণা কৰে। এতিয়াও এই অঞ্চলত মৰা গৌৰাং বুলি এটি নদি সুঁতিৰ চিন পোৱা যায়। ব্ৰহ্মপুত্ৰৰ তটবন্ধৰ (Natural Level) কাষত থকা হ্ৰদ, বিল, জলাশয় আদি বিলাক নদ-নদী বিলাকে. গতিপথ সলনি কৰাৰ ফলতে সৃষ্টি হৈছে। সেই দৃষ্টি-ভঙ্গীৰে চালে গৌৰাং নদীৰ নিকটৱৰ্ত্তী হাকামা বিলখন গৌৰাং নদীয়ে সৃষ্টি কৰা এটা অশ্বখুৰা হ্ৰদ (Horse Shoe Lake) বুলি অনুমান কৰিব পাৰি।

বিলাসীপাৰা মহকুমাৰ বিভিন্ন ঠাইত সৰু বৰ অনেক বিল সিঁচৰতি হৈ আছে। এই মহকুমাৰ পূৰ অঞ্চলত থকা ধীৰ, ডিবলাই আৰু ভাকৰা এই তিনি বিল আয়তনত ডাঙৰ। ই বিভিন্ন মাছ কাছেৰে পৰিপূৰ্ণ। অন্য ক্ষুদ্ৰ ক্ষুদ্ৰ বিল বিলাকৰ ভিতৰত হেলা গাড়ীৰ বাওৰাজী বিল, লাউপাৰা গাঁৱৰ পশ্চিম দিশত থকা পূৰ্ণি বিল, ভেৰভেৰী গাঁৱৰ উত্তৰ পশ্চিমে থকা ভেৰভেৰী বিল, ভাণ্ডাৰ কুঠি গাঁৱৰ পশ্চিমৰ ভাণ্ডানী বিল, টাকিমাৰীৰ উত্তৰৰ শিঙিমাৰী বিল, ১নং খদুনা মাৰী গাঁৱৰ উত্তৰ পূৱত থকা বোৱাজী বিল আদি উল্লেখযোগ্য। প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে এই বিল জলাশয়বোৰ জন-জীৱনৰ লগত ওতপ্ৰোত ভাবে জড়িত হৈ আছে। ইয়াৰ উপৰি নদ-নদী, বিল সমূহৰ লগত জড়িত বহুতো কাহিনী, অখ্যান আৰু কিম্বদন্তীয়ে এই বিস্তৃত অঞ্চলৰ লিখিত আৰু অলিখিত লোক সাহিত্যৰ ভঁৰাল চহকী কৰিছে।

**জলবায়ু ঃ**

অসম উপত্যকাৰ অন্যান্য ঠাইৰ জলবায়ুৰ নিচিনাকৈ এই অঞ্চলৰ জলবায়ুৰ মৌছুমী প্ৰধান। দক্ষিণ-পশ্চিম মৌছুমী বতাহৰ প্ৰভাৱত গ্ৰীষ্ম কালত প্ৰচুৰ পৰিমাণে বৰষুণ হয়। জুন-জুলাই-আগষ্ট-ছেপ্টেম্বৰ মাহত ১৮০ চেন্টিমিটাৰতকৈ অধিক বৰষুণ হয়। জুন-জুলাই মাহত তাপৰ মাত্ৰা বেছি হয় (৩৫° চেলচিয়াচৰ অধিক)। শীতকাল শুকান আৰু ঠাণ্ডা। জানুৱাৰীতে সৰ্বনিম্ন শীত অনুভূত হয় (১৯৯৩ চনত নিম্নতম উত্তাপ আছিল ৫৭° চেলচিয়াছ)। উত্তৰ-পূৱ মৌছুমী বতাহৰ প্ৰভাৱত শীত কালত মাজে সময়ে বতৰ ডাৱৰীয়া আৰু কিন্‌কিনিয়া বৰষুণ হোৱা দেখা যায়। ডাঠ কুঁৱলীও এই সময়তে বেছিকৈ পৰিলক্ষিত হয়। জলাশয় আৰু পাহাৰৰ আশ পাশত কুঁৱলীৰ মাত্ৰা অতিপাত বৃদ্ধি হয়।

**প্ৰাকৃতিক উদ্ভিদ ঃ**

এই অঞ্চলৰ বিভিন্ন ঠাইত প্ৰাকৃতিক পৰিৱেশভেদে ভিন্ ভিন্ প্ৰকাৰৰ গছ-গছনি পোৱা যায়। মহামায়া চক্ৰশীলা আদি বনাঞ্চলত ক্ৰান্তিয় সেমেকা আৰু চিৰ সেউজীয়া উদ্ভিদ দেখা যায়। শাল, চেগুণ, জীয়া, পমা, গমাৰি, ছিদা কৰৈ আদি লতাজাতীয় উদ্ভিদো অৰণ্যসমূহত পোৱা যায়। নদীপ্লাৱিত চৰ অঞ্চলত বিভিন্ন ঘাঁহ জাতীয় উদ্ভিদ যেনে ইকৰা, কাঁহিবন, নল-খাগৰি ইত্যাদি পৰ্য্যাপ্ত পৰিমাণে পোৱা যায়। ৰন্ধনৰ বিভিন্ন কাঠ, বাঁহবেত আদিও বিলাসীপাৰা মহকুমাত পোৱা যায়।

**কৃষি ব্যৱস্থা ঃ**

কৃষিয়েই এই অঞ্চলৰ মানুহৰ জীৱিকাৰ মূল উপায়। মানুহৰ মৌলিক প্ৰয়োজনখিনি কৃষিয়ে পূৰণ কৰি আহিছে। কৃষি পদ্ধতি পৰম্পৰাগত যদিও বৰ্ত্তমানে কোনো কোনো ঠাইৰ কৃষি পদ্ধতিত নতুন কৌশলো প্ৰয়োগ কৰা দেখা গৈছে। পৰিয়ালক লগা ভৰণ-পোষণৰ সকলোখিনি খেতিৰ যোগেদি উৎপাদিত হয়। ধানৰ ভিতৰত আহুতকৈ শালীধানৰ প্ৰাধান্য বেছি। বাওধানৰ খেতিও পানী জমা হৈ থকা দ ঠাইবোৰত কৰা দেখা যায়। মৰাপাট উৎপাদনৰ ক্ষেত্ৰত এই অঞ্চল আগ বঢ়া। চৰ অঞ্চলসমূহো মৰাপাট, ধান, মাহজাতীয় শস্য, গম, কুঁহিয়াৰ মিঠা আলু, বেঙেনা, জলকীয়া, বিভিন্ন মচলা শস্য আৰু নানা ৰকমৰ শাক-পাচলি আদি উৎপাদনৰ উৎকৃষ্ট স্থান হিচাপে পৰিগণিত হৈছে। ঠাই বিশেষে এই মহকুমাৰ বিভিন্ন ঠাইত মাটিৰ গুণাগুণৰ ওপৰত নিৰ্ভৰ কৰি খেতিয়কসকলে আলু, কচু, আদা, হালধি, সৰিয়হ তিল আদিৰ খেতিও কৰা দেখা যায়।

**উদ্যোগ ঃ**

উদ্যোগ স্থাপনৰ প্ৰচুৰ সম্ভাৱনা থকা সত্বেও এই অঞ্চলত তেনে কোনো গুৰু উদ্যোগ স্থাপন হোৱা নাই। শিল্পৰ ভিতৰত ঘৰ নিৰ্ম্মাণৰ বাবে প্ৰয়োজনীয় ইটা, টালি, মাটিৰ সাজ বাচন, বাঁহ, বেতৰ বিভিন্ন আচবাব, সোণ-ৰূপৰ অলঙ্কাৰ তৈয়াৰ কৰা শিল্প, লোৰ শিল্প, তাঁত-শিল্প, এড়ি শিল্প বিশেষ উল্লেখযোগ্য। হীৰাসম্প্ৰদায়ৰ মাজত প্ৰচলিত মৃৎশিল্প আৰু মালাকাৰ সম্প্ৰদায়ৰ কুহিলা শিল্পইও পুৰণি কালৰে পৰা বিশেষ স্থান অধিকাৰ কৰি আহিছে। ইয়াৰ উপৰি এই অঞ্চলৰ ঠায়ে ঠায়ে গঢ়ি উঠা কাঠফলা কল, চুপাৰি প্ৰস্তুত কাৰখানা, বিড়ি ফেক্টৰী, কাপোৰ ধোৱা চাবোন, মমবাতি, তৰ্জাবেৰ উদ্যোগ আদিও উল্লেখযোগ্য। চহৰ অঞ্চলত থকা ছপাশাল, ধানবনা কল আৰু মটৰগেৰেজ শিল্পবোৰো কম গুৰুত্বপূৰ্ণ নহয়। মহকুমাটোৰ পূৱফালে থকা চৈবাৰী আৰু চাপৰ অঞ্চলৰ চাহ উদ্যোগ শিল্পই অৰ্থনীতিত বিশেষ ভূমিকা পালন কৰি আহিছে।

**যাতায়াত আৰু পৰিবহণ ঃ**

উন্নত পৰিবহণ ব্যৱস্থাই কোনো এখন ঠাইৰ উন্নতিত অগ্ৰণী ভূমিকা গ্ৰহণ কৰে। এই অঞ্চলৰ যাতায়াত আৰু পৰিবহণ ব্যৱস্থা কিন্তু উন্নত নহয়। ৩১ নম্বৰ ৰাষ্ট্ৰীয় ঘাইপথটোৱে পূৱ ফালৰ পৰা ক্ৰমে পশ্চিমফাললৈ বহলপুৰ, চাপৰ, আৰেয়াঝাৰ, শালকোছা, বিলাসীপাৰা, বগৰীবাৰী আদি প্ৰধান ঠাইবোৰ স্পৰ্শ কৰিছে। ৰাষ্ট্ৰীয় পথৰ লগত সংলগ্ন অন্য পথ সমূহৰ ভিতৰত বহলপুৰৰ পৰা চৈবাৰী হৈ কোকৰাঝাৰলৈ যোৱা পকীপথ, শাল কোছাৰ মাজেৰে যোৱা গড়কাপ্তানি পথ, বেলতলী চাৰিআলিৰ পৰা লক্ষীগঞ্জ, ফুট্‌কীবাৰী হৈ ফকিৰগ্ৰাম আৰু কোকৰাঝাৰলৈ যোৱা পকী পথ, বিলাসীপাৰাৰাৰ পৰা ৰাণীগঞ্জ হৈ ফকিৰা গ্ৰামলৈ যোৱা গড়কাপ্তানিপথ, নয়াহাটৰ পৰা সাপটগ্ৰামলৈ যোৱা গড়-কাপ্তানি পথ, বগৰীবাৰীৰ পৰা টিপকাইলৈ যোৱা গড় কাপ্তানি পথ কেইটাই




প্ৰধান। চৰ-অঞ্চলৰ যাতায়াত ব্যৱস্থা অতি দুখ লগা। বিলাসীপাৰাৰ পৰা নায়েৰ আলগা উন্নয়নখণ্ড হৈ যোৱা এটি গড় কাপ্তানি পথ আছে যদিও ইয়াৰ লগত সংলগ্ন অন্য কোনো উন্নত পথ নাই। এই মহকুমাৰ উত্তৰে সাপটগ্ৰামৰ পৰা ধনপুৰ কদমতলা হৈ ফকিৰ গ্ৰামলৈ যোৱা অন্য এটি কম-দৈৰ্ঘ্যৰ গড়কাপ্তানি পথ আছে।

শিক্ষা আৰু জনবসতি ঃ

এই মহকুমাৰ মুঠ জনসংখ্যাৰ শতকৰা ৩৬·২৫ ভাগ লোকহে শিক্ষিত। পুৰুষৰ তুলনাত মহিলাৰ শিক্ষাৰ হাৰ অতি কম দেখা যায়। পুৰুষৰ ক্ষেত্ৰত শিক্ষাৰ হাৰ শতকৰা ৪৪·৬৯ আৰু মহিলাৰ মাত্ৰ ১৭৫৩ ভাগ। গ্ৰাম্যাঞ্চলৰ তুলনাত চহৰ অঞ্চলৰ শিক্ষাৰ হাৰ অতি বেছি। এই অঞ্চলৰ উচ্চ শিক্ষাৰ প্ৰতিষ্ঠান সমূহৰ ভিতৰত বিলাসীপাৰা মহাবিদ্যালয়, বত্ৰপীঠ মহাবিদ্যালয় আৰু সাপটগ্ৰাম মহাবিদ্যালয় অন্যতম। শিক্ষা লাভৰ বাটকটীয়া অনুষ্ঠান হিচাপে এই অঞ্চলৰ পুৰণি স্কুল সমূহ হ'ল ইন্দ্ৰনাৰায়ণ একাডেমী উচ্চতৰ মাধ্যমিক বিদ্যালয়, ৰোকাখাতা উচ্চতৰ মাধ্যমিক বিদ্যালয়, বগৰীবাৰী এইচ, এন চেমিনাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়, চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়, শালকোছা উচ্চতৰ মাধ্যমিক বিদ্যালয় আদি বিশেষভাৱে উল্লেখনীয়। ঐতিহ্যমণ্ডিত হাকামা আৰু শালকোছা এসময়ত সংস্কৃত চৰ্চাৰ কেন্দ্ৰ আছিল।

বিভিন্ন জাতি, ধৰ্ম্ম, বৰ্ণ নিৰ্ব্বিশেষে যুগ যুগ ধৰি মিলাপ্ৰীতিৰে



বসবাস কৰি এই অঞ্চলৰ মানুহে সম্প্ৰীতিৰ এনাজৰীডাল আজিকোপতি কটকটীয়াকৈ ৰাখিছে। হিন্দু, মুছলমান, বড়ো, চাওঁতাল, ৰাভাকে আদি কৰি ইয়াত বিভিন্ন সম্প্ৰদায়ৰ মানুহ বাস কৰে।' এই মহকুমাত মুঠ ৰাজহ গাঁৱৰ সংখ্যা হ'ল ৫৯৫ খন আৰু ইয়াৰ সৰ্বমুঠ জনসংখ্যা ৪,১৬,৮৭২ জন। ইয়াৰে ২,১৩,৩৬৬ জন পুৰুষ আৰু ২,০৩,৫০৬ গৰাকী মহিলা। গ্ৰাম্য অঞ্চলতকৈ চহৰ অঞ্চলত জনবসতিৰ ঘনত্ব বেছি। চাপৰ, বিলাসীপাৰা সাপটগ্ৰাম চহৰৰ জনবসতি অতি ঘন। এই মহকুমাত প্ৰতি বৰ্গ কিলোমিটাৰত জনবসতিৰ ঘনত্ব ৪০০ জন। আন আন ঘন বসতিপূৰ্ণ উল্লেখযোগ্য ঠাইসমূহ হ'ল লক্ষীগঞ্জ, ৰাণীগঞ্জ, শালকোছা, বহলপুৰ, নায়েৰ আলগা, নয়াহাট ইত্যাদি।

ভৱিষ্যতৰ সম্ভাৱনা ঃ

নামনি অসমৰ ভিতৰত মৰাপাট উৎপাদনৰ প্ৰধান স্থান হিচাপে পৰিগণিত হোৱাৰে চাই এই অঞ্চলত নিঃসন্দেহে মৰাপাট কল স্থাপন কৰিব পাৰি। ত্ৰিশ দশকমানলৈকে বিলাসীপাৰা নদীবন্দৰ হিচাপে বিখ্যাত আছিল আৰু এই বৃহৎ অঞ্চলৰ উৎপাদিত কৃষিজ বনজ আদিদ্ৰব্য সমূহ এই নদী বন্দৰৰ যোগেদিয়েই আন আন ঠাইলৈ ৰপ্তানি কৰা হৈছে। বাণিজ্যৰ মূল কেন্দ্ৰ স্থান বিলাসীপাৰা চহৰক নদীবন্দৰ হিচাপে পুনৰুজ্জীৱিত কৰি তুলিব পাৰিলে বাণিজ্যিক ক্ষেত্ৰত পৰিসৰ আৰু অধিক বৃদ্ধি পাব বুলি আশা কৰিব পাৰি। সঘনে হৈ থকা বানপানী স্থায়ী ভাবে প্ৰতিৰোধ কৰিব পাৰিলে আৰু বিস্তৰ কৃষি ভূমিত জলসিঞ্চনৰ ব্যৱস্থা কৰিব পাৰিলে কৃষি উৎপাদনো অধিক আশা কৰিব পাৰি।

প্ৰাকৃতিক জলাশয়বোৰতো সহজে মীন শিল্প গঢ়ি তুলিব পাৰি। বিলাসীপাৰা মহকুমাৰ কেতবোৰ ঠাইত পৰ্যটন উদ্যোগ গঢ়ি তোলাৰ সুবিধা আছে। প্ৰাকৃতি সৌন্দৰ্য্য আৰু লোৰ আঁকৰেৰে সমৃদ্ধ ব্ৰহ্মপুত্ৰৰ পাৰত অৱস্থিত চান্দৰ ডিঙা পাহাৰ আৰু কিছু পশ্চিমে অৱস্থিত দুধনাথ মন্দিৰ আদি পৰ্যটকৰ বাবে আকৰ্ষণীয় স্থললৈ গঢ়ি তোলাৰ সম্ভাৱনা আছে। গোৰাং নদীৰ পাৰত অৱস্থিত ফ্ৰেজিকান উদ্যানখনো বৰ্ত্তমান পৰ্যটক আকৰ্ষণৰ স্থান হিচাপে গঢ়ি উঠিছে। এই মহকুমাতে অৱস্থিত বগৰিবাৰীৰ প্ৰসিদ্ধ মহামায়া মন্দিৰলৈ মন্দিৰ দৰ্শনাৰ্থে ভিন্ ভিন্ ঠাইৰ পৰা বহু সংখ্যক লোক অহা দেখা যায়। যাতায়াতৰ সুব্যৱস্থা আৰু পৰ্যটকৰ বাবে প্ৰয়োজনীয় ব্যৱস্থা সমূহ গঢ়ি তুলিব পাৰিলে এই মহকুমাতে অৱস্থিত চক্ৰশিলা অভয়াৰণ্যলৈও প্ৰকৃতিপ্ৰেমী লোক যে আকৰ্ষিত হ'ব তাক নিঃসন্দেহে কব পাৰি। ইয়াৰ উপৰিও এই অঞ্চলৰ আন আন পবিত্ৰ ধৰ্মীয় স্থান আই শাখাতী মন্দিৰ, উদমাৰীৰ কামাখ্যা মন্দিৰ, শালকোছাৰ বুঢ়াবুঢ়ীৰ থান, বিলাসীপাৰা চহৰত থকা হনুমান মন্দিৰ আদিলৈ পৰ্যটক আকৰ্ষণ কৰিব পৰাকৈ উন্নত যাতায়াত ব্যৱস্থা কৰিব পাৰিলে এই ঠাইৰ পৰ্যটন উদ্যোগৰ শীঘ্ৰেই বিকাশ হোৱাৰ সম্ভাৱনা আছে। উপৰোক্ত আটাইবোৰ সম্ভৱ হৈ উঠিলে বিলাসীপাৰা মহকুমাৰ অৰ্থনৈতিক ভবিষ্যত অতি উজ্জ্বল বুলি নিঃসন্দেহে ধৰি লব পাৰি।

**সহায়ক গ্ৰন্থ/প্ৰবন্ধ**

১/ উত্তৰ-পূব ভাৰতৰ প্ৰাকৃতিক ভূগোল — পশ্চিমউদ্দিন আহমেদ।

২/ অবিভক্ত গোৱালপাৰা জিলাৰ সত্ৰ আৰু মঠ-মন্দিৰৰ ইতিবৃত্ত —ড° জগন্নাথ পাটগিৰি।

৩/ স্মৃতিগ্ৰন্থ ঃ অবিভক্ত গোৱালপাৰা জিলা সাহিত্যসভাৰ ৰজত জয়ন্তী অধিৱেশন, ৰাণীগঞ্জ।






# বিলাসীপাৰাৰ ইতিবৃত্ত

ডা° অখিল কুমাৰ বৰুৱা

ভাৰতৰ পূৱ প্ৰান্তৰ অসম ৰাজ্যৰ পশ্চিম সীমান্তৰ ধুবুৰী চহৰৰ পৰা ৪৪ কিঃ মিঃ পূৱত, চাপৰ চহৰৰ পৰা ১২ কিঃ মিঃ পশ্চিমত, মহাবাহু ব্ৰহ্মপুত্ৰৰ পৰা প্ৰায় ৯ কিঃ মিঃ উত্তৰত আৰু ফকিৰাগ্ৰাম ৰেলৱে জংছনৰ পৰা ১৪ কিঃ মিঃ দক্ষিণত অৱস্থিত বিলাসীপাৰা চহৰ।

বৰ্ত্তমানৰ চহৰ এলেকাত কেতিয়াৰ পৰা জনবসতি আৰম্ভ হয় সঠিককৈ কোৱা টান। খৃঃ ১৭০০ৰ পৰা পৰ্তুগীজ বণিকসকলে গোৱালপাৰাৰ পৰা মানাহ, গদাধৰ আদি নৈৰে উজাই গৈ ভূটানৰ লগত বেহা-বেপাৰ কৰিছিল। অনুমান কৰিব পাৰি যে সেই সময়ৰ পৰা বেহা-বেপাৰক কেন্দ্ৰ কৰিয়েই নৈপৰীয়া এই অঞ্চলত জনবসতি আৰম্ভ হয়।

১৬৬৩ খৃঃত হোৱা বৃহৎ ভূমিকম্পত ব্ৰহ্মপুত্ৰৰ দক্ষিণপৰীয়া অঞ্চলৰ বহু মানুহ তেতিয়া উত্তৰ পাৰলৈ আহি এই অঞ্চলৰ মাটিত বসতি কৰিবলৈ লয়। ১৭৭০ খৃঃত বঙ্গদেশৰ আৰু 'ইজাৰাদাৰ'' সকলৰ অত্যাচাৰৰ পৰা হাত সাৰিবলৈ বহু মানুহ এই অঞ্চললৈ আহে। ''বিলাসীপাৰা'' নামৰ উৎপত্তিৰ ক্ষেত্ৰতো বহুত জনশ্ৰুতি প্ৰচলিত আছে। সৰ্বজন স্বীকৃত জনশ্ৰুতি মতে এই অঞ্চলত বিলাসু নামৰ এজন বৰ ক্ষমতাশালী ব্যক্তি আছিল। তেওঁৰ প্ৰভাৱতেই চাপৰ জমিদাৰীৰ মুখ্য কাৰ্যালয় এই অঞ্চললৈ স্থানান্তৰিত হয়। 'বিলাসু'ৰ পৰা 'বিলাসু পাৰা' পিছলৈ মুখ বাগৰি বিলাসীপাৰা হয়গৈ। চাপৰ এষ্টেটৰ চালা বন্দোবস্তী ৰচিদত 'বিলাসুপাৰা' নাম পোৱা যায়।

বিলাসীপাৰা পুলিচ থানাত সংৰক্ষিত ইয়াৰ পৰা আঠ কিঃ মিঃ পূৱত থকা টোকৰা বান্ধা পাহাৰত পোৱা যৌথ বাঘৰ শিলামূৰ্ত্তি নৱম শতিকাৰ বুলি পণ্ডিতসকলে কয়।[1]

চাপৰ জমিদাৰৰ (বিলাসীপাৰা মুখ্য কাৰ্যালয়) অষ্টভূজা বিগ্ৰহৰ কাল ১১শ শতিকা বুলি ঠাৱৰ কৰা হৈছে।[1]

বিলাসীপাৰাৰ পৰা ১৬ কিঃ মিঃ পশ্চিমত অৱস্থিত পাণবাৰী (ৰঙামাটি)ত পোৱা মাটিৰ বাচন খোলা আদিৰ কাল পুৰাতত্ত্ববিদসকলে ৬ষ্ঠ শতিকাৰ পৰা ১১ শতিকাৰ ভিতৰত বুলি মত পোষণ কৰে।[1]

বহুকাল ধৰি বিলাসীপাৰা তথা গোৱালপাৰা জিলা ৰাজনৈতিক টনা আজোৰাৰ মাজত পৰি বিভিন্ন সময়ত বিভিন্ন শাসকগোষ্ঠীৰ অধীনত থাকিব লগীয়া হয়।

১৬৬২ খৃঃত মিৰজুমলাৰ অসম আক্ৰমণৰ লগে লগে গোৱালপাৰা জিলাৰ ভিতৰতে এই অঞ্চলো মোগলৰ অধীন হয়। ইয়াৰ পিছৰ পৰা মোগল সাম্ৰাজ্যৰ উত্থান-পতনৰ লগে লগে এই অঞ্চলৰো সঘনাই ভাগ্য পৰিৱৰ্ত্তন ঘটে।

১৮২৬ খৃঃত ইয়াণ্ডাবু সন্ধিৰ পিছত গোৱালপাৰা জিলাৰ লগতে এই অঞ্চল অসমৰ সৈতে সাঙোৰ খাই পৰে। ১৮৭৮ খৃঃত ''অসম প্ৰদেশ'' সৃষ্টি হোৱাৰ লগে লগে এই অঞ্চল স্থায়ীভাৱে অসমৰ অন্তৰ্ভুক্ত হয়। ১৭৯৩ খৃঃত বৃটিছ গভৰ্ণৰ জেনেৰেল লৰ্ড কৰ্ণৱালিচৰ শাসনকালত চিৰস্থায়ী বন্দৱস্তী সূত্ৰে চাপৰ জমিদাৰে জমিদাৰীৰ মালিক হিচাপে স্বীকৃতি পায়। চাপৰ জমিদাৰীৰ প্ৰথমজন জমিদাৰৰ নাম আছিল জয়নাৰায়ণ শৰ্মা।

বিলাসীপাৰা, চাপৰ জমিদাৰীৰ (চাপৰ এষ্টেট্) কেন্দ্ৰস্থলত অৱস্থিত। পোণতে জমিদাৰীৰ মুখ্য কাৰ্যালয় তথা জমিদাৰৰ বাসভৱন চাপৰতে আছিল। জমিদাৰীৰ কাম-কাজ চলোৱাৰ সুবিধাৰ্থে আনুমানিক ১৮৩৬ ইং চনত জমিদাৰ কীৰ্ত্তিনাৰায়ণ চৌধুৰীৰ দিনত জমিদাৰী বিলাসীপাৰালৈ স্থানান্তৰিত হয়। দক্ষিণে চুৰাপাতাৰ চৰ, উত্তৰে আৰু পূৱে গৌৰাং নদী, পশ্চিমে ফকিৰাণীৰ ঝাৰলৈকে জমিদাৰীৰ এক্তিয়াৰ চলিছিল। খাজনা আদায়ন কাৰ্যালয় সমূহক কাছাৰী বোলা হৈছিল। জমিদাৰে মুখ্য কাৰ্যালয়ৰ উপৰি চাপৰ, কাজিপাৰা, বৰুণডাঙা, ঘূণিমাৰী, ডুবাচৰি, মাঝেৰ আলগা আদিত কাছাৰী পাতি খাজনা আদায় কৰিছিল।

কীৰ্ত্তিনাৰায়ণৰ পুত্ৰ ইন্দ্ৰনাৰায়ণৰ দিনত ইতিমধ্যে সক্ৰিয় হৈ পৰা বিলাসীপাৰাৰ ব্যৱসায়িক ঘাটিসমূহৰ বিকাশ ঘটে আৰু ব্যৱসায়িক কেন্দ্ৰ হিচাপে বিলাসীপাৰা জনাজাত হয়। ইন্দ্ৰনাৰায়ণৰ পুত্ৰ নৃপেন্দ্ৰ নাৰায়ণে শিক্ষা প্ৰসাৰৰ ক্ষেত্ৰত উদাৰ বৰঙণি আগ বঢ়াইছিল। বিলাসীপাৰাৰ প্ৰথম হাইস্কুল (ইন্দ্ৰনাৰায়ণ একাডেমী) আৰু ধুবুৰীৰ ছোৱালী হাইস্কুললৈ তেখেতৰ বৃহৎ বৰঙণি আছে। ১৯৭৭ চনত নৃপেন্দ্ৰ নাৰায়ণৰ পৰলোক প্ৰাপ্তি ঘটে। তেৱেঁই বিলাসীপাৰাৰ শেষ জমিদাৰ।

১৯৫১ চনত Assam State Acquisition of Jamindar's Act প্ৰৱৰ্ত্তিত হয় আৰু ১৯৫৬ চনৰ ১৫ এপ্ৰিল তাৰিখে অসম চৰাকাৰে চাপৰ জমিদাৰী অধিগ্ৰহণ কৰে।

বৃটিছে বিলাসীপাৰাক এখন বজাৰ (Bazar) আৰু এটি 'নদীবন্দৰ'' হিচাপেহে স্বীকৃতি দিছিল। ১৯৫৯ চনত, কিছু ৰাজহুৱা



দাবীৰো পৰিপ্ৰেক্ষিতত বিলাসীপাৰা চহৰ হিচাপে স্বীকৃত হয় আৰু ইং ১৯৬০ চনত প্ৰথম পৌৰসভা গঠন হয়। প্ৰথম 'চেয়াৰমেন' হিচাপে ৺ জগদানন্দ চক্ৰৱৰ্ত্তীয়ে কাৰ্যভাৰ গ্ৰহণ কৰে। ১৯৮৯ চনত বিলাসীপাৰা মহকুমা ঘোষিত হয় আৰু শ্ৰী ধ্ৰুৱজ্যোতি হাজৰিকাই বিলাসীপাৰা মহকুমাৰ প্ৰথম মহকুমাধিপতি হিচাপে কাৰ্যভাৰ লয়। চহৰ এলেকাৰ মাটিকালি প্ৰায় ১২ বৰ্গ কিলোমিটাৰ। জনসংখ্যা প্ৰায় ৪৭ হেজাৰ।

জলপথৰ সুচলতাক কেন্দ্ৰ কৰিয়েই ব্যৱসায়-বাণিজ্যৰ সুবিধাৰ্থে বিলাসীপাৰা এটি নদীবন্দৰলৈ ৰূপান্তৰিত হৈছিল। গ্ৰেট ব্ৰিটেইনৰ Rivers Steam Navigation Company Ltd. আৰু India General Navigation and Railway Company Ltd. য়ে পূৰ্ববঙ্গৰ গোৱালুন্ডু ঘাটৰ মাজেৰে বিলাসীপাৰা হৈ ডিব্ৰুগড় — দিখৌমুখলৈ জাহাজ চলাইছিল। বিলাসীপাৰা ঘাটৰ নাম 'জে ঘাট' বুলি কোম্পানীৰ নথিত উল্লেখ আছে। এই ঘাটৰ অৱস্থান জমিদাৰ হাউলীৰ পোণে পোণে কিছু দক্ষিণলৈ আছিল। ১৯৩০ চনৰ কিছু আগৰ পৰা ১৯৪৩ চনৰ মাজ ভাগলৈ এই কোম্পানীয়ে জাহাজ চলাইছিল। সেই সময়ত জলপথেৰে ব্যৱসায়ী সকলে কাঠ আৰু ধানেই প্ৰধানকৈ ইয়াৰ পৰা ৰপ্তানি কৰিছিল। ব্যৱসায়ীসকলে নাওঁ লৈ উভতি আহোতে টিনপাত, বিলাতী কাপোৰ, নাৰিকল আদি লৈ আহিছিল।

বৰ্ত্তমানৰ পুৰণি বজাৰখনেই সেই সময়ত বিলাসীপাৰাৰ মূল বজাৰ আছিল। সৰহভাগ মহাজন ঢাকাৰ পৰা অহা লোক আছিল। স্বাধীনতাৰ আগতে অসম আৰু পূৰ্ববঙ্গৰ ভিতৰতে ই এখন উল্লেখযোগ্য বজাৰ আছিল। বজাৰৰ কৰ-কাটল লৈ চাপৰ জমিদাৰ আৰু বিজনী ৰজাৰ প্ৰজাৰ মাজত বাদানুবাদৰ ফলস্বৰূপে বিজনী ৰজাৰ পৃষ্ঠপোষকতাত বৰ্ত্তমানৰ বোকাখাটা স্কুলৰ পশ্চিমে পুৰণি বজাৰতকৈ ডাঙৰ এখন বজাৰ পাতে — 'ভৈৰৱগঞ্জ বজাৰ'। পুৰণি বজাৰৰ গুৰুত্ব ইমানেই কমি যায় যে ইয়াৰ প্ৰজাসকলে ক্ষমা খোজাৰ ফলত বিজনী ৰজাই উদাৰ মনেৰে আকৌ বজাৰখন পুৰণি বজাৰত পাতে। পুৰণি বজাৰৰ কাষেৰে বোৱা গৌৰাং নদীৰ প্ৰবল খহনীয়াত বজাৰখন জাহ যোৱাত ৰজাই বজাৰখন বৰ্ত্তমানৰ বজাৰ অঞ্চললৈ স্থানান্তৰিত কৰে।

জমিদাৰীৰ কমকাজ চলাবলৈ আনুমানিক ১৮৪৫-৫০ খৃঃৰ ভিতৰত জমিদাৰে পূৰ্ববঙ্গৰ পৰা কিছু 'আমোলা'ক আনি 'জমিদাৰ বাৰী'ৰ পাচিলাত (পিছফালে) সংস্থাপন দিয়ে। এইদৰে পাচিলা পট্টিৰ সৃষ্টি হয়। ব্যৱসায়ৰ লগত জৰিত মাৰোৱাৰী লোকসকল বজাৰৰ আশে-পাশে বসবাস কৰিবলৈ লয়। 'জমিদাৰবাৰী'ৰ লগত বা ব্যৱসায়ৰ লগত জৰিত গোৱালপৰীয়া থলুৱা লোকসকল চহৰৰ দাঁতিকাষৰীয়া অঞ্চলত গাঁও পাতি বসবাস কৰিবলৈ লয়। এনেদৰেই নয়নপাৰা, দুৰ্গাপুৰ আদি চহৰমুখী গাঁৱৰ সৃষ্টি হয়। জমিদাৰে বিভিন্ন প্ৰয়োজনত ইয়ালৈ অনা বা নিজে অহা বিভিন্ন গোষ্ঠীৰ মানুহ এই চহৰলৈ আহি নিগাজীকৈ বসতি কৰিবলৈ লয়। কালক্ৰমত তেনে বহু লোকৰ বসতিৰে পালপাৰা, হীৰাপাৰা, বাণিয়া পাৰা, আনন্দ নগৰ, ঘোষা পাৰা আদি অঞ্চলৰ সৃষ্টি হয়। চহৰ অঞ্চলৰ অ'ত ত'ত সিঁচৰতি হৈ বসতি কৰিবলৈ লোৱা 'মাছুৱৈ' মানুহখিনি এই অঞ্চলৰ আটাইতকৈ পুৰণি বাসিন্দা বুলি জনা যায়।

ত্ৰিশৰ দশকৰ আগলৈ বিশাল চৰ অঞ্চলত বসতি নাছিল বুলিবই পাৰি। আনুমানিক ১৯৩০-১৯৩৮ খৃঃৰ ভিতৰত মূলতঃ পতিত মাটিত খেতি কৰিবলৈ আৰু তাৰ পৰা কৰ আদায়ৰ উদ্দেশ্যেৰেই জমিদাৰে তলতীয়া 'জোতদাৰ' সকলৰ দ্বাৰা পূৰ্ববঙ্গৰ পৰা খেতিয়ক পৰিয়াল আনি চৰ অঞ্চলত মাটি পত্তন দি বসতি কৰিবলৈ দিয়ে।

বিলাসীপাৰা অঞ্চলৰ গাঁওবোৰত তাহানিৰে পৰা গোৱালপৰীয়া লোক-কলাৰ চৰ্চা চলিছিল। নিজা অঞ্চলবোৰত এই শিল্পী আৰু কলাকুশলীসকল সংগঠিত আছিল। জমিদাৰে মহাপয়োভৰেৰে দুৰ্গোৎসৱ পাতি সাংস্কৃতিক অনুষ্ঠানৰো আয়োজন কৰি গাওঁ অঞ্চলৰ সাংস্কৃতিক গোষ্ঠীসমূহকো আমন্ত্ৰণ কৰিছিল। কুৰি শতিকাৰ প্ৰথমাৰ্দ্ধতে চহৰ অঞ্চলত নাট্যাভিনয়ৰ সূচনা হয়। ডা° অনিল চক্ৰৱৰ্ত্তী, শ্ৰীশৰ দিন্দু চক্ৰৱৰ্ত্তী, শ্ৰী হৰি চক্ৰৱৰ্ত্তী, নৰেশ ৰায়, ৺ পুলকানন্দ বৰকলিতা, জ্ঞান ভৌমিক আদিৰ নাম এই ক্ষেত্ৰত উল্লেখযোগ্য। ১৯৭০ চনৰ জানুৱাৰীত মূলতঃ গোৱালপৰীয়া সংস্কৃতিৰ বিকাশক ভেটি কৰি চহৰত ''ময়নামতী শিল্পী সমাজ''ৰ জন্ম হয়।

১৯৬৫ চনত ৺ ডা° অমৰেন্দ্ৰ কুমাৰ দাসৰ উদ্যোগত নিজৰ পৰিয়ালবৰ্গ আৰু কিছু উৎসাহী স্থানীয় শিল্পী আৰু কলাকুশলীয়ে বিলাসীপাৰাত পেশাদাৰী প্ৰচেষ্টাৰে অসমীয়া নাটক (অভিমান) মঞ্চস্থ কৰে। প্ৰচেষ্টা অব্যাহত ৰাখি ১৯৭৩ চনত একেদৰেই বিখ্যাত অসমীয়া নাটক ''উপপথ'' মঞ্চস্থ কৰে। মূলতঃ গুৰি ধৰোতাৰ অভাৱতেই এই গোষ্ঠী পিছলৈ লুপ্ত হৈ পৰে। আন উল্লেখযোগ্য সাংস্কৃতিক গোষ্ঠীসমূহৰ ভিতৰত নয়া পাৰাৰ 'অমৰ ক্লাব' আৰু দুৰ্গাপুৰৰ সাংস্কৃতিক সংঘই শংকৰী কলাকৃষ্টিৰ চৰ্চাৰে চহৰ অঞ্চলৰ সাংস্কৃতিক বিকাশত উল্লেখযোগ্য অৰিহণা যোগাই আছে। ''যুৱক সমিতি'' চহৰ অঞ্চলৰ আন এটি উল্লেখযোগ্য সংস্থা। বিভিন্ন সামাজিক কামৰ লগত এই সংস্থা জৰিত। বিলাসীপাৰাৰ ''ছেবাপে'' (SEBAPE) নামেৰে প্ৰদূষণ নিয়ন্ত্ৰণ আৰু পৰিৱেশ সংৰক্ষণৰ বাবে সংস্থাপিত সংগঠনটোৱে ইতিমধ্যে বৃক্ষৰোপণকে আদি কৰি জনসাধাৰণক পৰিৱেশ সম্পৰ্কে সচেতন কৰাৰ বাবে বিভিন্ন কাৰ্যসূচী হাতত লৈছে। সদ্যহতে সমগ্ৰ ৰাজ্যতে বিৰ্তকৰ ঢৌ তোলা চান্দৰডিঙা পাহাৰৰ ৰক্ষণা-বেক্ষণৰ বাবে লোৱা পদক্ষেপেৰে এওঁলোকে সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছে। মূল চহৰ অঞ্চলত নহলেও চুবুৰীয়া গাওঁ হাকামাৰ লাচিত সংঘ তথা উদমাৰী, বাৰ্শি সাংস্কৃতিক সংঘ সমূহে শংকৰী কলাকৃষ্টিৰ লগতে আন নিভাঁজ অসমীয়া গীত-মাত আৰু গোৱালপৰীয়া সংস্কৃতিৰ বিকাশৰ বাবে অহৰহ প্ৰচেষ্টা চলাই থকাটো উল্লেখযোগ্য।

দুৰ্গোৎসৱৰ সময়ত জমিদাৰে কলিকতাৰ পৰা ''চিনেমা'' (টকি) (নিৰ্বাক বোলছবি) আনি প্ৰদৰ্শনৰ ব্যৱস্থা কৰিছিল। ১৯৪৯ চনত জমিদাৰবাৰীৰ সম্মুখৰ ঘৰ এটাত 'ইন্দ্ৰপুৰী টকীজ'' নাম দি প্ৰথম বোলছবি প্ৰেক্ষাগৃহ স্থাপিত হয়।

বিলাসীপাৰাত প্ৰথম ৰাজহুৱা পুথিভঁড়াল আৰু পাঠ্যগাৰ জমিদাৰ ৺ নৃপেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ ব্যক্তিগত উদ্যোগত স্থাপিত হয়। ১৯৩৫-৩৬ চনত এই পুথিভঁড়াল সক্ৰিয় থকাৰ কথা জনা যায়। জমিদাৰী দুৰ্বল হৈ অহাত ১৯৪২-৪৩ চনৰ ভিতৰত সমুদায় কিতাপ আচবাব পত্ৰেৰে সৈতে কলিকতাত নিলাম হৈ যায়।

ৰাজহুৱা প্ৰতিষ্ঠান হিচাপে ১৯৩৯ চনত বৰ্তমান পুৰণা বজাৰ অঞ্চলত ''আসাম ইউনাইটেড ক্লাব'' বুলি এটি সন্থা আছিল। প্ৰয়াত মাখন লাল চক্ৰৱৰ্ত্তীৰ ঘৰ এটাতেই ক্লাবটো চলিছিল। কিছু

বছৰ পিছত ক্লাবটো নোহোৱা হয়।

১৯৪৯ চনত প্ৰয়াত সুবোধ চক্ৰৱৰ্ত্তীৰ এডোখৰ মাটিত স্থানীয় কিছু উদ্যোগি যুৱক প্ৰয়াত হাকিম মিঞা, শ্ৰীহীৰালাল দাস, প্ৰয়াত ডাঃ অমৰেন্দ্ৰ দাস আৰু বহুতৰ উদ্যোগত "নেশ্বনেল ক্লাব" স্থাপিত হয়। আজিও এই ভৱন বিদ্যমান। ক্লাবৰ কাম-কাজ নোহোৱা হৈছে যদিও মহকুমা ছাত্ৰ সন্থা, আঞ্চলিক ছাত্ৰ সন্থা, বিলাসীপাৰা আঞ্চলিক মহিলা সমিতি আদি সংগঠনসমূহে ভৱনটিৰ সদ্ব্যৱহাৰ কৰি থকা দেখা যায়।

স্থানীয় কিছু দান বৰঙণি আৰু উল্লেখযোগ্য ভাৱে বিলাসীপাৰাৰ সুসন্তান গুৱাহাটী উচ্চ ন্যায়ালয়ৰ অধিবক্তা প্ৰয়াত সীতেশ দাস আৰু স্থানীয় ব্যৱসায়ী ভাতৃদ্বয় জয়চান্দলাল সিংহী আৰু ওমৰ চান্দ সিংহীৰ দানেৰে ১৯৯১ চনত বিলাসীপাৰা সাহিত্য সভা ভৱন নিৰ্মাণ সম্পূৰ্ণ হয়। ১৯৯২ চনৰ ৫ ফেব্ৰুৱাৰী তাৰিখে স্বনামধন্য কবি, সাহিত্যিক আৰু অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীনৱকান্ত বৰুৱাদেৱে ভৱনটিৰ দ্বাৰ উদঘাটন কৰে। বৰ্ত্তমান ভৱনটো বিলাসীপাৰাৰে এটি অলঙ্কাৰস্বৰূপ।

১৯৯১ চনত সাহিত্য সভা ভৱনৰ কাষতে "বিলাসীপাৰা প্ৰেছ ক্লাব" স্থাপিত হয়।

বিলাসীপাৰা অঞ্চলত প্ৰথম শিক্ষানুষ্ঠান হিচাপে পণ্ডিত দুৰ্গানন্দ শাস্ত্ৰীদেৱৰ পিতৃ প্ৰয়াত সাৰদা কিঙ্কৰ মহোদয়ৰ পত্নী তাৰিণী প্ৰিয়া দেবীৰ নামত স্থাপিত সংস্কৃত টোলৰ কথা জনা যায়।

হাকামা বালক বিদ্যালয় আৰু হাকামা বালিকা বিদ্যালয় বিলাসীপাৰাৰ প্ৰথম প্ৰাথমিক বিদ্যালয়। ১৮৯১ চনত এই বিদ্যালয় দুখন স্থাপিত হয়। বৰ্ত্তমানৰ পশু চিকিৎসালয় চৌহদৰ আশে-পাশে এই বিদ্যালয় দুখন আছিল বুলি জনা যায়। ১৯৫২ চনত এই দুখন বিদ্যালয়ক একত্ৰিত কৰি (এমালগেমেটেড) "হাকামা মডেল স্কুল" নাম দিয়া হয়। ১৯৫৭ চনত উন্নীত কৰণ হোৱাৰ পিছত স্কুলখন "হাকামা জুনিয়ৰ বেছিক" স্কুল হিচাপে চিহ্নিত হয়। প্ৰথমৰে পৰা বঙলা ভাষাত চলা বিদ্যালয়খন ১৯৫০ চনত অসমীয়া মাধ্যমলৈ ৰূপান্তৰিত কৰা হয়। বৰ্ত্তমান চহৰৰ পূৱ প্ৰান্তত অৱস্থিত এই বিদ্যালয় বিলাসীপাৰাৰ শিক্ষাৰ ক্ষেত্ৰত এক কীৰ্ত্তিস্তম্ভ স্বৰূপ। বৰ্ত্তমান বিলাসীপাৰা চহৰ এলেকাত ২৫ খন প্ৰাথমিক বিদ্যালয় আছে। ইয়াৰে ৭ খন বঙালা মাধ্যমৰ, এখন হিন্দী মাধ্যমৰ আৰু বাকী ১৭ খন অসমীয়া মাধ্যমৰ। ইংৰাজী মাধ্যমৰ নতুনকৈ আৰম্ভ হোৱা দুখন প্ৰাথমিক বিদ্যালয়ো উল্লেখযোগ্য। সৰ্বভাৰতীয় পৰ্য্যায়ৰ "বিদ্যাভাৰতী"ৰ অন্তৰ্গত "শিশু শিক্ষা সমিতি অসম"ৰ প্ৰচেষ্টাত বিলাসীপাৰাত ১৯৯৫ চনত অসমীয়া মাধ্যমৰ 'শঙ্কৰদেৱ শিশু নিকেতন'ৰ প্ৰতিষ্ঠা এক উল্লেখযোগ্য পদক্ষেপ। কুৰিৰ দশকত চহৰৰ মাজভাগত এখন মজলীয়া স্কুল থকাৰ কথা জনা যায়। আগতে উল্লেখ কৰা হৈছে জমিদাৰ নৃপেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ শিক্ষাৰ প্ৰসাৰৰ ক্ষেত্ৰত বিলাসীপাৰাৰ অৱদান উল্লেখযোগ্য। ১৯২৮ চনত নৃপেন্দ্ৰ নাৰায়ণে সম্পূৰ্ণ ব্যক্তিগত প্ৰচেষ্টা তথা দানেৰে উক্ত মজলীয়া বিদ্যালয়ৰ স্থানত বঙলা মাধ্যমৰ প্ৰথম হাইস্কুল পাতে। নৃপেন্দ্ৰ নাৰায়ণৰ দেউতাকৰ স্মৃতিত স্থাপিত স্কুলখনক 'ইন্দ্ৰনাৰায়ণ একাডেমী" নাম দিয়ে। তেতিয়াৰ মানদণ্ডেৰে উচ্চ মানদণ্ডৰ বিজ্ঞানাগাৰ, গ্ৰন্থাগাৰেৰে সমৃদ্ধ স্কুলখন ১৯৪৭ চনত বৃহৎ অগ্নিকাণ্ডত সম্পূৰ্ণৰূপে ভস্মীভূত হয়। পিছলৈ নৱনিৰ্মিত ভৱনত স্কুল আৰম্ভ হয়। আজি এই স্কুলে বিলাসীপাৰাৰ হাইস্কুলীয়া শিক্ষাৰ ক্ষেত্ৰত উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰি আছে।

বিলাসীপাৰা অঞ্চলত অসমীয়া ভাষা প্ৰতিষ্ঠাৰ বাবে আন্দোলন আৰম্ভ হয় ১৯৩২ চনত। শ্ৰী ডালিম মেধি, হৰিমোহন ৰায়, ৺ নৃপেন ৰায়, ৺ সুশান্ত চক্ৰৱৰ্ত্তী, গুণীন্দ্ৰ চক্ৰৱৰ্ত্তী, ৺ ৰহিমুদ্দিন আহমেদ, ৺ ব্যোমকেশ শৰ্মা, ফণীন্দ্ৰ কুমাৰ চক্ৰৱৰ্ত্তী, হৰেন্দ্ৰ চৰকাৰ, ৺ অমল চন্দ্ৰ চক্ৰৱৰ্ত্তী, আনন্দ চন্দ্ৰ হীৰা, পৰমানন্দ চৰকাৰ, ইন্দ্ৰমোহন পাটগিৰি, পঞ্চানন নাথ, বাবুৰ আলি, জহিৰুদ্দিন, সমচেৰ আলী, আসাম নেছনেল ক্লাব ভূতনাথ শীল সিংহ, কেদাৰ বৰ্মন, হৰিমোহন ৰায় আদি এই আন্দোলনৰ অগ্ৰনী পুৰুষ। উল্লেখযোগ্য পণ্ডিত শিৱানন্দ শৰ্মাদেৱে প্ৰাথমিক বিদ্যালয়ৰ ছাত্ৰ অৱস্থাতে এই আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। এই আন্দোলনৰ ফলতেই ১৯৪০ চনৰ পহিলা মাৰ্চ তাৰিখে বিলাসীপাৰাৰ বুকুত প্ৰথম অসমীয়া মাধ্যমৰ হাইস্কুল "বোকাখাতা হাইস্কুল" স্থাপিত হয়। সংলগ্ন খেলপথাৰ, ছাত্ৰাবাস, আদিৰে সমৃদ্ধ সুন্দৰ শৈক্ষিক পৰিবেশত স্থাপিত স্কুলখন বৰ্ত্তমান উচ্চতৰ মাধ্যমিক পৰ্যায়লৈ উন্নীত হৈছে। বিলাসীপাৰা তথা সমগ্ৰ জিলাতেই ই এখন নামজ্বলা বিদ্যালয়। ১৯৬০ চনত চহৰ অঞ্চলৰ মাজভাগত ইন্দ্ৰনাৰায়ণ একাডেমীৰ কাষত আন এখন অসমীয়া মাধ্যমৰ হাইস্কুল "বিলাসীপাৰা পাব্লিক স্কুল" স্থাপিত হয়। বৰ্ত্তমান এইখনো উচ্চতৰ মাধ্যমিক পৰ্য্যায়লৈ উন্নীত হৈছে। ১৯৬৬ চনত চহৰৰ পূৱ প্ৰান্তত "বিলাসীপাৰা ছোৱালী হাইস্কুল" স্থাপিত হয়। প্ৰশাসনিক সুবিধাৰ বাবে ১৯৬৬ চনত "বিলাসীপাৰা ছোৱালী এম, ই, স্কুল" আৰু "বিলাসীপাৰা ছোৱালী হাইস্কুল" হিচাপে দুটা ভাগত স্কুলখন বিভাজিত হয়। অসমীয়া মাধ্যমৰ এই স্কুলদুখন বৰ্ত্তমান একেটা চৌহদৰ ভিতৰতে চলি আছে। ১৯৬৯ চনত বিলাসীপাৰা কনেছ বোড অঞ্চলত বঙলা মাধ্যমৰ আন এখনি ছোৱালী হাইস্কুল স্থাপিত হয়। ১৯৮৬ চনত হনুমান মন্দিৰ অঞ্চলৰ কাষতে "বিলাসীপাৰা উচ্চ মাধ্যমিক বিদ্যালয়"ৰ আৰু ১৯৮৯ চনত "বিলাসীপাৰা মাধ্যমিক বিদ্যাপীঠ" নামেৰে এখনি মজলীয়া বিদ্যালয় স্থাপিত হয়। জমিদাৰ নৃপেন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱে তেওঁৰ "বৈঠকখানা" বুলি খ্যাত সুন্দৰ ভৱনটো কলেজ স্থাপনৰ বাবে দান কৰে। সংলগ্ন কিছু মাটিও দান হিচাপে আগ বঢ়ায়। ১৯৬০ চনৰ ১০ আগষ্ট তাৰিখে জমিদাৰৰ দানৰ স্বীকৃতি স্বৰূপে তেওঁৰ নামেৰেই নামাংকৃত কৰি "নৃপেন্দ্ৰ নাৰায়ণ কলেজ" স্থাপিত হয়। চৰকাৰী অনুদান আদায়ৰ সময়ত বিতৰ্ক হোৱাত কলেজৰ নাম ১৯৬৬ চনত "বিলাসীপাৰা কলেজ" কৰা হয়। লগতে প্ৰথমে আই, এ, শ্ৰেণীৰে আৰম্ভ কৰা কলেজখনত ১৯৬৪ চনত স্নাতক শ্ৰেণী খোলা হয়। ১৯৯১ চনত বিজ্ঞান শাখাৰ শুভাৰম্ভ হয় আৰু বৰ্ত্তমান স্নাতক পৰ্য্যায়লৈ বিজ্ঞান শাখা প্ৰসাৰিত হৈছে।

১৯৯১ চনত বোকাখাতা অঞ্চলৰ স্থানীয় ৺ ব্যোমকেশ শৰ্মাদেৱৰ ভূমিকা "ব্যোমকেশ মেমোৰিয়েল ছোৱালী কলেজ" স্থাপিত হয়। পিছলৈ ছাত্ৰীৰ সংখ্যা যথেষ্ট নোহোৱাত ছোৱালী কলেজখন Co-educationলৈ ৰূপন্তৰিত কৰি "ব্যোমকেশ মেমোৰিয়েল কলেজ" নাম দিয়া হয়।



১৯২৪ চনত স্থাপিত বিলাসীপাৰা 'টাউন ক্লাব" এই অঞ্চলৰ প্ৰথম ক্ৰীড়া সংগঠন। প্ৰয়াত ডাঃ হৰেন্দ্ৰ নাৰায়ণ দাস, প্ৰবোধ চক্ৰবৰ্ত্তী, নৃপেন্দ্ৰ নাথ চক্ৰবৰ্ত্তী, প্ৰভাত চন্দ্ৰ দেৱ, সৌৰেন্দ্ৰ নাথ চক্ৰবৰ্ত্তী, চামাদে আলী, হাকীক মিঞা, হীৰেণ শৰ্মা, আৰু কালৰ বুকুত হেৰাই যোৱা বহু ব্যক্তি এই সংগঠনৰ প্ৰথম উদ্যোক্তা। মূলতঃ ফুটবল ক্লাব হিচাপে অসমৰ চুকে কোণে বিখ্যাত হৈ পৰা এই সংগঠনে বিলাসীপাৰাৰ ক্ৰীড়া জগতত এক নৱযুগৰ সূচনা কৰিছিল। পিছলৈ প্ৰয়াত সুবোধ চক্ৰবৰ্ত্তী, শৰদিন্দু চক্ৰবৰ্ত্তী, হীৰালাল দাস, মাণিক দাস আদিয়ে টাউন ক্লাবক উজ্জিৱিত কৰে। টাউন ক্লাবৰ উদ্যেগত প্ৰথম প্ৰতিযোগিতা মূলক ফুটবল খেল অপৰেশ মেমোৰিয়েল কাপ শৈলেন্দ্ৰ শ্বিল্ড্ প্ৰতিযোগিতা, বিহু ডে শ্বিল্ড্ প্ৰতিযোগিতা কিছুদিনলৈ চলে। ১৯৫৪ চনৰ পৰা টাউন ক্লাবৰ তত্ত্বাবধানত সতীশ মেমোৰিয়েল ট্ৰফি প্ৰতিযোগীতা পযোভৱেৰে চলিবলৈ লয়। অজ্ঞাত কাৰণত ১৯৬৯-৭০ৰ ভিতৰত টাউন ক্লাবৰ অৱলুপ্তি ঘটে।

১৯৬৯ চনৰ ৮ জুন তাৰিখে "বিলাসীপাৰা ক্ৰীড়া সন্থাৰ" জন্ম হয়। টাউন ক্লাবৰ অৱলুপ্তিৰ পিছত এটি নতুন ক্ৰীড়া সংগঠন স্থাপনৰ মানসেৰে ১৯৬৮ চনৰ পহিলা জুলাই তাৰিখে লুপ্ত টাউন ক্লাবৰ চেয়াৰমেন প্ৰয়াত হীৰেন শৰ্মাৰ সভাপতিত্বত বহা সভাই লোৱা সিদ্ধান্ত মৰ্মেই উক্ত ক্ৰীড় সন্থাৰ শুভাৰম্ভ ঘটে। ১৯৭৬ চনৰ ২৮ জানুৱাৰী তাৰিখে এই সন্থা চৰকাৰী নথিভুক্ত হয়। ১৯৮৯ চনত কষ্ট আৰু বাদানুবাদৰ পিছত সন্থাই চহৰৰ মধ্যঞ্চলত ভৱন নিৰ্মাণৰ বাবে কিছু মাটি অধিগ্ৰহণ কৰিবলৈ সমৰ্থ হয় আৰু একে বছৰৰে ১৪ নৱেম্বৰ তাৰিখৰ পৰা ভৱন নিৰ্মাণৰ কাম আৰম্ভ কৰে। বৰ্ত্তমান ভৱনৰ নিৰ্মাণ কাৰ্য্য সম্পূৰ্ণ প্ৰায়।

১৯২০ চনৰ মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনত সমগ্ৰ দেশৰ লগতে বিলাসীপাৰা বাসীয়েও যোগদান কৰে। কাৰাবৰণ কৰা বহুতৰ ভিতৰত প্ৰয়াত প্ৰফুল্ল চক্ৰৱৰ্ত্তী, ৺ পূৰ্ণদত্ত, উপেন্দ্ৰজিৎ দাস, ৺ শৰৎ চন্দ্ৰ সিংহ (বিলাসীপাৰা, ডিমাতোলা) উল্লেখযোগ্য। ১৯৩০ চনৰ লোন আইন অমান্য আন্দোলন আৰু বিদেশী বস্তু বৰ্জন আন্দোলনত বিলাসীপাৰাৰ বহুলোকে কাৰাবৰণ কৰে। বৰ্ত্তমানৰ আই, এন, এ, খেলপথাৰত বিদেশী বস্ত্ৰ দাহ কৰা হৈছিল।

১৯৩৪ চনত মুছলীম লীগ আৰু ১৯৩৫ চনত তেতিয়াৰ অবিভক্ত গোৱালপাৰা জিলাত কমিউনিষ্ট আন্দোলন আৰম্ভ হোৱাৰ লগে লগে ইয়াৰ প্ৰভাৱ বিলাসীপাৰাতো পৰে।

১৯৩০ চনত চট্টগ্ৰাম অস্ত্ৰাগাৰ লুট হোৱাৰ সময়ত সশস্ত্ৰ বিপ্লৱৰ পন্থা লবলৈ কিছু যুৱক উদগ্ৰীৱ হ'বলৈ ধৰা বুলি জনা যায়। পিছলৈ অহিংস আন্দোলনৰ গুৰি ধৰোতা সকলে তেওঁলোকক বুজাই বঢ়াই সেই পথৰ পৰা ওভোতাই আনিবলৈ সমৰ্থ হয়। দেৱাজুদ্দিন সৰকাৰ আৰু তেওঁৰ সতীৰ্থ সকলে অক্লান্ত পৰিশ্ৰম কৰে।

১৯৪৩ চনত দ্বিতীয় বিশ্বযুদ্ধৰ সময়ত প্ৰয়াত হৰিচৰণ দাস প্ৰায়ত পুন্যদাসৰ নেতৃত্বত কেবা হেজাৰো মানুহে বিলাসীপাৰাৰ মাজেৰে যোৱা ৰাজপথ কাটি দি বৃটিছ বাহিনীৰ যোগাযোগ সাময়িকভাৱে বন্ধ কৰিবলৈ সমৰ্থ হয়।

১৯৩৯ চনত ৰমেশ চক্ৰৱৰ্ত্তীৰ নেতৃত্বত বিলাসীপাৰাৰ মৎস্যজীৱীসকলে মীন মহলৰ পত্তন দিয়াৰ খেলি-মেলিক লৈ জমিদাৰৰ বিৰুদ্ধে শান্তিপূৰ্ণ সত্যাগ্ৰহ কৰে। স্থানীয়ভাৱে শাসক গোষ্ঠীৰ বিৰুদ্ধে প্ৰজাৰ অহিংস সংগ্ৰামৰ এই অঞ্চলত এয়েই প্ৰথম উদাহৰণ। ১৯৪৭ চনত দেশ বিভাজনৰ সময়তো বিলাসীপাৰাত কোনো গোষ্ঠীগত সংঘৰ্ষ হোৱা নাছিল। তাহানিৰ পৰা আজিলৈ বিলাসীপাৰাৰ বিভিন্ন গোষ্ঠীৰ লোকৰ মাজৰ শান্তিপূৰ্ণ সহ অৱস্থান মন কৰিব লগীয়া বিষয়। বৰ্ত্তমান বিলাসীপাৰাত বিভিন্ন ধৰ্মাৱলম্বী মানুহে বসবাস কৰিছে। প্ৰাথমিক অৱস্থাত এই অঞ্চলৰ সৰহভাগ হিন্দুলোক শক্তিৰ পূজাৰী আছিল বুলি অনুমান হয়।

সুপ্ৰাচীন দেৱালয় সমূহৰ ভিতৰত লক্ষ্মীগঞ্জৰ ওচৰৰ (উদমাৰী অঞ্চল) কামাখ্যা দেৱালয় খ্ৰীষ্টীয় তৃতীয় শতাব্দীৰ পৰা আছে বুলি জনা যায়। আলোকঝাৰীৰ মহামায়ৰ পদচিহ্নৰ কাল জনা নাযায়। জমিদাৰবাৰীৰ অষ্টভূজা মন্দিৰ এটি পৌৰাণিক দেৱালয়।

বগৰীবাৰীৰ মহামায়া ধাম ভাৰতবৰ্ষৰ ভিতৰতে এখনি বিখ্যাত দেৱালয়। বহু কিম্বদন্তী, লোক-কথাৰে বিভূষিত এই ধামৰ বুৰঞ্জী এটি বৃহৎ পৃথক অধ্যায়। বিলাসীপাৰা চহৰৰ মাজ মজিয়াতো এই মহামায়া মন্দিৰ আছে।

চহৰৰ মাজৰ "হনুমান মন্দিৰ" বুলি খ্যাত দেৱালয় এখনি উল্লেখযোগ্য ধৰ্ম্মানুষ্ঠান।

চহৰৰ পশ্চিম প্ৰান্তৰ "কালীবাড়ী" প্ৰাচীন দেৱালয়। ১৯৮৭ চনত স্থাপিত হোৱা "সৎসঙ্গ বিহাৰ" এখনি মনোমোহা দেৱালয়। ধৰ্ম্মীয় অনুষ্ঠানৰ উপৰি ইয়াত বিনামূলীয়াকৈ থকাৰ ব্যৱস্থাৰে এটি সৰু ছাত্ৰাবাস উল্লেখযোগ্য।

ভৈড়ৱগঞ্জৰ পৌৰণিক শিৱমন্দিৰ চহৰৰ এক বিশেষ ধৰ্মানুষ্ঠান। চহৰৰ পূৱ প্ৰান্তৰ "হৰিমন্দিৰ" নামঘৰৰ লেখীয়া পূৰণি অনুষ্ঠান।

১৯৭৪ চনত চহৰত শ্ৰীৰামকৃষ্ণ সেৱাশ্ৰম প্ৰতিষ্ঠিত হয়। ১৯৮৬ চনত এই আশ্ৰম সূৰ্য্যখাতা অঞ্চলেই স্থায়ীভাৱে স্থানান্তৰিত হয়। ইয়াতো এটি বিনামূলীয়াকৈ থাকিব পৰা সৰু ছাত্ৰাবাস আছে।

চহৰৰ চুবুৰীয়া অঞ্চলৰ উল্লেখযোগ্য দেৱালয় সমূহৰ ভিতৰত আঠ কিলোমিটাৰ দুৰত্বৰ "দুধনাথ মন্দিৰ" উল্লেখযোগ্য।

বিলাসীপাৰাৰ উত্তৰপূৱত অৱস্থিত "চক্ৰশীলা"। কিম্বদন্তি মতে শ্ৰীকৃষ্ণই, বলৰাম আৰু সঙ্গীবৃন্দৰে সৈতে ইয়াত গৰু চৰাইছিল। শ্ৰীকৃষ্ণই চক্ৰখন থোৱা শিলাখণ্ডত চক্ৰৰ ছাপ বহে— সেয়েহে চক্ৰশীলা। পাহাৰৰ বহল চৰণীয়া পথাৰ (মালভূমি) "বলৰাম পথাৰ" বুলি জনাজাত।

বিলাসীপাৰাৰ উত্তৰে ৬ কিলোমিটাৰ নিলগত অৱস্থিত কিম্বদন্তী খ্যাত শিৱই বহি ধ্যান কৰা শিলৰ পাট বৰ্ত্তমান "পাগলাৰ পাট" নামেৰে খ্যাত শিৱ মন্দিৰ।

ইয়াৰ উপৰি হাকামাৰ দুধকুৰা থান, বাৰ্শিৰ জয়কানীবাড়ী থান উল্লেখযোগ্য।

চহৰৰ মধ্যাঞ্চলত ত্ৰিশৰ দশকত স্থাপিত মছজিদ ইছলাম ধৰ্মীয় সকলৰ প্ৰধান ধৰ্মানুষ্ঠান। ইছলামীৰ শৈলী আৰু কাৰু-কাৰ্য্যৰে নিৰ্মিত বিশাল এলেকা বিস্তৃত এই মছজিদ ইছলামীয় শিক্ষা, সংস্কৃতি, আইন চৰ্চ্চাৰ অন্যতম কেন্দ্ৰ। চহৰ অঞ্চলৰ বহু মছজিদৰ ভিতৰত সৰ্ববৃহৎ তথা বহুল কাৰ্য্যসূচীৰে সমৃদ্ধ বাবে ই "বড়



বিলাসীপাৰাৰ বৰ মছজিদ



বিলাসীপাৰাৰ হনুমান মন্দিৰ



বিলাসীপাৰাৰ শ্ৰীশ্ৰীঠাকুৰ অনুকূল চন্দ্ৰৰ মন্দিৰ

মছজিদ" বুলি খ্যাত।

বিলাসীপাৰাৰ পৰা ১৫ কিলোমিটাৰ পশ্চিমে অৱস্থিত পাণবাৰীৰ সুপ্ৰাচীন মছজিদৰ বুৰঞ্জী, কিম্বদন্তী আদি অন্য এক অধ্যায়।

চহৰ অঞ্চলত মনোৰঞ্জনৰ বাবে ৫ কিলোমিটাৰ পূৰে মনোমোহা প্ৰাকৃতিক পৰিবেশত গঢ় লৈ উঠা "ফ্ৰেৰিকান উদ্যান" খনিয়ে এতিয়া পৰ্যটক স্থানৰ মৰ্য্যাদা লাভ কৰিছে।

জনশ্ৰুতি মতে জমিদাৰে পূৰ্ববঙ্গৰ পৰা কাৰ্য্যালয়ৰ বাবে কৰ্মচাৰী অনাৰ লগতে ধৰ্মীয় তথা ঘৰুৱা কাম-কাজৰ সুবিধাৰ বাবে কিছু গাভৰু আনিছিল। এওঁলোকক "বৈৰাতী" বুলি কোৱা হৈছিল। শিল্প বা উদ্যোগৰ ক্ষেত্ৰত বিলাসীপাৰা তেনেই পিছ পৰা। চৰকাৰী খণ্ডত আজিলৈ কোনো উদ্যোগ গঢ় লৈ উঠা নাই। বেচৰকাৰী খণ্ডত সম্পূৰ্ণ ব্যক্তিগত প্ৰচেষ্টাত দুই এটা ক্ষুদ্ৰ উদ্যোগ গঢ়ি উঠিছে যদিও উল্লেখনীয় নহয়। কুটিৰ শিল্পৰ বিকাশ একেবাৰে হোৱা নাই আনকি কুটিৰ শিল্পক জীৱিকাৰ উপায় হিচাপে ল'ব পৰাকৈ চৰ্চ্চা কৰাৰ প্ৰচেষ্টা আজিলৈ চকুত নপৰে। যাতায়াতৰ সুবিধাৰ বাবে বিলাসীপাৰাত প্ৰথম বেচৰকাৰী বাছসেৱা আৰম্ভ হয় আনুমানিক ১৯৩১ চনত। হাফেজ কাঁজী নামৰ ব্যক্তি এজনে "লাৱণ্য" নামৰ তেখেতৰ বাছ এখন ধুবুৰীৰ পৰা বিলাসীপাৰা হৈ ফকিৰাগ্ৰামলৈ নিয়মিত চলোৱাৰ ব্যৱস্থাৰে এই সেৱাৰ আৰম্ভণি হয়। ইতিমধ্যে অইন কিছুলোক নিজা বাছ আদি এই সেৱাত নিয়োগ কৰে। "দোকন্য" ১৯৪৭ চনলৈ চলে। দেশ বিভাজনৰ সময়ত কাঁজী পূৰ্বপাকিস্তানলৈ গুচি যাবৰ সময়ত ধুবুৰীৰ মফিজউদ্দিন আহমেদৰ ওচৰত বাছখন বিক্ৰী কৰি দিয়ে।

১৯৫০ চনত প্ৰথম বেছৰকাৰী বাছ আস্থান স্থাপিত হয়। ১৯৫৬ চনত স্থান পৰিৱৰ্ত্তন কৰাৰ পিছত ১৯৭২ চনত চহৰ সমিতিয়ে বাছ আস্থানৰ বাবে মাটি পঞ্জন দিয়ে আৰু স্থায়ী বাছ আস্থান স্থাপিত হয়।

পঞ্চাশৰ দশকত চৰকাৰী বাছ সেৱা আৰু বাছ আস্থান স্থাপিত হোৱাৰ লগে লগে বিলাসীপাৰাৰ পথ সংযোগ ব্যৱস্থাৰ প্ৰভূত উন্নতি হয়। বৰ্ত্তমান বিভিন্ন বেচৰকাৰী, চৰকাৰী বাছেৰে বিলাসীপাৰা ৰাজ্যৰ ভিতৰে বাহিৰে সংযোজিত।

বৰ্ত্তমান চহৰৰ মাজমজিয়াত চৰকাৰী স্বাস্থ্যকেন্দ্ৰ স্থাপিত। বৰ্ত্তমান চাহিদালৈ চাই নতুন মহকুমাৰ সোঁ মাজত মাজত এশ বিচনা যুক্ত মহকুমা চিকিৎসালয় পতাৰ যো-যা চলিছে। আধুনিক সা-সুবিধাৰে সমৃদ্ধ পশু-চিকিৎসালয় বিলাসীপাৰাৰ গৌৰৱৰ বিষয়।

বিলাসীপাৰাত এক কটকটীয়া আৰক্ষী বিভাগ বৰ্ত্তমান। অতিপুৱণি — সম্ভৱতঃ ১৮৯৮ চনত স্থাপিত থানাখনৰ উপৰি চাৰ্কোল পৰিদৰ্শক আৰু মহকুমা আৰক্ষী বিষয়াৰ কাৰ্যালয়ো চহৰৰ বুকুতে স্থাপিত।

পূৰ্ণ পৰ্য্যায়ৰ মহকুমাৰ কাম-কাজ আৰম্ভ হোৱাৰ লগে লগে বিলাসীপাৰাৰ উত্তৰোত্তৰ উন্নতি হ'ব বুলি সকলোৱে আশা প্ৰকাশ কৰে।

**প্ৰবন্ধটি প্ৰস্তুত কৰোতে নিম্নোক্ত গ্ৰন্থাদিৰ সহায় লোৱা হৈছে :—**

১। গোৱালপাৰা জিলাৰ ইতিহাস — ১ম প্ৰকাশ — শিৱানন্দ শৰ্মা।

২। তদানীন্তন গোৱালপাৰা জিলাৰ আধুনিক শিক্ষাৰ জন্মবেদনা — স্মৃতিগ্ৰন্থ — (অবিভক্ত) গোৱালপাৰা জিলা উচ্চতৰ মাধ্যমিক শিক্ষক সন্থাৰ ৬ষ্ঠ বাৰ্ষিক অধিৱেশন ১৯৮৫ — শিৱানন্দ শৰ্মা।

৩। 'ময়নামতী'ৰ সৃষ্টিৰ কথা — স্মৃতিগ্ৰন্থ — ময়নামতী — ৬ জানুৱাৰী ১৯৯১ চন — শিৱানন্দ শৰ্মা।

৪। সোণালী জয়ন্তী স্মৃতিগ্ৰন্থ — ৰোকাখাতা উচ্চতৰ মাধ্যমিক বিদ্যালয় — ১৯৯০ চন।

৫। বিলাসীপাৰা (ইতিবৃত্ত) ১ম খণ্ড, ২য় খণ্ড — পাণ্ডুলিপি — শ্ৰী শৰদিন্দু চক্ৰৱৰ্ত্তী (সহযোগী —ধনেশ্বৰ দাস)।

৬। বিলাসীপাৰাৰ ইতিবৃত্ত — পাণ্ডুলিপি — শ্ৰী নৃপেন্দ্ৰ নাৰায়ণ ৰায়।

৭। পাণ্ডুলিপি — A Brief history of Bilasipara College — এচ, পি, কানৃ।

**অইন সমল সমূহ ঃ**

১। দয়াল পালৰ ব্যক্তিগত সংগ্ৰহৰ পৰা নথি আৰু দলীল।

২। আনোৱাৰ হুচেইনৰ ব্যক্তিগত সংগ্ৰহৰ নথি আৰু দলীল।

৩। শ্ৰী কৰুণা কান্ত সৰকাৰ (৯১ বছৰ) আৰু শ্ৰীমতী যোগমায়া দাসৰ (৯৮ বছৰ) সৈতে পোণপটীয়া কথা-বতৰা।

৪। শ্ৰীপিয়াৰ উদ্দিন আহমেদ, শ্ৰীদেৰাজুদ্দিন সৰকাৰ, শ্ৰীহীৰালাল দাস, শ্ৰী বেণু চৌধুৰীৰ সৈতে পোণপটীয়া কথা-বতৰা আৰু নথিৰ আদান প্ৰদান।

**পৰোক্ষভাবে সহায় কৰোতাসকল ঃ**

১। শ্ৰীমতী মন্দিৰা শৰ্মা, শ্ৰীমতী অপৰ্ণা চক্ৰৱৰ্ত্তী (বেলা বাইদেউ)।

২। শ্ৰীআজাদ সৰকাৰ, শ্ৰীভাস্কৰ ভট্টাচাৰ্য্য।








# বিলাসীপাৰা শাখা সাহিত্য সভা

## জগদানন্দ বৰকলিতা

ইংৰাজ শাসন কালত অনা অসমীয়া আমোলাসকলৰ কু অভিসন্ধিত সমগ্ৰ অসমতে এসময়ত অসমীয়া ভাষাক আঁতৰাই শিক্ষা-দীক্ষা, অফিচ- আদালতৰ সকলো কাম-কাজতে বাংলা ভাষা প্ৰয়োগ কৰি আধিপত্য বিস্তাৰ কৰিছিল যদিও ১৮৭২ চনৰ পিছৰ পৰা গোৱালপাৰা জিলা আৰু কাছাৰ জিলাৰ বাদে অসমৰ আন সকলো ঠাইতে অসমীয়া ভাষাই পুনঃ প্ৰতিষ্ঠা লাভ কৰি শিক্ষা-দীক্ষা, অফিচ আদালতত প্ৰয়োগ হ'বলৈ ধৰে। কিন্তু চিৰস্থায়ী বন্দবস্তীৰ জৰিয়তে অসমৰ পশ্চিম প্ৰান্তৰ সীমান্তৱৰ্তী তাহানিৰ গোৱালপাৰা জিলা জমিদাৰসকলৰ অধীনত থকাত আৰু সীমাৰ সিপাৰৰ কাষৰীয়া বঙ্গ দেশৰ পৰা প্ৰতিনিয়ত বিপুল পৰিমাণে প্ৰব্ৰজনৰ সোঁত থকাত এই জিলাৰ সামাজিক, আৰ্থিক আৰু শৈক্ষিক দিশত সুদূৰপ্ৰসাৰী প্ৰভাৱ বিস্তাৰ কৰে। এই জিলাৰ জমিদাৰসকলৰ সৰহ সংখ্যকে কলিকতা চহৰত দালান কোঠা নিৰ্মাণ কৰিবলৈ তাতে থাকি ৰাজ-পৰিয়ালৰ সন্তান-সন্ততিসকলৰ শিক্ষা গ্ৰহণৰ ব্যৱস্থাও কৰিছিল আৰু বহুতেই বঙ্গ দেশৰ জমিদাৰসকলৰ লগত বৈবাহিক-সূত্ৰে ঘনিষ্ঠ সম্পৰ্ক স্থাপন কৰি কলিকতাতে লাসহ-বিলাহত জীৱন নিৰ্বাহ কৰাত অভ্যস্ট হোৱাত তেওঁলোকে বঙলা ভাষা- সংস্কৃতিৰ প্ৰতি ঢাল খোৱাৰ উপৰি জমিদাৰীৰ কাম-কাজ চলাবৰ কাৰণে শিক্ষিত বঙালীসকলক নিয়োগ কৰিছিল। জমিদাৰসকল বছৰৰ বেছিভাগ সময় জমিদাৰীৰ বাহিৰতে কটোৱাত এই সকল বঙলাভাষী চাকৰীয়ালে বাস্তৱ ক্ষেত্ৰত জমিদাৰী সমূহ পৰিচালনা কৰাত তেওঁলোক স্বাভাৱিকতে ক্ষমতাবান হৈ উঠে। হৈ উঠে। এওঁলোকে থলুৱা ভাষা-সংস্কৃতিৰ লগত মিলি নগৈ তেওঁলোকৰ নিজা ভাষা-সংস্কৃতি প্ৰতিষ্ঠা কৰাৰ চেষ্টা কৰাত প্ৰায় প্ৰতিটো জমিদাৰীতে এক বঙলুৱা পৰিৱেশৰ সৃষ্টি হৈছিল আৰু নিজৰ ল'ৰা-ছোৱালীৰ লিখা-পঢ়াৰ কাৰণে বঙলা মাধ্যমৰ বিদ্যালয় স্থাপনৰ কাৰণে জমিদাৰসকলক খাটনি ধৰাত জমিদাৰসকলেও তেওঁলোকৰ পৰিয়ালৰ কাৰোবাৰ স্মৃতিত বিদ্যালয়সমূহ প্ৰতিষ্ঠা কৰি যোৱাত গোটেই জিলাখনতে বঙলা মাধ্যমৰ বিদ্যালয় সমূহ গজগজীয়া হৈ বহে। থিলঞ্জীয়া অসমীয়াসকলেও আন কোনো উপায় নথকাত বঙলা মাধ্যমৰ বিদ্যালয়সমূহতে শিক্ষাগ্ৰহণ কৰিবলৈ বাধ্য হৈছিল। বিংশ শতাব্দীৰ ত্ৰিশৰ দশকৰ প্ৰায় শেষলৈ এনে অৱস্থাই জিলাখনৰ সৰহভাগ অঞ্চলতে বিৰাজমান আছিল। সেয়ে ১৯১৭ চনতে অসম সাহিত্য সভা প্ৰতিষ্ঠা হোৱা সত্বেও বিলাসীপাৰাত ইয়াৰ এটি শাখা প্ৰতিষ্ঠা হ'বলৈ বহুতো দিন অপেক্ষা কৰিব লগীয়া হয়। কাৰণ বিলাসীপাৰাৰ পৰিৱেশো তদানীন্তৰ গোৱালপাৰা জিলাৰ আন অঞ্চলৰ পৰা তফাৎ একো নাছিল। যদিও মুষ্টিমেয় কিছু সংখ্যাক অসম আৰু অসমীয়াপ্ৰেমী ব্যক্তিৰ অক্লান্ত চেষ্টাত জিলাখনত অসম সাহিত্য সভাৰ দ্বিতীয় আৰু দশম অধিৱেশন যথাক্ৰমে ১৯১৮ আৰু ১৯২৭ চনত গোৱালপাৰাত আৰু নৱম অধিৱেশন ১৯২৬ চনত ধুবুৰীত অনুষ্ঠিত হৈ যায়। ইয়াৰ দ্বাৰা বিলাসীপাৰাত কোনো উল্লেখযোগ্য প্ৰভাৱ পৰিছিল বুলি জনা নাযায়। বিলাসীপাৰাৰ পৰা গোৱালপাৰা তেতিয়া বহু দূৰ আনকি বিলাসীপাৰাৰ পৰা ধুবুৰীলৈ ২৮ মাইল স্থল পথো তেতিয়া অতি দুৰ্গম। মটৰ গাড়ীৰতো প্ৰশ্নই নাই, খোজ কাঢ়ি কেবাখন সৰু বৰ-নদী নাওঁ বা ভুৰেৰে পাৰ হৈ যাব লগাত পৰিছিল। অৱশ্যে সপ্তাহত এইজন বা দুদিন জাহাজেদি যাব পৰা ব্যৱস্থা আছিল। এনে পৰিস্থিতিত ১৯২৬ চনৰ ধুবুৰী অধিৱেশনত কোনোবাই যোগাদান কৰিছিল নে নাই সম্যক জনা নাযায়। গতিকে জিলাখনত অসম সাহিত্য সভাৰ তিনিখন অধিৱেশন অনুষ্ঠিত কৰাৰ পিছতো জিলাৰ বেছিভাগ অঞ্চলতে ই প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰিলে আৰু প্ৰায় সকলোতে অসমীয়াবিৰোধী পাৰিপাৰ্শ্বিকতা এটা বিৰাজমান থাকি গ'ল। বিলাসীপাৰাত তেতিয়ালৈকে দুখনমান বঙলা মাধ্যমৰ প্ৰাথমিক বিদ্যালয়ৰ বাহিৰে আন কোনো শিক্ষানুষ্ঠান নাছিল। উচ্চ মাধ্যমিক শিক্ষা বঙলা মাধ্যমত গৌৰীপুৰত (১৮৯৯ চনৰ পৰা) বা বগৰিবাৰীত (১৯১৪ চনৰ পৰা) জমিদাৰসকলৰ অনুগ্ৰহত থাকি গ্ৰহণ কৰাৰ সুবিধা আছিল যদিও সকলো সম্প্ৰদায়ৰ পঢুৱৈয়ে সমান সুযোগ নাপাইছিল। ১৯২৮ চনত চাপৰ পৰ্বতজোৱাৰৰ জমিদাৰ (ৰাজধানী বিলাসীপাৰা) বিদ্যানুৰাগী শ্ৰদ্ধেয় নৃপেন্দ্ৰ নাৰায়ণ চৌধুৰী মহাশয়ে তেখেতৰ পিতৃৰ স্মৃতিত ইন্দ্ৰ নাৰায়ণ একাডেমী নামেৰে বাংলা মাধ্যমৰ হাইস্কুল এখন বিলাসীপাৰাত প্ৰতিষ্ঠা কৰে। বঙলা মাধ্যমত হ'লেও এইখন বিদ্যালয় প্ৰতিষ্ঠা হোৱাত বিলাসীপাৰা অঞ্চলৰ সকলো সম্প্ৰদায় আৰু ভাষা ভাষীৰ বিদ্যাৰ্থীসকলৰ উচ্চ মাধ্যমিক শিক্ষালাভৰ পথ মুকলি হয়। ঠিক এনে সময়তে ১৯২৯ চনত গোৱালপাৰা জিলাৰ গৌৰৱ অসমীয়াপ্ৰাণ মেছপাৰাৰ জমিদাৰ শ্ৰদ্ধেয় নগেন্দ্ৰ নাৰায়ণ চৌধুৰী দেৱে আৱাহন কাকতৰ জন্ম দিয়ে। এই কাকতে অসমীয়া সাহিত্যত এক নতুন যুগৰ সূচনা কৰাৰ লগতে গোৱালপাৰা জিলাতো এক আলোড়নৰ সৃষ্টি কৰে। বিলাসীপাৰাও ইয়াৰ প্ৰভাৱৰ পৰা বঞ্চিত হোৱা নাছিল। ফলত লাহে লাহে অসমীয়া ভাষা সাহিত্যৰ প্ৰীতিয়ে এই অঞ্চলত ব্যাপকতা লাভ কৰিবলৈ ধৰে



আৰু বঙলা মাধ্যমত পঢ়া থলুৱা অসমীয়া যুৱক কেইজনমানে ১৯৩৬ চনত বিলাসীপাৰাত অসম সাহিত্য সভাৰ শাখা এটি প্ৰতিষ্ঠা কৰাৰ যো-জা চলায় বুলি জনা যায়। এই যুৱকসকলৰ ভিতৰত প্ৰয়াত সুবোধ কুমাৰ চক্ৰৱৰ্তী প্ৰবোধ কুমাৰ চক্ৰৱতী, বিনয় কুমাৰ চক্ৰৱতী, সৌৰেন্দ্ৰ নাথ গোস্বামী, পূৰ্ণানন্দ দাস, ইন্দ্ৰ মোহন দাস আদি অগ্ৰগণ্য আছিল। শুনা যায় জমিদাৰ শ্ৰেণীৰ কৃপাধন্য দুই- এজন থলুৱা তথাকথিত পণ্ডিত ব্যক্তি আৰু অসমীয়াবিৰোধী চক্ৰৰ প্ৰভাৱত যুৱকসকলৰ প্ৰচেষ্টা ঠন ধৰি উঠাত বাধাপ্ৰাপ্ত হয়। ইয়াৰ ফলত থলুৱা যুৱ-মানসিকতা কুপিত হয় আৰু আন কিছু আনুষঙ্গিক কাৰণত প্ৰায় তেতিয়াৰ পৰা থলুৱা ৰাইজৰ মাজত সচেতনতা বৃদ্ধি পায় আৰু এই অঞ্চলত অসমীয়া জাতীয়তাবাদৰ এক জোকাৰণি উঠে। ফলত ১৯৪০ চনত গোৱালপাৰা জিলাৰ অন্যতম প্ৰাচীন অসমীয়া মাধ্যমৰ শিক্ষানুষ্ঠান ৰোকাখাতা হাইস্কুল প্ৰতিষ্ঠা হয়। আবদ্ধ পানী বান্ধ ভাঙি পথ উলিয়াই সন্মুখত স্তূপীকৃত জা-জঞ্জাল উটুৱাই নিয়াৰ দৰে ৰোকাখাতা হাইস্কুল প্ৰতিষ্ঠাৰ লগে লগে শিক্ষাৰ দিশত এই অঞ্চলত এক নৱ-জাগৰণৰ সৃষ্টি হয় আৰু বিভিন্ন বাধা নেওচি ৰাইজে ঠায়ে ঠায়ে অসমীয়া মাধ্যমৰ বিদ্যালয় প্ৰতিষ্ঠা কৰিবলৈ ধৰিলে। ইয়াৰ পিছত ১৯৪৭ চনত দেশে স্বাধীনতা লাভ কৰাত এই অঞ্চলৰ যোগাযোগ ব্যৱস্থাৰ উন্নতি সাধন হ'বলৈ ধৰে আৰু এক মুক্ত পৰিৱেশৰ সৃষ্টি হয়। ইমান দিনে স্বাধীনতা আন্দোলনত জড়িত হৈ থকা এই অঞ্চলৰ সংগ্ৰামী বিশিষ্ট ব্যক্তিসকল সামাজিক, আৰ্থিক, বৌদ্ধিক আৰু সাংস্কৃতিক দিশত বিকাশমূলক কাম-কাজত অগ্ৰণী ভূমিকা লোৱাত আৰু ১৯৫১ চনত অসম ৰাজ্যিক জমিদাৰী অধিগ্ৰহণ আইন অনুযায়ী জমিদাৰীসমূহৰ বিলোপ হোৱাত অসমীয়াবিৰোধী চক্ৰৰ ৰাজহাড় চূৰ্ণাকৃত হয়। ফলত বাধাহীনভাৱে অসমীয়া ভাষা, সাহিত্য-সংস্কৃতিয়ে এই অঞ্চলত ক্ষিপ্ৰগতিত প্ৰসাৰ লাভ কৰি সামাজিক, শৈক্ষিক আৰু সাংস্কৃতিক দিশত বৃহৎ পৰিৱৰ্তন সাধন কৰে। ১৯৫৬ চনত পুনৰ জিলাৰ সদৰ ধুবুৰী চহৰত দ্বিতীয়বাৰৰ বাবে অসম সাহিত্য সভাৰ অধিৱেশন এখন অনুষ্ঠিত হয়। বিলাসীপাৰাত যদিও তেতিয়ালৈ সভাৰ কোনো শাখা প্ৰতিষ্ঠা হোৱা নাছিল তথাপি এই অধিৱেশনলৈ বিলাসীপাৰাৰ পৰা বুজন পৰিমাণৰ আৰ্থিক অৰিহণা আগ বঢ়োৱাৰ লগে লগে বৃহৎ সংখ্যক ভাষা, সাহিত্যপ্ৰেমী ব্যক্তিয়ে এই অধিৱেশনত যোগদান কৰিছিল। বিলাসীপাৰাত যদিও ১৯৩৬ চনৰ পৰা সাহিত্য সভাৰ শাখা এটি প্ৰতিষ্ঠাৰ প্ৰয়াস কৰি থকা হৈছিল তথাপি এই অঞ্চলত সভাৰ সাংগঠনিক দুৰ্বলতা হেতু পদ্ধতিগতভাৱে শাখা প্ৰতিষ্ঠাৰ দিহা-পৰামৰ্শ আদি নোপোৱাত ১৯৬৪ চনলৈ ইয়াত এখন শাখা প্ৰতিষ্ঠা হোৱা নাছিল। ১৯৬৫ চনৰ জানুৱাৰী মাহত বিলাসীপাৰাত আমি তদানীন্তন গোৱালপাৰা জিলা ছাত্ৰ পৰিষদৰ সপ্তম সাধাৰণ অধিৱেশনৰ আয়োজন কৰিছিলো আৰু এই অধিৱেশনত মুখ্য অতিথি হিচাপে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি বুৰঞ্জীবিদ বেণুধৰ শৰ্মাদেৱক আমন্ত্ৰণ জনোৱা হৈছিল। তেখেতে এই আমন্ত্ৰণ গ্ৰহণ কৰি অধিৱেশনলৈ আহে আৰু বিলাসীপাৰাৰ বিষয়ে আমাৰ পৰা বিতং সন্তেদ লৈ ইয়াত অসম সাহিত্য সভাৰ শাখা এটি নথকাৰ কথা জানিব পাৰি মৰ্মাহত হয়। তেখেতৰ কথা উপলব্ধি কৰি অতি তৎপৰতাৰে ১৯৬৫ চনৰ ২৫ জানুৱাৰী তাৰিখে বিশিষ্ট শিক্ষাবিদ, সমাজসেৱক, ক্ৰীড়াবিদ, সংগঠক, ৰাজনীতিবিদ প্ৰয়াত শ্ৰদ্ধেয় হীৰেন শৰ্মাদেৱক সভাপতি, শ্ৰীজগদানন্দ বৰকলিতাক উপ-সভাপতি, স্বৰ্গীয় অনিমেষ বৰ্মনক সম্পাদক, পৰেশ কুমাৰ বৰকলিতা, চামচুল হক আহমেদ, শ্ৰী প্ৰণৱ দাস, শ্ৰীকেশৱ চন্দ্ৰ দাস, শ্ৰীমহম্মদ বিন ৰেজ্জাক, স্বৰ্গীয় নৰোত্তম সিংহ, শ্ৰী অনেমেষ কান্তি সৰকাৰ আৰু নিৰঞ্জন শৰ্মাক সদস্য হিচাপে লৈ শাখা এখনি গঠন কৰা হয়। সেই সময়ত হীৰেন শৰ্মাদেৱৰ বান্ধৱ প্ৰেছটো (ইয়াৰ পৰা তেখেতৰ সম্পাদনাত 'ধুমকেতু' নামেৰে সাপ্তাহিক পত্ৰিকা এখন কিছু দিনলৈ প্ৰকাশ পাইছিল) আছিল তেখেত জড়িত থকা বিভিন্ন সংগঠনৰ কাৰ্যালয় স্বৰূপ। আমি ডেকাচামো তেখেতৰ লগতে বিভিন্ন সংগঠনৰ সৈতে ওতপ্ৰোতভাৱে জড়িত হৈ থকাত বান্ধৱ প্ৰেছ আমাৰো দুবেলাৰ উঠা-বহাৰ স্থান হোৱাত শাখা সভাৰ কাম-কাজো বান্ধৱ প্ৰেছৰ পৰাই আৰম্ভ হয়। যোগাযোগ স্থাপন হোৱাৰ পিছত সভ্যভৰ্তিৰ ৰচিদবহী আদি সংগ্ৰহ কৰি সভ্যভৰ্তিৰ কাম আৰম্ভ কৰা হয়। এই ক্ষেত্ৰত তেতিয়াৰ উদ্যোগী ডেকা শ্ৰী অনিমেষ কান্তি সৰকাৰ আৰু শ্ৰী খগেশ ৰায়ে অগ্ৰণী ভূমিকা গ্ৰহণ কৰিছিল। শাখাই প্ৰয়োজনীয় স্বীকৃতি আদি লাভ কৰাৰ পিছত ১৯৬৯ চনত অসম সাহিত্য সভাৰ ৩৬ তম বৰপেটা অধিৱেশনত যোগদান কৰিবলৈ আমন্ত্ৰণ পায় আৰু শাখাৰ সভাপতি স্বৰ্গীয় হীৰেন শৰ্মাদেৱ, সম্পাদক স্বৰ্গীয় অনিমেষ বৰ্মন, শ্ৰীঅনিমেষ কান্তি সৰকাৰ আৰু শ্ৰীখগেশ ৰায় শাখাৰ প্ৰতিনিধি হিচাপে প্ৰথমবাৰৰ বাবে অধিৱেশনত যোগদান কৰে। ১৯৭০ চনত শাখাই বিস্তৃত কাৰ্যসূচীৰে আড়ম্বৰপূৰ্ণভাৱে ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাদেৱৰ জন্মশতবাৰ্ষিকীৰ আয়োজন কৰে। ইয়াত অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰদ্ধেয় প্ৰসন্নলাল চৌধুৰীদেৱ মুখ্য অতিথি ৰূপে যোগদান কৰাত অনুষ্ঠানখনি সৰ্বাঙ্গসুন্দৰভাৱে সমাপন হয়। এখনি স্মৃতিগ্ৰন্থও প্ৰকাশ পায়। লক্ষ্মীনাথ বেজবৰুৱা জন্ম-শতবাৰ্ষিকী পালনত বিশেষ ভূমিকা গ্ৰহণ কৰিছিল প্ৰবক্তা শ্ৰীৰবীন বৰঠাকুৰ মহোদয়ে।

সভাৰ সাংবিধানিক নিয়মাৱলীমতে যদিও প্ৰতিবছৰে শাখাৰ কাৰ্যনিৰ্বাহক সমিতি পুনৰ গঠিত হব লাগে বিলাসীপাৰা শাখাই মাজে মাজে ১৯৮৫ চনলৈ এই নিয়মৰ উলঙঘন কৰিছে। যি নহওক, ১৯৭১ চনত শ্ৰী বিক্ৰমজিৎ চক্ৰৱৰ্তীক সভাপতি, শ্ৰী জগদানন্দ বৰকলিতাক উপ-সভাপতি আৰু শ্ৰীবিভৱ কুমাৰ চক্ৰৱৰ্তীক সম্পাদক হিচাপে লৈ শাখা পুনৰ গঠিত হয়। এইখন কাৰ্য্যনিৰ্বাহক সমিতিয়ো পুনৰ গঠিত নোহোৱাকৈ বহু কেইবছৰ একেৰাহে কাৰ্যনিৰ্বাহ কৰি ১৯৭৯ চন পায়হি আৰু বিগত অসম আন্দোলনত অসম সাহিত্য সভা গণসংগ্ৰাম পৰিষদৰ অন্তৰ্ভুক্ত সদস্য হোৱাত শাখাই আন্দোলনত জড়িত হৈ বিভিন্ন কাৰ্য্যসূচীত সক্ৰিয়া ভাৱে অংশগ্ৰহণ কৰি বিলাসীপাৰাত আন্দোলন ব্যাপক কৰি তলাত বিশেষ ভূমিকা গ্ৰহণ কৰে। আমি আৰু সম্পাদক শ্ৰী বিভৱ কুমাৰ চক্ৰৱতীয়ে এবাৰ গ্ৰেপ্তাৰ বৰণো কৰিব লগীয়া হ'ল। যিহওক আন্দোলনৰ ভৰপকত ১৯৮৩ চনত অধ্যাপক শ্ৰী সত্যেন্দ্ৰ নাৰায়ণ গোস্বামীক সভাপতি সন্তোষ কুমাৰ দাসক উপ-সভাপতি আৰু শ্ৰী অৰ্দ্ধেন্দু নাথ চক্ৰৱৰ্তীক সম্পাদক হিচাপে লৈ শাখাৰ কাৰ্যনিৰ্বাহক সমিতিখন পুনৰ গঠিত হয়। এই কাৰ্যনিৰ্বাহকৰ কাৰ্য্যকালত ১৯৮৫ চনৰ আগষ্ট মাহত অবিভক্ত গোৱালপাৰা জিলা সাহিত্য পৰিষদৰ চতুৰ্থ সাধাৰণ অধিৱেশন খনি বিলাসীপাৰাত অনুষ্ঠিত কৰিবলৈ অমন্ত্ৰণ জনোৱা হয় আৰু এই উদ্দেশ্যে প্ৰয়াত মনোৰঞ্জন সৰকাৰক সভাপতি শ্ৰীঅৰ্দ্ধেন্দু নাথ

চক্রবর্তীক সম্পাদক হিচাপে লৈ এখনি অভ্যর্থনা সমিতি গঠন কৰা হয়। এই অধিৱেশনৰ উল্লেখযোগ্য দিশ হ'ল অসম সাহিত্য সভাৰ তেতিয়াৰ সভাপতি শ্রদ্ধেয় শ্রীযোগেশ দাস মহোদয়ৰ পৌৰোহিত্যত কেন্দ্রীয় কার্যনির্বাহক সমিতিৰ সভা এখন ইয়াত (বিলাসীপাৰা কলেজত) অনুষ্ঠিত হয় আৰু কার্যনির্বাহক সমিতিৰ ইয়াত উপস্থিত থকাসকল সদস্য অধিৱেশনত আতিথ্য গ্রহণ কৰে। ইয়াৰ গাম্ভীর্য বৃদ্ধি কৰাৰ উপৰি শ্রদ্ধেয়া ড' নির্মলপ্রভা বৰদলৈ মহোদয়াৰ সঞ্চালনাত সদৌ অসম কবি সন্মিলনী এখনি আৰু শ্রদ্ধেয় শ্রীশিৱানন্দ শর্মাদেৱৰ সঞ্চালনাত বুৰঞ্জী সন্মিলন এখন অনুষ্ঠিত হয়। এই প্রবন্ধ লেখকৰ সম্পাদনাত স্মৃতিগ্রন্থ এখনিও প্রকাশ পায় আৰু বিপুল জনসমাৱেশে অধিৱেশনৰ প্রতিটো কার্যসূচী সর্বাঙ্গসুন্দৰ ৰূপে সমাপন কৰাত অৰিহণা আগবঢ়ায়। মনত পৰে মুকলি অধিৱেশনত মাননীয় ড' নগেন শইকীয়াদেৱে তেখেতৰ পাণ্ডিত্যপূর্ণ সুৱলা ভাষণৰ মাজত এযাৰ কথা উল্লেখ কৰিছিল যে বিলাসীপাৰাৰ জিলা অধিৱেশনলৈ প্রথমতে আহিবলৈ মন মেলা নাছিল, কিন্তু আহি দেখিলো এইখন অধিৱেশন অসম সাহিত্য সভাৰ এখন "মিনি" সাধাৰণ অধিৱেশনেই হৈছে আৰু বিলাসীপাৰাই অদূৰ ভৱিষ্যতে অসম সাহিত্য সভাৰ সাধাৰণ অধিৱেশন এখনি পাতিব পাৰিব বুলি সহজে কব পাৰি। তেখেতৰ কথা আজি সত্যত পৰিণত হৈছে আৰু বিলাসীপৰীয়া ৰাইজ অতি আনন্দিত তেখেতেই অসম সাহিত্য সভাৰ ৬৩ তম বিলাসীপাৰা অধিৱেশনৰ সভাপতিৰ আসন অলংকৃত কৰিব।

এনে এক বৃহৎ কার্যসূচীৰ সফল ৰূপায়ণৰ পিছত ১৯৮৬ চনত অধ্যাপক শ্রীৰাজেশ্বৰ তামুলীক সভাপতি, শ্রীজগদান্দ বৰকলিতা আৰু শ্রীবীৰেশ কুমাৰ চক্রৱর্তীক উপ-সভাপতি আৰু শ্রীমহম্মদ বিন ৰেজ্জাকক সম্পাদক হিচাপে লৈ শাখাৰ কার্যনির্বাহক সমিতিখন পুনৰ গঠিত হয়। এই বছৰৰ পৰা কার্যনির্বাহক সমিতিসমূহ সভাৰ নিয়মাৱলীমতে প্রতিবছৰে পুনৰ গঠিত হৈ আহিছে। যিহওক এবছৰকাল সূচাৰু ৰূপে কার্যনির্বাহ কৰাৰ অন্তত ১৯৮৭ চনত প্রয়াত মনোৰঞ্জন সৰকাৰক সভাপতি, শ্রীজগানন্দ বৰকলিতাক উপ-সভাপতি আৰু শ্রীহৃদয়ানন্দ দাসক সম্পাদক হিচাপেলৈ কার্যনির্বাহক সমিতিখন পুনৰ গঠিত হয়। এইখন কার্যনির্বাহকে বিলাসীপাৰা শাখাৰ এক নতুন অধ্যায়ৰ সূচনা কৰি শাখাক এক সুদৃঢ় ভেটিত স্থাপন কৰে। শাখাৰ ইমান দিনে নিজা মাটি বা এটি ভৱন নাছিল। সম্পাদকসকলৰ ঘৰতে শাখাৰ নথি-পত্র সমূহ থাকিছিল আৰু সভা আদি অ'ত ত'ত পতা হৈছিল। ফলত অতীতৰ বহু মূল্যৱান নথি-পত্র আজি পাবলৈ নাই। যিহওক এইখন কার্যনির্বাহকে কার্যভাৰ গ্রহণ কৰাৰ পিছত শাখাৰ এডোখৰ নিজা মাটি আৰু সেই মাটিত এটি ভৱন নির্মাণৰ কার্য্যসূচী হাতত লয় আৰু ইয়াক বাস্তৱত ৰূপ দিবলৈ দৃঢ়তাৰে আগ বাঢ়ে। এই অতি দায়িত্বপূর্ণ কার্যৰ অগ্রগতিৰ প্রতি লক্ষ্য ৰাখি এই তিনিজন ব্যাক্তিক (সভাপতি, উপ-সভাপতি আৰু সম্পাদক একেটা পদত লৈ উপৰ্যুপৰি পাঁচটা কার্যকালৰ বাবে দায়িত্ব অর্পণ কৰি কার্যনির্বাহ সমিতিসমূহ পুনৰ গঠিত হয়। এওঁলোকৰ অশেষ চেষ্টাৰ ফলত বহু বাধা-বিপত্তি নেওচি ১৯৮৯ চনত শাখাই এডোখৰ মাটি লাভ কৰে। এই ক্ষেত্রত বিলাসীপাৰা চহৰৰ তেতিয়াৰ পৌৰপতি শ্রীদেৱকুমাৰ চক্রবর্তী মহাশয়-শাখাৰ প্রাক্তন সম্পাদক আৰু ধুবুৰী জিলা ভূমি উপদেষ্টা ব'ৰ্ডৰ সভ্য শ্রীঅর্দ্ধেন্দু নাথ চক্ৰৱর্তী আৰু ধুবুৰী জিলাৰ মাননীয় উপায়ুক্ত শ্রীপাণ্ডা মহোদয়ে আগ বঢ়োৱা সহায়-সহযোগিতা শলাগিব লগীয়া। এই মাটিত ভৱন এটি নির্মাণৰ কাৰণে বিভিন্ন অর্থ সহায়কাৰী সংস্থা আৰু অসংখ্য ব্যাক্তিৰ কাষচপা হয় যদিও আশানুৰূপ সঁহাৰি পোৱা নগ'ল আৰু অৱশেষত বিলাসীপাৰৰ দুর্গাপুৰ নিৱাসী গুৱাহাটী উচ্চ ন্যায়ালয়ৰ অধিবক্তা প্রয়াত সীতেশ চন্দ্র দাস মহাশয়ে তেখেতৰ পিতৃ প্রয়াত সর্বেশ্বৰ দাসৰ স্মৃতিত ভৱনৰ এটি কোঠালি দান দিবলৈ আৰু আন এটি কোঠালি বিলাসীপাৰা চহৰ নিৱাসী শ্রীঅমৰচান্দ সিংহী আৰু শ্রীজয়চন্দ্র সিংহী ভ্রাতৃদ্বয়ে তেওঁলোকৰ পিতৃ মঘৰাজ সিংহীৰ স্মৃতিত দান দিবলৈ আগ বাঢ়ি আহে। এওঁলোকৰ দানত ১৯৯১ চনৰ জুন মাহত শাখাৰ পকী ভৱন এটিৰ নির্মাণৰ কাম সমাধা হয়। নির্মাণকার্য সমাধা হোৱাৰ পিছত ভৱনটি উদ্বোধন কৰিবলৈ ১৯৯১ চনৰ ডিচেম্বৰ মাহত তেতিয়াৰ অসম সাহিত্য সভাৰ মাননীয়া সভাপতি ড' নির্মলপ্রভা বৰদলৈ মহোদয়াক অনুৰোধ কৰাত তেখেতৰ শাৰীৰিক অসুস্থতাৰ কাৰণে আহিবলৈ অপাৰগ হোৱাত অসম সাহিত্য সভাৰ প্রাক্তন সভাপতি শ্রদ্ধেয় শ্রীনৱকান্ত বৰুৱাদেৱক অনুৰোধ কৰাত তেখেতে সন্মতি প্রকাশ কৰে আৰু এই উদ্দেশ্যে ১৫।২।৯২ ইং তাৰিখত বিলাসীপাৰাত আহি উপস্থিত হোৱাত বিলাসীপৰীয়া ৰাইজে তেখেতক বিপুলভাৱে আদৰণি জনাই বাৰেবৰণীয়া সাংস্কৃতিক শোভাযাত্রাৰে সাহিত্য সভা ভৱনলৈ আগ বঢ়াই আনে আৰু এক শুভ মুহূর্তত শ্রীবৰুৱাদেৱে ভৱনটি শুভ উদ্বোধন কৰে। এই অনুষ্ঠানত সভাৰ মাননীয় প্রধান সম্পাদক শ্রীসতীশ চন্দ্র চৌধুৰীদেৱও উপস্থিত থাকি শাখাৰ আতিথ্য গ্রহণ কৰে। শাখাৰ সভাপতি মনোৰঞ্জন সৰকাৰদেৱে নিজে নির্মাণ ব্যয় বহন কৰি ভৱনটিৰ সন্মুখত শ্বহীবেদী এটি স্থাপন কৰি দিয়ে। অতি সংক্ষেপে লিপিবদ্ধ কৰা ১৯৮৭ চনৰ পৰা ১৯৯১ চনলৈ কর্মবহুল পাঁচটা বছৰৰ অন্ত পৰিল যদিও ত্যাগ, নিষ্ঠা আৰু সেৱাৰ প্রতীক ৰূপে জাতীয় অনুষ্ঠানটিৰ ভূমি আৰু ভৱনে সময়ছোৱাক সোঁৱৰাই থাকিব।

১৯৯২ চনত শ্রীহৃদয়ানন্দ দাসক সভাপতি, শ্রীজগদানন্দ বৰকলিতাক উপ-সভাপতি আৰু শ্রীমোছলেমউদ্দিন আহমেদক সম্পাদক হিচাবেলৈ শাখাৰ কার্যনির্বাহক সমিতিখন পুনৰ গঠিত হয়। এই বছৰৰ পৰা শাখাৰ এখনি বছৰেকীয়া পত্রিকা "গৌৰাং" নামেৰে নামকৰণ কৰি প্রকাশ কৰাৰ সিদ্ধান্ত গ্রহণ কৰা হয়। শাখা আৰু মূলসভাৰ বছৰৰ বিভিন্ন কার্যসূচী সূচাৰু ৰূপে ৰূপায়ণ কৰি কার্যকালৰ সমাপ্তি ঘটাত ১৯৯৩ চনত শ্রীজগদানন্দ বৰকলিতাক সভাপতি শ্রীহিৰণ্য কুমাৰ নাথক উপ-সভাপতি আৰু শ্রীসুনীল কুমাৰ বৰুৱাক সম্পাদক হিচাপে লৈ কার্যকৰী সমিতিখন পুনৰ গঠিত হয়। কার্যকালৰ প্রাৰম্ভণিতে শাখাৰ বছৰেকীয়া পত্রিকা "গৌৰাং" প্রথম সংখ্যা শ্রীনিৰঞ্জন বৰকলিতাৰ সম্পাদনাত প্রকাশ পায়। এই পত্রিকা প্রকাশৰ জৰিয়তে এই অঞ্চলৰ ন-লেখক-লেখিকাসকলে নিজৰ প্রতিভা প্রকাশৰ সুযোগ লাভ কৰাৰ লগতে থলুৱা কৃষ্টি-সংস্কৃতিৰ বহুল প্রচাৰৰ সুবিধা ওলায়। এইখন কার্যনির্বাহকৰ কার্যকালত শাখাই নিজাববীয়াকৈ বিভিন্ন কার্যসূচী হাতত লয় আৰু সেইবোৰৰ সফল ৰূপায়ণ কৰে। লগতে ৬ খন বেঞ্চ কার্যালয়ৰ বাবে তৈয়াৰ কৰে। শাখাই ১৯৯১ চনৰ দুধনৈ অধিৱেশনৰ পৰাই সভাৰ সাধাৰণ অধিৱেশন এখনি বিলাসীপাৰাত অনুষ্ঠিত কৰাৰ আমন্ত্রণ জনাই আহিছে আৰু এইবছৰো আমন্ত্রণ জনাই এক বলিষ্ঠ প্রতিনিধি দল শিৱসাগৰ অধিৱেশনত যোগদান কৰে। কিন্তু শিৱসাগৰ অধিৱেশনৰ উদুলি-মুদুলি পৰিৱেশে আমাৰ আমন্ত্রণ তল পেলাই থ'লে। পিছত ১৯৯৪ আৰু ১৯৯৫ চনত ক্রমে মৰিগাঁও আৰু সৰ্থেবাৰী অধিৱেশনতো শাখাই আমন্ত্রণ জনাইছিল কিন্তু গ্রহণ হোৱা নাই। যিহওক, ১৯৯৩ চনৰ কার্যনির্বাহকৰ কার্য্যকাল সুকলমে অন্ত পৰাত ১৯৯৪ চনত অধ্যাপক ড° প্রণৱ কুমাৰ মহন্তদেৱক সভাপতি, শ্রীবিক্রমজিৎ চক্রৱর্তীক উপ-সভাপতি আৰু অধ্যাপক শ্রীনলিনী শর্মাক সম্পাদক হিচাপে লৈ কার্যনির্বাহক সমিতিখনৰ নৱীকৰণ হয়। এই কার্যকালত শাখা ভৱনটিত বিজুলী সংযোগ কৰা হয় আৰু পাঁচখন চকী, এটি কাঠৰ আলমাৰী কার্যালয়ৰ বাবে ব্যৱস্থা কৰা হয়। শ্রীপয়োধৰ গোস্বামীৰ সম্পাদনাত শাখাৰ বছৰেকীয়া পত্রিকা "গৌৰাং"ৰ দ্বিতীয় সংখ্যা প্রকাশ পায়। শাখাৰ নির্দ্ধাৰিত বিভিন্ন কার্য্যসূচী বহুৰটোত বাস্তবায়িত কৰাৰ অন্তত ১৯৯৫ চনত শ্রীবিক্রমজিৎ চক্রৱর্তীক সভাপতি, শ্রীনলিনী শর্মাক উপসভাপতি আৰু শ্রীসুনীল কুমাৰ বৰুৱাক সম্পাদক হিচাপে লৈ কার্যনির্বাহক সমিতিখন পুনৰ গঠিত হয়। এই কার্যকালত শ্রীমতী মমতাজ সৰকাৰৰ সম্পাদনাত "গৌৰাং" তৃতীয় সংখ্যা প্রকাশ পায় আৰু শাখাৰ আন গতানুগতিক কার্যসূচীসমূহ যথাযথভাৱে কার্যকৰী কৰি কার্যকাল সমাধা কৰে। ১৯৯৬ চনত পুনৰ শ্রীবিক্রমজিৎ চক্রৱর্তীক সভাপতি, শ্রীঅৰুণ কুমাৰ দাসক উপ-সভাপতি আৰু শ্রীসঞ্জীত কুমাৰ দাসক সম্পাদক হিচাপে লৈ কার্যনির্বাহক সমিতিখন পুনৰ গঠিত হয়। শ্রীজিতেন নাথৰ সম্পাদনাত "গৌৰাং" চতুর্থ সংখ্যা প্রকাশ পায়। এই বছৰতে বিলাসীপাৰা বিহু সন্মিলনীয়ে নিজৰ ব্যয় সংকুচিত কৰি ১০০ খন লোৰ চকী আৰু এটি লোৰ আলমাৰী শাখালৈ আগ বঢ়াই আচবাব-পত্রৰ অভাৱ কিছু পৰিমাণে দূৰ কৰে। কার্যনির্বাহকৰ এক বিশেষ সভাত বিতং আলোচনাৰ অন্তত বিলাসীপাৰাৰ বিভিন্ন তথ্য বিস্তৃতভাৱে দাঙি ধৰি ইয়াত সভাৰ ৬৩তম অধিৱেশন অনুষ্ঠিত কৰাৰ আমন্ত্রণ জনাই প্রস্তাৱ গ্রহণ কৰা হয় আৰু বিধিগতভাৱে কেন্দ্রীয় কার্যনির্বাহকলৈ পঠিয়াই শাখাৰ প্রতিনিধি দলে ৬২তম বোকাখাত অধিৱেশনত যোগদান কৰে। বহু বছৰ অপেক্ষাৰ পিছত বিলাসীপাৰা শাখা তথা ৰাইজৰ আমন্ত্রণ সভাই গ্রহণ কৰি ৬৩তম অধিৱেশন বিলাসীপাৰাত অনুষ্ঠিত কৰিবলৈ সিদ্ধান্ত গ্রহণ কৰে। সভাৰ এই সিদ্ধান্তত বিলাসীপৰীয়া ৰাইজ অতি আনন্দিত আৰু ৬৩তম অধিৱেশনখনিৰ সফল ৰূপায়ণৰ কাৰণে বদ্ধপৰিকৰ হৈ অগণন ভাষা, সাহিত্যপ্রেমী ৰাইজ সাদৰে আদৰিবলৈ অধীৰ অপেক্ষাত।

বিলাসীপাৰা শাখা সাহিত্য সভাৰ এই সুদীর্ঘ পৰিক্রমা ভাষাজননীৰ একনিষ্ঠ সেৱকসকলৰ নিষ্ঠা, ত্যাগ আৰু কষ্টৰ খতিয়ান। এই দীঘলীয়া যাত্রাপথত সেৱকসকলে কিমান নিঃসঙ্গতা, কিমান উজুটি অকাতৰে অতিক্রম কৰি আহিবলগীয়া হল তাৰ বিস্তৃত বিৱৰণ এক স্বতন্ত্র পুস্তিকাতহে সম্ভৱ। ভাষাজননীৰ এই সেৱকসকলে দুদিনত ক্ষুদ্র বীজ এটি সযতনে ৰোপণ কৰি গজালি মেলাই আজিৰ মহীৰুহত পৰিণত কৰিছে। বিলাসীপাৰা শাখা সাহিত সভা আজি এক সুদৃঢ় ভেটিত প্রতিষ্ঠিত। এই অঞ্চলত ভাষা, সাহিত্য-সংস্কৃতিৰ মিলনক্ষেত্র ৰূপে সৰ্বাবৃহৎ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ পৱিত্র ধ্বজা নিৰবধিকাল উৰুৱাই থাকিব।

"আপোনাসকলৰ বৰ গৌৰৱৰ বিষয় যে মহাপুৰষ শঙ্কৰদেৱ আৰু মাধৱদেৱে বঙ্গদেশৰ চৈতন্যৰ পূৰ্বেই অসমত বৈষ্ণৱ ধর্মৰ প্রচাৰ কৰে আৰু কৃত্তিবাস, কাশীৰাম দাসৰ পূৰ্বেই গদ্য-পদ্যত পুথি লিখে। ভট্টদেৱৰ ষোল শতিকাত লিখা কথা-গীতাৰ গদ্য বাস্তৱতে অতুলনীয়। স্বভাৱতেই আপোনালোকৰ হিয়া অহঙ্কাৰৰ ভাবত কঁপি উঠে যে যি সময়ত বঙ্গদেশে কৃত্তিবাস বা কাশীৰামক জন্ম দিয়া নাছিল আৰু যি সময়ত গদ্য নামৰ উপযুক্ত সাহিত্য ওপজোৱা নাই সেই সময়ত অসমত বৈষ্ণৱ ধর্মৰ প্রচাৰক শঙ্কৰদেৱ আৰু তেৰা উপযুক্ত শিষ্য মাধৱদেৱ — দুয়োজনেই কায়স্থ — চৈতন্যৰ জন্মৰ পূৰ্বেই পদ্যত পুথি লিখে আৰু এই কেইআষাৰ কথা লিখাৰ পিছত পণ্ডিত হেমচন্দ্র গোস্বামী মহোদয়ৰ পাণ্ডিত্য আৰু স্বদেশ সেৱাৰ ফলত এই 'কথা-গীতাৰ' অপূর্ব সংস্কৰণ পঢ়িবলৈ মই সুবিধা পাইছো। এইখন অমূল্য ৰত্নস্বৰূপ। যি সময়ত ইংলণ্ডৰ হুকাৰ আৰু লাটিমাৰৰ ৰচনাৰ বাহিৰে জগতৰ আন কোনো সাহিত্যই উন্নতি লাভ কৰিব পৰা নাছিল, সেই সময়ত ষোল শতিকাত অসমীয়া গদ্য-সাহিত্যই উন্নত অৱস্থাত ভৰি দিছিল। অসমীয়া ভাষাৰ স্বাতন্ত্র্য আৰু বিশিষ্টতা লৈ বহু দিন বিৰোধ চলি আহিছে। এইবোৰ মূৰ্খামিৰ চিনহে মাথোন।

অসমীয়া সাহিত্যই ষোল শতিকাত যি উন্নত অৱস্থা পাইছিল বঙলা সাহিত্যই তেনে অৱস্থা ঈশ্বৰচন্দ্র আৰু বঙ্কিমচন্দ্রৰ দিনতহে মাথোন পাইছে।"

বিজ্ঞানাচার্য্য প্রফুল্লচন্দ্র ৰায়




# বিলাসীপাৰা অঞ্চলৰ প্ৰাচীন খেল-ধেমালি

ৰামেশ্বৰ দেৱনাথ

সাধাৰণ দৃষ্টিত খেল-ধেমালি এটা তেনেই গুৰুত্বহীন কাৰ্য বুলি ধাৰণা হয়। কিন্তু প্ৰকৃততে খেল-ধেমালি আনন্দ লাভৰ এটি উৎস। ইয়াৰ দ্বাৰা খেলুৱৈয়ে নিজেও আনন্দ লাভ কৰে আৰু আনকো আনন্দ দিয়ে। আনন্দ লাভৰ হাবিয়াস মানৱ প্ৰাণৰ জন্মগত স্বভাৱ। কেঁচুৱা অৱস্থাৰ পৰাই এই হাবিয়াস মানুহৰ সৰ্বক্ষণ আৰু সৰ্বকালৰ সঙ্গী। এই হাবিয়াসৰ অপূৰ্ণতাই দুখ। ল'ৰা-ছোৱালী, ডেকা-গাভৰু, পুৰুষ-মহিলা সকলোৱে কাল, পাত্ৰ আৰু অৱস্থা ভেদে বিভিন্ন ক্ৰিয়া-কৰ্ম, অঙ্গ সঞ্চালনৰ মাধ্যমত আনন্দ লাভৰ ইচ্ছাকে পূৰ্ণ কৰাৰ প্ৰয়াস কৰি চলিছে। তাৰ ফলতে ৰং-ৰহইচ, গীত-মাত-নৃত্য আদিৰ লগতে খেল-ধেমালিৰো সৃষ্টি হৈছে। এই খেল-ধেমালিৰ বিনিময়ত লাভ কৰিব পৰা নিৰ্ভেজাল আনন্দ শাৰীৰিক আৰু মানসিক স্বাস্থ্যৰ ক্ষেত্ৰত এবিধ মহৌষধ।

প্ৰাচীন কালৰে পৰা বিলাসীপাৰা অঞ্চলত প্ৰচলিত হৈ থকা অসংখ্য খেল-ধেমালিৰ কোনোবাটো আজি অৱলুপ্ত, কোনোবাটো অবলুপ্তিৰ পথত। একালত যিবোৰ খেল-ধেমালি সমগ্ৰ অঞ্চলটোৰ চুকে-কোণে বহুলভাৱে প্ৰচলিত হৈ আছিল তাৰে কেইটামানৰ এটা চমু আভাস দাঙি ধৰাৰ প্ৰয়াস কৰা হ'ল।

**(১) ঢোপখেল ঃ** বহু যুগ আগৰে পৰা 'ঢোপখেল' বিলাসীপাৰা অঞ্চলটোৰ গাঁৱে-ভূঁয়ে প্ৰচলিত থকাৰ কথা বয়োবৃদ্ধ লোকৰ পৰা জনা যায়। স্মৰণাতীত কালতে হেনো ঢোপখেলৰ সৃষ্টি। মথুৰাত শ্ৰীকৃষ্ণৰ জন্মৰ পিছত ব্ৰজধামত তেওঁৰ জন্মোৎসৱ উপলক্ষে ব্ৰজবালাসকলে পোনতে হেনো নন্দ ৰজাৰ প্ৰসাদ প্ৰাঙ্গণত দধি ঢালি দি ঢোপ খেল পাতিছিল। অঞ্চলটোত এনে প্ৰবাদ আছে যে আহাৰ-শাওন মাহত ধানখেতিৰ সময়ত বৰষুণৰ অভাৱত খেতিৰ কাম বিঘ্নিত হ'লে, সঘনাই কেইদিন মান একাদিক্ৰমে ঢোপখেল পাতিলে হেনো বৰষুণ হয়।

দুটা দলৰ ভিতৰত এই খেল পতা হয়। প্ৰতি দলত কিমান খেলুৱৈ থাকিব লাগে সেই বিষয়ে ধৰা-বন্ধা নিয়মৰ কথা জনা নাযায়। খেল আৰম্ভ হোৱাৰ আগতে দুয়োটা দলৰ পৰা এজনকৈ বাছি দিয়া দুজন খেলুৱৈয়ে নতুন কাপোৰ এখনৰ (নতুন কাপোৰৰ অভাৱত তাঁতশালত বোৱা পৰিষ্কাৰ কাপোৰ) মাজত মাটি এডোখৰ দি কাপোৰখন বিশিষ্ট ভঙ্গীৰে চাৰিওফালে মেৰিয়াই চুটি নেজযুক্ত 'ঢোপ' এটা তৈয়াৰ কৰি লোৱাৰ নিয়ম। ঢোপ তৈয়াৰ হোৱাৰ পিছত প্ৰতিযোগী দল দুটাৰ পৰা এজনকৈ সুদক্ষ খেলুৱৈ বিপৰীত দললৈ 'ৰাজদূত' হিচাপে পঠিয়াব লাগে। সেইজন খেলুৱৈয়ে প্ৰতিপক্ষৰ মাজত থাকি নিজ দলৰ সপক্ষে খেলিব লাগে। এই দুজন খেলুৱৈক এই অঞ্চলটোৰ গাঁওসমূহত 'খুদি খাওয়া খেলোৱাৰ' (খুদি খোৱা খেলুৱৈ) বোলা হয়। এডাল নিৰ্দিষ্ট ৰেখাৰ দুয়োফালে দুয়োজন থিয় দিয়াৰ পিছত 'খুদি খাওয়া খেলোৱাৰ' দুজনৰ যিকোনো এজনে খেলৰেখাৰ সিফালে থিয় দিয়া খেলুৱৈসকলৰ মূৰৰ ওপৰলৈ ঢোপটো দলিয়াই দি খেল আৰম্ভ কৰি দিয়ে। ওপৰৰ পৰা ঢোপটো তললৈ আহি থাকোঁতে শূন্যতে এজনে ধৰি তৎক্ষণাত বিপৰীত পক্ষৰ ওপৰলৈ দলিয়াই দিয়ে। এনেকৈ খেল চলি থকা অৱস্থাত 'ঢোপ' মাটিত পৰিলে, সেইফালত থকা 'খুদি খাওয়া খেলোৱাৰ'জনে আকৌ বিপৰীত দলৰ ওপৰলৈ 'ঢোপ' দলিয়াই খেল আৰম্ভ কৰি দিব। খেল পূৰ্ণ উদ্যমে চলি থাকোঁতে খুদি খোৱা খেলুৱৈয়ে যদি অকস্মাৎ ঢোপটো ধৰি তৎক্ষণাত খেলৰেখা পাৰ হৈ 'ঢোপ পালো' 'ঢোপ পালো' বুলি ঘোষণা কৰিব পাৰে, তেন্তে প্ৰতিযোগী পক্ষতকৈ 'এক ঢোপ' বেছি পাই আগ বঢ়া বুজায়। খুদি খোৱাই ঢোপ ধৰা মাত্ৰকে প্ৰতিপক্ষৰ খেলুৱৈয়ে ঢোপ কাঢ়ি ল'ব পাৰে বা তাৰ কাৰণে যুঁজ-বাগৰ হ'ব পাৰে। তেনে ক্ষেত্ৰত খেল আকৌ নতুনকৈ যোজনা হ'ব। নিৰ্দিষ্ট সময়সীমাৰ ভিতৰত যি পক্ষৰ ঢোপ পোৱাৰ সংখ্যা অধিক হ'ব, সেইপক্ষই বিজয়ী বুলি ঘোষিত হ'ব। ওচৰ-চুবুৰীয়া গাঁওবিলাকৰ ভিতৰত এই খেলৰ প্ৰতিযোগিতা পতা হৈছিল বুলি জনা যায়।

**(২) চিলা-পাৰ খেল ঃ** এই খেল এটা চিলাৰ দল আৰু এটা পাৰৰ দলৰ ভিতৰত পতা হয়। কোৰেৰে দাগ কাটি এটা ডাঙৰ চতুৰ্ভুজৰ মাজত দুটা কক্ষ তৈয়াৰ কৰা হয়। এই দুই কক্ষৰ এটাত চিলা আৰু আনটোত পাৰ শাৰীকৈ মধ্য দাগৰ দুইফালে যুদ্ধং দেহি ভাবত থিয় হয়। কুৰুয়াই (মধ্যস্থতা কৰা ব্যক্তি) বাহৰ চুঙা এটাৰে শিহ দি খেল আৰম্ভ হোৱাৰ সঙ্কেত দিয়াৰ লগে লগে পাৰৰ দলটোৱে 'বাক্ বাক্ বাকৰুং — বাক্ বাক্ বাকৰুং' আৰু চিলাৰ দলটোৱে 'চিল্লিল্লিউ চিল্লিল্লিউ' শব্দ কৰি এক পক্ষই আন পক্ষক প্ৰত্যাহ্বান জনায়। এই শব্দ ক্ৰমাৎ বাঢ়ি গৈ গৈ দুয়োপক্ষৰ খেলুৱৈ উত্তেজিত হৈ একপক্ষই আন পক্ষৰ এজনক আক্ৰমণ কৰি ধৰি নিজ কক্ষলৈ টানি আনি আত্মসমৰ্পণ কৰাৰ বাবে হেঁচা প্ৰয়োগ কৰে। চিলা পক্ষই পাৰ পক্ষৰ এজনক টানি আনিলে — 'চিলা নে পাৰ?' 'চিলা নে পাৰ?' বুলি আত্মসমৰ্পণৰ স্বীকাৰোক্তি বিচাৰি থাকে। যিমান পৰ ধৰি পাৰটোৱে নিজত্ব বিসৰ্জন নিদি 'পাৰ' 'পাৰ' বুলি পৰিচয় দি থাকে — সিমান পৰলৈ তিনি-চাৰিজন মান চিলা খেলুৱৈয়ে আগুৰি, হেঁচি ধৰি শাস্তি প্ৰয়োগ কৰি হ'লেও তাৰ আত্মসমৰ্পণৰ স্বীকাৰোক্তিৰ চেষ্টা চলাই আবদ্ধ কৰি ধৰি ৰাখে। এনেকি চুলিত টানি, গাত চিকুট মাৰি, কাঁইটেৰে হাতৰ তলুৱা, ভৰিৰ তলুৱাত আৰু কাণৰ লতিত ফুটাই দি হ'লেও



আত্মসমৰ্পণৰ বাবে শাস্তি দি থাকে। এই কাৰ্য উভয়পক্ষই উভয়পক্ষৰ ওপৰত প্ৰয়োগ কৰিব পাৰে। নিৰ্যাতন সহ্য কৰিব নোৱাৰি খেলুৱৈয়ে নিজত্ব পৰিহাৰ কৰি আত্মসমৰ্পণ কৰে বা কিবা প্ৰকাৰে শত্ৰুৰ হাতৰ পৰা মুক্তি লাভ কৰি পুনৰায় নিজ পক্ষত চামিল হয়গৈ। এনেকৈ চলি চলি কোনো দলৰ সংখ্যা হ্ৰাস হৈ সকলোৱে আত্মসমৰ্পণ কৰিব লগা হ'লে বা বন্দী হ'লে সেই দলক পৰাজিত বুলি কুৰুয়াই ঘোষণা কৰে। বিলাসীপাৰাৰ পৰা উত্তৰ-পূব পিনে থকা উদ্মাৰী-ব্ৰহ্মাতলৰ এজন লোকে সদায় এই খেলত চিলাৰ ভূমিকাত খেলিছিল আৰু অসহনীয় নিৰ্যাতন সহ্য কৰিব লগীয়া হ'লেও কেতিয়াও আত্মসমৰ্পণ কৰা নাছিল। তেওঁৰ দুয়োখন কাণত কাঁইটে বিন্ধাৰ দাগ আৰু ছিদ্ৰ হৈ পৰিছিল। কিন্তু নিজত্ব বিসৰ্জন দি আত্মসমৰ্পণ কৰা নাছিল। সেয়ে তেওঁ আঞ্চলটোত বাতিৰাম চিলা বুলি পৰিচিত হৈছিল। এয়া ত্ৰিশৰ দশকৰ কথা।

**(৩) ফুত্তি খেল ঃ** (ফুত্তি খেল বা গদম্ ধৌলী খেল, ডাণ্ডা-গুটি খেল) অতি প্ৰাচীনকালৰে পৰা চলি অহা খেলবোৰৰ ভিতৰত 'ফুত্তি খেল বা গদম্ ধৌলী' খেল অন্যতম। বিলাসীপাৰা অঞ্চলৰ গাঁওবোৰত একালত এই খেলৰ জনপ্ৰিয়তা বিয়পি পৰিছিল। দুটা প্ৰতিযোগী দলৰ মাজত খেল অনুষ্ঠিত হয়। খেলৰ বাবে প্ৰতি দলত দহজনকৈ খেলুৱৈ থাকিব পাৰে। প্ৰতিজন খেলুৱৈৰ হাতত ১৮″(ওঠৰ) ইঞ্চি (এক হাত) দীঘল আৰু ৩″(তিনি) ইঞ্চি চেপেটা এখনকৈ ফুত্তি থাকে। ফুত্তিটো ২″(দুই) ইঞ্চি দীঘল আৰু ১″(এক) ইঞ্চি দলযুক্ত আয়তাকাৰ কাঠ বা বাঁহেৰে তৈয়াৰী বস্তু। এই খেলৰ বাবে খেলপথাৰখন ১০০′(একশ) ফুট মান দীঘল আৰু ৬০′(ষাঠি) ফুট মান বহল হ'ব লাগে। খেলপথাৰৰ এমূৰত দীঘে ২০′(বিশ) ফুট অন্তৰত পথালিকৈ কোৰেৰে দাগ কাটি তৈয়াৰ কৰা এটা কক্ষ থাকিব লাগে। এই কক্ষক সাধাৰণতে জিৰণি কক্ষ বোলা হয়। এই জিৰণি কক্ষত লাগি থকাকৈ খেলপথাৰৰ ফালে জিৰণি কক্ষৰ দাগৰ মধ্যৱৰ্তী ঠাইত ৭′(সাত) ফুট দীঘল আৰু ৭′(সাত) ফুট পুতলৰ এটা বৰ্গক্ষেত্ৰ থাকিব। এই বৰ্গক্ষেত্ৰ জিৰণি কক্ষৰ বাহিৰত থাকিব। এই বৰ্গক্ষেত্ৰৰ কেন্দ্ৰভূমিত থিয় হৈ ভৰিৰ গোৰোৱাৰ ওপৰত ভৰ দি ঘূৰিলে যি বৃত্তৰ সৃষ্টি হয় সেই জোখেৰে এবেগত গাঁত এটা থাকিব। এইটোক 'ফুত্তি গাঁত' বোলা হয়। দুয়ো দলৰ 'দলপতি'ৰ উপস্থিতিত খেলৰ বাবে থকা নিৰ্দ্ধাৰিত 'বিচাৰক' দুজনে 'ফুত্তি' কাৰ 'পথাৰ' কাৰ এই কথা থিৰ কৰি লোৱাৰ পিছতে ফুত্তি লোৱা দলে জিৰণি কক্ষত সোমায় আৰু দলৰ এজনক ফুত্তি চালি (চালনা কৰি) খেল আৰম্ভ কৰিবলৈ 'ফুত্তি গাঁত'টো সন্মুখত লৈ থিয় কৰাই দিয়ে। বিচাৰকে বাহৰ চুঙা বজাই খেল আৰম্ভ কৰাৰ সঙ্কেত দিয়াৰ লগে লগে বিপক্ষ দলৰ খেলুৱৈসকলে পথাৰত ফুত্তি গাঁতৰ পিনে মুখ কৰি সাজু হয়। দ্বিতীয়বাৰ 'বিচাৰকে' বা 'হিচাপ ৰক্ষকে' চুঙাত শিহ্ দিয়াৰ লগে লগে খেল আৰম্ভ হয়। বিচাৰক বা হিচাপ ৰক্ষক দুজনও জিৰণি কক্ষত নিজ স্থিতি ল'ব। তেওঁলোক দুজনে খেলত কোন দলে কিমান চান্ বা কড়ি লাভ কৰে তাৰ হিচাপ ৰাখিব। তদুপৰি কোনো প্ৰকাৰৰ বিবদমান বিষয় উদ্ভৱ হ'লে তাৰ মীমাংসা দিব। খেল আৰম্ভ কৰোঁতে খন্তি এখনৰে এহাতেৰে মাটি খান্দিব লগা হ'লে যেনেকৈ যি ভঙ্গীৰে খন্তিখন হাতেৰে ধৰা হয় তেনেকৈ হাতৰ মুঠিটোত সোঁহাতেৰে ধৰি (হাতৰ বাকী অংশ তলমূৱা হৈ থাকিব) হাতৰ কাষতে ফুত্তিটো পথালিকৈ হাতৰ মুঠিৰ ওপৰত লৈ অকণমান ওপৰৰ ফালে দলিয়াই দিয়াৰ ভঙ্গীৰে ফুত্তিটো ওপৰৰ পিনে দি হাতখন যি অৱস্থাত আছিল সেই অৱস্থাৰেই হাতখনৰ তলফালটোৰেই ফুত্তিটো কোৱাই প্ৰতিপক্ষৰ খেলুৱৈৰ মাজলৈ মাৰি পঠিওৱা হয়। প্ৰতিপক্ষৰ যিকোনো এজন খেলুৱৈয়ে নিজ হাতাৰে ফুত্তিটো কোৱাই ওভোতাই পঠিয়াব লাগে বা মাটিত পৰাৰ আগতে ওপৰতে হাতাৰে ঠক কৰি স্পৰ্শ কৰিব লাগে। তেনে কৰিব পাৰিলে চাল দিয়া খেলুৱৈজন মৰা পৰে বা বহিষ্কাৰ হয়। তেনে কৰিব নোৱাৰিলে, ফুত্তিটো মাটিত পৰিলে প্ৰতি পক্ষৰ খেলুৱৈয়ে ফুত্তিটো গাঁতত পেলাবলৈ দলিয়াই দিয়ে। গাঁতত পৰিলে চালকজন মৰা পৰে। চালকজনে ওভোতাই মাৰি পঠিয়াব পাৰিলে আৰু প্ৰতিপক্ষৰ খেলুৱৈয়ে হাতাৰে ওপৰতে স্পৰ্শ কৰিব নোৱাৰিলে বা ওভোতাই মাৰি পঠিয়াব নোৱাৰিলে, ফুত্তিটো যি ঠাইত পৰিব চালক সেই ঠাইলৈ গৈ তাৰ পৰা হাতাখনেৰে (মাজত ধৰি) গদম্, - ধৌলী, - চক্কৰ্, - চাইৰে, - ডিয়া, - ফুল'' - এইদৰে জোখ দিব। (হাতাখনৰ দীঘ ১ হাত, গতিকে গদম্ - ধৌলী, - চককৰ্ - চাইৰে,- ডিয়া, ফুল বুলি জোখ দিওঁতে ৬ ছয় হাত হ'ব। এই ছয় হাত অন্তৰে অন্তৰে ১ কড়ি সম্পূৰ্ণ হ'ব।) আৰু ফুত্তিৰ গাতলৈ কিমান কড়ি হ'ব তাৰ মাপ দিব। এইদৰে মাপ দিওঁতে ফুত্তিটো বাওঁহাতে ধৰি আগলৈ হালি বাওঁহাতখন ওপৰত ৰাখিব লাগিব। মাপৰ শেষত বিচাৰকে হিচাপ ৰাখিব। হাতাখন ফুত্তি গাঁত স্পৰ্শ কৰোঁতে গদম্ - ধৌলীৰ কোন ক্ৰমত পৰে চালকে সেই ক্ৰমত ফুত্তি মাৰিব। গদম্ ক্ৰমত গাঁত পালে খেলুৱৈ জনে সোঁভৰিৰ পতাৰ ওপৰত ফুত্তি থৈ, ধৌলী হ'লৈ বাওঁহাতৰ চাৰিটা আঙুলিৰে ফুত্তিটো ধৰি, - চক্কৰ্ হ'লে বাওঁহাতৰ প্ৰথমা আৰু মধ্যমা আঙুলিৰ ওলোটা ফালৰ ওপৰত থৈ, — চাইৰা হ'লে, বাওঁহাতৰ চাৰিটা আঙুলিৰ ওলোটা ফালে থৈ, — ডিয়া হ'লে বাওঁহাত মুঠি মাৰি প্ৰথমা আৰু বুঢ়া আঙুলিৰ ওপৰত থৈ ফুত্তিটো অলপ ওপৰলৈ লফিয়াই দি সোঁহাতেৰে হাতাখনৰ দ্বাৰা কোবাই প্ৰতি পক্ষৰ খেলুৱৈসকলৰ মাজলৈ মাৰি পঠিয়াব লাগে। ফুত্তিটো খেল পথাৰৰ চাৰিসীমাৰ বাহিৰলৈ গৈ পৰিলে পুনৰ চালিব লাগিব। চাইল দিয়া খেলুৱৈ মৰা পৰিলে বা বহিষ্কাৰ হ'লে গাঁতৰ পিছফালৰ জিৰণি কক্ষত অপেক্ষাৰত খেলুৱৈৰ এজন চাইল দিবলৈ উঠে। খেল আগৰ দৰে চলে। গোটেই কেইজন খেলুৱৈ বহিষ্কাৰ হ'লে, প্ৰতিপক্ষৰ এজনে চাইল দিবলৈ আৰম্ভ কৰে। বাকী খেলুৱৈ বিলাক জিৰণি কক্ষত আশ্ৰয় লয়। এইদৰে দুয়ো পক্ষই খেল এবাৰকৈ সম্পূৰ্ণ কৰিলে তাক এক পৰ্যায় বা প্ৰস্থ বোলে। দুই দলৰ মাজত কেইবা প্ৰস্থ খেল হ'ব পাৰে। শেষত প্ৰতিদলে পোৱা কড়ি গণনা কৰি হাৰ-জিত নিৰ্ধাৰণ কৰা হয়। অঞ্চলটোত, দলে-দলে গাঁৱে গাঁৱে এই খেলৰ প্ৰতি যোগ্যতা পতা হৈছিল। গাঁওবিলাকত ল'ৰা, ডেকা, গৰখীয়া, ছাত্ৰ, খেতিয়ক সকলোৱে মাজত- এই জনপ্ৰিয় খেলটোৰ বহুল প্ৰচলন আছিল। দ্বিতীয় মহাসমৰৰ সমাপ্তিৰ পিছৰ পৰা এই খেলৰ প্ৰচলন ক্ৰমাত কমি গৈ বৰ্তমান অন্তৰ্হিত হৈছে, তাৰ ঠাইত ক্ৰিকেট খেলে স্থান দখল কৰিছে। ক্ৰিকেট খেলৰ লগত এই খেলৰ বহু সামঞ্জস্য থকা দেখা যায়। ক্ৰিকেট ফুত্তি খেলৰেই উন্নত সংস্কৰণ বুলি ধৰি লোৱাৰ বলিষ্ঠ যুক্তি আছে।




**(৪) বাট্টা খেল ঃ** (বোমা খেল) বাট্টা খেলৰ আন এটা নাম বোমা খেল। এই খেল বিলাসীপাৰা অঞ্চলৰ গাঁওবিলাকত কেতিয়াৰ পৰা চলি

আহিছিল, সেই কথা সঠিককৈ জনা নাযায়। ত্ৰিশৰ দশকৰ পৰা ১৯৪৫ চনত দ্বিতীয় মহাসমৰৰ শেষলৈকে অঞ্চলটোৰ প্ৰায় সকলো গাঁৱতে এই খেলৰ ধুম চলিছিল। চল্লিশৰ দশকৰ শেষৰ ফালে ক্ৰমাৎ এই খেলৰ প্ৰচলন কমি আহি সেই দশকৰ ভিতৰতে বন্ধ হৈ যায়। দুটা প্ৰতিযোগী দলৰ ভিতৰত এই খেল অনুষ্ঠিত হৈছিল।

১০০' (একশ) ফুট মান দীঘল আৰু ৬০' (যাঠি) ফুট মান বহল আয়তাকাৰ খেল পথাৰত এই খেল পতা হয়। খেল পথাৰৰ এমূৰত ২০ ফুট মানৰ আছুতীয়া কক্ষ এটাত ২ (দুই) জন বিচাৰক বা হিচাপ ৰক্ষক থাকে। তেওঁলোকে দুয়োটা দলৰ অৰ্জিত কাড় বা চান্‌ৰ হিচাপ ৰাখে। কোনো বিষয়ত দুয়ো দলৰ মাজত বিবাদৰ সূত্ৰপাত হ'লে বা কোনোবাই খেলৰ ৰীতি-নীতি ভঙ্গ কৰিলে বিচাৰকে তাৰ মীমাংসা কৰে। উক্ত আছুতীয়া কক্ষৰ গাতে লগাই ৭ 'ফুট বাহুযুক্ত এটা বৰ্গাকাৰ ক্ষেত্ৰ থাকিব লাগে। এই ক্ষেত্ৰটোৰ মাজ ভাগত অনুস্বৰ আখৰটোৰ দৰে হেলনীয়া গাঁত এটা থাকিব। ইয়েই বাট্টা বা বোমা স্থাপনৰ গাঁত। বাট্টাটো আঠ আঙুলি মান দীঘল গোটা লাঠিৰ আকৃতিৰ হ'ব লাগে। প্ৰত্যেক খেলুৱৈৰ হাতত ২ (দুই) হাত মান দীঘল লাঠী থাকিব। বাট্টা আৰু লাঠিৰ সাধাৰণতে বাঁহেৰে তৈয়াৰ কৰা হ'ব লাগে। প্ৰথমে খেলৰ চাল দিয়া দলৰ এজন খেলুৱৈয়ে অনুস্বৰ আকৃতিৰ গাঁতটো আগৰ পিনে ৰাখি থিয় দিব। দলৰ বাকীবিলাক খেলুৱৈ আছুতীয়া কক্ষত থাকিবগৈ। হিচাপ ৰক্ষক এজনৰ ইঙ্গিতত খেল আৰম্ভ হ'ব। বাট্টাৰ চাল দিয়া খেলুৱৈজনে অনুস্বৰ আকৃতিৰ গাঁতৰ ওপৰত পথালিকৈ বাট্টাটো পাতি লাঠীৰ এটা মূৰ তললৈ সুমুৱাই ওপৰলৈ ছিটিকাই দিয়াৰ ভঙ্গীৰে বাট্টাটো বিপৰীত দলৰ খেলুৱৈসকলৰ পিনে পঠিয়াই গাঁতটোৰ ওপৰত লাঠি ডাল পথালিকৈ পাতি থব। বাট্টাটো পৰা ঠাইৰ পৰা বিপক্ষ দলৰ খেলুৱৈ এজনে পাতি থোৱা লাঠীডালত লগাবৰ বাবে বাট্টাটো দলিয়াই দিব। লাঠীত বাট্টাটো লগাব পাৰিলে খেলুৱৈজন মৰা পৰিব বা বহিষ্কাৰ হ'ব। লগাব নোৱাৰিলে চাল দিয়া খেলুৱৈয়ে গাঁতত বাট্টা স্থাপন কৰি প্ৰথমতে লাহেকৈ বাট্টাৰ মূৰত মাৰি দিব। বাট্টাটো ছিটিকি ওপৰলৈ উঠিলে লাঠীৰে জোৰেৰে কোবাই বিপক্ষ দলৰ পিনে দিয়া হয়। বিপক্ষ দলৰ কোনো খেলুৱৈয়ে ওপৰত থকা অৱস্থাতে লাঠীৰে বাট্টাটো স্পৰ্শ:কৰিব বা কোবাই ওভোতাই পঠিয়াব বা লাঠীৰে (মাটিত পৰাৰ আগতে ওপৰতে) স্পৰ্শ কৰিব নোৱাৰিলে সেই স্থানৰ (বাট্টা মাটিত পৰা স্থান) পৰা বাট্টাটোৰে এক্কা-দক্কা, তিনি, চাৰিকৈ মাপি মাপি গাঁত পৰ্যন্ত আহিব লাগিব। মাপত যিমান হয় হিচাপ ৰক্ষকে সেই সংখ্যা সেই দলৰ অৰ্জিত কড়ি বা চান্‌ৰ হিচাপত ধৰি ৰাখিব। এনেকৈ খেল চলিব। চাল দিয়া খেলুৱৈ মৰা পৰিলে দলৰ আন এজনে লাঠী হাতত ল'ব আৰু চাল দিব। এনেকৈ সকলো খেলুৱৈ মৰা পৰিলে বা বহিষ্কাৰ হ'লে, বিপক্ষৰ দলৰ চাল দিয়াৰ পাল পৰিব। এই দলৰ সকলো বহিষ্কাৰ হ'লে খেলৰ এক প্ৰস্থ সম্পন্ন হ'ব। কাড় বা চান্‌ৰ গণনাত অধিক লাভ কৰা দল জয়ী বুলি ঘোষিত হ'ব।

**(৫) মাণিক-মণি খেল ঃ** (মানিমুনি খেল, লাল-নীল গুটি খেল, কছলত ডাফা খেল) এই খেল খেলিবলৈ এটা লাল (ৰঙা) মাণিক আৰু এটা নীল মণি লাগে। এক মাণিকেই হেনো সাত ৰজাৰ ধন। গতিকে ইমান মূল্যৱান দুষ্প্ৰাপ্য বস্তুৰ পৰিৱৰ্তে এটা লাল (ৰঙা) আৰু এটা নীল ওজন থকা কাঠৰ নিৰ্মিত ঘূৰণীয়া গুটিৰে বিলাসীপাৰা অঞ্চলৰ গাঁৱে-ভূঁয়ে ল'ৰা-ছোৱালী, ছাত্ৰ-ছাত্ৰীৰ মাজত এই খেল বহু পুৰণি কালৰে পৰা প্ৰচলিত আছে। গুটি দুটা উজ্জ্বল ৰং সনা, হাতৰ মুঠিৰ ভিতৰত লুকাব পৰা মধ্যম আকৃতিৰ (একেবাৰে সৰুও নহয় আৰু সিমান ডাঙৰো নহয়) হ'ব লাগে। এই খেল দুটা দলৰ মাজত অনুষ্ঠিত হয়। খেল পৰিচালনাৰ বাবে এজন 'ৰজা' থাকে। খেল অনুষ্ঠিত হ'ব লগা পথাৰখন ঘূৰণীয়া এটা সীমাৰেখাৰে আগুৰা হ'ব লাগে। খেল পথাৰখনত দীঘল-চুটি দুয়ো ধৰণৰ ঘাঁহ-বন থকা হ'লে ভাল হয়। পথাৰৰ মাজ ঠাইত লাল 'মাণিক'ৰ বাবে এটা আৰু 'নীল' মণিৰ বাবে এটা, - এই দুটা মজলীয়া আকৃতিৰ গাঁত খান্দি লাল আৰু নীল ৰঙেৰে ৰঙীণ কৰি ল'ব লাগে। ৰঙৰ লগত ৰঙ মিলাই লাল গাঁতত লাল মাণিক আৰু নীল গাঁতত নীল মণি যথাক্ৰমে সজাই থৈ খোলৰ ৰজা বহিব। ৰজাই খেলুৱৈসকলক আহ্বান জনাব —




''আয়ৰে খেল্টুকেৰ দল,
দেখি যা লাল মাণিক
আৰ নীল মণিৰ ফল।''

এইদৰে ৰজাই একাধিক বাৰ ছন্দ লগাই দীঘলীয়াকৈ খেলুৱৈসকলক গুটি দুটা আৰু নিৰ্দিষ্ট গাঁত দুটা চাবলৈ আহ্বান দিব। তাৰ পিছত ৰজাই নিৰ্দেশ দিয়ে,

'যাৰে খেল্টুবোৰ দল — দূৰেৰ গঙ্গাৰ পাৰ,
স্নান কৰি আহি পিন্ধেক — মাণিক মণিৰ হাৰ।''

খেলুৱৈসকলে গা-ধুৱাৰ উদ্দেশ্যে সাগৰৰ ফালে (দক্ষিণ ফালে) গৈ থাকোঁতে, বিচক্ষণ ৰজাই লাল মাণিকটো এফালে দূৰলৈ দলিয়াই দিয়ে। তাৰ অলপ সময়ৰ পিছতে গা ধুবলৈ যোৱা খেলুৱৈসকললৈ মাত লগায়—

''আয়ৰে খেল্টুক গুলা — তাৰা তাৰি আয়,
দেখ আসি লাল মাণিক — চোৰে নিয়া যায়।''

এই মাত শুনিয়েই খেলুৱৈসকলে লৰালৰিকৈ ৰজাৰ ওচৰলৈ আহিবলৈ লৰ মাৰে। ৰজাৰ ওচৰ নৌপাওতেই ৰজাই ইঙ্গিত দিয়ে —

''লাল মাণিক নিয়া শাল তস্ত ...... পূৰ্ব দিকে যায়,
তোমৰা এক দৌৰে গিয়া শিঘ্ৰে ...... মাণিক নিয়া আয়।''

ইঙ্গিত পোৱাৰ লগে লগে খেলুৱৈসকলে পূবফালে লাল মাণিক বিচাৰি যাত্ৰা কৰে। খেলুৱৈসকলৰ কোনোবাই লাল মাণিক বিচাৰি পাই ৰজাৰ ওচৰলৈ উভতি অহাৰ উপক্ৰম কৰোঁতে বিপক্ষ দলৰ খেলুৱৈয়ে মাণিক কাঢ়ি ল'বলৈ তেওঁক আক্ৰমণ কৰে। কেনেবাকৈ এই আক্ৰমণ প্ৰতিহত কৰি বা নিজ দলৰ আন এজন খেলুৱৈৰ হাতত মাণিক হস্তান্তৰ কৰিব খোজোঁতেই বিপক্ষ দলৰ খেলুৱৈয়ে গম পাই তাকো আক্ৰমণ কৰে তাৰ হাতত পৰা মাণিক কাঢ়ি ল'বলৈ। এনেকৈ মাণিক হস্তগত কৰিবলৈ উভয় দলৰ মাজত তুমুল কাৰা বগৰি, টনা-টনি, যুঁজ-বাগৰ হয়। কেতিয়াবা হাতৰ মুঠি খুলি মাণিক কাঢ়ি ল'বলৈ চেষ্টা কৰোঁতে হাতৰ মুঠি মৰা আঙুলিৰ ছাল উঠি গৈ তেজ ওলোৱা দেখা যায়। কিন্তু এনে অৱস্থাতো খেলুৱৈয়ে বিপক্ষৰ হাতত গুটি এৰি নিদিয়ে। (উদ্‌মাৰী গাঁৱৰ ৺ ৰাজীৱলোচন নাথ এনে এজন খেলুৱৈ বুলি প্ৰসিদ্ধ আছিল। তেওঁৰ হাতৰ আঙুলিৰ ওপৰ পিঠিৰ ছাল এইদৰে বহু খেলত এৰাই এৰাই গৈ ৰক্তপাত হোৱাৰ কথা বহু লোকৰ মুখত শুনিবলৈ পোৱা যায়।) কেনেবাকৈ বহু বাদ-বিসম্বাদ, যুঁজ-বাগৰ অতিক্ৰম কৰি কোনো কৌশলী খেলুৱৈয়ে নিৰ্দিষ্ট গাঁতত লাল মাণিক গতাই দিব পাৰিলে বিপক্ষ দলক এক চান্ লাগে। অৰ্থাৎ এক চান্‌ত বিপক্ষ দল পৰাজিত হয়। লাল মাণিক উদ্ধাৰ হোৱাৰ পিছত ৰজাই 'নীল মণি' উদ্ধাৰৰ বাবে এইদৰে নিৰ্দেশ দিয়ে।



''লাল মাণিক উদ্ধাৰিলা কিন্তু হায় নীলমণি নাই,
'নীল মণি' নিয়া গেল হৰ্ষ ৰাজাৰ ভাই।''

ঘোঁৰাত চৰি শীঘ্ৰে কৰি পশ্চিমে চলি যাও,
'নীলমণি' আনি সবে ভোজ ভাত খাওঁ।''

— ৰজাৰ নিৰ্দেশ শেষ নৌহওঁতেই সকলো খেলুৱৈয়ে 'নীলমণি' উদ্ধাৰৰ বাবে অশ্ববেগে পশ্চিম ফাললৈ যায়। কোনোবাই নীলমণি পালে উপৰোক্ত ধৰণে আকৌ যুজঁ-বাগৰৰ পিছত যি দলৰ খেলুৱৈয়ে যথা স্থানত মণি পৌছাই দিবলৈ সমৰ্থ হয়- সেই দলে এক চান লাভ কৰে। ইতিমধ্যে নীলমণি বিচাৰি থাকোঁতে ৰজাই আকৌ লাল মাণিক এফালে দলিয়াই দিয়ে। নীলমণি উদ্ধাৰৰ পিছত লাল মাণিক বিচৰাৰ ইঙ্গিত দিয়ে। এইদৰে কেইবা প্ৰস্থ খেল চলাৰ পিছত - ৰজাই অধিক চান্ লাভ কৰা দলক জয়ী বুলি ঘোষণা কৰি 'দলপতিক' লাল মাণিকৰ মালা (লাল গুটিৰ মালা) পিন্ধাই দিয়ে আৰু পৰাজিত দলৰ দলপতিক নীল মণিৰ (নীল গুটিৰ মালা) মালা পিন্ধাই দি খেলৰ সমাপ্তি ঘোষণা কৰে।

**(৬) বৌ-ছিখেল ঃ** (বন্দীয়াল খেল, বন্নি খেল) দীঘে ৮০ (আশী) ফুট আৰু পথালিয়ে ৬০ (যাটি) ফুট, চাৰিসীমাত কোৰেৰে দাগ কটা ক্ষেত্ৰৰ ভিতৰত দুই দলৰ মাজত এই খেল অনুষ্ঠিত হয়। খেলত উত্তৰ হ'ব পৰা বাদ-বিবাদৰ মীমাংসা দিয়াৰ বাবে আৰু খেলৰ ৰীতি-নীতি মানি শৃঙ্খলাবদ্ধভাৱে খেল চলাবৰ বাবে দুজন 'দেৱান' থাকে। এই দেৱান দুজন খেল পথাৰৰ সোঁফাল আৰু বাওঁফাল — এই দুই ফালে দুজন থাকে। পথাৰৰ এমূৰত দহ ফুট বহল পথালিকৈ এটা 'ছি-ঘৰ' থাকে। আনটো মূৰৰ সীমাৰ দাগৰ ২০ (বিশ) ফুট ভিতৰ ফালে এটা 'বৌ-ঘৰ' থাকিব (বন্দীয়াল ঘৰ) এইটো এটা বৃত্ত। (খেল পথাৰৰ মূৰত ৬০ (ষাঠি) ফুট দাগটোৰ মধ্যস্থলত, — দুয়োফালৰ পৰা ৩০ (ত্ৰিশ) ফুট দূৰত এডাল সৰু খুঁটি থাকিব। (৪ ফুট ওখ) ইয়াক কেন্দ্ৰ কৰি এটা ঘূৰণীয়া বৃত্তাকাৰে ঘৰ কাটি ল'ব লাগে। এয়ে বৌ-ঘৰ) 'দেৱান'ৰ মধ্যস্থতাৰ 'বৌ-ঘৰ' আৰু 'খেলপথাৰ' কোনটো কোনটো কোন দলে প্ৰথমে ল'ব তাৰ মীমাংসা হোৱাৰ পিছত খেলৰ আৰম্ভণিৰ বাবে 'বৌ-ঘৰ' লোৱা দলৰ এজন খেলুৱৈক বৌ হিচাপে বা বন্দীয়াল হিচাপে বৌ-ঘৰত থৈ দিয়া হয়। এই দলৰ বাকী ৬ (ছয়) জন খেলুৱৈ খেল পথাৰৰ বিপৰীত মূৰৰ ছি-ঘৰত 'ছি' দিবৰ বাবে প্ৰস্তুত হয়গৈ। বিপৰীত পক্ষৰ খেলুৱৈ সকলৰ 'ছি-ঘৰ' আৰু ' বৌ-ঘৰ' ব্যতিৰেকে খেল পথাৰত যি কোনো ঠাইতে বিচৰণ কৰি থাকিব। এওলোকৰ লক্ষ্য যাতে 'বৌ-ঘৰত আবদ্ধ 'বৌ' বিপৰীত পক্ষৰ চকুত ধূলি দি বা তেওঁলোকৰ হাতত ধৰা নপৰাকৈ বৌ-ঘৰৰ পৰা ছি-ঘৰলৈ গৈ সোমাব পাৰিলেই প্ৰতিপক্ষক এক চান্ লাগে। অৰ্থাৎ প্ৰতিপক্ষ ১ চানত পৰাজিত হয়। গতিকে বৌ বা বন্দীয়াল পক্ষৰ খেলুৱৈসকলৰ এজনে 'ছি' - দি প্ৰতিপক্ষৰ খেলুৱৈসকলক একাষৰীয়াকৈ খেদি পঠিয়াবলৈ বা 'চুই' (স্পৰ্শ কৰি) মাৰি বহিষ্কাৰ কৰিবলৈ আপ্ৰাণ চেষ্টা চলায়। এই কাম খেলুৱৈয়ে একে উশাহৰ ভিতৰতে কৰিব লাগে। আৰু উশাহ শেষ হোৱাৰ আগতে 'ছি-ঘৰত' নাইবা 'বৌ-ঘৰত' আশ্ৰয় ল'ব লাগে। তেনেক্ষেত্ৰত আন এজন খেলুৱৈয়ে 'ছি' দি তেওঁৰ হাতত ধৰি নি 'ছি-ঘৰ' পোৱাব লাগে। খেল পথাৰৰ ভিতৰতে উশাহ শেষ হোৱা অৱস্থাত প্ৰতিপক্ষৰ খেলুৱৈয়ে ছুই দিলে (স্পৰ্শ কৰিলে) 'ছি'-দিয়া খেলুৱৈ মৰাশৰে বা বহিষ্কাৰ হয়। 'বৌ-ঘৰৰ' ওচৰেদি 'চলা-ফিৰা' কৰাৰ সময়ত বিপক্ষ দলৰ কোনো খেলুৱৈক 'বৌ বা বন্দীয়ালে' ('বৌ-ঘৰৰ চাৰিসীমাৰ ভিতৰত থাকিয়েই) হাত বা ভৰিৰে স্পৰ্শ কৰিলে সি মৰা পৰে বা বহিষ্কাৰ হয়। 'ছি' দিওঁতে কিছুমান বুলি (পদ) আওৰাবৰ ৰীতি চলি আহিছে। তাৰে কেইটামান তলত উল্লেখ কৰা হ'ল ঃ-




(১) ''ছিৰে লাই পানু ফলাই, পাণ ফলাই, পাণেৰে গৰে গৰে (গুৰিয়ে গুৰিয়ে) ধূপাতী জ্বলাই, ধূপাতী জ্বলাই, ধূপাতী জ্ব - লা - ই —''

* * * * * * *

(২) ''এলেনা গেল, খিড়িকী-দুৱাৰ মেলো, খিড়িকী-দুৱাৰ মেলো, খিড়িকী-দুৱাৰ মেলা পাইয়া - বৌ পালেয়া গেল, বৌ পালেয়া গে - ল''
বৌ বৰ কামেলী, বৌ মাছ কাটে, জামাইৰ পাতত ভাত দিয়া হালধি-মছলা বাটে — হালধি-মছলা বাটে, হালধি-মছলা বা — টে'—

* * * * * * *

(৩) ''চাঙেৰ তলত কুৰুয়া কুঁৰ কুঁৰ কৰে -
তোৰ মাত বাৰুয়া, টাকা চোৰ কৰে, — টাকা চোৰ কৰে, টাকা চো - ৰ - ক - ৰে''

* * * * * * *

(৪) ''পিৰাৰ তলত ঢোৰা সাপ -
মুই হং তোৰ বুঢ়া বাপ, মুই হং তোৰ বুঢ়া বাপ, বুঢ়া বাপ, বুঢ়া বা - প''

* * * * * * *

খেল চলি থাকোঁতে কোনো উত্তেজনা পূৰ্ণ বা চৰম মুহূৰ্তত বৌ বা বন্দীয়ালে খেলুৱৈৰ অসতৰ্কতাৰ চেলু লৈ বা ছি - দিয়া খেলুৱৈৰ নৈপুণ্যৰ সুযোগ গ্ৰহণ কৰি তীব্ৰবেগে লৰ মাৰি কোনেও ছুব (স্পৰ্শ কৰিব) নোৱাৰাকৈ ছি-ঘৰত উপস্থিত হ'ব পাৰিলে বিপক্ষ দলক এক চান্ লাগে। (এক প্ৰস্থ জয়য়ে) এইদৰে কেইবা প্ৰস্থ খেল চলিব পাৰে। বৌ বা বন্দীয়াল ছি-ঘৰলৈ যাত্ৰা কৰোঁতে বিপক্ষ দলৰ খেলুৱৈয়ে বৌ-ঘৰ, ছি-ঘৰৰ বাহিৰত তেওঁক স্পৰ্শ কৰিলে - সি মৰা পৰে বা বহিষ্কাৰ হয়। তেনে ক্ষেত্ৰত বিপক্ষ দল ছি-ঘৰৰ অধিকাৰী হৈ খেল আৰম্ভ কৰে। খেল চলি থাকোঁতে এজন এজনকৈ যদি দলৰ সকলো মৰা পৰে - বা বহিষ্কাৰ হয় অবাধে বন্দীয়াল ছি-ঘৰ গৈ পায়গৈ তেন্তে বিপক্ষ দলক এক চান্ (game) লাগে।

বহুকাল আগৰে পৰা এই খেলৰ প্ৰচলন অঞ্চলটোত থকাৰ প্ৰমাণ আছে। এতিয়াৰ পৰা ৬০ /৭০ বছৰ মান আগতে বিলাসীপাৰা অঞ্চলৰ গাঁৱে-ভূঁৱে, চুকে-কোণে এই খেলৰ জনপ্ৰিয়তাৰ ঢৌৱে প্ৰবল আকাৰ

ধৰণ কৰিছিল। ঠায়ে ঠায়ে প্ৰতিযোগিতা পতা হৈছিল। বিভিন্ন ঠাইৰ প্ৰতিযোগী দলে এইখেলত যোগদান দিছিল।'' ছিটকীবাৰী মাঠ'' আৰু ''বাঘমাৰী মাঠ'ত অনুষ্ঠিত হোৱা 'বৌ-ছি-খেলৰ' সোঁৱৰণি আজিলৈকে বয়োবৃদ্ধসকলৰ স্মৃতিৰ পৰা মাৰ যোৱা নাই। বৰ্তমানেও স্কুলীয়া ল'ৰা-ছোৱালী, গৰখীয়া বা অইন অইন মহলত এই খেলৰ সমাদৰ পূৰা মাত্ৰাই অটুট হৈ আছে।

**(৭) দাৰিয়া বান্ধা খেল ঃ** দুটা দলৰ ভিতৰত এই খেল অনুষ্ঠিত হয়। বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীৰ ভিতৰত এই খেলৰ জনপ্ৰিয়তা অধিক। প্ৰতি দলত সাধাৰণতে ৭ (সাত) জনকৈ খেলুৱৈ থাকিব পাৰে। তাতোকৈ কম খেলুৱৈ লৈও এই খেল খেলিব পৰা যায়। খেলত দুজন নিৰীক্ষক থাকে। খেলৰ বাবে এটা 'খেলক্ষেত্ৰ' তৈয়াৰ কৰি ল'ব লাগে। (প্ৰচলিত খেলক্ষেত্ৰৰ ছবি কাষত দিয়া হ'ল) উভয় পক্ষৰ খেলুৱৈক সহজে চিনাক্ত কৰিব পৰাকৈ বেলেগ ৰঙৰ পোছাক পিন্ধিব। এদলে বগা পিন্ধিলে আন দলে কলা, এদলে ৰঙা পিন্ধিলে আন দলে সেইজীয়া আদি। প্ৰত্যেক জনৰ পোছাকৰ বুকুৰ ফালে নম্বৰ থাকিব। ১,২,৩,৪,৫,৬,৭, নম্বৰ থকা খেলুৱৈ সেই সেই নম্বৰৰ 'পাদ পথত' থিয় হ'ব। প্ৰতিপক্ষৰ কেঁচা খেলুৱৈক প্ৰতিৰোধ কৰোঁতে পদ পথত থিয় দিয়া খেলুৱৈয়ে সেইজীয়া পথৰ শেষ সীমালৈ 'ভিটিত' ভৰি নিদিয়াকৈ অবাধে বিচৰণ কৰিব পাৰিব আৰু বিপক্ষ দলৰ খেলুৱৈক হাত বা ভৰিৰে ছুই (স্পৰ্শ কৰি) মাৰিব বা বহিষ্কাৰ কৰিব পাৰিব। তেনেকৈ বিপক্ষ দলৰ কেঁচা খেলুৱৈ ৭ নং খেলুৱৈকো অতিক্ৰম কৰি গলে 'পকাঘৰ' পাব আৰু 'পকা' হিচাপে পুনৰ 'ভিটিত' প্ৰৱেশ কৰিলে পাদপথৰ খেলুৱৈয়ে নিজ নম্বৰৰ ৰঙা পথৰ শেষসীমা পৰ্যন্ত অবাধে বিচৰণ কৰি পকা খেলুৱৈক 'চুই' মাৰিব বা বহিষ্কাৰ কৰিব পাৰিব। খেল চলি থাকোঁতে পকা আৰু কেঁচা খেলুৱৈয়ে একোটা ভিটিত সোমালে দুয়োজন খেলুৱৈ মৰা পৰে। ওচৰা-উচৰি দুটা ভিটিৰ কেঁচা-পকা খেলুৱৈয়ে একে মুহূৰ্ততে জাপমাৰি ভিটি বদলি কাৰিব পাৰে। তেনে কৰাৰ ফলত দুয়োজন খেলুৱৈয়ে নিজ নিজ লক্ষ্য অভিমুখে এখোপ আগবাঢ়ি যোৱা হয়। কোনো পকা খেলুৱৈয়ে কোনো শত্ৰুৰ হাতত মৰা নপৰাকৈ, পকাই-কেঁচাই একে ভিটিত নজুলাকৈ, সীমাৰেখাৰ বাহিৰলৈ গৈ নফটাকৈ, সকলো বাধা নিজ কৌশল আৰু চাতুৰ্যতে অতিক্ৰম কৰি সাধু ঘৰত ওলাবগৈ পাৰিলে বিপক্ষ দলক এক চানত পৰাজয় কৰা হয়।




কোনো খেলুৱৈ সাধুঘৰ পোৱাৰ আগে কেঁচা খেলুৱৈ ভিটিত প্ৰৱেশ কৰিব লাগে।

**(৮) লাঠী খেল ঃ** বিলাসীপাৰা অঞ্চলৰ দুই এগাৰাকী বৰ্ষীয়ান লোকৰ মুখত শুনিবলৈ পেৱা যায় যে, একালত অঞ্চলটোৰ ভালেমান ঠাই লাঠী খেলৰ কেন্দ্ৰত পৰিণত হৈ পৰিছিল। লাঠিখেলৰ ওস্তাদ (গুৰু) সকলৰ ভিতৰত নীলা নাথ, নইবক্স লাঠিয়াল, বিন্দু লাঠিয়াল, খোদাবক্স মিঞা, কেটেং লাঠিয়াল আদিৰ নাম উল্লেখযোগ্য। এওঁলোক লাঠীখেলৰ দুৰ্ধৰ্ষ ওস্তাদ আছিল। বিজনীৰ ৰাণী সিদ্ধেশ্বৰী আৰু অভয়েশ্বৰীৰ ভিতৰত ৰাজসিংহাসন লৈ হোৱা কাজিয়া পৰগনীয়াৰ ধুম বা বৰ ৰাণী ছোট ৰাণীৰ যুদ্ধ বুলি জনাজাত। উল্লিখিত লাঠিয়ালসকলে এই যুদ্ধত ছোট-ৰাণীৰ পক্ষত যোগ দি অঞ্চলটোত হোৱা কেবাখনো যুদ্ধত (লখাই ছাবাৰ যুদ্ধ, শাখাতীৰ যুদ্ধ, মেছেনাকুছী যুদ্ধ আদি) অগ্ৰণী ভূমিকা লৈছিল। এয়া সম্ভৱত ১৮৯৬ ৰ ভুঁইকপৰ আগে আগে ঘটা ঘটনা। সেই সময়ৰ পৰাই এই অঞ্চলটোত লাঠী খেলৰ পৰম্পৰা এটা চলিয়েই আছিল। বিশেষকৈ জিলাখনৰ জমিদাৰীৰ অন্তৰ্গত, দক্ষিণ অঞ্চল বছৰে বছৰে বানপানীত জলমগ্ন হোৱা বা নদীৰ গতি সলনিৰ পিছত পুনৰায় খেতিৰ উপযোগী হৈ উঠা বিস্তীৰ্ণ অঞ্চল একোটাৰ দখল কৰাৰ বাবে জোতদাৰ বা সমৃদ্ধিশালী লোকৰ ভিতৰত আঁৰিয়া-আঁৰি লাগিলে লাঠী খেলত পাৰ্গতালী থকা লোকৰ লাঠীৰ জোৰত মাটি দখল কাৰ্য চলিছিল। চাপৰ বিলাসীপাৰা, বগৰীবাৰী আৰু গৌৰীপুৰ ইষ্টেটৰ চৰ অঞ্চলৰ মাটি দখলৰ ক্ষেত্ৰত লাঠী আৰু লাঠিয়াল এসময়ত অপৰিহাৰ্য আছিল। কথাতে প্ৰচলিত আছিল যে, ''- গৌৰীপুৰৰ লাঠী আৰু কোঁচ বিহাৰৰ মাটি।'' সমগ্ৰ অঞ্চলটোত হাই-কাজিয়া, দ্বন্দ-খৰিয়াল, প্ৰভাৱ-প্ৰতিপত্তি বিস্তাৰ আৰু ৰক্ষাৰ কাৰণে কিছু সংখ্যক লোকে ওপৰত উল্লেখ কৰা ধৰণৰ ওস্তাদসকলৰ ওচৰত লাঠী খেলৰ প্ৰশিক্ষণ (আখৰা) লৈছিল, ফলস্বৰূপে লাঠী খেলৰ প্ৰচলন অঞ্চলটোত বাৰুকৈয়ে সম্প্ৰসাৰিত হৈছিল আৰু জমিদাৰ শ্ৰেণীৰ লোকসকলৰ পৃষ্ঠপোষকতাত এই খেলৰ ব্যাপকতা বৃদ্ধি হৈছিল।

**(৯) ধেনু বৎস খেল ঃ** (গাই বাছুৰ খেল বা হাট-বজাৰ খেল) সমুখা-সমুখিকৈ বহি মাজতে মাটিত একে শাৰীত পাঁচটাকৈ, দুটা শাৰীত দহটা বাটিৰ দৰে সৰু গাঁত খান্দি এই খেল খেলা হয়। প্ৰতিজনৰ ভাগত পাঁচটা গাঁতত প্ৰতিটোতে বিশটাকৈ (নিমৰ ফল বা তেনে সৰু ফল বা গুটি সংগ্ৰহ কৰি এইবোৰকে ধেনুৰ প্ৰতীক হিচাপে ধৰিলৈ)

ভৰাল

ভৰাল

১ ২ ৩ ৪ ৫

একেফালতে মুঠ ১০০ (এশ) টাকৈ ফল বা গুটি ভঁড়ালত (ধেনুৰ গোহালীত) ৰখা হয়। ভড়ালৰ পৰা আনি গাঁতত গুটি পাতি খেল খেলা হয়। যিকোনো এটা গাঁতৰ সমূহ গুটি লৈ সোঁফালৰ পিনে প্ৰত্যেক গাঁতত এটা এটাকৈ গুটি দি গৈ থাকিলে য'তে খালি গাঁত পোৱা যাব সেই গাঁতটোকে চেলেকি তাৰ পিছৰ গাঁতত থকা গুটিবোৰ অধিকাৰ কৰিব। অধিকাৰ কৰা গুটিবোৰ ভড়ালত থ'ব লাগিব। এইদৰে এজনে আনজনৰ সম্পূৰ্ণ গুটি অধিকাৰ কৰিলে আনজন এক চান্‌ত পৰাজিত হয়। খেলটো আমোদজনক। অতি প্ৰাচীন কালত ধেনু বা গাভী বা গৰুকেই ধন বা সম্পদ বুলি গণ্য কৰা হৈছিল। এনেকি ৰজাৰ ভিতৰতো যাৰ অছিল গাভী আচিল তেওঁৱেই বেছি সম্পদশালী বুলি পৰিগণিত হৈছিল। এই খেলতো যি যিমান ধেনু লাভ কৰে সি সিমান শ্ৰেষ্ঠ।

**(১০) পাইট্ খেল ঃ** (কচুখেল ঃ ৩ পাইট্; ১৬ পাইট্; ১৮ পাইট্)দুই ৰঙৰ কচুৰ ডাৰা (ডাল, ডগা) ১ / ২'' ইঞ্চি মানকৈ কাটি কাটি গুটি হিচাপে লৈ, মাটিত ৩ পাইট্, ১৬ পাইট্ বা ১৮ পাইট্ৰ অনুপাতে ঘৰ কাটি লৈ ঘৰে ঘৰে গুটি পাতি খেলা হয়। কচুৰ গুটিৰে সাধাৰণ মানুহৰ মাজত খেল পতা বাবে ইয়াৰ অইন নাম 'কচুখেল'।৩ পাইট্ৰ বাবে কম গুটি, ১৬ পাইট্ৰ বাবে অধিক গুটি আৰু ১৮ পাইট্ৰ বাবে ততোধিক গুটি লাগে।এই খেল বৰ্তমানেও কম-বেছি পৰিমাণে অঞ্চলটোত প্ৰচলিত আছে। এই খেল ধৈৰ্য, কৌশল, হিচাপ আৰু বুদ্ধিৰ খেল। সু-প্ৰাচীন দবা খেলৰ গুটিচালনাৰ লগত ইয়াৰ সামঞ্জস্য আছে।

**(১১) আম-টৌ-টৌ ঘিলাৰ মউ ঃ** এই খেল কম বয়সীয়া ল'ৰা-ছোৱালীৰ বৰ প্ৰিয়। সৰু ৰঙা গুটি এটা লৈ ''আম-টৌ-টৌ ঘিলাৰ মউ, কুন ঠাই আছে কুন ঠাই নাই, দেখুৱাই দিয়াৰ মানুষ নাই।'' — এইবুলি মাতি মাতি শৰীৰৰ বিভিন্ন অংশ স্পৰ্শ কৰি, লুকাই থোৱাৰ ভঙ্গী কৰি কৰি শেষত এঠাইত লুকাই থোৱা হয়। ল'ৰা-ছোৱালীবোৰে এজন এজনকৈ গুটি লুকুৱাই ৰখা স্থান বাছি উলিয়াবলৈ যত্নপৰ হয়। বহুতে ব্যৰ্থ হয়। কোনোবাইহে উলিয়াব পাৰে।

**(১২) শতনাম ঃ** (খড়িপাতা ১০০ বা কাঠিপাতা ১০০) এই খেলৰ বাবে ১০০ (এশ) ডোখৰ এবেগত দীঘল বাঁহ বা কাঠৰ মাৰিৰ প্ৰয়োজন। এটা নিৰ্দিষ্ট স্থানত আটাইবোৰ কাঠি দ'মকৈ থৈ খেল আৰম্ভ কৰিব লাগে। খেলুৱৈয়ে কাঠিৰ দমৰ ওচৰত বহি এডাল কাঠি লৈ উঠি সোঁফালে সোঁভৰি মেলি বাঁওভৰি চপাই লৈ বহি কাঠিডাল থ'ব। এতিয়া উঠি বাঁওভৰি মেলি বাঁওফালে কাঠিৰ দ'মৰ পোনে পোনে হৈ সোঁভৰি চপাই লৈ বহিব। বহোঁতে তপিনা মাটিত লাগিব নালাগিব। এতিয়া দ্বিতীয়বাৰ আকৌ এডাল কাঠি লৈ আগৰবাৰৰ ভঙ্গিত সোঁফলে পতা কাঠিৰ পোনে পোনে বহিয়েই উঠিব আৰু সোঁফালে সোঁভৰি মেলি বাঁওভৰি চপাই লৈ বহি হাতৰ কাঠিডাল থ'ব। পুনঃ ১ম আৰু ২য় বাৰৰ দৰে বাঁওফাললৈ আগৰ ভঙ্গিত আহি কাঠিৰ দ'মৰ পৰা এডাল কাঠি লৈ পূৰ্ববৎ সোঁফাললৈ সোঁভৰি মেলি যাব। যাওঁতে প্ৰত্যেক কাঠিৰ স্থানত এবাৰকৈ বহিব আৰু উঠি আহি থাকিব লাগিব। এইদৰে সম্পূৰ্ণ কাঠি মাটিত আনি আগৰ ঠাইত দ'ম কৰিব লাগিব। (এনেকৈ কেৱল দহ ডাল কাঠি পাতোঁতেই এশবাৰ উঠা-বহা কৰিব লাগিব।) এই খেল খেলোঁতে প্ৰথমতে পাঁচ কাঠিৰে, তাৰপিছত অভ্যাসত পৰিণত হৈ সিদ্ধ হ'লে দহ কাঠিৰে, তাৰপিছতহে কাঠিৰ সংখ্যা বঢ়াব লাগে। এই খেলত হাত, ভৰি, কঁকাল, বুকু-পিঠি, উশাহ-নিশাহৰ ব্যায়াম হয়। যোগ ব্যায়ামৰ প্ৰাণায়মৰ লগত এই খেলৰ ভালেখিনি সামঞ্জস্য আছে। বৰ্তমান এই খেলৰ প্ৰচলন নোহোৱা হৈছে।

ওপৰত উল্লেখ কৰা খেলসমূহৰ উপৰি পুৰণি যুগৰ পৰা অসংখ্য খেল-ধেমালি বিলাসীপাৰা অঞ্চলৰ গাঁৱে-ভুঁয়ে, চুকে-কোণে প্ৰচলিত আছিল। সিবিলাকৰ কিছুমান এতিয়া একেবাৰে অপ্ৰচলিত, কিছুমান কোনো কোনো ঠাইত কদাচিত পতা দেখা যায়। সেইবিলাক হ'ল — ঘিলা খেল, সৰ্ব্বজানী খেল, লুকাভাকু (লুকাচুন্নি, লুকাচুৰি), কানামাছি, লক্ষ্যভেদ, ব্যুহভেদ, বাঘ-ছাগ, জগলউষ্টা, তালাচাবি, কড়িখেল, গলাসুত লুন্তা, শৰখেল, লাঠী টনা, মালযুঁজ, পাশাখেল, ৰাজাপ্ৰজা, ডিমাকছলী, বেজী-সূতা, ঠেংভাস্তা, শিকি-আধুলি খেল, অকদুল বকদুল খেল।






# বিলাসীপাৰা ময়নামতী শিল্পী সমাজৰ ইতিবৃত্ত

## আব্দুল কৰিম খান

প্ৰাচীন ঐতিহ্যৰ লীলাভূমি অবিভক্ত গোৱালপাৰা জিলাত শ্ৰীমন্ত শঙ্কৰ গুৰুৰ পদৰেণু আজিও আছে। এই জিলাৰ ঘৰে ঘৰে মনকৰ, দুৰ্গাবৰ, নাৰায়ণদেৱৰ মনসাৰ পাঁচালি আজিও অপৰিহাৰ্য। গুৰুজনাই তেৰাৰ সাহিত্যত অমৰত্ব দান দিয়া ভাষা আজিও জীৱন্ত এই জিলাতেই। অকল সেয়েই নহয়, ময়নামতীৰ গীত, নয়নশ্বৰীৰ গীত, পদ্মাপুৰাণ, বাশী পুৰাণ, সত্যপীৰ, ভাষান যাত্ৰা, এউৰিমাগা গীত, হুদুম পূজাৰ গীত, কাতি পূজাৰ গীত, বাশ পূজাৰ গীত, কুশান গান আদি বৈচিত্ৰ্যময় কৃষ্টিসমূহ এই জিলাৰ আপুৰুগীয়া সম্পদ।

বিভিন্ন অঞ্চলৰ পৰা হোৱা জনস্ৰোতৰ ফলত মিশ্ৰিত জনগোষ্ঠী আৰু আধুনিক সংস্কৃতিৰ হেঁচাত প্ৰাচীন কৃষ্টিৰ অস্তিত্ব সংকটৰ সন্মুখীন হয়। গোৱালপৰীয়া কৃষ্টিৰ অস্তিত্বৰ এই সংকটৰ সময়ত কৃষ্টিৰ ক্ষেত্ৰত নৱ-জাগৰণৰ প্ৰতিশ্ৰুতিৰে জন্ম হয় ময়নামতী শিল্পী-সমাজৰ।

ইংৰাজী ১৯৭০ চনৰ জানুৱাৰী মাহত ইতিপূৰ্বে চিন্তা-চৰ্চা কৰি থকা গোৱালপৰীয়া কৃষ্টি-সংস্কৃতিৰ সংৰক্ষণাৰ্থে এই প্ৰতিষ্ঠানটিৰ ভেটি স্থাপন হয়। ইয়াৰ প্ৰতিষ্ঠাৰ লগত প্ৰত্যক্ষভাৱে জড়িত আছিল শ্ৰীযুত শিৱানন্দ শৰ্মা, ৺নৰোত্তম সিংহ, দেৰাজউদ্দিন আহমেদ, বিথীশ চক্ৰৱৰ্তী, অৰবিন্দ কলিতা, পুৰুষোত্তম সিংহ, নিৰ্মল দাস, ৺ৰবিয়াল হুছেইন, মানৱেন্দ্ৰ ৰায়, উইলি আহমেদ, এলি আহমেদ, ৰুকসানা সৰকাৰ, মঞ্জুলা ৰায়, নীতি সিংহ, মেৰিনা মেহেৰতাজ, নিয়তী চৌধুৰী, চাৰু ৰায় সমন্বিতে বহু সংখ্যক সংস্কৃতিপ্ৰেমী যুৱক-যুৱতীয়ে। তেওঁলোকেই বহু বছৰ ধৰি ইয়াৰ লগত ওতপ্ৰোতভাৱে জড়িত থাকি ময়নামতী শিল্পী সমাজৰ গুৰিত সাৰ-পানী যোগাই অনুষ্ঠানটিক জনমানসত জিলিকাই তোলে। এওঁলোকে বিলাসীপাৰা আৰু ইয়াৰ আশে-পাশে থকা শালকোছা, গোপীগাঁও, শালটাৰী আদি গাঁৱৰ গীতালৰ দ্বাৰা বহু কষ্টসাধ্য কিন্তু শাস্ত্ৰীয় তাল, মান আৰু বাশ নৃত্য ময়নামতী শিল্পী সমাজৰ শিল্পীবৃন্দক শিকাই-বুজাই তাক মঞ্চুপোযোগী কৰি তোলাৰ গুৰু দায়িত্ব বহন কৰে। এইদৰে গোৱালপৰীয়া ৰাইজৰ বহুদিনীয়া আশাপূৰণ হোৱা যেন অনুভৱ হ'ল। ময়নামতী শিল্পী সমাজে উক্ত নৃত্য-গীতসমূহ বিভিন্ন মঞ্চত পৰিৱেশন কৰাৰ সাহ পালে।

অৱহেলিত প্ৰায় নিঃশেষ হৈ যাব খোজা এই সংস্কৃতিৰ ধাৰাক প্ৰৱাহিত কৰাৰ অক্লান্ত চেষ্টা কাৰ্যত পৰিণত হ'ল। ঠিক এনে এক পৰিৱেশত ১৯৭২ চনত অসম সাহিত্য সভাৰ ধুবুৰী অধিৱেশন মঞ্চত নৃত্য-নীত পৰিৱেশন কৰি পোন প্ৰথমবাৰৰ বাবে অসমৰ বিভিন্ন ঠাইৰ পৰা প্ৰতিনিধি আৰু দৰ্শকৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হয়। ৰাইজৰ স্বীকৃতি, সহানুভূতি লাভ কৰাৰ পিছত মূৰ ঘূৰাই চাব লগীয়া হোৱা নাই। অসমৰ প্ৰায় সকলো ঠাইৰ উপৰি অৰুণাচল, মেঘালয়, দিল্লী, কলিকতা, উৰিষ্যা আদিত এই বাৰেৰহণীয়া সংস্কৃতিৰ সম্ভাৰক প্ৰদৰ্শন কৰাৰ গৌৰৱ অৰ্জন কৰে। কেৱল দেশৰ ভিতৰতেই নহয় সুদূৰ তেতিয়াৰ সদ্যপ্ৰাপ্ত স্বাধীনতা লাভ কৰা বাংলাদেশৰ ঢাকা, জামালপুৰ, শেৰপুৰ আদি অনেক ঠাইত প্ৰদৰ্শন কৰি দৰ্শক আৰু সমালোচকৰ ভূয়সী প্ৰশংসা লাভ কৰিবলৈ সমৰ্থ হয়। যি ১৯৭২ চনৰ ধুবুৰী সাহিত্য সভা অধিৱেশনৰ পৰা ময়নামতী শিল্পী সমাজৰ জয়যাত্ৰা আৰম্ভ হ'ল সেই জয়যাত্ৰাই আজি ১৯৯৭ চনৰ বিলাসীপাৰা অধিৱেশনৰ দুৱাৰদলিত উপস্থিত হৈছে। ৰাইজৰ স্নেহাশীষেই ময়নামতী শিল্পী সমাজৰ বল।

উপৰোক্ত ৰচনাৰ মাজেৰে ময়নামতী শিল্পী সমাজৰ জন্মৰ কথা থোৰতে কৈ অহাৰ পিছত এই সাংস্কৃতিক দল সম্বন্ধে অন্য কিছু কথা লিখাৰ প্ৰয়াস কৰিলো। ইতিমধ্যে গোৱালপাৰাৰ এই নৃত্য-গীতসমূহ বিভিন্ন মঞ্চত কেৱল পৰিৱেশন কৰাতেই ক্ষান্ত নাথাকি, ময়নামতী শিল্পী সমাজে এই আপুৰুগীয়া সম্পদৰাজিক সংৰক্ষণ কৰাৰ চিন্তা কৰে। আমাৰ সৌভাগ্য যে আমাৰ এই আশা কালত পূৰ হ'ল। অসমৰ প্ৰখ্যাত অভিনেতা আৰু পৰিচালক শ্ৰদ্ধেয় আব্দুল মজিদদেৱে এই মূল্যবান সাংস্কৃতিক সম্পদৰ কদৰ বুজি পাই ইয়াক বৃত্ত চিত্ৰৰ (ডক্সম্ভত্ত্বগ্নন্দক্কজড) জৰিয়তে সংৰক্ষণ কৰাৰ গুৰু দায়িত্ব হাতত লয়। এই বৃত্ত চিত্ৰখনি নিৰ্মাণৰ ক্ষেত্ৰত ময়নামতী শিল্পী সমাজৰ শিল্পীসকলে সক্ৰিয় অংশগ্ৰহণ কৰি চিত্ৰখনি নিখুঁত কৰাৰ যৎপৰোনাস্তি চেষ্টা কৰে। অৱশ্যে ময়নামতী বিলাসীপাৰা আৰু ইয়াৰ ওচৰ-চুবুৰীয়া অন্য অঞ্চলৰ শিল্পীকো ইয়াত সাঙুৰি লৈছিল। এই বৃত্তচিত্ৰখনি ইতিমধ্যে দূৰদৰ্শনযোগে প্ৰচাৰো হৈছে। আমি আব্দুল মজিদদেৱৰ ওচৰত চিৰ কৃতজ্ঞ। তেখেতৰ আশাশুধীয়া চেষ্টাইহে এই প্ৰচেষ্টাৰ সঁচাৰকাঠি।

ময়নামতী শিল্পী সমাজে আজি এই সংস্কৃতিৰ জগতত ২৯ বছৰত ভৰি দিলে। এই যাত্ৰাপথত অনুসন্ধিৎসু দৃষ্টিভঙ্গীৰে বিভিন্ন পৰীক্ষা-নিৰীক্ষা, বিচাৰ-বিশ্লেষণ কৰি শ্ৰোতা-দৰ্শকৰ ৰুচি গঢ়ি তোলাৰ আগ্ৰহ সৃষ্টি কৰাৰ বাবে আমি যৎকিঞ্চিত প্ৰচেষ্টা কৰিছো তাৰবাবে সহস্ৰজনৰ দিহা-পৰামৰ্শ, সহায়-সহানুভূতিয়ে আমাৰ সাৰথি আৰু ভৱিষ্যতলৈ এই প্ৰচেষ্টা অব্যাহত থাকিলে ময়নামতীৰ শিল্পীসকল অধিক উৎসাহিত হ'ম। এইখিনিতে উল্লেখ কৰা প্ৰয়োজন হ'ব যে যোৱা ১৯৯৪ চনৰ ১, ২ আৰু ৩ জানুৱাৰী তাৰিখে ময়নামতী শিল্পী সমাজৰ ২৫ বছৰ পূৰ্ণ হোৱা উপলক্ষে বৰ্ণাঢ্য ৰঙেৰে বিলাসীপাৰাত তিনিদিনীয়াকৈ ৰূপালী জয়ন্তী উৎসৱ পালন কৰা হয়। ময়নামতী সাংস্কৃতিক ভৱনটো বিলাসীপাৰাৰ ডিমাতোলা গাঁওত নিৰ্মীয়মাণ অৱস্থাত আছে। অসম চৰকাৰৰ আৰ্থিক অনুদানেৰে ২ জানুৱাৰী ১৯৯৪ তাৰিখে তেতিয়াৰ মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াদেৱে ময়নামতী সাংস্কৃতিক ভৱনৰ আধাৰশিলা স্থাপন কৰে আৰু এই ভৱন নিৰ্মাণৰ শুভাৰম্ভ কৰে সেই সময়ৰ জলসিঞ্চন মন্ত্ৰী শ্ৰীজেহিৰুল ইছলাম ডাঙৰীয়াই ১৯৯৫ চনৰ ২ নৱেম্বৰ তাৰিখে। এই ভৱনৰ নিৰ্মাণৰ উদ্দেশ্য হ'ল গোৱালপাৰীয়া কৃষ্টি-সংস্কৃতিৰ সংৰক্ষণৰ স্থায়ী ব্যৱস্থা কৰা। আমি কিমান দূৰ সফল হ'ম সেয়া ভৱিষ্যতেহে জানে। কাৰণ চৰকাৰী অনুদান বিহীন এনেবোৰ বৃহৎ পৰিকল্পনা কাৰ্যকৰী কৰা আমাৰ দৰে একোটি ক্ষুদ্ৰ সাংস্কৃতিক দলৰ পক্ষে সম্ভৱ নহ'বও পাৰে। সেই ৰূপালী জয়ন্তীতে উপস্থিত থকা অসমৰ স্বনামধন্য ব্যক্তি আৰু প্ৰাক্তন মুখ্যমন্ত্ৰী শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ ডাঙৰীয়াই আমাক বিভিন্ন দিশত পৰামৰ্শ দি যথেষ্ট উৎসাহিত কৰিছিল। তেখেতে ময়নামতী শিল্পী সমাজ সম্বন্ধে ১৯৯০ চনতে লিখা এষাৰ উক্তি এই ক্ষেত্ৰত মনত পৰিছে। তেখেতে লিখিছিল বিলাসীপাৰাৰ ময়নামতী শিল্পী সমাজে নৃত্য আৰু গীতৰ মাজেদি গোৱালপাৰাৰ ভাষা-সাহিত্যৰ এটি অনবদ্য অৱদান আগ বঢ়াই আহিছে। কিন্তু ক্ষমতাশীল মান্যগোষ্ঠীৰ মান্যতা নোপোৱা কাৰণে মৰহি যাবলৈ ওলাইছে ......। (স্মৃতিগ্ৰন্থ অবিভক্ত গোৱালপাৰা জিলা সাহিত্য সভা ১৯৯০, চাপৰ অধিৱেশন, পৃষ্ঠা নং ৩০) তেখেতৰ এই দূৰদৃষ্টিসম্পন্ন উক্তিয়ে গোৱালপাৰাৰ অধিবাসীক সচেতন নকৰেনে?

শিল্পীয়ে সমাজত সৃষ্টি কৰে চেতনা। তাকে কান্ধত তুলি শিল্পীয়ে আগ বাঢ়ি যায় মননশীল সৃষ্টিধৰ্মী শিল্পৰ বহল পথাৰলৈ। আমাৰ সমাজ আজি দুৰ্ঘোৰ সংকটৰ সন্মুখীন হৈছে। ঠায়ে ঠায়ে মূৰ দাঙি উঠা আসুৰিক শক্তিৰ প্ৰকোপ, ভ্ৰষ্টাচাৰ, ব্যভিচাৰ আদিয়ে সহজ-সৰল নাগৰিকৰ জীৱনক বিপৰ্যস্ত কৰিছে। শিল্প-সাহিত্য, নৃত্য-গীতৰ দৰে, সুকুমাৰ কলাৰ দৰে পৰিব্যাপ্ত আৱহমান কালৰে পৰা চলি থকা সামাজিক জীৱনকো উক্ত কথাবোৰে আঘাত হানিছে। এনে ক্ষণত ময়নামতী শিল্পী সমাজৰ দৰে শিল্পী দলেও এক অভাৱনীয় অৱস্থাৰ সন্মুখীন হৈছে। কিয়নো শিল্পীৰ যিদৰে সমাজৰ প্ৰতি দায়বদ্ধতা আছে, সমাজৰো আছে শিল্পীৰ প্ৰতি দায়বদ্ধতা। উভয়ে-উভয়ৰ প্ৰচেষ্টাতে সৃষ্টি হয় ন ন সৃষ্টি। এনে অৱস্থাত নৃত্য-গীতৰ সৃজনশীল শক্তিৰেহে প্ৰবল জনশক্তি উদ্দীপ্ত কৰা সম্ভৱ। সেয়ে কোনোবা অতীততে ধৰ্ম-সংকটৰ সন্মুখীন হোৱা 'ময়নামতী'য়ে যিদৰে বিৰল প্ৰতিভাৰে সংকটমুক্ত হৈ সমাজক এক ইতিবাচক পথ প্ৰদৰ্শন কৰিছিল, সেইদৰেই ময়নামতী শিল্পী সমাজে এই দুৰ্যোগপূৰ্ণ সমাজক সংস্কৃতিৰ মহান দোলেৰে সাঙুৰি এক পৰম্পৰা ৰক্ষাৰ অহোপুৰুষাৰ্থ কৰিছে। গোৱালপাৰাৰ সংস্কৃতি বিজড়িত হৈ আছে এই অঞ্চলত প্ৰচলিত জন-জীৱনৰ ধাৰাত। গাঁৱলীয়া জন-জীৱনক উদ্বুদ্ধ কৰা এই ধাৰা নিঃচিহ্ন হ'লে গাঁওবাসীৰ অস্তিত্বই নাথাকিব। মানুহে পাহৰি যাব ভাওৱাইয়া, চট্‌কা, সোণাৰায় নৃত্য-গীত, বিয়া গীত, দেহতত্ত্ব, আইনাম আৰু দোতাৰৰ পাল গান।

এই সংস্কৃতিৰ ওপৰত অধ্যয়ন কৰা বিজ্ঞ পণ্ডিতসকলে ইতিমধ্যে বহুখিনি চিন্তা-চৰ্চা কৰিছে। চৰকাৰেও আগ বাঢ়ি আহিলে গোৱালপৰীয়া সংস্কৃতিৰ এই মহান ধাৰা ৰক্ষা পৰিব। ময়নামতী শিল্পী সমাজ মাথোন এই সংস্কৃতিৰ ধাৰক আৰু বাহকহে।

আলোচনাটিৰ প্ৰসঙ্গত উল্লেখ কৰিব বিচাৰিছো যে ময়নামতী শিল্পী সমাজৰ জন্মলগ্নৰে পৰা শিল্পী সমাজক বাঁহীৰ সুৰেৰে ৰোমাঞ্চিত কৰা বাঁহীবাদক ৰবিয়াল হুছেইন মানকাচাৰৰ এখনি সাংস্কৃতিক অনুষ্ঠানত অংশগ্ৰহণ কৰাৰ সময়ত হৃদৰোগত আক্ৰান্ত হৈ মৃত্যুমুখত পৰে। তেওঁৰ মৃত্যুৰ পিছত খালি হোৱা ঠাই আজিও পূৰণ হোৱা নাই। ময়নামতী শিল্পী সমাজৰ উদীয়মান নৃত্য শিল্পী বাসনা শৰ্মা মাথোন ২০ বছৰ বয়সতেই অকাল মৃত্যু বৰণ কৰিব লগা হোৱাত আমি হেৰুৱালো আন এগৰাকী অতীব সম্ভাৱনাপূৰ্ণ শিল্পীক। ময়নামতী শিল্পী সমাজৰ অন্যতম প্ৰতিষ্ঠাতা নৰোত্তম সিংহৰ অকাল মৃত্যুৱেও ময়নামতী শিল্পী সমাজৰেই নহয় গোৱালপৰীয়া সাংস্কৃতিক জগতৰো অপূৰণীয় ক্ষতি কৰিলে। প্ৰয়াত সহকৰ্মী আৰু সংস্কৃতিসেৱী এই আটাই কেইজনৰে অৱদানৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰি তেওঁলোকৰ পৱিত্ৰ স্মৃতিত শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিছো।

সামৰণিত উনুকিয়াও যে অসমীয়া কৃষ্টি-সংস্কৃতিৰ ভঁৰাল চহকী কৰাৰ দৃষ্টিভঙ্গীৰে ময়নামতী শিল্পী সমাজে বিকশিত কৰিবলৈ বিচাৰে বাৰেৰহণীয়া গোৱালপৰীয়া সংস্কৃতিৰ। আদৰ্শ-সমন্বয়ৰ, ভেদবাদৰ নহয়।




# বিলাসীপাৰা অঞ্চলত নাট্যচৰ্চা ঃ এটি খতিয়ান

জগদীশ কুমাৰ কলিতা

প্ৰায় পাঁচশ পঞ্চাশ বছৰমান আগতে মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে অসমৰ বুকুত সৰ্বপ্ৰথমে নাট ৰচনা আৰু অভিনয় কৰি যি গৌৰৱময় ইতিহাসৰ পাতনি মেলিছিল তাৰ প্ৰভাৱে পলমকৈ হ'লেও বিলাসীপাৰা অঞ্চলৰ জনগণকো কোবাই গৈছিল। সেয়ে এই অঞ্চলৰ নাট্যচৰ্চাৰ বিষয়ে আলোচনা কৰিবলৈ হ'লে আমি উনৈশ শতিকাৰ আৰম্ভণিলৈ উভতি যাব লাগিব। অৱশ্যে তাৰো আগৰে পৰাই কুশানগান, মাৰৈ পূজাৰ গান, চড়ক পূজা আদি নাটকীয় গুণবিশিষ্ট অনুষ্ঠানবোৰে নাট্যধৰ্মী অনুষ্ঠান পৰিৱেশন কৰি নাট্যচৰ্চাৰ পথাৰখন উৰ্বৰ কৰি ৰাখিছিল।

কুশানগান অবিভক্ত গোৱালপাৰাৰ গাঁৱলীয়া সমাজত অতি জনপ্ৰিয় দলীয় গীতাভিনয়ৰ অনুষ্ঠান। গীত, নৃত্য আৰু নাট্যৰ সমন্বয় ঘটোৱা এইবিধ অনুষ্ঠানে সাধাৰণতে ৰামায়ণ-মহাভাৰতৰ কোনো আখ্যানৰ আধাৰত ৰচিত পালাবোৰ পৰিৱেশন কৰি, দোৱাৰী-গীতালৰ ৰসপূৰ্ণ আলাপেৰে দৰ্শক-শ্ৰোতামণ্ডলীক আংশিকভাৱে হ'লেও নাট্যৰসেৰে আপ্লুত কৰিবলৈ সক্ষম হৈছিল। এই অঞ্চলৰ চুকে-কোণে এতিয়াও কুশানগানৰ দল বৰ্তমান।

মাৰৈ পূজা বা মনসা পূজাৰ গানত কামৰূপৰ ওজাপালিৰ দৰে পালিজনে দাইনাপালি আৰু লগৰীয়াসকলৰ লগত নাটকীয় ভংগীত হাস্যৰসসিক্ত সংলাপ আৰু গীতেৰে গোসাঁনীৰ কাহিনীভাগ বৰ্ণাই নাটকীয় পৰিৱেশ গঢ়ি তুলি জনগণক নাট্যচৰ্চাৰ প্ৰতি অনুপ্ৰেৰণা যোগাইছিল নিশ্চয়।

চড়ক পূজা গোৱালপাৰা জিলাৰ এটি লেখত ল'ব লগীয়া পূজা অনুষ্ঠান। পঞ্চাননৰ উদ্দেশ্যে কৰা এই পূজাত গীত, নৃত্য, নাট, খেল, পূজা এই পাঁচটি ৰূপ দেখা যায়। এই অনুষ্ঠানত অংশ গ্ৰহণ কৰা 'গোদা' চৰিত্ৰটোৱে বিভিন্ন সংলাপেৰে অনুষ্ঠানৰ কথা আৰু কাৰ্যবোৰ সমজুৱাক বুজাই দিয়ে। উক্ত চৰিত্ৰটোৱে আধুনিক নাটকৰ কৌতুক শিল্পীসকলৰ কথা সোঁৱৰাই দিয়ে।

এইদৰে গোৱালপৰীয়া কৃষ্টি-সংস্কৃতিৰ বাপতিসাহোন স্বৰূপ উক্ত অনুষ্ঠানবোৰে কিমান দিন আগৰে পৰা নাট্যচৰ্চাৰ পথাৰখন উৰ্বৰ কৰি ৰাখিছিল সেই বিষয়ে সঠিককৈ কোৱা টান।'

এনেকৈ ক্ৰমবিকাশ লাভ কৰি ১৯১০ চনমানৰ পৰাই বিলাসীপাৰা অঞ্চলত পূৰ্ণাংগ ৰূপত নাট্যানুষ্ঠানৰ জন্ম হ'বলৈ ধৰে। এই ক্ষেত্ৰত বিলাসীপাৰাৰ প্ৰয়াত জমিদাৰ ৺ নৃপেন্দ্ৰ নাৰায়ণ চৌধুৰী আৰু বগৰীবাৰীৰ জমিদাৰ স্বৰ্গীয় সুৰেন্দ্ৰ নাৰায়ণ সিংহ চৌধুৰীৰ অৱদান মন কৰিব লগীয়া। তেওঁলোকে প্ৰতিবছৰে দুৰ্গা পূজাৰ সময়ত কলিকতাৰ পৰা যাত্ৰাদল আমন্ত্ৰিত কৰি প্ৰজাসকলক নাট্য-ৰসৰ সোৱাদ দিবলৈ চেষ্টা কৰিছিল। সেই সময়তে বিলাসীপাৰাৰ স্থানীয় ব্যক্তি স্বৰ্গীয় শশীমোহন চক্ৰৱৰ্তী, স্বৰ্গীয় ৰুদ্ৰ চক্ৰৱৰ্তী, স্বৰ্গীয় মন্মথ নাথ ভট্টাচাৰ্য্য আৰু স্বৰ্গীয় বিপিন চক্ৰৱৰ্তীৰ উদ্যোগত নাট্য দলৰ জন্ম হয়। একে সময়তে বগৰীবাৰীৰ তহচিলদাৰ কৃষ্ণমোহন আৰু স্বৰ্গীয় শৰৎ অধিকাৰীৰ পৰিচালনাত 'কৃষ্ণযাত্ৰা' দলৰ জন্ম হয়। তেওঁলোকে ৰাধিকাৰ মানভঞ্জন, নৌকাবিলাস, নিমাই সন্ন্যাস নাটবোৰ মঞ্চস্থ কৰিছিল। ১৯২০ চনমানতে বগৰীবাৰীৰ জমিদাৰজনে কলিকতাৰ পৰা 'গানমাষ্টাৰ' আনি প্ৰজা আৰু কৰ্মচাৰীসকলৰ কিছুমানক নাট্যাভিনয়ৰ শিক্ষা দিয়াৰ ব্যৱস্থা কৰিছিল। সেই সময়তে তেখেতে যিখন থিয়েটাৰ মঞ্চ নিৰ্মাণ কৰিছিল গোটেই অসমতে তেনেকুৱা মঞ্চ নাছিল বুলি শুনা যায়। উক্ত মঞ্চত আঁৰ কাপোৰৰ সংখ্যা প্ৰায় পঞ্চাশখন আছিল। ইয়াৰ বিশেষত্ব আছিল কাদম্বৰী কাব্যৰ প্ৰস্তাৱনাৰ দৃশ্য। তেখেতৰ পুথিভঁৰালত নাটকৰ সংখ্যা আছিল দুশখন। স্বৰ্গীয় ব্ৰজগোপাল ভট্টাচাৰ্য, স্বৰ্গীয় মণিন্দ্ৰ সাহা, শ্ৰীনৱদ্বীপ ৰায় আৰু স্বয়ং জমিদাৰে ছাহজাহান, পানীপথ, কালাপাহাৰ, আলীবাবা, মিচৰ কুমাৰী, ৰাজাহৰিশ্চন্দ্ৰ, চন্দ্ৰগুপ্ত আদি নাটকবোৰ অভিনয় কৰি বগৰীবাৰী অঞ্চলৰ ৰাইজক নাট্য-ৰসৰ সোৱাদ দিছিল। স্বয়ং জমিদাৰে 'আক্কেলগুড়ুম' নামৰ এখন ধেমেলীয়া নাটক ৰচনা কৰি অভিনয় কৰিছিল। ১৯৫২ চনত স্বৰ্গীয় বিমল চন্দ্ৰ চৌধুৰীৰ উদ্যোগত বগৰীবাৰীত এটি থিয়েটাৰ দলৰ জন্ম হয়। ইয়াত শ্ৰীৰজনী শাস্ত্ৰীদেৱে অসমীয়ালৈ অনুবাদ কৰা 'ছাহজাহান' নাটকখন স্বৰ্গীয় ব্ৰজগোপাল ভট্টাচাৰ্যই পৰিচালনা কৰি অভিনয় কৰিছিল। ইয়াৰ পিছতো দুটা দশকজুৰি শ্ৰী শিৱেন্দ্ৰ সৰকাৰ, উপেন বৰ্মন, শ্যামল ভট্টাচাৰ্য, কামাখ্যা দাস, ফণীভূষণ নন্দী, অমলকৃষ্ণ সাহা, মধুসূদন সৰকাৰ, ধীৰেন সেন আদি অভিনেতাসকলে বিভিন্ন নাটক মঞ্চস্থ কৰি নাট্যচৰ্চাৰ ধাৰাটো বাহাল ৰাখিছিল। সত্তৰৰ দশকত বগৰীবাৰীত থকা 'উমে'নছ এডভান্স ট্ৰেইনিং স্কুল'ৰ শিক্ষাৰ্থীসকলে শ্ৰীনলিনী শৰ্মাই নাট্যৰূপ দিয়া 'মিৰিজীয়ৰী' আৰু 'সৰস্বতীৰ ডায়েৰী' নামৰ নাটক দুখন মঞ্চস্থ কৰিছিল। ১৯৩৯ চনমানতে উদমাৰীৰ স্বৰ্গীয় পেনুৰাম নাথৰ উদ্যোগত 'খেমটাযাত্ৰা' আৰু 'লেওটানি' যাত্ৰাই ভুমুকি মাৰিছিল। পিছত এই যাত্ৰাদলে উন্নত ৰূপ লৈ শ্ৰীশশীমোহন নাথ, ৰমানাথ নাথ, কমলাকান্ত নাথৰ বলিষ্ঠ অভিনয়ৰ যোগেদি সুবংউদ্ধাৰ, বাচস্পতি, ভাস্কৰ পণ্ডিত, ধৰ্মবল, কালাপাহাৰ আদি নাটকবোৰ মঞ্চস্থ কৰে। ১৯৫১ চনত জন্ম লাভ কৰা স্বৰ্গীয় ইন্দ্ৰমোহন পাটগিৰীৰ 'পাটগিৰী অপেৰা'ই বৃহৎ ব্যৱসায়িক দল হিচাপে আত্মপ্ৰকাশ কৰি অবিভক্ত গোৱালপাৰা জিলাত আলোড়নৰ জোৱাৰ তুলিবলৈ সক্ষম হৈছিল। ৺ ভৰত নাথে সুদূৰ ঢাকাৰ পৰা বাঁহী বাদকৰ প্ৰশিক্ষণ লৈ আহি এই অপেৰাত অংশ লৈছিল। স্বৰ্গীয় ইন্দ্ৰমোহন পাটগিৰী, শ্ৰীসূৰ্যকান্ত নাথ, শ্ৰীকুলদাপ্ৰসাদ দাস, শ্ৰীৰুসেন দাস, শ্ৰীনৃপেন দাস, ৰজনীকান্ত নাথ, উপেন্দ্ৰ নাথ, শিশিৰ চন্দ্ৰ নাথ, শ্ৰী নৰেশ ৰায় আদি শিল্পীসকলে মাটিৰ প্ৰেম, হিন্দু-মুছলমান, আত্মাহুতি, দাসীপুত্ৰ, নৰকাসুৰ, ৰক্ততিলক, এক কিলো আটা আদি নাটকবোৰ বিভিন্ন মঞ্চত অভিনয় কৰিছিল। মাটিৰ প্ৰেম নাটকখন তিনি বছৰত তেত্ৰিশবাৰ মঞ্চাভিনয় কৰি অভিলেখ সৃষ্টি কৰিছিল। পিছত এই অপেৰাক 'পাটগিৰী এণ্ড নাথ অপেৰা' বুলি নামকৰণ কৰা হয়। শৈভাৰাণী ৰায়, ৰাখী ৰায়, অৰ্চনা দাসে এই অপেৰাত অভিনেত্ৰী ৰূপে যোগদান কৰে।

১৯৩৫-৪০ চনৰ ভিতৰত এলেংমাৰীত ৺ শচীন নাথ, ৺ লাবেশ্বৰ নাথ, ৺ হৰকেশ্বৰ নাথৰ সহযোগত গঢ় লোৱা 'এলেংমাৰী যাত্ৰা' দলে 'ৰুক্মিণীহৰণ' আৰু 'আলীবাবা' নাটক দুখন মঞ্চস্থ কৰে। এই ধাৰা ১৯৭৫ চনলৈকে বোৱাই ৰাখে ৺ গৌৰীনাথ গাওঁবুঢ়া, ৺ হৰকেশ্বৰ নাথ, শ্ৰীসুনীল নাথ, শ্ৰী দেৱেন্দ্ৰ নাথ, শ্ৰীযোগেন্দ্ৰ নাথ আদি শিল্পীসকলে। তেওঁলোকে বসুধৰা, ৰক্ততৰ্পণ, অস্পৃশ্যতা বৰ্জন, দুখীয়াৰ জীয়ৰী, সন্তৰামী যুগে যুগে, অগ্ৰগামী নামৰ নাটককেইখন পৰিৱেশন কৰিছিল। একে সময়তে শিঙিমাৰীৰ ৺ কনকেশ্বৰ নাথ, শ্ৰীধীৰেন নাথ, শ্ৰীবসন্ত কুমাৰ নাথ, ৰমানাথ নাথ, গুনেন্দ্ৰ নাথ, হৰগোবিন্দ নাথ আদি শিল্পীয়ে ব্যৱসায়িক ভিত্তিত নাটক পৰিৱেশন কৰি ফুৰে। ১৯৯২-৯৩ চনত 'ভাই ভাই অপেৰা'ই মঞ্চাভিনয় কৰি ফুৰে। ১৯৪০-৫০ চনমানতে বিলাসীপাৰাৰ ৺ পৰমানন্দ সৰকাৰ, ৺ নৰেন শৰ্মা, ৺ মনোৰঞ্জন সৰকাৰ আৰু ছাওৰামাৰীৰ ৺ প্ৰফুল্ল দাস আৰু ৺ পূৰ্ণ দাসৰ উদ্যোগত গোৱালপৰীয়া ভাষাত দুটা 'কৃষ্ণনীলা' অনুষ্ঠানৰ জন্ম হয়। এই অনুষ্ঠান দুটাই কৃষ্ণমাহাত্ম্য দাঙি ধৰি চহা সমাজত জনপ্ৰিয় হৈ উঠিছিল।

পঞ্চাশৰ দশকত বিলাসীপাৰাত মৰোৱা থিয়েটাৰ (ভাগ্যদেৱী), 'নটৰাজ চিনে থিয়েটাৰ' আৰু বৰপেটাৰ বেউলা থিয়েটাৰৰ আগমণে এটা নতুন অধ্যায়ৰ সূচনা কৰে। তেতিয়াৰে পৰা ৰোকাখাতা হাইস্কুলৰ পথাৰত (বৰ্তমান হায়াৰ ছেকেণ্ডাৰী) এখনৰ পিছত এখনকৈ নাটক মঞ্চস্থ হ'বলৈ ধৰে। ১৯৫৩ চনত এই স্কুলত 'তৰণীসেন বধ' মঞ্চস্থ কৰে সাধন চক্ৰৱৰ্তী, শ্ৰীপ্ৰমোদাপ্ৰসাদ দাস আৰু অন্যান্য শিল্পীসকলে।

১৯৫৬ চনত 'বন্দীবীৰ' মঞ্চাভিনয় কৰে শ্ৰীজগদানন্দ বৰকলিতা, জগদানন্দ শৰ্মা, নিৰঞ্জন শৰ্মা আদি শিল্পীয়ে।

১৯৫৫-৫৬ চনমানত শ্ৰীকুলদাপ্ৰসাদ দাস, শ্ৰীৰুসেন দাস, নৃপেন ৰায় আদি শিল্পীয়ে সৰ্বপ্ৰথমে গোৱালপৰীয়া ভাষাত ৰচিত নাটক 'ছেৰাতাৰ' মঞ্চস্থ কৰি গোৱালপৰীয়া ভাষাত নাটক মঞ্চস্থ কৰাৰ পথ প্ৰশস্ত কৰে। ১৯৫৭ চনত উক্ত স্কুল পথাৰতে সাধন চক্ৰৱৰ্তী, তেজেন্দ্ৰ চক্ৰৱৰ্তী, নিৰেশ্বৰ ৰায় আদি শিল্পীসকলে 'ৰক্ষকুমাৰ' মঞ্চস্থ কৰে।

১৯৬০-৭০ চনৰ ভিতৰত বিলাসীপাৰাত 'ভাৰতীয় নাট্য অপেৰা' আৰু 'জয়গোপাল অপেৰা'ৰ জন্ম হয়। ভাৰতীয় নাট্য অপেৰাত শ্ৰীঅনিল চক্ৰৱৰ্তী, শ্ৰীহাৰু চক্ৰৱৰ্তী, শ্ৰীপুলকা কলিতা, শ্ৰীনৰেশ ৰায়, ত্ৰিনাথ সাহা আদি অভিনেতাসকলে ব্যৱসায়িক ভিত্তিত বিভিন্ন মঞ্চত মঞ্চস্থ কৰি প্ৰশংসা লাভ কৰিছিল। জয়গোপাল নাট্য অপেৰাত ৺ ভোজেন অধিকাৰী, শ্ৰীউপেন দাস, নগেন নাথ, শৈলেশ দাস, ৺ নাৰায়ণ শৰ্মা আদিয়ে অভিনয় কৰিছিল। ১৯৬৫-৬৭ চনত বিলাসীপাৰাৰ মাজমজিয়াত ৺ মণ্টু ডাক্তৰৰ তত্ত্বাৱধানত অভিমান নাট্যগোষ্ঠী জন্ম হয়। এই গোষ্ঠীত তেখেতৰ গোটেই পৰিয়ালখনৰে অৱদান মন কৰিব লগীয়া। তেতিয়াই অনিমেষ কান্তি সৰকাৰ, বিশ্বৰঞ্জন দাস, ৺ অনিমেষ বৰ্মন, শ্ৰীখগেশ ৰায়ে নাট ৰচনা আৰু পৰিৱেশনত মনোনিৱেশ কৰে। অনিমেষ সৰকাৰৰ 'অৰ্চনা' আৰু 'বন্দুক' নাটক দুখন জনপ্ৰিয় হৈ উঠে। এই গোষ্ঠীয়ে কেবাখনো নাটক মঞ্চাভিনয় কৰি দৰ্শক-শ্ৰোতাৰ পৰা ভূয়সী প্ৰশংসা বুটলিবলৈ সক্ষম হৈছিল। আবহ-সংগীত, গীত, নৃত্য, দৃশ্যসজ্জা আদি উন্নত মানৰ আছিল। এই গোষ্ঠীয়ে সৰ্বপ্ৰথমে নটসূৰ্য্য ফণী শৰ্মাৰ 'অভিমান', পিছত ৰোকাখাতাত স্ত্ৰী চৰিত্ৰ বিশিষ্ট 'পঞ্চকন্যা' ১৯৭০-৭২ চনত প্ৰফুল্ল বৰাৰ 'উপপথ' আৰু ইয়াৰ পিছত 'নাইটমেয়াৰ' মঞ্চস্থ কৰে। উক্ত গোষ্ঠীৰ ন-পুৰণি শিল্পীসকল ক্ৰমে - মণ্টু ডাক্তৰ, শ্ৰীলতিকা দাস, গীতালী দাস, ইভা দাস, মঞ্জু বৰ্মন, মঞ্জুলা বৰকলিতা, অনিল শৰ্মা, শশধৰ বৰ্মন, কৰেন দাস, অৰ্চনা মণ্ডল, আৰতি দাস, ছায়া বৰকলিতা, অনিমেষ সৰকাৰ, অৰুণ কুমাৰ দাস, ৰণিমেষ সৰকাৰ, খগেশ ৰায়, চিদানন্দ দাস, নিয়তি চৌধুৰী, দেৱব্ৰত দাস (বাবলা), অলক চক্ৰৱৰ্তী, পৰিমল সৰকাৰ। এই গোষ্ঠীৰ যোগেদি নাট্য-জগতত প্ৰৱেশ কৰা গীতালী দাস বৰুৱাই অলপতে মুক্তি পাব লগা 'সংঘাত' নামৰ অসমীয়া বোলছবিখনতো অভিনয় কৰিবলৈ সক্ষম হৈছে।

১৯৬৩-৭০ চনৰ ভিতৰত বিলাসীপাৰা কলেজত কেবাখনো নাটক মঞ্চস্থ কৰা হয়। সেইবোৰৰ ভিতৰত 'উৰুখা পঁজা', 'নাইটমেয়াৰ', 'সিপুৰীৰ আঁচনি', খগেশ ৰায় ৰচিত 'দাবানল', 'মৃত্যুৰ অতীত' আৰু প্ৰবক্তা শ্ৰীনলিনী শৰ্মা ৰচিত 'তপস্বিনী কল্পতৰু' আৰু অনিমেষ সৰকাৰৰ 'অৰ্চনা' উল্লেখযোগ্য। শ্ৰীজগদানন্দ বৰকলিতা, জাবেদ আলী, জিতেন ডেকা, মৃগেন চক্ৰৱৰ্তী, খগেশ ৰায়, অনিমেষ সৰকাৰ, অমিয় সৰকাৰ, গীতালী দাস আদি শিল্পীসকলে অভিনয় কৰি ছাত্ৰ-সমাজত নাট্যচৰ্চাৰ প্ৰতি অনুপ্ৰেৰণা যোগাইছিল।

১৯৭৩-৭৪ চনত শ্ৰী অৰুণ কুমাৰ দাস, আজাদ সৰকাৰ আদিৰ চেষ্টাত মনালিচা নাট্য গোষ্ঠীৰ জন্ম হয়। ১৯৬০-৭৫ চনৰ ভিতৰত ৰোকাখাতাত আৰু কেইখনমান নাটক মঞ্চস্থ হোৱাৰ উমান পোৱা যায়। 'প্ৰহলাদ' 'কলিংগ বিজয়' আৰু ইংৰাজী নাটক 'কলম্বাছ'। অভিনয় কৰিছিল অমিয় সৰকাৰ, খগেশ ৰায়, ভূলোক চক্ৰৱৰ্তী আদি শিল্পীসকলে। ১৯৬৭ চনত কেইজনমান বলিষ্ঠ শিল্পীয়ে 'ছত্ৰপতি শিৱাজী' মঞ্চস্থ কৰি দৰ্শকৰ পৰা সমাদৰ লাভ কৰিছিল। নাম ভূমিকাত শ্ৰীযুত শিৱানন্দ শৰ্মা, দিলীপ ৰাওৰ ভূমিকাত শ্ৰীযুত চিদানন্দ দাস (চাপৰ), ঔৰংগজেবৰ ভূমিকাত শ্ৰীযোগেশ দাস আৰু শৈলেন শৰ্মা আদি শিল্পীসকলে ইয়াত ভাগ লৈছিল। ১৯৭৫ চনত ৰোকাখাতাত অনুষ্ঠিত শিক্ষক সন্মিলনীৰ অধিৱেশনত 'চিৰাজ' নাটকখন মঞ্চাভিনয় কৰিছিল শ্ৰীৰুসেন দাস, শ্ৰীকুলদাপ্ৰসাদ দাস, শ্ৰীচিদানন্দ দাস, সোণালী চক্ৰৱৰ্তী, দিপালী চক্ৰৱৰ্তী, নিয়তি চৌধুৰী আদি শিল্পীসকলে। ১৯৬৮-৭০ চনৰ ভিতৰত 'ফিংগাৰ প্ৰিন্ট' আৰু মৃণ্ময় কান্তি সৰকাৰৰ অনুবাদ নাটক 'সুখ-দুখৰ কাহিনী' মঞ্চস্থ কৰে শ্ৰী জগদানন্দ বৰকলিতা, প্ৰণৱ দাস, খগেশ ৰায়, পৰিমল সৰকাৰ, মঞ্জু বৰ্মন, দীপ্তি কলিতা, এঞ্জেলা বৰ্মন আদিয়ে।

১৯৫৫-৭৫ চনৰ ভিতৰত বিলাসীপাৰাৰ গাতে লাগি থকা হাকামাত ৺ মাধৱকিংকৰ ভট্ট, ৺ দীপালী ভট্ট, ৺ সত্যকিংকৰ ভট্ট, শ্ৰীঅংশুমান চক্ৰৱৰ্তী, শ্ৰীব্ৰতীন্দ্ৰ নাথ চক্ৰৱৰ্তী, শ্ৰী সাৰদা বৰদলৈ, ৺ ৰূপেন ৰায়, ৺ তৰুবালা চক্ৰৱৰ্তী আদি শিল্পীসকলে বিভিন্ন সময়ত 'মহাভাৰত', 'চিৰাজ', 'ৰামৰ বনবাস', 'চিত্ৰাংগদা', 'দ্ৰৌপদীৰ বস্ত্ৰহৰণ', 'মগৰীবৰ আজান',

'শকুন্তলা', 'টিকেন্দ্ৰজিত' নামৰ নাটককেইখন মঞ্চস্থ কৰি উক্ত অঞ্চলত নাট্যচৰ্চাৰ ধাৰা বাহাল ৰাখিবলৈ চেষ্টা কৰিছিল।

১৯১৫ চনমানৰ পৰা বৰ্তমানলৈকে চাপৰ, বহলপুৰ, আৰেয়াৰঝাৰ, শালকোছা, বাৰ্ষি, উদমাৰী, ফুটুকবাৰী, ছাওৰামাৰী, খুদুনামাৰী, ৰাৱণটাৰী, ভেৰভেৰী, গোপীগাঁও আদি অঞ্চলত শিক্ষামূলক আৰু ব্যৱসায়িক ভিত্তিত যাত্ৰাদল, অপেৰা, নাট্যগোষ্ঠী, থিয়েটাৰ দলৰ জন্ম হয়।

১৯১৯ চনমানতে চাপৰৰ সত্যপুৰত বিন্দুচৰণ দাসৰ উদ্যোগত 'সত্যপুৰ নাট্য সমাজ'ৰ জন্ম হয়। এই দলটো ব্যৱসায়িক দল হিচাপে অবিভক্ত গোৱালপাৰা জিলাতে জনপ্ৰিয় আছিল। পৰমানন্দ আৰু ফকিৰা ওস্তাদৰ পৰিচালনা-নিৰ্দেশনাত 'পঞ্চনদ', 'কলিৰ অৱসান', 'কল্কি অৱতাৰ' আদি নাটককেইখন পৰিৱেশন কৰিছিল। শিল্পীসকলে আছিল ক্ৰমে— ৺ কেদাৰ নাথ দাস, ৺ কামদেৱ দাস, ৺ বিপিন বিহাৰী দাস, কামিনী দাস, ৺ ৰূপচাঁদ দাস, ৺ ভগীৰথ দাস, ৺ কান্তেশ্বৰ দাস, ৺ সিনোৰাম দাস, ৺ নিশিকান্ত দাস, ৺ বংশীবদন দাস।

১৯৩০ চনতে জন্মলাভ কৰা বহলপুৰ নাট্য-সমিতিয়ে ১৯৬০ চনলৈকে বিভিন্ন মঞ্চত পৰিৱেশন কৰি ফুৰিছিল 'মাটিৰ প্ৰেম', মেদিনী আৰু কৰ্ণাৰ্জুন। উদ্যোক্তা আছিল ৰমাকান্ত নাথ। শ্ৰী বীৰেন্দ্ৰ ৰায়চৌধুৰী, ঘনশ্যাম সিংহ, ৰমাকান্ত নাথ, থানেশ্বৰ নাথ, চেল ৰায়, তাৰিণী ৰায় আদি শিল্পীসকলে ইয়াত সুন্দৰ অভিনয় কৰিছিল।

১৯৪০-৪১ চনত প্ৰাক্তন মুখ্যমন্ত্ৰী শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ মহাশয়ৰ পৃষ্ঠপোষকতাত চাপৰত শিক্ষামূলকভাৱে এটি থিয়েটাৰ দলৰ জন্ম হয়। শ্ৰীডালিম কুমাৰ মেধী (অৱসৰ প্ৰাপ্ত অধ্যক্ষ) বিধিৰাম ৰায়, গিৰীশ সান্যাল, শ্ৰীশান্তিৰঞ্জন দে, শ্ৰীজগদানন্দ চাংকাকতী (প্ৰাক্তন উপায়ুক্ত ধুবুৰী জিলা) ৺ ভেষজ কুমাৰ দাস, ৺ ভূপেন ৰায় আদি জনপ্ৰিয়, শিল্পীসকলে 'মৰ্জিয়ানা' আৰু 'চিৰাজদৌল্লা', নাটক দুখনত অভিনয় কৰি আলোড়ন তুলিছিল। ১৯৪৪ চন মানতে আৰেয়াৰঝাৰত শ্ৰীনীৰেন্দ্ৰ দাস (নেপাল), অবিনাশ দাস, প্ৰমোদ দাস আৰু আন কিছুমান শিল্পীয়ে 'পৃথ্বীৰাজ' নাটকখন মনস্থ কৰি ফুৰিছিল।

১৯৪৫-৫০ চন মানত চাপৰৰ পালপাৰত কেইজনমান শিল্পীয়ে 'মনসাদেৱী' আৰু 'কৃষ্ণলীলা' পালা দুখন পৰিৱেশন কৰি ধাৰ্মিক দিশটোৰ প্ৰসাৰ ঘটাইছিল। ইয়াৰ কিছুবছৰ বিৰতিৰ পিছত ১৯৭০ চনত জন্মলাভ কৰি বৰ্তমানলৈকে চলি থকা 'সত্যপুৰ যুৱ-নাট্য-সমিতি' ব্যৱসায়িক ভিত্তিক চলি থকা এটি নাট্য-সমিতি। এই সমিতিয়ে এতিয়ালৈকে তিনিখন নাটক মঞ্চাভিনয় কৰিছে। সেয়া হ'ল এটি নদীৰ দুটি সোঁত, সংগ্ৰামৰ শেষত আৰু শ্ৰীচিদানন্দ দাসৰ কাহিনীৰ আলমত সুবীৰ দাসে ৰচনা কৰা 'আদৰ্শৰ সংঘাত'। শিল্পীসকল আছিল ক্ৰমে - সুবীৰ দাস, ধৰ্মেশ্বৰ ঠাকুৰীয়া (নিৰ্দেশক), জয়ন্তী ৰায়, জয়া দাস, দীপালী ৰায়, সুনীল দাস, নাৰায়ন ৰায়, পিযুষ কান্তি দাস, বেৰা ৰায়, সুবোধ দাস, ভদ্ৰেশ্বৰ দাস আদি। আৱহ-সংগীত, নৃত্য, দৃশ্যসজ্জা, গীত পৰিৱেশন আদি উন্নতমানৰ কৰিবলৈ যত্ন কৰিছিল।

শ্ৰীচিদানন্দ দাসে ছাত্ৰাৱস্থাতে চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত 'কৰ্ণবীৰ' আৰু 'শকুনিৰ অভিশাপ' মঞ্চস্থ কৰি ছাত্ৰ- সমাজত নাট্যচৰ্চাৰ অনুপ্ৰেৰণা যোগাইছিল।

১৯৮৩ চনত চিদানন্দ দাস, নিকুঞ্জ বিহাৰী দাস, বিমলা ৰায়, প্ৰমোদা দাস আদি শিল্পীসকলে 'চিৰাজ' নাটকখন একেৰাহে ছয় নিশা অভিনয় কৰি অভিলেখ সৃষ্টি কৰিছিল।



১৯৬৫ চনৰ পৰা বৰ্তমানলৈকে শালকোচা অঞ্চলত নাট্যচৰ্চাৰ ধাৰা চলিয়ে আছে।

১৯৬৫ চনত ব্ৰজেন বৰ্মন (বদা), সদা ৰায়, গেলকা ৰায়, আদিৰ সম্মিলিত চেষ্টাত শালকোচাত 'প্ৰায়শ্চিত্ত', কংকাৱতীৰ ঘাট, ৰূপভান, নাটককেইখন মঞ্চস্থ কৰি উক্ত অঞ্চলত নাট্য চৰ্চাৰ পাতনি মেলিছিল। ১৯৬৭-৬৯ চনত নিৰঞ্জন বৰ্মনৰ উদ্যেগত নবীন বৰ্মন, প্ৰফুল্ল কলিতা, বুদ্ধেশ্বৰ বৰ্মন, সুধীৰ বৰ্মনৰ পৰিচালনা আৰু নিদেৰ্শনাত 'গলকুণ্ডা' আৰু 'আৰ্তনাদ' নামৰ নাটক দুখন মঞ্চস্থ কৰে।

১৯৬৭-৬৮ চনত শালকোচা উচ্চতৰ মাধ্যমিক বিদ্যালয়ত শ্ৰীশৈলেন বৰ্মন, প্ৰাৰ্থনা দাস, বিপুল চক্ৰৱৰ্তী, তৃপ্তী চক্ৰৱৰ্তী, অনিতা ভূএগ, ৰত্না চক্ৰৱৰ্তী আদি শিল্পীসকলে ছাত্ৰাৱস্থাতে অগ্ৰগামী, মিৰিজীয়ৰী, চম্বলৰ অভিশাপ, বাণ ৰজাৰ জীয়ৰী আদি নাটক- কেইখন মঞ্চস্থ কৰি ছাত্ৰ-সমাজত নাট্যচৰ্চাৰ প্ৰেণৰা যোগাইছিল। সেই বছৰতে শ্ৰীনৰেন বসুমতাৰীৰ নেতৃত্বত এটি যাত্ৰাদলৰ জন্ম হয়। নৰেন বসুমতাৰী, সমেশ্বৰ বৰ্মন, জগেন বৰ্মন আদিয়ে ইয়াত অভিনয় কৰিছিল। ১৯৬৯ চনত পুখুৰীপাৰাত নিৰঞ্জন বৰ্মন, ৰহিত ৰায়, কৃষ্ণ ৰায়, অজিত নাথৰ সহযোগত এটা থিয়েটাৰ দলৰ জন্ম হয়।

১৯৭২-৭৪ চনলৈ সমবায় ভিত্তিত শালকোচাত 'মঞ্চজ্যোতি যুৱ-থিয়েটাৰ' দলে আলোড়নৰ জোৱাৰ আনে। এই থিয়েটাৰ দলে ব্যৱসায়িক দল হিচাবে বিভিন্ন ঠাইত মঞ্চাভিনয় কৰি সুনাম অৰ্জন কৰিছিল। আৱহ-সংগীত, নৃত্য, দৃশ্যসজ্জা আদি উন্নত- মানৰ আছিল। ইয়াত শালকোচাৰে উদীয়মান নাট্যকাৰ শ্ৰীশৈলেন বৰ্মনৰ দ্বাৰা ৰচিত আৰু পৰিচালিত নাটককেইখন ক্ৰমে - 'চন্দনাৰ অভিশাপ, অভিশপ্ত চম্বল, মানুহ গুণ্ডা হয় কিয়, ৰক্তেমাখা মাটি আৰু প্ৰতাৰক। শ্ৰীশৈলেন বৰ্মন, প্ৰাৰ্থনা দাস, দিলীপ দাস, বুদ্ধেশ্বৰ বৰ্মন, সুভাষ ৰায়, সুকীল বৰ্মন, ৰবীন বৰ্মন, ৰণেশ চক্ৰৱৰ্তী, প্ৰণয় দাস, প্ৰতিমা বৰ্মন, প্ৰতিমা ৰায়, জয়মতী দাস, ৰাধিকা ৰায়, চিৰু ৰায়, মুকুন্দ দাস আদি শিল্পীসকলে সুন্দৰ অভিনয় প্ৰতিভাৰ পৰিচয় দিছিল।

১৯৯৪-৯৫ চনত 'বুঢ়া বাবা মিলন সংঘই' মঞ্চাভিনয় কৰি ফুৰে 'ডকাইত কোন'।

১৯৬৮-৭০ চনৰ ভিতৰত শালকোছাৰ গাতে লাগি থকা বৰো মালগাঁও আৰু বামুণগাঁওত দুটা বড়ো যাত্ৰাদলে ভূমুকি মাৰে। মালগাঁৱৰ বড়ো যাত্ৰাদলত শ্ৰীকান্তেশ্বৰ বড়ো, নৰেন বসুমতাৰী, ভবেন বসুমতাৰী আদি শিল্পীসকলে অভিনয় কৰিছিল 'দৈথপাছ' (এটোপাল পানী)। বামুণগাঁও বড়ো যাত্ৰাদলটিয়ে সগৌৰৱেৰে মঞ্চস্থ কৰিছিল 'বিচাৰমতি' (বুদ্ধিমতী গাভৰু) নামৰ নাটকখন। শ্ৰীসন্তলা নাৰ্জাৰী, বাতিৰাম ইছলাৰী, গুণেশ্বৰ বড়ো আদি গুণগ্ৰাহী শিল্পীসকলে সেই সময়ত নাটক মঞ্চস্থ কৰি বড়ো জনগোষ্ঠীৰ মৰমৰ পাত্ৰ হৈ পৰিছিল। এই দুটা দল ইমানে জনপ্ৰিয় আছিল যে বড়ো এলেকাৰ উপৰি বিভিন্ন অবড়ো বসতিপূৰ্ণ অঞ্চলৰ উৎসৱ পাৰ্বণতো মঞ্চাভিনয়ৰ বাবে আমন্ত্ৰিত হৈছিল।

পঞ্চাশৰ দশকৰ পৰা আশীৰ দশকলৈ আৰু কেইটামান নাট্যানুষ্ঠানৰ উমান পোৱা যায়।

১৯৫১-৫২ চন মানতে খুদুনামাৰীত ৺ মন্টু শ্বেখ, ৺ খোদাই শ্বেখ, ৺ নেদেমুদউল্লা, মোঃ আজগৰ আলী আদি শিল্পীয়ে 'মনাইযাত্ৰা' নামৰ এটি দলৰ শুভাৰম্ভ কৰি বিভিন্ন নাটক মঞ্চস্থ কৰে। ১৯৭৬ চনত শ্ৰীজীৰেশ্বৰ দাসৰ উদ্যোগত আন এটি যাত্ৰাদলৰ জন্ম হয়। শ্ৰী জীৰেশ্বৰ দাস, হেমবৰা দাস, দামোদৰ দাস, মেনু দাস আদি শিল্পীসকলে 'বাকদত্তা' নাটকত অভিনয় কৰে। জীৰেশ্বৰ দাসে 'খুন কা বদলা খুন' অনুবাদ কৰি পৰিচালনা কৰিছিল। ১৯৬০ চনত ভেৰভেৰীত 'ৰজা হৰিশ্চন্দ্ৰ' মঞ্চস্থ কৰি ফুৰে ৺ গোৰা ৰায়, আজগৰ আলী, নগেন ৰায় আদিয়ে। সেই সময়তে ছাওৰামাৰীত হৰেন্দ্ৰ দাসৰ উদ্যোগত আন এটা যাত্ৰাদলৰ জন্ম হয়। এই দলে 'বিজয়বসন্ত', 'হৰিশ্চন্দ্ৰ' মঞ্চাভিনয় কৰে। পিছত মিঠাৰাম বেপাৰীয়ে সুদূৰ গোৱালপাৰাৰ পৰা শিল্পী আনিও এই ধাৰা বোৱাই ৰাখিবলৈ যত্ন কৰিছিল।

একে সময়তে বিলাসীপাৰাৰ গাতে লাগি থকা গোপীগাঁৱত ব্যৱসায়িক ভিত্তিত আন এটা যাত্ৰাদলে মূৰ দাঙি উঠে। ৺ বাণেশ্বৰ দেৱনাথ, গোবিন্দ দেৱনাথৰ উদ্যোগত 'অজামিলৰ বৈকুণ্ঠ লাভ' আৰু 'পৰশুৰামেৰ মাতৃহত্যা' মঞ্চস্থ কৰে। পিছত ৺ সূৰ্যকান্ত নাথ আৰু বৰ্তমানলৈকে জীৱিত তিৰাশী বছৰীয়া বলিষ্ঠ অভিনেতা শ্ৰীসূৰ্য্যকান্ত নাথে অভিনয় কৰা 'স্বদেশ' আৰু ৰক্ত তিলক নাটক দুখনে ভূয়সী প্ৰশংসা বুটলিছিল।

এইদৰে চলিত শতিকাৰ আৰম্ভণিৰ পৰা ৮০ চনলৈ যাত্ৰা, অপেৰা, থিয়েটাৰ আদি নাট্যানুষ্ঠানৰ জন্ম হয় যদিও সদৌ অসম ছাত্ৰ সন্থাৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ সময়ৰে পৰা ইয়াৰ গতি মন্থৰ হ'বলৈ ধৰে। দুই-এঠাইত চেগা- চোৰোকাকৈ যাত্ৰা বা থিয়েটাৰ দলে ভূমুকি মাৰিলেও স্থায়ী হ'ব নোৱাৰিলে। কিন্তু এই ক্ষেত্ৰত বাৰ্ষি অঞ্চল ব্যতিক্ৰম। ১৯৪৯ চনতে আৰম্ভ হোৱা নাট্যচৰ্চাৰ ধাৰাটো বৰ্তমানলৈ প্ৰতিবছৰে স্থানীয় জগদ্ধাত্ৰী পূজা আৰু মেলা উৎসৱত দুখনকৈ হ'লেও নাটক মঞ্চস্থ কৰি নাট্যচৰ্চাৰ ধাৰাটো বোৱাই ৰাখিবলৈ চেষ্টাৰ ত্ৰুটি কৰা নাই এই অঞ্চলৰ যুৱ-সমাজে।

পঞ্চাশৰ দশকত বাৰ্ষিৰ শ্ৰীকুলদাপ্ৰসাদ দাসৰ পৰিচালনা আৰু নিদেৰ্শনাত 'অগ্ৰগামী', 'বিপ্লৱী বীৰ', 'এক কিলো আটা' আদি নাটককেইখন শিক্ষামূলকভাৱে মঞ্চস্থ কৰা হয়। সৰ্বশ্ৰী কুলদাপ্ৰসাদ দাস, শ্ৰীৰবীন দাস, ৺ নীৰেন দাস, ৺ প্ৰসন্ন দাস, তাপালা দাস, তেজেন দাস, আদি শিল্পীয়ে ইয়াত সুন্দৰ অভিনয় কৰিছিল। বাৰ্ষিৰ শ্ৰীশিশিৰ কুমাৰ দাসৰ 'শিশিৰ অপেৰাই' ১৯৬০ চনৰ পৰা সুদীৰ্ঘ ১৪ বছৰ ধৰি গোৱালপাৰা জিলাৰ বিভিন্ন ঠাইত নাটক মঞ্চস্থ কৰি ব্যৱসায়িক দল হিচাপে প্ৰতিষ্ঠা লাভ কৰি সুনাম অৰ্জন কৰিছিল। 'ৰূপ হ'ল অভিশাপ', হৰিশ্চন্দ্ৰৰ স্বৰ্গাৰোহণ, ধনীৰ দুনীয়া, 'সীমান্তৰ সিপাৰে', 'আৰ্তনাদ' নাটককেইখন মঞ্চাভিনয় কৰিছিল ক্ৰমে - শ্ৰীশিশিৰ দাস, নীৰেশ দাস, হিমাংশু দাস, দিবাকৰ দাস, ভাস্কৰ নাথ, তেজেন দাস, মোহন দাস, বিনোদ ৰায়, শৈভ্যা ৰায়, 'ছানি দাস, মিনতি ৰায়, বিজয়া, মানসী, ৰাধিকা আদি শিল্পীসকলে। একে সময়তে বাৰ্ষিও শ্ৰীকুলদাপ্ৰসাদ দাস আৰু কেইজনমান উদ্যোগী ব্যক্তিৰ চেষ্টাত আদৰ্শ ক্লাবৰ জন্ম হয়। এই ক্লাবৰ সৌজন্যত ১৯৮০ চনলৈ বিভিন্ন নাটক মঞ্চস্থ কৰা হয়। সেইবোৰৰ ভিতৰত উল্লেখযোগ্য কুলদাপ্ৰসাদ দাসৰ পৰিচালনা / নিৰ্দেশনাত পৰিবেশন কৰা 'অন্ধ', বাৰ্ষিৰে শ্ৰীগিৰীশ ৰায় ৰচিত আৰু পৰিচালিত 'বাঈজীৰ লৰা' আৰু 'ক্ৰান্তি', নয়াহাটৰ আনোৱাৰ হুছেইন ৰচিত 'যুগৰ যৌগী', খুদুনামাৰীৰ জীৰেশ্বৰ দাস অনুবাদিত 'ভোকাতুৰ জনতা' নাটকখন অন্যতম। এই সংঘৰ সৌজন্যত বৰ্তমানলৈকে মঞ্চস্থ কৰা উল্লেখযোগ্য নাটককেইখন ক্ৰমে - 'ভাইবোৱাৰী', প্ৰায়শ্চিত্ত, মহেশ কলিতাৰ 'অৱক্ষয়', অভিনন্দন', বাৰ্ষিৰ দীপক দাস ৰচিত 'দিগন্তৰ অনন্ত শয়ন' আৰু অসমৰ সাম্প্ৰতিক অগ্নিগৰ্ভা পৰিস্থিতিৰ পটভূমিত জগদীশ কুমাৰ কলিতাৰ দ্বাৰা ৰচিত আৰু পৰিচালিত নাটক 'এটি আশাৰ সমাধি'। উক্ত নাটকবোৰত অভিনয় কৰি দৰ্শক শ্ৰোতাৰ হৃদয় পৰশিব পৰা ন-পুৰণি শিল্পীসকল ক্ৰমে - গিৰীশ ৰায়, জগদীশ কুমাৰ কলিতা, সম্বৰ দাস, অমূল্য দাস, অলীক দাস, ৰহেশ দাস, চিত্তৰঞ্জন দাস, নিৰঞ্জন দাস, জ্যোতিষ কলিতা, শ্ৰীমন্ত দাস, নুৰুদ্দিন আহমেদ, নিখিল বসুমতাৰী, দিনেশ বসুমতাৰী, হেমন্ত দাস, প্ৰদীপ দাস, দিলীপ দাস, শ্ৰীকান্ত দাস, নজৰুদ্দিন আহমেদ, শৈভ্যা ৰায়, মিনতি ৰায়, জনী দাস, ৰীণা দাস, ৰেণুকা দাস, শ্যামলী দাস, জেউতী শ্ৰীদাস, দুলাল দাস, লবংগ দাস, বিৰাজ দাস, আশোক দাস, গোপাল দাস, মনোকান্ত, বিশোক, খনীন, পথাৰু, সুজিত, গৌতম, নৃপেন, সুদীপ, সফুৰউদ্দিন (নাদু), আবুল হুইছেন, আমিন, আয়নালউদ্দিন আহমেদ, সুৰেন দাস, অনিল দাস আৰু শিশুশিল্পী কমল।

১৯৮০ চনত বাৰ্ষিৰ নিচেই ওচৰত অৱস্থিত উদমাৰীত স্থানীয় শ্ৰীকৃষ্ণ বৰ্মনৰ প্ৰযোজনাত ব্যৱসায়িক ভিত্তিত গঢ় লৈ উঠে 'নৱজ্যোতি থিয়েটাৰ'। মঞ্চাভিনয়ৰ বাবে 'প্ৰতিশোধ' আৰু 'ভাইবোৱাৰী' নাটক দুখন বাছি লোৱা হৈছিল। শ্ৰীকৃষ্ণ বৰ্মন, মুকুল দাস, লক্ষেশ্বৰ ৰায়, বাবুলু পাটগিৰী, নকুল দাস, লালসিং ৰায়, হিমাংশু দাস, দীবাকৰ দাস আদি স্থানীয় শিল্পীৰ উপৰি সুদূৰ পাঠশালাৰ পৰা অভিনেত্ৰী আনি নাটক মঞ্চস্থ কৰিছিল। এই থিয়েটাৰ দলৰ আৱহ-সংগীত, নৃত্য, গীত, দৃশ্যসজ্জা আদি উন্নতমানৰ আছিল। কিন্তু অভিজ্ঞতালব্ধ লোকৰ অভাৱত দুবছৰমান চলাৰ পিছত মৰহি যায়।

ইয়াৰ উপৰি ফুটকীবাৰী, গুড়ীপাৰা সূৰ্য্যাখাতা, ৰাৱণটাৰী, বটেৰতল আদি বিভিন্ন অঞ্চলত যাত্ৰাদল জন্ম লাভ কৰি নাট্যচৰ্চাৰ ধাৰাটো বাহাল ৰাখিবলৈ যত্ন কৰিছিল বুলি শুনা যায়।

বিলাসীপাৰা অঞ্চলৰ নাট্যচৰ্চা বিষয়ক এই আলোচনাটিত ঘাইকৈ চলিত দশকলৈ অভিনীত হোৱা পূৰ্ণাঙ্গ নাটকসমূহকে সামৰা হৈছে। অৱশ্যে আলোচনাৰ মাজতে বিভিন্ন স্কুল-কলেজত পৰিৱেশিত হোৱা কেইখনমান একাংকিকা নাটকৰ কথা উনুকিওৱা হৈছে মাথোন।

এটা কথা মন কৰিব লগীয়া যে এই অঞ্চলৰ জনগণ নাট্যচৰ্চাৰ ক্ষেত্ৰত যিমান আগ্ৰহী সেই অনুপাতে নাটক ৰচনাৰ ক্ষেত্ৰত আগ্ৰহী নহয় যেন লাগে।

অৱশ্যে নাট্যচৰ্চাৰ বিজ্ঞানসম্মত প্ৰশিক্ষণ দিব পৰা অনুষ্ঠানৰ অভাৱত এই অঞ্চলৰ শিল্পীৰ প্ৰতিভা বনফুলৰ দৰে বনতে মৰহি যায়। এই ক্ষেত্ৰত বিলাসীপাৰাস্থ বিভিন্ন সংগঠনসমূহে চিন্তা-চৰ্চা কৰিলে সুফল পোৱা যাব বুলি আশা কৰিব পাৰি। চৰকাৰী সাহায্য আৰু অসম চৰকাৰৰ সাংস্কৃতিক সঞ্চালকালয়েও এই ক্ষেত্ৰত সহায়ৰ হাত আগ বঢ়ালে এই অঞ্চলৰ ভৱিষৎ প্ৰজন্মৰ প্ৰতিভা বিকশিত হ'ব আৰু নাট্যচৰ্চাৰ উপৰি আন বহুতো অলিখিত থলুৱা কৃষ্টি-সংস্কৃতিয়ে বিকাশ লাভ কৰিব বুলি ন দি ক'ব পাৰি।*

* বিঃ দ্ৰঃ পৰ্যালোচনাটি যুগুত কৰোঁতে সৰ্বশ্ৰী কুলদা প্ৰসাদ দাস (বাৰ্ষি), চিদানন্দ দাস (চাপৰ), সূৰ্য্যকান্ত নাথ ( গোপী গাঁও) আৰু বিলাসীপাৰাৰ জগদানন্দ দাস, ৰজনীকান্ত শাস্ত্ৰী, লতিকা দাসৰ সহায় লোৱা হৈছে।




# বিলাসীপাৰা মহকুমাৰ শিক্ষা-ব্যৱস্থাৰ এটি আলেখ-লেখ

## হৃদয়ানন্দ দাস

শিক্ষাৰ অৰ্থ হৈছে জ্ঞানৰ পোহৰ। পুৰণি কালৰ পৰাই মানুহ জ্ঞানৰ অন্বেষণত দিহিঙে-দিপাঙে ফুৰিছে। অনানুষ্ঠানিকভাৱে হ'লেও সেই সময়ৰে পৰা মানুহে শিক্ষা আহৰণ কৰাৰ ৰীতি আছিল আৰু লাহে লাহে এই শিক্ষাই তেওঁলোকক দিছিলে সুৰসংগঠিতভাৱে জীৱন নিৰ্বাহ কৰাৰ এক পদ্ধতি। এই ক্ষেত্ৰত পুৰণি কালৰ গুৰুকুল শিক্ষাৰ কথা আমি উল্লেখ কৰিব পাৰো।

১৮২৬ চনত ইয়াণ্ডাবু সন্ধিমতে অসম দেশ যেতিয়া ইংৰাজৰ অধীনলৈ যায়, তেতিয়া পুৰণি অসমৰ শিক্ষা-ব্যৱস্থাৰো আমূল পৰিৱৰ্তন ঘটে। তেনেকুৱা এক পাৰিপাৰ্শ্বিকতাত দেশৰ ঠায়ে ঠায়ে সংস্কৃত চতুষ্পাঠী, টোল আৰু বিদ্যালয়ৰ বহুল প্ৰতিষ্ঠা হয়। ধুবুৰী জিলাৰ গৌৰীপুৰত এনে সংস্কৃত টোল থকাৰ উপৰি বিলাসীপাৰা মহকুমাৰ অন্তৰ্গত হাকামা গাঁৱত পণ্ডিত দুৰ্গাকিংকৰ শাস্ত্ৰীদেৱৰ যত্নত 'পৰমেশ্বৰী টোল' নামে এটি বাণী বিনোদন কেন্দ্ৰ গঢ়ি উঠে। সম্প্ৰতি বিলাসীপাৰা মহকুমাত কোনো টোলৰ অস্তিত্ব দেখিবলৈ পোৱা নাযায়।

ইছলামিক শিক্ষাৰ প্ৰচলনো বিলাসীপাৰাত অতি পুৰণি। গৌৰৰ চুলতান আলাউদ্দিন হোছেনে ১৪৯৮ খৃষ্টাব্দত কামৰূপ ৰাজ্য জয় কৰাৰ সময়ত ছাতাগুৰি পাহাৰত (বৰ্তমান পাণবাৰী পাহাৰত) এটি পকী মছজিদ নিৰ্মাণ কৰাইছিল। মছজিদৰ ইমামে মছজিদ সংলগ্ন মোক্তাৱত আৰবী পঢ়োৱাৰ নিয়ম কৰিছিল। বৰ্তমান বিলাসীপাৰা মহকুমাত এম. ই. মাদ্ৰাছা, হাই মাদ্ৰাছা, চিনিয়ৰ মাদ্ৰাছা, আৰু উপাধি পাঠ্যক্ৰম পঢ়াৰ বহুতো অনুষ্ঠান আছে।

বিলাসীপাৰা মহকুমাত এম. ই. মাদ্ৰাছাৰ ভিতৰত - বাঙ্গালীপাৰা, হাতীপোতা, মায়াৰচৰ, বুচিৰচৰ, কদমতোলা জাকিৰ হুছেইন মেমোৰিয়েল, ঘূনীমাৰী, পশ্চিম নায়েৰ আলগা গাৰ্লছ, গুটিপাৰা, আন্দামাৰী, ৰাণীগঞ্জ, সাপটগ্ৰাম, জালাবিলা এম. ই. মাদ্ৰাছাৰ নাম উল্লেখযোগ্য। হাই মাদ্ৰাছাৰ ভিতৰত -বাঙ্গালীপাৰা, আমবাৰী ছাহী ইচলামী আৰু চাপৰ হাই মাদ্ৰাছা, বিলাসীপাৰা চিনিয়ৰ মাদ্ৰাছা, ৰাণীগঞ্জ, হাতীপোতা আৰু লক্ষ্মীগঞ্জৰ হাফিজী মাদ্ৰাছা বিদ্যালয় সমূহৰ জৰিয়তে সাধাৰণ শিক্ষাৰ লগতে ইচলামী শিক্ষা প্ৰদান কৰি থকা হৈছে।

লাহে লাহে বিদ্যোৎসাহী লোকসকলৰ চেষ্টা আৰু যত্নত বিভিন্ন অঞ্চলত প্ৰাথমিক, মাধ্যমিক, আৰু উচ্চ মাধ্যমিক বিদ্যালয় গঢ়ি উঠিল। কেবাখনো উচ্চ মাধ্যমিক বিদ্যালয় উচ্চতৰ মাধ্যমিক বিদ্যালয়লৈ উন্নিত হ'ল। পৰিসংখ্যা অনুযায়ী বিলাসীপাৰা মহকুমাত এতিয়ালৈ ৪৭১ খন প্ৰাথমিক স্কুলত ১১২৬ জন শিক্ষকে শিক্ষা প্ৰদান কৰি আছে। এম. ই / এম. ভি মিলি স্কুল আছে মুঠ ৭৭ খন আৰু ইয়াত ৫৮৪ জন শিক্ষকে শিক্ষা প্ৰদান কৰি আছে।

হাইস্কুলীয়া শিক্ষা প্ৰদানৰ ক্ষেত্ৰত চাপৰ-পৰ্বত জোৱাৰ জমিদাৰৰ তত্বাৱধানত ১৯২৮ চনত ইয়াত ইন্দ্ৰ নাৰায়ণ একাডেমী নামেৰে বাংলা মাধ্যমৰ এখন উচ্চ মাধ্যমিক বিদ্যালয় (বৰ্তমান উচ্চতৰ) স্থাপন হয়। ইয়াৰ আগতে বিদ্যাৰ্থীসকলে প্ৰাথমিক শিক্ষা সাং কৰি বগৰীবাৰী বা গৌৰীপুৰলৈ গৈহে হাইস্কুলীয়া শিক্ষা গ্ৰহণ কৰিব লগা হৈছিল। ১৯১৪ চনত বগৰীবাৰীৰ হৰেন্দ্ৰ নাৰায়ণ ছেমিনাৰী নামৰ উচ্চ মাধ্যমিক বিদ্যালয় এখন স্থাপন হয়। ১৯৪০ চনত স্থাপিত হোৱা ৰোকাখাতা উঃ মাঃ বিদ্যালয় আছিল সেই সময়ত প্ৰথম অসমীয়া মাধ্যমৰ উচ্চ মাধ্যমিক স্কুল (বৰ্তমান উচ্চতৰ)। দ্বিতীয় খন বিলাসীপাৰা পাব্লিক উচ্চতৰ মাধ্যমিক বিদ্যালয়।

বৰ্তমান বিলাসীপাৰা মহকুমাত প্ৰাদেশিকীকৃত উচ্চ-মাধ্যমিক বিদ্যালয়ৰ সংখ্যা হ'ল ১৯ খন। ইয়াৰে ১৬ খন সহ শিক্ষানুষ্ঠান (ল'ৰা-ছোৱালী) আৰু ৩ খন ছোৱালীৰ শিক্ষানুষ্ঠান। ছোৱালী শিক্ষানুষ্ঠানৰ দুখন অসমীয়া মাধ্যমৰ আৰু এখন বাংলা মাধ্যমৰ।

ইয়াৰ উপৰি অসম মাধ্যমিক শিক্ষা পৰিষদৰ অনুমোদনপ্ৰাপ্ত ১২ খন, দশম শ্ৰেণীলৈ অনুমতিপ্ৰাপ্ত - এখন, নৱম শ্ৰেণীলৈ অনুমতি পোৱা - ৩ খন, অষ্টম শ্ৰেণীলৈ স্বীকৃতি পোৱা - ৫ খন, অষ্টম শ্ৰেণীলৈ অনুমতি পোৱা - ১ খন, ভেনচাৰ উচ্চ মাধ্যমিক স্কুল মুঠ ৩৩ খন আছে। প্ৰাদেশিকীকৃত ১৯ খন উচ্চ মাধ্যমিক বিদ্যালয়ৰ ১০ খন উচ্চতৰ মাধ্যমিক বিদ্যালয়লৈ উন্নীত হৈছে। ইয়াৰে ৬ খন ক'লা শাখাৰ আৰু ৪ খন বিজ্ঞান শাখাৰ। বাণিজ্য শাখাৰ এখনো উচ্চতৰ মাধ্যমিক বিদ্যালয় নাই।

মহাবিদ্যালয় বুলিবলৈ বিলাসীপাৰাত বিলাসীপাৰ মহাবিদ্যালয় আৰু বোমকেশ মহাবিদ্যালয়, চাপৰত (বহলপুৰ) ৰত্নপীঠ মহাবিদ্যালয় আৰু সাপটগ্ৰামত সাপটগ্ৰাম মহাবিদ্যালয়।

১৯৬০ চনত স্থানীয় জমিদাৰ স্বৰ্গীয় নৃপেন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱে তেখেতৰ বহুমূলীয়া ৰংঘৰটো কলেজলৈ দান দিয়াত ৰাইজে তেখেতৰ নামেৰে কলেজখনৰ নামকৰণ কৰিছিল যদিও পিছলৈ ১৯৬৫ চনত চৰকাৰী অনুদানপ্ৰাপ্তিৰ সময়ত ইয়াৰ নাম বিলাসীপাৰা কলেজ হয়গৈ। সম্প্ৰতি উক্ত মহাবিদ্যালয়ত বিজ্ঞানশাখা খোলা হৈছে।

স্ত্ৰী-শিক্ষা প্ৰসাৰৰ আৱশ্যকতা অনুভৱ কৰি ১৯৯১ চনত অস্থায়ী ভিত্তিত বিলাসীপাৰা সাহিত্য সভা ভৱনত ব্যোমকেশ মেমোৰিয়েল কন্যা মহাবিদ্যালয় স্থাপন কৰা হয়। স্-নাগৰিক স্বৰ্গীয় ব্যোমকেশ শৰ্মাই তেখেতৰ মৃত্যুৰ আগমুহূৰ্তত হাকামা ৪ৰ্থ খণ্ড গাকটাপাৰা অঞ্চলৰ ২৩ বিঘা ৪ কঠা মাটিত তেওঁৰ স্মৃতি ৰক্ষাৰ্থে কোনো সামাজিক অনুষ্ঠান-প্ৰতিষ্ঠান গঢ়ি তোলাৰ বাবে ইচ্ছা প্ৰকাশ কৰিছিল। তেওঁৰ এই অন্তিম ইচ্ছাক বাস্তৱ ৰূপ দিয়াৰ বাবে তেওঁৰ ওৱাৰিচসকলে ব্যোমকেশ ট্ৰাষ্ট গঠন কৰি মাটিখিনি ট্ৰাষ্টবোৰ্ডক হস্তান্তৰ কৰে। ১৯৯২ চনৰ শেষৰ পিনে বৰ্তমানে থকা স্থানত এই কন্যা মহাবিদ্যালয়খন ৰাইজৰ সহযোগত গঢ়ি উঠে। কিন্তু বিশেষ পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত এতিয়া ব্যোমকেশ মেমোৰিয়েল কন্যা মহাবিদ্যালয় গুচি ব্যোমকেশ মেমোৰিয়েল মহাবিদ্যালয় হৈছে আৰু ল'ৰা-ছোৱালী উভয়ে ক'লা শাখাত উক্ত মহাবিদ্যালয়ত + ২ স্তৰৰ শিক্ষা গ্ৰহণ কৰি আছে।

বহলপুৰ আৰু ইয়াৰ কাষৰীয়া চাপৰ, বৈটামাৰী, বিদ্যাপুৰ আদি অঞ্চলৰ সমূহ ৰাইজৰ চেষ্টা, যত্ন আৰু অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী শ্ৰীশৰৎ চন্দ্ৰ সিংহৰ নেতৃত্বত বহলপুৰত ৰত্নপীঠ নামৰ যিখন মহাবিদ্যালয় ১৯৭৮ চনত প্ৰতিষ্ঠা হ'ল, এক কথাত ক'বলৈ গ'লে, পৰিৱেশলৈ চাই ইয়াক শান্তি নিকেতনৰ দৰে ৰূপ দিবলৈ প্ৰয়াস কৰা দেখা যায়।

বৰ্তমান অসমৰ সৰ্বত্ৰ ইংৰাজী মাধ্যমৰ স্কুলত ল'ৰা-ছোৱালীক পঢ়োৱাৰ এক অনভিপ্ৰেত প্ৰৱণতাই গা কৰি উঠাৰ দৰে বিলাসীপাৰাতো সেই প্ৰৱণতাই গা-কৰি উঠে। ফলস্বৰূপে ১৯৯২ চনত ব্যক্তিগত খণ্ডত 'কে. এম. লিটল ফ্লাৱাৰ কিনডাৰ গাৰ্টেন' নামৰ ইংৰাজী মাধ্যমৰ প্ৰাথমিক বিদ্যালয় এখন গঢ়ি উঠে।

ইয়াৰ উপৰি যৌথ উদ্যোগত ব্যক্তিগত খণ্ডত ১৯৯২ চনত কণ-মইনা শিশু বিদ্যালয় আৰু ১৯৯৩ চনত 'শংকৰদেৱ শিশু নিকেতন' স্থাপন কৰি প্ৰাথমিক স্তৰত শিক্ষা প্ৰদান কৰি থকা হৈছে। অৱশ্যে এই দুখন বিদ্যালয়ৰ শিক্ষাৰ মাধ্যম অসমীয়া। ওপৰঞ্চি ইংৰাজী ভাষা-শিক্ষাৰ ব্যৱস্থাও আছে।

কেন্দ্ৰীয় চৰকাৰৰ ঘোষিত নতুন শিক্ষানীতি অনুসৰি অসমৰ যি ৯ খন জিলাত নৱোদয় বিদ্যালয় প্ৰতিষ্ঠা কৰাৰ প্ৰস্তাৱ হৈছিল তাৰ ভিতৰত ধুবুৰী জিলাও এখন। উক্ত বিদ্যালয়খন বিলাসীপাৰাত পতাৰ কথা চলিছিল যদিও আজিলৈ একো নহ'ল।

দেশ স্বাধীন হোৱাৰ ৫০ বছৰ কাল পাৰ হৈ যোৱাৰ পিছতো এই অঞ্চলত চৰকাৰী উদ্যোগত চিকিৎসা শিক্ষা, উচ্চ কাৰিকৰী শিক্ষা, আধুনিক বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ শিক্ষা লাভ কৰিব পৰাকৈ কোনো ধৰণৰ শিক্ষানুষ্ঠান আজিলৈকে প্ৰতিষ্ঠা নহ'ল। আনকি নিম্নখাপৰ কাৰিকৰী শিক্ষা লাভৰ অনুষ্ঠান এটিও এই মহকুমাত নাই বুলিয়েই ক'ব পাৰি।

অৱশ্যে কণা হাঁহক পতান দি ঠগাৰ লেখীয়াকৈ এই বছৰৰ পৰা পাণবাৰীত ক্ষুদ্ৰ ঔদ্যোগিক প্ৰশিক্ষণ প্ৰতিষ্ঠান এটি আৰম্ভ কৰি তাত ২০ গৰাকী ছাত্ৰক প্ৰশিক্ষণ দি থকা হৈছে আৰু নাৰ্ছ প্ৰশিক্ষণ প্ৰতিষ্ঠান এটিও ১৯৯৭ চনৰ ভিতৰত আৰম্ভ কৰাৰ সম্ভাৱনা আছে।

সাম্প্ৰতিক অসমৰ সমাজ-ব্যৱস্থা, যুৱ-মানসিকতা, ৰাজনৈতিক অস্থিৰতা, অৰ্থনৈতিক বৈষম্য আদি বিবিধ সমস্যালৈ লক্ষ্য কৰি বিলাসীপাৰা মহকুমাত অৱহেলিত শিক্ষ-ব্যৱস্থাৰ পূৰ্ণ আধুনিকীকৰণ কৰি জনসাধাৰণক দেশৰ আন অঞ্চলৰ লগত খোজ মিলাই অগ্ৰসৰ হ'ব পৰাকৈ সক্ষম কৰি তুলিবলৈ সংশ্লিষ্ট কৰ্তৃপক্ষ যত্নৱান হোৱাটো বাঞ্ছনীয়।

মিছনেৰী স্কুলবিলাকত অসমীয়া চলিছিল, আনহাতে অসমৰ বেছিভাগ গাঁৱলীয়া স্কুলত শিক্ষাদান হৈছিল বাংলা ভাষাৰ মাধ্যমেৰে। সদৰ ঠাইৰ স্কুলবিলাকত অৱশ্যে ইংৰাজী আৰু বঙলা দুয়োটা বিভাগেই আছিল। আগলৈ চাকৰি পোৱাৰ সুবিধালৈ লক্ষ্য ৰাখি বেছিভাগ ল'ৰায়েই ইংৰাজীৰ প্ৰতি মন মেলিছিল। কিন্তু বিষয় হিচাপে আৰু শিক্ষা গ্ৰহণৰ মাধ্যম হিচাপে ইংৰাজী ভাষাটো আয়ত্ত কৰা ইমান সহজ নাছিল। গুৱাহাটী স্কুল স্থাপন হোৱাৰ প্ৰথম বছৰতে ইংৰাজী শিকা প্ৰায় অসম্ভৱ বুলি ভাবি ভালেমান ল'ৰাই স্কুল এৰিছিল। ছাত্ৰৰ সংখ্যা বছৰি হ্ৰাস হোৱা দেখি ১৮৪৪ চনত গুৱাহাটী আৰু শিৱসাগৰৰ দুয়োখন স্কুল এংগল' ভাৰণেকুলাৰ স্কুললৈ ৰূপান্তৰ কৰা হ'ল। ইয়াৰ বাহিৰেও কিছুমান অসমীয়া স্কুল স্থাপন কৰা হ'ল। ১৮৫২ চনত অসমীয়া স্কুলৰ সংখ্যা আছিল ৭৪ খন। কাছাৰ আৰু ছিলেটত স্কুলৰ আৰম্ভণি কিছু পলমকৈ হয়। ১৮৬৫-৬৬ চনত অৱশ্যে কাছাৰ জিলাতো স্কুলৰ সংখ্যা ৭ খন হয়গৈ। চিলেটত সেই সময়ত স্কুলৰ সংখ্যা ২৮ খন।



# বিলাসীপাৰাৰ ৰাস মহোৎসৱ

## মাণিক দাস

পাৰ্শ্ববৰ্তী আন আন অঞ্চলৰ পৰা অনুপ্ৰেৰণা লাভ কৰি ইংৰাজী ১৯৫৮ চনত বিলাসীপাৰা মহামায়াবাৰী প্ৰাঙ্গণত শ্ৰীশ্ৰীকৃষ্ণৰ ৰাসযাত্ৰা উপলক্ষে বিলাসীপাৰাৰ কেইজনমান উৎসাহী ব্যক্তিৰ প্ৰচেষ্টাত ৰাস মহোৎসৱ আৰু প্ৰদৰ্শনীৰ শুভাৰম্ভ হয়। উক্ত মহোৎসৱ আৰু প্ৰদৰ্শনী সুপৰিচালনাৰ্থে যিসকল ব্যক্তিয়ে আগভাগ লৈছিল তেওঁলোকৰ ভিতৰত ˚ জগদানন্দ চক্ৰৱৰ্তী,˚ ডাঃ বলোৰাম সাহা, প্ৰভাত দেৱ (ঘোতা) , শ্ৰীনন্দ মণ্ডল, মাৰ্চেন্ট বলৰাম সাহা, নিত্যানন্দ সাহা, অনিল বিশ্বাস, কামাখ্যাচৰণ সাহা,˚ মৃগেন্দ্ৰ চন্দ্ৰ সৰকাৰ,˚ হৰিবৰ ৰহমান, ৰামকৃষ্ণ সাহা, পুলকানন্দ কলিতা,˚ ননীমোহন দাস,˚ ৰাম গোপাল দাস,˚ চকেণ্ডাৰ বেপাৰী,˚ জনাব আলি আহমেদ আদিৰ নাম উল্লেখযোগ্য।

আৰম্ভণিতে এই ৰাস মহোৎসৱত যি প্ৰদৰ্শনী হৈছিল সেই প্ৰদৰ্শনীত স্থানীয় কৃষক ৰাইজে তেওঁলোকৰ উচ্চমান বিশিষ্ট কৃষিজাত দ্ৰব্য, মৃৎ-শিল্পীসকলে পৌৰাণিক দেৱ-দেৱী আদিৰ মূৰ্তি সাজি প্ৰদৰ্শন কৰিছিল, লগতে হাকামা মহিলা সমিতিৰ দ্বাৰা কাপোৰৰ ওপৰত হস্তশিল্পৰ কাৰুকাৰ্য কৰা শিল্প-কৰ্মৰ প্ৰদৰ্শনী উল্লেখযোগ্য আছিল। পিছলৈ চৰকাৰী বিভাগসমূহে প্ৰদৰ্শনীত অংশ গ্ৰহণ কৰিবলৈ লোৱাত প্ৰদৰ্শনী আৰু আকৰ্ষণীয় প্ৰদৰ্শনীয় হৈ উঠে। এবাৰ ৰাস মহোৎসৱৰ প্ৰদৰ্শনীত অসম চৰকাৰৰ লগত যোগাযোগ কৰি চিৰিয়াখানাৰ পৰা গঁড়, লাজুকী বান্দৰ আৰু অন্যান্য জীৱ-জন্তু আনিও প্ৰদৰ্শন কৰা হৈছিল।

প্ৰথম অৱস্থাত এই উৎসৱ আৰু প্ৰদৰ্শনী ৭ দিনলৈ চলিছিল যদিও পিচলৈ ১০/১৫ দিনলৈ আৰু বৰ্তমানে ২০/২১ দিনলৈ চলিব ধৰা দেখা গৈছে।

১৯৫৮ চনত পোন প্ৰথমবাৰৰ বাবে বিলাসীপাৰাত অনুষ্ঠিত হোৱা ৰাসৰ উৎসৱ আৰু প্ৰদৰ্শনীত ওচৰ চুবুৰীয়া অঞ্চলৰ বৃহৎ সংখ্যক ৰাইজৰ সমাগম হৈছিল। এই সমাগমৰ পৰিধি লক্ষ্য ৰাখি পিছৰ বছৰ এখন ৰাজহুৱা সভাৰ আয়োজন কৰি বিলাসীপাৰা ৰাজহুৱা খেল পথাৰত উৎসৱটি ৰাজহুৱাভাৱে পালন কৰিবলৈ ˚ জগদানন্দ চক্ৰবৰ্তীক সভাপতি আৰু বলোৰাম সাহাক সম্পাদক হিচাপে লৈ এখন কমিটি গঠন কৰা হয়। ৰাজহুৱা খেল পথাৰত ৰাজহুৱাভাৱে পতা ১৯৫৯ চনৰ ৰাস মহোৎসৱত প্ৰদৰ্শনীৰ উপৰি বিভিন্ন সাংস্কৃতিক অনুষ্ঠানৰ ব্যৱস্থা কৰা হয়। এই সাংস্কৃতিক অনুষ্ঠানসমূহ অনুষ্ঠিত কৰাত বিশেষ ভাবে অৰিহণা যোগাইছিল ˚প্ৰভাত চন্দ্ৰ (ঘোতা)। এই অনুষ্ঠান সমূহত অসম, বঙ্গৰ যাত্ৰাভিনয় সমূহৰ উপৰি আন শিল্পীৰ লগতে প্ৰখ্যাত শিল্পী ড ভূপেন হাজৰিকা দেৰক তেওঁৱেই প্ৰথমে ৰাসমেলা উৎসৱৰ অনুষ্ঠান তথা বিলাসীপাৰালৈ আনে। ইয়াৰ উপৰি তেওঁৰ প্ৰচেষ্টাত পশ্চিম বঙ্গৰ বিশিষ্ট কণ্ঠশিল্পী সন্ধ্যা মুখাৰ্জী, উৎপলা সেন, বাসৰী লাহিড়ী, শ্যামল মিত্ৰ, নিৰ্মলেন্দু চৌধুৰী, হেমন্ত মুখোপাধ্যায়, অপৰেশ লাহিড়ী, ৰাধাকান্ত নন্দী/শংকু মহাৰাজ (তবলাবাদক) কৌতুক অভিনেতা জহৰ ৰায় আদি বিশিষ্ট শিল্পীসকলৰ অনুষ্ঠান অনুষ্ঠিত হয়। উদয় শংকৰৰ নৃত্য, বৰপেটা নাট্য গোষ্ঠীৰ দ্বাৰা প্ৰদৰ্শিত -- ''বেউলা লক্ষীন্দৰ, চান্দ সদাগৰ'' নাট অভিনয়ৰ কথা সুঁৱৰিব লগীয়া। বেউলা লক্ষীনন্দৰ নাটত জীৱন্ত সৰ্প দৰ্শন কৰাত বিপুল সংখ্যক দৰ্শকৰ সমাগমৰ বাবে নিশাতে পেণ্ডেল সম্প্ৰসাৰণ কৰি নাট উপভোগৰ ব্যৱস্থা কৰি দিব লগা হৈছিল। গোৱালপৰীয়া বৰ্ণাঢ্য লোক-সংস্কৃতিৰে 'লোক মেলা'ৰ আয়োজনো কৰা হৈছিল এই ৰাস মহোৎসৱতে।

চাৰ্কাছ, বিভিন্ন শিশু উপযোগী খেল-ধেমালি, পুতুলা নাচ এই উৎসৱৰ আন এটি আকৰ্ষণীয় দিশ।

তেতিয়াৰ দিনত আজিৰ দৰে বিলাসীপাৰাত বিজুলী চাকিৰ ব্যৱস্থা নথকা সত্বেও জেনেৰেটৰ আদিৰ ব্যৱস্থাৰে পোহৰৰ ব্যৱস্থা কৰা হৈছিল।

১৯৮০ চনত অসম চৰকাৰৰ পৰা পোৱা ৫০০০ টকা অৰ্থ মঞ্জুৰিৰ বাহিৰে আজিকোপতি কোনো অৰ্থ সাহাৰ্য নোপোৱাকৈ নানা প্ৰবন্ধে এই উৎসৱ অনুষ্ঠান চলাই থাকিব লগা হৈছে।

১৯৫৮ চনৰ পৰা বিলাসীপাৰাত ৰাস মহোৎসৱ অনুষ্ঠিত হয় যদিও ˚ নিধু দাসৰ চেষ্টাত ১৯৭৫-৭৬ চনত ছোচাইটী এক্ট XXI ১৮৬০ অনুযায়ী ৩৬৩ নাম্বাৰত পঞ্জীয়ন ভুক্ত হয়।

দুখ আৰু পৰিতাপৰ বিষয় ৰাস মহোৎসৱৰ পুৰণি ইতিহাস গৌৰৱোজ্জল যদিও আজিলৈকে এই অনুষ্ঠানটিয়ে আৰ্থিক দিশত গা-টঙাই উঠিব পৰা নাই। উল্লেখযোগ্য যে ˚ নিধু দাস সাধাৰণ সম্পাদক থকা সময়ত এবাৰ ৰাসত ধাৰণাতীতভাৱে বহু টকা ৰাহি হৈছিল। সেই টকাৰে ১৪০ খন ষ্টিলৰ চেয়াৰ কলিকতাৰ পৰা ক্ৰয় কৰি সেইবোৰ ভাড়া দিও কিছু টকা সঞ্চয় কৰা হৈছিল। উপযুক্ত ৰক্ষণাবেক্ষণৰ অভাৱত চেয়াৰবোৰ কোনে কি কৰিলে জনা নাযায়। সুখৰ বিষয় যোৱা (১৯৯৪ চনত) ২৬ হেজাৰতকৈ অধিক টকা ৰাহি হয় আৰু সেই টকাৰে এটা ষ্টিলৰ আলমিৰা, এটা এটাচী ক্ৰয় কৰাৰ উপৰি ১০,০০০ টকা বেংকত ফিক্সড ডিপোজিট (Fixed Deposit) ৰখা হয়। সম্পত্তি ৰক্ষণাবেক্ষণৰ দায়িত্ব ন্যস্ত কৰা হয় 'নগৰ সমিতিৰ ওপৰত।'



ৰাস মহোৎসৱৰ সভাপতি/সম্পাদকৰ বিষয়বাব লৈ যিসকলে উৎসৱটি চলাই লৈ আহিছে তেওঁলোক হ'ল -- সভাপতি জগদানন্দ চক্ৰৱৰ্তী, ˚ বলৰাম সাহা, ডাঃ হীৰেন ভট্টাচাৰ্য, ডাঃ অনিল চক্ৰৱৰ্তী, ইন্দ্ৰৱতী দাস, মহকুমাধিপতি -- আকবৰ আলি। সম্পাদক --˚ বলৰাম সাহা,˚ নৱেন চন্দ্ৰ দাস, গঙ্গাৰাম শৰ্মা, বিষ্ণুপ্ৰসাদ চক্ৰৱৰ্তী (হাৰু বাবু) ˚ নিধু দাস, নিত্যানন্দ সাহা, হীৰালাল দাস, মাণিক দাস, সুকুমাৰ সাহা, প্ৰবীৰ দে, সন্তোষ কুমাৰ কৰ্মকাৰ, তুষাৰ কান্তি দাস, অৰুণ দাস, স্বপন বসাক, গোপাল চন্দ্ৰ দাস, প্ৰফুল্ল কলিতা আৰু দয়াল পাল।

লিখিত নথি-পত্ৰৰ অভাৱত কেৱল স্মৃতিৰ পৰাই বিলাসীপাৰা ৰাস মহোৎসৱৰ এটি সংক্ষিপ্ত ইতিবৃত্ত এই প্ৰৱন্ধত দাঙি ধৰা হ'ল। ইয়াত ভুল-ভ্ৰান্তি থাকি যোৱাটো একো অস্বাভাৱিক নহয়। পৰৱৰ্তী সময়ত ৰাস মহোৎসৱৰ আৰম্ভণিৰে পৰা সকলো নথি-পত্ৰ সংগ্ৰহ কৰি এটি পূৰ্ণাঙ্গ ইতিবৃত্ত প্ৰস্তুত কৰি যাতে প্ৰকাশৰ ব্যৱস্থা কৰা হয় তাৰ বাবে সংশ্লিষ্ট ব্যক্তিসকললৈ অনুৰোধ থাকিল।






# বিলাসীপাৰাৰ চিত্ৰকলা আৰু চিত্ৰকৰসকলৰ এটি চমু আভাস

## জিতেন নাথ

প্ৰতিজন মানুহৰেই প্ৰকৃতিগত অবয়ৱ আৰু চিন্তাৰ জগত স্বতন্ত্ৰ। জীৱিকাৰ বাবে প্ৰবৃত্ত হোৱা কৰ্মৰ মাজেদি মানসিক আবেদনক পৰিতৃপ্ত কৰাৰ বাবে সকলোৱেই কৰে সাফল্যৰ সন্ধান। যিসকলৰ এই সন্ধান শিল্প-দৃষ্টি-প্ৰসূত আৰু তাৰ পৰিণতি ঘটে শিল্পৰ মাজেৰে — তেওঁলোকেই হয় শিল্পী বুলি স্বীকৃত। যিকোনো ধৰণৰ শিল্প নহওক কিয়, যিসকল শিল্পীয়ে শিল্পকেই জীৱিকা ৰূপে গ্ৰহণ কৰে, তেওঁলোকক পেছাদাৰী শিল্পী বুলি ধৰা হয়। আনহাতে, যিসকলে জীৱিকাৰ লগত শিল্পক অনুষঙ্গ কৰি লৈ শিল্প-চৰ্চাৰ মাধ্যমত নিজৰ শিল্প-দৃষ্টি সাব্যস্ত কৰে, তেওঁলোক অপেছাদাৰী শিল্পী। যিসকল পেছাদাৰী শিল্পীয়ে শিল্প-কৰ্মৰ মাজত সৃষ্টিমূলক দৃষ্টিক সংৰক্ষিত কৰিব পাৰে, তেওঁলোকেই হয়তো হৈ উঠে সাৰ্থক শিল্পী। আকৌ অপেছাদাৰী শিল্পীও সাৰ্থকতাৰ উত্তুঙ্গ শিখৰত উঠাৰ উদাহৰণ শিল্প-ইতিহাসত প্ৰচুৰ পোৱা যায়। ত্ৰিকালজয়ী শিল্পীসকলৰ শিল্প-সৃষ্টি আৰু জীৱন ইমানেই সন্নিকটত অৱস্থিত হয় যে তেওঁলোকৰ জীৱনেই হৈ উঠে শিল্প। শিল্প যিমানেই জীৱন-গভীৰতা উৎসাৰিত হয়, ই সিমানেই হৈ উঠে আবেদনধৰ্মী।

সকলো শিল্পৰ প্ৰধান লক্ষ্য যিহেতু 'মানুহক মানুহ কৰি তোলা', গতিকে সৃষ্টি শিল্প কিমানদূৰ মানৱকেন্দ্ৰিক বা সমাজকেন্দ্ৰিক — চিত্ৰ-শিল্পৰ ক্ষেত্ৰতো সেইটো এটা গভীৰভাৱে অধ্যয়নৰ বিষয়। শিল্পী যি সমাজত বাস কৰে, সেই সমাজ আৰু সমাজ যি প্ৰকৃতিৰ বুকুত দণ্ডায়মান, সেই প্ৰকৃতিয়েই শিল্পীৰ শিল্পৰ পটভূমি আৰু উপলব্ধিৰ থল। বৰ্তমান সমাজ-ব্যৱস্থাত শিল্পীৰ অৱস্থান সম্পৰ্কে সম্ভাব্য বিচাৰ্য বিষয়বোৰ হ'ল — শিল্পীয়ে মানুহৰ বাবে কি সৃষ্টি কৰে বা শিল্পীয়ে সমাজক কি দিয়ে, সমাজে শিল্পীক তাৰ বিনিময়ত কি দিয়ে বা প্ৰকৃতাৰ্থত শিল্পীয়ে সমাজৰ পৰা কি পায়, উভয়ে উভয়ৰ পৰা কি আশা কৰে, বিশেষ ভৌগোলিক পৰিধিৰ মাজত শিল্পীৰ পৰম্পৰা-জ্ঞান আছে নে নাই, যান্ত্ৰিক, বাস্তৱ জীৱন-শিল্পত কিমানদূৰ প্ৰতিফলিত হয়, জীৱনৰ গভীৰত থকা সত্যানুসন্ধানত শিল্পী কিমানদূৰ সফল ইত্যাদি। শিল্পৰ জগতত প্ৰায়েই দেখা যায়, প্ৰকৃত শিল্পীসকল প্ৰাপ্যৰ বিষয়ে অনীহ অথচ দিয়াৰ বাবে কৰে আপ্ৰাণ চেষ্টা। তথাপি, শিল্পীয়ে যেনেকৈ সমাজৰ বাবে দায়বদ্ধতা স্ব-নিৰ্বাচিতভাৱে গ্ৰহণ কৰে, সমাজৰো শিল্পীৰ প্ৰতি দায়বদ্ধতা থকাটো বাঞ্ছনীয়। যি সমাজত থাকি শিল্পীয়ে সৃষ্টিত মগন হয়, সেই সমাজৰ শিল্পৰুচী, শিল্পজ্ঞান, শিল্পৰ প্ৰতি আস্থা, শিল্পৰ প্ৰয়োজনীয়তা, শিল্প-ৰসাস্বাদনৰ স্পৃহা, শিল্পানুভৱ, শিল্পদৃষ্টি আদিয়ে নিৰ্ণয় কৰে শিল্পীৰ প্ৰতি দায়বদ্ধতা। সমাজৰ এইবোৰ গুণৰ অভাৱৰ ফলত বহুতো অমৰ শিল্পী প্ৰত্যাখ্যাত হৈ থকা দেখা যায়, তেওঁলোকৰ সমসাময়িক যুগত।

যি কি নহওক, প্ৰাক্-স্বাধীন ভাৰতবৰ্ষৰ জমিদাৰী প্ৰথাৰ অত্যন্ত ম্লান স্মৃতি আৰু বহুতো প্ৰাচীন ঐতিহ্য বুকুত সাৱটি লৈ গোৱালপাৰা জিলাৰ (বৰ্তমান ধুবুৰী জিলা) গৌৰাং নদীৰ (জলপ্ৰৱাহ পৰিবৰ্তনৰ ফলত মৃতপ্ৰায়) তীৰত অৱস্থিত জনবহুল চহৰ বিলাসীপাৰা (বিলাসীপাৰা মহকুমাৰ সদৰ) আৰু ইয়াৰ উপকণ্ঠৰ চিত্ৰকলাৰ জগতখনেই আমাৰ আলোচ্য বিষয়। যিসকল চিত্ৰ-শিল্পীয়ে এই জগতখন সমৃদ্ধ কৰি ৰাখিছে, তেওঁলোকৰ মাজত পৰিচিত কিছু চিত্ৰকৰৰ চিত্ৰ-শিল্পক কেন্দ্ৰ কৰিয়েই এই শিল্পবীক্ষাৰ সূত্ৰপাত। শিল্পী প্ৰণৱ দাসৰ পৰা, অন্যান্য শিল্পীসকলৰ বিষয়ে অৱগত হৈ, তেওঁৰেই উপদেশ ক্ৰমে, তেওঁৰেই শিক্ষাগুৰু নিত্যানন্দ সাহা দেৱৰ পৰা আৰম্ভ কৰা হয় এই চিত্ৰ-শিল্পানুসন্ধান। চিত্ৰকলা সম্পৰ্কীয় অত্যন্ত সীমিত জ্ঞানেৰে, শিল্পীৰ লগত তেওঁলোকৰ শিল্প-কৰ্ম দৰ্শন কৰি, চিত্ৰ-শিল্প অধ্যয়নৰ সাধাৰণ আৰু প্ৰাথমিক স্তৰতেই এই সম্ভাৰ সীমাবদ্ধ। শিল্পত জীৱনদৃষ্টিৰ কিমানদূৰ সাৰ্থক আৰু সাৱলিল চিত্ৰায়ন হৈছে, সেইটো নিৰ্দ্ধাৰণ কৰাৰ বাবেও প্ৰয়োজন হয় উচ্চমানবিশিষ্ট শিল্পদৃষ্টিৰ।

প্ৰৌঢ় শিল্পী নিত্যানন্দ সাহাৰ লগত (বয়স ঃ ৬৬ বছৰ) সাক্ষাৎ কৰি জনা গ'ল যে বিলাসীপাৰা অঞ্চলৰ চিত্ৰকলাৰ জগতখন গঢ়ি তোলাৰ মূলতে আছে তেওঁ নিজে আৰু তেওঁৰ প্ৰথম ছাত্ৰ তথা শিল্পতীৰ্থ প্ৰণৱ দাস। ১৯৩৩ চনৰ পৰা ৪৪ বছৰ ধৰি সাহাদেৱে শিল্প-কৰ্মত নিজকে নিয়োজিত কৰি ৰাখিছে অবিৰতভাৱে। অনানুষ্ঠানিকভাভে তেওঁৰ পৰা শিল্প-পাঠ গ্ৰহণ কৰা বহুতো ছাত্ৰই অসম আৰু বঙ্গৰ শিল্পী ৰূপে পৰিচিত হৈ আছে। শিল্প- জীৱনৰ প্ৰাথমিক অৱস্থাৰ পৰা তেওঁ পেছাদাৰী। অকল শিল্প-কৰ্মেৰে জীৱিকা নিৰ্বাহ কষ্টসাধ্য দেখি, পিচলৈ তেওঁ ফটোগ্ৰাফী আৰম্ভ কৰে। এখেতে দৌলত পুৰ (বৰ্তমান বাংলা দেশত) কলা মহাবিদ্যালয়ৰ পৰা "1st Class Diploma Holder, Govt. of Bengal, Specialist in Fine Arts, Commercial Clay Modellings etc. " ডিপ্লোমা অৰ্জন কৰি শিল্প-জীৱন আৰম্ভ কৰে। উক্ত কলেজৰ অধ্যক্ষ, আন্তৰ্জাতিক খ্যাতিসম্পন্ন শিল্পী শশীভূষণ পাল এখেতৰ প্ৰিয় শিল্পী। বিলাসীপাৰাত শিল্প-জীৱন আৰম্ভ কৰাৰ আগত তেওঁ কলিকতাৰ 'ৰায় ষ্টুডিঅ'-ত 'Cinema interior decorator' হিচাপে, 'Albert Temple Science School of Arts'-ত কিছুদিন শিক্ষক হিচাপে আৰু 'New Theatre' নামৰ সংস্থাৰ 'Swamiji' নামৰ ছায়াছবিৰ নেপথ্য শিল্পী ৰূপে কাম কৰিছিল। বৰ্তমান এখেতে বিলাসীপাৰা চহৰৰ প্ৰাণকেন্দ্ৰত অৱস্থিত 'যুৱক সমিতি' নামৰ প্ৰতিষ্ঠানত আঠটা শ্ৰেণী সম্বলিত 'শিল্পকলা নিকেতন' নামৰ স্কুলৰ (Regd. No. 219 of 1983)অধ্যক্ষ ৰূপে কৰ্মৰত। এই স্কুলৰ ছাত্ৰ-ছাত্ৰীৰ সংখ্যা পঞ্চাশোৰ্দ্ধ।

বিলাসীপাৰা চহৰত যথেষ্ট আত্মত্যাগ আৰু মননশীলতাৰ মাজেৰে সাহাদেৱে শিল্পচৰ্চা আৰু শিক্ষাদানত ইতিমধ্যে কটাই দিছে জীৱনৰ সিংহভাগ সময়। তেখেত আৰু তেখেতৰ ছাত্ৰ-ছাত্ৰীৰ সহযোগত গঢ়ি উঠা শিল্প-সমাজখন পৰিসৰত খুব এটা ডাঙৰ নহ'লেও দৃষ্টি আকৰ্ষণ কৰিব পৰা। তেখেতৰ সংগ্ৰহৰ পৰা অতি সহজেই অনুমেয় যে তেখেতৰ শিল্পৰ পটভূমি যথেষ্ট প্ৰসাৰিত আৰু বিচিত্ৰধৰ্মী। ভাৰতীয় ধ্ৰুপদ ভাস্কৰ্যৰ চিত্ৰাঙ্কনত তেখেত সাৰ্থক। তেখেতৰ বিধৃত হৈ আছে 'বাঁশ' নৃত্য আদিৰ দৰে বহুতো গোৱালপৰীয়া সংস্কৃতিৰ অনবদ্য দিশ। নৃত্যৰ বহুতো অনুপম ছন্দ তেখেতে অবিকলভাৱে ধৰি ৰাখিছে তুলিকাৰে। তেখেতৰ ভিন্নধৰ্মী সংগ্ৰহৰ মাজত মাছমৰীয়াৰ এক অব্যৰ্থ ৰেখাচিত্ৰই মনত পেলাই দিয়ে জয়নুল আবেদিনৰ ৰেখাচিত্ৰ। মানৱ প্ৰকৃতিক ৰেখা আৰু তুলিকাৰে প্ৰতিভাত কৰি তোলাত যদিও তেখেত যথেষ্ট সাৰ্থক, তথাপি, জীৱনানুভূতিত চেতনা উৎসাৰণৰ ক্ষেত্ৰত চৰ্চাৰ লগত পেছাদাৰী দিশটো অঙ্গাঙ্গীভাৱে জড়িত বাবেই হয়তো শিল্পীৰ চিন্তন পদ্ধতিৰ এই স্তৰ শিল্পত ধৰা পৰে।

শিল্পী প্ৰণৱ দাসে (বয়স ঃ ৫৪ বছৰ) ৪০ বছৰ ধৰি শিল্পকেই জীৱিকাৰ অৱলম্বন হিচাপে গ্ৰহণ কৰি আহিছে। বুজন সংখ্যক নিজস্ব সংগ্ৰহ নাথাকিলেও, বিলাসীপাৰাৰ শিল্পৰুচিসম্পন্ন প্ৰায়বোৰ পৰিয়াল, প্ৰতিষ্ঠান আৰু অনুষ্ঠানতেই তেওঁৰ চিত্ৰকৰ্মৰ নিদৰ্শন দেখিবলৈ পোৱা যায়। শিল্পী হিচাপে তেওঁৰ জনপ্ৰিয়তা লক্ষণীয়। তেওঁ কোনো ধৰাবন্ধা শিল্প-ৰীতিৰ মাজত শিল্প-কৰ্মৰ উৎকৰ্ষ বিচৰাৰ পক্ষপাতী নহয়। শিল্পবিষয়ক আদি পাঠ গ্ৰহণ কৰি তেওঁ কলিকতালৈ গৈ দেৱী প্ৰসাদ ৰায়চৌধুৰী, দেৱেশ গাংগুলী, দিলীপ পালকে আদি কৰি বহুতো প্ৰখ্যাত শিল্পীৰ সান্নিধ্যলৈ আহে আৰু বহুতৰেই সহযোগী হিচাপে শিল্প-কৰ্মত মনোনিৱেশ কৰে। বিশেষকৈ, দেৱেশ গাংগুলীৰ পৰা তেওঁ তৈলচিত্ৰ সম্পৰ্কে শিক্ষা গ্ৰহণ কৰে। তাৰ পিছত তেওঁ কলিকতাৰেই জনপ্ৰিয় শিল্পী যামিনী ৰায়ৰ শিল্পৰ লগত জড়িত হৈ ৰায়ৰ শিল্প দৰ্শনত সোমাই পৰে। ৰায়ৰ লগতেই তেওঁ গভীৰভাৱে অধ্যয়ন কৰে আধুনিক চিত্ৰ-শিল্পৰ বিশ্ববিশ্ৰুত ডাচ্ চিত্ৰশিল্পী ভিনচেন্ট ভ্যানগগৰ চিত্ৰকলা। তেতিয়াৰে পৰা তেওঁ ভ্যানগগৰ চিত্ৰৰ প্ৰতি অনুৰক্ত আৰু আজিও এই শিল্পীজনেই দাসৰ প্ৰিয় শিল্পী ৰূপে চিত্ৰ-মানসত সজীৱ হৈ আছে। এনেকুৱাকৈ, দাস-দেৱৰ শিল্প-শিক্ষাৰ প্ৰায়খিনিয়ে অনানুষ্ঠানিক হ'লেও, বিশ্বৰ শিল্প জগতৰ বিষয়ে তেওঁৰ জ্ঞান বিস্তৃত। তেওঁৰ প্ৰাত্যহিকতাৰ মাজত শিল্পীৰ স্বভাৱ সদায়েই প্ৰত্যক্ষ কৰিব পৰা যায়। যি কোনো প্ৰতিকৃতি অংকনত এখেতৰ তুলিকা অব্যৰ্থ। সৃষ্টিধৰ্মী চিত্ৰকলা সম্পৰ্কে গভীৰ অনুভূতি আৰু জ্ঞান থকা সত্বেও, তেওঁৰ চিত্ৰ-মানসত শিল্পৰ আক্ষৰিক দিশটোৱেই বেছি প্ৰকট। তদুপৰি জীৱিকাৰ সন্ধানত চিত্ৰ-শিল্পৰ বাহিৰেও, মৃৎশিল্প, ভাস্কৰ্য আদি কৰি অন্যান্য শিল্প-কৰ্মত মনোযোগ দিয়াৰ ফলত চিত্ৰশিল্পৰ সৃষ্টিমূলক দিশটো বহুদূৰ স্থৱিৰ হৈ পৰা যেন অনুমান হয়। শ্ৰীদাসে অনানুষ্ঠানিকভাৱে বহুতক শিল্প-শিক্ষা দান কৰিছে। ৩০ বছৰ ধৰি তেওঁৰ লগত শিল্পতীৰ্থ ৰূপে কাম কৰি থকা কালিদাস সূত্ৰধৰৰ শিল্প-বোধ আৰু শিল্পৰ বাবে কৰা শ্ৰম সঁচাকৈয়ে প্ৰশংসনীয়।

নিজস্ব পৰ্যবেক্ষণ আৰু অনুশীলনৰ দ্বাৰা স্ব-ঋদ্ধ চিত্ৰশিল্পী আজাদ সৰকাৰৰ (বয়স ঃ ৩৮ বছৰ) প্ৰায় সকলোখিনি চিত্ৰকৰ্ম সিঁচৰতি হৈ আছে তেওঁৰ দিনলিপিৰ পাতত। শিল্পীৰ সৈতে শিল্প-দৰ্শনৰ সময়ত ধাৰণা হয় যে তেওঁৰ শিল্প-সত্তা বিচৰণ কৰে এক অনন্য ভাৱানুভূতিৰ জগতত। অকল প্ৰচাৰ বিমুখেই নহয়, প্ৰকাশ বিমুখ এই শিল্পীয়ে চিত্ৰ-শিল্পক জীৱনৰ পৰা কোনো দূৰৰ বস্তু বুলি নাভাবে। শিল্প যে জীৱনৰ গভীৰ অনুভূতিৰ লগত একাকাৰ, সেই উচ্চাঙ্গ ভাৱাদৰ্শ তেওঁৰ চিত্ৰৰ মাজত স্পষ্ট। কিছু কিছু ৰেখাচিত্ৰত মানৱ জীৱন-সত্তাৰ বিক্ষিপ্ততা আৰু উদ্‌ভ্ৰান্ত জীৱনাবেগৰ প্ৰকাশো বিদ্যমান। সামাজিকতাৰে অৱগুণ্ঠিত মানৱ প্ৰকৃতিৰ শাশ্বত অভিব্যক্তিৰ মূৰ্ত প্ৰকাশ আৰু সৃষ্টিৰ আদিম উল্লাস তেওঁৰ ৰেখাচিত্ৰত নিহিত সৃষ্টিধৰ্মিতাৰ মৌলিক উপজীৱ্য। তেওঁৰ চিত্ৰৰ আন এটা বিশেষত্ব এয়াই যে বহুতো মানৱ-দৰদী কবিৰ কবিতাক চিত্ৰায়িত কৰাৰ বাবে চিত্ৰত হৃদয় উজাৰি দিছে। তদুপৰি বিহঙ্গ-চিত্ৰৰ মাজেদি মুক্তিৰ স্বতঃস্ফূৰ্ত প্ৰকাশ আৰু নৈসৰ্গিক ভাবনাও তেওঁৰ চিত্ৰত বিদ্যমান। মকবুল ফিদা হুছেইন এখেতৰ প্ৰিয় শিল্পী। ৰবীন্দ্ৰনাথ ঠাকুৰৰ কেবাটাও কবিতাৰ তেওঁ চিত্ৰৰূপ দিছে, যিবোৰ দেখিলে ৰেণু মিশ্ৰদেৱৰ চিত্ৰৰ কথা সোঁৱৰাই দিয়ে। হীৰেন ভট্ট আৰু শক্তি চট্টোপাধ্যায়ৰ বহুতো কবিতাৰ চিত্ৰৰূপ তেওঁ প্ৰদান কৰিছে সাৰ্থকভাৱে। তেওঁৰ কিছুমান চিত্ৰৰ দৰ্শনে ওয়াল্ট হুইটমেনৰ কাব্যানুভূতিৰ উদ্ৰেক কৰে। সৃষ্টিৰ ক্ষেত্ৰত স্ৰষ্টাৰ উন্মাদনাই জীৱনানুভূতিক খনন কৰি অভিপ্ৰেত প্ৰাপ্তিৰ যি গভীৰ আৰু নিৰন্তৰ সাধনাত শিল্পী ব্ৰতী হোৱাৰ দিশ শিল্প-জগতত বিদ্যমান — সেই দিশৰ পৰা সৰকাৰৰ শিল্প-উচ্ছ্বাস আৰু জিজ্ঞাসা উচ্চমান' বিশিষ্ট। শিল্প মনস্কতাক মধুৰ ৰসাচ্ছাদনৰ দিশত গতিশীল কৰি তোলাত এই শিল্পীৰ প্ৰয়াস বহুদূৰ সাৰ্থক।

চিত্ৰশিল্পী দীপংকৰ বড়ালৰ (বয়স ঃ ৩২ বছৰ) নিজস্ব শিল্প-সংগ্ৰহ প্ৰচুৰ। ১৯৮৫ চনত, "সৰ্বভাৰতীয় সংস্কৃত আৰু সঙ্গীত পৰিষদ'-ৰ পৰা বড়ালে "Senior Diploma in Arts." অৰ্জন কৰিছে। প্ৰায় ১৮ বছৰ ধৰি তেওঁ চিত্ৰ-শিল্পৰ মাধ্যমত নিজৰ শিল্প-ভাবনা আৰু শিল্প-স্পৃহা প্ৰকাশ কৰি আহিছে, বিভিন্ন ধৰণৰ চিত্ৰাঙ্কনৰ মাজেৰে। ভিন্ন ৰঙৰ, ভিন্ন ৰুচিৰ, আৰু ভিন্ন সৌকৰ্যৰে সমাপ্ত কৰা প্ৰায় ৬০/৭০ টা চিত্ৰ-কৰ্ম তেওঁ আটোম-টোকাৰিকৈ সংগ্ৰহ কৰি ৰাখিছে। চিত্ৰত পৰম্পৰা আৰু ঐতিহ্য সচেতনতা সূক্ষ্ম। ৰবীন্দ্ৰনাথৰ চিত্ৰ-শিল্পৰ অনুৰাগী। ৰবীন্দ্ৰনাথৰ প্ৰতিকৃতিত, কবিৰ প্ৰতিশ্ৰুতিবদ্ধ অভিব্যক্তি নিখুঁতভাৱে প্ৰস্ফুটিত কৰাত শিল্পী সক্ষম।

শিল্পৰ পটভূমি বিশদভাৱে বিস্তৃত। শিল্পীয়ে নৈসৰ্গিক প্ৰেক্ষাপটত গ্ৰাম্য জীৱনৰ চিত্ৰ, গ্ৰাম্য প্ৰাকৃতিক সৌন্দৰ্যৰ চিত্ৰ, আদিবাসী নৰ-নাৰীৰ চিত্ৰ ইত্যাদি বাস্তৱধৰ্মী সৌকৰ্যৰে অঙ্কন কৰিছে। আদিম মানৱ-সংস্কৃতিৰ বহুতো চিত্ৰ আঁকি সংস্কৃতিৰ এক সুন্দৰ সমাৱেশ ঘটাইছে। এনেকি 'বাউল'ৰ চিত্ৰও সাৰ্থক ভাৱে অঙ্কন কৰিছে। ভাৰতীয় ধ্ৰুপদ ভাস্কৰ্য আৰু নৃত্যৰ চিত্ৰও তেওঁ আঁকিছে।

বড়ালৰ কেবাখনো মৌলিক সৃষ্টিয়ে সমাজ সচেতন শিল্প-দৰ্শনৰ পৰিচয় দিয়ে। তেওঁৰ চিত্ৰকলায়তনত সন্নিৱিষ্ট সামাজিক প্ৰেক্ষাপটত

অংকিত ধৰ্ষণৰ চিত্ৰ, এযোৰ হৰিণাৰ মাজেৰে প্ৰতীকধৰ্মী ৰূপে মানুহৰ জৈৱিক প্ৰেমৰ অনুপম স্পৰ্শ, নৰ-নাৰীৰ গভীৰ হৃদয়াবেগৰ প্ৰকাশ, সামাজিক প্ৰদূষণত নিঃচিহ্ন-প্ৰায় মানৱতাৰ হৃদয়বিদাৰক দৃশ্য আদিয়ে সমাজৰ প্ৰতি গভীৰ দায়বদ্ধতাৰ ইংগিত দিয়ে। আনফালে, শিল্পীৰ ছাত্ৰ-জীৱনত অংকিত চিত্ৰবোৰত কৈশোৰৰ বহু কথা বিধৃত হৈ আছে। তথাপি, কিছু কিছু শিল্প-কৰ্মত শিল্পীৰ সৌকৰ্য-দুৰ্বলতা চকুত নপৰা নহয়।

পূৰ্ব-উল্লিখিত 'শিল্পকলা নিকেতন'ৰ পৰা শিল্প-শিক্ষা-প্ৰাপ্ত কেবাজনো নবীন শিল্পীৰ দুই/চাৰিটাকৈ শিল্প-কৰ্ম চাই, মাত্ৰ দুই/এজনৰ বাহিৰে খুব এটা মননশীলতাৰ উমান পোৱা নগ'ল। প্ৰায় সকলো ক্ষেত্ৰতেই অঙ্কন পদ্ধতি আৰু নৈপুণ্যত প্ৰকাশভঙ্গীৰ গতানুগতিকতা চকুত পৰে। এই শিল্পীসকল হ'ল - অলকেশ শইকীয়া, শঙ্কৰ চক্ৰৱৰ্তী, ৰিংকু বৰুৱা, বিদ্যুৎজ্যোতি চক্ৰৱৰ্তী, মনোজ ডেকা, পায়েল চক্ৰৱৰ্তী, নিপন দাস, সুস্মিতা চক্ৰৱৰ্তী, মধুস্মিতা দাস, অভিজিৎ চক্ৰৱৰ্তী ইত্যাদি।

এইসকল নবীন শিল্পীৰ প্ৰত্যেকৰ মাজতেই একোটাকৈ সম্ভাৱনাপূৰ্ণ ভৱিষ্যত আছে যদিও, বৰ্তমান চিত্ৰশিল্প জগতৰ যি স্তৰত তেওঁলোক বিচৰণ কৰি আছে তাক একপ্ৰকাৰ অনুকৰণৰ স্তৰ বুলিয়েই ধৰা যায়। এই স্তৰৰ পৰা ভৱিষ্যতক গঢ়ি তোলাৰ বাবে প্ৰয়োজনী দিশবোৰ হ'ল — নিৰৱচ্ছিন্ন মনন, গভীৰ অধ্যয়ন, পুংখানুপুংখ বিশ্লেষণ, বিভিন্ন ধৰণৰ পৰীক্ষা-নিৰীক্ষা, অগ্ৰজ শিল্পীসকলৰ সৌকৰ্ম অনুধাৱন আৰু আধুনিক শিল্পৰ লগত তাৎক্ষণিক পৰিচয়। অৱশ্যে, কেবাজনো শিল্পীৰ চিত্ৰত মৌলিকত্ব চকুত নপৰা নহয়। ৰবীন্দ্ৰনাথৰ শিল্পানুৰাগী ৰিংকু বৰুৱাৰ কেবাটাও শিল্প-কৰ্মত গভীৰ মনোনিৱেশ আৰু তুলিকাৰ কলাসুলভ ব্যৱহাৰ লক্ষণীয়। প্ৰকৃতিৰ প্ৰশান্ত, শীতল বিস্তৃতিত, জীৱনৰ চৰম উপলব্ধিক বিচাৰি পোৱা নৈসৰ্গিক প্ৰেক্ষাপটত শিল্পীয়ে সূৰ্যোদয়ৰ আভাস অঙ্কন কৰিছে অমলভাৱে। শিল্পীৰ প্ৰকৃতি-পিপাসা অত্যন্ত প্ৰবল। শিল্পী অলকেশ শইকীয়াই চিত্ৰৰ মাজেদি প্ৰতিভাত কৰিবলৈ সচেষ্ট হোৱা সম্যক দৃশ্যবাজিৰ ক্ষেত্ৰত পশ্চাৎপট আৰু অংকনৰ মাজত যদিও কিছু বৈসাদৃশ্য দেখা যায়, তথাপি প্ৰতিশ্ৰুতি আছে। আনফালে বিদ্যুত জ্যোতি চক্ৰৱৰ্তীৰ চিত্ৰসমূহ পৰম্পৰা আৰু সংস্কৃতি-সংবেদী।

যোৱা ৪/৫ বছৰ ধৰি বিলাসীপাৰাত শিল্পচৰ্চাৰ নতুন পৰিৱেশ গঢ়ি উঠাৰ সম্ভাৱনা দেখা গৈছে। শিল্পানুৰাগী কিছু সংখ্যক অনুষ্ঠান আৰু প্ৰতিষ্ঠানে মাজে মাজে শিশু শিল্পীসকলৰ চিত্ৰাঙ্কন প্ৰতিযোগিতাৰ ব্যৱস্থা কৰি আছে। এনে ধৰণৰ চিত্ৰাঙ্কনৰ ক্ষেত্ৰত অকল শিশু শিল্পীসকলেই আকৃষ্ট নহয়, অভিভাৱকসকলৰো শিল্পমুখী মনস্কতা গঢ়ি উঠে। ইয়াৰ ফলত ভবিষ্যতে উন্নত-মান-বিশিষ্ট সৃষ্টিধৰ্মী শিল্পী আৰু শিল্পৰ উদ্ভৱ হোৱা সম্ভাৱনা আছে।

আধুনিকতাৰ প্ৰভঞ্জনে যেনেকৈ উন্নতমানৰ শিল্প সৃষ্টিত সহায় কৰিছে, ই আনফালেদি বিৰক্তিকৰভাৱে বহুতো শিল্পীক অনুকৰণৰো পথ দেখুৱাইছে। এচাম মানুহে যেনেকৈ তাৎক্ষণিকভাৱে আৰ্থিক স্বলতা বিচাৰে, শিল্পৰ ক্ষেত্ৰতো লক্ষ্য কৰা যায়, কিছু সংখ্যক শিল্পীয়ে অতি জনপ্ৰিয়তাৰ উৰ্দ্ধত আৰোহণ কৰাৰ আশাত তৰল দৃষ্টিসম্পন্ন শিল্প-কৰ্মত ব্যস্ত হৈ পৰে. শিল্প জগতৰ বাবে ই এটা অস্বাস্থ্যকৰ পৰিৱেশ। তদুপৰি, আধুনিক চিত্ৰকলাৰ পৃথিৱীখন খুবেই বিশাল। ভাৰতবৰ্ষত আধুনিক চিত্ৰ-শিল্পৰ প্ৰৱৰ্তক অৱনীন্দ্ৰ নাথ, গগনেন্দ্ৰ নাথ, ৰবীন্দ্ৰনাথ ('শিল্পকৰ্মৰ সংখ্যা দুই হাজাৰতকৈ অধিক' — Uttor Deshe, Page-35, September, 1996, Sweden.) আদি শিল্পীসকলৰ চিত্ৰ জগতৰ লগত আত্মিকভাৱে পৰিচিত হলেহে ভাৰতীয় তথা আন্তৰ্জাতিক চিত্ৰ-শিল্পৰ আধুনিকতাৰ বিষয়ে জ্ঞানাৰ্জনৰ পথ প্ৰশস্ত হ'ব বুলি আশা কৰা যায়।









# বিলাসীপাৰাৰ সংবাদ-সেৱা —অতীত আৰু বৰ্তমান

**দয়াল পাল**

বিলাসীপাৰাৰ সংবাদ-সেৱা তথা সাংবাদিকতাৰ এটি গৌৰৱময় ইতিহাস আছে। ১৯৫০ চনৰ আগৰ বিলাসীপাৰাৰ সংবাদ-সেৱাৰ কোনো ইতিহাস পোৱা নাযায়। ষাঠিৰ দশকত প্ৰয়াত নিধু দাস ওৰফে শিশিৰ দাস, আছাম ট্ৰিবুন, দৈনিক অসম আৰু আনন্দ বাজাৰ পত্ৰিকাৰ বিলাসীপাৰাৰ পৰা পোন প্ৰথমবাৰৰ বাবে সংবাদ পৰিৱেশন আৰম্ভ কৰে। প্ৰয়াত দাসে খণ্ড উন্নয়ন (Block Development) বিভাগত চাকৰি কৰাৰ তেওঁ উপৰি বিভিন্ন সামাজিক অনুষ্ঠান, প্ৰতিষ্ঠানৰ লগত ওতপ্ৰোতভাৱে জড়িত থকাৰ ফলত স্থানীয় সমস্যাসমূহৰ বিষয়ে তেওঁৰ এটি সম্যক ধাৰণা আছিল। তেখেতে এই স্থানীয় সমস্যাসমূহ বাতৰি কাকতযোগে প্ৰকাশ কৰি কৰ্তৃপক্ষৰ দৃষ্টি আকৰ্ষণ কৰিব পাৰিছিল। চিৰকুমাৰ প্ৰয়াত দাস বিলাসীপাৰাৰ কমিউনিষ্ট পাৰ্টি প্ৰতিষ্ঠাৰ অন্যতম সদস্য আৰু স্বাধীনতা-সংগ্ৰামী আছিল। আমৃত্যু সংবাদ-সেৱা কৰি বিলাসীপাৰা অঞ্চলৰ সংবাদ- সেৱাৰ ক্ষেত্ৰত এক সোণালী অধ্যায়ৰ সৃষ্টি কৰি থৈ গৈছে।

সত্তৰৰ দশকৰ প্ৰয়াত হীৰেন শৰ্মাৰ সম্পাদনাত আৰু প্ৰয়াত অনিমেষ বৰ্মন, প্ৰয়াত নিধু দাস আৰু অনিমেষ কান্তি সৰকাৰৰ ঐকান্তিক প্ৰচেষ্টাত "ধুমকেতু" নামে এখন মাহেকীয়া আলোচনী বিলাসীপাৰাৰ পৰা পোন প্ৰথমবাৰৰ বাবে প্ৰকাশ পায়। দুটামান সংখ্যা প্ৰকাশ পোৱাৰ পিছত অৰ্থ-সংকটত আলোচনীখন বন্ধ হৈ যায়।

সত্তৰৰ দশকত প্ৰয়াত অনিমেষ বৰ্মনৰ সম্পাদনাত বিলাসীপাৰাৰ পৰা "ফিৰিঙতি" নামেৰে আৰু এখন তিনিমহীয়া আলোচনী প্ৰকাশিত হয়। সহযোগী সম্পাদক আছিল শ্ৰী খগেন ৰায় আৰু অনিমেষ কান্তি সৰকাৰ। দুটা সংখ্যা ওলোৱাৰ পিছত কাকতখনৰ প্ৰকাশ বন্ধ হৈ যায়।

১৯৬৯ চনত বিলাসীপাৰাৰ ভাৰতৰ কমিউনিষ্ট পাৰ্টি প্ৰতিষ্ঠিত হয়। পাৰ্টিৰ তৎকালীন নেতৃত্ব ই সমবায় ভিত্তিত বিলাসীপাৰাৰ পৰা এখন সাপ্তাহিক পত্ৰিকা প্ৰকাশৰ পৰিকল্পনা গ্ৰহণ কৰে আৰু ১৯৭০ চনত শ্ৰীযুত গিয়াছউদ্দিন আহমেদক সভাপতি আৰু প্ৰয়াত অনিমেষ বৰ্মনক সম্পাদক হিচাপে লৈ Navadiganta Industrial Co-operative Society Ltd. নামে এখ্ন সমবায় সমিতি গঠন কৰি পঞ্জীয়নভুক্ত কৰে আৰু শ্ৰীযুত অনিমেষ কান্তি চৰকাৰৰ সম্পাদনাত ১৯৭০ চনৰ ২২ ডিচেম্বৰ তাৰিখে " নৱ দিগন্ত" নামে অসমীয়া সাপ্তাহিক পত্ৰিকা এখন প্ৰকাশ পায় আৰু যথেষ্ট সমাদৰ লাভ কৰে। দহটা মান সংখ্যা সম্পাদনা কৰাৰ পিছত ৰাজনৈতিক কাৰণত শ্ৰী অনিমেষ কান্তি সৰকাৰে সম্পাদকৰ দায়িত্বৰ পৰা অব্যাহতি লয় আৰু অনিমেষ বৰ্মনে সম্পাদকৰ দায়িত্ব ভাৰ গ্ৰহণ কৰে। অৰ্থনৈতিক কাৰণত পঁচিশটা মান সংখ্যা প্ৰকাশ হোৱাৰ পিছত ১৯৭১ চনত কাকতখন বন্ধ হৈ যায়।

১৯৮২ চনৰ ৭ জুলাইৰ পৰা প্ৰাক্তন বিধায়ক শ্ৰীযুত গিয়াছউদ্দিন আহমেদৰ সম্পাদনাত 'সাপ্তাহিক নৱ দিগন্ত' পুনৰায় প্ৰকাশ কৰা হয় যদিও চৌবিশ টা সংখ্যা প্ৰকাশ হোৱাৰ পিছত অৰ্থ-সংকটৰ কাৰণে বন্ধ হৈ যায়।

১৯৭১-৭৫ চনৰ সময়ছোৱাত এই প্ৰতিবেদক "Assam Express" আৰু "নতুন অসমীয়া" কাকতৰ স্থানীয় সংবাদদাতা হিচাপে সেৱা আগ বঢ়াইছিল। ইয়াৰ উপৰি ধুবুৰীৰ পৰা প্ৰকাশিত "গণচাবুক", "The North, East Echo", গৌৰীপুৰৰ পৰা প্ৰকাশিত "প্ৰান্তবাসী" আৰু সাপটগ্ৰামৰ পৰা প্ৰকাশিত The Assam Observer কাকতৰ স্থানীয় সংবাদদাতা হিচাপে সেৱা আগ বঢ়াইছিল।

১৯৮২-৮৫ এই সময়ছোৱাত শ্ৰীঅৰ্ধেন্দু চক্ৰৱৰ্তী, শ্ৰী কল্যাণ চক্ৰৱৰ্তী আৰু শ্ৰীতমাল দত্ত সাংবাদিকতাৰ প্ৰতি আকৃষ্ট হৈ ধুবুৰীৰ পৰা প্ৰকাশিত গণচাবুকৰ স্থানীয় সংবাদদাতা হিচাপে কাম কৰে।

বিলাসীপাৰাৰ উদীয়মান যুৱক শ্ৰীমান ৰাজীৱ কুমাৰে ১৯৮৫ চনৰ পৰা সাংবাদিকতা আৰম্ভ কৰে আৰু অতি কম সময়ৰ ভিতৰত ছেন্টিনেল (হিন্দী), সূত্ৰধাৰ আৰু উত্তৰকালত সহকাৰী সম্পাদক হিচাপে কাম কৰি যথেষ্ট সুনাম অৰ্জন কৰিবলৈ সক্ষম হয়। বৰ্তমানে শ্ৰীমান কুমাৰে পূৰ্বাঞ্চলত কাম কৰি আছে।

বিলাসীপাৰাৰ আৰু এজন প্ৰতিভাৱান যুৱক শ্ৰীতুষাৰ কান্তি সাহা গুৱাহাটীৰ পৰা প্ৰকাশিত যুগশঙ্খ পত্ৰিকাৰ সহকাৰী সম্পাদক হিচাপ কিছুদিন কাম কৰি বৰ্তমানে "সময় প্ৰবাহ' পত্ৰিকাত সহকাৰী সম্পাদক হিচাপে কাম কৰি যথেষ্ট সুনাম অৰ্জ্জন কৰিছে।

১৯৭৯ চনত "আৱাজ প্ৰকাশন পৰিষদ" নামৰ সংগঠন এটিৰ উদ্যোগত প্ৰয়াত মমতাজউদ্দিন আহমেদৰ সম্পাদনাত বিলাসীপাৰাৰ পৰা 'আৱাজ' নামে এখন পষেকীয়া কাকত প্ৰকাশ পায়। কিছুদিন পিছত অৰ্থনৈতিক কাৰণত উক্ত কাকতখনৰ প্ৰকাশ বন্ধ হৈ যায়।

১৯৮৬ চনত নৱেম্বৰ মাহৰ পৰা কুমাৰ চিৰঞ্জীৱৰ সম্পাদনাত "প্ৰান্ত প্ৰহৰী" নামে এখন বাতৰি কাকত প্ৰকাশ কৰে। দুটা সংখ্যা প্ৰকাশ হোৱাৰ পিছত কাকতখনৰ নাম পৰিবৰ্তন কৰি "কমতাপুৰ বাৰ্তা" নামে প্ৰকাশ কৰে যদিও অৰ্থনৈতিক কাৰণত উক্ত কাকখন বন্ধ হৈ যায়।

১৯৯৬ চনৰ ছেপ্টেম্বৰ মাহৰ পৰা শ্ৰীসুভাষ চৌধুৰী আৰু শ্ৰীজিতেন নাথৰ উদ্যোগত আৰু শ্ৰীজিতেন নাথৰ সম্পাদনাত পূৰ্ব্বাভাস নামৰ এখন মাহেকীয়া আলোচনী প্ৰকাশ পায় আৰু বৰ্তমানে চলি আছে।

বিলাসীপাৰাৰ ৰতন শৰ্মা (অমুল্য শৰ্মা) গুৱাহাটী লৈ স্থানান্তৰিত হোৱাৰ পিছত ষাঠিৰ দশকত 'ৰূপম' নামৰ মাহেকীয়া আলোচনী এখন প্ৰকাশ কৰিছিল। তেওঁ গুৱাহাটীৰ আন কেবাখনো আলোচনীৰ লগত যুক্ত থকাৰ কথা জনা যায়।

কিছুদিন বিৰতিৰ পিছত ১৯৯০ চনৰ পৰা বিলাসীপাৰাৰ সংবাদ-সেৱাৰ ক্ষেত্ৰত আন এটি অধ্যায় আৰম্ভ হয়। এই সময় ছোৱাত অসমৰ পৰা প্ৰকাশিত প্ৰায় আটাইবোৰ দৈনিক বাতৰি কাকতত সংবাদ পৰিৱেশনৰ ব্যৱস্থা হয়। বিলাসীপাৰা অঞ্চলৰ বৰ্তমানে সংবাদ- সেৱা কৰি থকা সাংবাদিক সকল হ'ল – সৰ্বশ্ৰী অৰ্ধেন্দু চক্ৰৱৰ্তী, হৃদয়ানন্দ দাস, হিৰণ্য নাথ, হেমেন ৰায়, দয়াল পাল, কল্যাণ চক্ৰৱৰ্তী, সুনীল সাহা, কামেশ্বৰ মিশ্ৰ, পংকজ সাহা আৰু আলতাফ হোছেইন আহমেদ।

প্ৰসঙ্গতঃ উল্লেখ্য যে বিলাসীপাৰাৰ সংবাদ- সেৱাৰ আৰম্ভণি কালত বিলাসীপাৰা অঞ্চলত বামপন্থী সকলেই অগ্ৰণী ভূমিকা পালন কৰিছিল। উল্লেখ কৰিব পাৰি যে প্ৰয়াত নিধু দাস, হীৰেন শৰ্মা, অনিমেষ বৰ্মন, শ্ৰীগিয়াছউদ্দিন আহমেদ, শ্ৰী অনিমেষ কান্তি সৰকাৰ আৰু শ্ৰী দয়াল পাল (প্ৰতিবেদক) আদি ব্যক্তিসকল ৰাজনৈতিক জীৱনৰ লগত সাম্যবাদী আন্দোলনত যুক্ত।





# বিলাসীপাৰাৰ সামাজিক আৰু সাংস্কৃতিক ক্ষেত্ৰত মহিলাৰ ভূমিকা

**ৰূপলেখা তামুলী**

বিলাসীপাৰাৰ জনজীৱনে সময়ৰ খোজত খোজ মিলাই আজিলৈকে বিৱৰ্তনৰ বাটত যিমান দূৰ বাট বুলি আহিল তাত মহিলাৰ ভূমিকাক কোনোপধ্যেই উলাই কৰিব নোৱাৰি। আনকি এই দিশত বিলাসীপাৰাৰ মহিলা শক্তিক তুলনামূলকভাবে যথেষ্ট আদৰ্শনীয়া বুলিয়েই কব পাৰি। সম্বলিত তথ্য অনুযায়ী আনুমানিক প্ৰায় ১৯২৫ চন মানতে অসমৰ সীমামূৰীয়া এই ঠাই ডোখৰৰ সমাজিক আৰু সাংস্কৃতিক জাগৰণত মহিলাসকলে এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰে। সেই সময়ৰ আদৰ্শনীয়া মহিলা প্ৰয়াত তৰুবালা দেৱী, ৰেণুকা দেৱী, ৰাজবালা চক্ৰৱৰ্তী আদিৰ নেতৃত্বত মহিলাসকলে এটা স্বেচ্ছাসেৱী অনুষ্ঠানৰ জন্ম দিয়ে। এই অনুষ্ঠানটিৰ আলম লৈ মহিলাসকলে স্বাধীনতা আন্দোলনত যোগ দিয়াৰ লগে লগে বিভিন্ন ধৰণৰ সমাজ সংস্কাৰমূলক কামতজড়িত হৈ পৰে। এই কামবোৰৰ ভিতৰত আছিল -- গাঁৱে-ভূঞে ঘূৰি সৰ্বসাধাৰণ হোজা বাইজৰ মাজত শিক্ষা সচেতনতাৰ উদ্ৰেক ঘটোৱা, সমাজৰ ভৱিষ্যত কৰ্ণধাৰ শিশুসকলক সঠিকভাৱে মানবীয় বিকাশৰ বাটত আগ বঢ়াই নিবলৈ আচনি যুগুতাই তাৰ ৰূপায়ণ কৰা ইত্যাদি। উল্লেখযোগ্য যে সেই ধৰণৰ উদ্দেশ্য আগত ৰাখিয়েই মহিলাসকলৰ এই গোটটোৱে ১৯৫০ চনত পোন প্ৰথম বাৰৰ বাবে বিলাসীপাৰাৰ ইতিহাসত মইনা পাৰিজাত নামৰ এটি অনুষ্ঠানৰ জন্ম দি শিশুসকলৰ চৰিত্ৰ গঠনৰ ক্ষেত্ৰত এক দৃঢ় পদক্ষেপ গ্ৰহণ কৰে।

সময়ৰ সোঁতত এই অনুষ্ঠানটোৱে মহিলা সমিতি (হাকামা মহিলা সমিতি) নাম লয়। ১৯৩৮ চনত এই সমিতিৰ সদস্যাসকলে তৰুবালা দেৱীৰ নেতৃত্বত গান্ধীজীৰ গঠনমূলক কৰ্ম-আচনিৰ অধীনত এখন 'কৰ্ম আচনি' যুগুত কৰে। এইমৰ্মে মহিলাসকলে উদ্যোগ লৈ বিলাসীপাৰাৰ সমূহ পিছ পৰা অঞ্চলতে কিছুমান প্ৰশিক্ষণ শিবিৰ আৰম্ভ কৰি, সেইবোৰত সৰ্বসাধাৰণ পিছ পৰা দুখীয়া প্ৰশিক্ষাৰ্থীক হস্তশিল্পজাত কিছুমানত ক্ষুদ্ৰ উদ্যোগৰ বিষয়ে বিনামূলীয়াকৈ প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰে। প্ৰয়োজন সাপেক্ষে উৰ্ধতম মহলৰ মতে যোগাযোগ কৰি সা-সৰঞ্জাম আদিৰো যোগান ধৰে। এইদৰে বিলাসীপাৰাৰ সমাজ-জীৱনত মহিলাসকলে আত্মনিৰ্ভৰশীলতাৰ এক নতুন দিশৰ সূচনা কৰে। উল্লেখযোগ্য যে সেই সময়ছোৱাতে তৰুবালা দেৱীয়ে বিভিন্ন কবিতা, নাটক, গীত-মাত আদি ৰচনা কৰাৰ লগে লগে জীয়াৰী-বোৱাৰীবোৰৰ হতুৱাই সেইবোৰৰ প্ৰদৰ্শন অভিনয় আদিৰো ব্যৱস্থা কৰোৱাইছিল।

১৯৫০ চনত দেৱীৰ নেতৃত্বতে মহিলাসকলে সেই সময়ৰ ৰক্ষণশীল সমাজব্যৱস্থাৰ বিৰুদ্ধে যুঁজ দি দেশী গান বুলি পৰিচিত হোৱা গোৱালপৰীয়া নৃত্য-গীতক আধুনিক মঞ্চত উপস্থাপন কৰাৰ বাবে অহোপুৰুষাৰ্থ কৰে। থলুৱা কৃষ্টিসংস্কৃতিৰ প্ৰতি সন্মান প্ৰদৰ্শন আৰু স্বীকৃতি প্ৰদানৰ এই দুঃসাহসিক পদক্ষেপ বিলাসীপাৰাৰ প্ৰগতিত মহিলাসকলৰ কাৰ্যক্ৰমণিকাৰ এক উল্লেখযোগ্য মাইলৰ খুঁটি। মহিলাসকলৰ এনেবোৰ কাম-কাজে সেইসময়ৰ সমগ্ৰ ভাৰতবৰ্ষৰে বৰেণ্য ব্যক্তিসকলৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সমৰ্থ হৈছিল। কিন্তু এই গৰাকী প্ৰতিভাময়ী নাৰীৰ স্মৃতিচিহ্ন হিচাপে (তৰুবালা দেৱীৰ) তেখেতৰ ৰচিত এখনি মাত্ৰ নাটিকাৰ (শকুন্তলা কাব্য)ত বাহিৰে আন একোৱেই পাবলৈ নাই।

তাহানিৰে পৰা চলি অহা এক পৰম্পৰাৰ দৰে আজিও এই অঞ্চলৰ মহিলা গোটেবোৰে মদ নিবাৰণী, জুৱা, তীৰ আদি সমাজৰ বাবে অপশক্তিৰ হাতৰ পৰা সমাজ-ব্যৱস্থাক ৰক্ষা কৰা ইত্যাদি বিষয়ত যথেষ্ট সক্ৰিয়তাৰে প্ৰত্যক্ষভাৱে নিজস্ব ভূমিকা পালন কৰি আহিছে। এই ক্ষেত্ৰত বিলাসীপাৰাৰ সামাজিক প্ৰদূষণ প্ৰতিহত কৰাৰ চেষ্টাত যথেষ্ট সক্ৰিয়তাৰে কাম কৰি অহা দুটামান গোট হ'ল -- "অসম মহিলা সংঘৰ বিলাসীপাৰা শাখা", "মহিলা সমতা আয়োগৰ প্ৰতিনিধি গোট", "লেখিকা সমাৰোহ সমিতি বিলাসীপাৰা শাখা", "অঞ্চল বিশেষে বিভিন্ন মহিলা সমিতি ইত্যাদি। ইয়াৰে অসম মহিলা সংঘৰ বিলাসীপাৰা শাখাৰ সদস্যাসকলে বিলাসীপাৰাৰ বিপৰ্যয় আৰু জীৱিকাৰ তাড়নাত বিভিন্ন অপকৰ্মৰ স'তে জড়িত হৈ পৰা যুৱক-যুৱতীক চিনাক্ত কৰি সমাজৰ উন্নতিৰ ক্ষেত্ৰত জড়িত কৰাৰ আঁচনি গ্ৰহণ কৰিছে। ইয়াৰ বাবে তেওঁলোকে প্ৰশাসন আৰু সংশ্লিষ্ট উৰ্ধতম মহলৰ স'তেও যোগাযোগ কৰিছে। মহিলা সমতা আয়োগৰ প্ৰতিনিধিসকলেও প্ৰাথমিক শিক্ষা আঁচনিৰ তৰফৰ পৰা কিছুমান ভিতৰুৱা অঞ্চললৈ গৈ বিভিন্ন আলোচনা শিবিৰ অনুষ্ঠিত কৰে আৰু ইয়াৰ দ্বাৰা তেওঁলোকে সমাজ-ব্যৱস্থাৰ প্ৰগতিক প্ৰতিহত কৰিব পৰা বিভিন্ন দিশ সম্পৰ্কে সৰ্বসাধাৰণ ৰাইজক সচেতন কৰি তোলে।

বৰ্তমান সময়ত বিলাসীপাৰাৰ বৌদ্ধিক দিশৰ অগ্ৰগতিত লেখিকা সমাৰোহ সমিতিৰ বিলাসীপাৰা শাখাৰ ভূমিকা যথেষ্ট সবল। সমগ্ৰ চহৰখনকে কাৰ্যক্ষেত্ৰ হিচাপে সামৰি লৈ এই অনুষ্ঠানটোৱে চহৰখনৰ

বিভিন্ন চুকে-কোণে ৰাইজৰ মাজত আলোচনাচক্ৰ, সাহিত্যানুষ্ঠান ইত্যাদি অনুষ্ঠিত কৰি সাহিত্য-কলা সম্পৰ্কীয় বৌদ্ধিক সচেতনতা বৃদ্ধি কৰে। এইবোৰৰ উপৰিও পুৰুষৰ সহযোগত গঢ় লৈ উঠা বিভিন্ন জনকল্যাণমুখী অনুষ্ঠানতো মহিলাৰ সক্ৰিয় সহযোগিতা মন কৰিব লগীয়া।

সাম্প্ৰতিক সময়ত বিলাসীপাৰাত মহিলাৰ অৰিহণাক বাদ দি সাংস্কৃতিক ক্ষেত্ৰখনৰ কল্পনা কৰাও কঠিন। শিল্পী কলা-কুশলীকে আদি কৰি সকলোতে মহিলাৰ ভূমিকা জাকতজিলিকা। অঞ্জলি ডেকা আৰু গীতা ৰায়ে ষাঠিৰ দশকত পোন প্ৰথমে আকাশবাণী যোগে গীত পৰিৱেশন কৰি বিলাসীপাৰাৰ শিল্পী পৰিচয়ক এখোপ ওপৰলৈ তোলে। তাৰ পিছত কিছু সংখ্যক মহিলাই (ইভা দাস, লতিকা দাস, অৰ্চনা মণ্ডল, মঞ্জু দাস, নিয়তি সৰকাৰ আদিয়ে) ১৯৬৭ চনত 'অভিমান' নাটখনৰ যোগেদি পোন প্ৰথমবাৰৰ বাবে সহঅভিনয়ৰ জাগতখনলৈ আগবাঢ়ি আহি বিলাসীপাৰাৰ সাংস্কৃতিক পথাৰখনত এটা নতুন জোৱাৰ আনে। সময়ৰ সোতত আগুৱাই বিলাসীপাৰা সম্প্ৰতি সাংস্কৃতিক দিশত এখন অতি ব্যস্ত চহৰ। সমগ্ৰ অসমৰ বিভিন্ন সাংস্কৃতিক অনুষ্ঠানত প্ৰয়োজন পূৰাবলৈ বিলাসীপাৰাৰ শিল্পী-সমাজ সম্পূৰ্ণ ৰূপে সাজু। ইয়াৰ ভিতৰত মহিলা শিল্পীৰ সংখ্যা প্ৰায় তিনি চতুৰ্থাংশ। তদুপৰি বিভিন্ন সাংস্কৃতিক অনুষ্ঠান পৰিচালনাৰ দায়িত্ব বহন কৰিব পৰা মহিলা কৰ্ম-কুশলীৰ সংখ্যাও প্ৰায় সমান বুলিব পাৰি। ইয়াৰে ময়নামতী কাজল ভোমোৰা আদি বিভিন্ন শিল্পী-সমাজৰ মহিলা শিল্পীয়ে অসমৰ বিভিন্ন চহৰত গোৱালপৰীয়া নৃত্য-গীতৰ প্ৰশিক্ষক ৰূপেও প্ৰতিষ্ঠা লাভ কৰিছে। বিলাসীপাৰাৰ এই উৎসাহী মহিলা শিল্পীৰ দলটোৱে (পুৰুষৰ সহযোগত) অসমৰ বিভিন্ন চহৰক চেৰাই গৈ ভাৰতৰ আৰু ভাৰতৰো বাহিৰৰ বিভিন্ন ঠাইত অনুষ্ঠান পৰিৱেশন কৰি সুনাম অৰ্জন কৰি আহিছে।

বিলাসীপাৰাৰ মহিলা সমাজ তুলনামূলকভাৱে যথেষ্ট আগ বঢ়া বুলি একেষাৰে কব পাৰি। পৰম্পৰাগতভাৱে ভাৰতীয় ঐতিহ্যৰ প্ৰতি ভাৰতীয় নাৰীয়ে যুগে যুগে যি দায়বদ্ধ ভূমিকা পালন কৰি আহিছে বিলাসীপাৰাৰ ঐতিহ্যতো মহিলা খিনিয়ে তেনে এক নিদৰ্শনেই দাঙি ধৰিছে। সম্প্ৰতি বিলাসীপাৰাৰত আৰ্থ-সামাজিক ক্ষেত্ৰখনত সমূহ জনসাধাৰণৰ ভিতৰত প্ৰায় দুই-তৃতীয়াংশই মহিলা। এওঁলোকে বিভিন্ন ব্যৱসায়, বাণিজ্যিক প্ৰতিষ্ঠান, কাৰ্যালয়, বিদ্যালয় আদিত সংযুক্ত হৈ আছে। বিলাসীপাৰাৰ কুটিৰ-শিল্পসমূহে এই অঞ্চলৰ অৰ্থনৈতিক দিশটোক যথেষ্ট পৰিমাণে টনকিয়াল কৰি ৰাখিছে। এই শিল্পোদ্যানসমূহত যথেষ্ট সংখ্যক কৰ্মচাৰীয়েই মহিলা। যিবোৰে তুলনামূলকভাৱে কম মজুৰীৰে সমানে শ্ৰমদান কৰি এই উদ্যোগ-সমূহৰ স্থিতি সুদৃঢ় কৰি ৰাখিছে। তদুপৰি বিলাসীপাৰা যথেষ্ট সংখ্যক শ্ৰমজীৱী মহিলাই মৃৎ-শিল্প, বাঁহ-বেতৰ শিল্পহস্ত শিল্পজাত ব্যৱসায়ৰ জৰিয়তে বিলাসীপাৰাৰ আভ্যন্তৰীণ আৰ্থ-সামাজিক বিষয়টোক স্বচ্ছল কৰি ৰাখিছে। হস্ততাঁত বস্ত শিল্পত চৰকাৰে গ্ৰহণ কৰা আঁচনিৰ যোগেদি বিলাসীপাৰাৰ এক উল্লেখনীয় সংখ্যক পঞ্জীভুক্ত শিপিনীয়ে উৎপাদনশীল কামত ব্ৰতী হৈ বিলাসীপাৰাৰ অৰ্থনৈতিক দিশটোৰ যথেষ্ট অৰিহণা যোগাইছে। ইয়াৰ বাহিৰে আৰু অসংখ্য অপঞ্জীভুক্ত মহিলা আছে যিবোৰে যৎসামান্য মাননীৰে জীৱিকা নিৰ্বাহ কৰিও উৎপাদন প্ৰক্ৰিয়াটো অব্যাহত ৰাখিছে।

এইদৰে তাহানিৰে পৰা আজিলৈকে ভিন ভিন ক্ষেত্ৰত ভিন ভিন ধৰণে বিলাসীপাৰাৰ মহিলাসকলে বিলাসীপাৰাৰ আৰ্থ-সামাজিক আৰু সাংস্কৃতিক প্ৰগতিত সক্ৰিয় উদ্যমেৰে সহযোগিতা আগ বঢ়াই আহিছে। যিমানেই যি নহওক বিলাসীপাৰাৰ সামূহিক প্ৰগতিত এই সহযোগিতাক একেষাৰেই স্মৰণযোগ্য বুলিব পাৰি।








# বিলাসীপাৰা অঞ্চলৰ ঠাই বিশেষ

## দেৱেন্দ্ৰ নাথ শৰ্মা

বোকাখাতৰ পিছত এয়া অসমৰ পশ্চিম সীমান্ত ধুবুৰী জিলাৰ বিলাসীপাৰাত অসম সাহিত্য সভাৰ ত্ৰিষষ্ঠিতম অধিৱেশন আৰম্ভ হৈছে। বিলাসীপাৰা মহকুমা এক বিৰাট অঞ্চল, ইয়াত বহু গাঁও আছে, সৰহখিনি গাঁৱৰ প্ৰাচীন ঐতিহ্য আছে। গাঁৱৰ আৰ্থ-সামাজিক, ৰাজনৈতিক, শৈক্ষিক, সাংস্কৃতিক প্ৰভৃতি বিষয়সমূহৰ সৈতে টাউন-চহৰ সামৰি ৰাজ্যখন সুদৃঢ়কৈ সম্পৰ্কিত। গাঁও-ভূঁইৰ উন্নতি হ'লেহে সামগ্ৰিকভাৱে ৰাজ্যখন প্ৰগতিৰ পথেদি আগুৱাই যাব।

কিছুমান পুৰণি গাঁও নানান প্ৰাকৃতিক দুৰ্যোগত অতীতৰ বুকুত হেৰাই গৈছে, অন্য এচাম নতুন গাঁৱৰ জন্ম হৈছে। জীৱিকাৰ সন্ধানত পুৰণি গাঁও এৰি, নতুন ঠাইলৈ প্ৰব্ৰজন কৰি পূৰ্বৰ গাঁৱৰ নামেৰে মানুহে নতুনকৈ স্থাপন কৰা গাঁৱৰ নামকৰণ কৰিছে। গছ-গছনি, মাছ-কাছ, নৈ-নলা আৰু ঠাইৰ বৈশিষ্ট্য অনুসৰি পূৰ্বতে মানুহে বাসকৰা ঠাইখনৰ পৰিচয় দাঙি ধৰিছে। এই প্ৰবন্ধটোত গাঁওসমূহৰ উল্লেখ কৰি নামকৰণৰ তাৎপৰ্য উলিয়াবলৈ প্ৰয়াস কৰা হৈছে, ইয়াত ভুল-ত্ৰুটি হ'ব পাৰে, সুহৃদয় পঢ়ুৱৈ সমাজে সেইখিনি আঙুলিয়াই দিলে পৰম কৃতাৰ্থ হ'ম।

আঙাৰ কাটা — হাবি-জংগলৰ পোৰা এঙাৰ-কাঠ আদি আঁতৰাই স্থাপন কৰা গাঁও।

কাজাই কাটা — পূৰ্বে মদ জাতীয় পানীয় প্ৰস্তুত কৰা ঠাই। গাঁওখনৰ তৃতীয় খণ্ডলৈ আছে।

ফালাকাটা — ফালা-ফাৰা, আপদ-বিপদ মুক্ত ঠাই।

হাড়া কাটা — হাড়া-হাড়-হড্ড- অস্থি; কাৰোবাৰ হাড় গুৰি কৰিছিল বাবে ঠাইখনৰ সেই নাম হৈছে। হিন্দু-মুছলমানৰ দুই খণ্ড গাঁও আছে।

কুৰ্চি কাটি — কুৰ্চি-কুৰ্চা-কুৰিহা মাছ; পূৰ্বে কুৰিহা মাছ সৰহকৈ পোৱা ঠাই।

ছিৰা কুটা — উৎকৃষ্ট ছিৰা প্ৰস্তুত কৰা (খুন্দা) গাঁও।

দুদুৱাৰ কান্দা — অসম আৰু ভুটীয়া দুৱাৰৰ সন্মুখৰ ঠাই।

বৰকান্দা — সোণকোষৰ সুঁতিৰ পাৰত থকা গাঁও; বিয়া কৰাবলৈ অহা কোনোবা বৰে (দৰাই) সুঁতিটো বাৰিষা পাৰ হ'ব নোৱাৰি কান্দিছিল বাবে ঠাইখনৰ এই নাম হৈছে।
ঃ বৰ ওখ ঠাই।

ভোটেৰ কান্দা — পূৰ্বতে ভুটীয়াই এই ডোখৰ ঠাইলৈকে দখল কৰিছিল।

শিমলা কান্দি — শিমলু গছ সৰহকৈ থকা গাঁও।

ঘোঁৰা বান্ধা — পূৰ্বতে ইষ্ট ইণ্ডিয়া কোম্পানীৰ ইংৰাজসকলে ইয়াত ঘোঁৰা বান্ধিছিল।

টোকোৰা বান্ধা — পাহাৰখনৰ নাম, কিংবদন্তি অনুসৰি আই বিষহৰিৰ কোপ-দৃষ্টিত চান্দ সদাগৰৰ চৈধ্যখন ডিঙা ইয়াত বুৰ গৈছিল; সদাগৰে লাউখোলা (টোকোৰা)ৰ ভিতৰত লোণ ভৰাই বেহালৈ আনিছিল, টোকোৰাবোৰ ভাহি উঠিলত সেইবোৰ গোটাই - থুপাই বান্ধিলে, তেতিয়াৰ পৰা পাহাৰৰ সেই নাম হ'ল।
ঃ পাহাৰখনৰ ওপৰত এটি বৃহৎ উদ্যোগ স্থাপন কৰাৰ উদ্দেশ্যৰে কেইবছৰমান আগতে এজন পঞ্জাবী অভিযন্তাই যন্ত্ৰৰ সহায়ত পাহাৰৰ তলিভাগ নিৰীক্ষণ কৰি তলত সাগৰ এটি দেখিবলৈ পাই তেওঁৰ আঁচনি স্থগিত কৰিলে। পুৰণি চামে ভাবে, এইখনেই হয়তো কালীডোবা সাগৰ।

অভয় কুঠী — বিজনীৰ ৰজা কুমুদ নাৰায়ণৰ প্ৰথমা পত্নী সিদ্ধেশ্বৰীৰ ভয়ত সৰু ৰাণী গৰাকী পলাই আহি কিছুদিনলৈ আশ্ৰয় লোৱা ঠাই।

দুৱাৰ কুঠী — দু-দো-দুই; দুখন দুৱাৰৰ মাজত থকা ব্যৱসায়িক কেন্দ্ৰ।

ভাণ্ডাৰকুঠী — খেতিৰ উৎপন্ন বস্তু জমা কৰি ৰখা ভঁৰাল।

মেৰু কুঠী — কেবাটাও মেৰ বা মোছৰ থকা সৈন্যৰ ছাউনি।

বামুণ কুৰা — এসময়ত এই কুৰটোৰ পৰা মানুহে যি বিচাৰে আটাইখিনি পাইছিল, এবেলি এজন বামুণে লোৱা বস্তুবোৰ ঠিকমতে ঘূৰাই নিদিয়াত আদান-প্ৰদান বন্ধ হ'ল আৰু মানুহজনে শাস্তি ভুগিলে। তেতিয়াৰ পৰা কুৰাৰ কাষৰীয়া ঠাইখনৰ এই নাম হ'ল। ওচৰতে বামুণৰ লগৰীয়া বাসুৰা (বহুৱা) কুৰা।

শালকোছা — (ছাল কোচা) কিংবদন্তি অনুসৰি অতি পুৰণি কালত ডিবলাই বিলৰ পাৰত থকা মঠ এটাত এজন সাধু বাস কৰিছিল। তেওঁ ইমান বুঢ়া হৈছিল যে শেষলৈ তেওঁৰ দেহৰ ছাল সোতোৰা-সোতোৰ হৈ কোঁচ খাই পৰিল; সেয়ে ঠাইখনৰ সেই নাম হ'ল।
ঃ মিৰজুমলাই অসম আক্ৰমন কৰিবলৈ আহোঁতে বৰ্তমানৰ এই অঞ্চলৰ পুখুৰী পাৰত ছাউনি সাজি আছিল। তেওঁৰ ওচৰে-পাঁজৰে কুচাসমূহ - সৰু সৰু পাহাৰীয়া ঠাইবোৰ শাল গছেৰে পৰিপূৰ্ণ আছিলবাবে শালকুচা-শালকোছা বুলি কৈছে।

ঃ কিছুমানে আকৌ শালস্তম্ভ (৬৫৫-৬৭৫) ৰজাৰ আদি নিবাস থকা বুলি ৰজাৰ নামেৰে ঠাইখনৰ নামকৰণ হোৱাৰ কথা ভাবে।

ছিল্‌কি খাতা — ছিল্‌কি-ছিল্‌কা-ছড়া; পূৰ্বে গীত-পদ ৰচনা কৰি গোৱা ঠাই।

ৰোকাখাতা — খাজনাৰ হিচাপ-নিকাচ ৰখা পূৰ্বৰ ৰাজহ চক্ৰ।

সূৰ্যখাতা — জমিদাৰ সূৰ্য নাৰায়ণৰ ৰাজ-হাউলী আছিল।

সাঁখাঁতী — পাৰ্বতী গোসাঁনীৰ হাতৰ সাঁখা পৰিছিল বাবে ঠাইখনৰ এই নাম হৈছে।

ঃ সাখাঁতী - কেঁচাইখাঁতী, বিষহৰি, আদ্য শক্তিৰ এটি উগ্ৰ ৰূপ।

কলীয়াৰ খাল — কৃষ্ণ গোসাঁইৰ নামেৰে হোৱা গাঁও।

বালক (বালকেৰ) খাল — বাল-গোপাল (কৃষ্ণ)ৰ থানৰ ওচৰত থকা খাল।

পশুৰাৰ খাল — জন্তু-জানোৱাৰে পানী খোৱা খালৰ পাৰত থকা ঠাই।

মৌখোৱা — সৰহকৈ মৌ-জোল পোৱা গাঁও।

ভৈৰৱগঞ্জ — জমিদাৰ ভৈৰৱ নাৰায়ণ দেৱৰ নামেৰে হোৱা বজাৰ।

ৰাণীগঞ্জ — ৰাণী অভয়েশ্বৰীৰ কাছাৰী আছিল, কালক্ৰমে তাত এখন হাট বহিলত সেই নামেৰে ঠাইখনৰ নামকৰণ হ'ল।

লক্ষীগঞ্জ — লখাইছাৱা নামৰ গৌৱাঙৰ সুঁতি এটি পৰিত্যক্ত হৈ ঠাই এডোখৰ উলিয়াই দিয়াত এসময়ত তাত এখন হাট বহিল আৰু পিছলৈ সেই নাম (লক্ষ্মী) হ'ল।

কুসুৰী গাঁও — অনিষ্টকাৰী মন্ত্ৰ জনা লোকৰ পূৰ্বৰ গাঁও।

গিৰাই গাঁও — বৰ ভূঁইকঁপত তললৈ বহি যোৱা ঠাইত স্থাপন কৰা গাঁও।

গোপী গাঁও — পূৰ্বে গাখীৰ যোগান দিয়া তিৰোতা মানুহৰ ঠাই।

দুলি গাঁও — দুলয় দুৰ্গৰ ভিতৰত স্থাপিত গাঁও।

বামুণ গাঁও — বৰ্তমান বামুন মানুহ নাই, বড়ো বস্তি আছে। ইয়াত মহকুমা- কাৰ্যালয়হে আছে।

বেথা গাঁও — বেথা-বেদা; উৎপন্ন হোৱা বস্তু এক গোট কৰি বিক্ৰী কৰা ঠাই।

ভকত গাঁও — পূৰ্বৰ নাম-প্ৰসঙ্গ কৰা হৰি-সেৱকৰ স্থান।

শিলগাৱা — সৰু সৰু শিলৰ প্ৰাচুৰ্যৰ বাবে ঠাইখনৰ সেই নাম হৈছে।

হেলা গাড়ী — গাড়ী-গাঞী, গাং-গতিশীল, - গাঁও; হেলনীয়া ঠাইৰ গাঁও।

ঃ হেল নদীৰ পাৰৰ পৰা উঠি আহি বসতি কৰা ঠাই।

শ্ৰীগ্ৰাম — বৰ্তমান বৰুৱা পাৰা। শক্তিৰ অধিষ্ঠাত্ৰী শ্ৰীময়ী দুৰ্গাৰ নামেৰে ঠাইখনৰ নামকৰণ হৈছিল। পুৰণি কালৰ পৰা দুৰ্গা পূজা হয়।

সাপট গ্ৰাম — সপ্ত গ্ৰাম, ঘাগমাৰি, ৰঙাপানী, নন্দিপাৰা, শিয়াল টাৰি, চাইলুতা (ও)বাৰী, দিপুপাৰা, আৰু লস্কৰপাৰা, এই সাতখন গাঁও মিলি সাপটগ্ৰাম।

সোণালুগুৰি — পূৰ্বে সোণাৰু গছ সৰহকৈ থকা ঠাই। গাঁওখনৰ তৃতীয় খণ্ডলৈ আছে।

খৰা ঘাট — টিপকাই নদীত মাছ ধৰিবলৈ জাল-পতা ঠাইৰ পাৰঘাট।

চুপাৰি ঘাট — পাণ-তামোলৰ বেচা-কিনা কেন্দ্ৰ।

ধীৰঘাট — ধীৰ বিলৰ পাৰত থকা মাছ বিক্ৰী কৰা ঠাই।

বালাঘাট — ডিপলাই বিলৰ পাৰৰ পূৰ্বৰ বালিময় ঠাই।

দালানেৰ আলগা — চৰ, জোতদাৰৰ ঘৰ (বাদুৰ কাটি চৰৰ জোতদাৰ চৈয়দ আলি)ৰ ঘৰ-দুৱাৰৰ আঁতৰত থকা ঠাই।

নায়েৰ আলগা — নাউৱা-নাপিত; নাপিত লোকে বসতি স্থাপন কৰা চৰ।

মাসানেৰ আলগা — পূৰ্বে মুছলমান সম্প্ৰদায়ে নাম দিয়া ভূত-প্ৰেতৰ ঠাই।

খান খোৱাৰ চৰ — খানা (ভোজ) খাই স্থাপন কৰা চৰ।

গুটি পাৱাৰ চৰ — সকলো মানুহ গোটখাই পতা চৰ। চতুৰ্থ খণ্ডলৈ আছে।

ঘূঁণিমাৰি চৰ — এবিধ সৰু মাছ ধৰা ঠাই।

চুৱাপাতা চৰ — চুৱা-উচ্ছিষ্ট; চুপাপাত থকা পূৰ্বৰ পৰিত্যক্ত ঠাই।

দুৱামাৰি চৰ — পূৰ্বৰ দুৱা-কাছ মৰা ঠাই।

দোঙাচি পাৰাৰ চৰ — চৰৰ মাজতে দোং থকা ঠাই।

পাখি-মাৰা চৰ — পূৰ্বৰ চৰাই চিকাৰৰ ঠাই; তৃতীয় খণ্ডলৈ আছে।

মৰিছ বাৰীৰ চৰ — জলকীয়াৰ প্ৰচুৰ খেতি হোৱা ঠাই।

বানীয়া মাৰি চৰ — কোনোবা সোণাৰী মানুহ নিহত হৈছিল বাবে ঠাইখনৰ এই নাম হৈছে।

শগুন মাৰি চৰ — কাৰোবাক জীয়াই জীয়াই শগুনে ভক্ষণ কৰিছিল বাবে এই নাম হৈছে।

শিঙি মাৰি চৰ — পূৰ্বে সৰহকৈ শিঙি মাছ পোৱা ঠাই।

সাধু ভাসা চৰ — কাষৰীয়া নৈৰ সোঁতত কোনোবা সাধু উটি গৈছিল বাবে ঠাইখনৰ এই নাম হৈছে।

ডুবা চৰি — পূৰ্বতে ব্ৰহ্মপুত্ৰৰ বানপানীত ডুব যোৱা ঠাই।

আড়াই ঝাৰ — সেই কালৰ চাপৰ অঞ্চলৰ ৰাইজে মাটিৰ খাজনা বিঘাই প্ৰতি আঢ়ৈ অনাকৈ (৵১০) নায়েবৰ কাৰ্যালয়ত সোধাব লগা হৈছিল বাবে ঠাইখনৰ সেই নাম হ'ল।

আন্ধাৰ ঝাৰ — পূৰ্বৰ ঘোপমৰা অন্ধকাৰ জাৱণি অঞ্চল।

মঠেৰ ঝাৰ — মহাপুৰুষ দামোদৰ দেৱৰ প্ৰতিষ্ঠিত বেদুৱা সত্ৰ আছিল।

ঈশ্বৰ ঝাৰি — ভৈৰৱ চূড়া পাহাৰৰ দক্ষিণ অংশ। ইয়াত মহামাণ্ডলিক ঈশ্বৰ ঘোষৰ ৰাজধানী আছিল। পুৰণি চাম মানুহে কয়, ইয়াত বহু বনৌষধি আছিল আৰু স্বয়ং ধন্বন্তৰিয়ে ৰোগীক জৰা-ফুকা কৰিছিল। ব্ৰহ্মপুত্ৰৰ গৰা খহনিয়াই ঠাইখন নিচিহ্ন কৰাত পুৰণি স্মৃতি ৰক্ষাৰ্থে ঈশ্বৰ পাৰা নামৰ গাঁও এখন সম্প্ৰতি আছে।

পৰ্বত ঝোৱা (জোঁৱাৰ) — গৌৰীপুৰ আৰু বিলাসীপাৰাৰ মধ্যখণ্ডত থকা জমিদাৰীৰ নাম।

পাহাৰখনত শ্ৰীশ্ৰী মহামায়াৰ মন্দিৰ আছে। দেৱীৰ নিত্য পূজা হয়।

মাক্ৰী ঝোৱা — মাক্ৰী-মাগ্ৰী-বান্দাৰ-গাড়ো বান্দৰ থকা জাৱণি।

ঃ মাক্ৰীশাল সৰহকৈ থকা হাবি, ইয়াত গৌৰীপুৰ জমিদাৰৰ মণ্ডল-কাননগো সকলৰ নিবাস আছিল।



ঃ পৰ্বতীয় নিজৰা এটিৰ নাম, তাত কোনোবা তিৰোতাৰ কাণৰ মাকৰি পৰিছিল।

বায়-ঝোৱা — বীৰ চিলাৰায়ৰ তৰোৱাল ধোৱা নিজৰা।

উপৰটাৰি — ওপৰৰ গাঁও, নাথ-সম্প্ৰদায়ৰ লোকৰ বসতি প্ৰধান ঠাই।

খইলচাৰটাৰি — খলিহা মাছ পোৱা ঠাইৰ কাষৰীয়া গাঁও।

গৌৱাংটাৰি — গৌৱাং নদীৰ পাৰত থকা বাসোপযোগী ওখ ঠাই।

মণ্ডলটাৰি — পুৰণি কালত মাটি জৰীপ কৰা লোকৰ গাঁও।

মোৱাটাৰি — সৰহকৈ মোৱা মাছ ধৰা ঠাই।

ৰাৰণটাৰি — ৰাৰণ নামৰ এজন আঢ্যৱন্ত মানুহৰ নাম অনুসৰি হোৱা গাঁও।

শালটাৰি — শালগছ সৰহকৈ থকা ঠাই।

হৰলটাৰি — হৰল-হৰণ; অসুখ-বিসুখৰ দুখ-কষ্ট হৰণ কৰোঁতা ওজা-কবিৰাজৰ ঠাই।

হাউদাৰটাৰি — সাউদা, সাউদ; পূৰ্বৰ ব্যৱসায়-বাণিজ্য কৰা মানুহৰ গাঁও।

ধনীৰ ডাঙা — চম্পা নদীৰ মোহনাত, ইয়াত জোতদাৰ আছিল আৰু ইয়াৰ পৰা চাপৰ জমিদাৰীৰ কৰ-কটল আদায় কৰা হৈছিল।

দাম-ডাৱৰি — (দামোদৰ পুৰ) ধান-মাহ প্ৰভৃতি শস্যেৰে উপচি থকা হিয়া খাল পথাৰ।

শিৱেৰ ডাৱৰি — ওচৰতে মহাদেৱৰ থান থকা গাঁও।

খেৰ ডুবি — পূৰ্বে খেৰ-তলি ডুব যোৱা ঠাইৰ কাষৰীয়া গাঁও।

কদমতলা — কদম গছৰ ওচৰত থকা গাঁও।

বেলতলি — সৰহকৈ বেল গছ থকা গাঁও।

বান্নি তাৰা — বান্নি- বাঢ়নী; বাঢ়নী সাজিব পৰা বন থকা ঠাই।

হৰিৰ দল — বিষ্ণু-মন্দিৰক উপলক্ষ্য কৰি দিয়া ঠাইৰ নাম।

কাঁঠাল দি — দি -নৈয়ে বালি-পলস পেলাই বাসৰ উপযোগী কৰা একোখণ্ড ওখ-বহল ঠাই। কঁঠাল গছক উপলক্ষ্য কৰি ৰখা ঠাইৰ নাম। তৃতীয় খণ্ডলৈ আছে।

যম দুৱাৰ — টোকোৱা বন্ধাৰ কাষত পূৰ্বৰ বৰ দুৰ্গম ঠাই। চোৰ-ডকাইতৰ আড্ডা আছিল।

মহামায়া ধাম — আদ্যাশক্তি শ্ৰীশ্ৰী মহামায়া দেৱীৰ মন্দিৰ আছে। ধাম - তীৰ্থস্থান, থকা ঠাই।

ধেমধেমা — পূৰ্বৰ বৰ ওখ ঠাই।

আনন্দ নগৰ — গৌৱাঙৰ পাৰত, হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ বসতি স্থান।

নিদানি — নিদ্ (দ ঠাই) আনি; পূৰ্বৰ বৰ দ ঠাই।

ঃ বিপদৰ সময়ত, নিদানৰ বেলিকা আশ্ৰয় লোৱা স্থান।

বামণী — বাম + নী; বেদৰ প্ৰচলিত মতৰ বিৰুদ্ধে যোৱা লোকৰ ঠাই।

পাইকান দ্বাৰা — দ্বাৰা-দ্বাৰ-দুৱাৰ-ঠাই; অসম ৰজাই পূৰ্বে পদাতিক সৈন্য ৰখা ঠাই।

কাউৱা পাৰা — কাউৱা-কাউৰী; পূৰ্বৰ অধিক কাউৰী থকা গাঁও। বায়স পল্লি নাম দিবলৈ কিছুমানে চেষ্টা কৰিছিল।

কাজী পাৰা — কাজী - ইছলামিক আইনজ্ঞ; ৰজা-জমিদাৰক পৰামৰ্শ দিয়া নিপুণ লোকৰ বাসস্থান।

কামাৰ পাৰা — কমাৰৰ গড়-শালি থকা গাঁও।

কাঁশী পাৰা — মৰা গৌৱাঙৰ পাৰত পূৰ্বে কাঁহি বন থকা ঠাই।

কুঠী পাৰা — পুৰণি কালৰ মাটিৰ দুৰ্গ থকা ঠাই, এই দুৰ্গৰপৰা অসমীয়া সৈন্যই মোগলৰ বিৰুদ্ধে যুঁজ কৰিছিল।

খামাৰ পাৰা — খামাৰ-ভঁড়াল; পূৰ্বে প্ৰচুৰ শস্য উৎপন্ন হোৱা ঠাই।

খুটা পাৰা — সমাজৰ লাইখুটা স্বৰূপ মুৰব্বী লোকৰ গাঁও।

গাগ্‌তা পাৰা — গাগ্‌তা-গাত্‌তা- গাঁত; গাঁতা-গাঁতি থকা পূৰ্বৰ অসমান ঠাই। ইয়াত বাঘ আছিল।

গুটি পাৰা — নানান ঠাইৰ মানুহ গোট খাই স্থাপন কৰা গাওঁ।

গোবৰ্ধন পাৰা — গৰু-ছাগলি পুষ্ট হোৱা ঘাঁহ-বন থকা ঠাই। ঠাইখনৰ পূৰ্বৰ নাম গৰু মৰা।

ঘোলা পাৰা — কাষৰীয়া ঠাইৰ পানী-বোকা মিহলি হৈ থকা বাবে ঠাইখনৰ এই নাম হৈছে।

চোকা পাৰা — পূৰ্বৰ কোনোবা তীক্ষ্ণ-বুদ্ধি থকা লোকৰ গাঁও।

জাকুৱা পাৰা — জাক + উৱা - জাকুৱা; সৰহকৈ মানুহ গৈ একেলগে বসতি কৰা ঠাই।

টিলা পাৰা — পাহাৰীয়া টিলা নাইবা ওখ ঠাইৰ গাঁও।

তট পাৰা — পূৰ্বৰ নৈ কাষৰীয়া ঠাই।

দীঘলা পাৰা — দীঘলীয়াকৈ থকা বসতিপূৰ্ণ গাঁও।

নমঃশূদ্ৰ পাৰা — পূৰ্বে কৈৱৰ্ত লোক বাস কৰা ঠাই।

নয়া পাৰা — নতুনকৈ মানুহ গৈ বসতি কৰা গাঁও।

নাথ পাৰা — শৈৱ-ধৰ্মী নাথ সম্প্ৰদায়ৰ বাসস্থান, বৰ্তমান তেওঁলোকৰ বসতি সেৰেঙা।

পুখুৰী পাৰা — প্ৰাচীন পুখুৰী পাৰত স্থাপন কৰা গাঁও; দামোদৰী সত্ৰ স্থাপন হৈছিল।

পূজাৰী পাৰা — পূজাৰী বংশৰ বামুণ মানুহ সৰহকৈ থকা ঠাই।

বৰ পাৰা — পূৰ্বৰ আহল-বহল বিস্তৃত ঠাই।

বাঙালী পাৰা — দেশ বিভাজনৰ পিছত আহি বসতি স্থাপন কৰা পূৰ্ব বঙ্গৰ হিন্দু-মুছলমানৰ গাঁও।

বানীয়া পাৰা — সোণ-ৰূপৰ অলংকাৰ গঢ়া লোকৰ ঠাই।

বামুণ পাৰা — সৰহকৈ বামুণ মানুহে বসতি কৰা গাঁও।

বিলাসীপাৰা ০ বিলাসুপাৰা - পূৰ্বৰ জমিদাৰসকলে কলিকতাৰ বাইজীৰ লগত নানান ভোগ-বিলাসৰ সামগ্ৰী আমদানি কৰি জীৱন-যৌৱন উপভোগ কৰা ঠাই।

০০ বিলাসু বুঢ়াৰ বংশৰ লোকে স্থাপন কৰা গাঁও।

ভেলু পাৰা — ভেলু নামে কোনো আঢ্যৱন্ত লোকৰ নামত হোৱা ঠাই।

মকৰা পাৰা — এবিধ কাণৰ অলংকাৰ মকৰ গঢ়া গাঁও। ০০ পূৰ্বে গছ-লতাত অধিক মকৰা থকা গাঁও।

ৰাজা পাৰা — মহামায়াৰ ওচৰত জমিদাৰ মুলতান চৌধুৰীয়ে পতা গাঁও।

লাউ পাৰা — পৰিষ্কাৰ-নিৰ্মল পানীৰ ঠাই ।

লুটা (লুটেৰ) পাৰা ০ পূৰ্বৰ হৰি-কীৰ্তন কৰা ঠাই।

০০ লুটুৰা নৈৰ কাষৰীয়া ঠাইৰ পৰা আহি স্থাপন কৰা গাঁও।

শুঁড়ী পাৰা — মদ প্ৰস্তুত কৰি বিক্ৰী কৰা ঠাই।

শ্যামৰায় পাৰা — কৃষ্ণ গোসাঁই (শ্যাম কানু)ৰ পুৰণি থান আছে।

স্পৰ্শন পাৰা — চুই-গাজি থাকিলেও উচ্চ হিন্দুসকল অশূচি হোৱাৰ ভয় নথকা মানুহৰ চুবুৰি।

হাজাৰী পাৰা — পূৰ্বৰ এহেজাৰ সৈন্যৰ ওপৰৰ বিষয়া থকা গাঁও।

হাপা পাৰা — হাঁহ-পাৰ খোৱা এইবিধ বনৰীয়া জন্তুৰ প্ৰাধান্যৰ বাবে ৰখা ঠাইৰ নাম।

হীৰা পাৰা — মাটিৰ কলহ-ডেগ আদি গঢ়া মানুহৰ গাঁও।

দুধনাথ পাহাৰ — শিৱৰ থান আছে। ইয়াত হেনো শিৱলিঙ্গৰ ওপৰত খীৰতী গায়ে গাখীৰ দিছিল।

দুৰ্গাপুৰ — বিজনী-কাছাৰীৰ পূৰ্বৰ নায়েব দুৰ্গাচৰণৰ নামেৰে হোৱা গাঁও।

ধনপুৰ — পূৰ্বৰ ধন-ধানেৰে পৰিপূৰ্ণ ঠাই।

বহলপুৰ — চম্পাৰ পাৰত আহল-বহল গাঁও, পুৰণি নাম পাতালপুৰ।

মণিপুৰ — মণিপুৰী মানুহ আহি বসতি কৰাৰ বাবে ঠাইখনৰ এই নাম হৈছে।

সত্যপুৰ — সত্য-সচ্চ-সঁচা; সজ আচৰণ কৰি থকা লোকৰ ঠাই।

বৰ্ষি — বৰষি প্ৰচুৰ বৰষুণ পৰি পূৰ্বে খেতি-বাতি হোৱা পাহাৰীয়া ঠাই।

কলাবাৰী — কলগছ অধিক পৰিমাণে থকা গাঁও।

কাঠলবাৰী — পূৰ্বে কঁঠাল গছ সৰহকৈ থকা ঠাই।

ঘাঁসবাৰী — অধিক ঘাঁহ-বন থকা ঠাই।

তাংখুবাৰী — ধপাতৰ উৎকৃষ্ট খেতি হোৱা গাঁও।

দিযাবাৰী — দৈয়া-বড়ো, পানী থকা ঠাই।

ফুট্‌কী বাৰী — পূৰ্বে নাহৰফুটুকী বাঘ থকা ঠাই; মাধৱদেৱে ইয়াত মাধ গোসাঁইৰ সত্ৰ স্থাপন কৰিছিল।

বগৰিবাৰী — পৌনে ন আনি; পৰ্বত জোঁৱাৰ জমিদাৰীৰ মুঠ আয়ৰ আঠ অনা তিনি পইচা পোৱা এটা ঠাল আৰু আঢ়ৈ আনিৰ জমিদাৰে মুঠ আয়ৰ দহ পইচা পাইছিল। বাকী অংশ এওঁলোকৰ সদৰ ঠাই ৰূপসী আৰু লক্ষীপুৰৰ জমিদাৰৰ মাজত ভাগ হৈছিল।

ভাংবাৰী — গৌৰাং নৈৰ প্ৰবল সোঁতে বাৰে বাৰে ঠাইখন ভাঙি নিছিল বাবে ঠাইখনৰ এই নাম হৈছে।

মুৰাবাৰী — মুৰব্বী লোকৰ গাঁও।

সাত বেৰ — এই ঠাইত কেবা তৰপীয়াকৈ মাটিৰ দুৰ্গ সাজি স্থানীয় বীৰসকলে মোগলৰ বিৰুদ্ধে যুদ্ধ কৰিছিল। মুছলমান লোকৰ বসতিপূৰ্ণ গাঁও।

লক্ষ্মী-ভাণ্ডাৰ — ধান-মাহ প্ৰভৃতি বিবিধ শস্যৰে উপচি পৰা ঠাই।

গেড়া-ভিটা — গেড়া-গড়; পূৰ্বৰ গঁড় থকা ঠাই।

চৰুৱা-ভিটা — চৰ অঞ্চলৰ ওখ গাঁও।

আলু-ভূঁই — শিলগাৰাৰ ওচৰত, বড়ো মানুহৰ বাসস্থান।

নুনমাটি — চান্দো সদাগৰৰ লোণ ভৰ্তি ডিঙা চৈধ্যখন ব্ৰহ্মপুত্ৰৰ চাকনৈয়াত বুৰ যোৱাত পাৰৰ না-চৰ, না-কায়েম ঠাইখন লুণীয়া হৈছিল।

ৰঙা মাটি — মাটিৰ ৰঙ অনুযায়ী দিয়া ঠাইৰ নাম।

দাসু মাৰা — পৌনে ন আনি জমিদাৰৰ আদেশ ঘোষণা কৰি দৰা বজোৱা মানুহৰ ঠাই।

বাঘ মাৰা — বনৰীয়া বাঘ নিধন কৰা গাঁও।

হৰ দে মাৰা — হৰ-শিৱ, দে-দেউ, দেৱতা; শৈৱ-মতৰ বিৰুদ্ধবাদী লোকৰ ঠাই।

ইছলামাৰি — ইছ্‌লা - নিছলা (মিছা) মাছ ধৰা ঠাই।

এলেং মাৰি — এলেঙ মাছ সৰহকৈ পোৱা গাঁও।

উক্‌নি মাৰি — উকুন-ওখন; পূৰ্বৰ অসমান ঠাইত স্থাপন কৰা গাঁও।

উদ্‌ মাৰি — উদ্ - উদ্ৰ; এবিধ ডাঙৰ নেউল আকৃতিৰ মাছ খোৱা জন্তু মৰা ঠাই।

খুদনা মাৰি — পূৰ্বে খুতুৰা শাক সৰহকৈ পোৱা গাঁও।

ঘুঁনি মাৰি — সৰু ঘূণ-ঘূণি মাছ ধৰা ঠাই।

টাকি মাৰি — সৰহকৈ গৰৈ মাছ পোৱা গাঁও।

টিয়াঁ মাৰি — টিয়াঁ-ভাটৌ ধৰা ঠাই।

বলকা মাৰি — বোৱাল কামাৰি; কাৰোবাক ডাঙৰ বৰালি মাছে পূৰ্বে কামুৰিছিল বাবে ঠাইখনৰ এই নাম হৈছে।

ভালুক মাৰি — ভালুক নিধন কৰা অৰ্থত ঠাইখনৰ নামকৰণ হৈছে। বৌমাৰি।

শিঙি মাৰি — শিঙি মাছ অপৰ্যাপ্ত পৰিমাণে পোৱা ঠাই।

খৰখইৰা — খৰখৰিয়া পূৰ্বৰ ওখ-চাপৰ অসমান ঠাইৰ গাঁও।

সোণামুখী — দুধনাথ পাহাৰৰ কাষেদি বৈ গৈ ব্ৰহ্মপুত্ৰত মিলিত হোৱা সুঁতিৰ পাৰৰ ঠাই। পূৰ্বতে ইয়াৰ বালিত হেনো সোণৰ চেকুৰা মিহলিহৈ আছিল।

সোণামুয়ী — সোণকোষৰ সুঁতিৰ পাৰৰ গাঁও।

নয়াহাট — সাপটগ্ৰামলৈ যোৱা ৰাস্তাৰ দাঁতিত নতুনকৈ স্থাপন কৰা বজাৰ।

কিল্লাহাৰা — ইয়াত কোচ সৈন্যৰ হাতত মোগল পৰাজিত হৈ পশ্চিমলৈ হঁহকি গৈছিল।

হাক্‌মা — ০ হা - মাটি, খৌমা - পোৱা (বড়ো-ৰাভা-গাৰো) পোৱা মাটি, টান মাটি।

০০ হা - গোমা - গাৰো, পূৰ্বে ইয়াত কোনোবা হেৰাই গৈছিল নাইবা লুকাই আছিল বাবে ঠাই ডোখৰৰ এই নাম হৈছে।

০০০ হা - হত, কামা - কামনা; হত কামনা - কামনা-বাসনাহীন নিৰ্লোভ লোকৰ বাসস্থান।

০০০০ হাল কামাই কৰি খাটি খোৱা মানুহৰ গাঁও।

হাতী পোতা — পূৰ্বে বোকা-পলসত বনৰীয়া হাতী পোত যোৱা ঠাই।






# বিলাসীপাৰা অঞ্চলৰ ভাষাৰ বৈশিষ্ট্য

## নিৰদেন্দু ৰায়

অসমৰ একেবাৰে পশ্চিম প্ৰান্তত অৱস্থিত ধুবুৰী জিলা। এই জিলাৰ কাষতে আছে ৰংপুৰ আৰু কোচবিহাৰ জিলা দুখন - দুটা বেলেগ বেলেগ ভৌগোলিক অৱস্থানত। কিন্তু পূৰ্বতে আমাৰ এই জিলাখন কেতিয়াবা কোচবিহাৰৰ লগত, কেতিয়াবা ৰংপুৰৰ লগত আৰু কেতিয়াবা দুয়োখনৰে লগতে একে প্ৰশাসনিক বন্ধনত আছিল। একালত সেই প্ৰশাসনিক বন্ধনৰ মাজতে শঙ্কৰ—মাধৱ-দামোদৰে ৰচনা কৰিছিল বৈষ্ণৱ সাহিত্যৰাজি। মাধ্যম ৰূপে গ্ৰহণ কৰিছিল থলুৱা ভাষা। সকলোৱে বুজিব পৰাকৈ স্থানীয় কথিত ভাষাকেতেৰাসবে ঘঁহি-মাজি মান্যৰূপ দিছিল। তেৰাসকলৰ সৃষ্টিৰ প্ৰভাৱ এতিয়াও এই অঞ্চলত ৰৈ আছে। সেই ভাষা সংস্কৃতিৰ আদিম ৰূপ জন-জীৱনৰ পৰা এতিয়াও লুপ্ত হোৱা নাই। এতিয়াও ঠায়ে ঠায়ে বিৱৰ্তিত ৰূপত বৰ্তমান। সেয়ে বিলাসীপাৰা অঞ্চলৰ মাত-কথা, শব্দ-চয়ন, বৰ্ণ বিন্যাস তথা ধ্বনিগত উচ্চাৰণ আদিত বিচাৰি পোৱা যায় এটি সুকীয়া বৈশিষ্ট্য। এই নিবন্ধত বিলাসীপাৰা মহকুমাৰ ভাষাৰ এটি বৰ্ণনাত্মক বিৱৰণ আৰু ধ্বনিগত উচ্চাৰণৰ বিশ্লেষণ পাঠক সমাজৰ আগত দাঙি ধৰাৰ এয়া প্ৰয়াসহে মাথোন।

(১) বিলাসীপাৰা মহকুমাৰ ঠিক মাজেদি বৈ গৈছে গৌৰাং নৈখন। এই নৈৰ পশ্চিম ফালে 'চ' আৰু 'ছ' সম্পূৰ্ণ ভিন্ন ধ্বনিগত উচ্চাৰণ হয়। চা', চাহ, চাউল আদি শব্দৰ ছ'ৰ উচ্চাৰণৰ লগত ছা, ছাই, ছাগলী আদি শব্দৰ ছ'ৰ উচ্চাৰণৰ স্পষ্ট পাৰ্থক্য হয়। বাংলা, ওড়িয়া, মৈথিলী আদি আৰ্যমূলীয় পূব ভাৰতীয় ভাষাতো এই উচ্চাৰণ বৰ্তমান। আনহাতে, গৌৰাং নৈৰ পূবফালে অৱস্থিত অঞ্চলত চা, চাহ, চাউলৰ 'চ'ৰ ধ্বনিগত উচ্চাৰণৰ লগত 'ছা', ছাই, ছাগলীৰ 'ছ'ৰ ধ্বনিগত উচ্চাৰণৰ কোনো পাৰ্থক্য নাই। সেয়ে ইয়াত 'চ' আৰু 'ছ'ক চিনাক্ত কৰিবলৈ ক্ৰমে প্ৰথম 'চ' আৰু দ্বিতীয় 'ছ' নাম দিয়া হৈছে।

(২) ধুবুৰী জিলাৰ সকলো অঞ্চলতে 'ট' আৰু 'ত' বৰ্ণ দুটাৰ ভিন্ন ভিন্ন উচ্চাৰণ হয়। ইয়াত মটৰ, টকা, টোপোলা আদি শব্দৰ 'ট'ক মূৰ্ধন্য 'ট' বুলি নকয়। ঠিক সেইদৰে তল, তলি, তুলা আদি শব্দৰ 'ত'টো দন্ত্য 'ত' বুলি কোৱাৰ প্ৰয়োজন নহয়। কাৰণ প্ৰত্যেকৰে ভিন্ন উচ্চাৰণ হোৱা হেতুকে এই বৰ্ণবোৰৰ আছুতীয়া চিনাক্তকৰণৰ প্ৰয়োজন নাই।

(৩) 'ট' আৰু 'ত'ৰ দৰে 'ঠ' আৰু 'থ'ৰো ধ্বনিগত উচ্চাৰণ বেলেগ বেলেগ। ইয়াত কোনো এজনক ঠাল আনিবলৈ ক'লে গছৰ ডাল এডাল আনিব। কিন্তু থাল আনিবলৈ ক'লে কাঁহী এখনহে আনিব। থেকেৰাক ঠেকেৰা বুলি ক'লে ইয়াৰ মানুহে বুজিকে নাপাব। ঠিক সেইদৰে পুঠি বুলি ক'লে মাছ বিশেষক বুজিব, পুথিক নহয়।

(৪) 'ড' আৰু 'দ'ৰ বেলিকাও একে। প্ৰত্যেকৰে উচ্চাৰণ ভিন ভিন। ডাট আৰু দাঁত একে উচ্চাৰণ নহয়। ইয়াত ডাইল আৰু দাইল, ডাঁৰ আৰু দাৰ উচ্চাৰণৰ পাৰ্থক্য আছে।

(৫) ইয়াত 'ঢ' আৰু 'ধ'ৰ দন্ত আৰু মূৰ্ধন্য ধ্বনিৰ স্পষ্ট উচ্চাৰণ হয়। সেয়ে ঢোল আৰু ধান, ঢোপ আৰু ধোদ, ঢৌ আৰু ধো, ঢৰা আৰু ধৰা শব্দৰ ধ্বনিগত উচ্চাৰণ পৃথক পৃথক।

(৬) ইয়াত 'ট' আৰু 'ত' বৰ্গৰ শেষৰ আখৰ দুটাৰ উচ্চাৰণৰ পাৰ্থক্য তেনেই কম। প্ৰায় নহয় বুলিয়ে ক'ব পাৰি। সেয়ে এই বৰ্ণ দুটাৰ চিনাক্ত কৰিবলৈ মূৰ্ধন্য ণ আৰু দন্ত্য ন নামকৰণ কৰা হৈছে।

(৭) বিলাসীপাৰাত 'শ', 'ষ' আৰু 'স'ৰ উচ্চাৰণৰ ক্ষেত্ৰত উষ্ম 'স' উচ্চাৰণ নহয়। কেৱল পঠনৰ ক্ষেত্ৰতহে উষ্ম 'স' বহুতৰে উচ্চাৰণ হয়, বহুতৰে নহয়। শ, ষ, স বৰ্ণ তিনিটাৰ শিস্ ধ্বনিৰ ইয়াত একে ৰকমৰ উচ্চাৰণ হয়।

(৮) মান্য অসমীয়া ভাষাত ব্যৱহাৰ হোৱাৰ দৰে বিলাসীপাৰাত ও বৰ্ণৰ ে া কাৰ উ বৰ্ণৰ ু কাৰৰ দৰে উচ্চাৰণ নহয়। ইয়াত ে া কাৰটো অপৰিৱৰ্তিত ৰূপত যথাযথভাৱে উচ্চাৰণ হোৱা দেখা যায়।

(৯) আন এটা মন কৰিব লগীয়া বিষয় হ'ল 'ই' আৰু 'য়'ৰ ধ্বনিগত উচ্চাৰণ। ইয়াত অভিধান বা ব্যাকৰণ অনুযায়ী এই বৰ্ণ দুটা উচ্চাৰণ আৰু প্ৰয়োগ হয়। কিন্তু কিছুমান কিতাপ আৰু বাতৰি কাকতৰ লেখাত ভিন্ন ৰূপে প্ৰয়োগ হোৱা দেখা যায়। 'ৰহিমে ভাত খায়' বুলি লিখাৰ পৰিৱৰ্তে 'ৰহিমে ভাত খাই' বুলি লিখে। 'খাই' অসমাপিকা ক্ৰিয়া, খায় সমাপিকা ক্ৰিয়া। সমাপিকা ক্ৰিয়া আৰু অসমাপিকা ক্ৰিয়া আমাৰ আলোচ্য বিষয় নহয়। আমাৰ আলোচ্য বিষয় 'ই' আৰু 'য়'হে। 'ই' বৰ্ণটো 'য়' আৰু 'য়' বৰ্ণটো 'ই'ৰ দৰে উচ্চাৰণ হোৱাৰ ফলতহে তেনে হয়। সেয়ে বহুতে লিখে, 'গীতাই ভাল গান গাই', আকেশ লিখে 'ৰবীনে ভাত খায় খেলিবলৈ গ'ল।' এনেকুৱা ত্ৰুটী কিন্তু এই অঞ্চলৰ শিক্ষিত মানুহৰ চকুৰ কুটা।

(১০) দক্ষিণ কামৰূপ আৰু দৰং জিলাৰ দৰে বিলাসীপাৰা তথা গোৱালপাৰা জিলাত 'ঝ'ৰ ব্যৱহাৰ যথেষ্ট হোৱা দেখা যায়। মান্য অসমীয়া ভাষাত বহু ক্ষেত্ৰত 'ঝ'ৰ পৰিৱৰ্তে 'জ' ব্যৱহাৰ হয়। যেনে -

| বিলাসীপাৰা | মান্য ভাষা | দৰং-দঃ কামৰূপৰ ভাষা |
|---|---|---|
| ঝকোৱা | জোকোৱা | ঝকোৱা |
| ঝগৰা | জগৰা | ঝগৰা |
| ঝকৰা | জকৰা | ঝকৰা |

| | | |
|---|---|---|
| ঝাৰা | জৰা | ঝাৰা |
| ঝালুক | জালুক | ঝালুক |
| ঝোল | জোল | ঝোল |
| ঝাৰু | জাৰু | ঝাৰু |
| ঝাকি | জাকি | ঝাকি ইত্যাদি |

(১১) বিলাসীপাৰা তথা অবিভক্ত গোৱালপাৰা জিলাত বৰ্তমান কাল আৰু অতীত কালত ক্ৰিয়াত 'ও' আৰু ইলোৰ পৰিৱৰ্তে ং আৰু ইলুং ব্যৱহাৰ হয়। মইৰ পৰিৱৰ্তে মুই, তইৰ পৰিৱৰ্তে তুই, এওঁৰ পৰিৱৰ্তে অ'য় ব্যৱহাৰ হয়। যেনে -

| **বিলাসীপাৰা** | **মান্য ভাষা** |
|---|---|
| মুই ভাত খাং | মই ভাত খাওঁ |
| আমিৰা ভাত খাইছুং | আমি ভাত খাইছো |
| মুই ভাত খাইছিলুং | মই ভাত খাইছিলো। |

(১২) বৰ্তমান কালত দ্বিতীয় পুৰুষত ক্ৰিয়াৰ শেষত স্বৰ ধ্বনি উচ্চাৰণ হয়। যেনে -

কি কৰিছ'?

ভাত খাইছ'?

ভালে আছ' ইত্যাদি

(১৩) চুবুৰীয়া মান্যভাষাৰ প্ৰভাৱত কিছুমান শব্দৰ উচ্চাৰণ অন্য ৰূপ হয়। যেনে -

| | |
|---|---|
| পদ্ম | পদ্দ |
| আত্মা | আত্তা |
| শ্মশান | শ্বশান। ইত্যাদি |

(১৪) কল', কাছ, পাৰ ইত্যাদি শব্দৰ শেষত স্বৰ ধ্বনি উচ্চাৰণ হয় কিন্তু ফল, মাছ, হাঁস, বাঁশ আদি শব্দৰ স্বৰ ধ্বনি উচ্চাৰণ নহয়।

(১৫) অসমীয়া মান্য ভাষাত ওচৰা-উচৰি থকা দুটা আ ধ্বনি পৰিৱৰ্তিত হৈ অ' হোৱাৰ দৰে বিলাসীপাৰা তথা গোৱালপৰীয়া ভাষাত তেনে নহয়।

| **অসমীয়া** | **বিলাসীপাৰাৰ কথিত ভাষা** |
|---|---|
| ৰজা | ৰাজা |
| পঠা | পাঠা |
| বটা | বাটা |
| চকা | চাকা |
| চফা | চাফা |
| টকা | টাকা |

(১৬) আকৌ কিছুমান শব্দৰ শেষত আ প্ৰত্যয়ৰ আগমন হয়। যেনে -

| অসমীয়া | বিলাসীপাৰা |
|---|---|
| সোণ | সোণা |
| ৰূপ | ৰূপা |
| তাম | তামা |
| লো, লোহ | লোহা |
| কাঁহ | কাহা / কামা |
| খেল | খেলা ইত্যাদি |

(১৭) বিলাসীপাৰা তথা ধুবুৰী জিলাত কিছুমান শব্দৰ উচ্চাৰণত 'ন'ৰ পৰিৱৰ্তে 'ল' উচ্চাৰণ হয়। যেনে -

| অসমীয়া মান্যভাষা | বিলাসীপাৰা |
|---|---|
| নেজ | লেজ |
| নগুণ | লগুণ |
| নুৰা | লুৰা |
| নঠঙা | লঠঙা |
| নেচা | লেচা |
| নেমু | লেবু ইত্যাদি। |

(১৮) বিলাসীপাৰাৰ কথিত ভাষাত 'ৰ'ৰ পৰিৱৰ্তে 'ল' আৰু 'আ'ৰ পৰিৱৰ্তে 'হ' ব্যৱহাৰ হোৱা শব্দও আছে। যেনে -

| | |
|---|---|
| শৰীৰ | শৰীল |
| আঁঠু | হাঠু |

(১৯) বিলাসীপাৰা তথা গোৱালপৰীয়া ভাষাত 'ও'ৰ পৰিৱৰ্তে 'উ' ব্যৱহাৰ হোৱা দেখা যায়। যেনে -

| | |
|---|---|
| কাপোৰ | কাপুৰ |
| মাকো | মাকু |
| ওলোটা | উল্টা |
| ধোৱা | ধুৱা |
| ৰোৱা | ৰুৱা ইত্যাদি |

চৰ্যাপদত ব্যৱহৃত বহু শব্দ বিলাসীপাৰা অঞ্চলৰ কথিত ভাষাত এতিয়াও বৰ্তমান

| চৰ্যাপদ | বিলাসীপাৰা | মান্য ভাষা |
|---|---|---|
| ছাৰি | ছাড়ি | এৰি |
| চৰি | চৰি | উঠি |
| হাক | হাক্ | বাধা ইত্যাদি |

পাঁচালী সাহিত্যতো এই অঞ্চলৰ বহু শব্দ পোৱা যায়

| **পাঁচালী** | **বিলাসীপাৰা** | **মান্য ভাষা** |
|---|---|---|
| ৰাৱ | ৰাৱ | কথা (কোৱা) |
| বসিয়া | বসিয়া | বহি |
| বাচিয়া | বাচিয়া | জীয়াই (থকা) |

এই অঞ্চলৰ মাত-কথাত শংকৰী ভাষা সাহিত্যৰ বহু শব্দ পোৱা যায়

| **প্ৰাচীন অসমীয়া** | **বিলাসীপাৰা** | **মান্য ভাষা** |
|---|---|---|
| গুৱা | গুৱা | তামোল |
| ঢাকি | ঢাকি | আৱৰি |
| বিহান | বিহান | পুৱা |
| নিন্দ | নিন্দ | টোপনি |
| ছাৱা | ছাৱা | ল'ৰা-ছোৱালী |
| বাথান | বাথান | ম'হৰ পাল ৰখা ঠাই |

বিলাসীপাৰা তথা গোৱালপাৰাত এনে কিছুমান থলুৱা শব্দৰ প্ৰচলন আছে যিবোৰ অইন কোনো মান্য ভাষাত ব্যৱহাৰ হোৱা দেখা নাযায়। এই শব্দবোৰ অসমীয়া ভাষাত গ্ৰহণ কৰিলে অসমীয়া ভাষাৰ শব্দ-সম্ভাৰ বঢ়াৰ লগে লগে ইয়াৰ শ্ৰীবৃদ্ধিও আশা কৰা যায়। তেনে কেইটিমান বিশিষ্ট শব্দ ইয়াত উল্লেখ কৰিলো। কাদং (বোকা), লাতা (অভ্যাস), ভুচুঙা (আ-অলংকাৰ নোহোৱা), চছা (বাকলি), আওয়া (আপোনা-আপুনি হোৱা শস্য), গোপ্টা (গো-বাট), চূতা (চেলু), ফিকা (ফুলি থকা), ভিজা-ঝিকা (তিতা) ইত্যাদি।

বিলাসীপাৰাৰ ভাষাৰ বৈশিষ্ট্যসমূহৰ ভিতৰত ইয়াৰ সম্বোধনসূচক শব্দও আছে। 'সংৰা' আৰু 'সুংৰি' দুটা তেনে শব্দ। এজন মিত্ৰ বা সখিৰ মাক-বাপেকে অইনজন মিত্ৰ বা সখিৰ মাক-বাপেকক সংৰা আৰু সুংৰি বুলি মাতে। অৰ্থাৎ দুই সখিৰ মাক-বাপেকহঁতৰ সম্পৰ্ক সংৰা আৰু সুংৰি। 'বাউ' আৰু 'মাই' এই অঞ্চলত প্ৰচলিত আন দুটা বিশেষ শব্দ। ডাঙৰে সৰুক মৰমেৰে বাউ আৰু মাই বুলি মাতে। এই অঞ্চলত বাহে' শব্দৰ প্ৰচলন আছে। বাবা হে শব্দৰ সংক্ষিপ্ত ৰূপ বাহে'। ই এটা সম্বোধনসূচক শব্দ।

ইয়াত ভাগিন বা ভাগিনাৰ বিপৰীতে ভাগিনী আৰু ভতিজাৰ বিপৰীত লিংগত ভাতিজী ব্যৱহাৰ হয়। চন্দ্ৰকান্ত অভিধানতো এইদৰে উল্লেখ আছে। কিন্তু আজিকালি বহু পণ্ডিতে ভাগিন ল'ৰা বা ভাগিন ছোৱালী আৰু ভতিজাটো বা ভাতিজাজনী ব্যৱহাৰ কৰা দেখা যায়। ইয়াত নবৌক বৌ, বৌদি বুলি মাতে। কিন্তু বেটাৰ বৌ, ভতিজা বৌ আদি ক'লে বোৱাৰী বুজায়। শহুৰ-শাহুই বোৱাৰীক 'আপি' বুলি মাতে। বোৱাৰীয়ে শহুৰক বা আৰু শাহু আইক 'আই' বুলি মাতে।

বিলাসীপাৰা অঞ্চলৰ কথিত ভাষাৰ বৈশিষ্ট্যসমূহৰ কেইটামান উদাহৰণ দাঙি ধৰিলো। ইয়াত বিলসীপাৰা অঞ্চলটোত গোটেই বিলাসীপাৰা মহকুমাটো সামৰা হৈছে। বিলাসীপাৰা ধুবুৰী জিলাৰ এটা মহকুমা। মহকুমাটো অবিভক্ত গোৱালপাৰা জিলাৰ প্ৰায় মাজভাগত অৱস্থিত হোৱা হেতুকে ধুবুৰী জিলাৰ পশ্চিম অঞ্চল, বঙাইগাঁও জিলা আৰু গোৱালপাৰা জিলাৰ পূব অঞ্চলৰ দৰে প্ৰান্তীয় প্ৰভাৱ কম। বিলাসীপাৰাৰ পৰা পশ্চিমলৈ গ'লে যেনেদৰে ভাষাৰ ধ্বনিগত উচ্চাৰণৰ পাৰ্থক্য কৰ্ণগোচৰ হয়। সেয়ে বিলাসীপাৰাক গোৱালপৰীয়া ভাষা-সংস্কৃতিৰ কেন্দ্ৰবিন্দু বুলি ক'লে অত্যুক্ত কোৱা নহ'ব যেন পাওঁ। এই অঞ্চলত এতিয়াও নৱ-বৈষ্ণৱ যুগৰ সাহিত্যত ব্যৱহৃত বহু শব্দ পোৱা যায়। তেৰাসকলে যি সংস্কৃতি সৃষ্টি কৰিছিল, এই অঞ্চলে সেই ভাষা-সংস্কৃতি সামান্য হ'লেও ৰূপান্তৰ নোহোৱাকৈ লালন-পালন কৰি আহিছে। এই অঞ্চলৰ কথিত ভাষা বিচাৰ-বিশ্লেষণ তথা গৱেষণা কৰিলে, সেই কথা ওলাই পৰিব। এই ভাষাক গোৱালপৰীয়া ভাষা বুলি কোৱা হয়। গোৱালপাৰা নামটো গোৱালপাৰা জিলা সৃষ্টি হোৱাৰ পিছতহে। গোৱালপাৰা এটা ঠাই বিশেষৰ নাম। সেয়ে বহুতে ইয়াক কমতাপুৰীয়া ভাষা বুলি ক'ব খোজে, বহুতে আকৌ ৰাজবংশী ভাষা বুলি কয়। বাংলা ভাষাত ইয়াক বাংলা কামৰূপী উপ-ভাষা বুলি কয়। যি নামে নিদিয়ক কিয় এই উপ-ভাষাৰ কাৰণে একো কৰা হোৱা নাই। আজিকোপতি ইয়াৰ এখন শব্দকোষ ওলোৱা নাই। অভিধান উলিয়াবলৈ কোনেও চেষ্টা কৰা নাই। ফলত বহু সুন্দৰ সুন্দৰ শব্দ সময়ৰ সোঁতত হেৰাই গ'ল। আধুনিক ইংৰাজী শিক্ষা আৰু মান্য ভাষাৰ প্ৰভাৱত বহু শব্দ অপ্ৰচলিত হ'ল। ধুবুৰীত মহা ধুমধামেৰে অসম সাহিত্য সভাৰ তিনিটা অধিৱেশন হৈ গৈছে। গোৱালপাৰাত এখন আৰু অভয়াপুৰী, বঙাইগাঁও আৰু দুধনৈত একোখনকৈ অধিৱেশন হৈ গৈছে। এই জিলাৰ তিনিজন সাহিত্যিকে অসম সাহিত্য সভাৰ সভাপতিৰ আসন অলংকৃত কৰিছে কিন্তু থলুৱা ভাষাৰ কাৰণে কোনেও দৃষ্টি দিয়া নাই। বিলাসীপাৰাৰ এই ৬৩তম অধিৱেশনে গোৱালপৰীয়াবাসী তথা ভাষাবিদসকলৰ চকু মেল খুৱাওক ----। স্থানীয় ভাষা-সংস্কৃতিৰ মৰ্যাদা দিয়ক। বৃহৎ অসমীয়া জাতিসত্তাৰ মূল সুঁতিৰ লগত মিলন ঘটাওক।

অসমৰ কিছুমান আচৰিত বিশেষত্ব আছে। কেইটামান জনজাতিৰ ভাষাৰ বাদে অসমত দুটা প্ৰধান ভাষা পোৱা যায় — অসমীয়া আৰু বঙলা।

গেইট্ চাহাবৰ মতে অসমীয়া এটা সুকীয়া ভাষা বুলি পৰিগণিত হ'বলৈ যোগ্য। "অসমীয়া ভাষাই স্বাধীনভাৱে বঙলা ভাষাতকৈও আগেয়েই বৰ্তমান উন্নত অৱস্থাত ভৰি দিছেহি বুলি মানুহে বিশ্বাস কৰে। ই এটা সুকীয়া জাতিৰ ভাষা আৰু সদায় অসমত বঙলা ভাষা চলাবলৈ চেষ্টাৰ বিৰুদ্ধে যুঁজ কৰি নিজৰ অস্তিত্ব ৰাখি আছে।" —আচাৰ্য প্ৰফুল্লচন্দ্ৰ ৰায়




# হাকামা মৌজাৰ অতীত সুঁৱৰি

বিভৱ কুমাৰ চক্ৰৱৰ্তী

মানৱ সভ্যতাৰ উৎপত্তি আৰু বিকাশৰ লগত নদ-নদী, হ্ৰদ-বিলৰ গভীৰ সম্পৰ্ক আছে। পৃথিৱীৰ বহু প্ৰাচীন সভ্যতা এইবোৰৰ পাৰতে গঢ় লৈ উঠি একো একোটা অঞ্চলক সমৃদ্ধ কৰিছিল। পৰৱৰ্তীকালত মানুহে এইবোৰ সভ্যতাক কেন্দ্ৰ কৰি গঢ় লৈ উঠা কৃষ্টি-সংস্কৃতি আৰু জন-জীৱনৰ প্ৰতিচ্ছবিক আদৰ্শ হিচাপে লৈ গৌৰৱবোধ কৰিছিল। অসমৰো এনে বহু অঞ্চল স্ব-মহিমাৰে বুৰঞ্জীৰ পাতত জিলিকি আছে। অসম সাহিত্য সভাৰ ৬৩তম অধিৱেশনখনি বিলাসীপাৰাত পতালৈ চাই আমি ইয়াৰ নিচেই কাষতে থকা হাকামা মৌজাৰ কিছু পুৰণি কথা লিপিৱদ্ধ কৰিবলৈ প্ৰয়াস কৰিলো। আমাৰ এই প্ৰয়াসত অন্তৰ্ভুক্ত হৈছে এই অঞ্চলৰ প্ৰাচীন জনশ্ৰুতি, কিছু পুৰণি তথ্য, বাস্তৱ কীৰ্তি-কলাপ আৰু এই অঞ্চলত বসবাস কৰা কিছু মহৎ ব্যক্তিৰ পৰিচয়। আমাৰ এই প্ৰচেষ্টাত আসোঁৱাহ থাকিব পাৰে, সেই বাবেই আৰম্ভণিতে মাৰ্জনা বিচাৰিছো। অৱশ্যে আমাৰ বৰ্ণনাত মৌজাটোৰ কিছু প্ৰাচীন কথাৰ পৰা আৰম্ভ কৰি বৰ্তমান শতিকাৰ চল্লিশৰ দশকলৈকেহে দাঙি ধৰা হৈছে।

হাকমা পুৰণি বিজনীৰাজৰ অধীনস্থ খুটাঘাট পৰগণাৰ অন্তৰ্গত ৰোকাখাতা ডিহিৰ এখনি মৌজা। বৰ্তমানে ই কেবাখনো ৰাজহ গাঁৱৰ সমষ্টি। জনশ্ৰুতিমতে হাকামা শব্দটো আহিছে বড়ো ভাষাৰ পৰা। “হাকামা” < হা-খামা। হা = মাটি, খামা = পোৰা। অৰ্থাৎ পোৰা মাটিৰ ঠাই। এই মৌজাত অৱস্থিত বিলখনৰ পূব দিশৰ পাৰৰ এটি অংশ পুৰি যোৱা মাটি সদৃশ। মাটিখিনি কেঁচা লোৰ দৰে টান। কোনো এক জনশ্ৰুতিমতে, প্ৰবল প্ৰতাপী আহোম ৰজাৰ হাতত পৰাস্ত হৈ কোনো এক কছৰী ৰজাই পলাই আহি নিজৰ ভাগ্যলক্ষ্মী ‘হক্‌মা’ক ইয়াত প্ৰতিষ্ঠা কৰে। কুঠীপাৰা নামে চুবুৰীটোৰ চৌদিশে এটি গড়খাৰৈ নিৰ্মাণ কৰে। পিছলৈ ইয়ে হাকামা বিল নামে জনাজাত হয়। (উৎস — শ্ৰীমনোৰঞ্জন চক্ৰৱৰ্তী, হাকামা) কিংবদন্তী মতে গড়খাৰৈটো নিৰ্মাণ কৰা হ’লত, পানী কিন্তু নোলাল। ৰজা দুশ্চিন্তাত পৰিল। পিছে জলদেৱতাই হেনো স্বপ্নাদেশ কৰে যে যদি ৰাজকুঁৱৰীয়ে গড়খাৰৈত পূজা-সেৱা কৰে তেনেহ’লে গড়খাৰৈটো পানীৰে উপচি পৰিব। স্বপ্নাদেশ মতে ৰাজকুঁৱৰীৰ হতুৱাই পূজা দিয়াৰ লগে লগে হো-হোৱাই গড়খাৰৈ পানীৰে উপচি পৰি ৰাজকুঁৱৰীকো বুৰাই পেলালে। ৰজাই আৰ্তনাদ কৰি চিঞৰি উঠিল, “হায়, ক’লৈ গলি মা” বুলি। এইদৰেই হেনো হাকামা নামটোৰ সৃষ্টি হৈছে। (উৎস — শ্ৰীসমৰেন্দ্ৰ গোস্বামী, কুঠীপাৰা)। পিছৰ যুগত কিছু স্থানীয় সংস্কৃত পণ্ডিতে হাকামাক এইদৰে ব্যাখ্যা কৰিছিল — “হা-হত-কামঃ-যস্যাঃ — অৰ্থাৎ যি গাঁৱৰ অধিবাসী কামনা শূন্য বা নিষ্কাম। কিন্তু এই মতক ১৯২৬ চনত ধুবুৰীত বহা সাহিত্য সভা অধিৱেশনত °লক্ষ্মীনাথ বেজবৰুৱাদেৱে দৃঢ়তাৰে খণ্ডন কৰি হাকামা শব্দটো যে বড়ো ভাষাৰ দান, তাক প্ৰতিপন্ন কৰিছে। (উৎস — °লক্ষ্মীনাথ বেজবৰুৱাৰ ভাষণাৱলী)

জনশ্ৰুতিৰ পৰা সৃষ্টি হোৱা উক্ত কাহিনীবোৰৰ ঐতিহাসিক মূল্য যিয়েই নাথাকক লাগে, আমি কিন্তু এইখিনিকে সমল হিচাপে গ্ৰহণ কৰিছো। আমিও ভাবো এই অঞ্চলটো এসময়ত বড়ো অধ্যুষিত আছিল। ইয়াৰ প্ৰমাণ অন্য ক্ষেত্ৰতো পাওঁ। এই মৌজাৰ পূব দিশেৰে বৈ যোৱা গৌৰাং নৈখনৰ নাম আছিল ‘গৈৰাং’, ‘গৈৰাং’ শব্দৰ অৰ্থ বড়ো ভাষাত ‘শীৰ্ণ’, দ্বিতীয়তে, হাকামাৰ আশে-পাশে থকা ডিয়াবাৰী, মাল গাঁও, বেথা গাঁও আদি গাঁওবোৰ বড়ো অধ্যুষিত। তৃতীয়তে, আন্দুৰঝাৰ, বৰুৱাৰঝাৰ, মেধিৰঝাৰ, মেছনাকুঠী আদি গাঁওবোৰ এসময়ত ‘ঝাৰ’ বা হাবিৰে পৰিপূৰ্ণ আছিল। জনজাতিৰ এই গোষ্ঠীটোৱে এই অঞ্চলত বসবাস কৰাৰ যথেষ্ট যুক্তি আছে। কালৰ সোঁতত পৰিৱেশ আৰু জন-গাঁথনিৰ পৰিৱৰ্তন হ’ল। বড়োসকলেও সুবিধাজনক ঠাইলৈ গুচি গ’ল।

হাকামা বিলখন দীঘে ডেৰ কিলোমিটাৰ আৰু বহলে তিনিশ মিটাৰ মান। ই এখন অশ্বখুড়াকৃতিৰ (Horse-shoe) দৰে। ইয়াৰ দুই মূৰেই দক্ষিণমুৱা। ই কুঠীপাৰা নামৰ চুবুৰীটোক তিনি দিশেৰে আৱৰি আছে। এই হাকামা বিলখন লক্ষ্মীগঞ্জৰ ‘লখাইচোৱা’ৰ লগত এসময়ত সংলগ্ন আছিল আৰু ই কোনোবা ৰজাৰ কোঠ বা কুঠী আছিল, খ্ৰীঃ সপ্তম শতিকাতে হোৱা সম্ভৱ। এই গাঁৱৰে অধিবাসী °হৰিশ বৰুৱাৰ পৰিয়ালৰ পুৰুষিনামাত আৰু তেওঁলোকৰ ভূমিপ্ৰাপ্তিৰ নথিৰ লগত এই কথা জড়িত (উৎস - শ্ৰীশিবানন্দ শৰ্মা)। আনহাতে, আজি কিছু বছৰ আগতে এই চুবুৰীৰে এটা অংশত মাটিৰ তলৰ পৰা কিছু মুদ্ৰা আৰু এটি দহ ইঞ্চি দৈৰ্ঘ্যৰ পিতলৰ মূৰ্তি (সূৰ্য) পোৱা হৈছিল। পিছত সেইবোৰ গুৱাহাটীস্থ যাদুঘৰত সংৰক্ষণ আৰু গৱেষণাৰ বাবে পঠাই দিয়া হয়। পুৰাতত্ত্ববিদৰ মতে, সেই মুদ্ৰা আৰু মূৰ্তিটো ৮ম-৯ম শতিকামানৰ হ’ব পাৰে। কুঠীপাৰাৰ উত্তৰ দিশৰ বিলৰ পাৰৰ এটা অংশ এতিয়াও ‘মহাৰাণীৰ ঘাট’ নামে জনাজাত। এতিয়াও বিচাৰিলে বিশেষ আকৃতিৰ ইটা, এই ঘাটতে সিঁচৰতি হৈ থকা চকুত পৰে। ইয়াৰ লগত চৰ্চিত হৈ আছে বহু কিম্বদন্তী। আমি সেইবোৰলৈ যাব খোজা নাই।

আমি জনা মতে কুঠীপাৰাৰ গোস্বামী পৰিয়ালটিৰ পূৰ্ব-পুৰুষসকল কামাখ্যাৰ পৰা অহা। এওঁলোকৰ গৃহ-দেৱতা ‘শ্যামৰায় ঠাকুৰ’। এওঁলোক দামোদৰীয়া। ই এখন সত্ৰ বুলিও অনুমান হয়। ছালকোচাৰ ‘শ্যামৰায় পাৰা’ আৰু হাকামাৰে ‘সুৱলি-খেলা’ৰ মাটি-সম্পত্তি এসময়ত এওঁলোকৰ দেৱত্তোৰ আছিল। এই ‘সুৱালি-খেলা’ত এতিয়াও দৌল উৎসৱৰ সময়ত শ্যামৰায় বিগ্ৰহ আৰু আন এক গোস্বামী পৰিয়ালৰ “চতুৰ্ভুজ’ বিগ্ৰহক আনি ‘সুঁৱৰি উৎসৱ’ পালন কৰে। হাকামাত মহাপুৰুষ মাধৱদেৱৰ পদধূলি পৰাৰ কথা মথুৰাদাস বুঢ়াআতা প্ৰণীত কথা গুৰু চৰিতত আছে। আৰু মাধৱদেৱ গণককুছিৰ পৰা গৈ বটিয়ামৰীয়া শুদ্ৰা পাটগিৰিৰ তঁতে ৰ’ল। তেওঁ পৰম শ্ৰদ্ধাকৈ তিনিদিন ৰাখি ভকত হৈছে বংশ সমে . . . পিছদিনা গৈ হাকামাত ৰৈছে আৰু তাৰ পৰা জেমাল কছাৰীৰ গৃহে ৰৈ গৈছে।” (পৃঃ ১৯৫) আকৌ ৫১২ পৃষ্ঠাত আছে — “গৈ মাটি মোছাত ৰৈ হীকামাত ৰৈ পাছদিনা ৰঙ্গামাটিত ৰৈ বলীছন বৰুৱাৰ বাড়ীত ৰৈ গদাধৰ উত্তৰি বাৰণ ডোবা ৰৈ গৈ, ৰামৰায় কুঠীত ৰৈ পাছদিনা মধুপুৰ নগৰ সমীপে ঘৰঘৰী জান পাই।” আমাৰ মতে এই মাটি মোছা আৰু হীকামা শব্দ দুটা ক্ৰমান্বয়ে শালকোছা আৰু হাকামা হ’ব লাগে। ইয়াৰ বাহিৰেও ড° মহেশ্বৰ নেওগ সম্পাদিত ‘পৱিত্ৰ অসম’ গ্ৰন্থত ৰামচৰণ ঠাকুৰৰ বংশধৰে হাকামাত সত্ৰ স্থাপন কৰাৰ উল্লেখ কৰিছে। ড° কেশৱানন্দ দেৱগোস্বামীদেৱেও এই কথাৰ উল্লেখ কৰিছে। (উৎস — স্মৃতিগ্ৰন্থ, ৩৯তম ধুবুৰী অধিৱেশন, পৃঃ ১৩) গতিকে এই অঞ্চলটোত এসময়ত বৈষ্ণৱ সংস্কৃতিৰ প্ৰভাৱ পৰিছিল।

এইবাৰ আহো হাকামা বিলৰ পূব পাৰৰ চুবুৰীলৈ। এই চুবুৰীত অৱস্থিত এটি লেখত ল’ব লগীয়া মন্দিৰ হৈছে ‘দুধনাথ’ মন্দিৰ। এই মন্দিৰটো ১৩১২ ভাস্কৰাব্দত পহিলা ব’হাগত এক নিঃসন্তান বিধৱা আনন্দপ্ৰিয়া দেৱীয়ে নিৰ্মাণ কৰে। এই মন্দিৰটিৰ বিগ্ৰহটি অৰ্ধ-নাৰীশ্বৰ। এই পূজাৰ বিধিত সন্নিৱিষ্ট বিগ্ৰহৰ ধ্যানটো এনে ধৰণৰ — “ওঁ গ্ৰামদেৱক দিব্য ঘটকস্থকং চতুৰ্ভুজং বামে শূল চক্ৰ ধৰং দক্ষিণে কৰমণ্ডলু অভয় বৰদং দধানং সৰ্বাভৰনং ভূষিতং তৎপাৰ্শ্বে সিংহস্থিতাং চতুৰ্ভুজাং শূল শক্তি খৰ্গপট্টীস ধৰাং কঙ্কন কুণ্ডলনাং গদ ত্ৰিশিখ কুঞ্চুলি মেখলা যুক্তাং শঙ্খ-সিন্দুৰ-নূপুৰবতীং।” এই পূজাৰ উদ্দেশ্য সম্বন্ধে কোৱা হৈছে এইদৰে — “সুপ্ৰীতি কাম বা ব্যাঘ্ৰভয় উপশমনং ব্যাঘ্ৰদূৰ নিবৃত্তি পূৰ্বক সৰ্বত্ৰ গো মনুষ্য বৃদ্ধি নানা ৰোগানাশ উপদ্ৰৱ ভয় কামনায়া।” এই পূজাত হোম-যজ্ঞাদি বৈদিক বা শাক্ত উভয় মতানুসাৰে হ’ব পাৰে লগতে ‘দেওধা’ বা ‘দেন্ধা’ প্ৰথাৰো প্ৰচলন আছে। ‘দেওধা’ৰ গাত দেৱতাই ভৰ কৰিলে ব্যক্তি বিশেষৰ বেমাৰ-আজাৰ, বিপদ-বিঘিনি দূৰ কৰাৰ লগতে গাঁও আৰু দেশৰ আগন্তুক অশুভ কালৰ কথা কৈ গাঁওবাসীক সতৰ্ক কৰি দিয়ে বুলি জন-বিশ্বাস আছে। গাঁৱত বিয়া-বাৰু হ’লে, বিয়া ঘৰৰ মানুহে এই মন্দিৰত ঢোলে-ডোগৰে আহি তেল-সেন্দূৰ প্ৰদান কৰে। এই পূজা প্ৰতি বছৰে জেঠ বা আহাৰ মাহত পাতে। এই দেৱতা “গ্ৰাম দেৱতা” নামেৰেও জনাজাত। পুষ্পাঞ্জলিৰ সময়ত ‘দুধনাথ গ্ৰাম দেৱায় নমঃ’ বুলি উল্লেখ কৰা হয়। অৱশ্যে এই ‘গ্ৰাম দেৱতা’ বোলা কথাটিত আমাৰ মনত এটি খুদুৱনি ৰৈ গৈছে। কিয়নো, “নৃ-তাত্ত্বিক আৰু ঐতিহাসিক গৱেষণাৰ পৰা ধাৰণা হয় যে কোচ-ৰাজবংশী সম্প্ৰদায় বৃহত্তৰ বড়োগোষ্ঠীৰ এটি ঠাল। তেওঁলোকৰ ‘বাঁশ পূজা’, মেছিনি খেলা ইত্যাদি অনুষ্ঠানত আৰু ‘গাৰাম’ দেৱতাৰ কল্পনাত উপস্থিত বড়ো ধ্যান-ধাৰণাৰ ভেটিটো “পৰৱৰ্তী নানা প্ৰভাৱৰ সংমিশ্ৰণ সত্ত্বেও, সুস্পষ্ট।” (উৎস — জমিদাৰকালীন গোৱালপাৰা জিলাৰ আৰ্থ-সামাজিক অৱস্থা — এটি ঐতিহাসিক দৃষ্টিপাত — ড° অমলেন্দু গুহ, পৃষ্ঠা - ৩৪)। আকৌ ৩৫ পৃষ্ঠাত কৈছে — “কোচ-ৰাজবংশী সমাজত তেতিয়া দুটা সম্প্ৰদায় ভকত বা কৃষ্ণোপাসক (বৈষ্ণৱ) আৰু গাৰামি বা শক্তি (কামাখ্যা) উপাসক।” এই ‘গাৰামি’সকলৰ উপাস্য দেৱতাই ‘গাৰাম’ দেৱতা। এই ‘গাৰাম’ শব্দটো পিছলৈ সংস্কৃত পণ্ডিতৰ হাতত পৰি ‘গ্ৰাম্য দেৱতা’ হোৱা বুলি আমাৰ অনুমান। কিয়নো এই মন্দিৰৰ পূজা-অৰ্চনাৰ কামখিনিৰ বাহিৰে যা-যোগাৰৰ পৰা আৰম্ভ কৰি পূজাৰ দেউৰী, পাটিয়াল, দেওধা আদি আটাইখিনি ব্যক্তি এই অঞ্চলত বসবাস কৰা কোচ-ৰাজবংশী সম্প্ৰদায়ৰ মানুহখিনিয়ে যুগ যুগ ধৰি কৰি আহিছে।

এই গাঁৱত প্ৰতিষ্ঠিত আনটি মন্দিৰ শিৱৰ। এই শিৱ লিঙ্গটিৰ নাম মুক্তিশ নাথ। মন্দিৰটি ৰিপুঞ্জয় ভট্টাচাৰ্য নামে এক বিদগ্ধ সংস্কৃত পণ্ডিতে প্ৰতিষ্ঠা কৰা বুলি জনা যায়। তেখেতৰ এখন সংস্কৃত টোল আছিল আৰু এই টোলৰ ছাত্ৰসকলেই হেনো কাষতে থকা পুখুৰীটো খান্দিছিল। এই মন্দিৰটি এঘৰৰ ব্যক্তিগত সম্পত্তি যদিও গাঁৱৰ ৰাইজে ইয়াক সাৰ্বজনীনভাৱে ব্যৱহাৰ কৰে। শুনা মতে এই মন্দিৰটিৰ আগৰ ঘৰটো ভাগি পৰাত তেওঁলোকৰ পৰিয়ালৰে সুদূৰ আমেৰিকাত থকা জীয়াৰী এগৰাকীয়ে স্বপ্নাদেশ পাই বৰ্তমান শিৱ গৃহটি কিছু বছৰ আগতে নিৰ্মাণ কৰি দিয়ে।

গাঁৱৰ পূব দিশেৰে বৈ যোৱা গৌৰাং নৈৰ এটি ঘাটৰ নাম খুটাঘাট। ৪০ /৫০ বছৰ আগতেও এই ঘাটৰ পৰা দাঁতিকাষৰীয়া বিশাল বনাঞ্চলৰ শাল কাঠ দেশ-বিদেশলৈ নদী পথে চালান দিয়া হৈছিল। কালৰ কুটিল গতিত যিদৰে এই বিশাল বনাঞ্চল ধ্বংস হ’ল সেইদৰে গৌৰাং নৈৰ গভীৰতা নষ্ট হৈ মূল সুঁতি বন্ধ হৈ গ’ল। এই ঘাটৰ নাতিদূৰত অৱস্থিত আন এটি ঘাটৰ নাম “সতী পড়াৰ ঘাট” । এই গাঁৱৰে ৰুদ্ৰনাথ চক্ৰৱৰ্তীৰ পত্নী শশীপ্ৰভা দেৱী এই ঘাটতে পতিৰ লগত সহগামিনী হয়। পুৰুষিনামা মতে পৰিয়ালটিৰ এয়া চতুৰ্থ পুৰুষৰ ঘটনা। বৰ্তমানে পৰিয়ালটিৰ দশম পুৰুষ চলি আছে। এনেকি সেই মহিলাই ব্যৱহাৰ কৰা অলঙ্কাৰ এতিয়াও উত্তৰাধিকাৰীসকলৰ হাতত আছে বুলি পৰিয়ালৰ সূত্ৰে জানিব পাৰিছোঁ।

মৌজাখনৰ উত্তৰ দিশে আছে ‘হাকামা হৰি-ভক্তি-প্ৰদায়িনী সভা” নামে হৰি মন্দিৰ। এই মন্দিৰটিক কিমান চনত প্ৰতিষ্ঠা হৈছিল জনা নাযায়, কিন্তু এই মন্দিৰটিক কেন্দ্ৰ কৰি এই দশকৰে কুৰি শতিকাৰ আদি ভাগত এক সাংস্কৃতিক, আধ্যাত্মিক আৰু বৌদ্ধিক বিকাশৰ ঢৌ উঠিছিল। ইয়াত এখন স্থায়ী থিয়েটাৰ মঞ্চ আছিল। এই মঞ্চত প্ৰয়াতসকল - বিপিন চক্ৰৱৰ্তী, শশীমোহন চক্ৰৱৰ্তী, ভূতনাথ শীল সিংহৰ দৰে কলামোদী লোকসকলে অভিনয় কৰিছিল। এই মন্দিৰটিৰ কাষতে আছিল বিজনী জমিদাৰৰ ৰাজহ সংগ্ৰহ কাৰ্যালয় কাছাৰী। এই ঠাইখনৰ নাম ‘ৰোকাখাতা’। ৰোকা — পুৰণি হিচাব, খাতা — বহী। অৰ্থাৎ যি ঠাইত পুৰণি হিচাব ৰখা হয়। এয়া সকলোৰে অৱগত আছে যে অবিভক্ত গোৱালপাৰা জিলাখন এসময়ত জমিদাৰী শাসনৰ অধীন আছিল। ১৭৯৩ৰ পৰা ১৯৫৬ৰ কালছোৱা জমিদাৰীৰ যুগ। এই অঞ্চলটো আছিল বিজনী আৰু গৌৰীপুৰ জমিদাৰীৰ এলেকা। গতিকে উভয়ে একোটিকৈ কাছাৰী গৃহ নিৰ্মাণ কৰিছিল। বিজনী জমিদাৰৰ কাছাৰী ঘৰৰ অংশবিশেষ এতিয়াও আছে কিন্তু গৌৰীপুৰৰ অংশটো হস্তান্তৰিত হৈছে। তাৰ চিন-ছাব নাই। বৰ্তমানৰ মহকুমা কৃষি বিষয়াৰ কাৰ্যালয়ৰ সমুখতে আছিল এই গৌৰীপুৰৰ কাছাৰী। হাকামা মৌজাটোৰ প্ৰায় সম্পূৰ্ণ অংশই বিজনী ৰাজৰ অন্তৰ্গত আছিল। এই খুটাঘাট পৰগণাৰ শেষ সীমাৰ লোৰ খুটি এডাল এতিয়াও বৰ্তমানৰ ৰোকাখাতা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ সন্মুখত থকা লক্ষ্মী মন্দিৰ আৰু দুৰ্গাপুৰ প্ৰাথমিক বিদ্যালয়ৰ সন্মুখত আছে। বিজনীৰ শেষ

ৰজা ভৈৰৱেন্দ্ৰ নাৰায়ণ দেৱৰ নামেৰে এই ঠাইডোখৰৰ নাম 'ভৈৰৱ-গঞ্জ'। ইয়াত ৰজাৰ বদান্যতাৰ ফলশ্ৰুতিত ১৯৪০ চনত ধুবুৰী মহকুমাৰ ভিতৰত প্ৰথমখন অসমীয়া মাধ্যমৰ হাইস্কুল 'ৰোকাখাত হাইস্কুল' প্ৰতিষ্ঠা হয়। প্ৰায় ১৮ বিঘা মাটি আৰু বহু পৰিমাণে মূল্যৱান শালকাঠ বিনামূলীয়াকৈ প্ৰদান কৰি এই বিদ্যালয়খন গঢ়ি তোলাত অৰিহণা যোগাইছিল। সেই কথা আজিও এই অঞ্চলৰ ৰাইজে শ্ৰদ্ধাৰে সোঁৱৰে। লগতে প্ৰজাসকলৰ সুবিধাৰ্থে এখন বজাৰ বহুৱায়। অৱশ্যে বৰ্তমানে এই বজাৰখন নাই। বিজনী ৰাজৰ কথা ওলালেই যেতিয়া এইখিনিতে প্ৰসঙ্গক্ৰমে অন্য এটি কথা উনুকিয়াব খুজিছো — ১৮৮৩ত বিজনীৰ ৰজা কুমুদ নাৰায়ণে আত্মহত্যা কৰাৰ পিছত তেওঁৰ দুই ৰাণী 'সিদ্ধেশ্বৰী' আৰু 'অভয়েশ্বৰী'ৰ মাজত গৃহ-কন্দল লাগিল। ই 'সৰু ৰাণী' আৰু 'বৰ ৰাণী'ৰ ধুমা বুলি জনাজাত। সেই সময়ত প্ৰজাসকল দুই ভাগে বিভক্ত হৈ পৰস্পৰে পৰস্পৰৰ বিৰুদ্ধে আক্ৰমণ চলাইছিল। এই আক্ৰমণত প্ৰখ্যাত "বাৰ হাজাৰী" নামেৰে 'বৰ ৰাণী'ৰ সৈন্যই আক্ৰমণ কৰি আহি আহি বৰ্তমান হাকামা বিলৰ উত্তৰ-পশ্চিমে অৱস্থিত বেলতলীত সমৱেত হয়। ইয়াতেই 'বাৰ হাজাৰী'সকলে নৰ-বলি দি বিজয় উৎসৱ পালন কৰে। শুনা মতে চাপৰ (বিলাসীপাৰা)ৰ জমিদাৰে ইয়ালৈ আহি গলবস্ত্ৰ হৈ 'বাৰ হাজাৰী'ক এসাজ খুৱাইছিল (উৎস — শিৱানন্দ শৰ্মা)। ১৮৯১ত 'সিদ্ধেশ্বৰী'ৰ মৃত্যুৰ পিছত বিজনী জমিদাৰীৰ সম্পূৰ্ণ কৰ্তৃত্ব সৰু ৰাণী 'অভয়েশ্বৰী'য়ে পাইছিল।

বৰ্তমানৰ বিদ্যালয় সহ-পৰিদৰ্শকৰ কাৰ্যালয়টোতে আছিল এখনি বালিকা বিদ্যালয়। তাত সেই সময়ৰ স্বনামধন্যা শিক্ষয়িত্ৰী আৰু সমাজ সেৱিকা 'সৰলা দেৱী'ৰ দৰে মহিলাই স্ত্ৰী-শিক্ষা প্ৰসাৰৰ ক্ষেত্ৰত গুৰু দায়িত্ব বহন কৰিছিল। এই বিদ্যালয়টি পিছত ১৯৫২ চন মানত ওচৰতে থকা বালক বিদ্যালয় বৰ্তমানৰ ৯৪নং হাকামা নিম্ন বুনিয়াদী বিদ্যালয়ৰ লগত চামিল হয়। এই বিদ্যালয়সমূহ ১৯৪৪ চন মানত অসমীয়া মাধ্যমলৈ ৰূপান্তৰিত হয়। এই বালিকা বিদ্যালয়ৰ কাষতে প্ৰতিষ্ঠিত হৈছিল 'হাকামা মহিলা সমিতি'। এই সম্বন্ধে পিছত আলোচনা কৰা হ'ব। এইখিনিতে হাকামা ডাকঘৰটোৰ প্ৰাচীনত্ব সম্বন্ধেও উল্লেখ কৰা উচিত হ'ব। এই ডাকঘৰটো স্বাধীনতাৰ আগতেই শাখা ডাকঘৰ হিচাপে প্ৰতিষ্ঠিত হৈছিল, কিন্তু দুখৰ বিষয় এয়ে যে আজিকোপতি ইয়াৰ কোনো স্থায়ী ঘৰ নিৰ্মাণ নহ'ল বা বিভাগীয় কৰ্তৃপক্ষই ইয়াৰ উন্নয়নৰ ব্যৱস্থা নকৰিলে।

এই বৰ্ণনাৰ পিছত আমি এতিয়া আহিব খুজিছো এই মৌজাৰ কিছু মহৎ ব্যক্তিক পৰিচয় কৰাবলৈ। আমি পূৰ্বেই উল্লেখ কৰিছিলো যে ই এখন ঐতিহ্যপূৰ্ণ মৌজা — শিক্ষা-দীক্ষাৰ প্ৰাণকেন্দ্ৰ। প্ৰথমতে কিছু বিদগ্ধ পণ্ডিতৰ কথা উনুকিয়াও যিসকলে নিজৰ পাণ্ডিত্য আৰু প্ৰজ্ঞাৰে কেৱল এই অঞ্চলকে নহয় অসম, বঙ্গ, বিহাৰকো বিধৌত কৰিছিল। যজ্ঞপতি উপাধ্যায় আছিল গৌৰীপুৰৰ তাৰিণীপ্ৰিয়া চতুষ্পাঠীৰ প্ৰথম অধ্যাপক। এই চতুষ্পাঠীখন গৌৰীপুৰৰ ৰজাই ১৮৩৪ চনত প্ৰতিষ্ঠা কৰিছিল। মহামহোপধ্যায় আদ্যনাথ ন্যায়ভূষণ এই চতুষ্পাঠীৰে এগৰাকী উজ্জ্বল আচাৰ্য। চন্দ্ৰনাথ ব্যাকৰণতীৰ্থ বেঙ্গল সংস্কৃত বোৰ্ডৰ অধীনত পৰীক্ষা দিয়া অসমৰ ভিতৰতে প্ৰথম ব্যাকৰণতীৰ্থ। শাৰদা কিঙ্কৰ বিদ্যাবাগীশ এগৰাকী উচ্চমানৰ সংস্কৃত পণ্ডিত। তেওঁৰে পুত্ৰ দুৰ্গাকিঙ্কৰ শাস্ত্ৰী আছিল শিৰোমণি ব্যাকৰণ স্মৃতি, মিমাংসা দৰ্শন তীৰ্থ। তেখেতে পৰিচালনা কৰা সংস্কৃত টোলখনৰ নাম আছিল 'পৰমেশ্বৰী' টোল। ব্যাকৰণ শাস্ত্ৰী, বাচস্পতি, প্ৰাচ্য-ভাষাবিদ, এম এ (সংস্কৃত) নাথ চক্ৰৱৰ্তী আছিল কটন কলেজৰ প্ৰাক্তন অধ্যক্ষ। ৰুক্মিনী চক্ৰৱৰ্তী এই অঞ্চলৰ প্ৰথম ই এ চি। এখেতৰ কালতে হাকামা গাঁওৰ ৰাস্তাটো নিৰ্মাণ হয়। পুলকানন্দ দাস এই অঞ্চলৰ ৰাজবংশী সম্প্ৰদায়ৰ ভিতৰত প্ৰথম স্নাতক। এওঁলোকৰ বংশধৰসকল বৰ্তমানে অসমৰ বিভিন্ন প্ৰান্তত বসবাস কৰি স্বকীয় মহিমা প্ৰকাশ কৰি আছে। সেইদৰে চিকিৎসা বিদ্যাৰ ক্ষেত্ৰত চিকিৎসক হিচাপে অৰিহণা যোগাইছিল প্ৰয়াতসকল দুৰ্গানন্দ চক্ৰৱৰ্তী, বাণী চক্ৰৱৰ্তী, সন্তোষ চক্ৰৱৰ্তী, প্ৰয়াতসকল ডাঃ হৰেন্দ্ৰ প্ৰসাদ দাস আৰু তেওঁৰেই পুত্ৰ ডাঃ অমৰেন্দ্ৰ কুমাৰ দাস আৰু ভতিজাক মোমেন চন্দ্ৰ সৰকাৰ। কবিৰাজ চিকিৎসাত যতীন্দ্ৰ চক্ৰৱৰ্তী (ব্যাকৰণতীৰ্থ)। ঝাৰুৱা বা বনদৰৰ চিকিৎসাত পাৰ্গত চন্দ্ৰেশ্বৰ ৰায় (বড় কাছুৱা), সৰ্প দংশনৰ প্ৰখ্যাত ওঝা গেদৰ ৰায় আৰু দোমাসু মণ্ডলৰ নাম এই অঞ্চলৰ মানুহৰ মুখে মুখে।

কেৱল শিক্ষা-দীক্ষাৰ ক্ষেত্ৰতে নহয় সমাজ-সংস্কাৰমূলক কামতো এই অঞ্চলৰ মানুহ পিছ পৰি থকা নাছিল। প্ৰখ্যাত অইনজীৱী আৰু স্বাধীনতা সংগ্ৰামী শ্যামাপ্ৰসাদ চক্ৰৱৰ্তী, স্বাধীনতা সংগ্ৰামী আৰু পিছৰ কালত বিলাসীপাৰা অঞ্চললৈ বাওঁপন্থী চিন্তাধাৰাৰ বাটকটীয়া প্ৰফুল্ল চক্ৰৱৰ্তী। মানজুলা শিক্ষক আৰু স্বাধীনতা সংগ্ৰামী দ্বাৰিকানাথ চক্ৰৱৰ্তী, অসমীয়া ভাষা প্ৰৱৰ্তনৰ সেনানী হৰিমোহন ৰায়, নৃপেন ৰায়, কেদাৰ চক্ৰৱৰ্তী, মাধৱ কিঙ্কৰ ভট্টচাৰ্য্য, শয়ানুদ্দিন আহমেদ, ৰমনী গোস্বামী, নৃপেন্দ্ৰ নাথ চক্ৰৱৰ্তী, নিশিনাথ চক্ৰৱৰ্তী, ভামিনী গোস্বামী, কামিনী গোস্বামী, সুশান্ত চক্ৰৱৰ্তী, বিনয় চক্ৰৱৰ্তী, অনন্ত শীল শৰ্মা, পিতাম্বৰ চক্ৰৱৰ্তী, ফণীন্দ্ৰ চক্ৰৱৰ্তী, ব্যোমকেশ শীল শৰ্মাৰ দৰে অনেক ব্যক্তি এই অঞ্চলৰ ৰত্নস্বৰূপ, প্ৰখ্যাত ফুটবল খেলুৱৈ আৰু কৃতী শিক্ষক শ্বৰীফউদ্দিন আহমেদ, সমাজ-সংস্কাৰক কৰিমুদ্দিন আৰু শ্যামউল্লা শেখো উল্লেখযোগ্য ব্যক্তি। পুৰুষৰ দৰে নাৰীসকলোৰো এক উল্লেখযোগ্য অৱদান আছে। এই ক্ষেত্ৰত ক্ষণপ্ৰভা দেৱী, তৰুবালা দেৱী, সুপ্ৰভা গোস্বামী, জিলাপী খাতুন, প্ৰফুল্ল বালা দেৱী, শ্ৰী ৰাজবালা দেৱীৰ দৰে মহিলাসকলে আগ বাঢ়ি আহি পূৰ্বে উল্লিখিত হাকামা মহিলা সমিতি প্ৰতিষ্ঠা কৰি দুখীয়া, অশিক্ষিত মহিলাসকলক উদগনি দিছিল। সংগৃহীত তথ্যমতে এই খনেই আছিল অসমৰ চতুৰ্থখন মহিলা সমিতি। ইয়াতেই ৫০ৰ দশকত সদৌ অসম মহিলা সন্মিলন আহ্বান কৰি চিড়্লীৰ ৰাণী মঞ্জুলা দেৱী আৰু ৰাজ বালা দাসৰ দৰে মহিলাসকলক আদৰণি জনাইছিল।

উপৰোক্ত ব্যক্তিসকলৰ নাম এই কাৰণেই উল্লেখ কৰিলো যে এওঁলোকে বিভিন্ন ক্ষেত্ৰত পাৰদৰ্শিতা দেখুৱাই যি অৱদান ৰাখি গ'ল সেইবোৰ কথা আজিৰ যুৱক-যুৱতীয়ে নাজানে। এই লিখনিৰ জৰিয়তে এইসকল স্বনামধন্য ব্যক্তিলৈ আমাৰ সশ্ৰদ্ধ প্ৰণাম যাচিলো।

এই বিজ্ঞ ব্যক্তিসকলৰ অৱদানৰ লগত সংযোজন ঘটিছিল বাহিৰৰ পৰা অহা কিছু সংখ্যক ছাত্ৰৰ মেধা। জ্ঞান-পিপাসু এই ছাত্ৰৰ দলটিত আছিল বৰ্তমান অসমৰ প্ৰবীণ ৰাজনীতিবিদ শ্ৰীশৰৎ চন্দ্ৰ সিংহ, চাপৰৰ শ্ৰী ডালিম কুমাৰ মেধি, ফকিৰা গাঁৱৰ শ্ৰীজিতেন ৰায়, শালকোচৰ প্ৰয়াত চৈতন্য দেৱ চক্ৰৱৰ্তীৰ দৰে অসংখ্য প্ৰতিভাৱান ব্যক্তি। এওঁলোকৰ সহযোগত ১৯৩০ চনত 'হাকামা ষ্টুডেন্ট ক্লাব এণ্ড লাইব্ৰেৰী' মানে এটি অনুষ্ঠান গঢ়ি উঠিছিল। এই ক্লাবৰ জৰিয়তে প্ৰকাশিত হৈছিল "বোধন" নামেৰে এখনি হাতে লিখা আলোচনী। এই আলোচনীৰ জৰিয়তে অসমীয়া ভাষা-অৰ্চ্চনাৰ বেদী প্ৰতিষ্ঠা কৰা হৈছিল।

আজি এই মৌজাত গঢ়লৈ উঠিছে এখন মহাবিদ্যালয়, এখন উচ্চতৰ মাধ্যমিক, দুখন উচ্চ মাধ্যমিক, কেবাখনো মাধ্যমিক আৰু অলেখ প্ৰাথমিক বিদ্যালয়। হাকামা বোলা নিৰ্দিষ্ট চুবুৰীটোত চাৰিগৰাকী কৃতী ব্যক্তিৰ নামত উত্তৰাধিকাৰী সকলে চাৰিখন বিদ্যালয় প্ৰতিষ্ঠা কৰিছে। শঙ্কৰীনাথ আৰু দ্বাৰিকা নাথ প্ৰাথমিক বিদ্যালয়, মন্মথ নাথ মাধ্যমিক বিদ্যালয় আৰু নিশিনাথ উচ্চ মাধ্যমিক বিদ্যালয়।

অধিক লিখি কলেৱৰ বৃদ্ধি কৰিব খোজা নাই। বহু ব্যক্তিৰ বহু কথা বাদ পৰি গ'ল। অনিচ্ছাকৃত ত্ৰুটিৰ বাবে সকলোলৈ পুনৰবাৰ মাৰ্জনা বিচাৰিছোঁ। আজিৰ পৰিৱৰ্তনমুখী সমাজ ব্যৱস্থাত বহু কথাৰে পৰিৱৰ্তন হ'ল। এই মৌজাৰো পৰিৱৰ্তন হ'ল। বিংশ শতিকাৰ শেষ দশকত উপনীত হৈ অতীতলৈ উভতি চাই আমি আমাৰ বিশুদ্ধতা জুখিবলৈ চেষ্টা কৰা নাই বা যুক্তিবৰ্জিত আৱেগৰ জোৱাৰতো উটি যাব খোজা নাই। এয়া কেৱল অতীতৰ লগত বৰ্তমানৰ সেতু বন্ধনৰ প্ৰচেষ্টা। বৌদ্ধিক, সাংস্কৃতিক আৰু সামাজিক উত্তৰণৰ চিন্তাত কিছু সংখ্যক ব্যক্তিৰ আত্মোৎসৰ্গৰ অৱদান আমি কোনোপধ্যেই পাহৰিব নোৱাৰো। উল্লিখিত বিৱৰণত আমি তাৰ ধাৰাবাহিকতা ৰক্ষাৰ চেষ্টা কৰিছো।


হাকামাৰ শিৱ মন্দিৰ


হাকামাৰ দুখনাথ মন্দিৰ


হাকামাৰ হৰি ভক্তি প্ৰদায়িনী মন্দিৰ




# শালকোছা ঃ ইয়াৰ ঐতিহ্য

## মনতোষ চক্ৰৱৰ্তী

অসম ৰাজ্যৰ সীমান্ত প্ৰহৰী হিচাপে এফালে শদিয়া আৰু আনফালে আছে ধুবুৰী। ধুবুৰী-বাংলাদেশ সীমাৰ অতি কাষত অৱস্থিত। এই ধুবুৰী জিলাৰ অন্তৰ্গত অসমৰ ভিতৰত আটাইতকৈ ডাঙৰ মৌজা শালকোছা। অতীতৰ বুকুত হেৰাই গৈছে বহু জনৰ ৰোমাঞ্চকৰ অভিজ্ঞতা তথা উপলব্ধি। কিছুমান সঁচা-মিছা নিৰ্ণয় কৰিব নোৱৰা ঘটনা এতিয়া মাথোঁ বৈ গৈছে কাহিনী হৈ। এই অঞ্চলৰ পৰা ওলাই গৈ বাহিৰত বসবাস কৰা বহুতো জ্ঞানী-গুণী ব্যক্তিয়ে হয়তো এতিয়াও স্মৰণ কৰে ইয়াৰ পৰ্বত-পাহাৰ, গছ-গছনি, নদ-নদী, মনে মনে তেওঁলোকে সোঁৱৰে ইয়াত ঘটি যোৱা কিছুমান প্ৰত্যক্ষ ৰোমাঞ্চকৰ অভিজ্ঞতা। প্ৰাকৃতিৰ সৌন্দৰ্যত অতি চহকী এই অঞ্চল। যি সকলে ইয়াৰ ভিতৰুৱা ঠাইবোৰলৈ সোমাই নিজ চকুৰে এই ঠাইৰ প্ৰাকৃতিক ৰূপে চাইছে, তেওঁলোকে নিশ্চয় উপলব্ধি কৰিব পাৰিব ইয়াৰ প্ৰাকৃতিক সৌন্দৰ্য।

নদ-নদী, গছ-গছনি, পৰ্বত-পাহাৰেৰে ভৰপূৰ এই মৌজাখনৰ নাম শালকোছা। শালকোছা নামটো কেনেকৈ হ'ল ইয়াৰ কোনো তথ্য ভিত্তিক গৱেষণা আজিলৈকে হোৱা নাই। শালকোছা নামটোৰ উৎপত্তি সমন্ধে বিভিন্ন জনে বিভিন্ন মত পোষণ কৰে। ইয়াৰ খিলঞ্জীয়া অধিবাসী পুৰণিচামৰ মতে (যি সকলে ইতিমধ্যে ইহলীলা সংম্বৰণ কৰিছে) সম্ৰাট ঔৰংগজেৱে দিল্লীৰ ৰাজপাটিত বহি বঙ্গদেশৰ চুবেদাৰ নৱাব মীৰজুমলাক অসম দেশ আক্ৰমণ কৰিবলৈ পঠায়। মীৰজুমলাই সৈন্যদল লৈ ধুবুৰীৰ পৰা উজনি অসমলৈ যাওঁতে শালকোছাত বাহৰ পাতিব লগা হৈছিল। মীৰজুমলাৰ সৈন্য বাহিনীৰ লগত পাৰস্য দেশৰ বহুসংখ্যক সৈন্য আছিল. টিলা পাহাৰেৰে পৰিপূৰ্ণ আৰু ওখোৰা-মোখোৰা হেৱা বাবে ঠাইখন "শালকুচা" (পাৰসী শব্দ) নামেৰে পৰিচিতি লাভ কৰে। পিছত এই শব্দৰ অপভ্ৰংশ হৈ শালকোচা নাম হয়। আকৌ কিছু সংখ্যকৰ মতে শালকোছাৰ উত্তৰ সীমাত অৱস্থিত বকুৰামাৰী পাহাৰত সাধক এজনৰ বৃদ্ধ বয়সত গাৰ ছাল কোঁচ খাই যোৱাত সাধকৰ শাৰীৰিক অৱস্থাক সুঁৱৰি ছাল কোচা (শালকোচা) নাম হয়। কিন্তু শালকোছাৰ সৰহ সংখ্যাক বাসিন্দাৰ মতে যিহেতু ঠাইখনৰ মুঠ আয়তনৰ তিনিভাগ শালগছেৰে পৰিপূৰ্ণ হৈ মুকলি ঠাই ভাগক সংকুচিত কৰিছে, তাৰে পৰা শালকোছা নামৰ উৎপত্তি হৈছে। শালকোছা নামটোৰ উৎপত্তি সম্বন্ধে প্ৰধানতঃ এই কেইটা মতবাদেই পোৱা যায়।

শালকোছা এক মিশ্ৰিত জনগোষ্ঠী প্ৰধান ডাঙৰ অঞ্চল (মৌজা পৰ্য্যায়ত)। ইয়াৰ মুঠ গাঁৱৰ সংখ্যা ১০৮ খন। বৰ্তমান ইয়াৰ জনসংখ্যা ৫৫,০০০ হেজাৰ মান হ'ব। শালকোচাৰ মাটি-কালিৰ পৰিমাণ হ'ল ১০,৭৯,৮৯ বিঘা চাৰি কঠা দুই লেছা। যেতিয়া ৰাজতন্ত্ৰৰ শাসন চলিছিল তেতিয়া শালকোছা বিজনী ৰজাৰ অধীনস্থ খাটাঘাট পৰগনাৰ অন্তৰ্গত এখন মৌজা আছিল। বিজনী ৰাজকাৰ্য পৰিচালনাৰ বাবে মসিজীৱী হিচাপে কিছু সংখ্যক কায়স্থ পৰিয়াল আৰু দেৱ সেৱাৰ বাবে কিছু সংখ্যক ব্ৰাহ্মণ পৰিয়ালক ময়মন সিং আৰু কনৌজৰ পৰা প্ৰায় ৫০০ বছৰ মান আগতে লৈ অহিছিল। সেই পৰিয়াল সকলৰ ভিতৰত বহু কেইঘৰ ব্ৰাহ্মণ পৰিয়ালক আৰু দুঘৰ কায়স্থ পৰিয়ালক দেৱোত্তৰ, ব্ৰহ্মোত্তৰ মৌৰসিদাৰ লাখেৰাজ হিচাপে আৰু চন্ বন্ সহ ন আনা তিনি পাই নিৰিখত মাটি আদি দি শালকোচাত বসতি স্থাপন কৰি দিছিল। চন, বন সহ অৰ্থাৎ ঘৰ সজাৰ সামগ্ৰী তথা নাঙল, ঘুৰলি, চাম (খুন্দনা) গাইন (খুন্দনা মাৰি)ৰ কাৰণে প্ৰয়োজনীয় চন (খেৰ) আৰু বন (কাঠ) প্ৰজাসকলে বিনা মূলীয়াকৈ ল'ব পাৰিছিল। সেই সময়ত আজিকালিৰ দৰে প্ৰয়োজনীয় কাঠ খেৰৰ অভাৱ নাছিল। এই অঞ্চলত মূল্যবান গছ অপৰ্যপ্ত পৰিমাণে পোৱা গৈছিল লগতে আছিল পৰ্যাপ্ত পৰিমাণৰ মাটি। জনবসতি সেৰেঙা হোৱা কাৰণে মাটিৰ প্ৰয়োজনীয়তা বিশেষ কোনেও উপলব্ধি কৰা নাছিল। ৰজাই প্ৰজাসকলৰ গৰু-ম'হ বিচৰণ কৰিবৰ কাৰণে শালকোছাত পাঁচখন গোচাৰণ ভূমি সংৰক্ষিত কৰি ৰাখিছিল। এই গোচাৰণ ভূমি কেইখন শালকোছাৰ বিভিন্ন ঠাইত অৱস্থিত। ইয়াৰ বামুণ গাঁৱত এখন, ভেলুপাৰা গাঁৱত এখন, চকৰা বাথৰাত (অৰ্থাৎ যি বাথৰা বা পতিত মাটিত গৰু-ম'হ বিচৰণ কৰে।) এখন, হাতী পোতা গাঁৱত এখন আৰু নুনমাটি গাঁৱত এখন অৱস্থিত। এই অঞ্চলত থকা তিনিখন ডাঙৰ বিলে বহু বাহিৰৰ মানুহৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছে। বিল তিনিখন হ'ল ধীৰ, ডিবলাই আৰু ডাকাৰা। এই কেইখনে ইয়াৰ প্ৰাকৃতিক সম্পদক চহকী কৰাৰ লগতে বহু সাধাৰণ মানুহে এই বিল তিনিখনৰ পৰা মাছ ধৰিয়েই জীৱিকা নিৰ্বাহ কৰে। আটাইকেইখন বিলেই বৰ্তমান চৰকাৰৰ পৰিচালনাধীন।

শালকোছা অকল প্ৰাকৃতিক সম্পদতেই চহকী নহয়। ই জ্ঞান ভাণ্ডাৰৰ ফালৰ পৰাও চহকী। এই অঞ্চলৰ পৰা ওলাইছিল বহু কেইজন জ্ঞানী গুণী মানুহ। ইয়াতে জন্ম লৈ যি কেইজন বিদগ্ধ পণ্ডিতে পুৰণি গোৱালপাৰা জিলা তথা অসমৰ নাম উজ্জল কৰিছিল, প্ৰয়াত সেই পৰম পূজ্যম্পাদ পণ্ডিতসকলৰ নাম উল্লেখ কৰা হ'ল — ১। ৰমানাথ বিদ্যালঙ্কাৰ ২। ষড়ানন তৰ্কতীৰ্থ ৩। সৰ্বেশ্বৰ বিদ্যাৰত্ন ৪। বিশ্বেশ্বৰ স্মৃতিৰত্ন ৫। অখিল চন্দ্ৰ ব্যায়কৰণ স্মৃতিতীৰ্থ।

শালকোচাত বহুকেইটা মঠ মন্দিৰ আছে আৰু এই বস্তুবোৰৰ প্ৰত্যেকটোৰে একোটা নিজা ইতিহাস আছে। হয়তো কোনোবাটো প্ৰমাণ সাপেক্ষ আৰু কোনোবাটো পৰম্পৰাগত। কিন্তু এই ইতিহাস বোৰ কালৰ সোঁতত লুপ্ত হোৱাৰ বাটত উটি গৈ আছে। এই অঞ্চলৰ এটা ডাঙৰ পৰম্পৰা ঐতিহ্য লাহে লাহে বিলীনৰ পথলৈ আগুৱাই গৈ আছে। এনে কিছুমান সৰু বৰ পৰম্পৰা পুনৰ্জীৱিত কৰাৰ ক্ষুদ্ৰ প্ৰয়াসেৰে আমি শালকোচাত অৱস্থিত মঠ-মন্দিৰবোৰৰ বিৱৰণ চমুকৈ ইয়াত উল্লেখ কৰিলোঁ।

**শ্ৰীশ্ৰী বুঢ়া-বুঢ়ীৰ থান ঃ** বুঢ়া-বুঢ়ী পথাৰত অৱস্থিত এই বুঢ়া-বুঢ়ী থান। বুঢ়া হ'ল শিৱ আৰু বুঢ়ী হল পাৰ্ব্বতী। ইয়াত দুটা বৰ ডাঙৰ শিল আছে। ইয়াৰে ডাঙৰ শিলটোক বুঢ়া আৰু সৰু শিলটোক বুঢ়ী হিচাপে পূজা-অৰ্চনা কৰা হয়। এই বুঢ়া-বুঢ়ীৰ থান বৰ জাগ্ৰত। ইয়াত থকা ডাঙৰ শিলটোৰ মাজ ভাগত ১০৮ টা ফুটা আছে আৰু ইয়াৰ ওপৰত ১৬ গুটি দাগ কটা ফলি এখনবো নমুনা আছিল। ক্ষয় গৈ গৈ ফলিখন বৰ্তমানে প্ৰায়ে নিশ্চিন্ন হৈ পৰিছে। প্ৰতি বছৰ বহাগ মাহৰ চাৰি তাৰিখে এই থানত গোটেই শালকোচাৰ ৰাইজে অতি উলহ-মালহেৰে পূজা-পাতল কৰে। পূজাৰ সময়ত ডাঙৰ শিলটোত থকা ১০৮ টা ফুটাত ১০৮ জনী খীৰতি গাইৰ গাখীৰ লেথাৰি নিছিগাকৈ ঢলা হয়। ভক্তসকলৰ পৰা ইমান গাখীৰৰ যোগান আহে যে প্ৰয়োজনতকৈ গাখীৰ বহু বেছি হয়। গাখীৰ ঢলাৰ দিনতেই হওঁক বা পিছ দিনাই হওক কম বেছি পৰিমাণে বৰষুণ দিয়া আমি আজিলৈকে দেখি আহিছো। বুঢ়া বাবা আৰু বুঢ়ী মাক ভক্তিভাৱ দিলে মনৰ বাসনা জনালে ভক্তৰ মনোবাসনা পৰিপূৰ্ণ হয় বুলি ভক্তসকলে মনে-প্ৰাণে বিশ্বাস কৰে। পূজাৰ সময়ত বাহিৰৰ পৰা অহা বহু তীৰ্থ যাত্ৰীৰ সমাগম হয়। কিংবদন্তি মতে স্বয়ং বিশ্বকৰ্মাই হোনো বুঢ়া-বুঢ়ী পাহাৰৰ শিল কাটি ১০৮ টা ফুটাৰ সৃষ্টি কৰিছিল। জহকালি খৰাং বতৰত বুঢ়া-বুঢ়ীৰ পথাৰৰ ওপৰত থকা ১০৮ টা ফুটাত ১০৮ জনী খীৰতি গাইৰ গাখীৰ ঢালিলে এতিয়াও বৰষুণ দিয়া আমি দেখি আহিছো।

**(১) দুধনাথ পাহাৰ আৰু শ্ৰী শ্ৰী দুখনাথ মন্দিৰ ঃ** দুধনাথ পাহাৰৰ ওপৰত তথা ব্ৰহ্মপুত্ৰ নদীৰ কাষত এই মন্দিৰ। পণ্ডিত ৺ ৰমানাথ বিদ্যালঙ্কাৰৰ দেৱৰ মতে মহাৰুদ্ৰ উত্তান পাদৰ এজন সু-সন্তানক দুধ বা এৰা গাখীৰ খুৱাব লগা হোৱাত দৈৱ দুৰ্বিপাকত দেশত গাখীৰ নোপোৱা হ'ল। দেশৰ দুগ্ধ পোষ্য শিশুসকলে গাখীৰ নোপোৱাৰ কাৰণে কষ্ট পাবলৈ ধৰিলে। তেতিয়া ৰাজকোঁৱৰে শিশু কালতে মহাদেৱৰ তপস্যা আৰম্ভ কৰিলে। মহাদেৱে প্ৰথমে ইন্দ্ৰ দেৱতাৰ ছদ্মবেশত, পিছত দণ্ডধাৰী যমৰ ৰূপত, তাৰপিছত চক্ৰধাৰী বিষ্ণুৰ বেশত আহি সেই শিশুটোৰ ওচৰত বাৰে বাৰে উপস্থিত হয়। কিন্তু শিশুটোৱে মহাদেৱৰ বাহিৰে আন দেৱতাৰ সাক্ষাৎ নিবিচাৰিলে। অৱশেষত ত্ৰিশূলধাৰী মহাদেৱ নিজ বেশত উপস্থিত হৈ শিশুটিক বৰ দান কৰি কলে যে তুমি কুমাৰ অৱস্থাত তপস্যা কৰি দুগ্ধ লাভ কৰিলা। সেই কাৰণে মই ইয়াত দুধ কুমাৰ নামেৰে থাকিম আৰু ইয়াৰ পৰা সাতধনু দূৰত দুধনাথ হিচাপে অৱস্থান কৰিম। মোক অৰ্চনা কৰা সকলৰ কাম্য বস্তু লাভ হ'ব'। বিশেষকৈ দুধ বা গাখীৰ। পিছত বিজনী ৰজাই ভূ-সম্পত্তি দান কৰি পূজা-পাতল চলোৱাৰ সু-ব্যৱস্থা কৰে। ১৯৮৩ চনৰ সাম্প্ৰদায়িক সংঘৰ্ষত দুৰ্বৃত্তই পুৰাণ প্ৰসিদ্ধ মন্দিৰটো সম্পূৰ্ণৰূপে ধ্বংস কৰি দিয়ে। পিছত ১৯৯১ চনত ৰাইজৰ দান-বৰঙণিৰে মন্দিৰটো পুনৰ নিৰ্মাণ কৰা হয়। এই দুধনাথ মন্দিৰৰ চাৰিওকাষৰ প্ৰাকৃতিক দৃশ্য অতি মনোৰম।

**আইৰ পাট ঃ** শ্ৰীগ্ৰাম গাঁৱত পাহাৰৰ ওপৰত অৱস্থিত আইৰ পাটৰ থান। পৰম্পৰাগতভাৱে শুনা কাহিনী মতে বহু বছৰ আগতে সাধক এজনে শালগছ এজোপাত, গছজোপাৰ মাজেৰে ইফালৰ পৰা সিফালে ওলোৱাকৈ দুপাত ত্ৰিশূল সুমুৱাই দি গছজোপাৰ তলত বহি শক্তিৰূপিনী মাতৃৰ সাধনা কৰি সিদ্ধি লাভ কৰে। সাধকজনে সিদ্ধি লাভ কৰাৰ পিছত ঠাইডোখৰ আইৰ থান হিচাপে জনাজাত হয়। ওচৰ-চুবুৰীয়া গাঁওবাসীয়ে এই থানত নিত্য পূজা কৰাৰ বাহিৰেও বছৰত এবাৰ সমূহীয়া ৰাইজে একগোট হৈ বৰ উলহ-মালহেৰে পূজা অৰ্চনা কৰে। এতিয়াও ডাঙৰ শালগছ এজোপাত এপাত ত্ৰিশূল ওলমি আছে। ৰাইজৰ প্ৰচেষ্টাত এই থানত আইৰ মন্দিৰ এটা নিৰ্মাণ কৰা হৈছে।

**যোৰ নাগ্ৰা বামুণ ঠাকুৰৰ থান ঃ** প্ৰকৃতিৰ অতি মনোৰম সৌন্দৰ্য ৰাজি সংযোজিত হৈছে এই যোৰ নাগ্ৰা গাঁৱত। পাহাৰৰ ভিতৰুৱা ঠাইত অৱস্থিত এই গাঁওখন। ইয়াৰ মানুহখিনিয়ে খেতি-বাতিৰ বাবে প্ৰয়োজনীয় পানী নিজৰাৰ পৰা নলা কাটি উলিয়াই লয়। ইয়াত শস্য উৎপাদন খুব ভাল হয়। সহজ-সৰল ৰাভা জনজাতি বসবাস কৰা এই যোৰ নাগ্ৰা গাঁৱত আছে যোৰ নাগৰা বামুন ঠাকুৰৰ থান। এই থানৰ বিশেষত্ব হ'ল যে ইয়াত অতি বৃহৎ শিলৰ এজোৰ নাগৰা আছে। নাগৰা দুটাত জোৰেৰে হাতেৰে কোবালে নাগৰাৰ ধ্বনি ধ্বনিত হয়। প্ৰতি বছৰে যোৰ নাগৰাত গাঁৱলীয়া ৰাইজে ইয়াত পূজা পাতল কৰে।

**চান্দৰডিঙা পাহাৰৰ পাগলাবাবাৰ থান ঃ** বৰ্তমানে শিল বিক্ৰীক লৈ বিতৰ্কৰ সৃষ্টি হোৱা চান্দৰডিঙা পাহাৰৰ ওপৰত পাগলাবাবাৰ থান অৱস্থিত। কথিত আছে চন্দ্ৰধৰ নামে এজন বিখ্যাত সাউদ আছিল। তেওঁক সকলোৱে চান্দ সদাগৰ বুলিহে জানিছিল। তেওঁৰ চৈধ্যখন ডাঙৰ ডিঙা আছিল আৰু এই চৈধ্য ডিঙাৰ সৈতে তেওঁ মাজে মাজে বহু দূৰ-দূৰণিলৈ বেপাৰৰ কাৰণে গৈছিল। চান্দ সদাগৰ আছিল চণ্ডী ঠাকুৰৰ ভক্ত আৰু তেওঁ চণ্ডী পূজা কৰিছিল। মনসা দেৱীক পূজা নকৰাৰ ফলত চান্দ সদাগৰ মনসা দেৱীৰ কোপত পৰে। দেৱীয়ে প্ৰতিশোধ ল'বৰ কাৰণে বেপাৰৰ পৰা ঘূৰি অহা চান্দ সদাগৰৰ চৈধ্যখন ডিঙা ধন-সোণেৰে সৈতে চান্দৰডিঙা পাহাৰত ডুবাই দিয়ে আৰু ডিঙা কেইখন ভাঙি চুৰমাৰ হয়। এই কাৰণে এই পাহাৰখনৰ নাম চান্দৰডিঙা হয়। ইয়াতে পাগলাবাবাৰ থান আছে। দেৱাদিদেৱ মহাদেৱ এই থানত পাগলাবাবা হিচাপে পূজিত হয়।

**ফদিপৰটিলাৰ লক্ষ্মীদেৱীৰ মন্দিৰ ঃ** গাঁৱলীয়া ৰাইজৰ প্ৰচেষ্টাত স্থাপিত হোৱা এই থানখন আনুমানিক এশ বছৰতো অধিক পুৰণি। ইয়াৰ লক্ষ্মীদেৱীৰ মন্দিৰত প্ৰতি বছৰে লক্ষ্মী পূৰ্ণিমাত অতি ধুমধামেৰে লক্ষ্মী পূজা কৰা হয়। পূজাৰ সময়ত সাত দিন মেলা বহে আৰু প্ৰচুৰ লোকৰ সমাগম হয়।

**শালকোচাৰ ৰাস পূজা ঃ** অনুমান দুশ বছৰ পুৰণি এই ৰাস পূজা। প্ৰতি বছৰে ৰাস পূৰ্ণিমাৰ সময়ত গোটেই শালকোচাবাসীৰ দান-বৰঙণিৰে ৰাস পূৰ্ণিমাৰ উৎসৱ পালন কৰা হয়।

শালকোচাৰ এনে কিছুমান স্থান আছে যিবিলাকৰ কথা উনুকিয়াবলৈ গ'লে আমি অতীতলৈ ঘূৰি চাব লাগিব। এই স্থানবোৰৰ প্ৰত্যেকটোৰে একোটা ইতিহাস আছে। এই ইতিহাসবোৰৰ কিছু প্ৰমাণ সাপেক্ষে আৰু কিছু পৰম্পৰাগতভাৱে মুখে মুখে চলি অহা। যিয়েই নহওক ইয়াৰ পৰ্বত-পাহাৰ, গাঁও-ভূইবিলাকৰ এটা নিজস্ব বৈশিষ্ট্য আছে। শালকোচাৰ যি কেইখন পাহাৰ আৰু গাঁৱৰ বুৰঞ্জীমূলক তথা কিংবদন্তিমূলক উপখ্যানেৰে

পৰিপূৰ্ণ সেই পাহাৰ কেইখন আৰু গাঁও কেইখনৰ সংক্ষিপ্ত বিৱৰণ ইয়াত উল্লেখ কৰা হ'ল।

**চক্ৰশীলা পাহাৰ ঃ** বৰ্তমানে এই পাহাৰখন অভয়াৰণ্য ৰূপে ঘোষিত হৈছে। এই পাহাৰখন প্ৰকাণ্ড প্ৰকাণ্ড শিলেৰে পৰিপূৰ্ণ। পাহাৰখনৰ চূড়াত বৃহৎ আকাৰৰ শিল এটাৰ ওপৰত কটাকুটিকৈ থকা দুটা ডাঙৰ হাতী দাঁতৰ বগা চিন আছিল। ক'লা পাথৰৰ ওপৰত বগা এই চিন দুটা দৈৱ শক্তিৰ প্ৰভাৱত হোৱা বুলি জনবিশ্বাস। চাৰি বছৰ আগতে প্ৰৱল বৰষুণৰ ফলত মাটি খহি যোৱাত শিলটো তললৈ বাগৰি পৰে।

**দামোদৰপুৰ পাহাৰ ঃ** মহাপুৰুষ শ্ৰীশ্ৰীদামোদৰদেৱে ধৰ্ম প্ৰচাৰৰ বাবে আহি কিছু দিনৰ কাৰণে দামোদৰপুৰত বাহৰ পাতিছিল আৰু তেওঁৰ নামেৰে এই পাহাৰখনৰ নাম দামোদৰপুৰ হয়।

**চান্দৰডিঙা পাহাৰ ঃ** মনসাদেৱীৰ কোপত চান্দ সদাগৰৰ চৈধ্য ডিঙা ইয়াতেই ডুবিছিল আৰু ভাঙি চূৰমাৰ হৈছিল বাবে পাহাৰখনৰ নাম চান্দৰডিঙা হয়। পাহাৰখন সঁচাকৈয়ে ডিঙাৰ দৰে। ইয়াৰ এটা অংশ ব্ৰহ্মপুত্ৰৰ পানীৰ তলত।

**(২) দুধনাথ পাহাৰ ঃ** ত্ৰিশূলধাৰী মহাদেৱে এই পাহাৰত দুধনাথ হিচাপে অৱস্থান কৰে বাবে পাহাৰখনৰ নাম দুধনাথ পাহাৰ।

**টোক্‌ৰাবান্ধা ঃ** চান্দ সদাগৰৰ ধন-সোণৰ সৈতে চৌদ্ধখন ডিঙা ডুবি যোৱাৰ পিছত যিখিনি সোণ সদাগৰে বুটলি লৈ আহি যি ঠাইত টোপ্‌লা বান্ধিছিল সেই পাহাৰখনৰ নাম টোপ্‌লাবান্ধা। পিছত অপভ্ৰংশ হৈ টোক্‌ৰাবান্ধা হয়।

**নুনমাটি গাঁও ঃ** উল্লেখিত সদাগৰৰ চৌধ্য ডিঙা বুৰ যোৱাৰ পিছত নুন বা নিমখৰ বস্তাবোৰ উটি গৈ যি ঠাইত জমা হৈছিল, সেইখিনি ঠাইকে নুনমাটি বোলে। এই ঠাইৰ মাটিখিনি সঁচাকৈয়ে লুণীয়া। ফাগুন, চ'ত মাহত গৰু-ম'হে এই মাটি চেলেকি খোৱা আজিও পৰিলক্ষিত হয়।

**সোণামুখি ঃ** চান্দ সদাগৰৰ চৌধ্য ডিঙা ডুবি যোৱাৰ পিছত তেওঁৰ ডিঙাত থকা ধন-সোণখিনি উটি গৈ যি ঠাইত পৰিছিল সেই ঠাইৰ নাম সোণামুখি। উল্লিখিত গাঁও কেইখন চান্দৰডিঙা পাহাৰৰ ওচৰে-পাজৰে থকা গাঁও।

**গৌৰাংটাৰী ঃ** পুৰণি গৌৰাং নদীৰ কাষত অৱস্থিত কাৰণে এই গাঁওখনৰ নাম গৌৰাংটাৰী। জনশ্ৰুতি মতে মীৰজুমলাই অসম আক্ৰমণ কৰাৰ সময়ত শালকোছাৰ মাজেৰে উজনি অসমলৈ বুলি গৈ থাকোতে কিছুদিনৰ কাৰণে এই গাঁওখনত বাহৰ পাতিব লগা হৈছিল। যাৰ কাৰণে এই গাঁৱৰ প্ৰতিটো চুবুৰীয়ে বুৰঞ্জীমূলক নামেৰে প্ৰসিদ্ধি লাভ কৰিছে। যেনে — কছাৰীকণা — এই ঠাইত কেছাৰী পাতি মীৰজুমলাই সৈন্য বাহিনী পৰিচালনা কৰিছিল। ফৌজদাৰপাৰা — এই ঠাইত ফৌজ তথা সৈন্য বাহিনী ৰখা হৈছিল। ঘোঁড়াবান্ধা — এই ঠাইত ঘোঁড়া ৰখা হৈছিল। পিলখানা — হাতী ৰখা ঠাইক পিলখানা বোলে। ইয়াতে হাতী ৰখা হৈছিল। চান্দিয়াৰ খাল — ইয়াত চান্দি অৰ্থাৎ টকা-পইচা ৰখা হৈছিল। আজিও এই ঠাইডোখৰৰ ঠায়ে ঠায়ে ইটাৰ সৰু সৰু ভগ্নস্তূপ পৰিলক্ষিত হয়। পৰম্পৰাগতভাৱে শুনি অহা মতে পুখুৰীগাঁৱত এটা ডাঙৰ পুখুৰী আছিল। (বৰ্তমান পোত গৈছে) মীৰজুমলাই তেওঁৰ সৈন্য বাহিনীৰ পানীৰ প্ৰয়োজনত পুখুৰীটো খন্দাইছিল। বৰ পুখুৰীটোৰ নাম অনুসৰি গাঁওখনৰ নাম হয় পুখুৰীপাৰ বা পুখুৰীপাৰা। ডঃ মহেশ্বৰ নেওগৰ সম্পাদনাত 'পবিত্ৰ অসম' নামেৰে পুথিত পুখুৰীপাৰা সত্ৰৰ নাম পোৱা যায়। এই পুথিৰ বিৱৰণ মতে এই সত্ৰ মহাপুৰুষ মাধৱদেৱে স্থাপন কৰা।

ইয়াৰ বাহিৰেও শালকোছাৰ বিভিন্ন ঠাইত তথা গাঁৱত কালী গোসাঁনীৰ থান আছে। তাৰে ভিতৰত কিছুমান থান বৰ পুৰণি আৰু জয়াল। কালী থানবোৰত গোসাঁনীৰ পূজা দিওতে মদন কাম, যখাযুখিনী (যক্ষ-যক্ষ্মী), মাদাৰ, মাসান আদি দেৱতাবো পূজা দিয়া হয়। কেবাখনো থানত দেওধা উঠে। দেওধাৰ গাত যেতিয়াই দেৱী ভৰ কৰে তেতিয়া তেওঁ সমজুৱা ৰাইজক দেশৰ মঙ্গল-অমঙ্গলৰ কথা কয়। অমঙ্গল দেখিলে প্ৰতিবিধানৰ নিৰ্দেশ দিয়ে।

ৰাজতন্ত্ৰৰ আমোলত ৰজা বা জমিদাৰে এই অঞ্চললৈ বহুলোক বাহিৰৰ পৰা আনিছিল। একো একোটা সম্প্ৰদায়ক একো একোখন ঠাইত আনি বহুৱাইছিল আৰু সেই সম্প্ৰদায়ৰ নাম অনুসৰি ঠাইডোখৰৰ নামকৰণ কৰা হৈছিল। ৰজাই বা জমিদাৰে নিজ প্ৰজাবৰ্গৰ সুবিধাৰ্থে প্ৰজাৰ নিত্য ব্যৱহাৰ্য প্ৰয়োজনীয় আহিলা-পাতি যাতে নিজ ঠাইতে পাব পাৰে তাৰ বাবে বাহিৰৰ পৰা কিছু কমাৰ, কুমাৰ আৰু কাশাৰী আনি শালকোচাত বসতি স্থাপন কৰি দিছিল। তেওঁলোকক বসতি স্থাপন কৰি দিয়া গাঁও কেইখনৰ নাম হ'ল কাশাৰীপাৰা অপভ্ৰংশ হৈ বৰ্তমানে কাশী পাৰা গাঁও। কমাৰ বহুওৱা গাঁওখন হ'ল কমাৰ পাৰা। কুমাৰ বহুওৱা গাঁৱখনত থিলা বা কলহ আদি তৈয়াৰ কৰা হয় বাবে থিলা পাৰা অপভ্ৰংশ হৈ বৰ্তমানে টিলাপাৰা গাঁও হৈছে।

এইদৰে শালকোছাৰ প্ৰতিখন গাঁৱৰ ইয়াৰ নামৰ লগত তাৎপৰ্য থকা আমি দেখিবলৈ পাওঁ। অসম ৰাজ্যৰ এমূৰত অৱস্থিত এই সৰু অঞ্চলটোৰ প্ৰতিটো উল্লেখনীয় কথাই ইতিহাসৰ লগত জড়িত। ইয়াৰ বহু কথাই পৰম্পৰাগতভাৱে চলি অহা; হয়তো বহুতো কথাৰে কোনো প্ৰমাণ সাপেক্ষ ভিত্তি নাই। কিন্তু প্ৰমাণ চিৰস্থায়ী নহয়। গতিকে আমি কিছু কথা অনুমানৰ ওপৰত নিৰ্ভৰ কৰিয়েই আগুৱাব লাগিব। তদুপৰি এটা প্ৰশ্ন আহে — যদি আমি কথাবোৰ বিশ্বাস নকৰোৱেই তেন্তে এই ঠাইৰ স্মৰণীয় স্থান তথা ঘটনাবোৰৰ উৎপত্তি কেনেকৈ হ'ল। যিয়েই নহওঁক এটা সৰু অঞ্চল যদিও শালকোছাই বৰ্তমানে অতীতৰ বহু ঐতিহ্য বহন কৰি থকাৰ লগতে ৰাজ্যখনক প্ৰাকৃতিক সম্পদত চহকী কৰিছে।*

* [প্ৰবন্ধটো যুগুত কৰাত কিছু তথ্য-পাতি শালকোচা পুখুৰীপাৰাৰ শ্ৰীঅনুপম চক্ৰবৰ্তীৰ পৰা আৰু বিভিন্ন কিতাপ-আলোচনীৰ পৰা লোৱা হৈছে — লেখক]






# শস্যদেৱী আই শাখাঁতী

পবিত্ৰ কুমাৰ নাথ

পশ্চিম অসমৰ ধুবুৰী জিলাত মহাবাহু ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত অৱস্থিত আই শাখাঁতীৰ থান অসমৰ ঐতিহ্য-মণ্ডিত থানসমূহৰ ভিতৰত অন্যতম। সাপটগ্ৰামৰ পৰা প্ৰায় তিনি কিঃমিঃ পূৱত সাপটগ্ৰাম - ফকিৰাগ্ৰাম গড়-কাপ্তানি পথৰ উত্তৰ দিশত শাল গছেৰে ভৰা শিলাময় এটি সৰু টিলাৰ ওপৰত "আই শাখাঁতী থান" অৱস্থিত। এই থানৰ পূৰ্ব দিশত মহাভৈৰৱ শিৱ মন্দিৰ এটি আছে।

জনশ্ৰুতিমতে সতীৰ শাখা ইয়াত পৰি শিলাৰূপ ধাৰণ কৰিছিল বুলি মানুহে বিশ্বাস কৰে। সেয়ে এই থান "আই শাখাঁতী থান" নামেৰে সুপ্ৰসিদ্ধ।

আই শাখাঁতী থানত কোনো দেৱীমূৰ্ত্তি নাই। এটা ডাঙৰ শিলৰ চাৰিওফালে সকলো সম্প্ৰদায়ৰ লোকে মিলিজুলি ইয়াত পূজা অৰ্চনা কৰি আহিছে। পুৰোহিত আৰু বিভিন্ন সম্প্ৰদায়ৰ একাধিক দেউৰীয়ে এই পূজাৰ কাম সম্পন্ন কৰে। পৰ্বত বামিনীদেৱী "আই শাখাঁতী"ৰ পূজা অৰ্চনা আদ্যাশক্তি মহামায়াৰ পূজা পদ্ধতিৰে একে। সেয়ে বহুতেই আই শাখাঁতীৰ দেৱীক মহামায়া, পাৰ্বতী আদি ৰূপে বিশ্বাস কৰে।

"আই শাখাঁতী থান" সম্পৰ্কে কিবা ঐতিহাসিক তথ্য আছে নে নাই জনা নাযায়, যদিও অতীতৰে পৰা এই অঞ্চলৰ কৃষিজীৱী গঞা ৰাইজে ইয়াত স্বতঃস্ফূৰ্ত ভাৱে "আই শাখাঁতী দেৱীৰ" পূজা আৰু মেলা উৎসৱ পালন কৰি আহিছে। জানিব পৰা মতে পৰিচালনা সমিতিয়ে বিশেষ সাপ্তাহিক আৰু নিত্য পূজাৰ ব্যৱস্থা কৰিছে। বৰ্তমান সুন্দৰ মন্দিৰ এটি নিৰ্মাণ কৰি থকা হৈছে। এই মন্দিৰ নিৰ্মাণৰ কাম সম্পূৰ্ণ হৈ উঠিলে "আই শাখাঁতী থান"ৰ মহিমা আৰু দেৱীৰ মাহাত্ম্য বৃদ্ধি পোৱাৰ লগতে যাত্ৰীৰ সমাগম বাঢ়িব।

আলোচ্য প্ৰৱন্ধটিত আমি "আই শাখাঁতী থান"ৰ দেৱী সম্পৰ্কেহে আলোচনা কৰিব বিচাৰিছো। কাৰণ "পবিত্ৰ অসম আৰু দেৱী" গ্ৰন্থত "ই কালী গোসাঁনীৰ থান" বুলি উল্লেখ আছে। আকৌ বহাগৰ ৬ তাৰিখে ইয়াত পূজা আৰু মেলা উৎসৱ হয় বুলি 'পবিত্ৰ অসম'ত লিখা আছে।

"পবিত্ৰ অসম"ৰ এই তথ্য শুদ্ধ নহয়। তেনেদৰে অবিভক্ত গোৱালপাৰা জিলাৰ বিভিন্ন মঠ, মন্দিৰ, মছজিদ আদিৰ বিষয়ে 'পবিত্ৰ অসম'ত দিয়া বিৱৰণ কিছুমানৰ পৰিবৰ্তন আৰু পৰিবৰ্দ্ধন কৰাৰ প্ৰয়োজন আছে।

আই শাখাঁতী থান সম্পৰ্কে পবিত্ৰ অসমত এনেদৰে আছে — "সাপট গ্ৰাম ৰেলষ্টেচনৰ পৰা পূৱে প্ৰায় তিনি কিঃ মিঃ দূৰত আই শাখাতী টিলাৰ ওপৰত আই শাখাঁতীৰ থান অৱস্থিত। ই কালী গোসাঁনীৰ থান। জন প্ৰবাদ মতে সতীৰ শাখা ইয়াত পৰিছিল। সেয়ে ইয়াক আই শাখাঁতী বুলি কয়। আন এটা জন প্ৰবাদ আছে যে পুৰণি কালত বিয়া, পূজা আদিত বাচন-বৰ্তন বা অলংকাৰ আদিৰ প্ৰয়োজন হ'লে আগদিনাখন গধূলিতে থানলৈ গৈ প্ৰাৰ্থনা জনালে পিছদিনা ৰাতিপুৱা পাব পাৰিছিল। কিন্তু কাম-কাজ শেষ হ'লে ঠিক মতে ঘূৰাই দিব লাগিছিল। লুভীয়া বামুন এজনে তাৰ ওলোটা কৰাত দুই দিন পিছত সেই পথেৰে যোৱাত বামুন আৰু বাসুৱাক (বহতীয়া) থানৰ কাষতে হেঁচা মাৰি জীৱন শেষ কৰি দিয়ে। সেই ঠাইতে দুটা দ কুড় বা কুণ্ডৰ সৃষ্টি হ'ল — ক্ৰমে বামুন কুড়া আৰু বাসু কুড়া। সেই দিনৰ পৰা দেৱীয়ে কাকো দয়া নকৰা হ'ল। বহাগৰ ৬ তাৰিখে পূজা আৰু মেলা উৎসৱ হয়। বহুত দূৰ-দূৰণিৰ পৰা যাত্ৰীৰ সমাগম হয়।"

কিন্তু আমি জনাত ই কালী গোসাঁনীৰ থান নহয় আৰু বহাগৰ ৬ তাৰিখে ইয়াত পূজা আৰু মেলা উৎসৱো নহয়। অতীতৰে পৰা চ'তৰ সংক্ৰান্তিৰ দিনাখন পূজা আৰু বহাগৰ ১ তাৰিখেহে পূজা আৰু মেলা উৎসৱ হৈছিল। বৰ্তমান বহাগৰ ৬ তাৰিখলৈকে সাতদিন ব্যাপি ইয়াত পূজা আৰু মেলা অনুষ্ঠিত হয়। এয়া বিষুৱাৰ মেলা। এই বিষুৱাৰ মেলা আৰু পূজা উৎসৱৰ লগত কৃষি কাৰ্য্যৰ সু-সম্পৰ্ক থকালৈ চাই 'আই শাখাঁতী'ৰ দেৱীক কোনোপধ্যেই কালী গোসাঁনী বুলি গ্ৰহণ কৰিব নোৱাৰি। আমাৰ ধাৰণা মতে আদ্যা শক্তি মহামায়াৰ এয়া শস্যাদেৱী ৰূপ। সেয়ে শিৰোনামাত আমি "শস্যদেৱী আই শাখাঁতী" বুলি উল্লেখ কৰিছো। এতিয়া আমি এই দেৱীক "শস্যদেৱী" ৰূপে প্ৰতিষ্ঠা কৰাৰ বিনম্ৰ চেষ্টা কৰিম। আমি আগতেই কৈছো। এয়া আমাৰ ব্যক্তিগত কল্পনা। কোনো ধৰ্মপ্ৰাণ ব্যক্তিৰ আধ্যাত্মিক চিন্তাধাৰাত আঘাত হনাৰ অভিপ্ৰায় আমাৰ নাই। কাৰণ, —

"যাদেৱী সৰ্বভূতেষু মাতৃৰূপেন সংস্থিতা
নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নম নমঃ।।"

অৰ্থাৎ জীৱ বা জড় সকলো ভূতৰ মাজতে মাতৃৰূপে অন্তৰ্নিহিত হৈ যি শক্তিয়ে সকলোকে পুত্ৰৰ দৰে চেনেহ কৰে সেই দেৱীক শতবাৰ প্ৰণাম।

এই মাতৃৰূপা আদ্যাশক্তি দেৱী মহামায়াই সৃষ্টি ৰক্ষাৰ হেতু

বিভিন্ন সময়ত বিভিন্ন নামত ১০৮ বাৰ আবিৰ্ভাৱ হৈ পৃথিৱীক ধ্বংসৰ গৰাহৰ পৰা ৰক্ষা কৰি আহিছে।

বিভিন্ন শাস্ত্ৰত উল্লেখ থকা একেই দেৱী মহামায়াই মহিষাসুৰ নিধনৰত অৱস্থাত, উগ্ৰচণ্ডা, ভদ্ৰকালী আৰু দূৰ্গাৰূপ ধাৰণ কৰিছিল। মাৰ্কণ্ডেয় চণ্ডীৰ দূৰ্গাক পয়সষ্ঠিটা ৰূপত বৰ্ণনা কৰা হৈছে। বিভিন্ন উপলক্ষত নৱ শস্যৰূপা, নৱ পত্ৰিকাৰূপা, হৰিদ্ৰা, কাৰ্ত্তিকী, চামুণ্ডা, অশোকষ্ঠা, অসুৰ ঘাতিনী, দূৰ্গা, ৰক্তাৰূপা ব্ৰাহ্মণী আৰু শস্যদেৱী ৰূপে দেৱী মহামায়া পৃথিৱীত পূজিতা হৈ আহিছে।

সেইফালৰ পৰা নৱ শস্যৰূপা এই আদ্যাশক্তি দেৱী মহামায়াৰে "শস্যদেৱী আই শাখাঁতী" ৰূপ আমি কল্পনা কৰাত বাধা থাকিব নোৱাৰে।

ভগৱৎ সত্তাৰ উপলব্ধিৰ মূলতে হ'ল প্ৰকৃতি। ইয়াৰ ভিত্তিতে পৃথিৱীৰ বিভিন্ন জাতি-উপজাতিৰ মাজত ধৰ্মীয় বিশ্বাসৰ বীজ অংকুৰিত হৈছে। প্ৰকৃতি ৰাজ্যৰ বিভিন্ন বস্তুৰ প্ৰতি থকা মানুহৰ বিস্ময়, ভয় আৰু শ্ৰদ্ধাৰ বাবেই সৃষ্টি হৈছে পূজা-পাতল, ধৰ্মীয় উৎসৱ আদি। বিভিন্ন ৰূপৰ দেৱীৰ পূজা অৰ্চনা বিধি ভিন্ন ভিন্ন। নৱ শস্যৰূপা দেৱী মহামায়াৰ পূজা পদ্ধতিৰে 'আই শাখাতী'ৰ দেৱীক পূজা অৰ্চনা কৰা হয়। তেনেদৰে কালী পূজাৰ পদ্ধতি বেলেগ। কালী গোসাঁনীক বলিৰ দ্বাৰা সন্তুষ্ট কৰাৰ বিধান শাস্ত্ৰত আছে। সেয়ে বিষুৱৰ সংক্ৰান্তিৰ সময়ত হোৱা "আই শাখাঁতী"ৰ পূজা আৰু মেলাৰ ধৰ্মীয় আৰু লৌকিক আচাৰ-অনুষ্ঠানবিলাকলৈ চাই 'আই শাখাতী'ৰ দেৱীক 'কালী গোসাঁনী' বুলি কোৱাতকৈ 'শস্যদেৱী আই শাখাঁতী' ৰূপে কল্পনা কৰাটো বেছি যুক্তি সংগত।

"কালী গোসাঁনী" বুলি ক'লে মানুহৰ মনত এক অজান ভয় জাগে। লগে লগে নৰমুণ্ডৰ মালা পিন্ধা শ্যামবৰণীয়া ৰক্তেৰে ৰঞ্জিত মুখ আৰু উন্মুক্ত খৰ্গেৰে উগ্ৰ ৰণচণ্ডী মূৰ্ত্তি এটি আমাৰ চকুত ভাঁহি উঠে। কিন্তু এই থানত এনে কোনো ৰণচণ্ডী মূৰ্ত্তি বা বিগ্ৰহ নাই। যিটো শিলক পূজা কৰা হয় তাতো কোনো দেৱী মূৰ্ত্তি অংকন কৰা নাই। বলিদানৰ দ্বাৰা কালী বা চণ্ডিকাক তুষ্ট কৰাৰ দৰে ইয়াত বলি দিয়া নিষেধ।

'কালী গোসাঁনীৰ' উগ্ৰ ৰণচণ্ডী ৰূপৰ বিপৰীতে "আই শাখাঁতীৰ" আছে শান্তসৌম্য মাতৃৰূপ। যিমাতৃয়ে সন্তানৰ মঙ্গলৰ বাবে হৃদয় উজাৰি সৰ্বত্ৰ শস্য দান কৰে, যি মাতৃ বলীৰ পাৰ-ছাগলীৰ ৰক্ত পিপাষু নহয়, সেই মাতৃ কেতিয়াও কালী গোসাঁনী হ'ব নোৱাৰে। সেয়ে সদাহাস্যময়ী উদাৰ প্ৰকৃতিৰ সেউজীয়া বস্ত্ৰ পৰিধান কৰা দেৱী "আই শাখাঁতীক" শস্যদেৱী বুলি কোৱাৰ যথেষ্ট থল আছে।

'দেৱী' গ্ৰন্থত দেৱী বসুন্ধৰা সৰ্ম্পকে আলোচনাত মাতৃ পৃথিৱীক শস্যদাত্ৰী, অন্নদাত্ৰী, অন্নপূৰ্ণা বুলি কোৱা হৈছে। এই মাতৃ পৃথিৱীয়ে পৃথিৱীৰ বিভিন্ন দেশত বিভিন্ন নামত ভূমিদেৱী বা শস্য উৎপাদনশীলা দেৱী হিচাপে পূজিতা হৈ আহিছে।

মাৰ্কণ্ডেয় পুৰাণত দেৱীয়ে শাকম্ভৰী নাম লৈ সমগ্ৰ জগত শাক শস্যেৰে প্ৰতিপালন কৰাৰ কথা দেৱীৰ স্বমুখেৰে ব্যক্ত কৰোৱা হৈছে। নিজ দেহ শস্য ভূমি বুলি কোৱা কথাৰ পৰাই দেৱী যে 'শস্য দেৱী' তাৰেই প্ৰমাণ হৈছে। সেয়ে কৃষি বা শস্য উৎপাদনৰ লগত ওতঃপ্ৰোত ভাৱে জড়িত 'আই শাখাঁতী থান'ৰ দেৱীক শস্যদেৱী ৰূপে কল্পনা কৰাত বাধা থাকিব নোৱাৰে।

বহাগ ৰঙৰ উৎসৱ, সেউজীয়াৰ উৎসৱ। বহাগ কৃষিজীৱী মানুহৰ বাবে বিপুল সম্ভাৱনা কঢ়িয়াই অনা শইচৰ সুগন্ধিৰে ভৰা উৎসৱ। এই বহাগতে প্ৰকৃতিয়ে ন-যৌৱন পায়। কুলি-কেতেকিৰ মৌমিঠা মাতে, ৰংবিৰঙৰ ফুলৰ সুঘ্ৰাণে প্ৰকৃতি দেৱীৰ শোভা দুগুণে চৰায়। প্ৰকৃতিৰ ৰূপ আনন্দৰ পৰশত আহ্লাদিত মানুহে গীত গায় জীৱনৰ, যৌৱনৰ আৰু সৃষ্টিৰ।

অসমীয়া সমাজ জীৱনৰ সৈতে বিহুৰ সৰ্ম্পক অতি নিবিড়। বহাগত পালন কৰা এই ৰঙৰ উৎসৱ ৰঙালী বিহুৰ প্ৰভাৱ অতীতৰ পৰাই উজনীৰ দৰে নামনি অসমত নাছিল। তাৰ ঠাইত বিশেষকৈ অবিভক্ত গোৱালপাৰা জিলাত পাহাৰ বা টিলাত অঞ্চল বিশেষে শিৱ-পাৰ্বতীৰ নামত গঞাৱাইজে পূজা এভাগ দি আহিছে। কোনো কোনো ঠাইত ডাঙৰ মেলা আদিও হয়। এয়া পাহাৰৰ পূজা। এই পূজা আৰু মেলা উৎসৱত বহাগৰ ৰঙ আৰু আনন্দৰ মাজেৰে শস্যৰ শ্ৰীবৃদ্ধি কামনা কৰা হয়।

ঐতেৰয় ব্ৰাহ্মণৰ মতে, বিষুৱৰ সংক্ৰান্তিৰ দিনা বিহু বা বিষুৱা আদি ধৰ্মীয় উৎসৱ পালন কৰিলে বছৰটোৰ খেতিপথাৰৰ মঙ্গল হয়। সূৰ্যৰ শক্তি নিয়ন্ত্ৰিত হয়। অথৰ্ব্ব বেদৰ ভূমি সুক্তত পৃথিৱীক প্ৰাৰ্থনা কৰা হৈছিল — গৰু আৰু শস্যৰ শ্ৰীবৃদ্ধিৰ বাবে। গৰুক বৈদিক যুগত সকলো উৎপাদনশীল শক্তিৰ প্ৰতীক হিচাপে গ্ৰহণ কৰা হৈছিল।

কৃষি কৰিবলৈ শিকাৰে পৰাই মানুহে কৃষিৰ লগতে শস্য-সম্ভৱা পথাৰ, গৰুম'হৰ দৰে জীৱ আৰু নাঙল-যুৱলিক পূজা কৰি আহিছে। বহাগ বিহুৰ প্ৰথম দিনা গৰু বিহু অসমীয়া সমাজে পালন কৰে। এইদিন গৰুক গা ধুৱাই, শিঙত তেল ঘঁহি, পিঠাপনা খুৱাই, ন-পঘা ডিঙিত দিয়া হয়।

এই বিহু বা বিষুৱাতেই ৰাণীগঞ্জ অঞ্চলৰ সকলো সম্প্ৰদায়ৰ লোকে মিলিজুলি আই শাখাঁতীৰ নামত পূজা এভাগ আগবঢ়ায়; যাতে তেওঁলোকৰ খেতিপথাৰ সোণ শইচেৰে উপচি পৰে। শস্যবোৰ যাতে পোক-পৰুৱা আৰু বানপানীয়ে নষ্ট কৰিব নোৱাৰে তাৰ বাবে আই শাখাঁতীক ভক্তিভাৱেৰে পূজা কৰে অন্নদাত্ৰী মাতৃৰূপে। এই বিশ্বাস ধৰ্মৰ মাজেদি আহি বিহু বা বিষুৱাৰ আচাৰ-অনুষ্ঠানখিনিত সোমাইছেহি। এই দৃষ্টিকোণেৰে চালে কৃষিৰ লগত জড়িত দেৱী আই শাখাঁতীক 'শস্যদেৱী' বুলি কোৱাটোহে বেছি সমীচিন আৰু গ্ৰহণযোগ্য হ'ব যেন লাগে।

ওপৰৰ আলোচনাৰ পৰা দেখা যায় যে, "আই শাখাঁতী" থানৰ দেৱী মূলতঃ শস্যৰ অধিষ্ঠাত্ৰী দেৱী আদ্যাশক্তি মহামায়াৰে "শস্য দেৱী" ৰূপ। সেয়ে এই থানৰ দেৱীক "শস্যদেৱী আই শাখাঁতী" বুলি আমি শ্ৰদ্ধাৰে দাবী কৰিছো।

এইখিনিতে "আই শাখাঁতী"ৰ এটি মহিমা আমি দাঙি ধৰিব বিচাৰিছো। প্ৰবাদ আছে যে, নিঃসন্তান দম্পতিয়ে আই শাখাঁতীৰ থানত মানস কৰিলে সন্তান লাভ কৰে। এই বিশ্বাস ভূমিৰ লগত নাৰীৰ তদাত্ম্য স্থাপনৰ ধাৰণা যেন লাগে। এই ধাৰণাই এটা কথা স্পষ্ট কৰে যে নাৰী আৰু পৃথিৱীৰ কৰ্ম একে। যি প্ৰক্ৰিয়াৰে নাৰী গৰ্ভৱতী হয় ধৰাও গৰ্ভৱতী হয় একে নিয়মেৰেই।

মনু সংহিতাতো নাৰীক ক্ষেত্ৰ আৰু মানৱক বীজ বুলি কোৱা হৈছে। পৃথিৱী বৰ্ষা ঋতুৰ সময়ত (আহাৰ) ৰজস্বলা হয় আৰু তাৰ পাছতেই হয় শস্য সন্তানক গৰ্ভত ধাৰণ কৰাৰ সয়। এই সময়ছোৱাত কৰ্ষণ বা বীজৰোপণ কৰাৰ পৰা কৃষকসকল বিৰত থাকে। এই সময়তে কামাখ্যা থানত অম্বুবাচীৰ মেলা হয়। জীয়াই থকা, জীয়াই থাকিবৰ বাবে শস্য উৎপাদন আৰু শক্তি বৃদ্ধিৰ কাৰণে সন্তান জন্ম দিয়া -- এই জীৱন চক্ৰৰ লগতেই সংস্কৃতিৰ শিপা জড়িত। সেয়ে জননী আৰু মাতৃভূমি সদা সদৃশমান।

প্ৰাচীন ভাৰতীয় বিবাহত কন্যাক (নাৰীক) কৃষিক্ষেত্ৰ আৰু দৰাক (পুৰুষক) সেই কৃষিক্ষেত্ৰত বীজৰোপণ কৰিবৰ কাৰণে অনুমতি দিয়া হৈছে। পবিত্ৰ কোৰাণেও কৈছে — "তোমাৰ নাৰী এক ক্ষেত্ৰ"। হিন্দু সমাজত শাখা-সেন্দুৰ উৰ্বৰতাৰ প্ৰতীক। বিধৱা হিন্দুনাৰীৰ কাৰণে সেয়ে শাখা-সেন্দুৰ নিষিদ্ধ। সধৱা নিঃসন্তান নাৰীয়ে 'আই শাখাঁতী'ৰ থানত মানস কৰিলে সন্তান লাভ কৰাটো সেয়ে গ্ৰহণযোগ্য যেন লাগে। এয়া মানুহৰ বিশ্বাস। এইবাবেই কোৱা হয় — "মানিলে ধান, নামানিলে পতান"।

শেষত ধৰ্মপ্ৰাণ ৰাইজৰ ওচৰত ক্ষমা প্ৰাৰ্থনাৰে কওঁ যে আই শাখাঁতীৰ দেৱীক "শস্যদেৱী আই শাখাঁতী" বুলি কল্পনা কৰাটো আমাৰ ব্যক্তিগত চিন্তাহে মাথোন। আই মাতৃক মানুহে যি ৰূপতে পূজিছে সেই ৰূপতে আই শাখাঁতীয়ে ভক্তৰ মনোবাঞ্ছা পূৰণ কৰি আহিছে। ইয়াতেই আই শাখাঁতীৰ মহত্ব লুকাই আছে। "আই শাখাঁতী"য়ে সকলোৰে মঙ্গল কৰক। ওঁ শান্তি।

---

(১) * অসম সাহিত্য সভাৰ ৩৯ তম্ ধুবুৰী অধিবেশনৰ স্মৃতিগ্ৰন্থ।
(২) * অবিভক্ত গোৱালপাৰা জিলাৰ সত্ৰ আৰু মঠ-মন্দিৰৰ ইতিবৃত্ত ঃ জগন্নাথ পাটগিৰি






# লোক সাংস্কৃতিক দৃষ্টিৰে বগৰীবাৰীৰ মহামায়া থান

নলিনী শৰ্মা

সত্ব, ৰজঃ আৰু তমঃ — এই তিনিটা গুণৰ তাৰতম্য অনুসৰি মানুহৰ স্বভাবৰ পাৰ্থক্য হয়। সত্বগুণে শান্ত, ভক্তিপৰায়ণ, শ্ৰদ্ধাশীল কৰে। ৰজোগুণে কৰ্মঠ, উচ্চাকাঙ্ক্ষী আৰু প্ৰতিদ্বন্দ্বীক পৰাভূত কৰি নিজক প্ৰতিষ্ঠা কৰাৰ চেষ্টাত ব্ৰতী কৰে আৰু তমোগুণে কৰে এলেহুৱা, কাপুৰুষ আৰু কুৰুচি-কুপ্ৰবৃত্তি পৰায়ণ।

গীতা ভাগৱত আদি সকলো শাস্ত্ৰই সত্বগুণৰে প্ৰশংসা কৰে। অন্তৰৰ তমোভাৱক দূৰ কৰি সত্বগুণলৈ উধাবলৈ হ'লে ৰজোগুণৰ আশ্ৰয় ল'ব লাগে। শক্তি নাথাকিলে জগতত ন্যায়-ধৰ্ম একোকে ৰখা সম্ভৱ নহয়। আত্মজ্ঞান লাভৰ বাবেও শক্তিৰ প্ৰয়োজন। গীতাত শ্ৰীকৃষ্ণই অৰ্জুনক শক্তি মন্ত্ৰেৰে দীক্ষা দি কৈছে — "ক্ষুদ্ৰং হৃদয় দৌৰ্বল্যং ত্যক্তোত্তিষ্ঠ পৰন্তপঃ।" এই শক্তি কেৱল শৰীৰৰে শক্তি নহয় — মানসিক শক্তি, অৰ্থশক্তি, বিদ্যাৰ শক্তি, জলশক্তি — পৃথিৱীৰ সৰ্ববস্তু, এনেকি জড়ৰ অন্তৰালত যি মহাশক্তি গুপ্ত হৈ আছে — সেই আদি শক্তি, মূলশক্তি।*[১] গতিকে দেখা যায় যে জীৱন সাৰ্থক কৰি তুলিবলৈ হ'লে সকলো প্ৰকাৰ শক্তি অৰ্জন কৰিব লাগে। যি সকলো শক্তিৰ আধাৰভূতা, সেই মহাশক্তি স্বৰূপিনী দেৱীয়েই হ'ল— মহামায়া। এই মহামায়াৰ কথাই চণ্ডী গ্ৰন্থৰ বিষয় বস্তু।

ধুবুৰী জিলাত বগৰীবাৰীৰ মহামায়া ধামকে আদি কৰি আৰু কেইবাখনিও থানৰ অধিষ্ঠাত্ৰী দেৱী স্বৰূপে দেৱী মহামায়াই জনগণৰ দ্বাৰা পূজিতা হৈ আহিছে।

পৰ্বত-পাহাৰ দেৱ-দেৱীৰ নিবাস স্থান — এনে বিশ্বাস পৃথিৱীৰ প্ৰায় সকলো সমাজতে কমবেছি পৰিমাণে প্ৰচলিত। *[২] বগৰীবাৰী, আলোকঝাৰী আদিৰ মহামায়া থানো পাহাৰত অৱস্থিত।

মন্দিৰবোৰে দৰাচলতে শিক্ষানুষ্ঠানৰ দাবীও পূৰণ কৰে। ধৰ্মীয়, সামাজিক আদি বিভিন্ন দিশৰ শিক্ষাচৰ্চা মন্দিৰৰ প্ৰাঙ্গণত অনুষ্ঠিত হয়। তেনেদৰে সংস্কৃতিৰ প্ৰণামীকৰণ, সাংস্কৃতিক প্ৰতিফলন, নিসিদ্ধ আৰু অনুমোদিত আচৰণ, অভিব্যঞ্জন, নৈতিক শিক্ষাপ্ৰদান, সামাজীকৰণ, সামাজিক নিয়ন্ত্ৰণ প্ৰচাৰণ, বৈদিকীকৰণ, ঐক্য-সংহতি স্থাপন আদি বিভিন্ন সামাজিক প্ৰকাৰ্য সাধনত মন্দিৰৰ বৰঙণি সৰ্বজন স্বীকৃত। *[৩]

এই ক্ষেত্ৰত ধুবুৰী জিলাৰ মহামায়া থানসমূহৰ ভূমিকাও কম উল্লেখযোগ্য নহয়। "অন্যত্ৰ বিৰলা দেৱী, কামৰূপে গৃহে গৃহে" বোলা যোগিনীতন্ত্ৰৰ বচনৰ দ্বাৰা প্ৰমাণিত হয় যে গোটেই কামৰূপ ৰাজ্যতেই এসময়ত শক্তি পূজাৰ ব্যাপক প্ৰচলন আছিল। নামনি অসমত নীলাচল পাহাৰৰ কামাখ্যাৰ পিছতে বগৰীবাৰীৰ মহামায়া ধামৰ কথা উল্লেখ কৰিব পাৰি। বগাবাৰী মহামায়াৰ ওচৰে পাঁজৰে জিলাখনত আৰু কেইবাখনিও শক্তি পূজাৰ থান আছে। যেনে — গৌৰীপুৰৰ মহামায়া, আলোকঝাৰীৰ মহামায়া, ৰাণীগঞ্জৰ আই শাখাতী, উদমাৰীৰ কামাখ্যা, মানিকাচাৰৰ কামাখ্যা, বিলাসীপাৰাৰ (চাপৰ) জমিদাৰৰ অষ্টভূজা মহামায়া ইত্যাদি। এই থানসমূহৰ সৈতে অভিবক্ত গোৱালপাৰা জিলাৰ বহু লোক সাংস্কৃতিক ইতিহাস জড়িত হৈ আছে। আমি ইয়াত কেৱল কলেবৰ বৃদ্ধিৰ ভয়ত বগৰীবাৰীৰ মহামায়াৰ বিষয়েহে চমুকৈ আলোচনা কৰিবলৈ বিচাৰিছো।

এতিয়ালৈকে শ্ৰীৰজনী কান্ত শাস্ত্ৰীৰ "পৰ্বত জোৱাৰত মহামায়া" নামৰ সৰু পুথিখনৰ বাহিৰে বগৰীবাৰী মহামায়াৰ বিষয়ে বিশদভাৱে আলোচনা-গৱেষণা হোৱা বুলি ক'ব নোৱাৰি। বগৰীবাৰী মহামায়াৰ সম্পৰ্কত ৰচিত আন এখন সৰু পুথি হ'ল শ্ৰীশিৱানন্দ শৰ্মাৰ "মহামায়াৰ পাচালী"। ইয়াৰ উপৰি ড° মহেশ্বৰ নেওগৰ 'পৱিত্ৰ অসম', ড° নিৰ্মলপ্ৰভা বৰদলৈৰ 'দেৱী', ড° হৰিনাথ শৰ্মা দলৈৰ 'অসমত শক্তি-সাধনা আৰু শক্তি সাহিত্য', শ্ৰীজগন্নাথ পাটগিৰি সম্পাদিত — "অবিভক্ত গোৱালপাৰা জিলাৰ সত্ৰ আৰু মঠ-মন্দিৰৰ ইতিবৃত্ত" আৰু মহামায়া ধামৰ স্মৃতিগ্ৰন্থ "দেৱী ভাৰতী" (৯১) আদিত মহামায়াৰ কথা পোৱা যায়।

আহোম স্বৰ্গদেউ জয়ধ্বজ সিংহই চাহজাহানৰ হাতৰ পৰা গোৱালপাৰা জিলা কিছুদিনৰ কাৰণে উদ্ধাৰ কৰিছিল যদিও অলপদিন পিছতে দিল্লীশ্বৰ ঔৰংজেবে সেনাপতি মিৰজুমলাক পঠিয়াই পুনৰ গোৱালপাৰা নিজৰ দখললৈ নিয়ে। তাৰ পিছত ঔৰংজেবৰ পৰা যিসকলে জমিদাৰী লাভ কৰে তাৰ ভিতৰত আছিল পৰ্বতজোৱাৰৰ হাতীবৰ চৌধুৰীও এজন। এওঁৰ দিনতে বগৰীবাৰীৰ মহামায়াৰ আবিৰ্ভাব হয়। বৰ্তমান য'ত মন্দিৰ অৱস্থিত সেই অঞ্চল তেতিয়া বনৰীয়া জীৱ-জন্তুৰে ভৰা গভীৰ অৰণ্য আছিল। কেৱল কাঠকটীয়াসকলহে দলেবলে অৰণ্যত প্ৰৱেশ কৰিছিল। বড়ো-ৰাভা-গাৰো আদি দূৰে দূৰে পাহাৰক আশ্ৰয় কৰি বাস কৰা জনজাতীয় লোকসকলৰ গাঁওবোৰৰ পৰা বিচ্ছিন্ন হৈ আছিল এই গভীৰ অৰণ্য। জমিদাৰে মহামায়াৰ মূৰ্তি উদ্ধাৰ কৰি থান পতাৰ পিছৰ পৰাহে লাহে লাহে ৰাস্তা-ঘাট আৰু বসতি আৰম্ভ হৈ ওচৰৰ ৰাজাপাৰা আদি গাঁৱৰ সৃষ্টি হয়।

সেই সময়ত বেপাৰ-বাণিজ্যৰ কাৰণে জলপথ আৰু ডাঙৰ ডাঙৰ নাৱৰ ব্যৱহাৰ আছিল। বনজাত সম্পদৰ ভিতৰত শাল, চোম, শিমলু আদি কাঠৰ বেচাকিনা চলিছিল।

কিংবদন্তী মতে মহামায়াৰ আবিৰ্ভাবৰ কাহিনী এনেধৰণৰ — ষোড়শ শতাব্দীৰ শেষ দশকত বৰ্তমান বাংলাদেশৰ পাবনা জিলাৰ টোক- চান্দপুৰ গাঁৱৰ এজন কাঠবেপাৰী আহিছিল পৰ্বত জোৱাৰলৈ কাঠ কিনিবলৈ। এদিন প্ৰকাণ্ড নাৱত কাঠ বোজাই দি বিষ্ণুপুৰ নামৰ ঠাইত অলপ উত্তৰৰ পৰা দক্ষিণমুৱা হৈ টিপকাই নদীয়েদি ব্ৰহ্মপুত্ৰ অভিমুখে নাও মেলি দিয়াৰ পিছত আন্ধাৰ ৰাতি খৰস্ৰোতা সোঁতত তেওঁৰ নাও ডুবি যোৱাত কোনোমতে সাঁতুৰি পাৰ পাই কান্দি-কাটি দুঃখ-নাশিনী মহাশক্তি মহামায়াক কাতৰ কণ্ঠে মাতিবলৈ ধৰিলে। তাৰ কিছুপৰ পিছতে সূৰ্যোদয়ৰ আগমুহূৰ্ত্তত অলপ দূৰৰ এটি প্ৰকাণ্ড শিলৰ ওপৰত সৰ্বালংকাৰ ভূষিতা এগৰাকী অপৰূপা বালিকা দৰ্শন কৰি বেপাৰীয়ে বুজিলে যে তেওঁ এই গভীৰ অৰণ্যত কেতিয়াও মানৱী হ'ব নোৱাৰে। লগে লগে গৈ সাষ্টাঙ্গে প্ৰণিপাত জনাই ক'লে — " হে মা জগত জননী, মোক ৰক্ষা কৰা।" দেৱীয়ে প্ৰসন্ন চিত্তেৰে ক'লে — "পুত্ৰ, তুমি মোক অসময়ত দৰ্শন কৰিছা বাবে তোমাৰ স্থিতিকাল পৃথিৱীত অতি ক্ষীণ। এমাহমানৰ মূৰত তুমি মুক্তি পাবা। আজিয়ে তুমি জলমগ্ন নৌকা আৰু সঙ্গীসকলক পাবা। তুমি মোৰ নাম লৈ আকৌ নতুনকৈ কাঠবোৰ লতাৰে নাৱত বান্ধি অনায়াসে লৈ যাব পাৰিবা। .... জনমানসত যাতে মোৰ নাম আৰু আৱিৰ্ভাব প্ৰচাৰ হয় তুমি তাৰ ব্যৱস্থা কৰিবা। মই যি পাষাণৰ ওপৰত থিয় হৈ আছো ইয়াৰ দক্ষিণে প্ৰায় দুমাইল বাট শিলাময়। তুমি এই বাটেদি গৈ এডোখৰ নিবিৰ হাবি পাবা। তাত লতাপুঞ্জৰে শোভিত এজোপা প্ৰকাণ্ড বেল গছ আছে। সেই গছৰ তলত যি প্ৰকাণ্ড শিলাময় বেদী আছে সেইটোৱে মোৰ আধাৰশিলা বা দেৱীপীঠ। তুমি তাত এটা ঘৰ সাজি দিবা আৰু ইয়াৰ ভূম্যাধিকাৰী প্ৰমুখ্যে জনগণৰ আগত এই কথা প্ৰচাৰ কৰিবা। এয়া মোৰ স্নানঘাট। ব্ৰহ্মমুহূৰ্তত মই প্ৰত্যহ ইয়াত স্নান কৰোঁ।"*[৪] এই বুলি দেৱী অন্তৰ্দ্ধান হ'ল।

তাৰ পিছত দেৱীয়ে কোৱা দৰে বেপাৰীয়ে নাওঁ, কাঠ আৰু নাৱৰীয়াসকলক ঘূৰাই পালে আৰু ঘৰলৈ উভতি গ'ল। এমাহৰ ভিতৰতে তেওঁৰ মৃত্যু হোৱাত, কৈ যোৱা মতে তেওঁৰ পুতেক যদুৱে আহি জমিদাৰৰ সহায়ত দেৱীৰ পীঠ আৱিষ্কাৰ কৰে। মহামায়াৰ পূজাৰ্চনাৰ বাবে স্বপ্নাদেশ পাই কাশী ধামৰ পৰা কন্দৰ্পনাৰায়ণ ব্ৰহ্মচাৰী আৰু তেওঁৰ প্ৰধান সহায়ক শিষ্য নৰনাৰায়ণ ব্ৰহ্মচাৰী আহি উপস্থিত হয়। জমিদাৰে তেওঁলোকক সেই দায়িত্ব দিলে। বৰ্তমানো তেওঁলোক দুজনৰে ভাতৃ বংশধৰসকলে পুৰুষানুক্ৰমে পূজাৰ দায়িত্বত ব্ৰতী হৈ আছে। এওঁলোকৰ ঘৰ নলবাৰী জিলাৰ সোণকুৰিহা গাঁৱত। ইয়াত পূজাৰীসকলে পৰিয়াল ৰখাৰ নিয়ম নাই।

ব্ৰহ্মচাৰীদুজন আহি পোৱাৰ আগলৈকে মন্দিৰত দেৱদাসী নৃত্য চলিছিল আৰু পূজাৰ্চনাৰ অৱম্বড় নাছিল। ওচৰতে থকা কিংবদন্তীৰ দুলালী বিলখনে দেবদাসীৰ স্মৃতি বহন কৰে। *[৫]

**মন্দিৰ পৰিচালনা ঃ** সেই সময়ত পৰ্বতজোৱাৰ এষ্টেটৰ চাৰিজন অংশীদাৰৰ ((১) বগৰীবাৰী আঠ আনা (২) বগৰীবাৰী তিনি আনা (৩) ৰূপসী (৪) লক্ষ্মীপুৰ)ৰ ভিতৰত বগৰীবাৰী আঠআনীৰ জমিদাৰেই ডাঙৰ আছিল আৰু মহামায়া মন্দিৰৰ পৰিচালনাৰ দায়িত্বও তেৱেঁই গ্ৰহণ কৰিছিল। সেই উদ্দেশ্যে মহামায়াৰ দেৱোত্তৰ সম্পত্তি চলাবলৈ এজন তহবিলদাৰ নিযুক্ত কৰিছিল। ১৯৫৯ চনৰ ১৫ মাৰ্চ তাৰিখে মহামায়াৰ দেৱোত্তৰ সম্পত্তি চৰকাৰে অধিগ্ৰহণ কৰাৰ পিছত পৰিচালনাৰ ভাৰো চৰকাৰৰ হাতলৈ যায়। তেতিয়াৰ পৰা উপায়ুক্তক সভাপতি হিচাপে লৈ এখন পৰিচালনা সমিতিয়ে এই দায়িত্ব গ্ৰহণ কৰে। সমিতিৰ হিচাপৰক্ষক জনে প্ৰতিদিন মন্দিৰত উপস্থিত থাকি যাত্ৰীৰ পৰা অহা সোণ-ৰূপ-পঠা-পাৰ - দান-বৰঙণি আদিৰ হিচাপ ৰাখে। বিবাহ, উপনয়ন, চূড়াকৰণ, অন্নপ্ৰাসন আদিও ইয়াত সম্পন্ন হয়। চৰকাৰে মন্দিৰ পৰিচালনাৰ্থে বছৰি ১৫,৪৩২ টকাৰ অনুদান দিয়ে। ইয়াক চৰকাৰে অধিগ্ৰহণ কৰা দেবোত্তৰ সম্পত্তিৰ তুলনাত অতি সামান্য বুলিব পাৰি। চৰকাৰে অধিগ্ৰহণ কৰাৰ পিছত বৰ্তমান প্ৰায় ১৪৫ বিঘা শালনিসহ মাটি মহামায়াৰ নামত সংৰক্ষিত হৈ আছে।

**মন্দিৰ নিৰ্মাণ আৰু সংস্কাৰ ঃ** মন্দিৰৰ প্ৰথম খেৰৰ ঘৰটি পুৰি যোৱাৰে পৰা বৰ্তমানলৈকে ইয়াৰ কেইবাবাৰো কলেবৰ সলনি হৈছে। জমিদাৰৰ পৰিচালনাৰ কালছোৱাত খেৰৰ পিছত টিনৰ মূল মন্দিৰ (১৮৭৩ ইং), নাটমন্দিৰ, পকী নাদ (১৯২৪ ইং), পুখুৰী (১৮৮০ ইং) আদি বিভিন্ন সময়ত খন্দা /নিৰ্মাণ কৰা হয়। শেহতীয়াভাৱে ১৯৮০ চনৰ ১৭ অক্টোবৰ তাৰিখে মহাষ্টমী তিথিত দেৱীৰ বৰ্তমানৰ মন্দিৰৰ, ১৯৮৪ ইং চনৰ ৮ ডিচেম্বৰ তাৰিখে নতুন নাটমন্দিৰৰ আৰু ১৯৮৮ চনৰ ৬ আগষ্ট তাৰিখে নতুন ভোগ মন্দিৰৰ আধাৰশিলা স্থাপন কৰা হয়। সুদীৰ্ঘ ১১ বছৰ নিৰ্মাণ কাৰ্য চলাৰ পিছত ১৩৯৮ ভাস্কৰাব্দত দেৱী যজ্ঞ অনুষ্ঠিত কৰি এই নতুন মন্দিৰ উচৰ্গা কৰা হয়।

ইয়াৰ উপৰি বিভিন্ন সময়ত নিৰ্মাণ কৰা খটখটিৰ ওপৰৰ তোৰণ, বুৰুজলৈ উঠা খটখটি, ৰাষ্ট্ৰীয় পথৰ দান ভাণ্ডাৰ আৰু তোৰণ, যাত্ৰীৰ জিৰণি ঘৰ, পানী যোগানকেন্দ্ৰ আদিয়ে বগৰীবাৰীৰ মহামায়া ধামৰ ঐতিহ্য প্ৰকাশ কৰিছে।

**পূজা-ভোগ আদি ঃ** পৌৰাণিক পদ্ধতিত মহামায়াৰ দশোপচাৰ নিত্য পূজা হয়। ধ্যানমতে দেৱী দশভূজা, ত্ৰিনয়না, নানালংকাৰভূষিতা, মহিষাসুৰক বধ কৰিবলৈ উদ্যতা, গৌৰবৰ্ণা যুৱতী। দেৱীৰ অন্নভোগত আমিষ বা নিৰামিষ পঞ্চ ব্যঞ্জন, দৈ আৰু পায়স দিয়া হয়। পূজাৰ পিছত ভোগ-প্ৰসাদ যাত্ৰীসকলৰ মাজত বিতৰণ কৰা হয়। যাত্ৰীসকলেও ভোগ আৰু পঠা-পাৰ আদি বলি আগ বঢ়ায়। বহুতে বলিৰ পৰিৱৰ্তে উছৰ্গা কৰিও এৰি দিয়ে। সন্ধিয়া পৰত দেৱীৰ আৰতি আৰু লুচি-পায়স-সন্দেশৰ ভোগ উৎসৰ্গ হয়।

মহামায়া ধামত শাৰদীয় দুৰ্গপূজা, কালীপূজা, মনসা পূজা, শিৱৰাত্ৰিৰ শিৱ পূজা আদি আড়ম্বৰপূৰ্ণভাৱে কৰা হয়। দুৰ্গাপূজাৰ সময়ত 'পদ্মাপুৰাণ' গোৱা প্ৰথা জমিদাৰৰ দিনৰে পৰা চলি আহিছে। প্ৰতিদিন পূজাৰ শেষত ডবা, কাঁহ, তাল, ঘন্টা বজাই 'ডাংকা' দিয়া হয়। তেতিয়া ভক্তসকলে যিয়ে য'তে থাকে তাৰ পৰাই দেৱীলৈ মূৰ দোৱায়।

মহামায়াৰ লগতে ধামত থকা অন্যান্য দেৱ-দেৱীৰ মন্দিৰবোৰৰ ভিতৰত শিৱ মন্দিৰ প্ৰধান।

**বাঘ ভাণ্ডাৰ ঃ** মহামায়াৰ মন্দিৰৰ সন্মুখত থকা এটি বৃহৎ গহ্বৰলৈ সদায় ৰাতি দেৱীৰ বাহন বাঘ এটি আহে বুলি সেই বাঘ ভাণ্ডাৰত দিনত বলি হোৱা পঠা ছাগলিৰ মূৰ এটি দিয়া প্ৰথা অতীতৰে পৰা চলি আহিছে।

**মহামায়াৰ স্নানঘাট ঃ** কাঠ বেপাৰীয়ে প্ৰথম মহামায়াক দৰ্শন কৰা নদীৰ ঘাটটো আজিও মহামায়ৰ স্নানঘাট বুলি জনাজাত। অশোকাষ্টমীৰ সময়ত তাত মানুহে গা ধোৱে। নাৱেৰে যোৱা যাত্ৰীসকলে এই ঘাট পালে মূৰত পানী ছটিয়াই মহামায়ালৈ সেৱা জনায়। কিছু বছৰ পূৰ্বে ইয়াত আৱিষ্কৃত হোৱা পুৰণি ইটা আদিৰ পৰা খনন কাৰ্য চলালে প্ৰচীন মন্দিৰৰ চিন পোৱা যাব বুলি একাংশ লোকে বিশ্বাস কৰে। এই বিষয়ে

পুৰাতত্ত্ব বিভাগৰো দৃষ্টি আকৰ্ষণ কৰা হৈছে বুলি জনা যায়। উল্লেখযোগ্য যে শ্ৰীশিবানন্দ শৰ্মাৰ লেখাৰ পৰা মহামায়া পীঠৰ ইতিহাস খৃষ্টপূৰ্ব কালৰ বুলি জনা যায়।*৭

দেৱী মাহাত্ম্যৰ কাৰণে মহামায়া মন্দিৰত অগণন যাত্ৰীৰ ভিৰ পৰিলক্ষিত হয়। দেশ-বিদেশৰ যাত্ৰী আহে। ৰোগগ্ৰস্ত, সমস্যাগ্ৰস্ত, পুত্ৰহীনা-সন্তানহীনা নাৰীয়ে মহামায়াৰ চৰণত প্ৰাৰ্থনা জনাই কবচ ধাৰণ কৰি সুফল পায় বুলি লোক-সমাজত বিশ্বাস চলি আহিছে।

**সাত বিষমাৰ মেলা ঃ** দেখা যায় এই অঞ্চলৰ প্ৰায়বোৰ শাক্ত থানতে বহাগ মাহৰ আদিতে মেলা অনুষ্ঠিত হয়। মহামায়া মন্দিৰতো চৈত্ৰ সংক্ৰান্তিৰ পৰা ৬ বহাগলৈ মেলা হয়। মেলা উপলক্ষে মন্দিৰত যাত্ৰীৰ ভিৰ হয় আৰু অসংখ্য পঠা-পাৰ আদি বলি হয়। ধুবুৰীত অষ্টমীৰ স্নান কৰি এসময়ত মানুহে বগৰীবাৰীৰ মহামায়া মেলালৈ কুৰি মাইল বাট খোজকাঢ়ি আহিছিল। বাটত ৰঙামাটিত অৱস্থিত গৌৰীপুৰ ৰাজ এষ্টেটৰ তহবিল অতিথিশালাত জিৰণি লৈছিল।*৭

**উপসংহাৰ ঃ** মহামায়া মন্দিৰক কেন্দ্ৰ কৰি ইয়াত বহুতো দোকান-পোহাৰ গঢ়ি উঠিছে। মন্দিৰৰ মাছ, গাখীৰ, খৰি আদিৰ যোগনিয়াৰ হিচাপে বহুতৰে জীৱিকা নিৰ্বাহ হৈছে। মন্দিৰৰ দেউৰীসকল নামনিৰ ৰঙাপাৰা গাঁৱৰ লোক। মহামায়া পাহাৰ আৰু মন্দিৰৰ পৰিবেশ আৰু প্ৰকৃতিক সৌন্দৰ্য বৰ মনোৰম। মহামায়া মন্দিৰ বৰ্তমান বড়োলেণ্ডৰ অন্তৰ্ভুক্ত হৈছে।

এই অঞ্চলৰ মানুহে নতুন গছৰ ফল, খেতিৰ নতুন চাউল, গৰুৰ গাখীৰ আদি প্ৰথমে মহামায়ালৈ আগবঢ়ায়। মুছলমান সমাজতো দেৱী মহামায়া সমাদৃত। পূৰ্বে মহামায়া ধামত তৈয়াৰ হোৱা 'কাজী' বস্তু ৰোগৰ প্ৰতিষেধক দৰৱ হিচাপে গৰু আৰু মানুহক খুৱাবৰ বাবে এই অঞ্চলৰ হিন্দু-মুছলমান আদি সকলো সম্প্ৰদায়ৰ মানুহে নিছিলহি।

এই অঞ্চলৰ মানুহে মহামায়াৰ নামলৈ শপত খায়। বিপদত পৰিলে মহামায়াক চিন্তে আৰু মানস কৰে। এই অঞ্চলৰ মানুহে বছৰত এবাৰ অন্ততঃ মহামায়াক দৰ্শন কৰিবলৈ যায়। মহামায়াৰ প্ৰভাৱত দুৰ্গা, লক্ষ্মী আদিক কেন্দ্ৰ কৰি বহু গীত-মাত ৰচিত হৈছিল যদিও বেছিভাগেই কালৰ বুকুত হেৰাই গৈছে। দেৱী মহামায়াই ভক্তৰ মনোবাঞ্ছা পূৰণ কৰাৰ বহু কাহিনী লোক-সমাজত প্ৰচলিত আছে।

এই অঞ্চলৰ বড়ো-ৰাভা-গাৰো-চাওঁতাল আদি বিভিন্ন জনজাতিৰ লোকসকলৰ মাজত মহামায়াৰ গভীৰ প্ৰভাৱ লক্ষ্য কৰা যায়। মহামায়াক কেন্দ্ৰ কৰি তেওঁলোকৰ মাজতো নানান কাহিনী, জনবিশ্বাস গঢ়ি উঠিছে।

মহামায়াৰ থানৰ লোক-সংস্কৃতিৰ অধ্যয়নে এখন সমাজৰ ছবি অতীতৰ পৰা বৰ্তমানলৈ স্পষ্টকৈ দাঙি ধৰিব বুলি আশা কৰিব পাৰি।

(১)* শ্ৰী শ্ৰী চণ্ডী — সুবোধ চন্দ্ৰ মজুমদাৰ সম্পাদিত — পৃষ্ঠা ১১।

(২)* জগন্নাথ পাটগিৰি সম্পাদিত অবিভক্ত গোৱালপাৰা জিলাৰ 'সত্ৰ আৰু মঠ মন্দিৰৰ ইতিবৃত্ত' গ্ৰন্থৰ অন্তৰ্গত ড° নবীন চন্দ্ৰ শৰ্মাৰ প্ৰবন্ধ — মঠ মন্দিৰ ঃ উৎপত্তিঃ বিকাশ ঃ প্ৰকাৰ্য্য।

(৩)* প্ৰাঃ উঃ গ্ৰন্থ।

(৪)* শ্ৰীৰজনীকান্ত শাস্ত্ৰী — পৰ্বত জোৰাৰত মহামায়া, পৃঃ ১২।

(৫)* প্ৰাঃ উঃ পুথি।

(৬)* মহামায়া ধামৰ স্মৃতিগ্ৰন্থ 'দেৱী ভাৰতী'ত প্ৰকাশিত শ্ৰীশিবানন্দ শৰ্মাৰ 'দেৱী বন্দনা' কবিতা।

(৭)* 'দেৱী ভাৰতী' স্মৃতিগ্ৰন্থত প্ৰকাশিত শ্ৰীৰবীন্দ্ৰ নাথ চৌধুৰীৰ প্ৰবন্ধ 'ৰত্নপীঠত ঐতিহ্যমণ্ডিত বাসন্তী পূজা'।



*বগৰীবাৰীৰ শ্ৰীশ্ৰীমহামায়া*





# অসমীয়া সাহিত্য চৰ্চাত বিলাসীপাৰা অঞ্চলৰ অৰিহণা

**তছিম উদ্দিন আহমেদ**

সাহিত্য জাতিৰ দাপোণ। এটা জাতিৰ প্ৰকৃত ৰূপ প্ৰতিফলিত হয় সেই জাতিৰ নিজস্ব সাহিত্যৰ মাজেৰে। সাহিত্যই এটা জাতিৰ অগ্ৰগতি আৰু উন্নতিৰ সঠিক পথৰো সন্ধান দিয়ে। জাতীয় জীৱনত বৈশিষ্ট্যৰ ওপৰত নিৰ্ভৰ কৰি সৃষ্টি হয় সাহিত্য।

কোনো এটা নিৰ্দ্দিষ্ট অঞ্চলত বসবাস কৰা মানুহৰ বা সেইখন ঠাইৰ পৰিচয়ো পাব পাৰি সেই অঞ্চলৰ পৰা ওলোৱা সক বৰ লেখক-লেখিকাসকলৰ লেখনিৰ মাজেৰে। বিলাসীপাৰা অঞ্চলৰ সাহিত্যপ্ৰেমী ৰাইজ তথা লেখক-লেখিকাই অসমীয়া সাহিত্যলৈ কেনে ধৰণৰ অৱদান আগবঢ়াইছে তাৰ এটি চমু আভাস এই প্ৰবন্ধত দাঙি ধৰিবলৈ প্ৰয়াস কৰা হৈছে।

বিলাসীপাৰা অঞ্চল বুলিবলৈ এই প্ৰবন্ধত বৰ্তমানৰ বিলাসীপাৰা মহকুমাৰ ভৌগোলিক সীমাৰেখাৰ ভিতৰৰ অঞ্চলটোকহে বুজোৱা হৈছে। উত্তৰে সাপটগ্ৰামৰ পৰা দক্ষিণে ব্ৰহ্মপুত্ৰ নৈ আৰু পূবে চাপৰ বহলপুৰৰ পৰা পশ্চিমে বগৰীবাৰীকে ধৰি ঘন জনবসতিপূৰ্ণ এই বিস্তৃত অঞ্চল প্ৰধানকৈ কোচ-ৰাজবংশী, কলিতা, বামুণ, মুছলমান, নাথ আৰু অন্যান্য বহু হিন্দু সম্প্ৰদায়ৰ লোকেৰে ভৰা। সম্প্ৰদায় ভেদে এই জনগোষ্ঠী বিলাকৰ নিজস্ব ভাষাও প্ৰত্যেকৰে কিছু সুকীয়া সুকীয়া। কিন্তু পূৰ্বৰে পৰা এই অঞ্চলত বাংলা ভাষা আৰু সংস্কৃত ভাষাৰ প্ৰভাৱ আছিল প্ৰচুৰ। এসময়ত বাংলা ভাষা শিক্ষানুষ্ঠান সমূহতো প্ৰচলিত হৈছিল। শেষত ১৯২৬ চনৰ অসম সাহিত্য সভাৰ ধুবুৰী অধিৱেশনে ৰাইজৰ আগত অসমীয়া ভাষা-সংস্কৃতিৰ প্ৰতি নতুন চিন্তাৰ এটি বাট মুকলি কৰে। ১৯৩১ চনত বিলাসীপাৰাৰ পৰা 'বোধন' নামৰ হাতে লিখি প্ৰকাশ কৰা ত্ৰৈমাসিক পত্ৰিকাখনত শ্ৰীশৰৎচন্দ্ৰ সিংহ দেৱে আৰু শ্ৰী ডালিম কুমাৰ মেধি দেৱে অসমীয়াত প্ৰবন্ধপাতি লিখি প্ৰকাশ কৰিছিল। সংস্কৃত আৰু বাংলা শিতানতহে বেছিকৈ লিখা-মেলা হৈছিল। আলোচনীখন কিছুবছৰ পিছত বন্ধ হয়। বৰ্তমান 'পাঞ্চজন্য' নামেৰে আন এখন হাতে লিখা আলোচনী হাকমাৰ লাচিত সংঘৰ সৌজন্যত প্ৰকাশ হৈ আছে।

নানা পৰিৱৰ্তনৰ মাজেৰে এই অঞ্চলত যিসকল ব্যক্তিয়ে অসমীয়া ভাষাত সাহিত্য চৰ্চা কৰি আহিছে আৰু ভাষাজননীৰ নামত অন্য প্ৰকাৰেও অৱদান আগবঢ়াইছে তেওঁলোকৰ এটি চমু পৰিচয় এই প্ৰবন্ধত আমি দাঙি ধৰিলো।

**(ক) শ্ৰী শৰৎ চন্দ্ৰ সিংহ** — সকলোৰে পৰিচিত শ্ৰীযুত সিংহ ডাঙৰীয়া বিলাসীপাৰাৰ পৰা প্ৰকাশিত 'বোধন' আলোচনীৰ নিয়মিত লেখক আৰু পৃষ্ঠপোষক আছিল। ১৯৫২ চনৰ পৰা ১৯৫৬ চনলৈকে 'কৰ্মী' নামৰ আলোচনী এখনো তেখেতে ধুবুৰীৰ পৰা প্ৰকাশ কৰিছিল। বিভিন্ন আলোচনী-কাকত আদিত মূল্যবান প্ৰবন্ধ-পাতি লিখাৰ উপৰি তেখেতে গীতো ৰচনা কৰিছে।

**(খ) শ্ৰী ৰজনীকান্ত শৰ্মা (শাস্ত্ৰী)** — ১৯২৫ চনত নলবাৰীৰ কমাৰকুছি অঞ্চলৰ ডিং ডিঙি গাঁৱত জন্ম যদিও ১৯৪৪ ইং চনৰ পৰা বগৰীবাৰী হৰেন্দ্ৰ নাৰায়ণ চেমিনাৰীত জমিদাৰী আমোলতে সংস্কৃত শিক্ষকৰ পদত নিযুক্ত হৈ ইয়াৰ স্থায়ী বাসিন্দা হৈ পৰে। অৱসৰৰ পিছত (১৯৮৬ চন) নাতিদূৰৰ বিলাসীপাৰা চহৰলৈ উঠি আহে।

তাহানি আৱাহন, জয়ন্তীৰ পাততে গল্পকাৰ হিচাপে সাহিত্যৰ পাতনি মেলি অসমৰ বিভিন্ন কাকত আলোচনীত বৰ্তমানলৈকে তেখেতে প্ৰবন্ধপাতি লিখি আছে। আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ যোগেদিও ভালেমান অসমীয়া আৰু সংস্কৃত কথিকা প্ৰচাৰিত হৈছে। সংস্কৃত পাঠ্য-পুথিকে ধৰি বৰ্তমানলৈকে তেখেতৰ চৌদ্ধখন মান বিভিন্ন পুথি প্ৰকাশিত হৈছে। ১৯৮২ চনত দীঘদিনীয়া কৃতিত্বপূৰ্ণ শিক্ষকতা আৰু সাহিত্য সেৱাৰ বাবে তেখেতে ৰাষ্ট্ৰীয় বটা লাভ কৰে। তেখেতৰ ৰচিত পুথি সমূহ ঃ

১। স্মৃতিৰ পৰশ (কবিতাপুথি) — ১৯৫৯ চন।

২। পৰ্ব্বত জোৰাৰত মহামায়া — ১ম প্ৰকাশ ১৯৫৩ চন; ৮ম প্ৰকাশ ১৯৯৫ চন।

৩। এগছি বন্তিৰ এধানি পোহৰ — অসম প্ৰকাশন পৰিষদৰ অৰ্থ সাহায্যত প্ৰকাশিত শিশু সাহিত্য, ১৯৬২।

৪। সাহিত্য কুসুমাঞ্জলি — ১৯৭৩ ৰ পৰা ৭৫ লৈ অসম মাধ্যমিক শিক্ষা পৰিষদৰ দ্বাৰা অনুমোদিত ৮ম শ্ৰেণীৰ সংস্কৃত পাঠ্যপুথি।

৫। পৰ্ব্বত জোৰাৰত মহামায়া — মূল অসমীয়া পুথিখনৰ বাংলা অনুবাদ ১৯৬০।

৬। বটুক ভৈৰৱ স্তৱ পূজা পদ্ধতি — সম্পাদিত, সংস্কৃত পুথি ১৯৮৭।

৭। তুলসীদান বিধি — সম্পাদিত, সংস্কৃত পুথি ১৯৮৯।

৮। সন্ধ্যা বিধি — সম্পাদিত, সংস্কৃত পুথি।

অনুবাদ গ্ৰন্থসমূহ ঃ

৯। মহাৰাষ্ট্ৰ জীৱন প্ৰভাত — (উপন্যাস) ৰমেশ চন্দ্ৰ দত্তৰ বাংলা মূলৰ পৰা অনূদিত। প্ৰকাশক— চপলা বুক ষ্টল, ছিলং ১৯৬৪।

১০। স্বৰ্ণলতা — (উপন্যাস) তাৰাশংকৰ বন্দ্যোপাধ্যায়ৰ বাংলা মূলৰ পৰা অনূদিত। চপলা বুক ষ্টল, ছিলং ১৯৬৫।

১১। ইন্দিৰা আৰু যুগলাংগুৰীয় — (উপন্যাস) বংকিম চন্দ্ৰৰ বাংলা মূলৰপৰা অনুবাদ। চপলা বুক ষ্টল, ১৯৬৫।

১২। ৰাধাৰাণী — (উপন্যাস) বাংকিম চন্দ্ৰৰ বাংলা মূলৰ পৰা অনুবাদ। চপলা বুক ষ্টল, ১৯৬৫।

১৩। শ্ৰীকৃষ্ণ লীলামৃতম — মহামহিমোপাধ্যায় ৺ বৈকুণ্ঠনাথ তৰ্কতীৰ্থ দেৱৰ উক্ত সংস্কৃত গ্ৰন্থৰ অসমীয়া কাব্যানুবাদ কৰা হৈছে একেখন পুথিতে। ১৯৬১। প্ৰকাশক ষ্টুডেন্টচ্ লাইব্ৰেৰী, ধুবুৰী।

১৪। শ্ৰীমদ্ভাগৱত গীতা — অসমীয়া অনুবাদ। প্ৰকাশক বীণা লাইব্ৰেৰী, গুৱাহাটী ১৯৭৮ চন।

**(গ) শ্ৰী শিৱানন্দ শৰ্মা ঃ** বিলাসীপাৰা অঞ্চলত সাহিত্য চৰ্চাৰ ইতিহাসত এক উল্লেখযোগ্য বৰঙণি আগবঢ়াইছে বিলাসীপাৰাৰ শ্ৰী শিৱানন্দ শৰ্মা ডাঙৰীয়াই। তেখেতৰ প্ৰকাশিত পুথিসমূহ — (১) পশ্চিম দিগন্তত ধুমুহাৰ ক'লা ডাৱৰ (১৯৫০), (২) অপচেষ্টা (১৯৭৬), (৩) স্বাধীনতা সংগ্ৰামত ধুবুৰী (১৯৭২), (৪) নাপিত জাতিৰ ইতিবৃত্ত (১৯৭৪), (৫) গোৱালপাৰা জিলাৰ ইতিহাস (১৯৭৬), (৬) কামৰূপ কমতাৰ ইতিহাস আৰু সংস্কৃতি, (৭) কাঞ্চনমালা, (৮) বিজয় নগৰৰ উপকথা, (৯) গোৱাল তলিৰ চৰ, (১০) মুদদাই, (১১) মহামায়াৰ পাচালী আদি।

অসম সাহিত্য সভাৰ ধুবুৰী অধিৱেশন (১৯৭২)ৰ স্মৃতি গ্ৰন্থ আৰু গোৱালপাৰা জিলা সংস্কৃতি সংৰক্ষণ নামৰ স্মৃতি গ্ৰন্থ (১৯৭১) দুখনো তেখেতে সম্পাদনা কৰে।

**(ঘ) শ্ৰী নলিনী শৰ্মা ঃ** বিলাসীপাৰা মহাবিদ্যালয়ৰ প্ৰবক্তা শ্ৰী শৰ্মা দেৱে ব্যঙ্গ আৰু হাস্যৰসমূলক গল্প আদি লিখি প্ৰতিষ্ঠা লাভ কৰিছে। ইতিমধ্যে তেওঁৰ প্ৰকাশিত এনে ধৰণৰ গল্প সংকলন কেইখন হ'ল— (১) চিৰতা (১৯৭৩), (২) বিপদ সীমাৰ ওপৰত (১৯৭৬), (৩) সৃষ্টিধৰ মাল্টি পাৰপাছ (১৯৮৩), (৪) দেশ প্ৰেম (১৯৮৬) আৰু (৫) মিষ্টাৰ সাহিত্য সভা (১৯৯৬), (৬) সম্পাদিত জীৱনী গ্ৰন্থ — ভদ্ৰকালী দেৱী (৮৯)। শ্ৰী শৰ্মাৰ ঘৰ বিলাসীপাৰা চহৰত। শ্ৰী শৰ্মা নাট্যকাৰ আৰু কবি-গীতিকাৰো।

**(ঙ) মঃ আব্দুল গফুৰ ঃ** তেখেত চাপৰৰ বৌমাৰী গাঁৱৰ স্থায়ী বাসিন্দা আৰু চাপৰ মাদ্ৰাছা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ সহঃ শিক্ষক। সাহিত্য সংগঠনৰ কামত জড়িত থকাৰ ওপৰি ভালে কেইখন পুথি লিখি উলিয়াইছে। অসমীয়া ৰচনা প্ৰণালী, ইংৰাজী ব্যকৰণ আৰু আদৰ্শ বুনিয়াদী ব্যকৰণ নামৰ তিনিখন পাঠ্যপুথি আৰু পথৰ সমল (১৯৯০), গোৰৰৰ দমত পদুম ফুল (১৯৯২), তিনিজন সভাপতিৰ জীৱনী (১৯৯৬) পুথিকেইখন ইতিমধ্যে প্ৰকাশ পাইছে। ইয়াৰউপৰি ভালেকেইখন প্ৰকাশৰ অপেক্ষাত আছে।

**(চ) শ্ৰী নিৰদেন্দু ৰায় ঃ** চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ উপাধ্যক্ষ ৰায় ডাঙৰীয়া স্বভাৱতেই এজন কবি বুলি ক'ব পাৰি। অমিত্ৰাক্ষৰ ছন্দত লিখা তেখেতৰ কবিতা সংকলন 'বিহঙ্গম দৃষ্টি' (১৯৮৮), 'অৰুণ কাকলি' (১৯৮৯), 'বাটৰুৱাৰ সুহুৰি' (১৯৮৯) আৰু স্বগতঃ উক্তি (১৯৯০) প্ৰকাশ পাইছে। তেখেতৰ লিখা 'গোৱালপৰীয়া লোকসাহিত্য সংগ্ৰহ' নামৰ তথ্যগধুৰ পুথি এখনো যন্ত্ৰস্থ হৈ আছে।

**(ছ) শ্ৰী চিদানন্দ দাস ঃ** প্ৰাথমিক শিক্ষা বিভাগৰ এজন বিষয়া হিচাপে চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰা শ্ৰী দাস ডাঙৰীয়াৰ ঘৰ চাপৰৰ সত্যপুৰত। মানৱ চৰিত্ৰ বিশ্লেষণ কৰি চোৱাটো তেওঁৰ এটা বিশেষ গুণ। সেই আধাৰতেই তেওঁ প্ৰকাশ কৰি উলিয়াইছে 'বিভিন্ন চৰিত্ৰ' (১৯৯৪) নামৰ চৰিত্ৰ প্ৰধান গল্প সংকলন এটি। ১৯৫০ চনতেই তেওঁ 'পৰিণাম' নামৰ উপন্যাসিকা এখনি লিখি উলিয়াইছিল। তেখেতে লিখা শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ ডাঙৰীয়াৰ জীৱনী (১ম খণ্ড) প্ৰকাশৰ পথত। হিন্দীৰ পৰা অসমীয়ালৈ অনুবাদ কৰা নাটক আদি আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ দ্বাৰাও প্ৰচাৰিত হৈছে। বাৰ্তালোচনী আদিও প্ৰবন্ধপাতিও লিখে।

**(জ) শ্ৰী জিতেন নাথ ঃ** তেওঁ ৰোকাখাতা উঃ মাঃ বিদ্যালয়ৰ বিষয় শিক্ষক। প্ৰকাশিত পুথি — উদ্ভিদ আৰু পৰিৱেশ (১৯৯২), শিক্ষা আৰু বিজ্ঞান (১৯৯৩) আৰু কবিতাৰ নাম শতাব্দী (১৯৯৪)।

**(ঝ) তছিম উদ্দিন আহমেদ ঃ** এই প্ৰবন্ধৰ লেখকৰ প্ৰবন্ধ আৰু কবিতা আদি অসমবাণী, সাদিন, মুজাহিদ আৰু গণচাবুক বৰ্ত্তালোচনীত প্ৰকাশ পাইছে। প্ৰকাশিত কৱিতাপুথি 'প্ৰেৰণা' (১৯৮৯)।

**(ঞ) শ্ৰী হিৰণ্য কুমাৰ নাথ ঃ** বিলাসীপাৰা নিবাসী শিক্ষক, সাংবাদিক শ্ৰী নাথৰ প্ৰকাশিত পুথি — কল্লোল (১৯৭৬)। প্ৰবন্ধ আদিও প্ৰকাশ হৈছে।

**(ট) শ্ৰী হৃদয়ানন্দ দাস ঃ** বিলাসীপাৰা পাব্লিক উঃ মাঃ বিদ্যালয়ৰ শিক্ষক আৰু সাংবাদিক। প্ৰকাশিত পুথি নাই যদিও ভালেমান প্ৰবন্ধপাতি প্ৰকাশ পাইছে।

**(ঠ) ৺ তৰুবালা দেৱী ঃ** এখেতৰ ঘৰ হাকামাত। এখেতৰ শকুন্তলা, ধ্ৰুৱ আৰু প্ৰহ্লাদ নামৰ সৰু একক্ষীয়া নাট প্ৰকাশিত হৈছে।

**(ড) নিশিকান্ত দেৱনাথ ঃ** এখেতৰ ঘৰ ৰাণীগঞ্জৰ শিঙিমাৰীত। তেখেতে লিখা পুথি — আৰতী (১৯৮৫), 'ফাগুনী' আৰু 'প্ৰাণৰ স্পন্দন'।

**(ঢ) শ্ৰী খগেন বৰ্মন ঃ** ঘৰ চাপৰৰ বৌমাৰীত। তেখেতৰ কৱিতাপুথি 'উপহাৰ' আৰু 'অভিমানী ফুল'।

**(ণ) ৺ কুমাৰ মাধৱ নাৰায়ণ দেৱ ঃ** চাপৰ উঃ মাঃ বিদ্যালয়ৰ শিক্ষক আছিল। মজলীয়া স্কুলৰ পাঠ্যপুথি প্ৰকাশ পাইছে। 'পৰিণাম' আৰু 'মেন মেকিং ফেক্টৰী' নামৰ নাটক দুখন লিখিছে।

**(ত) সুধীৰ নাথ গোস্বামী ঃ** ৰাণীগঞ্জ উঃ মাঃ বিদ্যালয়ৰ শিক্ষক। তেখেতে লিখা পুথি — সংঘাত আৰু ৰ'দালি সুৰুযৰ সেউজীয়া ঘাঁহনি।

**(থ) শ্ৰীমতী ইন্দিৰা সিংহ ঃ** চাপৰৰ ইন্দিৰা সিংহৰ গল্প সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ দ্বাৰা পুৰস্কৃত হৈছে। প্ৰকাশিত কৱিতা পুথি — নীলিম আকাশ (১৯৯০)।

**(দ) শ্ৰী অনিমেষ কান্তি চৰকাৰ ঃ** শিক্ষকতা কৰাৰ লগতে নানান সামাজিক কামত ব্ৰতী শ্ৰী চৰকাৰ এগৰাকী সুৰকাৰেই নহয় — সুলেখকো। তেখেতে ছাত্ৰ জীৱনতে একাধিক নাট ৰচনা কৰিছিল। কবিতা প্ৰবন্ধাদি লিখাৰ উপৰিও তেখেতৰ বলিষ্ঠ কলম কাকত সম্পাদনাৰ লগতো জৰিত।

অন্যান্য লেখক লেখিকাসকলৰ ভিতৰত বিলাসীপাৰাৰ ড প্ৰণৱ কুমাৰ মহন্ত (বাল্ট ডিচনী, অসমীয়া অনুবাদ), প্ৰাক্তন বিধায়ক উপাধ্যক্ষ গিয়াছউদ্দিন আহমেদ (ফিজি), কিৰণ বৰুৱা, নালিমা চৌধুৰী, ৰূপলেখা তামুলী, জগদানন্দ বৰকলিতা, ধনঞ্জয় সিংহ, ধীৰেন বৰুৱা, ৺ পৰিমল শৰ্মা, ৺ ৰতন শৰ্মা, ৺ অনন্ত শৰ্মা, বিক্ৰমজিৎ চক্ৰৱৰ্ত্তী, সুভাষ চৌধুৰী, ড অৰুণ চক্ৰৱৰ্ত্তী, গীতাগুহ ৰায়, শৰদিন্দু চক্ৰৱৰ্ত্তী, বীথিকা চক্ৰৱৰ্ত্তী, শ্ৰীজন নাথ, ৺ মনোৰঞ্জন চৰকাৰ, নিখিল বসুমতাৰী, জনিল ব্ৰহ্ম (টিপকাই) ৺ জয়নাল আবেদিন, ৺ শব্দে আলী আহমেদ, আবুৱাল হাসৰ, চাপৰৰ শ্ৰীমতী মঞ্জুলা সিংহ (গেঙ্গোত্ৰী-গোমুখ), বৌচনাৰা আহমেদ, শ্ৰী সুবীৰ দাস, কন্দৰ্প বৰপূজাৰী তৰণীকান্ত ৰায়, নিখিল সিংহ, জব্বাৰ আলী শ্বেখ, গোপাল দাস, ৰাণীগঞ্জৰ শ্ৰী কৰীন্দ্ৰ দেৱনাথ, মণিকান্ত নাথ, নগেন নাথ, দিগম্বৰ নাথ, মফিজুদ্দিন শ্বেখ, ৰঘুনাথ চৌধুৰী, পৱিত্ৰ কুমাৰ নাথ, নিখিল ৰঞ্জন দাস আৰু লক্ষীগঞ্জৰ ৰামেশ্বৰ দেৱনাথ (অশ্ৰুলেখা)ৰ নাম উল্লেখযোগ্য। ৰাণীগঞ্জৰ নিখিল ৰঞ্জন দাস আৰু চাপৰৰ নিখিল সিং অবিভক্ত গোৱালপাৰা জিলা সাহিত্য সভাৰ বছৰেকীয়া মুখপত্ৰ 'ৰত্নপীঠ' সম্পাদনাও কৰিছিল।

সাহিত্য সভা সংগঠনৰ লগত সক্ৰিয়ভাৱে জড়িত থাকি বিলাসীপাৰাৰ শ্ৰী বিক্ৰমজিৎ চক্ৰৱৰ্ত্তী, ৺ অনিমেষ বৰ্মন, ৺ হীৰেন শৰ্মা, শ্ৰী বিভৱ চক্ৰৱৰ্ত্তী, চাপৰৰ প্ৰসন্ন কুমাৰ দাস, পাশান আলী শ্বেখ আৰু অন্যান্য ব্যক্তিসকলে নবীন লেখক-লেখিকা সকললৈ প্ৰেৰণা যোগাইছে।

সংবাদ মাধ্যমটোও হৈছে সাহিত্যৰ এটা অঙ্গ। সংবাদ সাহিত্যৰ লগত জড়িত থকা চাপৰৰ শ্ৰীদীপক কুমাৰ মেধি, তিলক চন্দ্ৰ প্ৰসাদ, তিলক ৰায়, কেশৱ নাথ, হজৰত আলী আৰু বিলাসীপাৰাৰ শ্ৰী অৰ্দ্ধেন্দু চক্ৰৱৰ্ত্তী, কল্যাণ চক্ৰৱৰ্ত্তী, দয়াল পাল, হেমেন ৰায় আদি ব্যক্তিসকলৰ অৱদানৰ কথা উল্লেখনীয়।

ইয়াৰ উপৰি দুই এজন ব্যক্তিৰ নাম এই প্ৰবন্ধৰ পৰা প্ৰবন্ধকাৰৰ অজ্ঞতাৰ বাবে বাদ পৰাটো অতি স্বাভাৱিক। নীতিগত কাৰণত তেওঁলোকৰ প্ৰতি ক্ষমাপ্ৰাৰ্থী।

বিঃ দ্ৰঃ — প্ৰবন্ধটো যুগুত কৰোতে শ্ৰী নিৰদেন্দু ৰায় ডাঙৰীয়াই সম্পূৰ্ণ সহায় আগবঢ়োৱাত তেওঁৰ প্ৰতি লেখক কৃতজ্ঞ।

## পুথিৰ পাতৰ পৰা

আমাৰ বহুতৰে আনকি বহু কবিৰো কবিতা সম্পৰ্কে থকা ধাৰণাটো বৰ স্পষ্ট নহয়। গদ্যৰ ভাষাৰ কথাখিনিকেই কিবা নহয় কিবা এটা ছন্দৰ শিকলি পিন্ধাই সমান জোখৰ আঁতৰে আঁতৰে অন্ত্যমিলৰ অলংকাৰ আঁৰি দিলেই সি কবিতা হৈ নুঠে। আজিকালি যিটো বস্তুৰ প্ৰাচুৰ্য উভৈনদীকৈ বৃদ্ধি পাইছে, মুক্তক ছন্দৰ বুলি ঘোষণা কৰা — সিবোৰত দৰাচলতে মুক্তক ছন্দৰ সুদূৰতম আভাসো নাই — সেই কথাৰ ভাষাৰ খেলিমেলি ৰূপৰ বস্তুবোৰ কবিতা যে নহয়েই, আনকি নিয়মৰ শিকলি পিন্ধাই লিখা পদ্যও নহয়।

— ডঃ মহেন্দ্ৰ বৰাৰ 'লঘু-গুৰু'ৰ পৰা




# জমিদাৰী আমোলত চাপৰ এষ্টেটৰ অৰ্থনৈতিক অৱস্থা

মিনতি কংসবণিক

ওঠৰ শতাব্দীৰ প্ৰায় মাজভাগত বিজনী ৰাজ্যৰ চাপৰ পৰগনা লৈ এখন সুকীয়া জমিদাৰী প্ৰতিষ্ঠিত হৈছিল। এই জমিদাৰিৰ প্ৰধান কাৰ্যালয় চাপৰত থাকোতেই ইয়াৰ পুৰণি আৰু মূল্যবান দলিল-পত্ৰসমূহ জুয়ে পুৰি নষ্ট কৰে। সেইবাবে এই জমিদাৰী সম্পৰ্কে ১১৩০ বঙ্গাব্দৰ (১৭২৩ খৃষ্টাব্দ) আগৰ কোনো নিৰ্ভৰযোগ্য ইতিহাস পোৱা নাযায়। জনা যায় যে ময়মনসিং জিলাৰ (বৰ্তমান বাংলাদেশ) কিশোৰগঞ্জ চাব-ডিভিজনৰ জয়নাৰায়ণ শৰ্মা নামৰ এজন ব্যক্তিয়ে মোগলৰ পৰা এই জমিদাৰীৰ অনুমোদন লাভ কৰিছিল।[১] এই জমিদাৰিখন তুলনামূলকভাৱে সৰু আছিল। ইয়াৰ মুঠ মাটি কালি আছিল ৫১৪.৫৬ স্কো. কিলোমিটাৰ।[২] ব্ৰহ্মপুত্ৰৰ দুইপাৰৰ বিস্তীৰ্ণ চৰ মাটিয়ে ইয়াৰ সম্পূৰ্ণ এলেকাৰ বিৰাট অংশ জুৰি আছিল। জয়নাৰায়ণ শৰ্মা মোগলৰ অধীনত চৌধুৰী পদাধিকাৰী আছিল আৰু ৰঙামাটিত থকা মোগল ফৌজদাৰক নামমাত্ৰ কৰ পৰিশোধ কৰিছিল।[৩] ইয়াৰ প্ৰধান কাৰ্যালয় আদিতে চাপৰত আছিল যদিও কীৰ্ত্তিনাৰায়ণ চৌধুৰীৰ শাসনকালত (১৮৪৭-৮২ খৃষ্টাব্দ) ১৮৫৩ চনত প্ৰধান কাৰ্যালয় চাপৰৰ পৰা বিলাসীপাৰালৈ স্থানান্তৰ কৰা হয়। নৃপেন্দ্ৰ নাৰায়ণ চৌধুৰী এই এষ্টেটৰ শেষ জমিদাৰ আছিল। এওঁৰ দিনতেই অসম চৰকাৰে জমিদাৰিসমূহ অধিগ্ৰহণ কৰে। বৰ্তমান নিবন্ধত জমিদাৰী শাসনৰ সময়ৰ চাপৰ এষ্টেটৰ অৰ্থনৈতিক অৱস্থা সম্পৰ্কে আলোচনা কৰিবলৈ এটি প্ৰয়াস কৰা হৈছে।

সকলো সম্প্ৰদায়ৰ হিন্দু আৰু দেশীয় মুছলমানসকল এই এষ্টেটৰ অধিবাসী। মাত্ৰ কেইঘৰমান মেছ মানুহ আছিল যদিও গাৰো, চাওঁতাল আৰু খ্ৰীষ্টান অধিবাসী ইয়াত নাছিল।[৪] বৰ্তমান শতাব্দীৰ আৰম্ভণিতে বিশেষকৈ ১৯০৪ চনৰ পৰা বঙ্গদেশৰ চুবুৰীয়া জিলাসমূহৰ মুছলমানসকল ইয়ালৈ অনুপ্ৰবেশ কৰিবলৈ আৰম্ভ কৰে। এই এষ্টেটৰ বিস্তীৰ্ণ চৰ এলেকা তেওঁলোকে ক্ৰমান্বয়ে নামমাত্ৰ খাজনাত জমিদাৰৰ পৰা বন্দোবস্তিত লবলৈ ধৰে। ফলস্বৰূপে তেওঁলোকৰ দেশীৰ ভাইসকলে দলে দলে ইয়ালৈ আহিবলৈ ধৰে। স্থানীয় লোকে ভাটিৰফালৰ পৰা অহা অনুপ্ৰবেশকাৰী মুছলমানসকলক 'ভাটিয়া' বুলি অভিহিত কৰিছিল। এই 'ভাটিয়া' সকলক চৰৰ মাটিসমূহ বন্দোবস্তিত দিয়াৰ ফলত জমিদাৰিৰ খাজনাৰ পৰিমাণ বৃদ্ধি হৈছিল; কাৰণ ইয়াৰ আগেয়ে এই চৰ অঞ্চলৰ পৰা মাজে-সময়ে ম'হৰ পাল চৰোৱা বাবদ কিছু সামান্য আয়ৰ বাহিৰে প্ৰকৃতপক্ষে ইয়াৰপৰা এষ্টেটৰ কোনো আয় নহৈছিল। 'ভাটিয়া'সকল উদ্যোগী আছিল আৰু যিকোনোধৰণৰ শস্য উৎপাদন কৰিব পাৰিছিল।

এই এষ্টেটৰ অধিকাংশ অঞ্চল চৰ-মাটি লৈ গঠিত হোৱা বাবে স্বাভাৱিকভাৱেই ইয়াৰ মাটি বালি-চহিয়া। প্ৰতিবছৰ পলস পৰি ইয়াৰ খেতি-মাটিৰ উৰ্ব্বৰতা বৃদ্ধি হয়। ইয়াৰ মাটি সকলো প্ৰকাৰ শস্যৰবাবে উপযোগী। বিভিন্ন প্ৰকাৰৰ ধান, দাইল, চাইনা, কাওন, গম, সৰিয়হ, ৰেপ-চীড়্, ক'লা জিৰা, ধনিয়া পিঁয়াজ, মৰাপাট আদি উৎপন্ন হয়। 'ভাটিয়া' সকলে মৰাপাটৰ খেতি ব্যাপকভাৱে কৰিছিল। বিলাসীপাৰাৰ পাট ইয়াৰ গুণগত মান আৰু দৈৰ্ঘ্যৰ বাবে বিখ্যাত আছিল।[৫] 'কায়েমী' (স্থানী) মাটিত আহু আৰু শালিধান, মৰাপাট, সৰিয়হ, ধপাত আৰু কুঁহিয়াৰৰ খেতি কৰা হৈছিল।[৬]

এষ্টেটৰ গড় বৃষ্টিপাতৰ পৰিমাণ আছিল বছৰি ১০০ ইঞ্চি। বৃষ্টিপাতৰ এই পৰিমান খেতিবাতি কৰাত যথেষ্ট সহায়ক হৈছিল। অৱশ্যে চৰ অঞ্চলৰ দ-ঠাইৰ শস্যাদি প্ৰায়েই ব্ৰহ্মপুত্ৰৰ বানপানীয়ে ক্ষতি কৰিছিল। চাপৰ ডিহিৰ অন্তৰ্গত এই এষ্টেটত এখন চাহ বাগিচাও আছে। এইটো এটা সীমিত কোম্পানী।

১৯১৭ চনত বিশেষ কৰ্তব্যত নিয়োজিত গোৱালপাৰাৰ ডেপুটি কমিচনাৰ এ, জে, লেইনে কৈছে যে সাম্প্ৰতিক কাললৈকে এই এষ্টেটত মাত্ৰ একশ্ৰেণীৰ প্ৰজাহে আছিল। তেওঁলোক হ'ল কৃষি-ৰায়ত – যিসকলে পোনপটীয়াকৈ জমিদাৰৰ অধীনত নিজে খেতি-বাতি কৰিছিল। তেওঁলোকক সাধাৰণ প্ৰজা (অৰ্ডিনাৰি ৰায়ত) বা স্বেচ্ছা প্ৰজা (টেনান্ট-এট-উইল) বোলা হৈছিল। মাটিৰ ওপৰত তেওঁলোকৰ স্থায়ী অধিকাৰ নাছিল আৰু তেওঁলোকেও একেটা ঠাইতে স্থায়ীভাৱে বসবাস কৰিবলৈ আগ্ৰহ বা ভাল নাপাইছিল। সাধাৰণতে কোনো ঠাইৰ মাটিৰ উৎপাদিকা শক্তি নিঃশেষ হ'লে অথবা কোনোধৰণৰ মহামাৰীয়ে দেখা দিলে তেওঁলোকে নিঃসঙ্কোচে সেই ঠাই পৰিত্যাগ কৰি অন্য ঠাইলৈ গুচি গৈছিল। একেখন গাঁৱৰেতে অন্য অংশত অথবা অইন কোনো ঠাইত জঙ্গল পৰিষ্কাৰ কৰি খেতিৰ বাবে নতুনকৈ মাটি উলিয়াই লৈছিল। কিন্তু ১৯০৫ চনৰ পিছত বঙ্গ দেশৰ পৰা বৃহৎসংখ্যক মানুহ আহি এই এষ্টেটত বসতি কৰিবলৈ লোৱাৰ ফলত ইয়াৰ স্থানীয় অধিবাসীসকলৰ সঘনাই স্থান পৰিবৰ্তনৰ অভ্যাসটো কিছু পৰিমাণে কমি আহে।[৭]

১৯০৫ চনৰ পিছত ইয়াত বসবাস কৰিবলৈ লোৱা মুছলমান লোকসকলে এষ্টেটৰ পৰা একো একোটা ডাঙৰ এলেকাৰ মাটি ইজাৰাত লৈছিল। ইজাৰাত লোৱা এই মাটিখিনিক 'জোত' বুলি কোৱা হৈছিল আৰু লওঁতাজনক জোতদাৰ। 'জোতদাৰ' সকলে বঙ্গদেশৰ পৰা প্ৰজা আনি তেওঁলোকৰ 'জোতত' বহুৱাইছিল। এওঁলোকে আকেং 'জোতত' বহওৱা প্ৰজাসকলৰ লগত কেতিয়াবা আংশিক অথবা সম্পূৰ্ণ 'জোতৰ' বন্দোবস্ত কৰি লৈছিল। এইদৰে আৰু একশ্ৰেণীৰ প্ৰজাৰ উদ্ভৱ হৈছিল যাক অকৃষক-প্ৰজা বুলি কব পাৰি; কাৰণ তেওঁলোকৰ পৰা খাজনা আদায় কৰিবলৈ। চাপৰ এষ্টেটত এনেধৰণৰ 'জোতদাৰৰ' সংখ্যা একেবাৰে কম নাছিল। সময়ৰ লগে লগে আৰু এটা শ্ৰেণীৰ প্ৰজাৰ উদ্ভৱ হয়। তেওঁলোক হ'ল 'আধিকাৰ' অৰ্থাৎ যিসকলে খেতিৰ মাটিডৰাৰ খাজনা বাবদ উৎপন্ন শস্যৰ অৰ্দ্ধেক আৰু 'চুকানিদাৰ' অৰ্থাৎ যিসকলে খাজনা বাবদ নগদ টকা ওপৰৱালাক দিব লাগে।[৮]

যিসকল ৰায়তে জমিদাৰৰ পৰা খেতি কৰিবলৈ মাটি লৈছিল আৰু একেৰাহে ১২ বছৰ ভোগ কৰিছিল, তেওঁলোকৰ ক্ষেত্ৰত সেইসময়ৰ প্ৰচলিত আইনৰ ৬ ধাৰা অনুসৰি (এক্ট VIII,১৮৬৯) মাটিডৰাৰ ওপৰত পুৰুষানুক্ৰমিক অধিকাৰ স্বীকৃত হৈছিল আৰু তেওঁলোকৰ বিৰুদ্ধে আদালতৰ 'হুকুমনামা' নহ'লে অথবা বন্দোবস্তৰ চৰ্ত ভঙ্গ নকৰিলে এই ৰায়তসকলক তেওঁলোকৰ মাটিৰ পৰা উচ্ছেদ কৰিব নোৱাৰিছিল। কিন্তু তেওঁলোকে এই মাটি হস্তান্তৰ কৰিব নোৱাৰিছিল আৰু ১৮৬৯ চনৰ এক্ট VIII, চেকচন ১৮ত উল্লেখ কৰা ধাৰা অনুসৰি জমিদাৰে চুক্তি কৰি অথবা আইনৰ সহায়ত এই ৰায়তসকলৰ ওপৰত খাজনা বৃদ্ধি কৰিব পৰা অধিকাৰ পাইছিল।[৯]

তলতীয়া প্ৰজা আৰু তেওঁলোকৰ ওপৰৱালা মালিকৰ সম্পৰ্কটো আছিল 'ইজাৰাদাৰ' আৰু 'পট্টাদাতাৰ'। তেওঁলোকৰ দুয়োপক্ষৰ মাজত সম্পাদিত চুক্তিৰ চৰ্তবিলাকেহে দুয়োপক্ষৰ মাজৰ সম্পৰ্ক নিয়ন্ত্ৰিত কৰিছিল। তলতীয়া প্ৰজাৰ ওপৰত খাজনা বৃদ্ধি কৰাৰ কোনো নিৰ্দ্দিষ্ট ভিত্তি অথবা নীতি নাছিল। এ. জে. লেইনে মন্তব্য কৰিছে যে বৰ্তমান শতাব্দীৰ দ্বিতীয় দশকৰ সময়ছোৱাত এই প্ৰজাসকলে অতি উচ্চহাৰত খাজনা দিবলগীয়া হৈছিল যাৰ পৰিমাণ এওঁলোকৰ ওপৰৱালাই জমিদাৰক শোধাবলগীয়া খাজনাৰ প্ৰায় দুগুণ।[১০] কোনো কোনো ক্ষেত্ৰত আনকি তাতকৈও বেছি।

সম্পূৰ্ণ চাপৰ এষ্টেটখনৰ নিয়মমাফিক কোনো জৰীপ হোৱা নাছিল বাবেই অধিকাৰৰ প্ৰমাণ-পত্ৰৰ প্ৰচলন নাছিল যেন অনুমান হয়। প্ৰশাসনিক সুবিধাৰ বাবে 'এক আন্দাজি' আৰু 'খণ্ড জৰীপ'ৰ প্ৰচলন আছিল। অৱশ্যে ডাঙৰ 'জোতদাৰ' সকলৰ ক্ষেত্ৰত মাটি লোৱাৰ প্ৰমাণ-পত্ৰ হিচাবে 'কবুলিয়ত' নামৰ গুৰুত্বপূৰ্ণ দলিল লোৱাৰ ব্যৱস্থা আছিল যদিও খুব কমেইহে ইয়াৰ ব্যৱহাৰ হৈছিল। চাপৰ এষ্টেটত মাটিৰ বাবে পট্টা অনুমোদনৰ ৰীতিৰ প্ৰচলন প্ৰায় নাছিল। কিন্তু প্ৰজাসকলৰ আবেদনক্ৰমে তেওঁলোকক মাটি ভোগ কৰিবলৈ 'অনলনামা' অথবা 'হুকুমনামা' প্ৰদান কৰিছিল। ইয়াৰ বাবে এষ্টেটে 'অনলনামা' বাবদ এটকা আৰু 'হুকুমনামা' বাবদ আঠ অনা মাচুল লৈছিল।[১১]

পুৰণি কালত অন্যান্য অঞ্চলৰ দৰে ইয়াতো 'হাল'ৰ ওপৰত ভিত্তি কৰি খাজনা নিৰ্দ্ধাৰিত হৈছিল। জানিবলৈ পোৱা আটাইতকৈ পুৰণি খাজনাৰ নিৰিখ আছিল হালে প্ৰতি ৩ টকা ৩ অনা।। সম্ভৱতঃ খাজনাৰ এই নিৰিখ কেৱল ধান খেতিৰ মাটিৰ ওপৰতেই ধাৰ্য হৈছিল কাৰণ অন্যান্য এষ্টেটবিলাকতো সেইসময়ত কেৱল ধান খেতিৰ মাটিৰ ওপৰতহে খাজনা বহওৱা হৈছিল। ১৮৭৬ চনত কিছু কিছু এলেকাৰ পৰা 'হাল-প্ৰথা' উঠাই দিয়া হৈছিল আৰু তলত দেখুওৱাৰ দৰে বৰ্দ্ধিত হাৰত খাজনা নিৰ্দ্ধাৰিণ কৰিছিল।[১২]

| | |
|---|---|
| বাস্তু মাটি | ৯ অনা ৬ পাই প্ৰতি বিঘা। |
| শালি মাটি | ৮ অনা প্ৰতি বিঘা। |
| আহু মাটি | ৪ অনা ৬ পাই প্ৰতি বিঘা। |
| চান্দিনা | ৫ টকা প্ৰতি বিঘা। |

(দোকান-পোহাৰ বা ব্যৱসায়ৰ কাৰণে লোৱা মাটি)

আকৌ যিবিলাক ঠাইত তেতিয়াও 'হাল-প্ৰথা'ৰ প্ৰচলন আছিল, তাতো ১৮৮০ চনত নতুনকৈ বৰ্দ্ধিত হাৰত খাজনা নিৰ্দ্ধাৰিত হৈছিল। এই সময়ত ৩ টকা ৩ অনাৰ পৰা ৪ টকা ৮ অনা পৰ্যন্ত খাজনা বৃদ্ধি হৈছিল। ১৯০৮ চনত 'হাল-খাজনা'ৰ হাৰ আকৌ বঢ়োৱা হৈছিল।[১৩] ১৯১৩-১৪ চনত এষ্টেটৰ সমূহ অঞ্চলৰ পৰা 'হাল-প্ৰথা' সম্পূৰ্ণ উঠাই দিয়া হয় আৰু সাধাৰণভাৱে বিঘা প্ৰতি ১০ অনা ৬ পাই হাৰত খাজনাৰ প্ৰৱৰ্তন কৰে। এই সময়ত এষ্টেটৰ সকলো অঞ্চলত প্ৰচলিত খাজনাৰ নিৰিখৰ গড় পৰিমাণ আছিল ৬ অনাৰ পৰা ১ টকালৈ। তলত দিয়া বিবৃতিটোত এষ্টেটৰ বিভিন্ন এলেকাত সেইসময়ত প্ৰচলিত নিম্নতম আৰু উচ্চতম খাজনাৰ নিৰিখ দেখুওৱা হ'লঃ[১৪]

**১। সদৰ কাছাৰী ঃ**

| | |
|---|---|
| (ক) বাস্তু | ৬ অনাৰ পৰা ১ টকালৈ |
| (খ) কৃষি উপযোগী মাটি | ৪ অনা ১ পাইৰ পৰা ১ টকালৈ । |
| (গ) বজাৰ | ৫ টকাৰ পৰা ২০ টকালৈ। |

**২। কাজিপাৰা কাছাৰী ঃ**

| | |
|---|---|
| (ক) বাস্তু | ৯ অনা ২ পাইৰ পৰা ১২ অনালৈ। |
| (খ) শালি | ৮ অনা ২ পাইৰ পৰা ১০ অনালৈ। |
| (গ) আহু | ৪ অনা ২ পাইৰ পৰা ১০ অনালৈ। |
| (ঘ) মৰাপাট খেতিৰ মাটি | ৮ অনা ২ পাইৰ পৰা ১২ অনালৈ। |
| (ঙ) বজাৰ | ৫ টকাৰ পৰা ২০ টকালৈ। |

**৩। ঘুনিমাৰি তহচিল ঃ**

| | |
|---|---|
| (ক) বাস্তু | ১ টকা |
| (খ) কৃষি উপযোগী মাটি | ৬ অনা ৪১/২ পাইৰ পৰা ১২ অনালৈ। |
| (গ) বজাৰ | ১০ টকাৰ পৰা ২০ টকালৈ। |

**৪। বৰুণ ডাঙা তহচিলঃ**

| | |
|---|---|
| (ক) বাস্তু | ১ টকা ৮ অনাৰ পৰা ২ টকালৈ। |
| (খ) শালি | ৬ অনা ২ পাইৰ পৰা ১ টকালৈ। |
| (গ) আহু | ৪ অনাৰ পৰা ৮ অনালৈ। |
| (ঘ) মৰাপাট খেতিৰ মাটি | ৪ অনাৰ পৰা ৮ অনালৈ। |
| (ঙ) বজাৰ | .................. । |

এষ্টেটৰ কিছু এলেকাত তেতিয়াও উৎপাদিত শস্যেৰে জমিদাৰক খাজনা শোধোৱাৰ প্ৰথা প্ৰচলিত আছিল। তেনেক্ষেত্ৰত বিঘা প্ৰতি খাজনাৰ গড় পৰিমাণ আছিল এনেধৰণৰ ঃ[১৫]

| | | | | | |
|---|---|---|---|---|---|
| (১) কাজিপাৰা | ১ | মোন | ১৭ | সেৰ | প্ৰতি বিঘাত। |
| (২) বটৰদল | ১ | " | ২৮ | " | " " । |
| (৩) সত্যপুৰ | ১ | " | ১৭ | " | " " । |
| (৪)ভকতপাৰা | ১ | " | ২৪ | " | " " । |
| গড় | ১ | মোন | ২২১/২ | সেৰ | প্ৰতিবিঘাত। |

ৰায়তৰ তলতীয়া প্ৰজাৰ ওপৰত বহুওৱা খজনাৰ হাৰো ঠাই বিশেষে ভিন্ ভিন্ আছিল। ৮ অনা অথবা ৯ অনাৰ পৰা আৰম্ভ কৰি ১০ অনালৈ; আনকি ১ টকালৈও আছিল। আনকি কিছুমান ঠাইত এই খাজনা প্ৰতি বিঘাত ১ টকা ১২ অনা পৰ্য্যন্তও আছিল।"[১৬] অৱশ্যে এই নিৰিখ এটা ব্যতিক্ৰম আছিল। কিহৰ ওপৰত ভিত্তি কৰি খাজনাৰ এই নিৰিখ নিৰ্দ্ধাৰিত হৈছিল, সেইটো সঠিককৈ জনা নেযায়। উৎপন্ন শস্যৰ এটা অংশৰ মূল্যৰ ওপৰত ভিত্তি কৰি খাজনাৰ এই নিৰিখ নিৰ্দ্ধাৰিত হৈছিল বুলি অনুমান কৰিব পাৰি। ইয়াৰ ওপৰত সময়ে সময়ে খাজনা বৃদ্ধিৰ কাৰণবিলাকৰ ভিতৰত আছিল কেতিয়াবা চুবুৰীয়া ঠাইত খাজনা বৃদ্ধি, অথবা মাটিৰ উৎপাদিকা শক্তি বৃদ্ধি, নতুবা উৎপাদিত শস্যৰ মূল্যবৃদ্ধি।"[১৭]

চাপৰ এষ্টেটত মাটি বন্দোবস্ত আৰু নামজাৰি কৰাৰ যাবতীয় প্ৰক্ৰিয়াবিলাক 'সদৰ জমা অফিচ'ত কৰিব লাগিছিল। জৰিপ আৰু ইয়াৰ প্ৰতিবেদনৰ বাবে আবেদন পত্ৰ পঞ্জীকৃত কৰি জৰিপ বিভাগলৈ পঠাব লাগে। ডিহি 'নায়েব'জনৰ পৰা এই মৰ্মে বিবৃতি পোৱাৰ পিছতহে আগতীয়াকৈ জাননী দি চূড়ান্ত আদেশ দিয়া হয়। মাটি বন্দোবস্তৰেই হওক অথবা নামজাৰিৰেই হওক, কোনো আবেদন পত্ৰই ১ টকা ১০ অনা মাচুল জমা নিদিয়ালৈকে পঞ্জীকৃত কৰা নহৈছিল। এই মাচুলৰ পৰা ২ অনা স্কুলৰ নিধিলৈ গৈছিল আৰু বাকী ১ টকা ৮ অনা মালিক আৰু অফিচাৰৰ মাজত ভাগ হৈছিল—যাৰ এক তৃতীয়াংশ ভাগ অফিচাৰে পাইছিল। "[১৮] জৰিপকাৰিজনে প্ৰতিটো কামৰ বাবে এটকাকৈ পাইছিল আৰু শিকলি ধৰোঁতাজন যদি এষ্টেটৰ পিয়ন হয়, তেনেহ'লে জৰিপ বাবদ আদায় কৰা মাচুলৰ পৰা প্ৰতিটো জৰিপ'ত মাত্ৰ চাৰি অনাকৈ লাভ কৰিছিল।

জমিদাৰ নৃপেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ আবেদনক্ৰমে ১৯৩১ চনত চাপৰ এষ্টেটৰ প্ৰশাসন পৰিচালনাৰ দায়িত্বভাৰ বৃটিছ চৰকাৰে গ্ৰহণ কৰাৰ সময়ত সম্পূৰ্ণ চাপৰ এষ্টেটখন মুঠ পাঁচটা ৰাজস্ব খণ্ডত বিভক্ত আছিল। তলত এই ৰাজস্ব খণ্ডসমূহৰ অন্তৰ্গত মৌজা, ইয়াৰ পৰা হোৱা বছৰি সামগ্ৰিক আয় আৰু নতুনকৈ বন্দোবস্তৰ অধীনলৈ অনা মাটিৰ পৰিমাণ ইত্যাদিৰ এটি বিবৰন দাঙি ধৰা হ'লঃ"[১৯]

| মৌজাৰ সংখ্যা | ডিহিৰ নাম | সকলো প্ৰকাৰৰ কৰ সমন্বিতে বছৰি আয় | ডিহিসমূহত মাটি বন্দোবস্তিৰ বিস্তৃতি |
|---|---|---|---|
| ৩৭ | সদৰ ডিহি | ৪০,২৩৮ টকা | ৪৭,১৫৬ বিঘা। |
| ৩৩ | কাজিপাৰা ডিহি | ৩৪,৭১০ টকা | ৫০,৬১৫ বিঘা। |
| ১৭ | ৰৌথাৰা ডিহি | ২২,৯৮৮ টকা | ৩১,৩৫৮ টকা। |
| ২০ | ঘুনিমাৰি ডিহি | ১৮,৪৯৮ টকা | ২৪,৭৯২ টকা। |
| ৬ | বৰুণডাঙা ডিহি | ৩,৮৪৪ টকা | ৩,৫৭২ টকা। |

বৰ্তমান শতাব্দীৰ প্ৰথম দশকলৈকে মৌজাদাৰসকলেই খাজনা আদায় কৰিছিল আৰু তেওঁলোকে ৰায়তৰ পৰা দিবলগীয়া খাজনাৰ উপৰিও খাজনাৰ প্ৰতি টকাৰ বিপৰীতে ১ অনা ৬ পাইৰ পৰা ২ অনা পৰ্যন্ত কমিছন হিচাবে আদায় কৰিছিল।"[২০] পিছলৈ এই পদ্ধতিৰ পৰিবৰ্তন হৈছিল আৰু এষ্টেটৰ পিয়নসকলৰ মাধ্যমত তাগিদা দি আৰু শিবিৰ পাতি লৈ ৰাজস্ব সংগ্ৰহ কৰা হৈছিল। কেতিয়াবা প্ৰজাসকলে স্বইচ্ছায় ডিহি কাছাৰীলৈ আহি তেওঁলোকৰ দিবলগীয়া ৰাজস্ব আদায় দি গৈছিল। খাজনা দিয়াৰ পাছত তেওঁলোকক ৰচিদ দিয়া হৈছিল, এই ৰচিদৰ আৰু দুটা প্ৰতিলিপি ৰখা হৈছিল; ইয়াৰে এটা সংশ্লিষ্ট ডিহি কাছাৰীত ৰখা হৈছিল আৰু আনটো অংশ নিৰীক্ষণৰ বাবে সদৰলৈ প্ৰেৰণ কৰা হৈছিল।"[২১]

আদিতে মাটি বন্দোবস্তি মাচুল লোৱা হৈছিল যদিও ইয়াৰ কোনো ধৰা-বন্ধা আইন নাছিল; সাধাৰণতে মাটিৰ গুণাগুণৰ ওপৰত মাচুল কম-বেছি হোৱাটো নিৰ্ভৰ কৰিছিল। তথাপিও মোটামুটিভাৱে প্ৰতি বিঘাই গড়ে ৮ অনাৰ পৰা ১ টকালৈ লোৱা হৈছিল। কিন্তু ১৩৩৫ বঙ্গাব্দত (১৯১৮ খৃষ্টাব্দ) এই মাচুল ৩ টকা ৮ অনাৰ পৰা বাঢ়ি একে কোবে বিঘা প্ৰতি ৫ টকা হৈছিল। কিন্তু এষ্টেটখনৰ প্ৰচণ্ড অৰ্থনৈতিক মন্দাৰ কোবত বন্দোবস্তি মাচুলৰ এই নিৰিখ কমিবলৈ ধৰে আৰু বৰ্তমান শতাব্দীৰ চল্লিছৰ দশকত এই মাচুলৰ নিৰিখ হয়গৈ বিঘা প্ৰতি ২ টকাৰ পৰা ২ টকা ৮ অনালৈ। উত্তৰাধিকাৰ সূত্ৰে প্ৰাপ্ত সম্পত্তিৰ বাহিৰে আন প্ৰতিটো নামজাৰি কেচৰ মাচুল ক্ৰয়মূল্যৰ ওপৰত শতকৰা ১০ ৰ পৰা ২৫ টকালৈ নিৰ্দ্ধাৰিত হৈছিল। প্ৰতিটো বন্দোবস্তি আৰু নামজাৰি কেচত মালিকজনে এক টকা হাৰত এটি বিশেষ 'নজৰ' আৰু ইন্দ্ৰনাৰায়ণ একাডেমিৰ খৰচ বাবদ ৮ অনাৰ পৰা ১ টকালৈ মাচুল দিব লাগিছিল।"[২২] যিহেতু এই এষ্টেটৰ অফিচাৰসকলে তুলনামূলকভাৱে কম বেতন পাইছিল, সেইবাবে এওঁলোকক 'তাহৰি' নামৰ এবিধ কমিছনৰ দ্বাৰা ক্ষতিপূৰণ দিয়াৰ ব্যৱস্থা আছিল। এইবাবেই এই এষ্টেটৰ অফিচাৰসকলে আবেদন মাচুলৰ এক তৃতীয়াংশ, বন্দোবস্তি আৰু নামজাৰি মাচুলৰ এক চতুৰ্থাংশ লাভ কৰিছিল। দিবলৈ থকা খাজনাৰ বাবে তাগিদা দিবলৈ পঠিওৱা পিয়নক ৫ অনাকৈ "খোৰাকি" হিচাবে দিয়া হৈছিল আৰু শেষতীয়া দাবী অনুযায়ী বছৰি ২ অনা ৬ পাইকৈ প্ৰতিজন প্ৰজাৰ পৰা আদায় কৰা হৈছিল। এইদৰে সংগৃহীত টকাখিনি "খোৰাকি" বাবদ পিয়নসকলৰ মাজত ভগাই দিয়া হৈছিল।"[২৩] "খোৰাকি" সংগ্ৰহৰ এই প্ৰথাটো চুবুৰীয়া এষ্টেটসমূহতো প্ৰচলিত আছিল।

খাজনা, বন্দোবস্তি, আবেদন, নামজাৰি মাচুল, ঋণবিভাগৰ বিনিয়োগ আদিৰ পৰা হোৱা আয়ৰ উপৰিও এষ্টেটৰ 'চয়ৰাত' বিভাগৰ পৰাও বছৰি এটা বুজন পৰিমাণৰ ধন এষ্টেটৰ ভঁড়াললৈ আহিছিল। আয়ৰ বিভিন্ন সূত্ৰবিলাক একত্ৰিতভাৱে লৈ এষ্টেটৰ 'চয়ৰাত মহল' গঠিত আছিল। এই মহলৰ প্ৰতিটো বিভাগৰ পৰা আদায় কৰা খাজনাৰ হাৰৰ এটি এটি তালিকা তলত শাৰীকৈ সজাই দিয়া হ'লঃ

(ক) বিলাসীপাৰা আৰু কাজিপাৰা বজাৰৰ পৰা বজাৰ শুল্ক ঃ এই শুল্ক ১ পাইৰ পৰা ছয়পাইলৈ প্ৰতিজন বিক্ৰেতাৰ পৰা তেওঁলোকৰ বয়বস্তুৰ প্ৰকৃতি আৰু পৰিমাণ হিচাবে আদায় কৰিছিল।

(খ) গৰু হাট ঃ ক্ৰেতাজনৰ পৰা গৰুৰ ক্ৰয়মূল্যৰ প্ৰতি টকাত ৬ পাইকৈ আদায় কৰা হৈছিল।

(গ) ভাশান মহলঃ এইবিধ মাচুল বিলাসীপাৰা আৰু কাজিপাৰাত আমদানি আৰু ৰপ্তানী কৰিবলৈ অনা ধান আৰু সৰিয়হৰ ওপৰত লগোৱা হৈছিল। ১০০ মোনলৈকে মাচুলৰ হাৰ আছিল মোন প্ৰতি ৬ পাই আৰু ১০০ মোনৰ ওপৰাত প্ৰতি মোনৰ বাবে ৩ পাই। হাৰত মাচুল দিব লাগিছিল। এষ্টেটৰ প্ৰজাই তিনিমোনলৈকে এই মাচুল ৰেহাই পাইছিল।

(ঘ) খুটাগাৰি ঃ বেপাৰ কৰিবলৈ অহা নাওবিলাক জমিদাৰি এলেকাত অৱস্থান কৰিলে সেইবোৰৰ পৰা এইবিধ মাচুল লোৱা হৈছিল। প্ৰতিখন সৰু নাৱৰ বাবে ৪ অনা হাৰত আৰু ৫০ মোনতকৈ অধিক সামগ্ৰী কঢ়িয়াব পৰা নাৱৰ বাবে ৮ অনা হাৰত এই মাচুল লোৱা হৈছিল। এষ্টেটৰ প্ৰজাসকলে অৱশ্যে এই মাচুলৰ পৰা অব্যাহিতি পাইছিল। সাধাৰণতে বাহিৰৰ পৰা নাৱেৰে পণ্য-দ্ৰব্য লৈ অহা বেপাৰীসকলৰ পৰা এই মাচুল আদায় কৰা হৈছিল। (ঙ) স্থলজাত ঃ ১৮৯০ চনৰ ৩ চেপ্টেম্বৰ তাৰিখে গোৱালপাৰাৰ ডেপুটি কমিচনাৰৰ লগত হোৱা চুক্তি অনুযায়ী চৰকাৰী হাবিৰ পৰা কাটি আনি চাপৰ এষ্টেটৰ এলেকাৰ ভিতৰত দম কৰি জমা কৰি ৰাখিলে প্ৰতিযোৰ কাঠ-খুটাৰ (লগ) বাবদ দুই অনা হাৰত মাচুল আদায় কৰিব পাৰিছিল। যদি চুবুৰীয়া এষ্টেটৰ কাঠ-খুটা এই এলেকাত জমা কৰি ৰখা হয় তেনেহ'লে ৬ অনা ৪ ১/২ পাই হাৰত এই মাচুল আদায় কৰা হৈছিল।"[২৪]

(চ) মীন বিভাগ ঃ চাপৰ পৰগনাৰ ভিতৰত থকা ব্ৰহ্মপুত্ৰৰ ঘাই সুঁতিটো এসময়ত এই এষ্টেটৰ অবিচ্ছেদ্য অংশ আছিল। নদীৰ এই অংশটোক ১ নং মীন ক্ষেত্ৰ বুলি কোৱা হৈছিল। বৃটিছ চৰকাৰে ১৮৫৯ চনত চাপৰ এষ্টেটৰ এই প্ৰধান প্ৰবাহিত সুঁতিটো বাজেয়াপ্ত কৰি লয় আৰু ১৮৬০ চনৰ পৰা এই মীন ক্ষেত্ৰটো ইজাৰাত দিবলৈ লয়। প্ৰধান মীন ক্ষেত্ৰৰ পৰা বঞ্চিত হ'লেও এফালে মানস নদীৰ মুখৰ পৰা পাৰমাৰী জান আৰু আনহাতে সূতা খোৱামুখৰ পৰা পীৰ বাঘমাৰাৰ দৰগাহলৈ—এই সম্পূৰ্ণ এলেকাৰ নদী সমূহত চাপৰৰ জমিদাৰৰ একাধিপত্য আছিল। এইবিলাক নদীৰ পানীত আৰু বিলসমূহত মাছ ধৰা ব্যৱসায় কৰি এষ্টেটে এটা বুজন পৰিমাণৰ অৰ্থ উপাৰ্জন কৰিছিল। ১নং চৰকাৰী মীন ক্ষেত্ৰটোও মাজে সময়ে এষ্টেটে লীজত লৈছিল।

(ছ) দালালি মহল ঃ এই মহলটো সৰ্বোচ্চ মূল্যত নীলামত ল'ব পৰা ব্যক্তিজনক দিয়া হৈছিল। ধান, সৰিয়হ আদি যিবিলাক সামগ্ৰী এই দালালৰ মাধ্যমত কিনা হৈছিল; সেইবিলাকৰ ওপৰত মোন প্ৰতি ১ পাই হাৰত দালালি ব্যয় আদায় কৰা হৈছিল। "[২৫]

(জ) পাট মহল ঃ বিদেশী পাট-ক্ৰেতাসকলৰ পৰা মোনে প্ৰতি ৬ পাই হাৰত এই মাচুল আদায় কৰা হৈছিল।

আয়ৰ এইবিলাক সাধাৰণ উৎসৰ উপৰিও, প্ৰজাসকলৰ পৰা সংগৃহীত বিভিন্ন ধৰণৰ মাচুল আদিৰ পৰাও এষ্টেটখনৰ কিছু আয় হৈছিল। প্ৰজাৰ পৰা আদায় কৰা এনেধৰণৰ ওপৰঞ্চি মাচুলৰ কেইটামান উদাহৰণ তলত দাঙি ধৰা হ'ল ঃ

(১) পুৰ্ণ্য নজৰ ঃ এইবিধ মাচুল প্ৰজাসকলে 'পুণ্য-উৎসৱ'ৰ দিনত দিব লাগিছিল। প্ৰতিবছৰ খাজনা শোধোৱাৰ আৰম্ভণিতে উৎসৱ পাতি এইবিধ 'নজৰ' লোৱা হৈছিল। প্ৰজাসকলৰ মৰ্যাদা আৰু আৰ্থিক অৱস্থা অনুসৰি এই মাচুলৰ হাৰ কম বেছি হৈছিল। সাধাৰণতে ৪ অনাৰ পৰা ২ টকালৈ এই মাচুল লোৱা হৈছিল এইবিধ 'নজৰ' জমিদাৰৰ ওচৰত জমা হিচাবে গণ্য হৈছিল।

**(২) বিজয়া-দশমী নজৰ ঃ** দুৰ্গা পূজাৰ শেষত দশমী তিথিত এষ্টেটৰ সন্মানীয় প্ৰজাসকল জমিদাৰগৃহত নিমন্ত্ৰিত হৈছিল। তেওঁলোকে বিলাসীপাৰাত জমিদাৰৰ ঘৰলৈ আহি প্ৰত্যেকে এটকাকৈ বিজয়া-দশমী উপলক্ষে জমিদাৰক 'নজৰ' দিব লাগিছিল, অৱশ্যে ইয়াৰ পৰিবৰ্তে জমিদাৰে তেওঁলোকক ভোজন কৰাইছিল।

**(৩) মৰ্চা অথবা পানবাট্টা ঃ** এষ্টেটৰ ভিতৰত কোনো ঠাইত বিয়া-অনুষ্ঠান পাতিলে, প্ৰতিখন বিয়া অনুষ্ঠানৰ বাবে দুটকাকৈ মাচুল দিব লাগিছিল। এষ্টেটৰ বাহিৰৰ কোনো লোক আহি যদি ইয়াত বিয়া অনুষ্ঠান পাতে তেনেহ'লে ৫ টকা মাচুল লোৱা হৈছিল।

**(৪) ডাক চালামী ঃ** মাটিৰ বন্দোবস্ত লওঁতে কেইবাগৰাকী আবেদনকাৰীৰ ভিতৰত যিজনে সৰ্বোচ্চ খাজনাত মাটিৰ বন্দোবস্ত পায়, তেওঁৰ পৰা এষ্টেটে এইবিধ প্ৰণামী গ্ৰহণ কৰিছিল।

**(৫) শন-বন মাচুল ঃ** হাবিৰ পৰা জুই ধৰিবলৈ খৰি, ঘৰ বান্ধিবৰ খেৰ আদি সংগ্ৰহ কৰিবলৈ জঙ্গলত সোমাবলৈ প্ৰজাই জমিদাৰৰ পৰা অনুমতি ল'ব লাগিছিল । প্ৰত্যেকটো অনুমতি পত্ৰৰ বাবে এষ্টেটে ২ টকা ৮ অনাকৈ মাচুল লৈছিল।

**(৬) চৰাই আৰু কাহ-চৰাই মাচুল ঃ** এইবিধ মাচুল পথাৰত ম'হৰ পাল চৰোৱাৰ বাবদ লোৱা হৈছিল। প্ৰতিটো ম'হৰ বাবে বছৰি ২ টকা ১০ অনা ৬ পাই ধাৰ্য হৈছিল। চৰণীয়া পথাৰবোৰ যদি গোটেই বছৰ ম'হ চৰাবৰ উপযোগী হৈ নাথাকেও, তথাপিও এই মাচুল ৰেহাই অথবা কম নহৈছিল । গৰুৰ মাচুল নিৰ্দ্ধাৰিত হৈছিল গোহালি প্ৰতি ৩ টকা ১১ অনা ৬ পাই হিচাবে।

**(৭) তদন্ত চালামি ঃ** স্থানীয় কোনো বিষয়ৰ ওপৰত তদন্ত কৰিবলৈ অহা বিষয়াজনক স্থানীয় প্ৰজাই বিষয়াজনৰ পদমৰ্য্যাদা অনুসৰি নিৰ্দ্ধাৰিত হাৰত এইবিধ 'চালামি' দিবলগীয়া হৈছিল।"[২৬]

**(৮) জৰীপ মাচুল ঃ** কিছুমান এষ্টেটত নিমীয়া জৰিপৰ ক্ষেত্ৰত কোনো জৰিপ মাচুল লোৱা নহৈছিল। আকৌ কিছুমান জমিদাৰিত পৰিয়াল প্ৰতি ৩ টকা ৮ অনাকৈ জৰিপ মাচুল লোৱা হৈছিল। চাপৰ এষ্টেটত এই মাচুলৰ হাৰ আছিল পৰিয়াল প্ৰতি ৩ টকা ৮ অনা।

ওপৰোক্ত আলোচনাৰ পৰা দেখা যায় যে সেই সময়ৰ পৰিস্থিতি আৰু প্ৰয়োজনৰ লগত খাপ খোৱাকৈ চাপৰ এষ্টেটৰ নিয়মীয়া এটা অৰ্থনৈতিক ব্যৱস্থা আছিল। যদিও আদিতে মাটি ভোগ দখলৰ বাবে খাজনাৰ কোনো নিৰ্দ্দিষ্ট নিৰিখ নাছিল, বৰ্তমান শতাব্দীৰ আৰম্ভণিৰে পৰা আইনৰ সহায়ত বিভিন্ন সময়ত বিভিন্ন ব্যৱস্থাৱলীৰ দ্বাৰা মাটিৰ খাজনাৰ পৰিমাণ এটা নিৰ্দ্ধাৰিত পৰ্য্যায়লৈ অনা হৈছিল। অৱশ্যে এইটোও দেখা যায় যে কিছুমান সুবিধাবাদী জমিদাৰ আৰু এষ্টেটৰ উচ্চ বিষয়াসকলে এই নিয়মীয়া ব্যৱস্থাৰ ভিতৰতে বিভিন্ন ধৰণৰ সুযোগ আৰু সুবিধা উলিয়াই প্ৰজাৰ পৰা অধিক ধন আদায় কৰি নিজৰ অৱস্থা টনকিয়াল কৰিছিল। আয়ৰ বিভিন্ন সূত্ৰৰ পৰা দেখা যায় যে এই এষ্টেটৰ অৰ্থনৈতিক অৱস্থা খুব উন্নত নাছিল যদিও একেবাৰে বেয়াও নাছিল।

পাদ-টীকা ঃ

১। *ৰেভিনিউ এ, ডিচেম্বৰ, ১৯৩১, নং ৩০৩-৩১০ ৰেকৰ্ড অফিচ, অসম সচিবালয়, দিশপুৰ, পৃ ঃ ৭। বি. চি. এলেন, আচাম ডিষ্ট্ৰিক্ট গেজেটিয়াৰ, ভলিউম থ্ৰি, গোৱালপাৰা, ক্যালকাটা, ১৯০৫ পৃঃ ১১৬ ।

২। *খানচৌধুৰী আমানাতুল্লা আহমেদ, কোচবিহাৰেৰ ইতিহাস, প্ৰথম খণ্ড, ক্যালকাটা, ১৯৯০ পৃ ঃ ২৬২।

৩। *ৰেভিনিউ এ, প্ৰা. গু. ক্ত, পৃ ঃ ১০।

৪। *তথৈব।

৫। *তথৈব।

৬। *ৰেভিনিউ এ, প্ৰা. গু. ক্ত।

৭। *এ. জে. লেইন, ত্ৰ্যান একাউন্ট অব ল্যাণ্ড টেনিওৰ চিষ্টেম অব গোৱালপাৰা ঃ উইথ ক্ৰিটিছিজম অব দি এগজিছটিং ৰেণ্ট ল এণ্ড চাজেছচন ফৰ ইট্‌ছ এমেনমেণ্ট, গভৰ্নমেণ্ট অব আচাম, ছিলং ১৯১৭ পৃ ঃ ১০১।

৮। *তথৈব।

৯। *তথৈব।

১০। *তথৈব।

১১। *ৰেভিনিউ এ, প্ৰা. গু. ক্ত, পৃঃ ১৪।

১২। *লেইন, প্ৰক-সদৃশ।

১৩। *তথৈব।

১৪। *তথৈব, পৃঃ ১৪৪।

১৫। *তথৈব।

১৬। *তথৈব।

১৭। *তথৈব।

১৮। *ৰেভিনিউ এ, প্ৰাক-সদৃশ।

১৯। *ৰেভিনিউ এ, প্ৰা. গু ক্ত, পৃ ঃ ১১।

২০। *লেইন, প্ৰ. গু. ক্ত, পৃঃ ১৪৩।

২১। *ৰেভিনিউ এ, প্ৰাক-সদৃশ।

২২। *তথৈব; পৃঃ ১২।

২৩। *তথৈব।

২৪। *তথৈব।

২৫। *তথৈব, পৃঃ ১৩।

২৬। *লেইন, প্ৰা. গু. ক্ত, পৃঃ ১৪৯।








# মৎস্যজীৱীসকলৰ সমস্যাৰ এটি পৰ্য্যালোচনা

## প্ৰভাস দাস

পৃথিৱীৰ ইতিহাসত এনে কিছুমান সম্প্ৰদায় আছে যিসকলৰ অৱদানে মানৱ সমাজৰ বিভিন্ন দিশক ধৰি ৰখাত এবাব নোৱৰাকৈ সহায় কৰি আহিছে; কিন্তু সেই মানৱ সমাজৰে বিভিন্ন ঘাটনাৰ প্ৰবাহত, সময়ৰ সোঁতত আকৌ এই সম্প্ৰদায়বিলাক সমাজৰ বুকুৰ পৰা নাইকিয়া হৈ গৈ আছে। যাৰ ফলত সমাজৰ প্ৰকৃত আকৃতিটো সলনি হৈ হৈ নানান সমস্যাত ভুগি আছে।

ভাৰতৰ এনে সমপ্ৰদায়বিলাকৰ ভিতৰত অনুসূচিত জাতিৰ মৎস্যজীৱী সম্প্ৰদায়ো এটি আৰু এনেধৰণৰ বহুত অনুন্নত সম্প্ৰদায়ক লৈ ভাৰতবৰ্ষ এখন অনুন্নত অৰ্থনীতিৰ দেশ।

এই অৰ্থনৈতিক অনুন্নত্বতা দূৰ কৰাৰ বাবে ভাৰত চৰকাৰে বিশেষকৈ স্বাধীনতাৰ পিছৰ পৰাই এটাৰ পিছত এটা পৰিকল্পনা আঁচনি, কাৰ্যসূচী লৈয়ে আছে। অথচ দিনক দিনে ভাৰতত ধনীসকল অধিক ধনী আৰু দুখীয়াসকলৰ অধিক দুখীয়া হৈ গৈ আছে এই দুখীয়া সকলৰ ভিতৰত যিসকল জাতিগতভাৱে অধিক দুখীয়া সেইসকলক ভাৰতীয় সংবিধানৰ অনুসূচীৰ তালিকাভুক্ত জাতি কৰি লোৱা হৈছিল আৰু এওঁলোকৰ সৰ্ব্বাঙ্গীণ উন্নয়নৰ বাবে সংবিধানত উল্লেখ কৰা হৈছিল যে —

"The State shall promote "with special care the educational and economic interests of the weaker sections of the people and in particular of the scheduled castes and scheduled Tribes and at protecting them from social injustice and all forms of exploitation" (Article 46).

ইয়াৰ উপৰি ভাৰতীয় সংবিধানৰ ৰাষ্ট্ৰৰ নিৰ্দ্দেশাত্মক নীতিত উল্লেখ আছে যে "The Indian constitution (Article 36 in part iv) aim at creating a society in which all have the right to be provided with work and where there is no exploitation of the economically cally weak by the strong and where disparties in income and wealth have been rc/duced to the minimum. It is the purpose of economics of a welfare State like India to translate these noble objectives into rea lity"

ভাৰতে স্বাধীনতা লাভ কৰাৰ পিছত ভাৰতৰ বুকুৰেদি আঠোটা পঞ্চবাৰ্ষিক পৰিকল্পনাৰ লগতে মহান মহান ব্যক্তিসকলৰ মহান মহান আঁচনি আৰু কাৰ্যসূচী পাৰ হৈ গ'ল কিন্তু আমাৰ সংবিধানৰ লক্ষ্যবোৰ, কথাবোৰ আৰু প্ৰতিশ্ৰুতিবোৰ সংবিধানতে লিপিবদ্ধ হৈ থকিল। কাৰণ, এতিয়াও ভাৰতৰ প্ৰায় আধা ভাগ মানুহ দৰিদ্ৰ সীমা ৰেখাৰ তলত বাস কৰি আছে। ইয়াৰ ভিতৰত যিসকলৰ সকলো ধৰণৰ উন্নয়নৰ বাবে ভাৰতীয় সংবিধানৰ বিভিন্ন অনুচ্ছেদত বিভিন্ন সা-সুবিধাৰ কথা উল্লেখ কৰি অনুসূচীৰ তালিকাভুক্ত কৰিলে সেইসকল অনুসূচিত জাতিৰ মানুহৰ প্ৰায় ৭৫% ভাগ মানুহেই এতিয়াও দৰিদ্ৰ সীমা ৰেখাৰ তলৰ বাসিন্দা। পৃথিৱীৰ ইতিহাসত এক বিৰল ঘটনা।

The Constitutional (Scheduled Castes) order, 1950 ৰ দ্বিতীয় খণ্ডত অসমৰ অনুসূচিত জাতিৰ তালিকাত ১৬ টা জাতিৰ নাম অন্তৰ্ভুক্ত কৰা হৈছে। সেই কেইটাৰ ভিতৰত নমঃশূদ্ৰ, কৈৱৰ্ত্ত, ঝালো-মালো, পাটনী, জাল কেওঁট আৰু আংশিকভাৱে কিছু হীৰা, অসমৰ মৎস্যজীৱী সম্প্ৰদায় আৰু এওঁলোক অসমৰ মুঠ অনুসূচীত জাতিৰ প্ৰায় ৮০% ভাগ। পৌৰাণিক যুগৰ পৰা (চান্দ সদাগৰৰ দিনৰ পৰা) শৰাইঘাটৰ ৰণ আৰু ভাৰতৰ স্বাধীনতা আন্দোলনকে ধৰি অসমৰ সকলো ধৰণৰ উন্নয়নত এওঁলোক ওতপ্ৰোতভাৱে জড়িত। কিন্তু দুখ আৰু পৰিতাপৰ বিষয় এইযে, এওঁলোকৰ বিষয় সকলো খিনি কথাৰ সংগ্ৰহিত ইতিহাস, আলোচনা আদি ক'তো পাবলৈ নাই।

যদিও বৰ্তমানে দুই-চাৰিটা বিশ্লেষণাত্মক আলোচনা এওঁলোকক লৈ হৈ আছে আৰু চৰকাৰে বিশেষ বিশেষ আঁচনি লৈ ঢাক-ঢোল বজাই বহুত কিবা কৰিম আৰু কৰিছো বুলি প্ৰচাৰ কৰিছে। সেয়া কাগজৰ পাতত হে। বাস্তৱত ইয়াৰ ফল শূন্য।

মানৱ সমাজৰ আদিম ব্যৱসায়ে আছিল মাছধৰা আৰু চিকাৰ কৰা। সময়ৰ সোঁতত অইন সম্প্ৰদায়বিলাকে মাছ ধৰা এৰি অইন অইন ব্যৱসায় কামত সিঁচৰতি হ'ল। কিন্তু মৎস্যজীৱী সম্প্ৰদায়ৰ মানুহ খিনিয়ে সেই আদিম ব্যৱসায়টো মতা-তিৰোতা নিৰ্বিশেষে বিভিন্ন প্ৰতিকূল পৰিবেশৰ মাজেৰে ভাৰত তথা অসমৰ ৯৫% মানুহৰ মূল খাদ্যৰ পুষ্টিকৰ খাদ্য মাছ যোগান দি আহিছে আৰু যাৰ জৰিয়তে ভাৰতৰ জাতীয় উৎপাদনো বাঢ়ি গৈছে। দ্বিতীয়তে, এই মাছ আমাৰ খাদ্যৰ কেবল প্ৰধান লগৰীয়াই নহয়। অসম তথা ভাৰতীয় জন-জীৱনৰ বিভিন্ন মঙ্গলজনক কামৰ ক্ষেত্ৰত যেনে —বিয়া-বাৰু, শ্ৰাদ্ধ, পিণ্ড, ভোজে- ভাতে, সকামে-নিকামে মাছ নহ'লে নহয়।

মাছটো অস্পৃশ্য নহ'ল, কিন্তু মানুহবোৰ অস্পৃশ্য হ'ল। সমাজৰ কি অভিশাপ! চৰকাৰে মাটিবোৰৰ চিৰস্থায়ী বন্দোৱস্ত দিলে কিন্তু খাল-বিল, নদ-নদীৰ চিৰস্থায়ী বন্দোৱস্ত নিদিলে যাৰ ফলত, হাল যাৰ মাটি তাৰ হ'ল কিন্তু জাল যাৰ জল তাৰ নহ'ল। তথাপি অসমৰ এই

মৎস্যজীৱী সম্প্ৰদায়ৰ মানুহখিনি খাল-বিল, নদ-নদীকে ভিত্তি কৰি অসমৰ সমতল ভূমিৰ প্ৰায় কেইখন জিলাতে বসবাস কৰি আছে।

ধুবুৰী জিলাৰ বিলাসীপাৰা মহকুমাৰ তিনিওখন চাৰ্কেলতে মৎস্যজীৱী সম্প্ৰদায়ৰ মানুহখিনি বাস কৰি আছে। ১৯৯১ চনৰ লোক পিয়ল মতে বিলাসী পাৰাৰ মহকুমাত ২১, ৯৪১ জন অনুসূচিত জাতিৰ মানুহ আছে আৰু ইয়াৰ প্ৰায় ৮০% ভাগ মানুহে মৎস্যজীৱী। এই মহকুমাত মৎস্যজীৱী সম্প্ৰদায়ৰ জাতিবোৰৰ ভিতৰত নমঃশূদ্ৰ আৰু ঝালো-মালো নামৰ জাতি দুটাই মহকুমাৰ ২০ খনমান গাঁৱকে ধৰি চাপৰ, বিলাসীপাৰা আৰু সাপটগ্ৰাম চহৰৰ ৬ টামান ওৱাৰ্ডত বসবাস কৰি আছে।

সময়ৰ সোঁতত অইন অইন অনা- অনুসূচিত জাতিৰ মানুহে মাছৰ ব্যৱসায় কৰিলেও তেওঁলোকে এতিয়াও মৎস্যজীৱী সম্প্ৰদায় বুলি স্বীকৃতি পোৱা নাই। সেয়ে নমঃশূদ্ৰ আৰু ঝালো-মালো জাতি দুটাক (মৎস্যজীৱী সকলক) Traditional fishermen Community বুলি ক'ব পাৰি আৰু এওঁলোক অনুসূচিত জাতি হোৱা বাবে অনুসূচীত জাতিৰ মৎস্যজীৱী সম্প্ৰদায় বুলি কোৱা হয়। অতীতৰ পৰাই এই সম্প্ৰদায়টো অসমৰ লোক-সংস্কৃতিত গোৱালপৰীয়া লোক সংস্কৃতিৰ মাধ্যমেৰে বিভিন্ন দিশত বিভিন্নভাৱে বৰঙণি আগবঢ়াই আহিছে। এই বৰঙণিসমূহ অইন সম্প্ৰদায়ৰ তুলনাত কোনো গুণে কম নহয়।

অথচ এওঁলোকৰ আৰ্থ-সামাজিক অৱস্থা দিনক দিনে এনে বেয়াৰ পিনে গৈ আছে যে যাক ভাষাৰে প্ৰকাশ কৰিব নোৱাৰি। নামত যদিও এওঁলোক এতিয়াও মৎস্যজীৱী সম্প্ৰদায় কিন্তু কামত কোনোবাই ধনী মানুহৰ ঘৰৰ লগুৱা-লিগিৰী, চাহৰ-দোকান, হোটেলৰ কৰ্মচাৰী, ৰিক্সা চালক, ঠেলা চালক, দিন মজুৰি কৰা মানুহ আৰু কম সংখ্যকহে মাছ-মৰীয়া। অইন অইন সম্প্ৰদায়ৰ মানুহে মাটি বিক্ৰী কৰি গাঁৱৰ পৰা চহৰলৈ যায়, এওঁলোক চহৰৰ পৰা মাটি বিক্ৰি কৰি গাঁৱলৈ আহে বা চহৰতে বেলেগৰ ঘৰত থাকে। বিলাসীপাৰা চহৰৰ বড়োগাঁৱ, চাপৰৰ শান্তিপুৰ আদিয়ে ইয়াৰ উৎকৃষ্ট উদাহৰণ। এনেকৈ এই সম্প্ৰদায়টো যেন এদিনা পৃথিৱীৰ পৰা নাইকিয়া হৈ যাব।

সেয়ে এই বিশ্ব আয়তনিক (Globalisation) আৰু মান উন্নতি কৰাৰ (Standardisation) যুগত এই সম্প্ৰদায়ৰ পুঞ্জীভূত দুখ বেদনালৈ লক্ষ্য ৰাখি আৰু তাক দূৰ কৰাৰ বাবে নিখুঁত কাৰ্যকাৰী দিহা-পৰামৰ্শেৰে গৱেষণামূলক সূক্ষ্ম আলোচনা (Micro-study)ৰ সময় আহি পৰিছে।

বিলাসীপাৰা মহকুমাৰ অনুসূচিত জাতিৰ মৎস্যজীৱী সম্প্ৰদায়ৰ আৰ্থ-সামাজিক অৱস্থাৰ এটি পৰ্যালোচনা তাৰেই প্ৰয়াস।

**পৰিচয় :** বিলাসীপাৰা মহকুমাত যি দুটা মৎস্যজীৱী সম্প্ৰদায় আছে তাৰ ভিতৰত নমঃশূদ্ৰ সম্প্ৰদায়ৰ জনসংখ্যাই হ'ল প্ৰায় ৯০% আৰু ঝালো-মালো সম্প্ৰদায়ৰ জনসংখ্যা হ'ল ১০%। অসমৰ অনুসূচিত জাতিৰ আৰু মৎস্যজীৱী অনুসূচিত জাতিৰ তথ্যত নমঃশূদ্ৰ সম্প্ৰদায়ে আটাইতকৈ বেছি।

নমঃশূদ্ৰ জাতিৰ উৎপত্তি আৰু এই লোকসকলৰ বিস্তাৰ সম্পৰ্কে অধ্যয়ন কৰিলে দেখা যায় যে, নমঃশূদ্ৰসকল হৈছে স্বয়ং ব্ৰহ্মাৰ মনৰ পৰা উৎপন্ন হোৱা মাৰিচিৰ পুত্ৰ কাশ্যপ ঋষিৰ সহজাত সন্তান কাশ্যপেয় ঋষিৰ বংশধৰ। সেয়ে সকলো নমঃশূদ্ৰ সম্প্ৰদায়ৰ লোকে কাশ্যপ গোত্ৰ বুলি নিজৰ গোত্ৰৰ পৰিচয় দিয়ে।

নমঃশূদ্ৰসকল ব্ৰাহ্মণ বংশোদ্ভৱ আৰু কাশ্যপ গোত্ৰ যে হয় তাৰ ভুৰি ভুৰি প্ৰমাণ আছে। বিশাল ভাৰত ভূমি অতি পুৰণি কালত গো পালনৰ ঠাই আছিল আৰু মুণি ঋষিসকলে গো পালন কৰি জীৱিকা নিৰ্বাহ কৰিছিল। এই গোৰ পৰাই গোত্ৰৰ উৎপত্তি হৈছিল। সেয়ে কাশ্যপ গোত্ৰই প্ৰমাণ কৰে যে, নমঃশূদ্ৰসকল কাশ্যপ মুণিৰ বংশধৰ আছিল। সেয়ে এতিয়ালৈ এওঁলোকৰ মাজত ব্ৰাহ্মণৰ আচাৰ-বিধি আৰু সংস্কাৰসমূহ প্ৰচলিত হৈ আছে। অথচ হিন্দু জাতিৰ অইন অইন সম্প্ৰদায়ৰ লগত এই নীতি-নিয়মবিলাকৰ মিল নাই। যেনে ব্ৰাহ্মণৰ দহদিন অশৌচ আৰু নমঃশূদ্ৰসকলৰো দহদিন আৰু উভয়ে স্ব-পাৰত পূৰ্বপুৰুষৰ অন্নপিণ্ড দিয়ে।

বৌদ্ধ ধৰ্মৰ প্ৰাৰ্দুভাৱ আৰু বিস্তাৰৰ সময়ত বঙ্গদেশত বহু পৰিয়ালে বৌদ্ধ ধৰ্মত দীক্ষিত হয় আৰু এটা সময়ত হিন্দু ধৰ্মৰ শাস্ত্ৰ আৰু ব্ৰাহ্মণ বাদ নিস্তেজ আৰু স্তিমিত হৈ যায়। যাৰ উল্লেখ হিয়েন চাঙৰ ৬২৯ খৃঃৰ পৰা ৬৪৫ খৃঃৰ ভাৰতত থকা সময়ৰ টোকাত পোৱা যায়। বহু বছৰ পিছত কাশ্মীৰৰ হিন্দুৰাজ জয়ন্ত বঙ্গদেশৰ বৌদ্ধ নৃপতিক পৰাস্ত কৰি আদিশূৰ নাম লৈ ৰাজপাটত বহে। তেওঁ অপুত্ৰক হোৱা বাবে পুত্ৰাৰ্থে যজ্ঞ কৰিবলৈ দেশত ব্ৰাহ্মণ বিচাৰি নাপাই কান্যকুঞ্জৰ ৰজা বীৰসিংহৰ পৰা দূত পঠিয়াই পাঁচজন ব্ৰাহ্মণ লৈ আহে। এওঁলোকে লগত কোনো ব্ৰাহ্মণী ননোৱা বাবে বঙ্গদেশত ব্ৰাহ্মণ কন্যা নাপাই শূদ্ৰ কন্যাৰ লগত বিবাহ পাশত আৱদ্ধ হয় আৰু তেওঁলোকৰে সন্তানসমূহ পাৰশৱ বিপ্ৰ বা ঐতৰিয় ব্ৰাহ্মণ বা দেৱান ব্ৰাহ্মণ নামে জনাজাত হয়। কিন্তু ৰজা বল্লাল সেনৰ দুৰাআকাৰক এওঁলোকে সমৰ্থন নকৰাৰ বাবে ৰজাই তেওঁলোকক নিধন কৰাৰ আদেশ দিয়ে। সেই ভয়ত এই অসবৰ্ণ অনুলোম সন্তানসকল নিজৰ নিষ্ঠা আৰু গোড়ামী বাদ নিদি জীৱন ৰক্ষা কৰাৰ বাবে ওচৰ-পাঁজৰৰ অঞ্চলবোৰৰ পাহাৰে-জঙ্গলে বসবাস কৰা আৰম্ভ কৰিলে আৰু জীৱন নিৰ্বাহৰ অইন পথ নাপাই পাহাৰ-জঙ্গলত থকা খাল-বিলত মাছ ধৰা, খেতিৰ কাম কৰা, কাঠৰ কাম কৰা আদি কাম কৰি জীৱিকা নিৰ্বাহ কৰা আৰম্ভ কৰিলে। সমাজৰ মানুহে এই নতুন মৎস্যজীৱী, কৃষিজীৱী আৰু কাঠৰ কামৰ মানুহখিনিৰ জাতিৰ পৰিচয় বিচাৰিলে এওঁলোকে ৰজা বল্লালসেনৰ সৈন্যৰ ভয়ত নিজৰ দুয়ো দিশ বজাই ৰাখি নমঃশূদ্ৰ জাতি বুলি নিজৰ পৰিচয় দিলে। নমঃ মানে বিপ্ৰ মানুহজন আৰু শূদ্ৰ মানে ব্যৱসায়টো। সেয়ে এই নতুন জাতিটোৰ মানুহসকলৰ এনে বিভিন্ন ব্যৱসায় দেখা যায়।

এই নমঃশূদ্ৰসকলৰ যিটো অংশ বঙ্গদেশৰ দাঁতি কাষৰিয়া ঠাই তথা অসমত থাকিবলৈ ল'লে তেওঁলোকে এই অঞ্চলবিলাকত খাল-বিল, নদ-নদী বেছিকৈ পোৱা বাবে বেছি ভাগে মাছৰ ব্যৱসায়ে কৰি থাকিল আৰু কম সংখ্যকে অইন ব্যৱসায় কৰিবলৈ ল'লে আৰু তেতিয়াৰ বঙ্গদেশত থকা সকলৰ কম সংখ্যকে মাছৰ ব্যৱসায় আৰু বেছি সংখ্যকে কৃষি, কাঠৰ কামকে ধৰি অইন ব্যৱসায়ত নিজকে নিয়োজিত কৰিলে।

সেয়ে নমঃশূদ্ৰসকলৰ প্ৰাচীন কামৰূপীয়া ঠালটোৰ প্ৰধান ব্যৱসায় মাছ ধৰা, দেশ বিভাজনৰ পিছত পূব বঙ্গৰ পৰা অসমত অহা ৰংপুৰীয়া খিনিৰ বাহিৰে এই নমঃশূদ্ৰসকলৰ বেছি ভাগে কাঠমিস্ত্ৰি, কৃষি কামৰ পৰা আৰম্ভ কৰি অইন অইন ব্যৱসায় ব্যস্ত হৈ আছে।

ধুবুৰী জিলা আৰু ৰংপুৰ জিলা একেখন ৰাজ্যৰ অঞ্চল হিচাপে ইয়াৰ নমঃশূদ্ৰখিনি বিয়া-বাৰু আৰু ব্যৱসায়-বাণিজ্যৰ এই অঞ্চলৰ খাল-বিল, নদ-নদীক ভিত্তি কৰি একে ভাষা-সংস্কৃতি, কলা-কৃষ্টিৰে অতি পুৰণি কালৰ পৰাই একাকাৰ হৈ আছিল আৰু আছে। কিন্তু ১৮৭৪ খৃঃত ৰংপুৰ জিলাখন অসমৰ পৰা বঙ্গদেশত চামিল কৰাৰ পিছত বঙ্গ বিভাজনত ১৯০৫ চনত এই জিলাখন পূৰ্ববঙ্গৰ লগত যায় আৰু হিন্দুস্থান-পাকিস্থান বিভাজনত পূব পাকিস্থানৰ লগত আৰু এতিয়া বাংলা দেশৰ অন্তৰ্গত।

এনেকৈ দেশ বিভাজনে জাতিটোক তিনিটা অঞ্চলত ৰাখি দিলে। অসমত, বঙ্গত আৰু বাংলা দেশত। সেয়ে এতিয়াও এওঁলোকৰ বিয়া-বাৰু ইত্যাদি কিছু পৰিমাণে বঙ্গদেশৰ কোচবিহাৰ, জলপাইগুৰিৰ মানুহৰ লগত আৰু অসমৰ দাঁতিতে থকা ধুবুৰীৰ জিলাৰ তথা বিলাসীপাৰা মহকুমাৰ কিছু নমঃশূৰৰ লগত হোৱা দেখা যায়।

এই নমঃশূদ্ৰ জাতিটো চাপৰ, বিলাসীপাৰা আৰু বগৰীবাৰী-তিনিওটা চাৰ্কেলৰ প্ৰায়বিলাক গাঁও আৰু তিনওখন চহৰত বসবাস কৰি আছে। এওঁলোকৰ জন বসতি বৰ ঘন। এওঁলোক গোৱালপৰীয়া লোককৃষ্টিৰ অন্যতম বাহক আৰু এই অঞ্চলত প্ৰচলিত সকলো ধৰণৰ পূজা-পাৰ্বণ, উৎসৱ-গীত-মাত আদি নিখুঁতভাৱে পালন কৰি আহিছে।

**ঝালো-মালো :** এই পৰিশ্ৰমী জাতিটোৰ প্ৰায় ভাগ মানুহে দেশ বিভাজনৰ আগে আগে আৰু পিছত পূৰ্ববঙ্গৰ পৰা আহি বিলাসীপাৰা চাৰ্কেল আৰু বগৰীবাৰী চাৰ্কেলত বসবাস কৰি আছে। এওঁলোকৰ বেছিভাগ মানুহ মাছ ব্যৱসায়ৰ লগত জড়িত।

ঝালোৰ অৰ্থ জাল (Net) আৰু জল (Water) আৰু মালো শব্দটো আহিছে Arabic শব্দ মাল্লাহৰ পৰা। যাৰ অৰ্থ নাও চলোৱা মানুহ। কিছুমানৰ মতে এওঁলোকৰ আদি বাসস্থান ঝালোৱাৰ আৰু মালোৱাৰ নামক দেশ। এওঁলোক কেৱল ধুবুৰী জিলাৰ তথা বিলাসীপাৰা মহকুমাৰে বাসিন্দা নহয়, অসমৰ কাছাৰ, বৰপেটা, কামৰূপ, গোৱালপাৰা আদি জিলাতো বসবাস কৰি আছে। চান্দ সদাগৰৰ আখ্যানৰ লগত এওঁলোক বৰকৈ জড়িত। এওঁলোকৰ মাতৃভাষা যদিও বাংলা তথাপি এওঁলোকে অসমৰ ভাষা-সংস্কৃতিৰ লগত মিলি যোৱাকৈ চলি আছে আৰু মাছ উৎপাদনত নমঃশূদ্ৰতকৈ বেছি পৰিশ্ৰম কৰি জাতীয় উৎপাদন বঢ়াইছে। এওঁলোকে গোৱালপাৰা জিলাত প্ৰচলিত সকলো ধৰণৰ পূজা-পাৰ্বণ, গীত-মাত আৰু উৎসৱ আদি কৰে। কিন্তু এওঁলোকৰ মাজত মনসা পূজাৰ গুৰুত্ব বৰ বেছি।

যদিও নমঃশূদ্ৰ আৰু ঝালো-মালোসকলৰ মাজত এতিয়ালৈ সামাজিক বিয়া-বাৰু চলা নাই কিন্তু ব্যৱসায়িক আৰু জাতিৰ উন্নয়নৰ সংগঠন একেলগে কৰি উন্নতিৰ চেষ্টা কৰিছে।

এই পৰিশ্ৰমী আৰু সদাচাৰ সম্পন্ন জাতি দুটাৰ ইতিহাস আমি এই কাৰণেই আলোচনা কৰিছো যে এওঁলোক ক'ৰ পৰা কোন স্তৰত আহিছে আৰু ইয়াৰ পিছত এওঁলোক যে কি হ'ব তাৰো নিশ্চয়তা নাই।

**অনুসূচিত জাতিৰ মৎস্যজীৱী সম্প্ৰদায়ৰ সমস্যাৰাজি :** এই অনুসূচিত জাতিৰ মৎস্যজীৱী সম্প্ৰদায়ৰ মানুহবোৰ যিবিলাক সমস্যাত জৰ্জ্জৰিত হৈ আছে সেই সমস্যাসমূহ এদিনৰ বা এবছৰৰ নহয়। এয়া বহু দিনৰ, বহু বছৰৰ পুঞ্জীভূত সমস্যা। ইয়াৰ কাৰণো এটা নহয়। বহু কাৰণৰ সমাহাৰে একলগ হৈ এওঁলোকৰ আৰ্থ-সামাজিক অৱস্থা দিনক দিনে এনে জুৰুলা কৰি পেলাইছে যে, ইয়াক এতিয়া কাৰণ অনুযায়ী ভাগ কৰি উলিয়াই সমাধান কৰিব লগা হৈছে।

এই কাৰণবিলাকক বহুলভাৱে দুটা ভাগত ভগাব পাৰি—তাৰে এটা অৰ্থনৈতিক কাৰণ আৰু আনটো হৈছে অনা-অৰ্থনৈতিক কাৰণ।

**অৰ্থনৈতিক কাৰণ :** বিলাসীপাৰা মহকুমাখন যদিও খাল-বিল, নদ-নদী, পাহাৰ-পৰ্বতেৰে দুখনকৈ ঐতিহ্যমণ্ডিত পৰ্যটনৰ লেখিয়া চান্দৰ ডিঙা আৰু মহামায়া ধাম তথা পাহাৰেৰে ভৰপূৰ, যথেষ্ট সম্পদ ৰাজিৰে এখন ধনী মহকুমা কিন্তু ইয়াৰ জনসাধাৰণৰ অৱস্থা বৰ বেয়া।

এই সম্পদৰাজিৰ ভিতৰত মৎসক্ষেত্ৰ যথেষ্ট আছে। ইয়াৰ ব্যৱহাৰ সঠিকভাৱে নোহোৱা বাবে যিমানখিনি মাছ উৎপাদন হ'ব লাগিছিল — সেইখিনিতো হোৱাই নাই বৰঞ্চ দিনক দিনে উৎপাদন কমি গৈ আছে।

**উৎপাদনৰ দিশ :** অসম ভাৰতৰ ভিতৰত এখন অন্যতম মৎস্য সম্পদৰ দেশ। অসম চৰকাৰৰ মীন সঞ্চালকৰ সমীক্ষা মতে অসমত প্ৰায় ৪,৫০০ কিঃ মিঃ নদ-নদী আৰু ১ লাখ ৩৪ হেজাৰ হেক্টৰ খাল-বিল আছে।

এইবিলাকৰ ভিতৰত বিলাসীপাৰা মহকুমাত ধীৰ, ভাকৰা, ভিপলাই, হাকমা, সোনামুখী, দুডুৱা আৰু নদ-নদীৰ ব্ৰহ্মপুত্ৰ, গৌৰাঙ্গ, টিপকাই আৰু চম্পাৱতী নৈ আছে। এটা সময়ত ইয়াৰ পৰা গোটেই অসমতে নহয় পশ্চিমবঙ্গৰ বহু ঠাইত মাছ ৰপ্তানি কৰা হৈছিল আৰু এতিয়া অসমৰ বাহিৰৰ পৰা মাছ আমদানি কৰি খাবলগা হৈছে।

মাছৰ উৎপাদন কমি যোৱাত মৎস্য জীৱী মানুহসকলৰ আৰ্থিক অৱস্থা দিনে দিনে বেয়া হৈ আছে আৰু অৰ্দ্ধ-নিবনুৱা বনুৱাৰ সংখ্যা বাঢ়ি গৈছে। তাৰ লগতে যোগ হৈছে নতুন প্ৰজন্মবোৰ।

কি কি কাৰণত মাছৰ উৎপাদন কমি গ'ল তাৰ বিশ্লেষণ কৰিলে দেখা যায় যে, বিভিন্ন ধৰণৰ বান্ধে মাছৰ গতি পৰিবৰ্ত্তন কৰিছে। দ্বিতীয়তে, বিল নৈৰ পাৰৰ ধানৰ খেতিয়ে পানীৰ 'দ' কমাই মাছৰ উপযোগী পানী নোহোৱা কৰি আছে। তৃতীয়তে, খেতিত দিয়া দৰৱ আদিয়ে মাছৰ ক্ষতি কৰিছে। চতুৰ্থতে, মৎস্য ক্ষেত্ৰবোৰৰ সীমা সঠিকভাৱে চৰকাৰে নিৰ্দ্ধাৰণ কৰি সীমাৰ চিন স্পষ্টকৈ নিদিয়া বাবে ওচৰৰ মানুহে নিজৰ মাটিৰ সীমা বঢ়াই লৈ মৎস্য ক্ষেত্ৰৰ ভাল ভাল পকেটবোৰ ব্যক্তিগত সম্পত্তি কৰি লৈছে। পঞ্চমতে, আধুনিক কায়দা-কৌশল মাছ ধৰাৰ আৰু সংৰক্ষণৰ ক্ষেত্ৰত প্ৰয়োগ হোৱা নাই। অষ্টতে, মাছ-মৰীয়া মানুহসকলৰ আৰ্থিক দুৰাৱস্থাৰ বেয়াৰ সুযোগ লৈ মধ্যভোগী বিনিয়োগকাৰীৰ প্ৰৱেশ। সপ্তমতে, উৎপাদন কাৰীতকৈ মাছৰ বেপাৰীৰ সংখ্যা বাঢ়ি যোৱা। অষ্টমতে, মৎস্যজীৱী সম্প্ৰদায়ৰ জনা-বুজা নেতৃত্ব দিব পৰা মানুহবোৰে এই ব্যৱসায় এৰি অইন ব্যৱসায়ত নিয়োজিত হোৱাত অশিক্ষিত, অবুজ মাছ মৰীয়াসকলৰ হকে নেতৃত্ব দিয়া মানুহৰ অভাৱ। নৱমতে, বিভাগীয় কৰ্মকৰ্তা আৰু মীন সমবায় সমিতিৰ পৰিচালকসকলৰ অ-সাধুতা আৰু অদূৰদৰ্শিতা। দশমতে, অনা-মৎস্যজীৱী মানুহৰ মাছৰ ব্যৱসায়ত খুটিপুতি বহা আৰু প্ৰতিযোগিতাত প্ৰকৃত মাছমৰীয়াক ধন-জনৰ অভাৱত হাৰ মনোৱা।

**জনসংখ্যা বৃদ্ধি :** মৎস্যজীৱী সম্প্ৰদায়ৰ বেছি ভাগ মানুহ অশিক্ষিত হোৱা বাবে তথা বাল্য-বিবাহ, জন্মনিৰোধৰ অভাৱ, বিধবা বিবাহ, বহু বিবাহ আৰু দাৰিদ্ৰতাৰ প্ৰভাৱৰ কাৰণে এওঁলোকৰ মাজত জনসংখ্যাৰ বৃদ্ধিৰ হাৰ বেছি। যাৰ ফলত ১৯৭১ চনৰ লোক

পিয়লমতে যি আছিল তাতকৈ ১৯৯১ চনত জনসংখ্যা দ্বিগুণ হৈছে। অইন হাতে মাছৰ উৎপাদন কমি গৈছে আৰু নিবনুৱাৰ সংখ্যা বাঢ়ি গৈছে।

**শিক্ষা** ঃ কোনো এটা জাতিৰ আৰ্থ-সামাজিক উন্নয়নৰ মূল ভেটিটোৱে হৈছে শিক্ষা। যি জাতিৰ শিক্ষা নাই সেই জাতিৰ উন্নতি হোৱা নাই। আদিম কালৰ পৰাই এই জাতিটোৱে শিক্ষা গ্ৰহণ কৰাত বাধা পাই আহিছে—স্বাধীনতাৰ আগত বৰ্ণ-হিন্দুৰ পৰা আৰু স্বাধীনতাৰ পিছত নিজৰ পৰিয়াল আৰু পৰিবেশৰ পৰা। আৰ্থিক বাধা আৰু অনা - আৰ্থিক বাধা। যাৰ ফলত শিক্ষাৰ ক্ষেত্ৰত এওঁলোক বৰ বেয়াকৈ পিছ পৰি আছে। গোটেই মহকুমাটোত কেইজনমান প্ৰবেশিকা পাস, কেইজনমান উচ্চতৰ মাধ্যমিক পাছ, অলপ কেইজন স্নাতক আৰু ৩/৪ জন মান স্নাতকোত্তৰ পাছ যুৱক আছে। ডাক্তৰ, ইঞ্জিনিয়াৰ আৰু কাৰিকৰি বিষয়ত একেবাৰেই নাই।

**নিবনুৱা আৰু অৰ্দ্ধ-নিবনুৱা** ঃ মৎস্যজীৱী সম্প্ৰদায়ৰ মাজত নিবনুৱা আৰু অৰ্দ্ধ-নিবনুৱাৰ সংখ্যা দিনক দিনে বৰ বেয়াকৈ বাঢ়ি গৈছে। মাছৰ ক্ষেত্ৰবোৰৰ উৎপাদনশীলতা কমি যোৱাৰ ফলত আৰু অইন সম্প্ৰদায়ৰ মাছ ব্যৱসায়ত অধিপত্য বিস্তাৰ হোৱাৰ লগে লগে অশিক্ষিত নিবনুৱাৰ সংখ্যা বাঢ়ি আছে।

অইনহাতে অনা- অনুসূচিত জাতিৰ মানুহে অনুসূচীত জাতিৰ নকল প্ৰমাণপত্ৰ লৈ অনুসূচিত জাতিৰ শিক্ষিত নিবনুৱাই পাবলগা পদবোৰ উপটৌকন দি লৈ আছে আৰু প্ৰকৃত অনুসূচিত জাতিৰ প্ৰাৰ্থীসকল বঞ্চিত হৈ আছে, যাৰ ফলত শিক্ষিত নিবনুৱা বাঢ়ি গৈ আছে।

**ভূমি সমস্যা** ঃ এই অঞ্চলৰ বেছিভাগ মৎস্যজীৱী সম্প্ৰদায়ৰ মানুহৰ ভূমি নাই। কেৱল ঘৰ কৰি থকা ২/৪ কঠা মাটিৰে এওঁলোকে জীৱন নিৰ্বাহ কৰি আছে। ক'ৰবাত অকণমান মাটিত কেইবাঘৰ মানুহ বাস কৰে।

**অন্যান্য কাৰণ** ঃ অন্যান্য কাৰণৰ ভিতৰত মৎস্যজীৱী সম্প্ৰদায়ৰ উন্নতিৰ হকে যিবিলাক উন্নয়ন প্ৰতিনিধি (Development Agency) আছে সেই বিলাকৰ উদ্দেশ্য যদিও মহান কিন্তু কামত একেবাৰে অহা নাই। মীন বিভাগ, মীন নিগম, ফিচ ফাৰ্মাৰ উন্নয়ন এজেন্সি আদি থকাতো কোনো এখন মৎস্যক্ষেত্ৰৰ উন্নতি হোৱা নাই।

**অনা-অৰ্থনৈতিক কাৰণ** ঃ অৰ্থনৈতিক উন্নতি কেৱল অৰ্থনৈতিক উপাদানেৰে হোৱা সম্ভৱ নহয়। ইয়াৰ বাবে অনা-অৰ্থনৈতিক উপাদানৰ সহায় বৰকৈ প্ৰয়োজন। ইয়াৰ ভিতৰত অন্যতম আহিলা হ'ল দৃঢ় মনোবল আৰু নৈতিক শুদ্ধতা।

কিন্তু এওঁলোকৰ দৃঢ় মনোবলৰ অভাৱ আৰু কিছুমানে মদ-ভাং আদি খাই খাই নৈতিক দিশত অন্ধকাৰ জীৱন পালন কৰিছে।

ইয়াৰ উপৰি দৃঢ় নেতৃত্ব, স্বেচ্ছা-প্ৰণোদিত অনুকূল পৰিবেশ আৰু যাবতীয় পাৰদৰ্শিতাৰ অভাৱ। যাৰ ফলত বহুতে এওঁলোকক ঠগি এওঁলোকৰ সুবিধাবোৰ ভোগ কৰি আছে।

**উন্নয়নৰ উপায়** ঃ সেয়ে সময় আহিছে ইয়াৰ বাস্তৱমুখী সমাধানৰ উপায় আৰু এই বাস্তৱমুখী সমাধান সেইদিনাই হ'ব যিদিনাই আমি বাবা চাহেব ড° আম্বেদকাৰৰ কঠোৰ অধ্যয়নেৰে ৰচনা কৰা সংবিধানক আমাৰ মাজত ৰূপায়িত কৰিম। ইয়াৰ লগতে এই মৎস্যজীৱী মানুহখিনিৰ উন্নয়নৰ বাবে তিনিটা কোণৰ পৰা সহায় লাগিব। সেইকেইটা হ'ল — চৰকাৰ, সমাজ আৰু মৎস্যজীৱী সম্প্ৰদায়ৰ লোকসকল।

চৰকাৰৰ নীতিবোৰ সমাজে বাস্তৱভাৱে ৰূপায়ণত সাৰ্বতোভাৱে সহায় কৰিব আৰু মৎস্যজীৱী মানুহখিনিয়ে পূৰাদমে ইয়াক গ্ৰহণ কৰাৰ চেষ্টা কৰিব আৰু উক্ত সমস্যাবাজি এটা এটাকৈ দূৰ কৰাৰ ব্যৱস্থা ল'ব।

মুঠতে চৰকাৰে অত-তত যেনে-তেনে টকা খৰছ নকৰি মৎস্যজীৱী সম্প্ৰদায়ৰ মাজত এটা বয়সৰ সময়সীমা বান্ধি, এটা নিৰ্দিষ্ট স্তৰলৈকে বিনামূলীয়া ভাৱে শিক্ষা বাধ্যতামূলক কৰিব লাগিব। উচ্চ শিক্ষা লাভ কৰিব পৰা ছাত্ৰ-ছাত্ৰীসকলক সম্পূৰ্ণ পঢ়াৰ খৰছ মাহিলি হিচাপত অনায়াসে পাব পৰা ব্যৱস্থা কৰিব লাগিব।

দ্বিতীয়তে, শিক্ষিত নিবনুৱাখিনিক সংস্থান কৰাৰ বাবে "The Assam SC/ST Reservation of Vacancies in Services and posts act - 1978" আইনখন বাস্তৱভাৱে সম্পূৰ্ণকৈ বিশেষ কাৰ্যসূচীৰে কাৰ্যকাৰী কৰিব লাগিব। আৰু আইনখন সকলো চৰকাৰী সাহায্যপ্ৰাপ্ত কিংবা ব্যক্তিগত অনুষ্ঠানলৈ সম্প্ৰসাৰণ ঘটাব লাগে। অসম তথা বিলাসীপাৰা মহকুমাৰ চাহ বাগিচাকেইখনত এই নিয়োগ আইন বলবৎ কৰিব লাগে।

এই নিয়োগ ব্যৱস্থাত নিয়োগকৰ্তাই প্ৰকৃত অনুসূচীত জাতিৰ মানুহকে নিয়োগ কৰিব লাগিব আৰু যত উপটৌকন আৰু অইন সন্থা যাতে গা-কৰি উঠিব নোৱাৰে তালৈ চৰকাৰ, সমাজ আৰু মৎস্যজীৱী তথা অনুসূচীত জাতিৰ মানুহবোৰে কঠোৰ দৃষ্টি ৰাখিব লাগিব।

প্ৰত্যেকটো কামৰ নিখুঁত পৰিকল্পনা আৰু ৰূপায়ণত সঠিক তথ্যই সঠিক ফল দিয়ে। সেয়ে অনুসূচিত জাতিৰ লগে লগে মৎস্যজীৱী সম্প্ৰদায়ৰ লোকসকলৰ শুদ্ধভাৱে পিয়ল কৰা উচিত।

চৰকাৰী-বেচৰকাৰী নিয়োগৰ উপৰি মৎস্যজীৱী লোক সকলৰ পুৰণি কলিয়া কুটিৰ শিল্পসমূহক জীয়াই তোলাৰ চেষ্টা কৰিব লাগে আৰু বৰ্তমানৰ যুগোপযোগী কৰাৰ বাবে চৰকাৰৰ তৰফৰ পৰা যাবতীয় ব্যৱস্থা কৰিব লাগিব।

তৃতীয়তে, মৎস্যজীৱী মানুহসকলৰ কৰ্মক্ষেত্ৰত মৎস্যক্ষেত্ৰবোৰ মৎস্যজীৱী লোকসকলৰ নিজা নিজা এলেকা অনুযায়ী চিৰস্থায়ী বন্দোবস্তীকৰণৰ ব্যৱস্থা কৰিব লাগে। মাটিৰ বন্দোবস্তী দিয়াৰ দৰে ইয়াত সুবিধা নাথাকিলেও চৰকাৰৰ বিভাগীয় কৰ্তৃপক্ষৰ দ্বাৰা ইয়াক পৰিচালনা কৰি আচল সা-সুবিধা খিনি এওঁলোকৰ হকে হ'ব লাগে। অসম মীন উন্নয়ন নিগমৰ দ্বাৰা পৰিচালনা কৰা ব্যৱস্থাটো অতি উত্তম ব্যৱস্থা আছিল। মীন নিগমে মাছৰ নদ-নদী, খালবিলবোৰ নিজে সকলো খৰছৰ দ্বাৰা জাল-নাও বনোৱা ব্যৱস্থা কৰি দি মৎস্যজীৱী লোক সকলক মাছ ধৰিবৰ সুবিধা কৰি দিব আৰু No profit No loss ব্যৱস্থাৰে ইয়াৰ এটা অংশ নিগমে ল'ব আৰু বাকী লাভজনক অংশটো মৎস্যজীৱী মানুহজনক দিব। অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহদেৱৰ ই এটা উৎকৃষ্ট কাৰ্যসূচী আছিল। ইয়াৰ আকৌ পূৰ্বতে পোৱা কোৰোণবোৰ আঁতৰাই প্ৰয়োগ কৰিলে সুফল ফলিব।

চতুৰ্থতে বিলাসীপাৰা মহকুমাৰ চাপৰ চাৰ্কেলৰ ধীৰ বিল, ডাকৰা আৰু ভিপলাই বিল আৰু চান্দৰ ডিঙা পাহাৰক লৈ এখন পৰ্যটনৰ ঠাই আৰু টিপকাই নৈক লৈ মহাময়া ধাম তথা মহামায়া ঝাৰকলৈ দ্বিতীয়খন পৰ্যটনৰ ঠাই কৰিলে আমাৰ এই অঞ্চলৰ বনজ সম্পদ, খনিজ সম্পদ আৰু জলজ সম্পদৰাজি ৰক্ষা পোৱাৰ লগে লগে মৎস্যক্ষেত্ৰবোৰ ৰক্ষা পৰিব। "মীন-শিল্প" (Fishing Industry) নামক এটি বিভাগ সুকীয়াকৈ কৰিব লাগিব। য'ত বৈজ্ঞানিক পদ্ধতিত গৱেষণামূলকভাৱে এই শিল্পৰ উন্নয়নৰ বিষয় থাকিব।

'মাছে পানীক অনুসৰণ কৰে আৰু মাছুৱৈয়ে অনুসৰণ কৰে মাছক' — সেইমতে প্ৰকৃতিৰ মুক্ত অবদান যাৰ বাবে যি — সেইমতে মাছুৱৈসকলক চাহ বাগানৰ খাল-বিলবোৰৰ লগতে তথা অইন বিষয়ৰে লিজত দিয়া খাল-বিলবোৰ স্থানীয় মৎস্যজীৱী লোকসকলক লিজ বা পাট্টাৰে দিয়াৰ ব্যৱস্থা কৰিব লাগে।

ভূমি সমস্যা দূৰ কৰাৰ বাবে যিবিলাক ভূমি মৎস্যজীৱী ৰাইজক দিয়া হয় বা আগৰে পৰা আছে সেই সমূদয় ভূমি মৎস্যজীৱীৰ পৰা যাতে অইন অনা- অনুসূচিত জাতিৰ মানুহে বা অনা-মৎস্যজীৱী মানুহে কিনিব নোৱাৰে সেই ধৰণৰ আইন কৰিব লাগে।

মৎস্যজীৱী লোকসকলৰ উন্নয়নৰ বাবে চৰকাৰৰ বোৰ্ড, পৰিষদ আৰু কমিটিবিলাকত এওঁলোকৰ পৰা কমেও এজনকৈ সদস্য লোৱাৰ ব্যৱস্থা কৰিব লাগে। তেতিয়া প্ৰকৃত সমস্যা বুজাত আৰু সমাধান কৰাত সহায় হ'ব।

মৎস্যজীৱী লোকসকলৰ অনুন্নতিৰ আৰু এটা কাৰণ কিছুমানৰ মাজত মদ, ভাং আৰু অন্যান্য নিচাযুক্ত দ্ৰব্যৰ ব্যৱহাৰ। ইয়াক দূৰ কৰাৰ বাবে সেই বিলাক অঞ্চলকো সামৰি বৰ কটকটীয়া আইন প্ৰণয়ন কৰা।

সামৰণিত ইয়াকেই ক'ব পাৰি যে, এই অনুসূচিত জাতিৰ মৎস্যজীৱী সম্প্ৰদায়ৰ আৰ্থিক তথা অইন অইন দিশৰ উন্নয়নৰ মূল নায়ক হ'ল তেওঁলোক নিজে। "যোগ্য ভোগ্য বসুন্ধৰা" এই বাক্য ফাকি মুখত ৰাখি এওঁলোক চলিব লাগিব। ইয়াত সহায় লাগিব চৰকাৰৰ আৰু সমাজৰ। গতিকে এই সহায়কণো সাংবিধানিক পন্থাৰে আদায় কৰিবও লাগিব এওঁলোকে নিজে।

সেয়ে সবে আমি এনে ধৰণৰ মৰহি যোৱা সম্প্ৰদায়বিলাকৰ আৰ্থ-সামাজিক উন্নয়নৰ বাবে আগবাঢ়ি আহিলে আৰ্থিক বৈষম্য দূৰ হোৱাৰ লগে লগে দেশৰ মুঠ জাতীয় উৎপাদন বাঢ়ি দেশৰ তথা এতদ অঞ্চলৰ উন্নতিৰে আমাৰ আলচ্য সম্প্ৰদায়টো ৰক্ষা পাব।


Sources : (i) A Glimps of the Scheduled castes and their socio-ceonomic development in Assam. by Bhakto Das.

(ii) Census Hand Book – Assam - 1991 and Economic Survey of Assam - 1985-86 of the Director of Economics and statistics, Govt. of Assam.

(iii) Socio-Economic Development of the Scheduled castes of Assam - AIR for SC and ST - Edited by Dr. G. C. Sarma Thakur.

(iv) জাতিতত্ত্ব ও নমঃশূদ্ৰ জাতিৰ উৎপত্তি – জীতেন্দ্ৰ নাথ মজুমদাৰ

(v) নমঃশূদ্ৰই পাৰশৰ বিপ্ৰ – by সুখময় সৰকাৰ

(vi) People of India - Vol. II - The Scheduled Castes – by K. S. Singh.

(vii) Anthropological survey of India – by Neilo Brein.






# প্ৰবাদ পুৰুষ আবাবুদ্দিন চৰকাৰ

## (সংগ্ৰহ)

এজন মানুহে জীৱনত কিমানখিনি কৰিব পাৰে বাৰু? বিশেষকৈ মানুহজন যদি অসমৰ এজন সাধাৰণ গাঁৱলীয়া মানুহ হয়। শালকোচা, ধুবুৰী জিলাৰ এখন প্ৰাচীন গাঁওঁ অঞ্চলৰ নাম। আজি প্ৰায় ১৪০ বছৰ আগত শালকোচা অঞ্চলৰ আবিৰ মহম্মদে হজ কৰিবলৈ ওলাল। তেতিয়াৰ দিনত হজলৈ যোৱা আছিল এটি দুঃসাহসিক যাত্ৰা। আল্লাৰ দৰবাৰত এটি উপযুক্ত পুত্ৰ কামনা কৰি হাজী আবিৰ মহম্মদ ঘৰলৈ উলটিল। গাঁৱত এটি মচজিদৰ প্ৰতিষ্ঠা কৰিলে। ল'ৰা এটি জন্ম হ'ল। তেৱেঁই আবাবুদ্দিন চৰকাৰ। চৰকাৰ হ'ল পাছত। বংশ পৰম্পৰাত আবিৰ মহম্মদে শুনিছিল যে তেওঁলোকৰ পূৰ্ব পুৰুষ বুলগেৰিয়াৰ পৰা আহি প্ৰথমতে মিৰাট তাৰ পাছত ধুবুৰীত বসতি কৰিছিল। ধুবুৰীলৈ অহা উপৰি পুৰুষজন আছিল মচজিদৰ মোৱাজ্জিন্। তেওঁৰ ল'ৰা আহিল ধুবুৰীৰ পৰা বগ ৰীৱাৰীলৈ তেওঁৰ পুত্ৰ অশোক আলি আহিল শাল কোচালৈ।

আশোক আলিৰ পুত্ৰ মনিৰুদ্দিন। মনিৰুদ্দিনৰ পুত্ৰ আবিৰ মহম্মদ। আবিৰ মহম্মদৰ মাটিবাৰী ভালেখিনি আছিল। আবাবুদ্দিনৰ ডাক নাম আছিল আবান্দি। সামান্য পঢ়াশুনা কৰি আবান্দিয়ে কাঠৰ ব্যৱসায়ত মন দিলে। বিজনী, মেচপাৰা, পৰ্বতজোৱাৰ, মকৰমপুৰ ঔৰঙ্গাবাদ পৰগনাৰ জমিদাৰসকলৰ কাঠৰ মহাল ডাকি লৈ কাঠবোৰ কাটি নদী পথেৰে ঢাকা, শিৰাজগঞ্জলৈ চালান দিয়া আৰম্ভ কৰিলে। স্থানীয় লোকৰ ভিতৰত আবান্দি আলি এই বিষয়ত বাটকটীয়া। সৎভাবে কাঠৰ ব্যৱসায় কৰি আবান্দিৰ ধন হ'ল। অৰ্থাৎ ধনী মানুহ বুলি পৰিচিত হ'ল। জমিদাৰসকলেও সন্মানৰ চকুৰে চোৱা আৰম্ভ কৰিলে। কাঠৰ লগতে আৰম্ভ কৰিলে ঢাকা শিৰাজগঞ্জলৈ ধান চালান দিয়া বেপাৰ। তেতিয়াৰ দিনত ধনী বা লিখা - পঢ়া জনালোকক মানুহে চৰকাৰ বুলি সম্বোধন কৰিছিল। আবাবুদ্দিন চৰকাৰৰ নাম গোটেই গোৱালপাৰা জিলাত জনাজাত হ'ল। ব্যৱসায়ৰ কাৰণে জিলাৰ প্ৰধান ঠাইবোৰলৈ, বিশেষকৈ নদীবন্দৰবোৰলৈ তেওঁ সঘনাই যাতায়াত কৰিব লাগে। ঘোঁৰাৰেই তেওঁ অহা-যোৱা কৰিছিল। তেতিয়া আছিল কেঁচাটকা। নোট নাছিল। গোৱালপাৰা ধুবুৰীৰ পৰা নাৱেৰে বস্তাত ভৰাই কেঁচাটকা বিলাসীপাৰালৈ আনি শালকোচালৈ আনিছিল গৰুগাড়ীৰে। অসুবিধা হয়। জানাজানি হয়। প্ৰয়োজনৰ তাগিদাত বিলাসীপাৰা, গোৱালপাৰা, যোগীঘোপা আৰু ধুবুৰীত ঘৰ সাজিলে। বিলাসীপাৰাৰ ঘৰ সাজোতে তেওঁ দুইতলা ডাঙৰ ঘৰ সাজিবলৈ আৰম্ভ কৰিছিল। জমিদাৰৰ হাউলিতকৈ ওখ ঘৰ নাক্লজিবলৈ জমিদাৰে অনুৰোধ জনোৱাত চৰকাৰ মান্তি হ'ল। ঘৰটোত লক্ষ্ণৌৰ পৰা মিনা আনি খটুৱাইছিল। শালকোচাৰ ঘৰটোও মিনা খটুৱাই সজাইছিল। বিলাসীপাৰাৰটো নদীয়ে ভাঙি নিলে। শালকোচাৰটো আছে। শালকোচাৰ ঘৰৰ ৰৌছল চকী জহিখহি হ'লেও আছে। আবিৰ মহম্মদে সজোৱা মচজিদ ১৮৯৮ ৰ ভূঁইকপত ভাঙি পৰাত আবাবুদ্দিনে পকী মচজিদ এটি নিৰ্মাণ কৰে। ঘৰটো আছে। ষ্টিমাৰ চাৰ্ভিচ চালু হোৱাত আবাবুদ্দিনৰ সুবিধা হ'ল। বাৰিযা ষ্টিমাৰ ঘাট (জাহাজ ঘাট বোলা হৈছিল) বিলাসীপাৰালৈ আহে। ঘৰালি যায় ব্ৰহ্মপুত্ৰৰ পাৰৰ দুধনাথ পাহাৰলৈ। চাৰি ফুট ৮ ইঞ্চি ওখ, চুটিচাপৰ ধুনীয়া ধক্ধকীয়া বগা বৰণীয়া আবাবুদ্দিন চৰকাৰে দাড়ি ৰাখিছিল। ঘোঁৰাৰে দুধনাথ জাহাজ ঘাটলৈ যাওঁতে ঘোঁৰাৰ পৰা পৰি ভৰি এখন খুন হ'ল। ঘা হ'ল। কলিকতালৈ নিবলগা হ'ল। ভৰিখন কাটিবলগা হোৱাত কাঠৰ ভৰি এখন লগাবলগা হ'ল। গোটেই জিলাৰ লোকে চিনি পোৱা মানুহজনে তিনি গৰাকী বিয়া কৰাইছিল। প্ৰথমা স্ত্ৰী জামুন বেগমৰ পাঁচজনী ছোৱালী, চাৰিজন পুত্ৰ। চাৰিজন পুত্ৰৰ অষ্টম সন্তান জাহানুদ্দিন মুছলিম লীগৰ বিধায়ক আছিল। পিছলৈ এখেত সাংসদ হয়গৈ, ২য় স্ত্ৰী ৰোমানী বেগমৰ ৭জন ল'ৰাছোৱালী। ৭ম সন্তান দেৱাজুদ্দিন চৰকাৰ অসমৰ এজন নামজ্বলা জাতীয়তাবাদী মুছলমান। ২য় স্ত্ৰী ৭জন ল'ৰা-ছোৱালীয়েই আছিল যথাক্ৰমে জমায়েৎ উলেমা আৰু কংগ্ৰেছী লোক। লীগৰ আমোলত এওঁলোকে অশেষ লাঞ্ছনা ভুগিছিল। আবাবুদ্দিনৰ ৩য় স্ত্ৰী নিঃসন্তান আছিল। ২য় স্ত্ৰীৰ ৫ম সন্তান আব্দুৰ ৰছিদ আছিল নামজ্বলা চিকাৰী। এওঁ প্ৰায় দুশটা বাঘ চিকাৰ কৰিছিল। ইয়াৰ এশটামানেই আছিল নৰখাদক। বাঘৰ গন্ধ শুঙি এওঁ সেইটো কি জাতীয় বাঘ কৈ দিব পাৰিছিল। ভৰিৰ খোজ চাই ক'ব পাৰিছিল বাঘটোৰ আকৃতি আৰু বাঘ নে বাঘিনী। বিনা প্ৰয়োজনত এওঁ বাঘ নেমাৰিছিল। চৰকাৰী পুৰস্কাৰ পাইছিল কেবাবাৰো। পিতৃ বাক্য অমান্য কৰি তেওঁ বাধ্যত পৰি কুল যোৱা এজনীক বিয়া কৰোৱা বাবে পিতাৰ অভিশাপত তেওঁ নিঃসন্তান আছিল। আবাবুদ্দিন চৰকাৰৰ ল'ৰা-ছোৱালীসকলৰ বংশ বৰ্ত্তমানে, ঢাকা, কৰাচী লণ্ডন, জাৰ্মানী, জেদ্দা, চুইজাৰলেণ্ড, ছুইদী আৰবীয়া আৰু নানা দেশত প্ৰতিষ্ঠাপন্ন নামজ্বলা লোক হিচাপে বসতি কৰি আছে। এনে এটি পৰিয়াল অসম কিয় গোটেই ভাৰততেই বিৰল। পুৰণি গোৱালপাৰা জিলাৰ গাঁৱে-ভূঁঞে-চহৰে-নগৰে পৰিচিত আবাবুদ্দিন চৰকাৰৰ আছিল চাৰিটা হাতী, দহটা বন্দুক আৰু জিলাৰ ভিতৰত প্ৰথম কিনি অনা এখন ফোৰ্ডকাৰ (মোটৰ)। এই প্ৰবাদ পুৰুষজনে ৮২ বছৰ বয়সত ১৩৪৬ চনৰ মাঘমাহৰ ৭ তাৰিখে ইহলীলা সম্বৰণ কৰে।

(আবাবুদ্দিন চৰকাৰৰ নাতি আব্দুল মজিদ চৰকাৰ আৰু আব্দুল আজিজ চৰকাৰৰ পৰা সংগ্ৰহ কৰা তথ্যৰ ভিত্তিত)





# জনজাগৰণৰ প্ৰতিভূস্বৰূপ - ৰোকাখাতা উচ্চতৰ মাধ্যমিক বিদ্যালয়

অমিয়কান্তি চৰকাৰ

১৭৯৩ৰ পৰা ১৯৫৫ চনলৈকে অবিভক্ত গোৱালপাৰা জিলাৰ জমিদাৰীৰ যুগ। জমিদাৰী যুগৰ কথা উঠিলেই আমাৰ মনত পৰে জিলাখনৰ ভূমি বন্দোবস্তি যাক আৰ্থ-সামাজিক অৱস্থাৰ উপাদান বুলি ক'ব পাৰি। এই জমিদাৰসকলৰ এই অঞ্চলত খাজনা উঠাই ভোগ কৰাৰ অধিকাৰ আছিল। এই জিলাৰ প্ৰজা আৰু জমিদাৰৰ মাজৰ সম্পৰ্কৰ স্পষ্ট লিখিত বিৱৰণ যদি পোৱা নাযায়, তথাপি সেই সময়ৰ সংঘটিত ঘটনাৰ বিৱৰণ বা ব্যক্তিসূত্ৰে পোৱা নথিপত্ৰৰ পৰা পোৱা তথ্য অনুসৰি ক'ব পাৰি যে সেই শাসন আছিল শোষণৰ নামান্তৰ। সামন্ততান্ত্ৰিক বিধি ব্যৱস্থাই প্ৰজাক জমিদাৰৰ পৰা নিলগত ৰাখিছিল। এই অৱস্থাই উভয়ৰ সম্পৰ্কৰ মাজত অনিশ্চয়তা বিৰাজ কৰিছিল। ফলত বিভিন্ন জমিদাৰীত প্ৰজাৰ অসন্তুষ্টি গা-কৰি উঠিছিল। এই অসন্তুষ্টি দমনৰ বাবে অহৰহ সংগ্ৰাম কৰাৰ নজিৰ যথেষ্ট আছে। তেনে অসংখ্য নজিৰৰ ভিতৰত বিলাসীপাৰস্থ চাপৰ জমিদাৰীৰ বিৰুদ্ধে ত্ৰিশৰ দশকত এই অঞ্চলৰ ৰাইজে আৰম্ভ কৰি সফল হোৱা এটি সংগ্ৰামৰ চমু বিৱৰণ দাঙি ধৰাৰ প্ৰয়াস কৰা হ'ল। এই সংগ্ৰামৰ পটভূমি আছিল এই অঞ্চলত অসমীয়া ভাষাক শিক্ষাৰ মাধ্যম ৰূপে গঢ় দিয়াৰ প্ৰচেষ্টাৰ সংগ্ৰাম। সেই ইতিহাস সিমান পুৰণি নহয়। সেই সংগ্ৰামৰ লগত জৰিত ব্যক্তি এতিয়াও বহুতো জীৱিত আছে।

জমিদাৰ কালীন শাসন-ব্যৱস্থাত বিলাসীপাৰা আছিল বিজনী, চাপৰ আৰু গৌৰীপুৰ, এই তিনিখন জমিদাৰীৰ সীমামূৰীয়া অঞ্চল। এই জমিদাৰসকলে স্থানীয় অৰ্হতাসম্পন্ন ব্যক্তিৰ অভাৱতেই হওক বা অন্য কাৰণতেই হওক জমিদাৰী চলোৱাৰ সুবিধাৰ্থে বংগদেশৰ পৰা আমোলা বিষয়াৰ আমদানি কৰিছিল। এই আমদানিকৃত আমোলা-বিষয়াসকলৰ সন্তান-সন্ততিসকলৰ উচ্চ শিক্ষাৰ হেতু শিক্ষানুষ্ঠান নাছিল। গতিকে জমিদাৰসকলে নিজ নিজ ৰাজধানীত একো একোখন হাইস্কুল প্ৰতিষ্ঠা কৰে আৰু তেওঁলোকৰ স্বাৰ্থতেই বাংলা ভাষাক শিক্ষাৰ মাধ্যম হিচাপে গ্ৰহণ কৰে। উচ্চ শিক্ষাৰ সুবিধা পোৱাৰ লগে লগে জমিদাৰৰ আমোলা-বিষয়াৰ সন্তান-সন্ততিৰ বাহিৰেও স্থানীয় কিছু শিক্ষানুৰাগী আৰু সচেতন ৰাইজেও এই সুযোগ গ্ৰহণ কৰে। প্ৰাথমিক অৱস্থাত ৰাইজৰ কিয়ৎ অংশই উচ্চ শিক্ষাৰ সুযোগ লৈছিল যদিও তেওঁলোকৰ মনত কিন্তু বাংলা মাধ্যম গ্ৰহণৰ ক্ষেত্ৰত কিছু অসন্তুষ্টি ভিতৰুৱাকৈ নথকা নাছিল। ১৮৫৩ চনত এ, জে, মিল, জজ, সদৰ কোৰ্ট, তাং ২৪ জুলাইৰ ৰিপ'ৰ্ট মতে দেখা যায় যে তেতিয়া গোৱালপাৰা জিলাৰ উত্তৰ পাৰত মাত্ৰ দুখন স্কুল। এখন ধুবুৰী আৰু আনখন বেলসুপাৰা। বেলাসুপাৰাই হ'ল পিছৰ যুগৰ বিলাসীপাৰা। (উৎস - স্মৃতিগ্ৰন্থ, ৰোকাখাতা উচ্চতৰ মাধ্যমিক বিদ্যালয়, সোণালী জয়ন্তী)। আসাম ভেলিত অসমীয়া ভাষা প্ৰচলনৰ সময়ত বিলাসীপাৰতো মজলীয়া স্কুলত অসমীয়া শ্ৰেণী এটি খোলা হয়। ১৯২৮ চনত এইখন স্কুলকে ইন্দ্ৰনাৰায়ণ একাডেমী নাম দি জমিদাৰে হাইস্কুল কৰে। সেই মসয়ত চাপৰ ষ্টেটৰ মেনেজাৰ আছিল গোৰীপুৰৰ ৺ হিমাংশু শেখৰ ৰায়। তেখেতেই হাকামাৰ ৺ নিশিনাথ চক্ৰৱৰ্তীক হাইস্কুলখনৰ প্ৰতিষ্ঠাপক শিক্ষক হিচাপে নিযুক্তি দিয়ে। পৰৱৰ্ত্তী কালত ৺ সাৰদা দাসেও এই স্কুলৰ শিক্ষক হিচাপে নিযুক্তি পায়।

সেয়া যি নহওক, ইতিমধ্যে চাপৰ এষ্টেটৰ জমিদাৰ কীৰ্তি নাৰায়ণ চৌধুৰী সাবালক হৈ কলিকতাবাসী হ'ল আৰু হেওমপুৰৰ জমিদাৰৰ লগত বৈৱাহিক সূত্ৰত আবদ্ধ হ'ল। ফলত জমিদাৰী সম্পূৰ্ণৰূপে আমদানি কৃত বাঙালী আমোলা-বিষয়াৰ হাতৰ মুঠিত আহিল। এনে অৱস্থাত স্বাৰ্থজৰিত মহলৰ কুচক্ৰান্তত ৺ হিমাংশু ৰায় অপসাৰিত হয় আৰু ৺ সুৰেন মুখাৰ্জ্জীক মেনেজাৰ কৰি আনে। পূৰ্বে মজলীয়া স্কুলত সংযোজিত অসমীয়া শ্ৰেণীটো বন্ধ কৰি দিয়ে। ৺ সুৰেন মুখৰ্জী অহাৰে পৰা জমিদাৰ আৰু স্থানীয় প্ৰজাৰ মাজৰ সম্বন্ধ বিচ্ছিন্ন হ'ল।

ইতমধ্যে, গান্ধীজী পৰিচালিত স্বাধীনতা সংগ্ৰাম আৰু লগে লগে জাতীয়তাবাদী ভাৱধাৰৰ ঢৌ বিলাসীপাৰলৈও আহিছিল। সচেতন ৰাইজৰ কিছু সংখ্যকে নিজ মাতৃভাষা অসমীয়াৰ জড়িয়তে শিক্ষা লাভ কৰাৰ প্ৰেৰণাত উদ্বুদ্ধ হয় আৰু কংগ্ৰেছী আন্দোলনত আঘাত নকৰাকৈয়ে অসমীয়া ভাষা প্ৰৱৰ্তনৰ বাবে প্ৰচেষ্টা চলায়। বিলাসীপাৰা ডিমাতোলাৰ ৺ শৰৎচন্দ্ৰ সিংহ আৰু ৺ নৃপেন্দ্ৰনাথ চক্ৰৱৰ্তী প্ৰমুখ্যে কেইজনমানে গৈ মেনেজাৰ ৺ সুৰেন মুখাৰ্জীক লগধৰি হাইস্কুলখনত অসমীয়া শ্ৰেণী খুলিবলৈ অনুৰোধ জনায়। কিন্তু মেনেজাৰে তেওঁলোকৰ অনুৰোধ কেৱল প্ৰত্যাখ্যানে কৰাই নহয় - বঙলা ভাষাৰ বিৰোধিতা নকৰিবলৈ সতৰ্ক কৰি দিয়ে। ইয়াৰ পিছতো অন্য কিছু ব্যক্তিৰ অনুৰোধত বাংলাৰ পৰিৱৰ্তে অসমীয়া পঢ়িব খোজাসকলক ন্যূনতম সুবিধা প্ৰদান কৰে যদিও শিক্ষক নিযুক্তিত অনিহা প্ৰকাশ কৰে। ঢিত তেনে সময়ত ৺ গোপীনাথ বৰদলৈ ডাঙৰীয়া ষ্টিমাৰ যোগে ধুবুৰীৰ পৰা গোৱালপাৰা হৈ গুৱাহাটীলৈ যাওঁতে বিলাসীপাৰা জাহাজ ঘাটত ৺ নৃপেন্দ্ৰনাথ চক্ৰৱৰ্তীৰ নেতৃত্বত কেইজন মান ব্যক্তিয়ে সাক্ষাৎ কৰি বিলাসীপাৰাত অসমীয়া মাধ্যমৰ স্কুল এখন প্ৰতিষ্ঠাৰ বাবে আবেদন জনায়। ৺ বৰদলৈ ডাঙৰীয়াই শৰৎচন্দ্ৰ সিংহ ডাঙৰীয়াক তেখতৰ লগতে গোৱালপাৰালৈ লৈ যায় আৰু স্কুল প্ৰতিষ্ঠাৰ বাবে প্ৰয়োজনীয় পৰামৰ্শ আগ বঢ়ায়। ১৯৩৯ চনৰ ডিচেম্বৰ মাহত

সেই সময়ৰ ডি, পি, আই, মিঃ স্মল চাহাব আৰু নামনি অসমৰ স্কুল পৰিদৰ্শক ৺ শৰৎ গোস্বামীদেৱে ইন্দ্ৰ নাৰায়ণ একাডেমী পৰিদৰ্শন কৰিবলৈ আহে। স্কুল পৰিদৰ্শন কালত জমিদাৰৰ কিছু আমোলা-বিষয়াই আৰু হেডমাষ্টৰ ৺ ক্ষিতীশ বোস ডাঙৰীয়াই স্কুল চৌহদত কেৱল অসৌজন্যমূলক আচৰণেই নহয় কিছু ভুল তথ্য দি তেওঁলোকক অপমান কৰে। পিছত এই কথা প্ৰচাৰ হোৱাৰ লগে লগে সেইদিনাই অৰ্থাৎ ২২ ডিচেম্বৰ তাৰিখে স্থানীয় 'অসাম ইউনাইটেড ক্লাবত' ৰাইজে আবেলি ৺ গোস্বামীদেৱক সম্বৰ্ধনা জ্ঞাপন অনুষ্ঠানৰ আয়োজন কৰে। সম্বৰ্ধনাৰ উত্তৰত ৺ গোস্বামীয়ে ৰাইজকে অসমীয়া মাধ্যমৰ স্কুল প্ৰতিষ্ঠাৰ বাবে উদ্যোগ ল'বলৈ আহ্বান জনাই কয় যে মাৰ্চৰ ভিতৰতে স্কুলখন প্ৰতিষ্ঠা কৰিব পাৰিলে তাৰ বাবে প্ৰয়োজনীয় চৰকাৰী সা-সাহায্য দিবলৈ প্ৰতিশ্ৰুতি দিয়ে। তেখেতৰ সেই প্ৰতিশ্ৰুতিত ৰাইজ উদ্বুদ্ধ হৈ ২৭ ডিচেম্বৰত এক ৰাজহুৱা সভাৰ আয়োজন কৰে। এই উদ্যমত শ্ৰীশৰদিন্দু কুমাৰ চক্ৰৱৰ্তীদেৱৰ নেতৃত্ব আছিল অন্যতম। এই ক্ষেত্ৰত স্থানীয় অসমীয়া ৰাইজৰ উপৰিও বঙালী ভাষী আৰু স্বদেশী আন্দোলনৰ আগৰণুৱা ব্যক্তি ৺ ৰমেশ চক্ৰৱৰ্তীৰ অৱদানৰ কথা এই অঞ্চলৰ মানুহে এতিয়াও সোঁৱৰে। তেখেতে চাপৰ জমিদাৰৰ বহু নিৰ্যাতন সহ্য কৰিব লগীয়া হৈছিল। যি কি নহওক, হাকামা খেল পথাৰত ৺ ৰমনীকান্ত গোস্বামীৰ সভাপতিত্ব বহা সভাই 'নতুন অসমীয় হাইস্কুল স্থাপন কমিটি' গঠন কৰে। উল্লেখ থাকে যে এই পথাৰতে এবছৰমান আগতে অসমীয়া ভাষা প্ৰৱৰ্তন বিৰোধী ব্যক্তিৰ সহযোগত অনুষ্ঠিত জনসভা এখন পণ্ড হৈছিল।

স্কুল নিৰ্মাণৰ বাবে প্ৰয়োজনীয় মাটি সম্পত্তিৰ বাবে ৰাইজে সেই সময়ৰ বিজনী এষ্টেটৰ সাহায্য প্ৰাৰ্থনা কৰে। বিজনী এষ্টেটে স্কুলৰ গৃহাদি নিৰ্মাণৰ বাবে কাঠ আৰু নিজ এলেকাভুক্ত প্ৰায় ১৭ বিঘা পৰিমাণৰ মাটি স্কুলৰ নামত দান দিয়ে। সেয়েহে বিজনীৰাজৰ দাক্ষিণ্য আৰু ৰাইজৰ সহযোগিতাত ১৯৪০ চনৰ পহিলা মাৰ্চত ধুবুৰী জিলাৰ ভিতৰত সৰ্ব প্ৰথম আসমীয়া মাধ্যমৰ স্কুল প্ৰতিষ্ঠা হয়। তৎকালীন জিলা উপায়ুক্ত ৺ মহম্মদ হাদী ছুছেইন ডাঙৰীয়াই স্কুলখনৰ দ্বাৰ উদ্বোধন কৰে। ৺ নৃপেন্দ্ৰ নাথ চক্ৰবৰ্ত্তী হয় প্ৰথম প্ৰতিষ্ঠাপক হেড মাষ্টৰ। স্কুলখনৰ নাম ৰখা হয় ৰোকাখাতা হাইস্কুল।

আগতেই উল্লেখ কৰা হৈছে যে স্থানীয় উদ্যমী ব্যক্তিসকলৰ দান-বৰঙণিৰ ওপৰত নিৰ্ভৰ কৰিয়েই এই স্কুল প্ৰতিষ্ঠা কৰা হৈছিল। তদুপৰি অসমৰ বিভিন্ন প্ৰান্তৰৰ মহানুভৱ ব্যক্তিৰ নাম উল্লেখ নকৰিলে অকৃতজ্ঞৰ দোষে ছুব। ১৯৪০ চনত সাহিত্য সভাৰ অধিৱেশন হৈছিল যোৰহাটত। সিবাৰ সভাপতি আছিল ৺ময়িদুল ইছলাম বৰা। ৺ নৃপেন্দ্ৰ নাথ চক্ৰবৰ্ত্তী আৰু শিক্ষক শালকোচাৰ শ্ৰীদুৰ্গাপ্ৰসাদ চক্ৰবৰ্ত্তী দেৱ অধিবেশনলৈ যাওঁতে গুৱাহাটীত, নগাওঁতো বৰঙণি আদায় কৰে। ৺ শৰৎ গোস্বামীয়ে সেই অধিৱেশনতে উপস্থিত প্ৰতিনিধিৰ পৰা প্ৰায় ১৫০.০০ (এশ পঞ্চাশ) টকা আদায় কৰি দিয়ে। ৺ কৃষ্ণকান্ত সন্দিকৈৰ দেউতাক ৺ ৰাধাকান্ত সন্দিকৈয়ে ৪০.০০ (চল্লিশ) টকা। তেতিয়াৰ কংগ্ৰেছ সচিব ৺ হেৰম্ব প্ৰসাদ বৰুৱা আৰু ৺ শচীন্দ্ৰপ্ৰসাদ বৰুৱাই ১০০.০০ (এশ) টকা দিয়ে।

আজি এই হাইস্কুলখন হায়াৰ ছেকেণ্ডাৰীলৈ উন্নীত হৈছে। ১৯৯০ চনৰ ৭ ৰ পৰা ১২ এপ্ৰিললৈ ইয়াৰ সোণালী জয়ন্তী উৎসৱ পালন কৰা হ'ল। এই সময়ছোৱাত বহু বিৱৰ্তন হ'ল। পুৰণিচামে বিদায় মাগিলে। আসমীয়া মাধ্যমৰ স্কুল প্ৰতিষ্ঠাৰ প্ৰশ্নৰ লগত জড়িত আটাইতকৈ ডাঙৰ কথাটো আছিল আত্মপ্ৰতিষ্ঠাৰ প্ৰশ্ন। পোণপটীয়াকৈ জাতীয়তাবাদৰ সম্বন্ধ। সেই সময়ত প্ৰেৰণাদায়ক পুৰুষ সকলৰ নিষ্ঠা আৰু দূৰদৃষ্টিসম্পন্ন চিন্তা ধাৰাৰ বাবেইহে আজিৰ পুৰুষে নৱ দিগন্তৰ প্ৰভাতী সূৰুযৰ সোণালী আভাৰ উম লৈ চিৰ চেনেহী ভাষা জননীৰ সেৱক হব পাৰিছিল। সোণালী আখৰেৰে লিখা হৈ থকা সেইবোৰ ইতিহাস, সেই সকল কৃতী ব্যক্তিৰ ত্যাগ আৰু সাধনা উত্তৰ পুৰুষৰ বাবে হ'ব পথৰ পাথেয়।






# ঐতিহ্যময় চান্দৰডিঙা পাহাৰ

দেৱব্ৰত দাস

অসম সাহিত্য সভাৰ ত্ৰিষষ্টিতম বিলাসীপাৰা অধিৱেশনৰ স্মৃতিগ্ৰন্থখনৰ নাম ৰখা হৈছে 'চান্দৰডিঙা'। গতিকে স্বাভাৱিকতেই প্ৰয়োজন হৈছে ইয়াৰ এটি সংক্ষিপ্ত পৰিচয়।

চান্দৰডিঙা এখন সৰু পাহাৰ। ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে ধুবুৰী জিলাৰ অন্তৰ্গত শালকোচাৰ দক্ষিণে আৰু বিলাসীপাৰাৰ পূবে ব্ৰহ্মপুত্ৰৰ গাতে লাগি আছে। আৱহমান কালৰে পৰা এই পাহাৰখনৰ এক সুকীয়া অস্তিত্ব আছিল যদিও, বৰ্তমানে এই চান্দৰডিঙা পাহাৰৰ শিল চৰকাৰে বাংলাদেশক বিক্ৰী কৰি দিয়াৰ বিৰুদ্ধে অসমৰ প্ৰকৃতিপ্ৰেমী-লোকসকলে প্ৰতিবাদ কৰি জনমত সৃষ্টি কৰাৰ বাবে চৌদিশে, বিশেষকৈ সংবাদ মাধ্যমত আজি কিছুদিনৰ পৰা জোৱাৰ উঠিছে। অৱশ্যে অন্য কিছুৱে এনে প্ৰতিবাদৰ অৰ্থ নাই বুলিও মত প্ৰকাশ কৰিছে। মুঠৰ ওপৰত, ই এটি স্পৰ্শকাতৰ বিষয় হৈ পৰিছে আৰু এনে এটি স্পৰ্শকাতৰ বিষয় চান্দৰডিঙা- প্ৰেমী সাহিত্য সভাৰ বিষয়-ববীয়াই স্মৃতিগ্ৰন্থখনৰ নামকেই 'চান্দৰডিঙা' ৰখাৰ যুক্তি বিচাৰি পাইছে। সেয়া যিয়েই নহওক লাগে আমি কিন্তু বিৰ্তকৰ অন্তঃস্থললৈ সোমাব খোজা নাই। বৰঞ্চ এই বিতৰ্কত পৰিৱেশ প্ৰসংগত উত্থাপিত চান্দৰডিঙাৰ বিষয়ে কিছু কথা জনাবলৈ প্ৰয়াস কৰিম।

চান্দৰডিঙা নামটোৰ লগত জড়িত হৈ অছে পুৰণি প্ৰসিদ্ধ চান্দ সদাগৰ, বেউলা-লক্ষ্মীন্দৰৰ কাহিনী। সুকবি নাৰায়ণ দেৱ বিৰচিত পদ্মাপুৰণত বৰ্ণিত. কাহিনীমতে শিৱদুহিতা মনসা বা বিষহৰীয়ে চন্দ্ৰধৰ বা চান্দ সদাগৰৰ পৰা আনুগত্য বিচাৰিছিল। কিন্তু চন্দ্ৰধৰ আছিল শিৱভক্ত। শিৱৰ বাদে অন্য দেৱ-দেৱীক পূজা নকৰাৰ প্ৰতিজ্ঞাত অটল থকাৰ বাবেই দেৱী মনসা বা পদ্মা বা বিষহৰীয়ে চন্দ্ৰধৰৰ চৈধ্যখন ধন-ৰত্নেৰে পৰিপূৰ্ণ ডিঙা বা নাওঁ পানীত বুৰাই পেলায়। যি ঠাইত নাওঁকেইখন ডুবিছিল তাৰ কাষতেই থকা পাহাৰখনেই এতিয়াৰ চান্দৰডিঙা পাহাৰ। এই পাহাৰখন দেখিবলৈ উবুৰি খাই থকা নাওঁ এখনৰ দৰেই। সেই কাৰণে এই অঞ্চলৰ জনবিশ্বাসমতে ই নিশ্চয়কৈ চান্দ সদাগৰৰ ডিঙা। ডিঙা ভৰাই অনা বিভিন্ন মূল্যৱান সম্পদৰাজি এই পাহাৰত এতিয়াও সংৰক্ষিত হৈ আছে বোলা কথাযাৰ লোক-বিশ্বাসত পৰিণত হৈছে।

চান্দ সদাগৰৰ কথা উঠিলেই সততে মনত পৰে চম্পক নগৰৰ কথা। সুৰেন ঠাকুৰীয়া আৰু কমল দাস সম্পাদিত পুথি 'চম্পকৰ ঐতিহ্য'ত এই চান্দ সদাগৰ বৰ্তমানৰ ছয়গাঁও অঞ্চলত অতীজতে গঢ় লৈ উঠা 'চম্পক নগৰ'ৰ শাসক বুলি বৰ্ণিত আছে। প্ৰকৃতাৰ্থত তেওঁ এজন সদাগৰ। 'গুঞ্জৰী সাগৰ' অৰ্থাৎ ব্ৰহ্মপুত্ৰৰ বুকুৰে কেবাখনো নাওঁ বোজাই কৰি তেওঁ বণিজলৈ ওলাইছিল। তেওঁৰ এই নাওঁবোৰৰ নাম আছিল - মধুকৰ, শঙ্খচূৰ, ৰত্নপাট, দুৰ্গাবৰ, খৰচান, দীঘল-পাথল, উদয়তৰা, মাণিক মোহৰা, লক্ষ্মীপাট, উদয়গিৰি, মকুৰা, কাজলিমুখী, হুৰামুৰা আৰু যাত্ৰাসিদ্ধি। এইদৰেই চান্দৰডিঙা এখন পৌৰাণিক কাহিনী, কিম্বদন্তীৰে ভৰা প্ৰসিদ্ধ পাহাৰত পৰিণত হৈছে।

এই পাহাৰত এতিয়াও এটি ক'লাবৰণীয়া শিল আছে যি 'পাগলাবাবা' বুলি খ্যাত আৰু স্থানীয় ৰাইজৰ দ্বাৰা পূজিত। এই পাগলাবাবা দেৱাদিদেৱ শিৱ। প্ৰতি বছৰে অশোকাষ্টমীৰ সময়ত ইয়াত এখন ডাঙৰ মেলা বহে আৰু বিস্তীৰ্ণ এলেকাৰ হিন্দু ধৰ্মাৱলম্বী লোকসকলে একগোট হৈ ব্ৰহ্ম পুত্ৰত পুতস্নান কৰাৰ উপৰি মৃত আত্মীয়সকলৰ শ্ৰাদ্ধ-পিণ্ডাদিৰ কাম সম্পন্ন কৰে। এই পাহাৰত আজি কিছু বছৰ আগেয়ে স্থানীয় মানুহে প্ৰাচীন স্থাপত্য চিন খচিত মূৰ্তি আৰু মসৃণ কাৰুকাৰ্য খচিত শিলৰ দ্ৰব্য পাইছিল। এই পাহাৰৰ উত্তৰ- পূৰ্বকোণত এতিয়াও এটি ধ্যানৰত বৌদ্ধ মূৰ্তি আছে যাক স্থানীয় মানুহে লক্ষ্মীদেৱী হিচাপে পূজা কৰে। স্থানীয় মহিলা এগৰাকীয়ে বিষ্ণু মূৰ্তি এটিও সংগ্ৰহ কৰি নিজ গৃহত সংস্থাপন কৰিছে। ইয়াৰ বাহিৰেও চান্দৰডিঙাৰ পাদদেশত অৱস্থিত শিলডাঙা গাঁওখন এসময়ত শিল কাটি মূৰ্তি নিৰ্মাণ কৰা শিল্পীৰ বাসস্থান আছিল বুলিও প্ৰমাণিত হৈছে। এই পাহাৰত পোৱা শিল হেনো উন্নতমানৰ গ্ৰেনাইট শিল। এইবোৰ কাৰণতে চান্দ সদাগৰৰ লগত বিজড়িত কাহিনীয়ে যুগ যুগ ধৰি জন-জীৱনত গভীৰ প্ৰভাৱ বিস্তাৰ কৰি আহিছে আৰু বিখ্যাত হৈছে। লগতে যুক্ত হৈ আছে ধৰ্মপ্ৰাণ মানুহৰ আৱেগ আৰু অনুভূতি।

পদ্মাপুৰাণত উল্লিখিত বেউলা- লক্ষ্মীন্দৰৰ কাহিনীভাগক কেন্দ্ৰ কৰি গঢ় উঠা লৈ এই অঞ্চলৰ ধৰ্ম্মীয় অনুভূতিৰ উপৰি

সৃষ্টি হোৱা লোকগাঁথা, কাহিনী আদিয়ে এক সুকীয়া সংস্কৃতিৰ ধাৰা বোৱাই আহিছে আৱহমান কালৰে পৰা। মাৰৈ, বিষহৰী,মনসা,আদি বিভিন্ন নামেৰে পূজিত দেৱীৰ স্থান এই অঞ্চলৰ মানুহৰ ঘৰে ঘৰে। আজি তথাকথিত শিক্ষিত ব্যক্তিয়ে এইবোৰৰ নামত নাক কোঁচালেও জনমানসত গভীৰভাৱে প্ৰভাৱ পেলোৱা ছাপ কিন্তু সহজতে মচ খুৱাব নোৱাৰিব। সাম্প্ৰতিক কালত চান্দৰডিঙাক লৈ যি বিতৰ্কৰ সূত্ৰপাত হৈছে, দুখৰ কথা, তাত কিন্তু এই কথাবোৰে উচিত স্থান পোৱা নাই।

পূৰ্বেই উল্লেখ কৰা হৈছে যে চান্দৰডিঙা পাহাৰখন ব্ৰহ্মপুত্ৰ নদীৰ উত্তৰ পাৰে অৱস্থিত। ব্ৰহ্মপুত্ৰৰ গাতেই লাগি থকা প্ৰায় ৪৫০ হেক্টৰ মাটি কালিৰে আগুৰি থকা এই পাহাৰখন ক্ৰমে পূবৰ পৰা পশ্চিম, আকৌ পশ্চিমৰ পৰা দক্ষিণলৈ বিয়পি আছে। এই পাহাৰত সৰু ডাঙৰ পাঁচটা মান টিং দেখা যায়। ইয়াৰ কাষে কাষে পূবা-পশ্চিমাকৈ বৈ আছে মহাবাহু ব্ৰহ্মপুত্ৰ। মন কৰিব লগীয়া কথা এয়ে যে ব্ৰহ্মপুত্ৰৰ ঢৌৱে অহৰহ আঘাত হানিছে উত্তৰ-পূবৰ পাহাৰৰ গাত। ফলত এই পাহাৰৰ উত্তৰ দিশত থকা শিলডাঙা, লালিয়াপাৰা, ইছলামাৰী, লালকুৰা, গুটিপাৰা আঢ়িমাৰী, ভোলাপাৰা আদি গাঁওবোৰ 'লেগুণত অন্তৰ্ভুক্ত হৈছে। সেয়ে ধাৰণা হয় এই পাহাৰখনে এটি প্ৰাকৃতিক বান্ধ হিচাপে দক্ষিণৰ জনবসতি অঞ্চল আৰু খেতিমাটিক ব্ৰহ্মপুত্ৰৰ খহনীয়াৰ পৰা ৰক্ষা কৰিছে। ঠিক একেই ধৰণে ভৈৰৱচুড়া, দুধনাথ, টোকৰাবান্ধা পাহাৰেও একেই পদ্ধতিৰে প্ৰাকৃতিক বিপৰ্যয় ৰোধ কৰিছে। সেয়েই কেৱল শালকোচাকে নহয় চাপৰ, বিলাসীপাৰাকো সুৰক্ষা দিছে বুলি কব পাৰি। ভৌগোলিক দিশত গুৰত্বপূৰ্ণ অন্যান্য দিশবোৰ আলোচনাৰ পৰিসীমাত ননাকৈয়ে কব পাৰি যে চান্দৰডিঙা এখন গুৰত্বপূৰ্ণ পাহাৰ।

ভূ-তাত্বিক দিশৰ পৰা চালে চান্দৰডিঙা পাহাৰৰ গুৰুত্ব সহজে অনুমান কৰিব পাৰি। ১৯৬৪-৬৯ চনৰ ভিতৰত ভূ-তাত্বিক জৰীপ বাদেও খননকাৰ্য চলাই এই পাহাৰত খনিজ সম্পদৰ সন্ধান কৰা হৈছিল। এই অধ্যয়ন বা অনুসন্ধানৰ জৰিয়তে ইয়াত আঠ নিযুত টন পৰিমাণৰ লোৰ আকৰৰ ভাণ্ডাৰ নিৰ্ণয় কৰা হৈছে। এনে আকৰত লোৰ পৰিমাণ ৪২% মানহে নিৰ্ণয় কৰা হৈছে। ইয়াৰ শিল উৎকৃষ্ট মানৰ গ্ৰেনাইট বুলিও গৱেষক সকলে জানিব পাৰিছে। এই খিনিতে উল্লেখ কৰা উচিত হ'ব যে গ্ৰেনাইট হৈছে পৃথিৱীৰ প্ৰাথমিক শিল। পণ্ডিতসকলৰ মতে এই শিলাস্তৰসমূহ মূল গণ্ডোৱানা লেণ্ডৰ অন্তৰ্ভুক্ত আৰু ইয়াত যথেষ্ট পৰিমাণে বিভিন্ন মূল্যৱান খনিজ ধাতু পোৱাটো সম্ভৱ। অসমৰ বিভিন্ন বাতৰি কাকতত আজি প্ৰায় এবছৰ কাল ধৰি এই সন্দৰ্ভত অনেক মূল্যৱান ৰচনা প্ৰকাশিত হৈছে। পক্ষে-বিপেক্ষ বিতৰ্ক হৈছে। কিন্তু মূল কথাটো হৈছে চান্দৰডিঙা পাহাৰ নিঃসন্দেহে এক চিন্তাৰ খোৰাক আৰু প্ৰকৃতাৰ্থত এনে ধৰণৰ চিন্তা-চৰ্চ্চাই ইয়াক আকৰ্ষণীয় কৰিছে।

ওপৰোক্ত বাদ-বিবাদ বা বিতৰ্ক আমাৰ আলোচ্য বিষয় নহয়। পিছে চান্দৰডিঙাৰ ঐতিহ্যত কালিমা সানিব পৰা যিকোনো ধৰণৰ কাৰ্যহিহে আমাৰ আশংকা উদ্ৰেককাৰী। বিশেষকৈ বৰ্তমান সময়ৰ অতীব প্ৰয়োজনীয় কথা পৰিৱেশ প্ৰদূষণৰ সমস্যা। লগত ইয়াত খনন বা ভাঙোন কাৰ্য আৰম্ভ হ'লে ইয়াৰ চৌদিশত কু-প্ৰভাৱ পৰিব নেকি? এই সন্দৰ্ভত সচেতন প্ৰকৃতিপ্ৰেমী-সংগঠন প্ৰদূষণ দূৰীকৰণ সন্থা (ছেবাপে) এই ভাঙোনকাৰ্যৰ বিৰুদ্ধে জনজাগৰণ সৃষ্টি কৰিছে। এনেকি "ছেবাপে" য়ে সহযোগী সংগঠনৰ দ্বাৰা উচ্চ ন্যায়ালয়লৈও গৈছে।

সি যিয়েই নহওক আমাৰ মনত চান্দৰডিঙা কেৱল এখন পাহাৰেই নহয়, ইয়াত নিহিত আছে ধৰ্মপ্ৰাণ মানুহৰ অনুভূতি। এসময়ৰ গণ্ডোৱানা লেণ্ডৰ অন্তৰ্গত এই অঞ্চলৰ ভূ-খণ্ডৰ ব্যাপক পৰীক্ষা-নিৰীক্ষা চলাই মূল্যৱান সম্পদ ৰক্ষা আৰু আমাৰ ভৱিষ্যৎ বংশধৰসকলৰ বাবে সংৰক্ষণ কৰা এয়াই আমাৰ অনুৰোধ।

এই ৰচনাৰ মাধ্যমেৰে পঢ়ুৱৈ সমাজক চান্দৰডিঙা পাহাৰখনৰ এটি সংক্ষিপ্ত পৰিচয় প্ৰদান কৰাৰ প্ৰয়াস কৰা হ'ল। ঐতিহ্যময় এই পাহাৰখন সংৰক্ষণৰ বাবে অন্যান্যৰ লগতে অসম সাহিত্য সভাৰ দ্বাষষ্ঠিতম্ বোকাখাতৰ মুকলি অধিৱেশনে গভীৰ উদ্বেগ আৰু ক্ষোভ প্ৰকাশ কৰি প্ৰস্তাৱযোগে চান্দৰডিঙা পাহাৰখন বাংলাদেশলৈ ব্যৱসায়িক স্বাৰ্থত হস্তান্তৰ কৰা কাৰ্য অতিশীঘ্ৰে বাতিল কৰিবলৈ চৰকাৰ আৰু সংশ্লিষ্ট কৰ্তৃপক্ষৰ ওচৰত দাবী জনাইছে (প্ৰতিদিন — ৫ মাৰ্চ '৯৬)। এই পাহাৰত প্ৰচুৰ পৰিমাণে উৰ্বৰ মাটি, দুষ্প্ৰাপ্য গছ-গছনি বা পুলি আছে। ব্যৱসায়ৰ নামত ধ্বংস কৰাতকৈ পাহাৰত বনানীকৰণ, পৰ্যটন কেন্দ্ৰৰ জৰিয়তে প্ৰভূত উন্নতি সাধন কৰি এই পাহাৰৰ ঐতিহ্য চিৰযুগমীয়া কৰক — এয়ে আমাৰ অনুৰোধ।





# অসম সাহিত্য সভাৰ ত্ৰিষষ্ঠিতম বিলাসীপাৰা অধিৱেশনৰ আদৰণী সমিতিৰ সভাপতি ৰূপে শ্ৰীশৰৎ চন্দ্ৰ সিংহদেৱ

অনিমেষ কান্তি চৰকাৰ

অসম সাহিত্য সভাৰ ৬৩তম অধিৱেশন বিলাসীপাৰাত অনুষ্ঠিত হব—এই বাতৰি শুনাৰ লগে লগে বিলাসীপাৰাৰ আটায়ে আনন্দিত হোৱাটো স্বাভাৱিক। কিন্তু সমাজকৰ্মী বহুতেই মূৰৰ ওপৰৰ ওজনখিনি যথেষ্ট গধুৰ বুলি অনুভৱ কৰিলে। নানা আলোচনা, চিন্তা-চৰ্চা চলি থাকোঁতে ৩০-৬-৯৬ তাৰিখে সাহিত্য সভাৰ লগত যুক্ত, বিভিন্ন সামাজিক কাম-কাজৰ লগত যুক্ত ব্যক্তি আৰু অনুষ্ঠান-প্ৰতিষ্ঠানৰ মুৰব্বীসকলক লৈ অবিভক্ত গোৱালপাৰা জিলা ভিত্তিত এখন সাধাৰণ সভা-অনুষ্ঠিত হ'ল। সভাৰ মূল কাৰ্যসূচী-এখন আদৰণী সমিতি গঠন কৰা। শ্ৰীবিক্ৰমজিৎ চক্ৰৱৰ্তীৰ সভাপতিত্বত অনুষ্ঠিত এই সভাখনত অসম সাহিত্য সভাৰ তৰফৰ পৰা পৰ্যবেক্ষক ৰূপে উপস্থিত আছিল প্ৰধান সম্পাদক শ্ৰীসতীশচন্দ্ৰ চৌধুৰী, ধন ভঁৰালী শ্ৰীপ্ৰফুল্ল গোস্বামী, প্ৰাক্তন ধনভঁৰালী নৰনৰায়ণ দেৱশৰ্মা আৰু সভাৰ সংগঠক শ্ৰীভৱানীপ্ৰসাদ অধিকাৰী ডাঙৰীয়াসকল।

আলাপ-আলোচনাৰ অন্তত সভাত সৰ্বসন্মতিক্ৰমে এখন আদৰণী সমিতি গঠন কৰা হ'ল। আদৰণী সমিতিৰ সভাপতি পদত ৰাইজে শ্ৰীশৰৎচন্দ্ৰ সিংহ দেৱক নিৰ্বাচিত কৰিলে। শ্ৰীসিংহ দেৱৰ কৈশোৰ অতিক্ৰান্ত হৈছে বিলাসীপাৰাত-শিক্ষাৰ্থী ৰূপে। আদৰণী সমিতিৰ সভাপতি নিৰ্বাচিত হোৱাৰ সময়ত তেখেত ৮৩ বছৰীয়া উদ্যমী প্ৰবীণ পূজনীয় নেতা। বিলাসীপাৰাৰ মাটিত কৈশোৰত তেখেত আছিল আটাইৰে মৰমৰ আৰু আজি প্ৰবীণ বয়সত একেখন ঠাইত সকলোৰে পূজনীয়।

সক্ৰিয় ৰাজনীতিৰ লগত যুক্ত এইগৰাকী বৰ্ষীয়ান নেতাক আদৰণী সমিতিৰ সভাপতি নিৰ্বাচিত কৰাৰ সময়ত যিটো কথাই আটাইতকৈ গুৰুত্ব পাইছিল সেয়া হৈছে-যি ডোখৰ ঠাইত ৬৩ তম অধিৱেশন পাতিবলৈ লোৱা হৈছে, যি ডোখৰ ঠাইত 'চিৰ চেনেহী মোৰ ভাষা জননী' বুলি সমস্বৰে গাই আমি সৰ্বশৰীৰত অনুভৱ কৰোঁ তৃপ্তিৰ শিহঁৰণ-সেই ডোখৰ ঠাইক ১৯৫৬ চনত ৰাজ্য পুনৰ গঠনৰ সময়ত অসমৰ মানচিত্ৰৰ পৰা কাটি পশ্চিম বঙ্গৰ লগত চামিল কৰাৰ ষড়যন্ত্ৰৰ বিৰূদ্ধে সিংহ-গৰ্জন তুলিছিল তেতিয়াৰ যুৱ-শক্তিসমৃদ্ধ এইগৰাকী নেতা শৰৎ চন্দ্ৰ সিংহই। 'অসমৰ অঙ্গচ্ছেদ হ'ব নোৱাৰে' বুলি সকলো খিলঞ্জীয়া মানুহক ৰাজপথত উলিয়াই আনিছিল। 'আমাৰ ভাষা অসমীয়া' বুলি কোৱা চৰ অঞ্চলৰ মানুহৰ প্ৰাণৰ কথা দিল্লীৰ কৰ্ণ কুহৰত সুমুৱাই দিয়াৰ সবল নেতৃত্ব দিছিল। একেদৰে সমগ্ৰ অসম ভূ-খণ্ডক দেশ বিভাজনৰ সময়ত পাকিস্তানৰ লগত চামিলকৰণৰ বিৰুদ্ধে প্ৰয়াত গোপীনাথ বৰদলৈৰ যুঁজৰ অন্যতম সেনানী আছিল শ্ৰীসিংহ ডাঙৰীয়া।

স্বাধীনতাৰ সময়ৰ আৰু স্বাধীনোত্তৰ কালৰ দুটাকৈ ৰাজনৈতিক বৰভূঁইকপৰ সময়ত অঞ্চলটোৰ ৰাইজৰ মাজত আলোক-বৰ্তিকা লৈ দৃঢ়তাৰে ৰাইজৰ সামগ্ৰিক স্বাৰ্থক ৰক্ষা কৰাৰ নেতৃত্ব বহন কৰি অঞ্চলটোৰ ভাষা, কৃষ্টি-সংস্কৃতিৰ বিলুপ্তি প্ৰতিৰোধ কৰাত সক্ষম হোৱা তেতিয়াৰ নবীন, আজিৰ প্ৰবীণ এই গৰাকী নেতাক ৬৩ তম অধিৱেশনৰ-মহাসভাৰ ৰাইজে পাবলৈ বিচাৰিলে নিচেই কাষত।

শ্ৰীশৰৎ চন্দ্ৰ সিংহদেৱৰ অনুপস্থিতিত ৰাইজে তেখেতক সভাপতি ৰূপে গ্ৰহণ কৰি এখনি আদৰণী সমিতি গঠনৰ কঠিন কামৰ অন্ত পেলালে। সভাৰ সামৰণিত লক্ষ্য কৰা হ'ল সকলোৰে মুখত বিৰিঙি উঠা আনন্দ। বহুতেই মূৰৰ ওপৰৰ ওজনটো পাতল হোৱা বুলি অনুভৱ কৰিলে। হতাশাত কষ্ট পোৱা বহুতেই নতুন শক্তি সঞ্চয় কৰিলে। এতিয়া দায়িত্বশীলসকলৰ গভীৰ চিন্তা তেখেতে আদৰণী সমিতিৰ সভাপতিৰ পদটো গ্ৰহণ কৰিব নে নাই?

ৰাইজৰ প্ৰস্তাৱ লৈ আদৰণী সমিতিৰ সাধাৰণ সম্পাদক শ্ৰীবিক্ৰমজিৎ চক্ৰৱৰ্তী নিজেই গুৱাহাটীলৈ গৈ প্ৰবীণ নেতাগৰাকীক সাক্ষাৎ কৰিলে। ৰাইজৰ সভাৰ কথা বিৱৰি ক'লে। শ্ৰী সিংহদেৱে বিলাসীপাৰালৈ আহি ৰাইজৰ সভাৰ কথা বিৱৰি কলে। শ্ৰী সিংহ দেৱে বিলাসীপাৰালৈ আহি ৰাইজৰ সমুখত নিজ মতামত প্ৰকাশ কৰাৰ ইচ্ছা প্ৰকাশ কৰিলে আৰু সেইমতে বিলাসীপাৰা সাহিত্য সভা ভৱনত উপস্থিত হ'ল। অপেক্ষাৰত ৰাইজৰ লগত নানা আলোচনা কৰিলে । সাহিত্য সভাৰ অধিৱেশন সফল কৰি তুলিবলৈ তেখেতে শ্ৰমদানৰ প্ৰতিশ্ৰুতি দাঙি ধৰিলে যদিও সভাপতিৰ পদৰ পৰা অব্যাহতি কামনা কৰি এখন চিঠি পাঠ কৰিলে। তেখেতৰ মতামতৰ বাবে অপেক্ষাৰত ৰাইজ বিমৰ্ষ হ'ল। কাৰোমুখত কোনো কথা নাই। সভাৰ গভীৰ নীৰৱতা ডাঙি শ্ৰী সিংহ দেৱে পুণৰ দোহাৰিলে সভাপতি নেথাকিলেও তেখেত ৰাইজক সক্ৰিয়ভাৱে সহায় কৰিব। ৰাইজ নেমানিলে তেখেতক সভাপতিৰূপেই থাকিবলৈ আপদাৰ কৰিলে। ৰাইজৰ আপদাৰ অস্বীকাৰ কৰিব নোৱাৰি তেখেতে ৰাইজক

আশ্বস্ত কৰিলে। ৰাইজৰ আপদাৰ অস্বীকাৰ তেখেতক সভাপতিৰূপেই থাকিবলৈ আপদাৰ কৰিলে। ৰাইজৰ আপদাৰ অস্বীকাৰ কৰিব নোৱাৰি তেখেতে ৰাইজক আশ্বস্ত কৰিলে— "ঠিক আছে। মই আব্যাহতি বিচৰা পত্ৰ খন থাকক। গুৱাহাটীলৈ গৈ মোৰ অন্যান্য কাম-কাজবোৰৰ থান-থিত লগাই ৰাইজৰ প্ৰস্তাৱটি গ্ৰহণ কৰাৰ চেষ্টা কৰিম।

কিনকিনিয়া বৰষুণৰ দিন। সভাৰ অন্তত তেখেত আহিল হাকামালৈ। ˚নিশিনাথ চক্ৰৱৰ্তীৰ ঘৰলৈ। ˚নিশিনাথ চক্ৰৱৰ্তী আছিল এজন আদৰ্শবাদী সফল শিক্ষক। এই শিক্ষকগৰাকীয়ে এদিনাখন শ্ৰীসিংহদেৱক নিজ ঘৰলৈ মাতি নি তাতেই থাকি পঢ়াশুনা কৰিবলৈ সুবিধা কৰি দিছিল। ˚নিশিনাথ চক্ৰৱৰ্তীৰ ভ্ৰাতৃ ˚বিনয় কুমাৰ চক্ৰৱৰ্তীৰ সহধৰ্মিণী শ্ৰীমতী অমিয় বালা দেৱী শ্ৰীসিংহদেৱৰ ছাত্ৰ-জীৱনৰ সৰু-সুৰা ঘটনাৰ এখন দিনপঞ্জীৰ দৰে। শ্ৰীমতী চক্ৰৱৰ্তী বয়সত ২/৩ বছৰৰ সৰু হ'লেও সম্বন্ধত প্ৰবীণ 'জনাৰ' খুড়ীমা স্কুলীয়া জীৱনত ভাত ৰান্ধি খুওৱা খুড়ীমাক সেৱা কৰাৰ সময়ত দেখিছিলো খুৰীমাকৰ হাতখন প্ৰবীণ নেতাগৰাকীৰ মূৰত। চকু চলচলীয়া অথচ মুখত তৃপ্তিৰ হাঁহি। এইগৰাকী খুড়ীমাকৰ ল'ৰা শ্ৰীবিভৱ কুমাৰ চক্ৰৱৰ্তী বোকাখাত উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শিক্ষক। তেওঁৰেই অৰ্দ্ধ-নিৰ্মিত ঘৰত বহি আটায়ে কথা পাতিছিলোঁ। লগত আছিল শ্ৰীসিংহদেৱৰ পুত্ৰ শ্ৰী জয়ন্ত সিংহ। পিতৃদেৱৰ কৈশোৰৰ চোতালখনত' নিৰ্মীয়মাণ গৃহটিত বহি শুনা কথাবোৰত শ্ৰীমান জয়ন্ত এক বিশেষ আনন্দ পোৱা যেন অনুভৱ কৰিছিলোঁ। চাহ একাপকৈ খাই 'খুড়ীমা'হঁতৰ ঘৰৰ সমুখতেই ১৯৯০ চনত স্থাপিত নিশিনাথ উচ্চ মাধ্যমিক বিদ্যালয়ত সোমালে। চকী এখনত বাৰাণ্ডাতেই বহিলে। বিদ্যালয়খনত এটি সেউজীয়া প্ৰাকৃতিক পৰিৱেশ দৃশ্যমান। বিদ্যালয়ৰ চৌপাশে আগ্ৰহেৰে দৃষ্টি ফুৰাই তেখেতে আমাৰ পৰা সিদিনাখন বিদায় মাগিলে। বিদায়ৰ মুহূৰ্তত আমি মাথো ক'লো 'ছাৰ, আপুনি সভাপতি ৰূপে থাকিবই লাগিব'। তেখেত গ'ল। আকৌ এসপ্তাহমান পিছত বাছেৰে গুৱাহাটীৰ পৰা চাপৰ আৰু চাপৰৰ পৰা লাইন বাছত বিলাসীপাৰালৈ, আহিল। সাহিত্য সভা ভৱনত সভাৰ সময় নিৰ্দিষ্ট কৰা আছিল ৰাতিপুৱা ৯ বজাত। তেখেত পুৱা ৮ বজাতেই বিলাসীপাৰালৈ আহিল।

একেখন বাছতেই অভ্যৰ্থনা সমিতিৰ সদস্য আৰু বিলাসীপাৰাত সাহিত্য সভাৰ শাখা প্ৰতিষ্ঠাত ভূমিকা পালন কৰা শ্ৰীখগেশ ৰায়ো আহি আছিল। সভাৰ কিছু পলম থকাত শ্ৰীৰায়ে প্ৰবীণ নেতাগৰাকীক অলপ সময়ৰ বাবে বহুৱাবলৈ ৰিক্সাৰে আমাৰ ঘৰলৈ লৈ আহিছিল। ঘৰৰ পদুলিত বৰ্ষীয়ান নেতাগৰাকীক দেখি তেখেতক আদৰিবলৈ ভাষা বিচাৰি পোৱা নাছিলোঁ। ৰিক্সাৰ পৰা নিজেই বেগ হাতত লৈ ঘৰলৈ আগ বাঢ়ি আহিছিল। বহিছিল। তেখেতক বাতৰি কাকতেৰে আদৰিছিলোঁ। ফিকা চাহ একাপ দিছিলোঁ। ভাতৰ ব্যৱস্থাৰ কথা কওঁতেই তেখেতে নয় বজাত সভা বুলি সোঁৱৰাই দিলে আৰু ক'লে আমাৰ বাবে নবজা মানে নবজাই। ৰিক্সাৰে আমি বিলাসীপাৰা সাহিত্য সভা ভৱনত নবজাৰ আগে আগেই উপস্থিত হলোঁ। এজন দুজনক আদৰণী সমিতিৰ সদস্যোৰে সাহিত্য সভা ভৱন ভৰি পৰিল।

প্লাষ্টিকৰ মোনাৰ পৰা ফাইল উলিয়াই তেখেতে পাঠ আৰু ব্যাখ্যা কৰি গ'ল আদৰণী সমিতিৰ বিত্ত বিধিৰ। প্ৰতিটো বাক্য ব্যাখ্যাৰ সময়ত সভাত উপস্থিত সকলোৱে উক্ত বিধি সমৰ্থন কৰি গ'ল। বিত্ত বিধিৰ মূলনীতি — "Transparency, Accountability and Morality in public life"ৰ ব্যাখ্যাৰ সময়ত তেখেতক এজন সফল শিক্ষক ৰূপে কল্পনা কৰি ভাল লাগিছিল। বিত্ত বিধিৰ পিছত আলোচনা এইবাৰ অতিথি পৰায়ণতা সম্পৰ্কে। অতিথিৰ প্ৰতি আদৰণী সমিতিৰেই নহয় সমগ্ৰ অঞ্চলৰ ৰাইজৰ দায়িত্ব সম্পৰ্কে। তেখেতৰ প্ৰস্তাৱ, পৰামৰ্শ কোনো কথাতেই কাৰো দ্বিমত নাই। জীৱনৰ অভিজ্ঞতাৰে কোৱা প্ৰতিটি কথাই প্ৰতিজন মানুহৰ অন্তৰৰ গভীৰতম প্ৰদেশ স্পৰ্শ কৰে।

বিত্তবিধি সভাত আন্তৰিকতাৰে গৃহীত হ'ল । আদৰণী সমিতিৰ সভাপতি মহোদয়েও আৰম্ভ কৰিলে কৰ্ম-অভিযান। সভাৰ শেষত বিলাসীপাৰা প্ৰেছ ক্লাবত সাংবাদিক মেল বহিল। ধুবুৰী, বিলাসীপাৰা, চাপৰৰ সংবাদসেৱীসকল সমৱেত। বিভিন্ন প্ৰশ্নৰ স্পষ্ট উত্তৰ। সাংবাদিকসকলক জনাই দিয়া হ'ল বিত্তবিধিৰ কঠোৰতা। প্ৰতিদিনৰ হিচাপ, প্ৰতিদিনে লিখা হ'ব। প্ৰতি মাহৰ হিচাপ - চাৰ্টাৰ্ড একাউন্টেণ্ট (চনদ প্ৰাপ্ত হিচাপ পৰীক্ষক)ৰ দ্বাৰা পৰীক্ষা কৰা হ'ব। সময়ে সময়ে হিচাপ ৰাজহুৱাকৈ প্ৰকাশ কৰা হ'ব। দান, বৰঙণি অনুৰোধ, আবেদনেৰে সংগৃহীত হ'ব। এই লৈ ৰাইজৰ লগত কোনো দ্বন্দ্ব নহ'ব। দাতাসকলক সামাজিক দায়বদ্ধতাৰ কথা বুজাব লাগিব। সাহিত্য সভাৰ মেলামুখী প্ৰৱণতা সম্পৰ্কীয় এটি প্ৰশ্নৰ উত্তৰত ক্ষিপ্ৰতাৰে সলসলীয়াকৈ আদৰণী সমিতিৰ সভাপতিগৰাকীয়ে কৈ গ'ল "সাহিত্য সভা ৰাইজৰ সভা। ৰাইজেই এই সভা পাতিছে। ৰাইজে পতা সভাত ৰাইজৰ ব্যাপক অংশ গ্ৰহণক আমি বাধা দিব নোৱাৰোঁ। আমাৰ দায়িত্ব কেৱল মেলামুখিতাক কল্যাণমুখীলৈ ৰূপান্তৰিত কৰাৰ সময়ৰ দাবীৰ প্ৰতি সহাঁৰি জনোৱাটো। অসম আজি অশান্তি আৰু হিংসাত জ্বলিছে। গোষ্ঠী সংঘৰ্ষত জৰ্জৰিত। ইয়াৰ পৰিৱৰ্তন ঘটোৱাৰ দায়িত্ব আমাৰ আটাইৰে। সাহিত্য সভাত লাখ লাখ মানুহ সমৱেত হ'ব। এই সমাৱেশক শান্তি, সমন্বয়ৰ সমাৰোহত পৰিণত কৰিব লাগিব। পৰিণত কৰিব লাগিব মহামিল ভূমিত। সৰ্বধৰ্মৰ তীৰ্থক্ষেত্ৰত। লগে লগে গুৰুত্ব দিব লাগিব মানুহৰ বাবে বৰ্তমানে আটাইতকৈ বেছি প্ৰয়োজন হোৱা প্ৰাকৃতিক ভাৰসাম্য ৰক্ষাৰ শিক্ষাৰ প্ৰতি। এসময়ত অঞ্চলটো গছ, বিৰিখেৰে ভৰি আছিল। কচুগাঁও বনাঞ্চল শাল গছেৰে পূৰ্ণ আছিল। ঢেকীয়াপতীয়া বাঘৰ বাবে আছিল বিখ্যাত। আজি সেইবোৰ নোহোৱা হ'ল। মহাৰণ্যত আজি শহা লুকাব পৰা ঠাই নোহোৱা হ'ল। প্ৰকৃতিক ৰক্ষা কৰাৰ শিক্ষা আমি এই সমাৰোহত দাঙি ধৰিব পাৰো। প্ৰদৰ্শনী সাহিত্য সভা অধিৱেশনৰ এটি গুৰুত্বপূৰ্ণ অংগ। ইয়াক ভিত্তি হিচাপে লৈ নিবনুৱা যুৱক-যুৱতীসকলৰ মাজত আমি কৰ্ম-সংস্কৃতিৰ প্ৰেৰণা যোগাব পাৰোঁ। পৰিকল্পিতভাৱে কাম কৰিলে মানুহৰ মেলাক মানুহৰ কল্যাণত ৰূপান্তৰিত কৰিব পৰা যায়। ইয়াৰ বাবে লাগিব — চৰকাৰী সহযোগিতা আৰু সচেতন মহলৰ আন্তৰিক প্ৰচেষ্টা।' সংবাদসেৱীসকলৰ সন্মুখত এই কথা কৈয়েই তেখেত ক্ষান্ত নাথাকিল। গোসাঁইগাঁৱৰ বড়ো, চাওঁতাল জনগোষ্ঠীৰ ভ্ৰাতৃঘাতী সংঘৰ্ষৰ বাবে অতিকৈ মনোকষ্ট পোৱা প্ৰবীণজনে আদৰণী সমিতিৰ সাধাৰণ সম্পাদকক লগত লৈ আৰম্ভ কৰিলে গোসাঁইগাঁও যাত্ৰা। গোসাঁইগাঁৱৰ ভিতৰুৱা গাঁৱলৈ প্ৰৱেশ কৰিলে। পুৰি ছাই হোৱা গাঁওবোৰলৈ গ'ল। সাক্ষাৎ কৰিলে বড়ো জনগোষ্ঠীৰ সমাজকৰ্মীক। লগ ধৰিলে চাঁওতাল সম্প্ৰদায়ৰ মুৰব্বীসকলক। শান্তিৰ সপক্ষে ৰাইজৰ মতামত বুটলিলে। সিদ্ধান্ত হ'ল (১৯৯৬ চনৰ) ২ অক্টোবৰৰ দিনাখন গান্ধী-জয়ন্তী উপলক্ষে সকলো জনগোষ্ঠীৰ লোকেৰে গণ-সমাৰোহৰ। নাম দিয়া হ'ল "শান্তি-সম্প্ৰীতি সমাৱেশ" আহ্বায়ক কৰা হ'ল অসম সাহিত্য সভাৰ ৬৩ তম বিলাসীপাৰা অধিৱেশনৰ আদৰণী সমিতি সমন্বিতে চান্তালী সাহিত্য সভা, বড়ো সাহিত্য সভা, ৰাভা সাহিত্য সভাৰ। পৰিকল্পনামতে ২ অক্টোবৰ তাৰিখে বিভিন্ন জনগোষ্ঠীৰ লোকৰ শান্তি সমাৱেশ অনুষ্ঠিত হ'ল। শান্তিৰ প্ৰতীক বগা পাৰ চৰাই উৰুৱাই দিয়া হ'ল আকাশলৈ। দহ গৰাকী বড়ো জনগোষ্ঠীৰ গাওঁবুঢ়াই সভা-মঞ্চত দহ গৰাকী চাওঁতাল গাওঁবুঢ়াক আৰনাইৰে আদৰিলে। একেদৰে দহ গৰাকী চাওঁতাল গাওঁবুঢ়াই দহ গৰাকী বড়ো গাওঁ বুঢ়াক চাওঁতালী গামোচাৰে আদৰিলে। এয়া এক প্ৰতীক মাথোন।'প্ৰতীকৰ আকাংক্ষা সম্প্ৰীতিৰ বাৰ্তা বিয়পি পৰক দশোদিশে। বন্ধ হওক গোষ্ঠী সংঘৰ্ষ। দুয়ো জনগোষ্ঠীৰ ২০ গৰাকী গাওঁবুঢ়াক সংগঠক সাহিত্য সভা সমূহে হাতে হাতে তুলি দিলে মহাত্মা গান্ধীৰ একোখনকৈ বন্ধোৱা ফটো। এইদৰে গান্ধী-জয়ন্তীত ৰাইজৰ সমুখত দাঙি ধৰা হ'ল অহিংসাৰ আদৰ্শ। হিংসাত দাউ দাউকৈ জ্বলি থকা ভূ-খণ্ডত সফলতাৰে অনুষ্ঠিত হ'ল — শান্তি কামনাৰ সভা।

ইয়াৰ পিছতেই বাংলাদেশৰ সীমান্তত মানকাচাৰ আদি অঞ্চলত সাহিত্য সভাৰ বাৰ্তালৈ আৰম্ভ হ'ল আন এক অভিযান। নাওৰে ৰ'দে-বৰষুণে কেবাদিন ধৰি অনুষ্ঠিত কৰি গ'ল সভা-সমিতি। সভা অনুষ্ঠিত কৰিলে ধুবুৰী, গোৱালপাৰা, গৌৰীপুৰ, সাপটগ্ৰাম আদি বিভিন্ন অঞ্চলত। সঁহাৰি জনালে ৰাইজে। অভ্যৰ্থনা সমিতিৰ কামৰ গতি ত্বৰান্বিত হ'ল। কিন্তু ৮৩ বছৰীয়া যুৱকগৰাকীৰ শৰীৰে বিদ্ৰোহ কৰিলে। অসুস্থ কৰিলে নিজ শৰীৰ সম্পৰ্কে উদাসীন নেতা গৰাকীক। সকলোৱে চিন্তান্বিত হ'ল। প্ৰতিপুৰা কামনা কৰিলে তেখেতৰ দ্ৰুত আৰোগ্য লাভৰ। প্ৰায় ডেৰমাহৰ অন্তত সামান্য আৰোগ্য হৈয়েই তেখেত পুনৰ উপস্থিত হ'ল বিলাসীপাৰা সাহিত্য সভা ভৱনত। লগত ঔষধৰ টোপোলা আৰু সাহিত্য সভাৰ ফাইল। আমি তেখেতক বিশ্ৰামৰ অনুৰোধ কৰোঁ। তেখেতে কয় "কামত ব্যস্ত থাকিলেহে মই সুস্থ হ'ম। অসুখ বুলি বিশ্ৰামত থাকিলে মোৰ অসুখ নকমে। মোৰ বাবে চিন্তা কৰিব নালাগে। মই সুস্থ হৈছোঁ, হ'ম।" এনে দৃঢ়মতৰ সমুখত আমি দ্বিতীয় কথা ক'ব নোৱাৰোঁ। সঁচাকৈয়ে প্ৰতিদিন কিবা নহয় কিবা কামত ব্যস্ত থাকিল। গুৱাহাটীলৈ গ'ল — আহিল বহুবাৰ। বহুবাৰ লৈ আহিল ন-ন বাৰ্তা। প্ৰতিবাৰে খোজ-খবৰ লয় অৰ্থ সংগ্ৰহৰ - খৰচৰ - হিচাপৰ, হিচাপ পৰীক্ষাৰ।

১৬ জানুৱাৰী তাৰিখে অনুষ্ঠিত কৰিলে ৰভা নিৰ্মাণৰ শুভাৰম্ভৰ বাবে লাইখুটি স্থাপন কাৰ্যসূচীৰ। মহা সমাৰোহেৰে অনুষ্ঠিত হ'ল লাইখুঁটা স্থাপন কাৰ্যসূচীৰ। অধিৱেশনস্থলীৰ নামকৰণ কৰা হ'ল — 'নৰনাৰায়ণ ক্ষেত্ৰ'। গীত ৰচনা কৰিলে। ময়নামতীৰ সম্পাদক আব্দুল কৰিম খানৰ সুৰাৰোপিত "নৰনাৰায়ণ ক্ষেত্ৰ বন্দনা" ময়নামতী শিল্পী-সমাজৰ দ্বাৰা সমৱেত কণ্ঠেৰে গোৱাৰ ব্যৱস্থা কৰিলে। লিখি উলিয়ালে — ক্ষেত্ৰ বৰ্ণনা। আদৰণী সমিতিৰ প্ৰচাৰিকা উদ্বোধন কৰিলে। নতুন নাম দিলে "নৰনাৰায়ণ ক্ষেত্ৰ"। প্ৰচাৰপত্ৰ, প্ৰচাৰিকা বা বুলেটিনৰ গোৱালপৰীয়া অনুবাদ কৰিলে "জানানী" বুলি। "জানানী"ৰ প্ৰতি সংখ্যাত আয়-ব্যয়ৰ হিচাপ ছপোৱা বাধ্যতামূলক কৰি তুলিলে। আমি লক্ষ্য কৰি আমেজ পাওঁ শ্ৰীসিংহদেৱ এই মুহূৰ্তত কৰ্মীসকলৰ সৈতে কথা পাতিছে, – পিছ মুহূৰ্তত প্ৰশাসনৰ সৈতে, মন্ত্ৰীৰ সৈতে, বিধায়কৰ সৈতে, সাংসদৰ সৈতে, সাহিত্যিকৰ সৈতে, সাংবাদিকৰ সৈতে, ৰেডিঅ' দূৰদৰ্শনৰ সৈতে। দফাই দফাই আলোচনা কৰিছে — বিভিন্ন উপ-সমিতিৰ সৈতে। গঠন কৰিছে সাহিত্য সভাৰ চৰ অঞ্চল উপ-সমিতি। সাহিত্য সংস্কৃতিৰ প্ৰতি চৰবাসী ৰাইজৰ দৃষ্টি আকৰ্ষণ কৰিছে, গুৰুত্ব দিছে। সময় পালেই আলোচনা কৰছে - আমাৰ বৌদ্ধিক দায়িত্বৰ কথা। উনুকিয়াই দিছে সাম্প্ৰতিক পৰিস্থিতিত বহুত্বক মানি লৈ সাহিত্যৰ সমৃদ্ধিৰ কথা। সংকীৰ্ণতাৰ বেৰ ভাঙি সাহিত্য সংস্কৃতিৰ বহল পথাৰলৈ যাত্ৰাৰ কথা। আদৰণী সমিতিৰ সভাপতি ৰূপে আমি শ্ৰীশৰৎ চন্দ্ৰ সিংহদেৱৰ সান্নিধ্য পাইছো। পাইছো এগৰাকী বিজ্ঞ সমাজ-বিজ্ঞানীক। তেখেতৰ সুস্থ শৰীৰ আৰু দীৰ্ঘজীৱনে আমাক দিব পাৰিব আৰু অলেখ শিক্ষা। আমি তেখেতৰ সুস্থ শৰীৰ আৰু দীৰ্ঘজীৱন কামনা কৰি সমাগত দিনত আৰু বহু কথা, বহু অভিজ্ঞতা লিখাৰ আশা কৰিলোঁ।



# বিলাসীপাৰাৰ চৰ অঞ্চলৰ আৰ্থ-সামাজিক অৱস্থা

## আজিৰুল ইচলাম মণ্ডল

ধুবুৰী জিলাৰ পূব-উত্তৰ দিশত অৱস্থিত বিলাসীপাৰা এটি অন্যতম মহকুমা।

বিলাসীপাৰাৰ দক্ষিণ-পূবে আগুৰি থকা বিস্তীৰ্ণ চৰ অঞ্চলে বিলাসীপাৰাৰ অৰ্থনীতিত যথেষ্ট অৱদান আগ বঢ়াই আহিছে। বিলাসীপাৰা চক্ৰ, নায়াৰ আলগা উন্নয়ন খণ্ড আৰু বগৰীবাৰী চক্ৰ মহামায়া উন্নয়ন, খণ্ড লৈ গঠিত কৰিব পাৰি যে এই বিস্তীৰ্ণ চৰ অঞ্চলক যদিও চৰ বুলি কোৱা হয়, ইয়াৰে সাধুভাযা, বাঘপাৰা, ঘূণিমাৰী, ছাইতানমাৰী অঞ্চলৰ বাহিৰে বাকী ইয়াৰে চৰ হৈ থকা নাই। এইবোৰ অঞ্চল বহু বছৰ আগতে চিৰস্থায়ীভাৱে বসবাস কৰাৰ বাবে উপযোগী হৈছে।

অসমৰ অৰ্থনীতিত যেনেকৈ কৃষিৰ ভূমিকা মুখ্য তেনেকৈ বিলাসীপাৰাৰ অৰ্থনীতিতো কৃষিৰ ভূমিকা মুখ্য। কৃষিয়েই চৰ অঞ্চলৰ মানুহৰ প্ৰধান জীৱিকা। শতকৰা ৮০ ভাগ মানুহ কৃষিৰ ওপৰত নিৰ্ভৰশীল। সম্প্ৰতি কৃষিৰ ওপৰত নিৰ্ভৰশীলতা কমি আহিছে আৰু লাহে লাহে কিছু সংখ্যক মানুহ বাণিজ্যমুখী হৈ আছে। অসমৰ বিভিন্ন চহৰলৈ কায়িক শ্ৰমিকৰ চাহিদা এই চৰ অঞ্চলৰ পৰাই পূৰণ হৈ আছে। এই শ্ৰমিকসকলে বৰ্তমান গুৱাহাটী মহানগৰীৰ ৰাজমিস্ত্ৰী, কাঠমিস্ত্ৰী, ঠেলাৱালা। ৰিক্সাৱালা, হিচাপে শ্ৰম দান কৰি আছে। সেয়ে চৰ অঞ্চলৰ মানুহৰ মাজত চহৰমুখী মনোভাব পৰিলক্ষিত হৈছে।

কৃষি উৎপাদনৰ ধাৰা ঃ- চৰ অঞ্চলৰ খেতিয়কে ৰবি আৰু খাৰিফ দুয়োটাই শস্য কৰে। খাৰিফ আৰু ৰবি শস্য নিয়মীয়া কৈ কৰা হয়। খাৰিফ শস্যৰ তুলনাত ৰবি শস্যৰ উৎপাদন বেছি হয়। ৰবি শস্যৰ ভিতৰত গম, সৰিয়হ মাটিমাহ আলু, পিঁয়াজ, নহৰু, বিভিন্ন শাক-পাচলি উৎপন্ন হয়। বিলাসীপাৰা চহৰৰ খাদ্য-সামগ্ৰীৰ চাহিদা বিশেষকৈ বিভিন্ন শাক-পাচলিৰ চাহিদাৰ বেছি ভাগেই চৰ অঞ্চলত পৰিলক্ষিত হৈছে। কৃত্ৰিম সাৰৰপ্ৰয়োগে বাণিজ্যিক শস্যৰ লগত শাক-পাচলিৰ উৎপাদন যথেষ্ট বৃদ্ধি কৰিছে।

খাৰিফ শস্যৰ উৎপাদন চৰ অঞ্চলত আশানুৰূপ নহয়। খাৰিফ শস্যৰ ভিতৰত আলু ধান, মৰাপাট. কুঁহিয়াৰ, আদি খেতিয়ে প্ৰধান। আহুধানৰ খেতি সন্তোষজনক হয় যদিও প্ৰতি বছৰে বানপানীয়ে প্ৰচুৰ পৰিমাণৰ আহুধান বিনষ্ট কৰি যায়। ইয়াৰ ফলত মাঘ, ফাগুন মাহত এই অঞ্চলত খাদ্য-শস্যৰ গাঁথনিয়ে দেখা দিয়ে। এই অঞ্চলৰ উৎপাদিত গম আৰু সৰিয়হ প্ৰচুৰ পৰিমাণে জিলাখনৰ বাহিৰ লৈ যায়।

পূৰ্বে এই চৰ অঞ্চলত এটা বা দুটা শস্যৰ খেতি কৰা হৈছিল। বৰ্তমান জনসংখ্যা বৃদ্ধিৰ লগে লগে বহু শস্যৰ খেতি (Multiple cropping) আৰম্ভ হৈছে। এই পদ্ধতিৰ জৰিয়তে কৃষিজাত সামগ্ৰীৰ উৎপাদন বৃদ্ধি হৈ কৃষকৰ আয় বৃদ্ধিত সহায়ক হৈছে।

জলসিঞ্চন ঃ- জলসিঞ্চনৰ ক্ষেত্ৰত চৰ অঞ্চল অসমৰ বিভিন্ন জিলাতকৈ বহুত পিছ পৰা। জলসিঞ্চন তথা আধুনিক কৃষি-ব্যৱস্থাৰ প্ৰতি খেতিয়কৰ আগ্ৰহ সাম্প্ৰতিক। মৌচুমী বায়ুৰ ওপৰত নিৰ্ভৰশীল এই চৰ অঞ্চলত ক্ষুদ্ৰ জলসিঞ্চনৰ ব্যৱস্থা চৰকাৰে আৰম্ভ কৰিছে। ক্ষুদ্ৰ জলসিঞ্চন ব্যৱস্থাৰ ভিতৰত power pump য়েই প্ৰধান। power pump ৰ জৰিয়তে খেতিপথাৰত পানীৰ যোগান ধৰা হয়। জলসিঞ্চন ব্যৱস্থাৰ প্ৰচলন আৰু ব্যাপক চৰ অঞ্চলৰ মুঠ ভূমিৰ ১০ ভাগ সামৰি ল'ব পাৰিছে। এই ক্ষেত্ৰত M. I. D. C. ৰ ভূমিকা উল্লেখনীয়।

শিক্ষা-ব্যৱস্থা ঃ- শিক্ষাৰ ক্ষেত্ৰত চৰ অঞ্চল অসমৰ অইন অঞ্চলতকৈ বহুতো পিছ পৰা বিশেষকৈ স্ত্ৰী-শিক্ষাৰ ক্ষেত্ৰত। শিক্ষাৰ পিছ পৰি থকাৰ কাৰণে অৰ্থনৈতিক উন্নতিত আগ বাঢ়িব পৰা নাই। শিক্ষাত পিছ পৰি থকাৰ কাৰণে অৰ্থনৈতিক উন্নতিত আগ বাঢ়িব পৰা নাই। সমাজ পৰিৱৰ্তনৰ প্ৰধান আহিলা হৈছে শিক্ষা। পিছ পৰা পৰিবহণ ব্যৱস্থা আৰু দাৰিদ্ৰতাৰ কাৰণে এই অঞ্চলৰ মানুহে শিক্ষাত আগ বাঢ়িব পৰা নাই। সত্তৰ দশকৰ পিছৰ পৰা এই অঞ্চলত শিক্ষাৰ ব্যাপক প্ৰসাৰ আৰম্ভ হয়। এই সময়ৰ পিছৰে পৰা চৰ অঞ্চলত প্ৰকৃততে শিক্ষাৰ ক্ষেত্ৰত জাগৰণ আৰম্ভ হয় বুলি ক'ব পাৰি। চৰ অঞ্চলত প্ৰয়োজনীয় শিক্ষা-অনুষ্ঠানৰ বৰ অভাৱ। এই খিনিতে উল্লেখ কৰিব পাৰি যে ১৯৭০ চনতহে নায়াৰ আলগাত এখন উচ্চ মাধ্যমিক বিদ্যালয় স্থাপন হয়। আৰু এই বিস্তৃৰ্ণ ৮/৯ কিলোমিটাৰ অঞ্চল আগুৰি থকা এই অঞ্চলৰ এক মাত্ৰ উচ্চ বিদ্যালয়। কেবাটাও লেখত ল'ব লগীয়া প্ৰাইমাৰী বিদ্যালয়ৰ বাহিৰে অইন কোনো শিক্ষা-অনুষ্ঠান এই অঞ্চলত নাছিল। মায়াৰ চৰ এই অঞ্চলৰ পুৰণি বিদ্যালয়। গতিকে শিক্ষাৰ প্ৰকৃত অগ্ৰগতি আৰম্ভ হয় যাঠি, আৰু সত্তৰ দশকৰ পৰাহে। সম্প্ৰতি কেবাটাও মধ্য ইংৰাজী বিদ্যালয় আৰু উচ্চ মাধ্যমিক বিদ্যালয় এই অঞ্চলত স্থাপন হৈছে। গুটিপাৰা, কাজাইকাটা ঘূণিমাৰী, পিয়াহ্বাৰী, মায়াৰ চৰ, বালিৰ চৰ আৰু তুবাচুৰি হাইস্কুলৰ নাম উল্লেখ কৰিব পাৰি। ইয়াৰে গুটিপাৰা আৰু কাজাইকাটা স্কুলৰ বাহিৰে বাকী বিদ্যালয়বোৰৰ এতিয়াও চৰকাৰীকৰণ হোৱা নাই। এই চৰ অঞ্চলত আজিলৈকে কোনো উচ্চ শিক্ষাৰ অনুষ্ঠান গঢ়ি উঠা নাই আৰু এই অঞ্চলৰ ছাত্ৰই উচ্চ শিক্ষাৰ কাৰণে ওচৰ চুবুৰীয়া, বিলাসীপাৰা, চাপৰ আৰু ধুবুৰীলৈ যাব লগীয়া হয়।

কাৰিকৰী শিক্ষাৰ ক্ষেত্ৰত এই অঞ্চলৰ অগ্ৰগতি অতি দুখ লগা। চৰ অঞ্চলৰ যথেষ্ট মেধাৱী ছাত্ৰ আছে যদিও শিক্ষা অনুষ্ঠানৰ অভাৱ আৰু দৰিদ্ৰতাৰ কাৰণে তাৰ বিকাশ হোৱা নাই। এতিয়ালৈকে মাত্ৰ চাৰিজন স্নাতক অভিযন্তা আৰু দুজন ডাক্তৰ ওলাইছে, অৱশ্যে বহু সংখ্যক স্নাতকোত্তৰ ডিগ্ৰীধাৰী বহুতো ছাত্ৰক এই অঞ্চলে জন্ম দিছে। এই খিনিকে উল্লেখ কৰিব পাৰি যে নায়াৰ আলগা উন্নয়ন খণ্ডতকৈ মহামায়া উন্নয়ন খণ্ড শিক্ষাৰ ক্ষেত্ৰত বহুতো পিছ পৰা। মহামায়া উন্নয়ন খণ্ড শিক্ষাৰ ক্ষেত্ৰত গোটেই অসমৰ ভিতৰত পিছ পৰা বুলি ১৯৯১ চনৰ লোকপিয়লৰ প্ৰতিবেদনত প্ৰকাশ পাইছে।

যাতায়াত ঃ - যাতায়াত আৰু পৰিবহণ ব্যৱস্থা এই অঞ্চলৰ অতি দুখ লগা কাৰণে গণতান্ত্ৰিক ব্যৱস্থাৰ সুফলবোৰ এই অঞ্চলৰ মানুহে গ্ৰহণ কৰিব পৰা নাই। পিছপৰা পৰিবহণ ব্যৱস্থা এই অঞ্চলৰ আৰ্থিক বিকাশৰ এটা প্ৰধান অন্তৰায় চৰ অঞ্চলত ৰাস্তাঘাট নাই বুলিয়েই ক'ব পাৰি। গাঁৱৰ শতকৰা ৮০ ভাগ মানুহে যাতায়াতৰ বাবে গাঁৱৰ ৰাস্তাৰ ওপৰতে নিৰ্ভৰ কৰিব লগা হয়। এইটো চৰ অঞ্চলৰ অতি দুখ লগা আৰু বেদনাদায়ক ছবি বুলি ক'ব পাৰি। বিলাসীপাৰাৰ পৰা মায়াৰ চৰলৈ মাত্ৰ ১১ কিলোমিটাৰ P.W.D.ৰ ৰাস্তাই এই বিস্তীৰ্ণ চৰ অঞ্চলৰ এক মাত্ৰ পৰিবহণ ব্যৱস্থা। চৰকাৰে উন্নয়ন খণ্ডৰ জৰিয়তে কিছু ৰাস্তা নিৰ্মাণ কৰে যদিও বানপানীয়ে প্ৰতি বছৰে বিনষ্ট কৰি যায়।

স্বাস্থ্য ব্যৱস্থা ঃ- চিকিৎসা ব্যৱস্থাৰ ফালৰ পৰা চৰ অঞ্চলৰ অৱস্থা অতি শোচনীয় আৰু মৰ্মান্তিক। চিকিৎসাৰ ন্যূনতম সা-সুবিধাখিনি চৰ অঞ্চলৰ মানুহে নাপায়। এই বৃহৎ চৰ অঞ্চলত আজিলৈকে কোনো ৰাজ্যিক চিকিৎসালয় নিৰ্মাণ হোৱা নাই। ভাবিলে আচৰিত লাগে যে কোনো টান ৰোগত আক্ৰান্ত হোৱা বেমাৰী নাইবা মৃত্যুৰ লগত যুদ্ধ কৰি থকা বেমাৰী ইয়াৰ মানুহে কান্ধলৈ বা ঠেলা চাণ্ডীত উঠাই বিলাসীপাৰা চহৰলৈ লৈ আহে। চৰ অঞ্চলত দুই- এটা উপ-স্বাস্থ্য কেন্দ্ৰ স্থাপন হৈছে যদিও ডাক্তৰ আৰু নাৰ্চৰ ব্যৱস্থা নাই।

সংস্কৃতি ঃ- অসমৰ মূল সংস্কৃতিয়েই চৰ অঞ্চলৰ মানুহৰ সংস্কৃতি হ'লেও এই অঞ্চলত কিছু স্বকীয় সংস্কৃতি আছে। অসমৰ মুখ্য জাতীয় উৎসৱবোৰ পালন কৰাৰ উপৰি ইয়াৰ মানুহে কিছুমান নিজা সংস্কৃতি পালন কৰি আহিছে যেনে — জাৰি গান, ভাওযহিয়া গান, ছন্দ কবিতা, 'ছৰা' আদিৰ প্ৰচলন দেখা যায়। ইয়াৰ লোকসঙ্গীতৰ সুৰে গাঁওলীয়া মানুহক আনন্দমুখৰ কৰি ৰাখে আৰু কামত উৎসাহ যোগায়। গ্ৰাম্যজীৱনত এই গানবোৰৰ ভূমিকা উল্লেখযোগ্য। তদুপৰি গোৱালপৰীয়া লোকগীতৰ প্ৰভাৱ এই অঞ্চলৰ মানুহৰ জীৱনত মন কৰিব লগীয়া।

ৰাজনৈতিক দিশ ঃ- স্বাধীনতাৰ পিছত চৰ অঞ্চলৰ মানুহে ৰাজনৈতিকভাৱে যিমান সচেতন হ'ব লাগিছিল সিমান হোৱা নাই। এওঁলোকৰ জন জীৱনত দেওয়ানী বা গাঁৱৰ মুৰব্বী প্ৰধানৰ এতিয়াও বলিষ্ঠ প্ৰভাৱ আছে। সমাজৰ বিভিন্ন সমস্যা সমাধানৰ ক্ষেত্ৰত দেওয়ানী বা মাতব্বৰসকলে আগভাগ লয়। যদিও বৰ্তমানে মাতব্বৰসকলৰ প্ৰভাৱ কমি আহি আছে। চৰ অঞ্চলত আশানুৰূপ শিক্ষা বিস্তাৰ নোহোৱাৰ বাবে আজিও নিৰ্বাচনৰ সময়ত মানুহে বিবেকৰ দ্বাৰা পৰিচালিত নহৈ আৱেগৰ দ্বাৰা পৰিচালিত হৈ ভোটদান কৰা দেখা যায়। গণতান্ত্ৰিক ব্যৱস্থা কাৰ্যকৰী কৰিবলৈ হ'লে অনতিপলমে চৰ অঞ্চলত শিক্ষাৰ সম্প্ৰসাৰণ হোৱা বাঞ্ছনীয়।

চৰ অঞ্চলৰ মানুহৰ দৰিদ্ৰতা এতিয়াও জীৱন-সঙ্গী। এতিয়াও সমাজৰ ৪০ ভাগ মানুহ দাৰিদ্ৰ্য সীমাৰেখাৰ তলত বাস কৰে। চৰৰ মানুবোৰ সহজ সৰল আৰু কঠোৰ পৰিশ্ৰমী। প্ৰকৃতিৰ লগত যুদ্ধ কৰি খেতি নোহোৱা ঠাইত শস্য উৎপাদন কৰি নিজৰ জীৱিকা চলোৱাৰ লগতে অসমৰ কৃষি উৎপাদনত যথেষ্ট বৰঙণি আগ বঢ়াই আহি আছে। অসমৰ মাটিক ভাল পোৱা এই চৰ অঞ্চলৰ পৰিশ্ৰমী মানুহবোৰে অসমৰ অৰ্থনৈতিক উন্নয়নত উল্লেখযোগ্য বৰঙণি আগ বঢ়াই আহিছে।

অন্ন-সমস্যাৰ এটা কথালৈ আপোনালোকে বিশেষকৈ মন কৰিব লাগে। তাহানি ১৮৩৫ খৃষ্টাব্দত যেতিয়া গোৱালপাৰাৰ পৰা কলিকতালৈ যাওঁতে প্ৰায় ২৫/৩০ দিন আৰু উজাই আহোঁতে আৰু ৮ দিনমান বেছি লাগিছিল সেই সময়তে উদ্যোগী মাৰোৱাৰীবিলাকে সুদূৰ শদিয়ালৈকে গৈ এই দেশত বেপাৰ-বাণিজ্য স্থাপন কৰি ৰহিছিল।

অসম সাহিত্য সভা

# খ

## অ' মোৰ অসমী আইৰ বুকুত গোৱালপাৰা

[ ধৰ্ম, ভাষা, সাহিত্য, কলা-সংস্কৃতিৰ ক্ষেত্ৰত বৰণীয়া জনগোষ্ঠীসমূহৰ বৰ্ণাঢ্য ৰূপৰ একুৰি এঘাৰটা বাছকবনীয়া প্ৰবন্ধৰ থূল ]








# অসমীয়া ভাষাৰ ভেটি গোৱালপৰীয়া ভাষা

যামিনী কুমাৰ বৰুৱা

বাজ্যৰ কোনো এক বিশেষ অঞ্চলৰ কথিত ভাষা এটা ঐতিহাসিক ঘটনাক্রমত লিখিত ৰূপত গঢ় লৈ উঠে। পিছত সেই বিশেষ অঞ্চলটোৰ কথিত ভাষাটো সেই ৰাজ্যৰ মান্য ভাষা ৰূপে স্বীকৃতি লাভ কৰে। ই এটি স্বাভাৱিক প্রক্রিয়া। অসমীয়া ভাষাটো তেনেকুৱা এটি ঐতিহাসিক কাৰণতে স্বাভাৱিকভাৱে গঢ় লৈ উঠিছে। বৃটিছে অসম অধিকাৰ কৰাৰ পিছত খৃষ্টান মিছনেৰীসকলে শিৱসাগৰ চহৰখনত কেন্দ্র স্থাপন কৰি খৃষ্টান ধৰ্মপ্রচাৰ কৰিবলৈ আৰম্ভ কৰে। খৃষ্টানধৰ্মীয় কথাবোৰ শিৱসাগৰীয় কথিত ভাষাত ছপাই তেওঁলোকে ধৰ্মপ্রচাৰ কৰিছিল। ইয়াৰ উপৰি সেই একে উদ্দেশ্যেৰে তেওঁলোকে সেই ভাষাৰ মাধ্যমেৰে 'অৰুনোদই' নামেৰে এখন বাৰ্তালোচনী উলিয়াইছিল। 'অৰুনোদই'ৰ জৰিয়তে বহতো লেখকৰ সৃষ্টি হ'ল। এইদৰেই বৰ্তমানৰ মান্য অসমীয়া ভাষাটোৰ সৃষ্টি হ'ল।

প্রথমতে চাহাবসকলে শিৱসাগৰীয় ভাষাটো শিকি অৰুণোদয়ত লিখিছিল। তাৰ আগত এই ভাষাটোৰ কোনো লিখিত ৰূপ নাছিল। গতিকে প্রথম লিখিত ৰূপটো চাহাবসকলেই দিব লগীয়া হৈছিল। তেওঁলোকেই প্রথম অসমীয়া অভিধান আৰু প্রথম অসমীয়া ব্যাকৰণ লিখিছিল। স্বাভাৱিকতে তেওঁলোকে লিখিত ৰূপ দিয়া ভাষাটো কিছু বিসঙ্গতিপূৰ্ণ আছিল। তাৰ পিছত হেমচন্দ্র বৰুৱাদেৱে 'হেমকোষ' নামেৰে অভিধানখন লিখি আৰু অসমীয়া ভাষাৰ ব্যাকৰণ লিখি আৰু তেওঁ নিজেই কিছুমান কিতাপ লিখি অসমীয়া ভাষাটোক বৰ্তমানৰ ৰূপ দিছিল। ভাষাৰ ঠাঁচেৰে অসমীয়া ভাষাটোক গঢ় দিছিল।

তেনেহ'লে অৰুণোদয় যুগৰ সাহিত্যৰ ভাষাকে অসমীয়া ভাষাৰ ভেটি হিচাপে ধৰিব লাগিব নেকি? যদি সেয়ে হয় তেন্তে মাধৱ কন্দলি, ৰাম সৰস্বতী আৰু শঙ্কৰদেৱে কোন ভাষাত লিখিছিল? তাৰো আগতে মনকৰ, দুৰ্গাবৰ আৰু সুকবি নাৰায়ণদেৱে কোন ভাষাত মনসা কাব্য বা পদ্মা পুৰাণ লিখিছিল? অৰুণোদয়ৰ ভাষাৰ লগত এওঁলোকৰ ভাষাৰ পাৰ্থক্য ভালেখিনি। তাক স্বীকাৰ কৰিবই লাগিব। তেনেহ'লে প্রাক্-শঙ্কৰী সাহিত্য আৰু শঙ্কৰী সাহিত্যবোৰ অসমীয়া নহয় নেকি?

প্রাক্-শঙ্কৰী সাহিত্য আৰু শঙ্কৰী সাহিত্যৰ ভাষাও অসমীয়া ভাষা। কিন্তু মান্য অসমীয়াতকৈ ইয়াৰ ৰূপটো বেলেগ। তাৰ কাৰণ, এইবোৰ লিখা হৈছিল নামনি অসমত, বিশেষকৈ গোৱালপৰীয়া ভাষাত। যদি প্রাক্-শঙ্কৰী আৰু শঙ্কৰী সাহিত্যক অসমীয়া সাহিত্যৰ ভেটি ৰূপে ধৰা হয় তেন্তে গোৱালপৰীয়া ভাষাটোক অসমীয়া ভাষাৰ ভেটি ৰূপে মানিবই লাগিব।

কোনো কোনো পণ্ডিতে ক'ব খোজে যে গোৱালপৰীয়া ভাষাটো এটি কামৰূপীয়া উপ ভাষা। এই কথাটো আমি মানিবই নোৱাৰো। কাৰণ, গোৱালপৰীয়া উচ্চাৰণ আৰু কামৰূপীয়া উচ্চাৰণৰ মাজত বহুত পাৰ্থক্য। শব্দ গঠন প্রণালীতো যথেষ্ট পাৰ্থক্য। প্রাচীন কালত দিকৰাইৰ পৰা কৰোতোয়া নৈ লৈকে এই ভূ-খণ্ডক কামৰূপ বোলা হৈছিল বাবে যদি গোৱালপৰীয়া ভাষাটোক কামৰূপী উপ-ভাষা বুলি কোৱা হয় তেন্তে উজনি অসমৰ ভাষাটোকো কামৰূপী উপ-ভাষা বুলি কোৱা হ'ব নেকি?

এতিয়া আমি দেখুৱাব খুজিছো যে প্রাক্-শঙ্কৰী আৰু শঙ্কৰী যুগৰ সাহিত্যৰ ভাষাৰ লগত গোৱালপৰীয়া ভাষাৰ সাদৃশ্য অধিক। সাদৃশ্য অধিক বুলি এই কাৰণেই ক'ব খুজিছো যে পাঁচশ বা ততোধিক বছৰৰ আগৰ ভাষাৰ লগত বৰ্তমানৰ ভাষা হুবহু একে হ'ব নোৱাৰে। অৱশ্যে কিছুমান শব্দ এতিয়াও হুবহু একেধৰণে গোৱালপৰীয়া ভাষাত ব্যৱহৃত হয়। প্রথমতে আমি মনকৰৰ 'পদ্মা পুৰাণ'ৰ পৰা তেনেকুৱা মিল থকা কিছুমান শব্দ দাঙি ধৰিবলৈ চেষ্টা কৰিম।

মনকৰ দ্বাদশ শতিকাৰ কবি আছিল। 'অসমীয়া সাহিত্য বুৰঞ্জী (মনসা শাখা)'ৰ লিখক ভাৰত চন্দ্র দাসদেৱে মনকৰক গোৱালপাৰা জিলাৰ লোক বুলি কৈছে। মনকৰ কবিৰ ৰচনাত এনে কিছুমান শব্দ পাওঁ যিবোৰৰ প্রচলন অকল গোৱালপৰীয়া ভাষাতহে আছে।

যেনে ঃ শীঘ্রে কৰি বান্ধা দাৰুণ লৈয়া
নগৰে ফুৰাহা পেটত থৈয়া।

**প্রসঙ্গ ঃ** হেমন্ত ঋষিয়ে সাগৰৰ পাৰত তপস্যা কৰি আছিল। এনেতে এটি লোহাৰ মঞ্জুশ (পাত্র) ভাহি অহা দেখি ঋষিয়ে মঞ্জুশটো সাগৰৰ পৰা তুলি আনি দেখিলে যে তাৰ ভিতৰত এজনী ধুনীয়া কন্যা সন্তান আছে। ঋষিয়ে কন্যা সন্তানটি লৈ আহি নিঃসন্তান পত্নীক দি ক'লে "তুমি পেটত এটি বাচন বান্ধি ফুৰিবা। তেতিয়া মানুহে তোমাক গৰ্ভৱতী বুলি ভাবিব। যথাসয়ত এই কন্যা সন্তাটিক তোমাৰ সদ্যজাত সন্তান বুলি ক'ব পৰা যাব।"

'লৈয়া' শব্দটোৰ অৰ্থ 'বাচন'। গোৱালপৰীয়া ভাষাত লৈয়া-বৰ্তন মানে বাচন-বৰ্তন। গোৱালপৰীয়া মানুহে এটি ফকৰা মাতি কয় —

তুইও বাবু, মুইও বাবু
লৈয়া মাজে কায়?

অৰ্থাৎ তয়ো বাবু, ময়ো বাবু। এতিয়া বাচন পৰিষ্কাৰ কৰিব কোনে?

**প্রসঙ্গ ঃ** দুজন বন্ধু এঠাইত ফুৰিবলৈ গৈছিল। সিহঁতে নিজে ৰান্ধি-বাঢ়ি খালে। খোৱাৰ পিছত সমস্যা দেখা দিলে, বাচনবোৰ কোনে পৰিষ্কাৰ কৰিব? তেতিয়া এজনে সেইদৰে কৈছিল।

আন এটি উদাহৰণ ঃ

কিনো অভাগিনী পুচশ মোক।
পেট নোহে মোৰ দাৰুণ ৰোগ।

'কিনো পুচশ মোক' মানে 'মোক কি সুধিছা'। গোৱালপৰীয়া ভাষাত 'পুছা' মানে 'সোধা' বা প্ৰশ্ন কৰা।

'পেট নোহে মোৰ দাৰুণ ৰোগ' মানে 'মোৰটো গৰ্ভ হোৱা নাই। কিবা ৰোগহে হৈছে।'

**প্ৰসঙ্গ ঃ** ঋষিপত্নীয়ে পেটত এটি 'লৈয়া' অৰ্থাৎ বাচন বান্ধি গৰ্ভৱতী হোৱা বুলি দেখুৱাবলৈ শৃকোনাৰ হাটলৈ গৈছিল। মানুহে দেখি শুধিছিল, "আই, আপুনি কেতিয়া সন্তানৰ মুখ দেখিব?" ঋষি পত্নীয়ে মুখত বিৰক্তিৰ ভাব প্ৰকাশ কৰি আৰু যন্ত্ৰণা-কাতৰ হোৱা যেন দেখুৱাই ক'লে, "এহ্, ইতো গৰ্ভ নহয়, যেন কিবা দাৰুণ ৰোগ হে!"

'পেট নোহে' মানে 'গৰ্ভ নহয়'। গোৱালপৰীয়া ভাষাত 'পেট হোৱা' মানে গৰ্ভ হোৱা। 'গাৱ ভাৰী হোৱা' বুলিও কয়। মান্য অসমীয়াত 'গা ভাৰী হোৱা'।

ত্বৰিতে আনিলা ধায়েনী মাও।
তোহা তোহা কৰি কাৰিছে ৰাও।।

ধায়েনী মাও — ধাত্ৰী মাও। গোৱালপৰীয়া ভাষাত 'দাইয়ানী মাও'। মান্য অসমীয়া 'ধাই মা'।

তোহা তোহা — কেঁচুৱাৰ কান্দোন। অনুকাৰ শব্দ। গোৱালপৰীয়া — টহা টহা।

কাৰিছে ৰাও — গোৱালপৰীয়া ভাষাত 'ৰাও কাৰা' মানে 'কথা কোৱা'।

ৰাও কাৰিছে — কথা কৈছে।

ব্যাল্লিশ ফুলেৰ বিচি আনিয়া দেও।

বিচি (গোৱালপৰীয়া) — গুটি। ফুলেৰ বিচি — ফুলৰ গুটি।

কাঙ্কয় কৰিয়া দুৰ্গা বিচাৰিলা কেশ।

কাঙ্কয় — ফণী। গোৱালপৰীয়া 'কাকৈ'। বিচাৰিলা — ফণিয়ালে। গোৱালপৰীয়া — বিছিৰাইল্। গোৱালপৰীয়া 'মাথা বিছিৰিয়া দে' মানে 'মূৰ ফণিয়াই দিয়া'।

চিকিমিক কৰে যেন ৰবিৰ কিৰণ।

চিকিমিকি (গোৱালপৰীয়া)। মান্য অসমীয়া 'চিকমিকি'।

বসিল ছাঁয়া মণ্ডপ ভিতৰি।

অৰ্থ —ৰভাৰ তলত মণ্ডপত বহিল।

ছাঁয়া — গোৱালপৰীয়া 'ছায়না'। মান্য অসমীয়া 'ৰভা'।

গুৱা পাণ পালটিয়া খাইলা বহু মান।

গুৱা পাণ (গোৱালপৰীয়া)। মান্য অসমীয়া 'তামোল পাণ'।

এলা ফুলে গঙ্গা দুৰ্গা মোৰ নাহি কাজ।

এলা (গোৱালপৰীয়া)। মান্য অসমীয়া 'এতিয়া'।

গ্ৰীষ্ম লাগিলে গোসাঁই যোগাইবো বাও।

বাও (গোৱালপৰীয়া)। মান্য অসমীয়া 'বতাহৰ বা'।

তিৰি লৈয়া পন্থ হাষ্ঠিবাৰ নহে যোগ।

অৰ্থ — তিৰোতা অৰ্থাৎ ঘৈণীয়েকক লগত লৈ বাটকুৰি বাই যোৱাটো উচিত নহয়।

গোৱালপৰীয়া ভাষাত ঘৈণীয়েকক 'তিৰি' বুলি কয়। গিৰিয়েক-ঘৈণীয়েকৰ গোৱালপৰীয়া প্ৰতিশব্দ হ'ল 'ভাতাৰ-তিৰি'। সংস্কৃত 'ভৰ্তৃ' শব্দৰ পৰা 'ভাতাৰ' শব্দ নিষ্পন্ন হৈছে।

হাতেৰ গোমানা গোৱালিনী আসে লৈয়া।
চায়া ৰৈলা গোসাঁই বৌদ্ধৰূপ হুয়া।।

'লৈয়া আসে' আৰু 'চায়া ৰৈলা' গোৱালপৰীয়া ভাষাত যথাক্ৰমে 'লয়া আসে' আৰু 'চায়া ৰৈল্'। মান্য অসমীয়াত যথাক্ৰমে 'লৈ আহে' আৰু 'চাই থাকিল'।

জয় জোকাৰ দিয়া পূজে নাৰীগণ।

জোকাৰ (গোৱালপৰীয়া)। মান্য অসমীয়া উৰুলি।

চন্দোৱা টনায়া যে পাটেৰ দিলা ডোৰ।

'চন্দোৱা টানায়া' — গোৱালপৰীয়া 'চান্দোৱা টানায়া'। মান্য অসমীয়া — চন্দ্ৰাতপ (সং) তৰি। মান্য অসমীয়াত সংস্কৃত 'চন্দ্ৰাতপ' শব্দটোৱে ব্যৱহাৰ কৰা হয়।

উপজিয়া মায়ৰ নকৈলা স্তনপান।
মায়ক ডকিয়া ভৈলা মনসয়ে নাম।।

'মায়ৰ' আৰু 'মায়ক' গোৱালপৰীয়া যথাক্ৰমে 'মাৱৰ' আৰু 'মাৱক'। মান্য অসমীয়াত যথাক্ৰমে 'আইদেউৰ' আৰু 'আইদেউক'। বিষহৰি বা মনসা বা পদ্মা সাপৰ দেৱী। 'মায়ক ডঙ্কিয়া' মানে 'মাৱক ডকিয়া' অৰ্থাৎ মাতৃক দংশন কৰি।

প্ৰাক-শঙ্কৰী যুগৰ অসমীয়া সাহিত্যৰ ভাষাৰ লগত গোৱালপৰীয়া ভাষাৰ সাদৃশ্য যিথিনি দেখুওৱা হ'ল; তাৰ দ্বাৰা বুজিব পৰা যায় যে, সেই যুগত গোৱালপৰীয়া ভাষাতে সাহিত্য ৰচনা কৰা হৈছিল। এতিয়া আমি দেখুৱাবলৈ প্ৰয়াস কৰিম যে শঙ্কৰী যুগৰ সাহিত্যৰ ভাষাও আছিল গোৱালপৰীয়া। শ্ৰীশ্ৰীশঙ্কৰদেৱৰ 'কীৰ্ত্তন ঘোষা'ৰ পৰা কিছুমান উদাহৰণ দিলে যথেষ্ট হ'ব বুলি আমি ভাবো।

বামন স্বৰূপে অদিতিৰ বাক্য পালি।
ইন্দ্ৰক থাপিলা ছলে বলিক নিকালি।।

নিকালি — উলিয়াই দিয়া, বহিষ্কাৰ কৰা। গোৱালপৰীয়া — নিকিলিয়া।

পুত্ৰ দাৰা ধন আতেসে ৰতি।
সবাতো অধিক যি পাপমতি।।

আতেসে — ইয়াতেহে। গোৱালপৰীয়া — এতেসে।

শুনি মুনি বাক্য বুলিলা তথা।
পুছিলা পৰম ৰহস্য কথা।।

পুছিলা — সুধিলে। গোৱালপৰীয়া — পুছিল্।

পূৰ্বত কহিলা মোত শঙ্কৰে।
প্ৰকাশিবো আক তোমাৰ তৰে।।

আক — ইয়াক। গোৱালপৰীয়া — এক। উদাহৰণ ঃ ইয়াক কোৱা — এক্ ক (গোৱালপৰীয়া)।

যিটো পাপী কৰে গুৰুক হেলা।
বেদকো নিন্দে যদি কোনো বেলা।।

কোনো বেলা — কেতিয়াবা। গোৱালপৰীয়া — কুনো বেলা।

নামেসে কৰিবে পৰম সিদ্ধি।
হৰিৰ নাম জগতৰে নিধি।।



নামেসে — নামে হে। গোৱালপৰীয়া — নামেসে।

আকো ব্যৰ্থ কৰা কিনো অভাগী।
মাণিক্যক বিকা কাঞ্চন লাগি।।

আকো — ইয়াকো। গোৱালপৰীয়া — অকো।

কেৱলে কীৰ্ত্তনে সংসাৰ তৰি।
বন্ধ ছিণ্ডি হোৱে আপুনি হৰি।।

ছিণ্ডি — ছিঙি। গোৱালপৰীয়া — ছিন্দি, ছিন্দিয়া।

জানিয়া হৰিক সততে স্মৰ।
ক্ষণেকো নপাসৰিবাহা নৰ।।

নপাসৰিবাহা — নাপাহৰিবা। নাপাসুৰিস্ — গোৱালপৰীয়া।

অশুদ্ধ মনৰ কৰ্ম্মসকল।
স্ৰৱে যেন আঁৱা ঘটৰ জল।।

আঁৱা — এঁৰা। গোৱালপৰীয়া — আৱা। উদাহৰণ ঃ এঁৰা গাখীৰ — আৱা দুধ (গোৱালপৰীয়া)।

পাৱে চটকে তেজে সুললিত ৰাৱ। পাৰিজাত মলয়া বাৱ।

বাৱ — বা (বতাহৰ বা), ৰাৱ — মাত। গোৱলপৰীয়াত 'বাৱ' আৰু 'ৰাৱ' বুলিলেই কোৱা হয়।

ভকতৰ বন্ধু জগত-বাপ।
বোলা হৰি হৰি হৰোক পাপ।।

জগত-বাপ — জগত পিতা। গোৱালপৰীয়াত পিতাক 'বাপ' বুলি কোৱা হয়। যেনে ঃ পিতা-মাতা — বাপ-মাৱ।

যমৰ দূত দেখায়া বিপ্ৰৰ
কাটিল বান্ধ হাতৰ।

দেখায়া — দেখুৱাই। গোৱালপৰীয়া — দেখেয়া।

কাটিল — কাটিলে। গোৱালপৰীয়া — কাটিল্।

কোন তুমি সব বুলিয়া পুছয়
ডাকিয়া যম কিঙ্কৰ।

পুছয় — সুধিলে। গোৱালপৰীয়া — পুছে।

ডাকিয়া — মাতি। গোৱালপৰীয়া — ডাকেয়া।

হৰিৰ চৰণ চিন্তিয়া বেড়াৱে
হৰি-নাম লৱে ডাকি।

চিন্তিয়া বেড়াৱে — চিন্তা কৰি ফুৰে। গোৱালপৰীয়া — চিন্তা কৰিয়া বেড়ায়।

ডাকি — মাতি। গোৱালপৰীয়া — ডাকেয়া।

উদাহৰণ দি প্ৰবন্ধ আৰু দীঘলীয়া নকৰিলেও হ'ব। মুঠতে, কীৰ্তন ঘোষাত ব্যৱহৃত বহুত শব্দ হুবহু একেদৰেই গোৱালপৰীয়া ভাষাত এতিয়াও ব্যৱহাৰ কৰা হয়। সেইবোৰ শব্দ অসমীয়াভাষী অইন জিলাৰ মানুহে ব্যৱহাৰ নকৰে। (অবিভক্ত কামৰূপ আৰু পশ্চিম দৰং জিলাত এনে কিছুমান শব্দৰ ব্যৱহাৰ আজিও আছে। —সম্পাদক) ইয়াৰ দ্বাৰা এইটো প্ৰমাণ কৰিব পাৰি যে কীৰ্তন ঘোষা তথা শঙ্কৰী সাহিত্যৰ ভাষাৰ ভেটি আছিল গোৱালপৰীয়া ভাষা। অঙ্কীয়া নাটৰ ভাষা অৱশ্যে শঙ্কৰী যুগৰ কাব্য-মহাকাব্যৰ ভাষাতকৈ বেলেগ। অঙ্কীয়া নাটৰ ভাষাকহে ব্ৰজাৱলী ভাষা বুলি কোৱা হয়। শঙ্কৰদেৱ ৰচিত কাব্য-সাহিত্যৰ ভাষা ব্ৰজাৱলী নহয়। ব্ৰজাৱলী ভাষা বুলি কোৱা হ'লেও ই কিন্তু ব্ৰজপুৰ অৰ্থাৎ মথুৰা আৰু বৃন্দাবনৰ ভাষা নহয়। অঙ্কীয়া নাটত ব্যৱহৃত ভাষা এটি কৃত্ৰিম ভাষা। শ্ৰীকৃষ্ণৰ জন্মস্থান মথুৰা আৰু বাল্যলীলা গোকুল বা বৃন্দাবনত। সেয়ে শ্ৰীকৃষ্ণৰ বাল্যলীলাৰ আধাৰত ৰচিত অঙ্কীয়া নাটৰ ভাষাক ব্ৰজাৱলী বুলি কোৱা হৈছে।

অঙ্কীয়া নাটৰ ভাষাতো গোৱালপৰীয়া আৰু জলপাইগুৰীয়া ভাষা যথেষ্ট আছে। 'ঐছন' শব্দটো অঙ্কীয়া নাটত এটি বহুল ব্যৱহৃত শব্দ। 'ঐছন' শব্দটো ধুবুৰী জিলাৰ পশ্চিম অঞ্চলত এতিয়াও বহুল ব্যৱহৃত শব্দ। সেইদৰে 'হামাৰ' শব্দটো জলপাইগুৰি জিলাৰ মানুহে ব্যৱহাৰ কৰে। তাৰ মানুহবোৰে 'আমাৰ' বুলি নকৈ 'হামাৰ' বুলি কয়। অঙ্কীয়া নাটত ব্যৱহৃত ক্ৰিয়া পদবোৰ জলপাইগুৰীয়া মানুহে হুবহু একেদৰেই ব্যৱহাৰ কৰে।

সি যি কি নহওক, আমি দেখুৱাব খুজিছো যে প্ৰাচীন অসমীয়া সাহিত্য গোৱালপৰীয়া ভাষাত লিখিত হৈছিল। সেয়ে, অসমীয়া ভাষাৰ ভেটি গোৱালপৰীয়া ভাষা।

**লিখকে লিখা কথাখিনিৰ নকল উলিয়াই সেইবোৰ পঢ়িবৰ বাবে মানুহৰ মাজত উলিয়াই দিবলৈ একমাত্ৰ লিখকজনৰহে অধিকাৰ আছে। আমাৰ দেশৰ উপৰি পৃথিৱীৰ প্ৰায় সকলো দেশতে আইনৰ যোগেদি লিখকৰ এই অধিকাৰ সংৰক্ষিত কৰা হৈছে। ইয়াকে 'স্বত্ব-সংৰক্ষণ' বুলি কয়। আমাৰ দেশত লিখকে আজীৱন এই স্বত্ব ভোগ কৰে আৰু তেওঁৰ মৃত্যুৰ পৰা ৫০ বছৰৰ পিছলৈকে সেই স্বত্ব তেওঁৰ উত্তৰাধিকাৰীসকলে ভোগ কৰে। সেই সময় উকলি গ'লে কাৰো পৰা অনুমতি নোলোৱাকৈ যিকোনো লোকে সেইজন লিখকৰ কিতাপৰ নকল উলিয়াব পাৰে।**



# সমাজ-ভাষাবিজ্ঞান আৰু গোৱালপৰীয়া উপভাষা

ড° সদানন্দ বেজবৰুৱা

ভাষাৰ লগত সমাজখনৰ এৰাব নোৱৰা সম্বন্ধ এটা আছে। সমাজ আৰু ভাষাৰ সুসমন্বয়ে সমাজ - ভাষাবিজ্ঞানৰ গুৰি ধৰি আহিছে।

গৱেষকৰ সূক্ষ্ম পৰ্যবেক্ষণ, গুৰুত্ব, বিচাৰ আৰু সিদ্ধান্ত সমাজ-ভাষাবিজ্ঞানৰ সত্যাসত্যৰ নিৰ্ণায়ক। কোনো সমাজৰ এক পৰিয়ালৰ ব্যক্তিসকলৰ প্ৰত্যেকে প্ৰত্যেকক কোনো এক সম্বন্ধৰ জৰিয়তে মাত-বোল কৰে। অসমীয়া ভাষাত এজন পুৰুষ বা তেওঁৰ পত্নীক কেবাটাও ভিন্ ভিন্ শব্দেৰে নিৰ্দিষ্ট কৰি বুজোৱাৰ বিপৰীতে ইংৰাজী ভাষাই এটা বা দুটা শব্দেৰে নিৰ্দিষ্ট ৰূপত দেখুৱাবলৈ সমৰ্থ হৈছে। অসমীয়াৰ খুড়া/দদাইটি/দাইটি আৰু খুড়ী, মামা/ মোমাই/ মোমাইদেউ আৰু মামীৰ ইংৰাজী প্ৰতিশব্দ uncle আৰু anuti আজিকালি তথাকথিত ধনী, সম্ভ্ৰান্ত, আনকি মধ্যবিত্ত অসমীয়াই ইংৰাজী শব্দৰ অন্ধ অনুকৰণ কৰাটো এটা প্ৰচলিত ৰীতিত (fashion) পৰিণত হৈছে।

যি কোনো ভাষাৰ একোটা বাক্যই স্পষ্ট ৰূপত তাৰ পুৰুষ, বচন, কালৰ চিনাকি দিয়ে।

ওচৰ-চুবুৰীয়া মান্য ভাষাৰ প্ৰভাৱে উপভাষাৰ ওপৰত এনেদৰে ক্ৰিয়া কৰে যে উপভাষা কোৱা ব্যক্তিজনে নীচাত্মিকা ভাৱত (Inferiority Complex) ভুগি প্ৰভাৱশালী ভাষা (N.I.A.) অনুকৰণ কৰিবলৈ গৈ নিজ উপভাষাটোৰ উচ্চাৰণৰ স্থানৰ পৰাও পিছলি পৰা দেখা যায়।

গোৱালপৰীয়া উপভাষা কোৱা ব্যক্তিজনে স্কুল, কলেজত পঢ়োঁতে মান্য অসমীয়া ভাষাৰে শিক্ষা গ্ৰহণ কৰিবলগীয়া হয়। এটা সময়ত (জমিদাৰী শাসনৰ কালছোৱাত) অবিভক্ত গোৱালপাৰা জিলাত প্ৰচলন হোৱা বাংলা ভাষাৰ প্ৰভাৱৰ হেতুকে বৰ্তমানৰ সাধাৰণ তথা শিক্ষিত গোৱালপৰীয়া যুৱকে বাংলা-ভাষী ব্যক্তিৰ লগত বাংলাতে কথা-বতৰা পাতে। একেলগে ফুৰিবলৈ গৈ থকা চাৰিজন বন্ধুৰ এজন অসমীয়া, এজন বঙালী আৰু দুজন গোৱালপৰীয়া যুৱকে নিজৰ ভিতৰতে কথা পাতি যাওঁতে গোৱালপৰীয়া ভাষা কোৱা দুজনে একে সময়তে সলনা-সলনিকৈ এবাৰ অসমীয়া, এবাৰ বাংলা, এবাৰ গোৱালপৰীয়া ভাষা আয়ত্তলৈ আনি ভিন্ ভিন্ ভাষা অনুকৰণ কৰিবলগীয়া হোৱাত গোৱালপৰীয়াজনে নিজৰ অজ্ঞাতে নিজ ভাষাৰ উচ্চাৰণৰো মৌলিকতা নষ্ট কৰে।

গ্ৰামাঞ্চল আৰু চহৰাঞ্চলৰ ভাষা সুকীয়া সুকীয়া। ভিন্ ভিন্ সম্প্ৰদায়, জাত, নাৰী-পুৰুষ, ধনী-দুখীয়াৰ মাজৰ ভাষাত পাৰ্থক্য আছে। সাংস্কৃতিক পৰিৱেশে উচ্চাৰণৰ সাল-সলনি ঘটায়।

সকলো স্তৰৰ ভাষাবোৰৰ মাজত ভিন্ ভিন্ বৈশিষ্ট্য ফুটি উঠা লক্ষ্য কৰা গৈছে। সৰু ল'ৰা-ছোৱালী, শকত মানুহ, ক'টীয়া মানুহ, কুঁজা আদি চৰিত্ৰৰ বিভিন্ন বক্তাই সামাজিক স্তৰত তেওঁলোকৰ কথন-ৰীতিৰ উচ্চাৰণত পাৰ্থক্য দাঙি ধৰে। ব্যক্তি বিশেষৰ চিনাকিৰে নহয়, বিশেষ পৰিস্থিতিত কথন-ৰীতি, উচ্চাৰণ সম্পূৰ্ণৰূপে সুকীয়া। যুদ্ধ কৰোঁতে, সন্মুখ যুদ্ধত জঁপিয়াই পৰা সময়ত প্ৰত্যক্ষ সংগ্ৰামত লিপ্ত হওঁতে বক্তাৰ উচ্চাৰণ-ৰীতি বেলেগ সুঁতিৰে গমন কৰাটো স্বাভাৱিক।

নিয়মীয়া (Formal) আৰু অনিয়মীয়া (Informal) ভাষা কোৱা ৰীতিক ফাৰ্গুছনে ডাইগ্লছীয়া (Diglossia) বুলি নামকৰণ কৰিছে। দক্ষিণ ভাৰতীয় (দ্ৰাবিড়ীয়) ভাষাবোৰৰ কথন-ভঙ্গীৰ ৰীতি দুটা - নিয়মীয়া আৰু অনিয়মীয়া। ইয়াৰ বাহিৰেও, হিন্দু-সমাজৰ জাতি-গঠন প্ৰক্ৰিয়াত বিভিন্ন জাতিয়ে বেলেগ বেলেগ ৰূপত স্বতন্ত্ৰ ৰীতি অক্ষুণ্ণ ৰাখি 'জাতিগত উপভাষা'ৰ (Caste dialects) সৃষ্টি কৰিছে। এইটো সমাজ-ভাষাবিজ্ঞানৰ অৱলম্বনত গঢ়ি উঠা উদ্ভাসিত ৰূপ। শিক্ষিত ব্যক্তিয়ে লিখোঁতে আৰু সমজুৱা অনুষ্ঠানত ভাগ লৈ মনৰ ভাব প্ৰকাশ কৰোঁতে সাধাৰণতে ৰীতিমত (Formal) বা সাহিত্যিক ৰীতিৰ আশ্ৰয় লয়। ব্যক্তিয়ে বসবাস কৰা সমাজখন বা ঠাইখিনিৰ প্ৰভাৱেও কেতিয়াবা ভাষাৰ সামান্য পৰিৱৰ্তন দেখুৱায়। সেই তুলনাত, অনিয়মীয়া (Informal) বা চলিত (Colloquial) ৰীতিয়ে ভিতৰুৱাকৈ বেছি পাৰ্থক্য তুলি ধৰিছে।

সাধাৰণতে, সামাজিকভাৱে নিম্নশ্ৰেণীৰ ফালৰ পৰা ভাষা-সম্বন্ধীয় কথা-বতৰাত নতুনত্ব আহে। আনহাতে, সামাজিকভাৱে উচ্চ স্তৰত বাস কৰা মানুহে তেওঁলোকৰ মান-সম্ভ্ৰম অটুট ৰখাৰ প্ৰচেষ্টাত আনে চুব নোৱৰাকৈ নিজৰ দূৰত্ব বজাই ৰাখিবলৈ যত্ন কৰাত নতুন নতুন শব্দৰ আমদানি হৈছে। কিন্তু, অনুকৰণপ্ৰিয় নিম্নস্তৰৰ ব্যক্তিসকলে উচ্চস্তৰৰ ব্যক্তিয়ে ব্যৱহাৰ কৰা শব্দক সততে অনুকৰণ কৰি দূৰত্ব কমাই অনাৰ বাবে যত্ন কৰিলে উচ্চ-স্তৰৰ ব্যক্তি সকল সন্ত্ৰস্ত হৈ সতৰ্কতাৰে পুনৰ নতুন নতুন শব্দ উদ্ভাৱন কৰিবলৈ সচেষ্ট আৰু বাধ্য হয়। শব্দ-গঠনৰ এনে প্ৰক্ৰিয়াই নৱ-জীৱনৰ পাতনি মেলিছে।

নব্য ভাৰতীয় আৰ্য অসমীয়া আৰু বঙালী ভাষাৰ বৈশিষ্ট্য বহন কৰিও গোৱালপৰীয়া উপভাষাটোৱে অবিভক্ত গোৱালপাৰা (৮৯.৫৪° পূৰ আৰু ৯০.৫৯° পূৰ দ্ৰাঘিমাংশত অৱস্থিত) জিলাৰ প্ৰায় সকলো অঞ্চলকে সামৰি বোৱতী নদীৰ সুঁতিৰ দৰে ভাষাৰ অগ্ৰগতি অব্যাহত ৰাখিছে। ইয়াৰ আকৰ্ষণীয় ভাষাতাত্ত্বিক বৈশিষ্ট্য উল্লেখনীয় ৰূপত দাঙি ধৰিছে সমাজ-ভাষাবিজ্ঞানে। ভৌগোলিক, ৰাজনৈতিক আৰু ঐতিহাসিক তথ্য-সম্বলিত সমাজখনে মুখামুখি হোৱা সামাজিক সমস্যাৰ দোষ-ত্ৰুটীৰ কেৰোণসমূহ উদঙায়ো মূল সুঁতিৰ অস্তিত্ব প্ৰমাণ কৰি আছে।

এসময়ত গোৱালপৰীয়া উপভাষাটোৱে অবিভক্ত গোৱালপাৰা জিলা, কোচবেহাৰ, সমগ্ৰ উত্তৰ-বঙ্গৰ লগতে বৰ্তমানে বাংলাদেশত অন্তৰ্ভুক্ত হোৱা ৰংপুৰ, দিনাজপুৰ জিলাকো সামৰি লৈছিল। ক'বলৈ গ'লে এসময়ত বিৰাট অঞ্চলক প্ৰতিনিধিত্ব কৰা এই ভাষাই ভাষাৰ ভৌগোলিক দ্বীপ এটা গঠন কৰিছিল। প্ৰবন্ধটোৰ জৰিয়তে অবিভক্ত গোৱালপাৰা জিলাৰ অন্তৰ্ভুক্ত হোৱা নতুন চাৰিখন জিলাৰ (ধুবুৰী, কোক্ৰাঝাৰ, বঙ্গাইগাঁও আৰু গোৱালপাৰা) বিষয়বস্তুৰ পৰ্যালোচনা কৰি আলোকপাত কৰাৰ প্ৰয়াস এটা কৰা হৈছে।

১৬ শতিকাৰ পৰাক্ৰমী কোচ ৰাজ্যখনৰ ভিতৰুৱা অবিভক্ত গোৱালপাৰা জিলাখনৰ ওপৰত পিছলৈ বহুত সময়জুৰি মোগলৰ শাসন আৰু শোষণে দুৰ্বল কৰি তোলাৰ পৰিপ্ৰেক্ষিতত স্বাভাৱিকতে এই অঞ্চলৰ সংস্কৃতিৰ ওপৰত মাথ মাৰ পৰাত পৰিৱৰ্তনৰ সোঁতৰ ধলে ইয়াৰ সাংস্কৃতিক অঞ্চল প্লাৱিত কৰে। আনকি, ভূটান আৰু বৃটিছে বিশেষকৈ পিছৰ শাসনাধিষ্ঠ দলটোৱে শাসনৰ বাঘজৰী লৈ অঞ্চলটোক শোষণ কৰাৰ উপৰিও মচিব নোৱৰা বিজতৰীয়া সংস্কৃতিৰ বীজ ৰোপণ কৰি ক্ৰমে ক্ৰমে নিকা সংস্কৃতিৰ পৱিত্ৰতাৰ পৰা পঙ্কিলতাৰ মাজলৈ এনেদৰে ঠেলি লৈ গৈছিল যে এই অঞ্চলৰ মানুহখিনিয়ে এটা সময়ত নিজেই অবাক হৈ পুৰণি সংস্কৃতি ৰোমন্থন কৰি প্ৰকৃত সত্তা (actual Position) উপলব্ধি কৰিবলৈ অপাৰগ হোৱাই নহয়, কিছুমান বাস্তৱ সত্যক উপেক্ষা কৰিবলৈ লোৱাটো বাস্তৱিকে দুৰ্ভাগ্যজনক। এই ক্ষেত্ৰত দেশখনৰ বুৰঞ্জীবিদ, বিদেশী শাসকবৰ্গৰ ক্ষমতাশালী বিষয়া তথা ভাষাবিদসকলৰ মন্তব্যও কম পৰিমাণে জগৰীয়া নোহোৱা নহয়। আমাৰ সকলোৰে বাবে দুৰ্ভাগ্যৰ কাৰণ চলি আছে যে আমাৰ নিজৰ দেশখনৰ ভাষা, সংস্কৃতিৰ ওপৰত বিদেশী পণ্ডিতে দাঙি ধৰা তথ্যকে এতিয়াও অভ্ৰান্তৰূপে গ্ৰহণ কৰি আছোঁ। এই বিষয়ে নতুন দৃষ্টিকোণৰপৰা চালি-জাৰি চাবলৈ হ'ল। পুৰণি ভাৰতীয় আৰ্য

নিশ্চিতভাৱে, এই উপভাষাৰ উৎস বিচাৰি উপনীত হ'ব পাৰি। ভাষা আৰু মধ্য ভাৰতীয় আৰ্য ভাষাৰ স্তৰত বাৰ-মিহলি ভাষাৰ প্ৰকৃতপক্ষে, ওচৰ-চুবুৰীয়া ভিন্ ভিন্ গোষ্ঠীৰ বাৰ-মিহলি ভাষাৰ উপাদান তথা বৈশিষ্ট্য উপভাষাৰ মূল অংশত (nucleus) সোমাই পৰাটো অস্বীকাৰ কৰা নাযায়। দৰাচলতে এই উপভাষাৰ মূলৰ ওপৰত আন ভাষাৰ প্ৰভাৱ পৰাত ইয়াৰ বিশুদ্ধতা হ্ৰাস পাইছে। অমূলীয় উপাদানে চিন্তাবিদসকলকো সততে বিমোৰত পেলোৱাত তেওঁলোকৰ বাবেও ই অবোধগম্য হৈ পৰিছে। সঁচাকৈয়ে, এইটো সকলোৰে বাবে উদ্বেগৰ কাৰণ যে জমিদাৰীৰ আমোলত শত্ৰুভাবাপন্ন সুবিধাবাদী লগনীয়া মানুহৰ প্ৰৰোচনাই এই উপভাষা কোৱা মানুহখিনিৰ মনত নীচাত্মিকা ভাব জগাই তোলাত অৰিহণা যোগাইছে। গোৱালপাৰা জিলাত জমিদাৰী প্ৰৱৰ্তন হৈছে ১৭৯৩ চনত। স্বাৰ্থান্বেষী কৰ্মচাৰীৰ ষড়যন্ত্ৰত থলুৱাভাষীসকল দিশভ্ৰষ্ট হোৱাই নহয়, 'বাবু জাতীয়' কৰ্মচাৰীৰ ভাষা অনুকৰণ কৰিবলৈ যাওঁতে থলুৱাভাষীয়ে নিজ মাতৃভাষাৰপৰা ক্ৰমান্বয়ে আঁতৰি আহি আনকি উচ্চাৰণৰ তাৰতম্য ঘটাইছে। কুঁৱলীৰে ঘেৰা আৱেষ্টনৰ মাজত ভাষাৰ ওপৰত বাহিৰৰ প্ৰভাৱৰ ফলত ক্ৰমে ক্ৰমে ডাঠ চামনি পৰাত মূল ভাষাই প্ৰধান সুঁতিৰপৰা আঁতৰি গৈছে। তথাপি, থোৰতে ক'বলৈ গ'লে, ভাষাৰ ওপৰত বাহিৰৰ আক্ৰমণ সত্ত্বেও আৰু ওচৰ-চুবুৰীয়া ভাষাৰ ওচৰত নতি স্বীকাৰ নকৰিও কোনো গৌৰৱ এচুকত উপভাষাটোৱে এতিয়াও মূৰ তুলি থকাৰ প্ৰমাণ নথকা নহয়। অৱশ্যে, কিছুদূৰ ক্ষেত্ৰত, এই উপভাষাৰ দূষিতকৰণৰ প্ৰক্ৰিয়া অতীততেই সূচনা হোৱাটো অনস্বীকাৰ্য।

গোৱালপৰীয়া উপভাষাই গাঁও অঞ্চলৰ কোনো এঠাইত তাৰ বিশুদ্ধতা অক্ষুণ্ণ ৰখাটো অসম্ভৱ নহয়। প্ৰকৃত সমাজ-ভাষাবৈজ্ঞানিক দৃষ্টিৰে চালি-জাৰি চালে ইয়াৰ সত্যতা ধৰা পৰিব। ১৬ শতিকাত ৰচিত কবিন্দ্ৰৰ 'মহাভাৰত'ত এই উপভাষাৰ পুৰণি ৰূপৰ বিশুদ্ধতা লক্ষ্য কৰা গৈছে। গোৱালপৰীয়া উপভাষাৰ অদূষিত ৰূপ ইয়াত সংৰক্ষিত হৈ আছে বুলি গণ্য কৰিলে বোধকৰোঁ বিশেষ ভুল কৰা নহ'ব। মহাভাৰতখনৰ ৰচয়িতাজন গৌৰীপুৰ ৰাজ-পৰিয়ালৰ উপৰি পুৰুষ বুলি ৰাজফৈদে এতিয়াও দাবী কৰে।

এইখিনিতে ড° বাণীকান্ত কাকতিৰে তেওঁৰ প্ৰভুত্বজ্ঞাপক (authoritative) গৱেষণা গ্ৰন্থ 'Assamese, Its Formation and Development' (P.16, Art.34, A.F.D)ত পৰ্যবেক্ষণৰ জৰিয়তে উল্লিখিত তথ্য প্ৰণিধানযোগ্য - "The spoken dialects of the Goalpara district seem to have been greatly contaminated with admixtures of the Rajabanisi dialect - the dialect that was evolved udner the domination of the Koch Kings of Koch-Bihar whose descendants ruled over Goalpara and contiguous portion of Kamrup." ড° কাকতিয়ে ড° সুনীতি কুমাৰ চেটাৰ্জীৰ তত্ত্বাৱধানত প্ৰামাণ্য গ্ৰন্থখন লিখি ১৯৩৫ চনত Ph.D. (Doctor of Philosophy) ডিগ্ৰী লাভ কৰিছিল।

হিন্দু আৰু মুছলমান সম্প্ৰদায়ৰ লোকে এই উপভাষাৰ জৰিয়তে নিজৰ মনৰ ভাব প্ৰকাশ কৰি আহিছে। ৰাজবংশী সম্প্ৰদায়ে দৈনন্দিন কথা-বতৰাত গোৱালপৰীয়া বা দেশী ভাষাকে সন্টালনিকৈ ব্যৱহাৰ কৰি আছে।

আমি স্থিৰ সিদ্ধান্তত উপনীত হ'বগৈ পাৰোঁ যে অবিভক্ত গোৱালপাৰা জিলাৰ উপৰি কোচ-বিহাৰ, জলপাইগুৰি জিলাক সামৰি ভাষাৰ স্বাভাৱিক সামান্য পৰিৱৰ্তনেৰে এটি বৃহৎ অঞ্চলৰ ওপৰত এই উপভাষাই আধিপত্য বিস্তাৰ কৰি আহিছে। ৰাজনৈতিক সীমাৰ বাধা-নিষেধ সত্ত্বেও সম্প্ৰদায়বোৰৰ মাজৰ সামাজিক, আৰ্থিক, বৈবাহিক সম্পৰ্ক এতিয়াও আগৰদৰেই অব্যাহত আছে। দুখৰ বিষয়, বৰ্তমানৰ ৰাজনৈতিক হেঁচাত সামাজিক ব্যৱস্থাতো ক্ৰমান্বয়ে জটিলতা সোমাই পৰা সম্ভাৱনা নুই কৰা নাযায়।

উত্তৰৰ বনাঞ্চল বাদ দি ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে প্ৰচলিত উপভাষাটোৰ অধ্যয়নতে সীম বদ্ধ কৰি ৰাখিবলৈ প্ৰবন্ধকাৰে প্ৰয়াস কৰিছে। এইটো স্বতঃসিদ্ধ কথা যে এটা অঞ্চলৰপৰা আন এটা অঞ্চললৈ প্ৰব্ৰজনৰ সোঁত চলি থাকে। ব্ৰহ্মপুত্ৰৰ দক্ষিণৰপৰা উত্তৰলৈ আৰু উত্তৰৰপৰা দক্ষিণলৈ প্ৰব্ৰজনৰ সোঁত অব্যাহত আছে। বেছি ভাগ ক্ষেত্ৰতে, ভাল ওচৰ-চুবুৰীয়া আৰু খাদ্য অন্বেষণত অগ্ৰসৰ হোৱা লোকসকলৰ প্ৰব্ৰজনে সামাজিক ধৰণীলৈ নতুনত্ব কঢ়িয়াই আনে।

### গোৱালপৰীয়া বা দেশী ভাষাৰ অঞ্চল

অবিভক্ত গোৱালপাৰা জিলাৰ চাৰিটা অঞ্চলত গোৱালপৰীয়া উপভাষাৰ প্ৰবলতা অনুভূত হয় — (ক) ছত্ৰশাল, হালাকুৰাৰপৰা (অবিভক্ত গোৱালপাৰাৰ উত্তৰ-পশ্চিমাঞ্চল) বিলাসীপাৰালৈ (বিলাসীপাৰাৰ ওচৰৰ গৌৰাঙ্গ নদীৰ পশ্চিমাঞ্চল পৰ্যন্ত), (খ) মযদুৱাৰৰপৰা (গৌৰাঙ্গ নদীৰ পূবফাল) চাপৰ, বহলপুৰ, তালগুৰিলৈ (চম্পানদীৰ পূব অঞ্চল), (গ) বৈটামাৰী, উত্তৰ-বৈটামাৰীৰপৰা বঙ্গইগাওঁ, বিজনি, অভয়াপুৰীলৈ (অবিভক্ত গোৱালপাৰা জিলাৰ পূব অঞ্চল) বাৰহাজাৰী উপ-উপভাষা (sub-dialect) কোৱা অঞ্চল, (ঘ) আগিয়াৰপৰা (ব্ৰহ্মপুত্ৰৰ দক্ষিণ-পূব অঞ্চল) কৃষ্ণাই, দুধনৈ, ৰংজুলিলৈ হাবড়াঘাটীয়া উপ-উপভাষা (sub-dialect) কোৱা অঞ্চল। তদুপৰি, গোৱালপৰীয়া উপভাষাৰ অস্তিত্ব অনুভৱ হয় মেচপাৰাৰ লক্ষীপুৰ, বগুৱান, পোৰাৰভিটা (জামাদাৰহাট) আদি অবিভক্ত গোৱালপাৰা জিলাৰ দক্ষিণ অঞ্চলত। ইয়াতে লক্ষণীয় কথা হ'ল যে উল্লিখিত অঞ্চলটোৰ উপভাষাৰ লগত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে থকা বিপৰীত অঞ্চল বিলাসীপাৰা, চাপৰ অঞ্চলৰ উপভাষাটোৰ লগত নিকট সাদৃশ্য পৰিলক্ষিত হৈছে। ইয়াৰ কাৰণ অনুধাৱন কৰিলে ওলাই পৰিব যে ব্ৰহ্মপুত্ৰ নদীৰ দুয়োপাৰৰপৰা সময়ে সময়ে উভয় দিশলৈ জনসমষ্টিৰ প্ৰব্ৰজনৰ সোঁত অব্যাহত আছিল আৰু এতিয়াও আছে।

### গোৱালপৰীয়া বা দেশী ভাষাৰ বৈশিষ্ট্য

পূব গোৱালপৰীয়া উপভাষাৰ ওপৰত নব্য ভাৰতীয় আৰ্য অসমীয়া ভাষাৰ প্ৰভাৱ অনস্বীকাৰ্য। (১) বঙ্গাইগাঁও, উত্তৰ শালমাৰা, অভয়াপুৰীৰ উত্তৰ - পূৰ্বাঞ্চলত কথিত বাৰহাজাৰী উপ-উপভাষাত (Sub-dialect) অসমীয়া ভাষাৰ পশ্চ-তালব্য উষ্ম 'ষ' ধ্বনি /x/ সংৰক্ষিত হৈ আছে। (Unvoiced guttural or velar fricative, P.61, Art. 103, A.F.D. আৰু পৃ. ৬৯, ধ্বনি বিজ্ঞানৰ ভূমিকা)। এই অঞ্চলৰ ৰাজবংশী সম্প্ৰদায়েও এই ধ্বনি ব্যৱহাৰ কৰে। (২) ধুবুৰীৰ উত্তৰ-পশ্চিমাঞ্চলত বসবাস কৰা ৰাজবংশী সম্প্ৰদায়ে (জিনকাটা আৰু শিমলাবাৰী সত্ৰৰ ভকতসকলকো ধৰি) পশ্চাৎ ধ্বনি আৰু স্বতঃ অনুনাসিকী ধ্বনিৰ ওপৰত জোৰ (Stress) প্ৰদান কৰে। (৩) ক্ৰিয়া বিভক্তিৰ ক্ষেত্ৰত, অসমীয়াত নাস্ত্যৰ্থক ধ্বনিৰ ব্যৱহাৰৰ দৰে, গোৱালপৰীয়া উপভাষাৰ ধাতুৰ আগত 'নাস্ত্যৰ্থক' বৰ্ণ ব্যৱহাৰ কৰা হয়। উদাহৰণ, নাপাৰং (গোৱালপৰীয়া), নোৱাৰো (অসমীয়া), কিন্তু 'নহয়' (অসমীয়া), গোৱালপৰীয়াত 'নোআয়', 'নোঅই'। (৪) ক্ৰিয়া বিভক্তিৰ ক্ষেত্ৰত মান্য অসমীয়া বা বঙালী ভাষাৰ প্ৰথম পুৰুষৰ একবচন আৰু বহুবচনত ব্যৱহৃত 'সৰ্গ'ৰ সলনি গোৱালপৰীয়া উপভাষাত অদ্ভুত ধৰণৰ 'উং' বা 'অং' সৰ্গ ব্যৱহাৰ হয়; পৰসৰ্গ 'অং' বা 'উং'ৰে বড়ো ভাষাৰ সম্ভাব্য প্ৰভাৱ দেখুৱায়। (৫) পৰসৰ্গৰ বাহিৰে এই উপভাষাই অসমীয়া আৰু বাংলা ক্ৰিয়া বিভক্তিক অনুসৰণ কৰে। (৬) গোৱালপৰীয়া কোনো কোনো শব্দৰ আৰম্ভণিত থকা 'ৰ' ধ্বনি লোপ পোৱাটো এক ব্যতিক্ৰম। উদাহৰণ, সংস্কৃত, 'ৰাত্ৰি', অসমীয়া 'ৰাতি' আৰু গোৱালপৰীয়া 'আইত্' (অপিনিহিতি)। (৭) পুৰণি অসমীয়া আৰু বাংলাত ব্যৱহৃত হোৱা 'আম্ৰা', 'তোম্ৰা', 'তোম্ৰা' শব্দ গোৱালপৰীয়া উপভাষাত এতিয়াও সংৰক্ষিত হৈ আছে। এনেবোৰ কথাই দুয়োটা আৰ্য ভাষাৰ লগত ওতপ্ৰোত সম্বন্ধ সংস্থাপিত কৰে। 'মাধৱ কন্দলি, শঙ্কৰদেৱ, ভট্টদেৱে এসময়ত সন্তালনিকৈ ব্যৱহাৰ কৰা 'আম্ৰা', 'তোম্ৰা' শব্দ দুটা প্ৰকৃতাৰ্থত অসমীয়া। গোৱালপাৰাবাসীয়ে শব্দ দুটা ব্যৱহাৰ কৰি অসমীয়া ভাষাৰ ঐতিহ্য অক্ষুণ্ণ ৰাখিছে'। (পৃঃ ৩৭, গোৱালপৰীয়া শব্দত দৃষ্টিপাত — ড° সদানন্দ বেজবৰুৱা, 'প্ৰকাশ', জানুৱাৰী ১৯৮৯ চন)। 'কথা-গুৰুচৰিত'ৰ লেখকেও ব্যৱহাৰ কৰা শব্দ দুটা বৰ্তমানৰ অসমীয়া লেখকসকলে প্ৰয়োগ কৰাৰ পৰা নিজকে বিৰত কৰি ৰাখিছে। (৮) অসমীয়া ক্ৰিয়া বিভক্তিত প্ৰয়োগ হোৱা সৰ্বনামবোৰ - মই, আমি, তুমি, তই, তোমালোক, তহঁত, সি, তেওঁ, ই, এওঁ, যি কোনে, কোনোবা, সিহঁত ইত্যাদি ৰূপৰ পৰিৱৰ্তে গোৱালপৰীয়াই 'মুই/মুঁই', 'আম্ৰা'/আমিৰা', 'তুমিৰা/তোম্ৰা/তুম্ৰা', 'তোম্ৰাগুলা', 'ইম্ৰা/ইমিৰা', 'উৰা/উআ/উআই', 'উঙ্ৰাই' (সি বা তাই), 'উমা/উম্ৰা/উম্ৰো/ওম্ৰা/ওম্ৰো (সিহঁত)' ইত্যাদি সৰ্বনাম বেলেগ বেলেগ অঞ্চলত ব্যৱহাৰ কৰে। 'উম্ৰো' শব্দটোৰ শেষৰ ধ্বনিটো উচ্চাৰণ কৰোঁতে উত্তৰ-পশ্চিমাঞ্চলৰ গোৱালপাৰাবাসীয়ে (ৰাজবংশী সম্প্ৰদায়) জিভাখন পিছলৈ নিয়ে (back formation) - ই 'বড়ো' ভাষাৰ 'O' ধ্বনিৰ সমতুল্য। (৯) গোৱালপৰীয়া উপভাষাত 'আপুনি' (সৰ্বনাম) ব্যৱহাৰ নহয়। 'আপুনি' সংস্কৃত 'ভৱান্' শব্দৰ সমাৰ্থক। মধ্যম মান্যপুৰুষ 'আপুনি' সম্বন্ধবাচক শব্দ যি অৰ্থত ব্যৱহাৰ হয় তাৰ সমপৰ্যায়ৰ গোৱালপৰীয়া শব্দ হ'ল 'তুমিৰা', 'তোম্ৰা'। উদাহৰণ, 'তুমিৰা যা', অসমীয়াত 'অপুনি যাওক' হৈছে।

কেতিয়াবা এটা বা দুটা শব্দই কোনো এক জাতি বা সম্প্ৰদায়ক নিশ্চিতভাৱে দাঙি ধৰে। বিভিন্ন সম্প্ৰদায়ভুক্ত বিভিন্ন বক্তাৰ সামাজিক পটভূমি, আশা-আকাঙ্ক্ষা আৰু বক্তাৰ ধৰণ-কৰণে প্ৰত্যাশিতভাৱে প্ৰতিফলিত হৈ তেওঁলোকৰ আভিধানিক আৰু ধ্বনিমূলক কৰা ঋণ ওচৰা-উচৰিকৈ প্ৰকাশ কৰে। অনুকৰণপ্ৰিয় নিম্নশ্ৰেণীক আঁতৰত ৰখাৰ উদ্দেশ্যে উচ্চ শ্ৰেণী ব্ৰাহ্মণ, কায়স্থই বাধ্য হৈ নতুন শব্দ সৃষ্টিত ব্যস্ত হয়।

সম্প্ৰদায়বিলাকৰ ভিতৰত শব্দ-সম্বন্ধৰ প্ৰকৃতি তলৰ দৃষ্টিকোণৰপৰা দেখুৱাব পৰা যায়। ব্ৰাহ্মণ বা উচ্চ শ্ৰেণীয়ে ব্যৱহাৰ কৰা ঋণজ শব্দ (loan words) বোৰ অন্য সম্প্ৰদায়ে দেশীয় শব্দেৰে বিকল্প ৰূপবোৰ দাঙি ধৰে।

(ক) ৰাজবংশী 'বনু' (বায়েকৰ স্বামী), সংস্কৃত 'ভগিনীশ', আন সম্প্ৰদায়ৰ 'ভিন্শি', পুৰণি অসমীয়া 'ভিনিসি', অসমীয়া 'ভিনিহি'। কিন্তু ৰাজবংশী সম্প্ৰদায়ে ভনীয়েকৰ স্বামীক 'বনু' শব্দেৰেও অভিহিত কৰে। ইয়াৰ সমাৰ্থক সংস্কৃত ৰূপ 'ভগিনীপতি', অসমীয়া 'বৈনাই'। 'বৈনাই' শব্দটো অসমীয়াৰ সকলো সম্প্ৰদায়ে ব্যৱহাৰ কৰে। অষ্ট্ৰিক জাতিয়ে সম্বোধনত ব্যৱহাৰ কৰা ৰীতি ইয়াত ৰক্ষিত হৈছে। সেইবাবে, ড° কাকতিয়ে যথাৰ্থভাৱে লক্ষ্য কৰিছে — "Non-Aryan influence is noticed also in the use of different words to express distinct aspects of relationship according to the age of the person with whom relationship is conveyed." (P. 359, Art 844, A.F.D. 1st Edition).

(খ) চাপৰ অঞ্চলৰ পশ্চিমৰ সকলো সম্প্ৰদায়ে 'বৰষুণ' (rain) শব্দৰ পৰিৱৰ্তে 'ঝোৰি' শব্দ ব্যৱহাৰ কৰে। ইয়াৰ সংস্কৃত শব্দ 'বৃষ্টি', অসমীয়া 'বৰষুণ' বাৰহাজাৰী 'পানী'। মুছলমানসকলে 'পানী' (বৰষুণৰ অৰ্থত) ব্যৱহাৰ কৰে যদিও অসমীয়াই 'পানী' (water) শব্দক পনীয়া অৰ্থত ব্যৱহাৰ কৰি আছে। 'বাৰহাজাৰী' হ'ল অবিভক্ত গোৱালপাৰা জিলাৰ উত্তৰ-পূবৰ উপ-উপভাষা (Sub-dialect)

(গ) ৰাজবংশী 'সাগায়' (সম্বন্ধীয় - relative), সংস্কৃত 'কুটুম্ব', গোৱালপৰীয়া ব্ৰাহ্মণ সম্প্ৰদায়ৰ 'গোষ্ঠী', অসমীয়া 'কুটুম্ব', 'কুটুম', কামৰূপী 'কুৰ্মা'।

(ঘ) গোৱালপাৰাৰ 'বিলাই/বিড়াল' শব্দটো পূব-গোৱালপাৰা জিলাৰ বৈটামাৰী বঙাইগাঁও, মূলাগাঁও, উত্তৰ শালমাৰা, অভয়াপুৰী অঞ্চলত 'নাকাৰ্' (মেকুৰী) ৰূপে জনাজাত।

(ঙ) একে সম্প্ৰদায়েও ভিন্ ভিন্ অঞ্চলত শব্দ এটাক বেলেগ বেলেগ শব্দেৰে প্ৰকাশ কৰে। উদাহৰণ, 'পানীমাছ' (পানিমাছ) শব্দই পশ্চিম গোৱালপাৰা অঞ্চলত 'কাছ'ক বুজায়। এইখিনিতে বিশেষ লক্ষণীয় যে চিলাৰায় দেৱানৰ দিগ্বিজয় যাত্ৰাত লগত যোৱা একাংশ সৈন্যই কাছাৰ জিলাৰ হাইলাকান্দি অঞ্চলত নিগাজিকৈ থাকিবলৈ লৈ 'ধেৱান্' (দেৱান্) জাতিৰ সৃষ্টি কৰে। তেওঁলোকে এতিয়াও 'পানিমাছ' শব্দটো 'কাছ'ৰ সমাৰ্থকৰূপে ব্যৱহাৰ কৰি আছে।

যদিও দুটা শক্তিশালী নব্য ভাৰতীয় আৰ্য ভাষাৰ মাজত উপভাষাটোৱে অৱস্থিতি লাভ কৰিছে তথাপি ই কোনো কোনো ক্ষেত্ৰত নিজা বৈশিষ্ট্য অক্ষুণ্ণ ৰখাত সফল হৈছে বুলি পতিয়ন যাব পাৰি। উপভাষাটোৰ ভিতৰুৱা গাঁথনিত বৈশিষ্ট্যপূৰ্ণ সৰ্বনামেৰে যি কোনো নব্য ভাৰতীয় আৰ্য ভাষা (N.I.A.) তথা ভিন্ন -গোষ্ঠীৰ ওচৰ-চুবুৰীয়া ভাষা আৰু উপভাষাৰপৰা ন্যূনাধিক দূৰত্বত নিজ চিনাকি অটুট ৰাখিবলৈ সক্ষম হৈছে। দাঁতি-কাষৰীয়া ভিন্ ভিন্ গোষ্ঠীৰ ভাষা আৰু উপভাষাবোৰৰ পুঙ্খানুপুঙ্খৰূপে অধ্যয়ন নোহোৱালৈকে উপভাষাটোৰ ওপৰত কোনো সিদ্ধান্ত যাপি দিয়াটো সমীচীন নহ'ব। অসমীয়া আৰু বাংলা — উভয়ে উপভাষাটোক নিজৰ বুলি দাবী কৰিলেও উপভাষাটোৱে বহন কৰা বৈয়াকৰণ বৈশিষ্ট্য তথা সাদৃশ্যই (Similarity) ইয়াক অসমীয়া মান্য ভাষাৰ ওচৰ চপাই অনাত অসমীয়া ভাষাৰ দাবী অধিক যুক্তিযুক্ত বুলি প্ৰতিপন্ন হৈছে। সদৌ শেষত চেপিৰো আৰু শ্বিফমেনৰ কথাষাৰিৰে প্ৰবন্ধৰ বক্তব্যৰ সামৰণি মৰা হ'ল — "......The attempt to view linguistic systems in the context of the social settings and social functions constitute a 'socio-linguistic' approach to language study"(P.51, Language and Society in South Asia - M. Shapiro and Harold F. Schiffman.)

## গ্ৰন্থপঞ্জী

(অসমীয়া)

বৰুৱা, হেমচন্দ্ৰ — হেমকোষ, ৬ষ্ঠ সংস্কৰণ, ১৯৮৫ চন।

বৰুৱা, হেমচন্দ্ৰ — অসমীয়া ব্যাকৰণ, পঞ্চবিংশ সংস্কৰণ, ১৯৮৪ চন।

গোস্বামী, উপেন্দ্ৰনাথ — অসমীয়া ভাষা আৰু উপভাষা।

গোস্বামী, গোলোকচন্দ্ৰ — ধ্বনি বিজ্ঞানৰ ভূমিকা, ২য় সংস্কৰণ, ১৯৭৭ চন।

গোস্বামী, গোলোকচন্দ্ৰ — অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ, ১৯৮৭ চন।

পাদুন, নাহেন্দ্ৰ (সম্পাদনা) — ভাষাৰ তত্ত্ব-কথা, ১৯৯৩ চন।

ভট্টাচাৰ্য, বীৰেন্দ্ৰ কুমাৰ (সম্পাদনা) — প্ৰকাশ, চতুৰ্থ বছৰ, ৩য় সংখ্যা, ১৯৮৯ চন।

(বঙালী)

গুহ, উপেন্দ্ৰচন্দ্ৰ — কাছাড়েৰ ইতিবৃত্ত

(ইংৰাজী)

Apte, V. S. – The Sanskrit English Dictionary, 2nd Edition 1992

Barua, Bhaben (Ed) – The Assam Academy Review, (Number one), 1971.

Bhattacharjya, P. C. – A Descriptive Analysis of the Boro Language, 1977.

Biswas, Sailendra (Compiled) – Samsad Bengali English Dictionary, 1983.

Bloomfield, Leonard – Language, 1962.

Chatterjee, Suniti Kumar – Origin and Development of Bengali Language, Vols. I, II & III

Chatterjee, Suniti Kumar – Kirata Jana Kriti, 1974.

Chatterjee, Suniti Kumar – Languages and Literatures of Modern India.

Daswani, C. J. and Parchani, S. – Sociolinguistic Survey of Indian Sindhi, 1978.

Gleason, H. A. (Jr.) – An Introduction to Descriptive Linguistic, 5th India Reprint, 1976.

Goswami, Upendranath – A study in Kamrupi : A Dialect of Assamese, 1970.

Hill, Archibald (Ed) – Linguistics, July, 1969.

Kakoti, Banikanta – Assamese, Its Formation and Development, First Edition, March 1941.

M. Shapiro and Harold F. Schiffman – Language and Society in South Asia.

Pride, J. B and Holmes, Janet (Ed) – Sociolinguistics, 1982.



# প্ৰাচীন অসমীয়া ভাষাৰ ভাষিক ক্ষেত্ৰ আৰু গোৱালপৰীয়া ভাষা অধ্যয়নৰ পটভূমি

ধৰ্মেশ্বৰ বৰুৱা

পণ্ডিত হিউৱেন চাং চীন দেশৰ পৰা সপ্তম শতিকাত ভাস্কৰ বৰ্মাৰ ৰাজত্ব কালত কামৰূপ ভ্ৰমণলৈ আহিছিল। তেওঁ কামৰূপৰ ভাষা মধ্য ভাৰতৰ ভাষাৰ লগত সামান্য অমিল থকা বুলি কৈ গৈছে। সেই কাৰণে পণ্ডিতসকলে ঠাৱৰ কৰিছে যে আৰ্যমূলীয় প্ৰান্তীয় ভাষাসমূহ তেতিয়াই সংস্কৃতৰ পৰা পালি-প্ৰাকৃত আৰু মাগধী অপভ্ৰংশৰ পৰা ক্ৰমে পৰিৱৰ্তিত হৈ আহি স্বকীয় ভাষা ৰূপে বিকশিত হৈছিল। পূৰ্ব-মাগধী ভাষাৰ লগত তিব্বত-বৰ্মী আৰু অষ্ট্ৰো-এচীয় ভাষা সংমিশ্ৰিত হৈ অসমীয়া ভাষা গঢ় লৈ উঠে। ১৯১৭ চনত মহামহোপধ্যায় হৰপ্ৰসাদ শাস্ত্ৰীদেৱে নেপালৰ ৰাজদৰবাৰৰ পৰা চৰ্যাপদসমূহ আৱিষ্কাৰ কৰাৰ পিছত ওড়িয়া, বঙালী, মৈথিলী আৰু অসমীয়া আদি ভাষাৰ পণ্ডিতসকলে চৰ্যাপদসমূহক নিজ নিজ ভাষাৰ আদি স্তৰ বুলি দাবী কৰিছে। বংগীয় সাহিত্য পৰিষদে আন এখন পুথিৰে সৈতে চৰ্যাপদসমূহ সংকলন কৰি 'হাজাৰ বছৰেৰ পুৰাণ বাংলা ভাষায় বৌদ্ধ গান ও দোহা' নামৰ পুথি প্ৰকাশ কৰিছে। এই চৰ্যাপদসমূহৰ ৰচনাকাল খ্ৰীষ্টীয় দশম শতিকাৰ পৰা দ্বাদশ শতিকা বুলি অনুমান কৰা হৈছে। চৰ্যাগীতসমূহৰ ৰচয়িতাসকলৰ ভিতৰত লুইপা, সৰহপা, মৎসেন্দ্ৰনাম আৰু মীন নাথক কামৰূপৰ লোক বুলি জনা যায়। কালিকা পুৰাণত কামৰূপৰ সীমা নিৰ্দিষ্ট কৰা আছে এনেধৰণে — উত্তৰত ধৱলগিৰি, দক্ষিণত লৌহিত্য, পূৱত দিক্কৰ বাসিনী আৰু পশ্চিমত কৰতোয়া। সেয়ে হ'লেও এই চৰ্যাগীতসমূহৰ ভাষা পশ্চিম অসম আৰু উত্তৰ বঙ্গ খণ্ডৰ প্ৰচলিত ভাষাৰ ইমান ওচৰ চপা যে চৰ্যাগীতৰ ভাষিক ক্ষেত্ৰ এই অঞ্চলেই আছিল বুলি মানিব লাগিব। উদাহৰণ স্বৰূপে চৰ্যা - ১১ত আছে 'মাৰিঅ শাসু ননন্দ ঘৰে'' আৰু গোৱালপৰীয়া ভাষাত আছে — 'শাসু-ননন্দক ঘৰে মাৰি। বৌ পালাইল ভাতাৰ ছাৰি।''

প্ৰাচীন কামৰূপ ৰাজ্য চাৰিটা পীঠত বিভক্ত আছিল, যথা — সৌমাৰপীঠ, সুবৰ্ণপীঠ, কামপীঠ আৰু ৰত্নপীঠ। মানাহ আৰু কৰতোয়া নদীৰ মধ্যৱৰ্তী অংশই পিছত ৰত্নপীঠ বুলি খ্যাত হৈছিল আৰু পৰৱৰ্তীকালত এই অংশই পিছত ৰত্নপীঠ বুলি খ্যাত হৈছিল আৰু পৰৱৰ্তীকালত এই অংশই কমতাপুৰ নামেৰে পৰিচিতি লাভ কৰিছিল। ত্ৰয়োদশ শতিকাত এই কমতাপুৰ ৰাজ্যৰ ৰজা আছিল দুৰ্লভ নাৰায়ণ। এই দুৰ্লভ নাৰায়ণৰ পৃষ্ঠপোষকতাত কবি হেম সৰস্বতীয়ে 'প্ৰহ্লাদ চৰিত' আৰু 'হৰগৌৰী সংবাদ' ৰচনা কৰিছিল। কবি হৰিবৰ বিপ্ৰই 'বব্ৰুবাহনৰ যুদ্ধ' ৰচনা কৰিছিল। সেইকাৰণে এই দুয়োজন কবিৰ ভাষাৰ ভাষিক ক্ষেত্ৰ বৰ্তমানৰ পশ্চিম অসম আৰু উত্তৰ বঙ্গ অঞ্চল বুলি ধৰি লোৱা যায়। আনহাতে ভাষা ৰূপৰ অধ্যয়ন কৰিলেও দেখা যায় যে হেম সৰস্বতী আৰু হৰিবৰ বিপ্ৰৰ ভাষা ৰূপ যথা, আসিল, গৈয়া পাইল, লৈয়া গৈল আদি গোৱালপৰীয়া ভাষাত আজিও বৰ্তমান। শ্ৰীমন্ত শঙ্কৰদেৱৰ পূৰ্বজ কবি মাধৱ কন্দলিৰ দ্বাৰা ব্যৱহৃত শব্দ ৰূপ যথা, দিখিয়া, শুনিয়া, আৰো, মাৰ আদি শব্দ আজিও গোৱালপৰীয়া ভাষাত অবিকৃতভাৱে ব্যৱহাৰ হ'য়। সেয়ে মাধৱ কন্দলিৰ ভাষাৰ ভাষিক ক্ষেত্ৰত পশ্চিম অসম বুলি নুসূচায়নে?

কোচ ৰজা মহাৰাজ নৰনাৰায়ণ আছিল বাৰানসীত শিক্ষা গ্ৰহণ কৰি অহা শাস্ত্ৰজ্ঞ পণ্ডিত। তেওঁৰ সাহিত্যৰ প্ৰতি থকা অনুৰাগৰ ফলতেই তেওঁৰ সভাপণ্ডিতসকলে ৰচনা কৰি থৈ যোৱা সাহিত্য-কৰ্মসমূহ আজি অসমীয়া সাহিত্যৰ অমূল্য সম্পদ। মহাৰাজ নৰনাৰায়ণে যি কৰিছিল, কবি পীতাম্বৰ ৰচিত মাৰ্কণ্ডেয় পুৰাণত তাৰ উল্লেখ আছে — ''গৌড় কামৰূপে যত পণ্ডিত আছিলা। সমস্তক মাতি আনি সত্ৰ দেৱাল পাতিলা।।'' দেখা যায় পণ্ডিতসকলৰ যাৰ যি বিষয়ত ব্যুৎপত্তি আছিল তেওঁক সেই বিষয়ৰ ওপৰত গ্ৰন্থ ৰচনা কৰিবলৈ কোৱা হৈছিল। ''শুনিয়ো পুৰুষোত্তম ভট্টাচাৰ্য্য দ্বিজ। কৰিয়োক ৰত্নমালা ব্যাকৰণ বীজ।। ... শুনিয়ো আজ্ঞা মোৰ ৰাম সৰস্বতী। ভাৰতৰ পদ তুমি কৰিয়ো সম্প্ৰতি।। আৰো আছে সপ্তকাণ্ড ৰামায়ণ যত। শ্লোকক ভাঙিয়া পদ কৰিয়ে সাম্প্ৰত।। অষ্টাদশ পুৰাণৰ কৰিয়োক পদ। তাকে শুনি নৰলোক পাইব পৰম পদ।।। শুনিয়ো শংকৰ তুমি ভক্ত মহাজন। বাঢ়য় স্কন্দৰ পদ কৰা নিবন্ধন। হৰিৰ ভক্তিক তুমি কৰিয়ো প্ৰচাৰ। হৰি ভজি নৰে হৌক সংসাৰ পাৰ।। শুনিয়ো শ্ৰীধৰ তুমি মোৰ বাক্য ধৰা। জ্যোতিষক ভাঙি তুমি সাধ্য খণ্ড কৰা।। বকুল কায়স্থ তুমি ভাঙ্গা লীলাৱতী। অল্পতে বুজয় যেন কায়স্থে সম্প্ৰতি।। সেইমতে পুৰুষোত্তম বিদ্যাবাগীশে সংস্কৃত ব্যাকৰণ প্ৰয়োগ ৰত্নমালা, ৰাম সৰস্বতীয়ে মহাভাৰতৰ খণ্ডসমূহ আৰু বধকাব্যবিলাক, শ্ৰীধৰ কন্দলিয়ে 'জ্যোতিষ' আৰু বকুল কায়স্থই লীলাৱতী ভাঙে আৰু ভূমি পৰিমাণ ৰচনা কৰে। এওঁলোকৰ উপৰি অনিৰুদ্ধ, পীতাম্বৰ, ৰত্ন মিশ্ৰ, সাৰ্বভৌম ভট্টাচাৰ্য আদি কবিয়ে নৰনাৰায়ণৰ ৰাজসভাত থাকিয়েই তেওঁৰ জীৱনজোৰা সাহিত্য-কৰ্মসমূহ — বৰগীত, ভটিমা, কাব্য, নাটক আদি ৰচনা কৰি থৈ গ'ল। দেখা গৈছে যে নৰনাৰায়ণৰ দিনত কোচবিহাৰ সাহিত্য চৰ্চাৰ কেন্দ্ৰ হিচাপে গঢ় লৈ উঠিছিল আৰু এই আলোচিত সাহিত্যৰাজিৰ ভাষা আছিল তেতিয়াৰ পশ্চিম অসম, ৰংপুৰ সমন্বিতে উত্তৰ বঙ্গ খণ্ডত প্ৰচলিত ভাষা গোটৰ ভাষা। ভাষা সম্বন্ধে নৰনাৰায়ণৰ পৰামৰ্শ যি আছিল তাৰো উল্লেখ আছে মাৰ্কণ্ডেয় পুৰাণত — ''পুৰাণাদি



শাস্ত্ৰে যে যে ৰহস্য আছয়। পণ্ডিতে বুজয় মাত্ৰ অন্যে না বুজয়।। একাৰণে শ্লোক ভাঙি সবে বুজিবাৰ। নিজ দেশ ভাষাবন্ধে ৰচিয়ো পয়াৰ।।'' সেইকাৰণে মানিব লাগিব যে আজি আমি যাক প্ৰাচীন অসমীয়া ভাষা বুলি স্বীকৃতি দিছো সেই ভাষা কোচবিহাৰৰ চাৰিওফালে বিস্তৃত হৈ থকা ভাষা গোটৰ ভাষা, মানাহৰ পৰা কৰতোয়াৰ পাৰলৈ (সম্পতি বাংলাদেশৰ ৰংপুৰ জিলালৈ) বিস্তৃত হৈ থকা ভাষা গোটৰ ভাষা।

একেদৰে শংকৰদেৱৰ প্ৰিয় শিষ্য মাধৱদেৱৰো কৰ্মক্ষেত্ৰ আছিল কোচবিহাৰ। নৰনাৰায়ণৰ মৃত্যুৰ পিছত এই গুৰুজনাই নৰনাৰায়ণৰ পুত্ৰ মহাৰাজ লক্ষ্মীনাৰায়ণৰ পৃষ্ঠপোষকতা লাভ কৰিছিল। মাধৱদেৱে ব্যৱহাৰ কৰা ভাষাৰ শব্দৰূপ আজিও গোৱালপৰীয়া ভাষাত প্ৰচলিত হৈয়ে আছে। উদাহৰণ স্বৰূপে ভাতাৰ (স্বামী), পুচ (সোধ) আদি শব্দলৈ আঙুলিয়াব পাৰি, যথা — ''আৰ **ভাতাৰেৰ** ভয়ে হামাক অপজস দিওস আমাক ঘৰে লৱনু কে **পুচত**?'' (পিম্পৰা গুচোৱা নাট)।

ইফালে বঙালী পণ্ডিত কিছুমানে কোচৰজা নৰনাৰায়ণে আহোম ৰজালৈ লিখা চিঠিখনকে গদ্য ৰচনাৰ প্ৰথম নিদৰ্শন বুলি দাবী কৰিছে। ''গদ্য ৰচনা শতাব্দে আমৰা প্ৰথম গদ্য ৰচনাৰ নিদৰ্শন পাই — কোচবিহাৰৰ মহাৰাজা নৰনাৰায়ণ কৰ্তৃক আহোম ৰাজাকে লিখিত পত্ৰে। ঐ গদ্যই হচ্ছে মাগধী অপভ্ৰংশজাত বাংলা, অসমীয়া, উৰিয়া ভাষাৰ প্ৰচীনতম ৰূপ।'' — ড° অজয় কুমাৰ চক্ৰৱৰ্তী (নিখিল ভাৰত বঙ্গ সাহিত্য সন্মিলনৰ ধুবুৰী অধিৱেশন, ১৯৯৪ৰ স্মাৰকগ্ৰন্থ)। গতিকে বাংলা, অসমীয়া আৰু ওড়িয়া ভাষাৰ গদ্যৰ প্ৰাচীনতম ৰচনাৰ স্থানো হ'ল কোচবিহাৰেই। ইয়াৰ ভাষা প্ৰকৃতাৰ্থত যদি তেতিয়াৰ কোচ ৰাজ্য তথা আজিৰ পশ্চিম অসম আৰু উত্তৰ বঙ্গ খণ্ডৰ ভাষাই আছিল তেতিয়াহ'লে এই অঞ্চলত প্ৰচলিত আজিৰ ভাষা সেই ভাষাৰেই পৰিৱৰ্তিত আৰু কথিত ৰূপহে হ'ব। এক কথাত প্ৰাচীন অসমীয়া ভাষাৰ কথিত, পৰিৱৰ্তিত ৰূপেই আজিৰ প্ৰচলিত উত্তৰ বঙ্গ খণ্ড আৰু গোৱালপাৰাৰ ভাষা। এইখিনিতে ড° বীৰেন্দ্ৰ নাথ দত্তৰ উক্তি এষাৰ দাঙি ধৰিলো। তেওঁ কৈছে — ''বিশেষকৈ পুৰণি অসমীয়াৰ ৰূপ কোনো কোনো ক্ষেত্ৰত এতিয়াৰ গোৱালপৰীয়া ভাষাৰ ৰূপৰ ইমান ওচৰ চপা যে এই উপ-ভাষাৰ জ্ঞানৰ ওপৰত ভিত্তি কৰিহে অসমীয়া ভাষাৰ গঠন আৰু বিকাশৰ পূৰ্ণতৰ বিশ্লেষণ সম্ভৱ হ'ব পাৰে।''

আকৌ আহো আগৰ ইতিহাসৰ প্ৰসঙ্গলৈকে। গুৰু দামোদৰদেৱেও নৰনাৰায়ণ পুত্ৰ লক্ষ্মীনাৰায়ণৰ পৃষ্ঠপোষকতা লাভ কৰিছিল। কবিৰত্ন বৈকুণ্ঠনাথ ভট্টাচাৰ্যই হেনো দামোদৰদেৱৰ আজ্ঞাতহে কথা-ভাগৱত আৰু কথা-গীতা ৰচনা কৰিছিল। এই গদ্য সাহিত্য হ'ল ভাৰতীয় প্ৰান্তীয় ভাষাসমূহৰ ভিতৰৰ প্ৰাচীনতম নিদৰ্শনৰ গদ্য-সাহিত্য। ভট্টদেৱৰ ভাষাৰ ৰূপ বিশ্লেষণ কৰিলেও দেখা যায় যে তেওঁৰ ভাষাৰ ভাষিকক্ষেত্ৰও আছিল পশ্চিম অসমেই। তেনেদৰে ভাষাৰূপৰ ফালৰ পৰা আৰু মনসা পূজাৰ ব্যাপকতালৈ চাই নিশ্চত কৰা হৈছে যে দুৰ্গাবৰ, মনকৰ আৰু সুকবি নাৰায়ণদেৱৰ মনসা কাব্যৰ ভাষাৰ ভাষিকক্ষেত্ৰ আছিল পশ্চিম অসম আৰু উত্তৰ বঙ্গ অঞ্চল। কোচ ৰজা মহাৰাজ প্ৰাণনাৰায়ণৰ (১৬৩২-১৬৬৫) ৰাজত্বৰ সময়ত তেওঁৰ ৰাজসভাতো পাঁচজন সভাপণ্ডিত আছিল। এওঁলোকৰ ভিতৰৰ কবিৰত্নই ৰাজখণ্ডম, শ্ৰীনাথ ব্ৰাহ্মণে বিশ্বসিংহ চৰিতম আৰু মহাৰাষ্ট্ৰীয় পণ্ডিত জগন্নাথে প্ৰাণভৰণম (কেউখন সংস্কৃত) কাব্য ৰচনা কৰে। দেখা গৈছে এওঁৰেইকোচসকলৰ শেষৰজন ৰজা যাৰ ৰাজসভাত সভাপণ্ডিত আছিল। কিন্তু ৰাজ হৰেন্দ্ৰ নাৰায়ণ নিজে কবি আৰু সাহিত্যি আছিল। তেওঁ বৃহধৰ্ম পুৰাণ, উপকথা, স্কন্দপুৰাণ, ৰাজপুত্ৰ উপাখ্যান, কৃষ্ণযোগসাৰ, ৰামায়ণ সুন্দৰাকাণ্ড আৰু মহাভাৰত ঐশিকপৰ্ব আদি গ্ৰন্থ ৰচনা কৰিছিল। গতিকে দেখা গ'ল যে দশম শতিকাৰ চৰ্যাপদৰ দিনৰ পৰা সপ্তদশ শতিকালৈ পশ্চিম অসম আৰু উত্তৰ বঙ্গ খণ্ডই আছিল প্ৰাচীন অসমীয়া ভাষাৰ ভাষিকক্ষেত্ৰ। ড° উপেন্দ্ৰ নাথ গোস্বামীয়ে কৈছে — ''Upto the seventeenth century as the Centres of Art, Literature and Culture were confined with in Western Assam and the poets and the writers hailed from this place, the language of this part also prestige.'' - A study in Kamrupi. A dialect of Assamese.

কিন্তু সপ্তদশ শতিকাৰ পিছত এই অঞ্চলৰ পৰা ভাষা-সাহিত্য চৰ্চাৰ ক্ষেত্ৰখন উঠি গ'ল কিয়? এই প্ৰশ্নৰ উত্তৰ বিচাৰি গ'লে ভালেমান কথা বিবেচনা কৰিব লগা হয়। তাৰ ভিতৰত আমি অনুমান কৰিব পৰা কাৰণকেইটা এনে ধৰণৰ — ১৭৭৩ খৃঃত কোচ ৰাজ্যৰ অন্তৰ্গত ৰংপুৰ সমন্বিতে উত্তৰ বঙ্গ খণ্ড আৰু গোৱালপাৰা খণ্ড বৃটিছৰ অধীন হয়। বৃটিছসকলৰ দ্বাৰা প্ৰভাৱিত হৈ পৰৱৰ্তী কোচ ৰজাসকল ইংৰাজী শিক্ষাৰ পোষকতা কৰে। ইংৰাজী স্কুল স্থাপন, ভিক্টোৰিয়া কলেজৰ নিচিনা উচ্চ শিক্ষাৰ শিক্ষানুষ্ঠানৰ পোষকতাৰ উপৰি কোচ ৰজাসকল নিজে কেমব্ৰিজ, অক্সফোৰ্ড আদি বিশ্ববিদ্যালয়ত ইংৰাজী শিক্ষাৰে শিক্ষিত হৈ আহিছিল। ফলত গুৰুকুলীয়া শিক্ষাৰে শিক্ষিত সংস্কৃতৰ পণ্ডিতক ৰাজসভাত ৰাখি সাহিত্য ৰচনা কৰোৱা পৰম্পৰাক আওপুৰণি বুলি ভবা হ'ল। দ্বিতীয় কাৰণটো হ'ল — বৃটিছৰ 'ভাগ কৰা আৰু শাসন কৰা'ৰ (Devide and Rule) কূট কৌশল। কোচ জাতীয়তাবাদ গা কৰি উঠি এদিন যাতে বৃটিছৰ বিৰুদ্ধে মূৰ দাঙি উঠিব নোৱাৰে সেইবাবে কোচ ৰাজ্য তিনিভাগে বিভক্ত কৰি অসম, পশ্চিমবঙ্গ আৰু তেতিয়াৰ পূৰ্ব বঙ্গৰ লগত চামিল কৰা হ'ল। শাসনৰ বিভাজন নীতিৰ ফলস্বৰূপে আধুনিক ভাৰতবৰ্ষত ইয়াত এখন ৰাজ্য গঠন কৰা নহ'ল আৰু ৰাজনৈতিকভাৱে অৰক্ষিত হোৱাত প্ৰায় সাতশ বছৰৰ অধিক কাল চলি থকা এটা ভাষিক, সাংস্কৃতিক গোট বিধ্বস্ত হৈ গ'ল। আধুনিক কালত এই ভাষিক, সাংস্কৃতিক গোটৰ অন্তৰ্গত গোৱালপাৰাৰ মানুহখিনিয়ে অসমীয়া জাতিসত্তাত আৰু উত্তৰ বঙ্গৰ মানুহে বঙালী জাতিসত্তাত বিলীন হ'ব বিচাৰিলে। সফলতা-বিফলতাৰ বিষয়ে মন্তব্য নিষ্প্ৰয়োজন। তৃতীয় কাৰণটো হ'ল — শেষৰ ফালৰ কোচ ৰজাসকল সাধাৰণ প্ৰজাতকৈ আগতীয়াকৈ বঙালী জাতিসত্তাত বিলীন হোৱা ঘটনা। এওঁলোকৰ বঙালী সম্ভ্ৰান্ত উচ্চবৰ্গৰ পৰিয়ালৰ লগত মিলা-মিছা, বিয়া-বাৰু, ৰামকৃষ্ণ পৰমহংসৰ নিচিনা লোকৰ লগত উঠা-বহা কৰা, ঘৰুৱা আৰু ৰাজকীয় কাৰ্যত বঙালীলোকৰ ওপৰত অত্যধিক নিৰ্ভৰতা আদি ঘটনাৰ ফলত এই ৰজাসকল সোনকালেই বঙালী জাতিসত্তাত জাহ গৈছিল। শেষৰ ৰজা কেইজন কোচবিহাৰত থকাতকৈ কলিকতাতহে থাকিবলৈ লৈছিল। ফলত দেশীয় ভাষাৰ সাহিত্য ৰচনাৰ বাবে পৃষ্ঠপোষকতা কৰা তেওঁলোকৰ বাবে অনাৱশ্যকীয় কাম যেন হৈ পৰিল। অন্যান্য অঞ্চলত আধুনিক ভাষাৰ সাহিত্যৰ বিকাশ আৰম্ভ হয় ৰজাঘৰীয়া পৃষ্ঠপোষকতাক বাদ দি সৰ্বসাধাৰণ প্ৰজাৰ প্ৰচেষ্টাত। কিন্তু এই অঞ্চলৰ প্ৰজাৰ শিক্ষাৰ ক্ষেত্ৰত অনগ্ৰসৰতা আৰু অন্যান্য আনুষঙ্গিক কাৰণত ইয়াত সাহিত-চৰ্চাৰ দুৱাৰখন বন্ধ হৈয়ে থাকিল। ইফালে প্ৰাচীন অসমীয়া ভাষাৰ ভাষিকক্ষেত্ৰৰ সূৰ্যাস্তৰ সময়তেই মিছনেৰীসকলে আৰম্ভ কৰা 'অৰুণোদয় কাকত' (১৮৪৬)ৰ

জৰিয়তে শিৱসাগৰৰ স্থানীয় কথিত ভাষাই আধুনিক অসমীয়া ভাষাৰ ৰূপ ল'লে। তেনেকৈ নদীয়া, শান্তিপুৰৰ স্থানীয় ভাষাই আধুনিক বাংলা ভাষাৰ ৰূপ পালে। ১৮৭৪ খৃঃত অৰ্থাৎ আজিৰ পৰা মাত্ৰ ১২৩ বছৰ আগতে বঙ্গ বিভাজনৰ সময়ত গোৱালপাৰা জিলাখন ৰংপুৰ জিলাৰ পৰা কাটি আধুনিক অসম প্ৰদেশৰ লগত চামিল কৰা হয়। গতিকে দশম শতিকাৰ পৰা উনবিংশ শতিকাৰ অষ্টম দশকলৈকে যি ভূখণ্ড ভাষিক, সাংস্কৃতিকভাৱে অন্য এক গোটৰ অংশীদাৰ হৈ আছিল, প্ৰশাসনিকভাৱে বেলেগ প্ৰদেশৰ লগত চামিল হোৱাৰ পিছত এশ বছৰৰ ভিতৰতে সেই ঠাইৰ মানুহে প্ৰশাসনৰ দ্বাৰা নতুনকৈ আৰোপিত ভাষা গোগ্ৰাসে গ্ৰহণ কৰিব বুলি ভাবিব নোৱাৰি। ভাষা সৰ্বসাধাৰণৰ গ্ৰহণ-বৰ্জনৰ ওপৰত নিৰ্ভৰ কৰি বৰ্তি থাকে। পণ্ডিত, বুদ্ধিজীৱীৰ মত বা প্ৰশাসনিক নিৰ্দেশনাৰ দ্বাৰা ভাষা গ্ৰহণ বা বৰ্জন কৰাও নহয়। সেইকাৰণে আজিও উত্তৰ বঙ্গ খণ্ড আৰু গোৱালপাৰা জিলাত প্ৰাচীন অসমীয়া ভাষা গোট কথিত ৰূপত হ'লেও বৰ্তি আছে। আজি গোৱালপাৰা জিলাৰ মানুহে স্কুল, কলেজ, অফিচ, আদালতত মান্য অসমীয়াত কথা পাতিছে আৰু ঘৰত ল'ৰা-তিৰোতা, একান্ত আপোন বন্ধুজনৰ লগত গোৱালপৰীয়া ভাষাতেই কথা পাতিছে। এই একে কথা প্ৰযোজ্য উত্তৰ বঙ্গ খণ্ডৰ মানুহৰ ক্ষেত্ৰতো। এনেকৈয়ে কথিত ৰূপত হ'লেও এই অঞ্চলত প্ৰাচীন অসমীয়া ভাষাৰ ভাষিক গোট ইয়াৰ আগৰ পৰিসীমাৰ ভিতৰত বিস্তৃত হৈ আছে।

ড° বাণীকান্ত কাকতিদেৱে উত্তৰ বঙ্গ আৰু পশ্চিম অসমৰ ভাষাক একেটা উপ-ভাষা গোটৰ বুলি কৈছে। কিন্তু দেখা যায় আধুনিক অসমীয়া আৰু আধুনিক বাংলা ভাষাৰ ভাষাবিদসকলে এই ভাষাৰ ওপৰত কিবা লিখা-মেলা কৰিলে ভাষাৰ এই পটভূমি বিচাৰ নকৰে। তেওঁলোকে কেৱল আধুনিক ভাষাটোৰ লগত এই ভাষাৰ কোনখিনিত মিল আৰু কোনখিনিত অমিল আছে তাৰে খতিয়ান দাঙি ধৰে। এনেধৰণৰ দৃষ্টিভঙ্গীৰ বাবেই বহুতো শিক্ষিত অসমীয়া মানুহেও গোৱালপৰীয়া ভাষাক বঙলুৱা, বিজতৰীয়া ভাষা বুলি ভাবে! একেদৰেই বাংলা ভাষাৰ তথাকথিত ভাষাবিদসকলে উপলুঙা কৰি নাম দিছে — গাইএগ্ৰ ভাষা, বাহে ভাষা, পল্লী ভাষা ইত্যাদি। আনহাতে দেখা যায় যে বাংলা আৰু অসমীয়া ভাষাৰ পণ্ডিতসকলে এই ভাষাৰ অধ্যয়নৰ সময়ত নিজৰ অধ্যয়ন প্ৰশাসনিক সীমাৰ ভিতৰত সীমিত ৰাখিছে, যদিও তেওঁলোকে জানে যে এই একে ভাষা গোটৰ ভাষা প্ৰশাসনিক সীমাৰ দুয়োপাৰে বিস্তৃত হৈ আছে। অৰ্থাৎ বাংলা ভাষাৰ পণ্ডিতে তেওঁৰ অধ্যয়নত গোৱালপাৰা জিলাৰ ভাষাক সামৰা নাই আৰু অসমীয়া ভাষাবিদে উত্তৰ বঙ্গ খণ্ডৰ ভাষাক সামৰি লোৱা নাই। এনে বিক্ষিপ্ত অধ্যয়নৰ ফলস্বৰূপে একেটা ভাষাগোটৰ নাম অসমত গোৱালপৰীয়া আৰু পশ্চিমবঙ্গত উত্তৰ-পূব বাংলাৰ উপ-ভাষা। আমি উল্লেখ কৰি অহা ইতিহাসৰ পটভূমি বিচাৰ কৰি চালে ভাষাৰ এই নামকৰণ শুদ্ধ বুলি মানিব পাৰিনে? উত্তৰ বঙ্গৰ একে ভাষা কোৱা লোকসকলৰ বাবে গোৱালপৰীয়া নামটো গ্ৰহণযোগ্য হ'ব পাৰেনে নাইবা গোৱালপাৰাৰ এই ভাষা কোৱা মানুহজনৰ বাবে তেওঁ কোৱা ভাষাটোৰ উত্তৰ-পূব বাংলাৰ উপ-ভাষা নামটো গ্ৰহণীয় হ'ব পাৰেনে? গোৱালপৰীয়া নামটোৱে এনে এটা ধাৰণাৰ জন্ম দিছে যে অসমীয়া যিহেতু এটা মান্য ভাষা আৰু গোৱালপাৰা অসমৰ এখন জিলা আৰু ইয়াত এক ভিন্ন গুণবিশিষ্ট ভাষা প্ৰচলিত হৈ আছে কাৰণে ই অসমীয়া ভাষাৰ এটা উপ-ভাষা। ইয়াৰ দ্বাৰা ভাষা যে কোনো প্ৰশাসনিক সীমাৰ ভিতৰৰ বস্তু নহয় বা হ'ব নোৱাৰে ভাষা বিজ্ঞানৰ এই চৰম সত্যটোকে অস্বীকাৰ কৰা হৈছে।

যিহেতু কালিকা পুৰাণমতে ভাষা সম্বন্ধে নৰনাৰায়ণৰ নিৰ্দেশ আছিল এনে ধৰণৰ — 'নিজ দেশ ভাষাবন্ধে ৰচিয়ো পয়াৰ' গতিকে বুজিব লাগিব এই ভাষাই তেতিয়াও কোনো নাম গ্ৰহণ কৰা নাছিল। উল্লেখনীয় যে এই অঞ্চলৰ এই ভাষা কোৱা মানুহখিনিয়ে নিজৰ ভাষাটোক দেশী ভাষা বুলি কয়। গ্ৰীয়াৰচন চাহাবে এই ভাষা গোটৰ নাম 'ৰাজবংশী ভাষা' বুলি উল্লেখ কৰি গৈছে। কিন্তু ড° বাণীকান্ত কাকতিদেৱে তেখেতৰ 'Assamese its Formation and Development' গ্ৰন্থত কৈছে — "The spoken dialect of Goalpara District seem to have been contaminated with admixture of the Rajbonshi dialect the dialect that was evolved under the domination of Koch Kings of Koch Bihar whose decendents ruled over Goalpara and contiguous portion of Kamrupa." ইয়াত ড° কাকতিদেৱে গ্ৰীয়াৰচনৰ দ্বাৰা স্বীকৃত ৰাজবংশী নামটো পোনচাটেই মানি লোৱা নাই; তেওঁ ইয়াক ৰাজবংশী মিশ্ৰিত উপ-ভাষাহে বুলিছে। গোৱালপাৰাৰ ভাষা ৰাজবংশী ভাষা নহয়, ই ৰাজবংশী মিশ্ৰিত উপ-ভাষা। ডঃ কাকতিদেৱৰ এই ব্যাখ্যাৰ ওপৰত ভিত্তি কৰিয়ে আমাৰ উৎসাহী ভাষাবিদ কেইজনমানে এই ভাষাৰ নাম গোৱালপৰীয়া উপ-ভাষা ৰাখিলে। আমি ভাবো যি ভাষাই শংকৰ-মাধৱৰ ভাষাৰ ভাষাৰূপ আজিও বহন কৰি আছে, সেই ভাষাৰ এনে মূল্যায়ন একেবাৰে উচিত হোৱা নাই।

বড়ো, গাৰো, ৰাভা, নগা, খাচী আদি জাতিগোষ্ঠীৰ প্ৰত্যেকৰে নিজা নিজা ভাষা আছে। সেইদৰে ৰাজবংশী এটা জনগোষ্ঠী হোৱা হেতুকে এওঁলোকৰো ভাষা এটা থকাটো হিচাপৰ কথা। সেইফালৰ পৰা উত্তৰ বংগ খণ্ড আৰু গোৱালপাৰাৰ ভাষা গোটৰ গ্ৰীয়াৰচনে দিয়া ৰাজবংশী নামটো অসংগত নাছিল। কিন্তু দেখা যায় অসমীয়া আৰু বাংলা কোনো ভাষাৰ পণ্ডিতেই এই ৰাজবংশী নামটো সমৰ্থন কৰা নাই। পণ্ডিতসকলৰ সৰহসংখ্যক অনা-ৰাজবংশী গোষ্ঠীৰ আৰু এই ভাষিক ক্ষেত্ৰৰ বাহিৰৰ লোক হোৱা হেতুকে ৰাজবংশী গোষ্ঠীৰ নামত এটা ভাষাক স্বীকৃতি দিয়াটো তেওঁলোকৰ পক্ষে সম্ভৱপৰ নাছিল। অন্যহাতে, এই ভাষাটো সংস্কৃতমূলীয় হোৱা হেতুকে ৰাজবংশী নামটো অস্বীকাৰ কৰাটো তেওঁলোকৰ বাবে সহজ হৈছিল। সম্প্ৰতি এই অঞ্চলৰ ভাষা-সংস্কৃতিৰ চৰ্চা কৰা সাধাৰণ কিছুমান লোকে ৰাজবংশী ভাষাৰ পুনৰ উদ্ধাৰৰ বাবে উদ্যোগ লোৱা দেখা গৈছে। এনে উদ্যোগতে কোচ-ৰাজবংশী-ক্ষত্ৰিয় কৃষ্টি সন্মিলনীয়ে 'যাত্ৰা' নামেৰে এক স্মৰণিকা গ্ৰন্থ প্ৰকাশ কৰিছে। ইয়াত তেওঁলোকে অতদিনে মানি অহা প্ৰাচীন অসমীয়া সাহিত্যখিনিক ৰাজবংশী ভাষাৰ সাহিত্য বুলি দাবী কৰিছে। উত্তৰ বংগ আৰু গোৱালপাৰা জিলাৰ বিভিন্ন ঠাইৰ লেখকে লেখা স্থানীয় ভাষাৰ সাদৃশ্যতাই ইয়াত এই ভাষাই এক সাধাৰণ মান্য ভাষাৰ ৰূপত প্ৰতিভাত হৈছে। এই কথালৈ চাই অনুমান কৰিব পাৰি যে এই অঞ্চলৰ কথিত ভাষাত এতিয়াও এক সুকীয়া ভাষাগোট সুপ্ত অৱস্থাত বৰ্তি আছে। ই মান্য ৰূপত আহিলে অসমীয়া আৰু বাংলা ভাষাই ইয়াৰ সহাৱস্থান মানি ল'ব লাগিব। ইয়াৰ গ্ৰহণযোগ্য নামও সৰ্বসাধাৰণে বিচাৰি উলিয়াব। পণ্ডিতসকলে মাথোঁ বুৰঞ্জীৰ সত্যক ভিত্তি কৰি ভাষাৰ নিৰপেক্ষ বিশ্লেষণ কৰিলেই হ'ল।

**দ্ৰষ্টব্য ঃ**

এই গোটেই প্ৰবন্ধতে গোৱালপাৰা জিলা বোলোঁতে অবিভক্ত গোৱালপাৰা জিলাকহে বুজোৱা হৈছে।





# হাজং সংস্কৃতিৰ ৰূপৰেখা

শিবেন্দ্ৰ নাৰায়ণ কোচ

## ভূমিকা

বৰ্তমান সময়ত হাজংসকলক অসম, মেঘালয়, অৰুণাচল প্ৰদেশ. উত্তৰ-বঙ্গ আৰু বাংলাদেশৰ মেঘালয় ৰাজ্যৰ সীমামূৰীয়া অঞ্চলবিলাকত বসবাস কৰা দেখা যায়। অসমৰ অবিভক্ত গোৱালপাৰা জিলাৰ বাহিৰে অসম, অৰুণাচল প্ৰদেশ আৰু পশ্চিম বঙ্গত দেশ বিভাজনৰ আগতে হাজং মানুহ থকাৰ কথা জনা নাযায়। বোধ হয় নাছিলেই। দেশ বিভাজনৰ পিছত তেতিয়াৰ পূব-পাকিস্তানত সাম্প্ৰদায়িক অশান্তিৰ সময়ত অন্যান্য অমুছলমান মানুহৰ লগত বহুত হাজং মানুহ ভগনীয়া হৈ ভাৰতবৰ্ষলৈ আহে আৰু অসমৰ বিভিন্ন জিলা, অৰুণাচল প্ৰদেশ আৰু পশ্চিম বঙ্গৰ দাৰ্জিলিং, জলপাইগুৰি, কোচবিহাৰ আদিত বিয়পি পৰে।

ওপৰত উল্লেখ কৰা হাজং বসতিৰ প্ৰবাদ বা প্ৰবচনৰ পৰা দেখা যায় হাজং মানুহৰ আদি বাসস্থান গাৰো পাহাৰ জিলা আৰু ইয়াৰ উত্তৰ, পশ্চিম আৰু দক্ষিণৰ সীমামূৰীয়া অঞ্চলবোৰ। গতিকে বৰ্তমানলৈকে পোৱা তথ্যৰ ওপৰত ভিত্তি কৰি ক'ব পাৰি যে হাজং জনজাতিৰ আদি বাসস্থান গাৰো পাহাৰ জিলাৰ ভৈয়াম অঞ্চল বা অতীতৰ কৰাইবাৰী[১]।

প্ৰায়বোৰ হাজং মানুহে বিশ্বাস কৰে যে তেওঁলোকৰ আদি বাসস্থান হাজো পৰগনা[২]। কিছুমানে ভাবে যে হাজংসকল মান আক্ৰমণৰ সময়তহে হাজোৰ পৰা কৰাইবাৰী অঞ্চললৈ প্ৰব্ৰজন কৰে।

এইখিনিতে উল্লেখ কৰা অপ্ৰাসঙ্গিক নহ'ব, যদিও হাজংসকলে নিজকে হিন্দু বুলি পৰিচয় দি গৌৰৱ অনুভৱ কৰে, হাজং অসমত পোৱা অমংগোলীয় হিন্দু যেনে - বামুণ, কলিতা, কেওট, কৈৱৰ্ত, কায়স্থ আদি জনগোষ্ঠীৰ বংশধৰ নহয়। যদি হয় তেনেহ'লে গাৰো, কোচ, কছাৰী বা ৰাভাৰ বংশধৰহে।

হাজং শব্দৰ মূল বা উৎস লৈ আজি অবধি বিজ্ঞানসন্মত অনুসন্ধান হোৱা নাই। গতিকে হাজং শব্দ ক'ৰ পৰা আহিছে বা এই জনগোষ্ঠীৰ নাম কিয় হাজং হ'ল সঠিকভাৱে জনা নাযায়। হাজং সমাজত প্ৰজলিত জনবিশ্বাস মতে হাজং জনজাতিৰ হাজং নাম শব্দৰ মূল বা উৎস তিনিটা। ইয়াৰে প্ৰথমটো হ'ল তেওঁলোকৰ আদি বাসস্থান হাজো শব্দৰ পৰা হাজং[৪]। হাজং জন বিশ্বাস মতে হাজং শব্দৰ দ্বিতীয় সম্ভাব্য মূল বা উৎস হ'ল হাজাৰিৰ পৰা হাজং[৫]। হাজাৰি শব্দৰ প্ৰৱৰ্তক বা জন্মদাতা হিচাপে আমি কোচ ৰজা বিশ্ব সিংহক বুৰঞ্জীৰ পাতত দেখিবলৈ পাওঁ।

হাজং সকলৰ বিশ্বসমতে হাজং শব্দৰ তৃতীয়বিধ মূল বা উৎস হ'ল - গাৰো শব্দ আজং বা হাজং। আ বা হা মানে মাটি আৰু জং মানে পোক অৰ্থাৎ মাটিৰ পোক। হাজং জনজাতিক গাৰোসকলে হেনো হাজং বা মাটিৰ পোক বুলি কৈছে কাৰণ তেওঁলোকে গাৰোৰ নিচিনা পাহাৰৰ ওপৰৰ জুম খেতি নকৰি বোকা পানীত লুতুৰি-পুতুৰি হৈ মাটি চহ কৰি খেতি কৰা কাৰণে[৮]।

আমাৰ আলোচ্য জনজাতি হাজং সম্প্ৰদায় ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক, শিক্ষা-দীক্ষাত ৰাজপুতৰ সমতুল্য নহ'লেও তেওঁলোকৰ চীনা-তিব্বতীয় ভাষা নোহোৱাৰ কাৰণে উত্তৰ-পূব ভাৰতত দেখিবলৈ পোৱা অসংখ্য সৰু বৰ মংগোলী জনগোটৰ কোন গোটৰ পৰা ফালৰি কাটি আহি হাজং জনগোটৰ সৃষ্টি কৰিছে সেইটো নিৰ্ণয় কৰা অত্যন্ত দুষ্কৰ হৈ পৰিছে।

মংগোলীও বা তিব্বেতী - বৰ্মন ভাষী কোচ সমাজত 'হাজং' নামৰ এটা মাতৃতান্ত্ৰিক গোত্ৰ বা খেল আছে। কোচৰ একাংশ 'হাজং' নিকিনী (গোত্ৰ) কোনো কাৰণত কোচ মূলৰ পৰা বেলেগ হৈ গৈ তেওঁলোকৰ গোত্ৰৰ নামানুসাৰে হাজং জনগোটৰ সৃষ্টি কৰিব পাৰে। অৰ্থাৎ কোচৰ, হাজং গোত্ৰৰ পৰাই পৰৱৰ্তী কালত হাজং নামৰ এটি সুকীয়া জনগোটৰ সৃষ্টি হৈছে যাক আমি বৰ্তমানে হাজং জনজাতি নামেৰে জানো। অৱশ্যে গাৰোৰ মাজতো হাজং মাহাৰি আছে আৰু গাৰোৰ হাজং মাহাৰি বা মাচঙৰ পৰাও হাজং জনগোটৰ সৃষ্টি হ'ব পাৰে। কিন্তু তুলনামূলকভাৱে চাবলৈ গ'লে হাজঙৰ সম্পৰ্ক গাৰোতকৈ কোচৰ লগত বেছি দেখা যায়।

হাজংসকলৰ জন বিশ্বাসে উক্ত তথ্যক সমৰ্থন কৰে, কাৰণ তেওঁলোকে কোৱামতে তেওঁলোকৰ আদি বাসস্থান হাজো বা তেওঁলোকে হাজোৰ পৰা গাৰো পাহাৰৰ কৰাইবাৰী অঞ্চললৈ প্ৰব্ৰজন কৰিছে কথাষাৰো এই ধাৰণাৰ অৰ্থাৎ হাজংসকল কোচৰ বংশধৰ তথ্যৰ সমৰ্থক। হাজো কেৱল আছিল কোচ অধ্যুষিত অঞ্চল।

আদিম অৱস্থাত থকা কোচ আৰু গাৰোপাহাৰৰ নামনি অসমৰ অবিভক্ত গোৱালপাৰা জিলাৰ লক্ষীপুৰ আৰু মানকাচাৰ থানাৰ ভিতৰত থকা হাজংসকল, বাংলাদেশৰ ময়মন সিংহ আৰু চিলেট জিলাত কোচ আৰু হাজং আৱহমান কালৰ পৰা হয় একেখন গাঁৱত নাইবা প্ৰায় ওচৰা-উচৰিকৈ বসবাস কৰে। তেওঁলোকৰ জীৱিকা খেতি আৰু দুয়োটা জনজাতি একে পদ্ধতিৰে খেতি-বাতি কৰে। তেওঁলোকৰ তিৰোতাই একেই ৰঙা হালধীয়া ৰংচঙীয়া পাটানি পিন্ধে। দুয়ো জনগোষ্ঠীয়ে বাস্তু, কামাখ্যা, হুদুমদেউ মাৰৈ (মনসা) আদি পূজা কৰে। কোচসকলে যেনেকৈ তেওঁলোকৰ মাতৃতান্ত্ৰিক বংশধৰক নিকিনী (গোত্ৰ) বুলি কয়। হাজংসকলেও মাতৃতান্ত্ৰিক বংশধৰ বা গোত্ৰ বা নিকিনী কয়।

ভাৰতবৰ্ষ এখন বিচিত্ৰ দেশ। বৈচিত্ৰ্য ইয়াৰ উত্তৰ- পূব অঞ্চলত অৱস্থিত অঙ্গৰাজ্যবোৰ। ইয়াত বাস কৰে বিভিন্ন জাতি, উপ-জাতি, বৰ্ণ বা কোম তেওঁলোকৰ সুকীয়া ভাষা সংস্কৃতি লৈ। হাজং জনজাতি সেই বাৰে-বৰণীয়া জনজাতিবোৰৰ এটি। হাজং জনজাতিৰ লোকে যিটো ভাষাত কথা কয় সেই ভাষা আৰ্য্যমূলীয় অসমীয়া বাংলা মিশ্ৰিত। হাজং ভাষাক বিভিন্ন পণ্ডিতে বিভিন্ন নাম দিছে। কিছুমানে কয় গ্ৰাম্য বাংলা বা Patoi, কিছুমানে অশুদ্ধ বাংলা কিছুমানে ঝাৰুৱা ভাষা। শেষৰবিদৰ নাম হাজংসকলে ঝাৰে জঙ্গলে বাস কৰা কাৰণে দিয়া নাম।

১৮৮১ চনৰ লোকপিয়লৰ প্ৰতিবেদনত সৰ্বমুঠ ৩৭৮৯জন হাজং মানুহৰ ভিতৰত ৫৮১ জনে হাজং ভাষা মাতৃভাষা ৰূপে দেখুৱাইছে। এই হাজং ভাষা বৰ্তমান সময়ত তেওঁলোকে যি ভাষাত কথা কয় সেই ভাষাকে বুজাইছে নে তেওঁলোকৰ মংগোলী জনৰ ভাষাক বুজাইছে বুজা নাযায়, কাৰণ ১৮৮১ চনৰ লোকপিয়লত পোৱা হাজং ভাষাৰ কোনো চানেকী লিপিবদ্ধ কৰি ৰখা নাই। এজন বিশিষ্ট পণ্ডিতে দাৰ্জিলিং জিলাৰ তেৰাই অঞ্চলত বড়োভাষী হাজং মানুহ থকাৰ কথা কৈছে। অৱশ্যে এই বড়ো ভাষা গাৰো, ৰাভা, কোচ, কছাৰী নে আন কিবা সঠিকভাৱে জানিব পৰা নগ'ল কাৰণ পণ্ডিতজনাই তেৰাই অঞ্চলৰ হাজঙে কোৱা বড়ো ভাষাৰ কোনো উদাহৰণ দাঙি ধৰা নাই।

হাজংসকলৰ ভাষাত এতিয়াও লিখিত সাহিত্য সৃষ্টি হোৱা নাই বা তেওঁলোকৰ কোনো লিখিত সাহিত্য নাই। হাজং ভাষাত লিখিত সাহিত্য নাথাকিলেও লোক-সাহিত্য একেবাৰে নোহোৱা নহয়। এই লোক-সাহিত্যবিলাক হাজং ভাষাত চলি থকা গীত-মাত, ফকৰা-যোজনা আদি। তলত উদাহৰণ স্বৰূপে কিছু হাজং গীত তুলি দিয়া হ'ল।

হাজং নিচুকনি গীত ঃ-

উলু উলু চম্পা ফুল
আমাৰ নুনু কত দূৰ
চিলাবাৰি টেক টেকায় কোন গছনি
আমাৰ নুনু কান্দি আছে ভদি ফুৰনি।

(হে চম্পাফুল আমাৰ মইনা কিমান দূৰত। জেঠিপোক ক'ত টিকটিকাই আছে। আমাৰ মইনাই ভৰ দুপৰীয়া কান্দিছে।)

চৰাই খেদা গীত ঃ-

হাট বাউৰাই হাট
চছায় চছায় খাইয়া যা
ফটিক ফটিক থুইয়া যা
হাট বাউৰাই হাট।

অতীতত হাজংসকলে যিবিলাক অঞ্চলত বসবাস কৰিছিল সেইবিলাক অঞ্চল প্ৰায়েই বন-জঙ্গলেৰে আগুৰা। গতিকে হাজং মানুহে খেতি পথাৰৰ ধানবিলাক চৰাই-চিৰিকতিয়ে খাই যায়। যাতে চৰায়ে ধান খাই নষ্ট কৰিব নোৱাৰে তাৰ কাৰণে খেতি পথাৰত ল'ৰা-ছোৱালীবিলাকে পৰ দিছিল। ওপৰৰ গীতফাঁকি খেতি পথাৰত পৰ দি থকা হাজং ল'ৰা-ছোৱালীয়ে গোৱা গীত।

জোনক লৈ পৃথিৱীজুৰি মানুহৰ মনত নানান প্ৰশ্নৰ অৱতাৰণা। হাজংসকলৰ মাজতো সেই একেই প্ৰশ্ন। জোনক লৈ বহুত ধৰণৰ গীত-মাত বিভিন্ন ভাষাত পোৱা যায়।

ৰাতিৰ জোনটোলৈ লক্ষ্য কৰি হাজংসকলেও গায় ঃ-

আয় অ' চান মামা নুনু ডাকায় মলা
বহিবাগে পীৰা দিম, ধাৰি দিব পাৰিয়া
খাব দিব কাছুৱা[*] মাছাং[*], বিচি ভাত[*] নাৰিয়া
চাং আনি ঠাই দিব কাপোড় দিব পাৰিয়া
আজি ৰাতি থাকিয়া কালি ভিয়ানতে যা।

(ওপৰত দিয়া গীতবিলাক বীৰেন হাজংদেউৰ, ১৯৯৪ চনত মেঘশ্ৰীত প্ৰকাশ হোৱা হাজং নিচুকনি গীতৰ পৰা লোৱা। পৃঃ১৯)

অন্যান্য সম্প্ৰদায়ত বিয়াৰ সময়ত বিয়াগীত গোৱাৰ দৰে হাজং বিয়াতো বিয়াগীত গোৱা হয়। পাৰ্থক্য এইখিনিতে যে হাজং বিয়াত বিয়াগীত অন্যান্য সম্প্ৰদায়ৰ মাজত দৰা বা কন্যাপক্ষৰ তিৰোতাসকলে গোৱাৰ দৰে হাজং তিৰোতাসকলে বিয়াগীত নাগায়।গায় গীতালু বা গীতালুৰ দলে। কিছুমান গীত বিয়াৰ কাম-কাজৰ উপলক্ষত আৰু কিছুমান গীত পুৰাণ আদিৰ কাহিনীক আলম কৰি ৰচা। যেনে — দৰা বা কইনাক গা ধুৱাবলৈ পানী তুলিবলৈ যাওঁতে গীতালুৱে গোৱা গীত ঃ

ৰাঙা পাটিন ৰাঙা দৰা
আয়ৰক গিলা খায় জৰা জৰা
আহাৰে হায়।
কত আয়ৰক কালা কালা
কত আয়ৰক দেখিবাকে ভালা।

হাজং ভাষাক আমি অসমীয়া-বঙালীৰ মিশ্ৰিত ভাষা বুলি কৈছো যদিও দৰাচলতে এই ভাষা নামনি অসমৰ অবিভক্ত গোৱালপাৰা জিলাৰ পশ্চিমাঞ্চল, সমগ্ৰ উত্তৰ বঙ্গ আৰু পশ্চিম ময়মনসিংহ জিলাৰ ভাষা বুলিয়ে ক'ব পাৰি, যদিও আঞ্চলিক পাৰ্থক্য যথেষ্ট পৰিমাণে থকা দেখা যায়। এই পাৰ্থক্য গোৱালপাৰা জিলাৰ অনা-হাজংসকলৰ মাজতো নথকা নহয়। যেনে — পশ্চিম গোৱালপাৰাৰ পৰা উত্তৰ শালমাৰা। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ পশ্চিম গোৱালপাৰা, ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰৰ মধ্য-পশ্চিম অঞ্চল ইত্যাদি।

পঢ়ুৱৈ সমাজৰ জ্ঞাতাৰ্থে ইয়াত গদ্যত লিখা হাজং ভাষাৰ একাংশ তুলি দিলো।

"মৌনঘিলা সভ্য হোৱালা লগে লগে গড়ি মুজুন উঠে সমাজ, জাতি, দেশ। ইংকাই[+] প্ৰাচীন কাল থকন বিভিন্ন সভ্যতাংগে ঘাই কৰিয়া উঠে সমাজ, জাতি আৰ' দেশ। মৌনঘিলা নিজা নিজালী ভালা — নেথা[++], লাগা নালাগা জিনিষ ঘিলা বুজিবাগে পালে। কুনু জিনিষ বা কুনু নিয়ম কানুনলা অভাৱ হলে কৰিবা পালে আৰ' ইংকাই ওৰা কুনু ৰাজ্য বা নেতালা তলনি এক ঠাই হবাগে পালে।"

অসমীয়া অৰ্থ ঃ মানুহবিলাক সভ্য হোৱাৰ লগে লগে গড়ি উঠিল সমাজ, জাতি, দেশ। এইদৰেই প্ৰাচীনকালৰ পৰা বিভিন্ন সভ্যতাক কেন্দ্ৰ কৰি গড়ি উঠিছিল সমাজ, জাতি আৰু দেশ। মানুহবিলাকে নিজৰ ভাল, বেয়া, প্ৰয়োজন, অপ্ৰয়োজন বুজিলে। কোনো বস্তু বা নিয়ম-নীতিৰ অভাৱ অনুভৱ কৰিলে তেওঁলোকে একেলগে বহি চিন্তা আৰু আলোচনা কৰিবলৈ তেওঁলোকে এইদৰেই কোনোবা দেশ বা নেতাৰ অধীনত একেলগে লগ হৈছিল।

ওপৰত পাই অহা হাজং ভাষাৰ উদাহৰণৰ পৰা দেখা যায় হাজং ভাষাত অসমীয়া আৰু বঙালী শব্দ থাকিলেও ভাষাটোৰ নিজস্ব সুকীয়া বৈশিষ্ট্য আছে। উচ্চাৰণৰ ক্ষেত্ৰত আদি বা প্ৰাক 'আ'কাৰ (intial 'A' accent stress) লোপ হৈ 'ঔ'কাৰ হয়। যেনে — মৌন (মানুহ)। এই উচ্চাৰণ তিব্বত-বৰ্মী অসম শাখা ভাষাবোৰত দেখিবলৈ পোৱা যায়। যেনে — ৰাভা ভাষাৰ "ঔপিন আপা কৌম লৌওনা" অৰ্থাৎ মই নিজে ঔপিন মানে নিজে, কৌম লৌওনা কাম কৰিম বা ধৰিম (কৌম > কাম, লৌওনা > ধৰিম (পিঃ কেঃ ৰাভাৰ কবিতা "দেবতৰ্ক'ৰ পৰা লোৱা হৈছে)।

অসমীয়া ভাষাত বোৰ, বিলাক, সব আদি প্ৰত্যয় যোগ কৰি বহুবচন গঠিত হয়। বঙালীত ৰা, গুলি, গণ আদি প্ৰত্যয় যোগ কৰি বহুবচন কৰে। হাজং ভাষাত বহুবচন "ঘিলা" প্ৰত্যয়ৰ দ্বাৰা সম্পন্ন কৰে। অনুমান হয় বঙালী গুলিৰ পৰা ঘিলা হৈছে। ৫ম বিভক্তিৰ অসমীয়া পৰা, বঙালী থেকেৰ ঠাইত হাজং থকন। বোধহয় বঙালী থেকে, থাকিয়াৰ পৰা থকন হৈছে। ষষ্ঠী বিভক্তিৰ অসমীয়া-বঙালীৰ 'ৰ' প্ৰত্যয়ৰ ঠাইত হাজং ভাষাত 'লী' সংযোগ কৰি সম্পন্ন কৰে "মৌনলী", মানুহৰ। অসমাপিকা ক্ৰিয়া পদ বঙালীৰ দৰে 'ইয়া' প্ৰত্যয় যোগ কৰি কৰা হয়। যেনে — বহিয়া, বঙালী বসিয়া, অসমীয়া বহি। হাজং ভাষাৰ সপ্তমী বিভক্তি 'নি' প্ৰত্যয়ৰ দ্বাৰা নিষ্পন্ন কৰে যিটো অসমীয়াত 'ত' যেনে — ঘৰত আৰু বঙালীত 'এ' যোগ কৰি নিষ্পন্ন কৰা হয়। যেনে — ঘৰে, বাহিৰে, আসামে ইত্যাদি।

হাজং ভাষাৰ বিষয়ে থূলমূলকৈ ইয়াকে ক'ব পাৰি যে পশ্চিমীয়া পণ্ডিতসকলে কোৱাৰ দৰে এইটো এটা অশুদ্ধ বঙালী (বা অসমীয়া) ভাষা। এই ভাষাক কেতিয়াবা সাহিত্য ৰূপ দিলে আধুনিক অসমীয়া বা বঙালীৰ দৰে মান্যৰূপ বা চেহেৰা পোৱা স্বাভাৱিক। যেনেকৈ বঙালী ভাষাই চৰ্যা পদৰ পৰা আৰম্ভ কৰি বিভিন্ন ঘাত-প্ৰতিঘাতৰ মাজেৰে আহি বৰ্তমান অৱস্থা পাইছে। এই ৰূপ বঙালীৰ ফালে ঢাল খায় নে অসমীয়াৰ ফালে ঢাল খায় সেইটো নিৰ্ভৰ কৰিব বেছি সংখ্যক হাজং মানুহৰ ওপৰত অসমীয়াৰ নে বঙালীৰ প্ৰভাৱ বেছি পৰে।

অপ্ৰিয় হ'লেও সঁচা যে যিহেতু হাজং ভাষা আৰ্যমূলীয় গতিকে উত্তৰ বঙ্গ আৰু অবিভক্ত গোৱালপাৰাৰ ভাষাৰ দৰে হাজং ভাষা দুই চুবুৰীয়া শক্তিশালী আৰ্য ভাষা অসমীয়া আৰু বঙালীত এটা সময়ত বিলীন হৈ যাব আৰু হোৱাটো স্বাভাৱিক।

## হাজং সমাজ গঠন আৰু ব্যৱস্থা

হাজং জনজাতি অন্যান্য সম্প্ৰদায়ৰ মানুহ বা সমাজৰ দৰেই গাঁও পাতি থাকে। হাজং গাঁওবোৰ সাধাৰণতে পাহাৰ বা ওখ টিঙৰ নামনি ঠাইবিলাকত থকা দেখা যায়। গাঁওবোৰ পাতোঁতে গাঁওবাসীৰ অৰ্থনৈতিক বা ব্যৱসায়িক দিশলৈ লক্ষ্য ৰাখি কৰা যেন লাগে, কাৰণ প্ৰায়বোৰ হাজং মানুহৰ ঘৰ সেইখন গাঁৱত যাৰ ওচৰে-পাঁজৰে তেওঁৰ খেতিপথাৰ আছে। এখন গাঁৱত ৫ /৬ ঘৰৰ পৰা ৩০ /৪০ ঘৰ পৰিয়াল থাকে। গাঁওখনৰ কলেৱৰ নিৰ্ভৰ কৰে গাঁৱৰ ওচৰে-পাঁজৰে কিমান খেতি মাটি আছে।

গাৰো পাহাৰ আৰু বাংলাদেশৰ চিলেট আৰু ময়মনসিংহ, অসমৰ ধুবুৰী জিলাৰ মানিকাচাৰ থানাৰ অন্তৰ্গত গাৰো পাহাৰৰ পশ্চিম সীমাৰ ওচৰে-পাঁজৰে য'ত হাজং গাঁও আছে তাৰ ওচৰত বা একেখন গাঁৱত কোচ মানুহৰ বসতি থকা দেখা যায়। কিন্তু ভালদৰে লক্ষ্য কৰিলে কোচ আৰু হাজং বসতিৰ বা গাঁও পতাৰ নিজস্ব সুকীয়া বৈশিষ্ট্য নোহোৱা নহয়।

হাজং মানুহৰ ঘৰ আৰু গাঁওবোৰ কোচ মানুহৰ ঘৰ বা গাঁৱতকৈ অলপ উন্নত। হাজং মানুহৰ ঘৰ খুব ওখ নহ'লেও কোচ মানুহৰ ঘৰতকৈ ওখ, বিশেষ কৰি মানুহ বহাৰ বাৰাণ্ডবিলাক। কোচ মানুহৰ বাৰাণ্ডাবিলাকৰ সন্মুখ ভাগ মাটিত লগা। মানুহ সোমালে তলমূৰ কৰি সোমাব লাগে। কোচবিলাকে হেনো ধুমুহাৰ ভয়ত তেনেকৈ চাপৰ ঘৰ বান্ধে (এতিয়া তেনেকুৱা কোচ মানুহৰ ঘৰ নোহোৱা হৈছে)।

হাজং গাঁওবিলাক পৰিকল্পিতভাৱে সজা হয়। গাঁৱৰ মাজত এক বা একাধিক গাঁৱত সোমোৱাৰ ৰাজহুৱা ৰাস্তা থাকে। সেই ৰাজহুৱা ৰাস্তাৰ দুয়োকাষে ঘৰবিলাক বান্ধে। কোচ গাঁৱত সোমোৱাৰ কাৰণে কোনো ৰাজহুৱা ৰাস্তা দেখা নাযায়। ঘৰবিলাক যাৰ যেনে সুবিধা ঠিক তেনেকৈয়ে সাজে। গতিকে এঘৰ কোচ মানুহৰ তাত যাব লাগিলে কাৰোবাৰ ঘৰ বা চোতালৰ মাজেদিহে যাব লাগে। ইয়াৰ পৰা অনুমান হয় হাজংসকল উন্নত পৌৰজ্ঞান সম্পন্ন বা অতীতত তেওঁলোক পৰিকল্পিত নগৰ বা চহৰত বাস কৰা লোকৰ বংশধৰ যেন লাগে।

হাজং পৰিয়াল বুলি ক'লে গিৰিয়েক, ঘৈণীয়েক, ল'ৰা-ছোৱালী আৰু তেওঁলোকৰ ঘৈণীয়ক, গিৰিয়েক, নাতি-নাতিনী। হাজং সমাজত যৌথ পৰিবাৰ ব্যৱস্থা নাই। বাপেকেই গৃহস্থৰ মুৰব্বী। ল'ৰাবিলাকে বিয়া-বাৰু হোৱাৰ কেইবছৰমান পিছতে বেলেগ হৈ ঘৈণীয়েকৰ লগত সুকীয়া গৃহস্থালী আৰম্ভ কৰে। বাপেকৰ জীৱিত কালতেই তেওঁৰ সম্পত্তি ল'ৰাবিলাকৰ মাজত ভাগ-বটোৱাৰা কৰি দিয়া হয়। হাজং সমাজত হিন্দু বা মুছলমান সম্প্ৰদায়ৰ মাজত থকা সম্পত্তিৰ উত্তৰাধিকাৰ সম্পত্তিৰ গৰাকীৰ মৃত্যুৰ পিছতহে হোৱাৰ দৰে হ'ব লাগে, এনে ধৰণৰ কোনো নিয়ম নাই।

বাপেকৰ সম্পত্তিৰ ভাগ ল'ৰাবোৰেই পায় যদিও ছোৱালীবিলাককো বঞ্চিত কৰা নহয়। ছোৱালী অৱশ্যে আজিকালিৰ হিন্দু উত্তৰাধিকাৰ আইনৰ দৰে হাজং ছোৱালী এজনীৰ আইনগত অধিকাৰ থকাৰ কথাও জনা নাযায়। মুঠতে হাজং উত্তৰাধিকাৰ ব্যৱস্থা এতিয়াও কটকটীয়াকৈ ঠন ধৰি উঠা নাই যদিও বহুতো হাজং মানুহে পুৰণি দায়ভাগ আইন অনুযায়ী ছোৱালীবিলাক কেৱল জীৱন কালহে মাক-বাপেকৰ সম্পত্তি ভোগ কৰিব পাৰে বুলি ক'ব খোজে। এই বিষয়ত হাজং স্তত্তব্দৰূপস্নব্রজন্ত আইন বা ন্যায়ালয়ৰ দ্বাৰা সিদ্ধান্ত নোহোৱাৰ কাৰণে প্ৰশ্নটো অনিৰ্ণিত অৱস্থাতেই আছে। আনহাতেদি হাজংসকল যিহেতু অনুসূচিত জনজাতি হিন্দু উত্তৰাধিকাৰ আইন, ১৯৫৬ হাজং জনজাতিৰ ওপৰত প্ৰযোজ্য নহয়।

বৰ্তমান সময়ত হাজংসকলে হিন্দুৰ গোত্ৰ লোৱা দেখা যায়। জানিব পৰা মতে হাজংসকলৰ মাজত কাশ্যপ, ভৰদ্বাজ, সাণ্ডিল্য, পৰাশৰ গোত্ৰ থকা বা লোৱা কথা। হাজংবিলাকে হিন্দুৰ গোত্ৰ লোৱাৰ আগতে তেওঁলোকৰ মাতৃধাৰাযুক্ত হাজং গোত্ৰক আগৰ অধ্যায়ত কোৱাৰ দৰে নিকিনী বুলি কয়। হাজং নিকিনী হ'ল হাজং সম্প্ৰদায়ৰ নিম্নতম সামাজিক গোট যাৰ দ্বাৰা হাজংসকলে মাকৰ বংশানুযায়ী নিজৰ বংশৰ পৰিচয় দিছিল, বিশেষকৈ বিয়া-বাৰুৰ ক্ষেত্ৰত। একে নিকিনীৰ ভিতৰত বিয়া-বাৰু নিষিদ্ধ।

এই গোত্ৰৰ ওপৰত অসবৰ্ণ বিবাহ গোট আছে। হাজং সমাজত এইদৰে ৬টা অসবৰ্ণ বিবাহ গোট থকাৰ কথা জনা যায়। এই ৬টা গোট হ'ল হাৰাংপৰীয়া, ভোজনিপৰীয়া, মাণিকপৰীয়া, তেপৰপৰীয়া, সুতাদল আৰু মৌজাপৰীয়া।[৩৩] অসবৰ্ণ বিবাহ গোটৰ নামৰ পিছত থকা 'পৰীয়া' শব্দ পাৰা বা গাঁৱৰ পৰা হোৱা যেন লাগে। গতিকে এই অসবৰ্ণ বিবাহ গোট গাঁও বা অঞ্চলত নামানুসাৰে হোৱা। যেনে — কেন্দেগাঁও,

কাচেগাঁও, ঘানেগাঁও, চেৰাগাঁও নিকিনী। কিছুমান গোত্ৰ বা নিকিনীৰ নাম গাঁও বিভক্তি নোহোৱাও আছে। যেনে — হাজুম (হাজং?), লেবাই, চণ্ডি, সূৰ্য। কিছুমান নাম পশু-পক্ষীৰ নামানুসাৰে হোৱা দেখা যায়। যেনে — চুৱাৰ (গাহৰি), কাচুৱা (কাছ), কইতুৰ (পাৰ), ঘুঘু, বাৱাই হাকা। এই নামবিলাক তটেমিষ্টিক।

হাজঙৰ ৬টা অসবৰ্ণ বিবাহ গোট, গাৰোৰ তিনিটা অসবৰ্ণ বিবাহ গোট মাৰাক, চাংমা আৰু মোমিনৰ দৰে। অৰ্থাৎ একেটা গোটৰ ভিতৰত বিয়া-বাৰু নহয় বা হ'ব নোৱাৰে। গাৰোৰ তিনিটা অসবৰ্ণ বিবাহ গোটৰ তলত মাচাংবিলাক নিৰ্ধাৰিত থাকে। মাৰাকৰ অন্তৰ্গত মাচং চাংমা বা মোমিনত থাকিব নোৱাৰে আৰু চাংমা বা মোমিনৰ অন্তৰ্গত মাচাং (মাচাং অৰ্থ হ'ল মাৰ মূল বা গুৰি) মাৰাকৰ ভিতৰত থাকিব নোৱাৰে। হাজঙৰ ৬টা অসবৰ্ণ গোটৰ তলত এই লেখকে উদ্ধাৰ কৰা ৪৩টা নিকিনীৰ কোন নিকিনীবিলাক কোন অসবৰ্ণ বিবাহ গোটৰ অধীন সেইটো উলিয়াব পৰা নগ'ল। কাৰণ মাতৃতান্ত্ৰিক নিকিনী প্ৰথাৰ ঠাই হিন্দুৰ গোত্ৰই লৈছে।

## হাজং বিবাহ পদ্ধতি

বিবাহ সভ্য সমাজৰ এটি অপৰিহাৰ্য অঙ্গ। ইয়াৰ দুটা দিশ। এটা হ'ল মানুহৰ জৈৱিক ধৰ্ম পালন। আনটো হ'ল সৃষ্টিৰ কাম চলাই ৰাখি সমাজক জীৱিত ৰখা। বিবাহৰ দ্বাৰা সমাজে দুই অজান নৰ আৰু নাৰীৰ মিলন ঘটায়। হাজং বিয়াৰ প্ৰথম কাম হ'ল দৰা বা কইনা বিচৰা। এই কাম হাজংসকলে ঘটকৰ দ্বাৰা কৰায়। ঘটকক হাজং ভাষাত জাহু বুলি কয়। অৱশ্যে হাজং ল'ৰা-ছোৱালী নিজে নিজে পছন্দ কৰি বিয়া হোৱা ঘটনাও কম নহয়। বিয়া ঠিক হ'লে পৰৱৰ্তী কাম হ'ল পানচিনি কৰা। তাৰপিছত বিয়াৰ দিন ধাৰ্য। আগৰ দিনত দৰাপক্ষই ছোৱালীৰ মাক-বাপেকক আগধন বা খাল্টি দিয়াৰ নিয়ম আছিল। আগধন আৰু ডেৰকুৰি অৰ্থাৎ ৩০ টকা। কিন্তু এই আগধন ব্যক্তি আৰু অঞ্চল বিশেষে কম-বেছি হৈ থাকে।[৩৪] বিয়াৰ কাৰণে অপৰিহাৰ্য আন কিছুমান নিয়ম হ'ল মিতা নিৰ্বাচন, ধনী মাও, ধনী বাপ, ধৰ্ম মা-বাবা গ্ৰহণ আৰু আয়ৰক নিয়োগ।[৩৫]

বিয়াৰ সময়ত পাতি লোৱা মিতা বা বন্ধু চিৰকাল বন্ধু হৈয়ে থাকি যায়। ধনী মাও ধনী বাপো আমৰণ ধৰ্ম মা-বাবা হৈ থাকি যায় আৰু তেওঁলোক মৰিলে অশৌচ পালন বা মৃতকৰ ক্ৰিয়া-কাম কৰিব লাগে। আয়ৰকৰ কাম বহুত। যেনে — দৰা-কইনাৰ গাযে ধুৱওৱা, গা ধোৱাৰ পানী অনা, বিয়াৰ মণ্ডপত ঘট আদি বহোৱা, কইনা আনিবলৈ যোৱা, চালনি বাতি ধৰা ইত্যাদি।

হাজং বিয়া সাধাৰণতে দৰাৰ ঘৰত হয়। বিয়াৰ দিনাখন কম হ'লেও ২জনী আয়ৰক, ২জন মান মতা মানুহ লৈ কইনা আনিবলৈ যায়। কইনা দৰাৰ গাঁৱত আহি পালে দৰাৰ ঘৰলৈ অৰ্থাৎ বিয়াৰ বাসৰলৈ পোনপটীয়াকৈ যাব পাৰে। কিন্তু বিয়াৰ বহুত আগত আহি পালে গাঁৱৰ কাৰোবাৰ ঘৰত গৈ কিছু সময় জিৰণি লয়। তাৰ পিছত বিয়াৰ বাসৰলৈ আহে বা আয়ৰকহঁতে আনে। বিয়াৰ বাসৰত সোমোৱাৰ আগত শাহুৱেকে চালনি, বাতি আদি লৈ গৈ কইনাজনীক বৰণ কৰি আনি ন-দম্পতিৰ কাৰণে সজোৱা নতুন ঘৰত লৈ গৈ ৰাখে। বৰণ কৰাৰ আগত দৰাৰ বয়সতকৈ সৰু ভায়েক বা ভনীয়েকহঁতে কইনাজনীৰ ভৰি ধুৱাই দিয়ে।

বিয়াৰ লগ্ন আহি পালে দৰা আৰু কইনাক বিয়া মণ্ডপলৈ অনা হয় আৰু তাত বিধিমতে বিয়া পাতে। কোনো কোনোৱে বামুণৰ দ্বাৰা নহ'লে হাজং সম্প্ৰদায়ৰ মাজত থকা অধিকাৰীৰ দ্বাৰা। সম্প্ৰদানৰ পিছত সপ্তপদি কৰা হয়। বিয়াৰ পিছত দৰা-কইনা তেওঁলোকৰ কাৰণে সজা নতুন ঘৰত থাকেগৈ। পিছদিনাখন বাহি বিয়া পাতে। বাহি বিয়াত বামুণ বা অধিকাৰীৰ প্ৰয়োজন নহয়। বিয়াৰ সময়ত গীতালুসকলে বিয়াগীত গায়। বিয়াগীত সাধাৰণতে শ্ৰীকৃষ্ণৰ লীলা সম্বলিত গীত।

বিয়াৰ সময়ত দৰাৰ ঘৰত বিয়া হ'লে ছোৱালীৰ লগত অহা আৰু ছোৱালীৰ ঘৰত বিয়া হ'লে দৰাৰ লগত অহা মানুহক দাৰালি বোলে। পিছদিনাখন বাহি বিয়াৰ পিছত দাৰালি বিদায় পৰ্ব থাকে। চোতালত ঢাৰি পাটি দি ধূপ-ধূনা জ্বলাই তেওঁলোকক সন্মান কৰা হয়। তাৰ পিছত গোটা তামোল-পাণ আৰু আখৈ, গুড় আদি আগ বঢ়োৱা হয়। গোটা তামোল-পাণ ছোৱালী আনিলে ছোৱালীজনীৰ মাক-বাপেকলৈ আৰু ঘৰজোঁৱাই হ'লে দৰাৰ মাক-বাপেকলৈ নিমন্ত্ৰণ হিচাপে দিয়া হয়। এই অনুৰোধেৰে তেওঁলোকে যেন অতি সোনকালে জোঁৱায়েক বা বোৱাৰীয়েকৰ ঘৰলৈ আঠমঙলা কৰিবলৈ আহে। দাৰালি গৈ পালে খবৰটো দিয়া হয় আৰু সপ্তাহটোৰ ভিতৰতে আহি জীয়েক বা পুতেকৰ মাক-বাপেকৰ লগত জীয়েক বা পুতেকেৰে বিয়ৈ-বিয়ানি হোৱা কথা ঘোষণা কৰে। ৮ দিনৰ দিনা বা তাৰ পিছদিনা ন দৰা-কইনা পুতেক বা জীয়েকৰ মাক-বাপেকৰ ঘৰলৈ ঘৰ জিৰাণি কৰিবলৈ যায়। দৰা বা কইনাৰ গাঁও ওচৰত হ'লে খাই-বৈ সিদিনাই ঘূৰে। দূৰনিবটীয়া হ'লে ৰাতিটো থাকি পিছদিনাখন ন দৰা-কইনা ঘূৰি আহে। ঘৰ কিৰাণিৰ পিছত হাজং বিয়াৰ কাম সম্পূৰ্ণৰূপে শেষ হয়।

হাজং বিয়াৰ ঘৰ কিৰাণি বোৱাৰী বা জোঁৱাই অহা জনৰ মাক-বাপেকৰ দ্বাৰা যাৰ ঘৰত বোৱাৰী বা জোঁৱাই হৈ আহে, তালৈ অহাকো কয় আৰু ন দৰা-কইনাই বিয়াৰ ৮ দিন বা তাৰ পিছত বোৱাৰী বা জোঁৱাই অহা ছোৱালী বা ল'ৰাৰ ঘৰলৈ যোৱাকো কয়। মাক-বাপেকহঁতে ঘৰ কিৰাণি অহাৰ সময়ত যাৰ ঘৰত বোৱাৰী বা জোঁৱাই আহিছে সেই গৃহস্থই কাপোৰ-কানি আৰু অলপ টকা-পইচা দি মান ধৰিব লাগে। এই মান তেওঁলোকৰ লগত অহা মানুহবোৰেও পায়। ঠিক একেদৰেই ন দৰা-কইনা আগত কোৱাৰ দৰে যেতিয়া ঘৰ কিৰাণিত যায় তেতিয়া যাৰ ল'ৰা বা ছোৱালী ঘৰ জোঁৱাই বা বোৱাৰী হৈ গৈছে তেওঁলোককো কাপোৰ আৰু সাধ্যানুযায়ী টকা-পইচা দি মান কৰিব লাগে। মাক-বাপেকে ঘৰ কিৰাণিৰ সময়ত লগত অনা মানুহবিলাকে যেনেকৈ মান কৰা কাপোৰ আৰু টকাৰ ভাগীদাৰ ন দৰা-কইনাৰ লগত হোৱা তেওঁলোকৰ বন্ধু-বান্ধৱো তেনেকৈ মাক-বাপেক বা শহুৰ-শাহুই মান কৰা টকা বা কাপোৰ-কানিৰ ভাগিদাৰ হয়।

হাজং সম্প্ৰদায়ৰ মাজত তিনি প্ৰকাৰৰ বিয়া আছে। যেনে — (১) শুভবিবাহ অৰ্থাৎ অবিবাহিত ল'ৰা আৰু ছোৱালীৰ মাজত হাজং হিন্দু নিয়ম মতে পতা বিয়া (২) সাঙা বিয়া (বৰলা আৰু বিধৱাৰ মাজত হোৱা বিয়া) (৩) দায় পৰা বিয়া অৰ্থাৎ ল'ৰা আৰু ছোৱালীৰ মন মিলা হৈ স্বামী-স্ত্ৰী ৰূপে থকা।[৩৬]

## হাজং সমাজৰ উৎসৱ আৰু পূজা-পাতল

অসমীয়াৰ বিহু, বঙালীৰ দুৰ্গা পূজা, উত্তৰ ভাৰতৰ দশেৰা আৰু মহাৰাষ্ট্ৰৰ গণেশ উৎসৱৰ নিচিনা হাজং সমাজত জাতীয় উৎসৱ নাই। ইয়াৰ কাৰণ নোহোৱা নহয়। সংখ্যাত তেওঁলোক নিচেই নগণ্য। থাকে বিস্তীৰ্ণ অঞ্চল জুৰি। গতিকে তেওঁলোক থকা ঠাইবিলাকত তেওঁলোক



সদায়েই সংখ্যালঘু। ইয়াৰ উপৰি আৰ্থিক অস্বচ্ছলতাও তেওঁলোকৰ সন্মুখত ডাঙৰ হেঙাৰ। এই হেঙাৰক আৰু বেছি কটকটীয়া কৰি তুলিছে তেওঁলোকৰ আৰ্য প্ৰীতি বা অসমীয়া আৰু বঙালীৰ সংস্কৃতিৰ প্ৰভাৱ। হাজংসকল যিহেতু অনাৰ্যৰ পৰা আৰ্য, অহিন্দুৰ পৰা হিন্দুলৈ ৰূপান্তৰৰ মাজমজিয়াত তেওঁলোকৰ জাতীয় উৎসৱ যদি কিবা আছিলো সেয়া হিন্দুৰ ৰঙচঙীয়া উৎসৱৰ হেঁচাত পৰি শেতা পৰি মৃত্যুৰ দিন গণি আছে।

হাজং সমাজত তিনিটা বিহু যেনে - মাঘ বা ভোগালী বিহু, ব'হাগ বা ৰঙালী বিহু, কাতি বা কঙালী বিহু যথাক্ৰমে পুচনা বা সঙৰাণী, বিষুৱা আৰু কাতি গাছা হিচাপে পালন কৰে। অৱশ্যে অসমীয়াই এই বিহু বিশেষ কৰি ব'হাগ আৰু ভোগালী বা মাঘ বিহু যিদৰে উদ্‌যাপন কৰে সেইদৰে নকৰে। ওপৰত উল্লেখ কৰা তিনিওবিধ উৎসৱ, যেনে — পুচনা বা সঙৰাণী, বিষুৱা বা নৱবৰ্ষ আৰু কাতি গাছা খেতি-বাতিৰ লগত জড়িত। হাজংসকল খেতিয়ক। গতিকে কৃষিভিত্তিক তিনিওটা বিহু হাজং সমাজত তেওঁলোকৰ নিজস্ব নিয়মেৰে পাতে বা উদ্‌যাপন কৰে।

ঢুকি পোৱা তথ্য-পাতিৰ পৰা দেখা যায় ১৯৩৯ চনত হাজং সমাজত (ময়মনসিংহত বাস কৰা) ক্ষত্ৰীয় আন্দোলন আৰম্ভ হয় আৰু ১৯৪০ চনত প্ৰথম দুৰ্গাপূজা হয়।[৩৭] বৰ্তমান সময়ত হাজংসকলক দুৰ্গা, লক্ষ্মী, সত্যনাৰায়ণ, কাৰ্তিক (কাতি পূজা), কালী, সৰস্বতী, বাসন্তী আদি পূজা কৰা দেখা যায়। এই পূজাবিলাক তেওঁলোকৰ চুবুৰীয়া বঙালীৰ প্ৰভাৱৰ ফল। হিন্দুৰ দেৱ-দেৱীৰ পূজা কৰাৰ উপৰি হাজংসকলে তেওঁলোকৰ পৰম্পৰাগত ভূত-প্ৰেতৰ পূজা কৰে। হাজং দেৱ-দেৱতা বা ভূত-প্ৰেতৰ পূজাক দুই শ্ৰেণীত ভগাব পাৰি। একশ্ৰেণীৰ পূজা হ'ল — এখন গাঁও, অঞ্চল বা সমাজৰ মঙ্গলৰ বাবে। অন্য শ্ৰেণীৰ পূজা হ'ল তেনেই ব্যক্তিগত অৰ্থাৎ বেমাৰ-আজাৰ, অপায়-অমঙ্গল আদিৰ পৰা ৰক্ষা পোৱাৰ কাৰণে।

বাস্তু, মনষা বা কানিদেও, পাগলাদেও, বান্দৰদেও আদি পূজা সমাজ বা অঞ্চলবাসীৰ মঙ্গলৰ বাবে কৰা হয়। ইয়াৰ বাহিৰেও হাজংসকলে কিছুমান ভূত-প্ৰেতৰ পূজা কৰে। যেনে — হুদুমদেও, চুকধাপাদেও, ময়লাদেও, গংশদেও, বনদেও, ডাইনি, কাল পিশাচ, দেশকুৰা ইত্যাদি যেতিয়া মানুহৰ বা ল'ৰা-ছোৱালীৰ বেমাৰ-আজাৰ হয়। যেনে — ময়লাদেও ঃ এই দেৱতাৰ পূজা কৰা হয় যেতিয়া ল'ৰা-ছোৱালী দুৰ্বল হৈ পৰে। ইয়াৰ পূজা গাঁৱৰ বাহিৰত মাইকী ছাগলী, কুকুৰা, পাৰ বা হাঁহৰ দ্বাৰা কৰা হয়।

গংশদেওক পূজা তেতিয়া দিয়ে যেতিয়া ল'ৰা বা ছোৱালী কান্দিয়ে থাকে। এই দেৱতাক সন্তুষ্ট কৰাৰ কাৰণে এযোৰ মাইকী বা মতা কুকুৰাৰ প্ৰয়োজন। চুকধাপদেওক কুকুৰা এটা দি পূজা আগ বঢ়ায় যেতিয়া মানুহৰ অতিপাত জ্বৰ হয়। হুদুম এটা সাংঘাতিক দেৱতা। ই মানুহৰ গাত জ্বৰ জাৰি, গাৰ বিষ ইত্যাদি কৰায়। খৰাং বতৰও হুদুম দেৱে কৰায় বুলি বিশ্বাস কৰে। গতিকে এই দেৱতাক সন্তুষ্ট কৰাৰ কাৰণে কাছ, ছাগলী, হাঁহ আদি দি পূজা কৰা হয়।

এই দেৱ-দেৱীৰ পূজা কৰাৰ উপৰি হাজংসকলে কৃষিভিত্তিক নাচ-গানৰ উৎসৱ পাতে। ইয়াক লেৱাটানা বুলি কয়। লেৱাটানা উৎসৱ এতিয়া নোহোৱা হৈছে। কিন্তু হাজং জনজাতিৰ প্ৰকৃত উৎসৱ এই লেৱাটানা বুলি অনুমান হয়। জন বিশ্বাসমতে লেৱাটানা উৎসৱ পালন কৰা হয় হাজং জাতিৰ অতীতত জীয়াই থকাৰ কাৰণে কৰি অহা সংগ্ৰামৰ স্মৃতিত। হাজংসকলে বিশ্বাস কৰে যে এই পৃথিৱী হাবি-বননিৰে ভৰপুৰ আৰু খেতিৰ কাৰণে তেনেই অনুপযোগী আছিল। হাজং মুনিহ-তিৰোতাই প্ৰকৃতিৰ এই নিৰ্মম ন্যায় অবিচাৰৰ বিৰুদ্ধে সংগ্ৰমত জঁপিয়াই পৰে আৰু হাবি-বননি কাটি, টানি পেলাই দি খেতিৰ উপযোগী কৰি খেতি-বাতি কৰি ফচল উৎপাদন কৰে। লেৱাটানা উৎসৱ প্ৰকৃতিৰ বিৰুদ্ধে সংগ্ৰাম কৰি তেওঁলোকৰ জয়ৰ প্ৰতিক হিচাপে বছৰত এবাৰ উদ্‌যাপন কৰে। আনন্দত ডেকা-গাভৰু নাচি-বাগি স্ফূৰ্তি-তামাচা কৰে। তেওঁলোকৰ এই বান্ধ নোহোৱা আনন্দ উচ্ছ্বাসত আন এটা বান্ধ খোল খাই যায় সেইটো হ'ল প্ৰাণীৰ আদিম স্পৃহা নৰ আৰু নাৰীৰ এজনৰ আনজনৰ প্ৰতি হোৱা আকৃষ্ট। গতিকে এই লেৱাটানা উৎসৱত বহুতো হাজং ডেকা-গাভৰুৰ ভৱিষ্যৎ ভাগ্যও নিৰ্ধাৰিত হয়। অসমীয়াৰ ৰঙালী আৰু ভোগালী বিহু আৰু গাৰোৰ ৱানগালা উৎসৱত ল'ৰা-ছোৱালীয়ে এজনে আনজনক পছন্দ কৰি মিলন বা বৈৱাহিক সূত্ৰত আবদ্ধ হোৱা নিয়ম বা সংস্কাৰ থকাৰ দৰে হাজংসকলৰো লেৱাটানা উৎসৱত ল'ৰা-ছোৱালীৰ মিলন হৈছিল।

## হাজং তিৰোতাৰ সাজপাৰ

হাজং তিৰোতাসকলে নিজে ঘৰত বোৱা ৰঙা, বগা, হালধীয়া ৰঙৰ ৰংচঙীয়া পাটানি পিন্ধে। পাটানিবিলাক ৫ হাত মান দীঘল আৰু দুই-আঢ়ৈ হাত বহল। এই পাটানি তেওঁলোকে বিশেষ পদ্ধতিৰে বুকুত মেৰাই লয়। ব্লাউজ প্ৰচলন হোৱাৰ আগত আগন নামৰ নিজ হাতেৰে বোৱা নানা তৰহৰ ফুল-তৰা এডোখৰ কাপোৰ দুয়োফালৰ কান্ধত লয়। ইয়াক আগন বুলি কয়। আজিকালি বজাৰত পোৱা ব্লাউজে এই আগনৰ কাম কৰে আৰু প্ৰায়েই আগন নলয়। মূৰত তেওঁলোকে কোনো কাপোৰ নলয় বা ওৰণিৰ প্ৰচলন হাজং সমাজত নাই। কৰবাত আলহী খাবলৈ গ'লে বা বল প্ৰয়োগ কৰিব লগা কাম-কাজ কৰিব লাগিলে বিশেষ কৰি ৰোৱা ৰুৱাৰ সময়ত কঁকালত কমৰ বান্ধা বান্ধি লয়। এই কমৰ বান্ধা গামোচাৰ দৰে তিনি-চাৰি হাত দীঘল আৰু এক ডেৰফুট বহল হয়। এই কমৰ বান্ধা অসমীয়া তিৰোতাৰ ৰিহাৰ লগত ৰিজাব পাৰি আৰু আগন চাদৰৰ লগত যদিও ব্যৱহাৰৰ পাৰ্থক্য আছে।

হাজং তিৰোতাৰ সাজ-পাৰ অত্যন্ত সাধাৰণ। লজ্জা নিবাৰণ কৰা সাজপাৰৰ দৰে হাজং তিৰোতাৰ অলঙ্কাৰ পাতিও অত্যন্ত সীমিত। হাজং তিৰোতাৰ অলঙ্কাৰ-পাতিৰ ভিতৰত নাকত পিন্ধা নলক আৰু নাক ফুল। কাণত পিন্ধা কৰেয়া, হাতত পিন্ধা নল খাৰু, বাহুত পিন্ধা কটা বাজু, গলত পিন্ধা হাচুলী, ভৰিত পিন্ধা বাঘ। হাজং তিৰোতাৰ প্ৰায়বোৰ অলঙ্কাৰ ৰূপৰ হ'লেও কাণ কৰেয়া, নলক, নাকফুল আদি সাধাৰণতে সোণেৰে বনোৱা হয়। ৰূপৰো নোহোৱা নহয়। কিন্তু হাচুলী, কাটা বাজু আৰু বাঘ ৰূপৰ কাৰণ এই বিলাকত ২ ভৰিৰ পৰা ৩ ভৰিলৈকে ৰূপৰ প্ৰয়োজন হয়।

বিবাহিত তিৰোতাবিলাকে শঙ্খৰ শাখা পিন্ধে। ইয়াৰ উপৰি যিসকলে পাৰে তেওঁলোকে নল খাৰু পিন্ধে। যিহেতু হাজং তিৰোতাসকলে পুৰুষৰ লগত সমানে সমানে পথাৰত কাম কৰিব লগা হয়। গতিকে অলঙ্কাৰ-পাতি পিন্ধাৰ সময় তেওঁলোকৰ নোহোৱাৰ নিচিনাই। সেয়েহে বিশেষ সময়, যেনে — আলহী খাবলৈ যোৱা, বিয়া বা পূজা-পাৰ্বণ আদি সময়বোৰতহে অলঙ্কাৰ পিন্ধে।

হাজং বিধবা তিৰোতাসকলে হাতে বোৱা বগা পাটানি পিন্ধে। অলঙ্কাৰ-পাতিৰ ভিতৰত লোৰ বালা হাজং বিধৱাই পিন্ধিব পাৰে আৰু পৰাসকলে পিন্ধে। হাজং মতা মানুহ আন জাতিৰ পুৰুষ মানুহবিলাকৰ

দৰেই ধূতি, পাঞ্জাবী বা চোলা পিন্ধে। হাজং মতা মানুহৰ জাতীয় পোছাক বুলি ক'লে হাতে বোৱা ৫ / ৬ হতীয়া দীঘল আৰু দেৰ-দুই হাত বহল গামোচা। চাৰ্টৰ প্ৰচলন হোৱাৰ আগত চাগৈ তেওঁলোকে উদং দেহেৰেই আছিল।

## হাজং বাদ্য-যন্ত্ৰ

হাজং জনজাতিৰ নিজস্ব বাদ্য-যন্ত্ৰ বুলি ক'লে ঢাকি আৰু মহৰ শিঙৰ বা পেঁপাকেই হাজং জাতীয় বাদ্য-যন্ত্ৰ বুলি ক'ব পাৰি। বৰ্তমান সময়ত ইয়াৰ প্ৰচলন প্ৰায় নোহোৱা হৈছে। ঢাকি প্ৰায় ৩ ফুটমান দীঘল আৰু ইয়াৰ ব্যাসাৰ্ধ প্ৰায় দুই-আঢ়ৈ ফুট হয়। ঢাকি-ঢোলকৰ দৰে ফোঁপোলা কাঠৰ আৰু ছাগলীৰ চামৰাৰ দ্বাৰা ফোঁপোলা কাঠৰ দুয়ো মূৰে বিশেষ পদ্ধতিৰে মেৰিয়াই বনোৱা হয়। ঢাকি আৰু শিঙাৰ প্ৰয়োগ কিছুমান হাজং পৰম্পৰাগত পূজা বা লেৱাটানা উৎসৱত বজোৱা হৈছিল। বৰ্তমান সময়ত ইয়াৰ প্ৰচলন নোহোৱাই হৈছে। তাৰ ঠাইত খোল, কৰতাল, চোঁৱৰ, ঢোলক, খঞ্জৰী আদি উন্নত সমাজৰ বাদ্য-যন্ত্ৰই হাজং সমাজত ঠাই পাইছে।

গীতালুৱে গীত গোৱাৰ সময়ত চোঁৱৰৰ ব্যৱহাৰ অনিবাৰ্য। গীতালুৱে যেতিয়া নাচি নাচি গীত গায় তেতিয়া সেই নাচৰ চেঁৱে চেঁৱে চোঁওৰ ঘূৰাই ঘূৰাই নাচে। হাজংসকলৰ বাদ্য-যন্ত্ৰৰ ভিতৰত নাগৰাৰ ব্যৱহাৰ দেখা নাযায়।

ক। কাছুৱা - কাচ, খ। খাছাং- মঙহ, গ। বিচি ভাত - বৰা চাউলৰ ভাত।

+ ইংকাই, এইদৰে।

++ নেথা, বেয়া।

### গ্ৰন্থপঞ্জী


১। Martin Montgomary, History, Topography, Antiquity of Eastern India, 1976 (RPNT) Vol. V 522.

২। হাজং বীৰেন, তুৰা ৰঙালী বিহু স্মৃতিগ্ৰন্থ, মেঘশ্ৰী, ১৯৯০ চন। বৰ্মন, মতিলাল, উত্তৰ-পূব হাজং উন্নয়ন সমিতিৰ সোণালী জয়ন্তীৰ স্মৃতিগ্ৰন্থ, ১৯৮৭ চন, পৃ. ৩৮

৩। হাজং বীৰেন, ঐ ২ নং

৪। কোচ শিৱেন্দ্ৰ নাৰায়ণ, ৰাচান, ৫ম বছৰ, ১৯৮৫ ঃ ২৩ বৰ্মন মতিলাল, উঃ পূঃ হাঃ উঃ সংৰ সোণালী জয়ন্তী, ১৯৮৭ চন পৃঃ ৩৮

৫। সৰকাৰ ধনেশ্বৰ, হাজং কুল প্ৰদীপ, পৃঃ ৬১।

৮। বৰ্মন মতিলাল, ঐ ২ নং

হাজং কানুৰাম, আগলতি, ১৯৯১ চন, পৃঃ ১৪৬।

৩১। Mackenji, North-East Frontier, 1976 : 549.

৩২। Roy Burman, B. K. Demographic and Socio-Economic Profiles of the Hill Areas of N.E. India, 1970 - 79.

৩৩। Allen B.C., Gagetteers of the Khasi, Jaintia, Garo Hills, Rept. 1980 : Pt. II Ch. III : 29.

৩৪। হাজং লক্ষীন্দৰ, হাজং বিবাহ পদ্ধতি, ১৯৯০, পৃঃ ১২।

৩৫। Mazumdar, A note on Hajong Marriage, Anthropological Survey of India, vol. XVII, No 2 1967 PP. 79-82

হাজং লক্ষীন্দৰ, ঐ ৩৪ নং

৩৬। হাজং লক্ষীন্দৰ, ঐ ৩৪ নং, পৃঃ ২৫

৩৭। Roy, Burman, ibid no. 32 P. 351


### পুথিৰ পাতৰ পৰা

দৰিদ্ৰতাটো পাপ নহয়, নিঃস্ব হৈ যোৱাটোহে পাপ। দুখীয়া হ'লেও আপোনাৰ আত্মসন্মান থাকিব পাৰে, কিন্তু সেইকণো বিসৰ্জন দি যদি আপুনি নিঃস্ব হৈ যায়, তেনেহ'লে আপুনি মহাপাপী!

— ডষ্টয়ভস্কিৰ 'ক্ৰাইম এণ্ড পানিছমেন্ট'ৰ পৰা






# গোৱালপৰীয়া (অবিভক্ত) লোকনাট্য

ড° ধীৰেন দাস

গোৱালপৰীয়া লোকনাট্য কেৱল অসমৰ ভিতৰতে প্ৰখ্যাত নহয়, ভাৰতৰ ভিতৰতো বিশেষভাৱে উল্লেখনীয়। ইয়াৰ সংখ্যাগত আধিক্য আৰু গুণগত বৈচিত্ৰ্যৰ কথা তত্ত্বদৰ্শী পণ্ডিত আৰু সূক্ষ্মদৰ্শী সমালোচকৰহে বিচাৰ্যৰ বিষয়। লোকজীৱন বৰ বৈচিত্ৰ্যপূৰ্ণ, বহু ক্ষেত্ৰত সূত্ৰ বহিৰ্গত আৰু তেনেভাৱে পৰিচালিতও। মানৱ সমাজৰ বৈজ্ঞানিক জীৱনতকৈ লোকজীৱন আগৰ আৰু প্ৰায় সকলো ক্ষেত্ৰতেই লোকজীৱনৰ পটভূমিতহে বৈজ্ঞানিক জীৱনৰ আৱন্তণ হৈছে। আজিৰ যুগত ৰচনাৰ বৈজ্ঞানিক ভিত্তিত নাটকীয় বিভিন্ন উপাদান, আদৰ্শ আৰু দৃষ্টিভংগী, ৰচনা আৰু উপস্থাপনৰ বিভিন্ন কলা-কৌশল সম্বলিত আধুনিক, অত্যাধুনিক নাট্য সাহিত্যৰ যি মহীৰুহ সৃষ্টি হৈছে তাৰ গোৰ হ'ল মধ্যযুগীয় নাট্য সাহিত্য আৰু এই দুয়োটিৰে প্ৰাণশিপা হ'ল লোক জীৱনৰ সামূহিক প্ৰচেষ্টা আৰু প্ৰযত্নত জন্ম পোৱা লোকনাট্যহে। প্ৰাচ্য আৰু পাশ্চাত্য দেশৰ লোকনাট্য লোক জীৱনৰ ধৰ্মীয় বা লোক উৎসৱৰ প্ৰসংগতে আৰু প্ৰাংগণতে জন্ম হোৱা বুলি পণ্ডিতসকলে ঠাৱৰ কৰিছে। "পৃথিৱীৰ সকলো দেশতে ধৰ্মোৎসৱৰ পৰাই নাচ, নাটক, অভিনয়ৰ উৎপত্তি হৈছে। পাশ্চাত্যত নাট অভিনয়ৰ জন্ম হৈছিল গ্ৰীচ দেশৰ ডাইনিছিয়ছ (Dinysios) দেৱতাৰ মন্দিৰত হৈছিল ডাইনিছিয়ছৰ পূজা উপলক্ষে .... কৰা গীত-নৃত্য-বাজনাৰ ওপৰত।.... আৰ্যসকলৰ আগমনৰ পূৰ্বত অসমতো শিৱ পূজাৰ প্ৰাধান্য আছিল। সেই পুৰণি অসমৰ শিৱ মন্দিৰত হোৱা দেৱদাসী নৃত্যৰ প্ৰমাণ আছে। সেই কালত অসমত ঘাইকৈ মন্দিৰ প্ৰাংগণেই আছিল নৃতগীতৰ ৰংগমঞ্চ। মন্দিৰৰ নৃত্যই ক্ৰমবিকাশৰ ফলত অভিনয়ত পৰিণত হ'ল।"[১] অসমৰ লোকনাট্যৰ আলোচনাৰ প্ৰসংগত শংকৰদেৱৰ পূৰ্ব কাললৈ উভতি যাব লগা হয়। কিয়নো তেওঁ চিহ্নযাত্ৰাতেই অংকীয়া নাটকৰ আৱন্তণি কৰিছিল। এনে কথাৰ আঁত ধৰি ড° সত্যেন্দ্ৰ নাথ শৰ্মাই লিখিছে, "প্ৰাচীন অসমৰ প্ৰখ্যাত ৰজাসকলৰ দিনত নৃত্য-গীত-অভিনয়ৰ অনুশীলন হৈছিল। কিন্তু তাৰ স্বাক্ষৰ পাবলৈ নাই। হাজোৰ মাধৱ মন্দিৰ আৰু ডুবিৰ পৰিহৰেশ্বৰ দেৱালয় আৰু বিশ্বনাথৰ শিৱ মন্দিৰত নট-নটীৰ নৃত্য-গীত, অভিনয়ৰ প্ৰচলনৰ বুৰঞ্জী বহুত প্ৰাচীন।.... পুতলা নাচৰ পিচতে উল্লেখযোগ্য নাট্য সমল থকা অনুষ্ঠান হ'ল ওজাপালি।"[২] কালিকা পুৰাণৰ পৰা প্ৰসংগ টানি ড° মহেশ্বৰ নেওগে লিখিছে, "কালিকা পুৰাণত আছে পুষ্যা নক্ষত্ৰ-যুক্তা তৃতীয়াত পাঞ্চালিকা বিহাৰ আৰু শিশুৰ কৌতুক আদিৰে চণ্ডীকাক তুষ্ট কৰিব লাগে। ইয়াত পাঞ্চালিকা বিহাৰ কথাটোৱে সম্ভৱতঃ পুতলা নাচ নাহিবা পাঁচালী গীতৰ আবৃত্তিক বুজাইছে।"[৩] গতিকে শংকৰদেৱৰ পূৰ্বত আৰু সমসাময়িক কালত হোৱা পুতলা নাচ, পাঁচালী নৃত্য-গীত আৰু মন্দিৰ প্ৰাংগণত হোৱা গীতি-নাট্যৰ কথা জানিব পাৰি। এনেবোৰ আহিলাৰ ভিত্তিৰ ওপৰতে পৰৱৰ্তী কালত জনগণ মনোৰঞ্জক আখ্যান বা কাহিনীৰ লগত গীত-পদ-বাদ্য, দৈহিক ভংগিমা বা অভিনয় আৰু সংলাপ সংযুক্ত হৈ যি বিধ পৰিৱেশ্য লোককলাই লোক মানসত ধৰ্মীয় ভাবাদৰ্শ, নীতিজ্ঞান, সামাজিক সংস্কাৰৰ ভাব-ভাবনা সঞ্চাৰ কৰি লোক জীৱন আনন্দমুখৰ কৰাৰ উপৰি জনসমাজত জনশিক্ষা প্ৰদান কৰিছিল সিয়ে সময়ত লোকনাট্য হিচাপে পৰিগণিত হয়।

অতীতৰ বেহাৰক সামৰি লৈ গোটেই অসমতে বহুতো লোকনাট্য অতীতৰ পৰা বৰ্তমানলৈ প্ৰচলিত আছে যদিও গোৱালপাৰা, বেহাৰত ইয়াৰ প্ৰচলন অধিক বুলিব পাৰি। এনে অনুষ্ঠানৰ জন্ম হ'বলৈ লোক মানসিকতা, পৃষ্ঠপোষকতা আৰু উৰ্বৰা পটভূমিৰ আৱশ্য হয়। নামনি অসমত প্ৰাকশংকৰী যুগৰ পৰা কাব্য-পুৰাণ, শাস্ত্ৰ-ধৰ্মৰ চৰ্চা ও আলোচনাৰ পৰিৱেশ সৃষ্টি হৈছিল আৰু তেনে পৰম্পৰা পৰৱৰ্তী কাললৈ চলি আহিছিল। চৰ্যাপদ, শ্ৰীকৃষ্ণ কীৰ্তন, শূন্য পুৰাণ আদিৰ জৰিয়তে কাব্য সংগীতৰ এটি ধাৰা পৰৱৰ্তী কাললৈ বৈ অহা দেখা যায়। পৰৱৰ্তীকালত পাল, খেন আদি বংশৰ ৰজাসকলৰ ৰাজত্ব-কালৰে পৰা সেই ধাৰাবাহিকতা অব্যবহিত পৰৱৰ্তীকাললৈ বৈ অহাৰ প্ৰমাণ পোৱা যায় কমতাৰ ৰজা বিশ্বসিংহৰ পৃষ্ঠপোষকতাত সৃষ্টি হোৱা গীতি -কবিতাৰ ৰচক পীতাম্বৰ, দুৰ্গাবৰ, সুকবি নাৰায়ণ আৰু মনকৰৰ ৰচনা সম্ভাৰেৰে। সি যি কি নহওক বেহাৰ - গোৱালপাৰাই প্ৰাকশংকৰী কোলৰে পৰাই লোকনাট্যৰ পৰম্পৰা যথাযথভাৱে বৰ্তাই ৰখা বুলি ক'ব পাৰি। এই বৃহৎ অঞ্চলত মহাভাৰত, ৰামায়ণ আৰু পুৰাণ আদি গ্ৰন্থৰ পটভূমিত ৰচিত লোকনাট্যবোৰৰ বিষয়বস্তু উক্ত গ্ৰন্থবোৰৰ পৰা পোনে পোনে লোৱা নে লোক সমাজত প্ৰচলিত তেনে কথাৰ পৰা লোৱা সি আজিও প্ৰশ্নাতীত নহয়। কাৰণ ভাৰত-ৰামায়ণ, গীতা-ভাগৱত গ্ৰন্থও প্ৰক্ষিপ্ত বচনে গিলি পেলাইছে বুলি পণ্ডিতসকলে কৈ গৈছে। সেই প্ৰক্ষিপ্ত বচন অইন গ্ৰন্থ নাইবা লোককথাৰ পৰা লোৱা হ'ব পাৰে। ৰামায়ণকেন্দ্ৰিক লোকনাটবোৰ ছপা হৈ ওলোৱা বঙালী ৰামায়ণৰ ওপৰতে ভিত্তি কৰা। কিন্তু সেই গ্ৰন্থ ছপা হৈ জন-সমাজত প্ৰচলিত হোৱাৰ বহু বছৰ পূৰ্বৰে পৰা ৰামজানকীৰ কাহিনী যে সমাজত প্ৰচলিত আছিল তাৰ স্বাক্ষৰ বহন কৰিছে দুৰ্গাবৰৰ গীতি ৰামায়ণে। পদ্মাপুৰাণ, বাঁশী পুৰাণ লোক-নাট্য পদ্মাপুৰাণৰ ভিত্তিত জন্ম পাইছেনে দ্ৰাবিড়ৰ সৰ্পদেৱী মঞ্চমা, নাগম্মা, মুদাম্মাই এই দেশত প্ৰৱেশ কৰিছে সিও চিন্তাৰ কাৰণ। কিয়নো

গোৱালপাৰাত মনসাপূজাৰ বেদীৰ নাম 'মন্দুচ, মন্দুজ' শব্দৰ ধ্বনিগত সাদৃশ্য মঞ্চমা, মুদাম্মা, মনসা অম্মা আদি দ্ৰাবিড়ীয় শব্দৰ লগত দেখা যায়। কবীন্দ্ৰৰ মহাভাৰতো এই অঞ্চলত প্ৰচলিত আছে। গতিকে ভাৰত-ৰামায়ণ, বিভিন্ন পুৰাণৰ আধাৰত, বিভিন্ন দেৱদেৱীৰ মঠ-মন্দিৰৰ আশ্ৰয়ত আৰু লোকজীৱনৰ আধাৰত গোৱালপাৰা-বেহাৰৰ লোকনাট্যবোৰ জন্ম হোৱা বুলি ভাবিব পাৰি।

বৈচিত্ৰ্যেৰে পৰিপূৰ্ণ গোৱালপাৰাৰ লোকনাটবোৰৰ সমালোচনা প্ৰসংগত ড° বীৰেন্দ্ৰ নাথ দত্তই এইবোৰক পূৰ্ণ নাটকীয় আৰু অৰ্ধ-নাটকীয়, শিৱেন্দ্ৰ নাৰায়ণ মণ্ডলে পৌৰাণিক আৰু আখ্যানমূলক, দ্বিজেন নাথে অনুষ্ঠানমূলক, আখ্যানমূলক আৰু বিবিধ বিষয়ক ভাগত বা ৰচনা-ৰীতি আৰু পৰিৱেশন পদ্ধতিৰ ফালৰ পৰা গীতি-নৃত্য-নাট আৰু লোকনাট আৰু ড° শৈলেন ভৰালীয়ে অসমৰ লোকনাট্যসমূহক নৃত্য-গীতপ্ৰধান, অৰ্ধ-নাটকীয় আৰু যাত্ৰা ভাগত বিভক্ত কৰিছে। ড° বীৰেন্দ্ৰ নাথ দত্তই ওজাপালি, কাতিপূজা, পদ্মাপুৰাণ, চৰক পূজাক অৰ্ধ-নাটকীয় বুলিছে। আনহাতে, ড° শৈলেন ভৰালীয়ে ওজাপালি, বাঁশীপুৰাণ, মাৰৈ বা মাৰাই পূজাক পূৰ্ণ নাটকীয় বুলিছে। ইয়াত দুয়োজন পণ্ডিতৰ মতবিৰোধ হোৱাৰ মূল কাৰণ হ'ল উক্ত বিষয়ৰ নিৰ্ধাৰিত সূত্ৰৰ অভাৱ। কিন্তু দুয়োজন পণ্ডিতে কাতি পূজাক অৰ্ধ-নাটকীয় বুলিছে যদিও সি পূৰ্ণ নাটকীয়হে হ'ব লাগে। এইটো বিবেচনা কৰিব পাৰি যে লোকনাটবোৰ কাহিনী, গীত-নৃত্য-বাদ্য, সংলাপ, সজ্জা আৰু অভিনয়ৰ ওপৰত ভিত্তি কৰি বিভাগ কৰিব লাগে। এই কেউটি উপাদান থাকিলে লোকনাট্য আৰু এক বা একাধিক উপাদানৰ অভাৱ হ'লে অৰ্ধ-লোকনাট্য বুলিব পাৰি। কিন্তু অধিক অংশক উপাদানৰ অভাৱ হ'লে তাক লোকনাট্য বোলা সমীচীন নহ'ব। এনে দৃষ্টিভংগীৰে চালে চণ্ডীনাচ, বাঁশপূজাৰ নাচ, সোণাৰায়ৰ মাগন নাচক লোকনাট্য বুলিব নোৱাৰি।

১। ৰামায়ণ মহাকাব্যৰ আধাৰত জন্ম হৈছে কুশানগান বা খাৰাতাল, ৰামায়ণগান বা নৃত্য, ভাওগান, ভাৰীগান বা ছোঁগান, ৰাবাণ গান। কুশান গানৰ গীতাল গীদালক কুশানীত বোলে আৰু তেওঁৰ হাতত বেণা বাদ্যযন্ত্ৰ থাকে বাবে ইয়াক 'বেণাগানো' বোলে। মধ্য পশ্চিম গোৱালপাৰাৰ লগতে বেহাৰতো (উত্তৰবংগ) এই গান আজিও বহলভাৱে প্ৰচলিত আছে। ৰঘুকুলনন্দন ৰামৰ বন্দনাৰে আৰম্ভ কৰি ৰামায়ণৰ যি কোনো এটি কাহিনী ইয়াত গোৱা হয়। গীতালৰ মূল-সহযোগী চৰিত্ৰ হ'ল দোৱাৰী। দলটোত ২/৩ জন গায়ন-বায়ন, ৪/৫ জন পালি, ৭/৮ জনীমান নাচনী লাগে। খোল, দোতাৰা, বাঁহী, মঞ্জুৰী, হাৰমনিয়াম, বেহেলা আদি বাদ্যযন্ত্ৰ ব্যৱহাৰ কৰা হয়। গীতালে ওজাপালিৰ ওজাজনৰ দৰে পোছাক পিন্ধে। দোৱাৰীৰ পোছাক বিভিন্ন ৰঙেৰে ৰঞ্জিত হয়। বন্দনাৰ পিছত হাক ডাক দি কাহিনী আৰম্ভ কৰে - পদ পয়াৰ গায়। গীতাল দোৱাৰীয়ে কথোপকথনেৰে গোৱা পদৰ ভাংতি বা ভাওনি দিয়ে। মাজে মাজে চটকা, ভাৱাইয়া, দেহত্বৰ গীতো গায় ধৰ্মীয় কাহিনী শুনাৰ একঘেয়ামী দূৰ কৰিবলৈ। এই জিলাৰ মধ্য অঞ্চলত এই গানক খাৰাতাল, খাৰাপুৰাণ বা খাৰাতালি বুলি কয়। খাৰা অৰ্থাৎ থিয় হৈ এই গান গোৱা বাবে ই খাৰাতাল। বহি বহি গোৱা গানক বইসাতাল বা বইসাতালি বুলি কয়। ই মূলতঃ কুশান গানেই। ৰামায়ণৰ বিষয়বস্তু লৈ গীতাল দাইনাপালি আৰু ৫/৬ জনমান পালিৰে গোৱা আন এবিধ গান হ'ল **ৰামায়ণগান**। গীতালৰ হাতত চৰ (চোঁৰৰ) আৰু পালিৰ হাতত খুটি তাল থাকে। সকলোৰে ধুতি পিন্ধে। ভাওগান, **ভাৰীগান বা ছোঁগান** মহাপুৰুষৰ চিহ্ন যাত্ৰাৰ পৰ্যায়ৰ। ই ৰামায়ণ বা ৰাম-ৰাৱণৰ গান। অভিনেতাসকলে অভিনয় কৰিবলৈ লোৱা চৰিত্ৰেৰে সামঞ্জস্য থকা মুখা পিন্ধি ওখ মঞ্চত অভিনয় কৰে। গান-বাজনা হয় আৰু গীতাল, দোৱাৰী, পালিসকলৰ বাক্য বচনৰ অভিনয় কৰে মঞ্চৰ চৰিত্ৰবোৰে। এই অভিনয়ে পুতুলনাচৰ পৰম্পৰা ৰক্ষা কৰি আছে।

২। মনসা কাব্য বা পদ্মাপুৰাণৰ ভিত্তিত (ক) **মনসা বা পদ্মাপুৰাণ** খ। **বাঁশীপুৰাণ** আৰু গ। ওজাপালি **লোকনাট্য** প্ৰচলন আছে। সৰ্বভাৰতীয় পৰ্যায়তে গোৱালপাৰাতো সৰ্প পূজাৰ প্ৰাধান্য আছে। বেহাৰ, গোৱালপাৰাত মনসা প্ৰতি মাৰেয়াৰ অৰ্থাৎ গৃহস্থৰ গৃহদেৱী বাবে এই পূজাক মাৰাই পূজাও বোলে। **বাঁশীপুৰাণ** লোকনাট্যত যোৰবাঁশী বজোৱা হয়, চুকুৰী নাচ নাচে, গীতালৰ হাতত চোঁৰৰ থাকে, বাঁশীপুৰাণ যি কোনো লোক অনুষ্ঠানত পৰিৱেশন কৰিব পাৰে। গীত-নৃত্য-সংলাপ ইয়াত আছে। **মানসা বা পদ্মাপুৰাণত** বাঁশী নবজায়, চুকুৰী নানাচে। ই কেৱল মনসা পূজাতহে পৰিৱেশিত হয়। গীতালৰ হাতত চোঁৰৰ থাকে। মনসা কাব্যৰ পদবোৰ গীত হিচাপে গোৱা হয় আৰু কথোপকথনেৰে পদবোৰৰ ভাওনি দিয়া হয়। কেতিয়াবা গীত-নৃত্য আৰু কথোপকথনেৰে মনসা কাব্যৰ কাহিনী ব্যাখ্যা কৰা হয়। **ওজাপালি** লোকনাট্য বিশেষকৈ দক্ষিণ গোৱালপাৰাত প্ৰচলিত। কামৰূপী ওজাপালি লোকনাট্যানুষ্ঠানৰ লগত ইয়াৰ সাদৃশ্যও মন কৰিব লগীয়া। এই অনুষ্ঠানে জড়িত দেওধায়ে গীত-নৃত্য আৰু সংলাপেৰে নাট্যৰস আৰু অভিনয় মহিমাৰে গোটেই নাট্যানুষ্ঠানটি আকৰ্ষণীয় কৰি দৰ্শক শ্ৰোতাক বিমল আনন্দত নিমজ্জিত কৰি ৰাখে।

৩। শিৱপ্ৰধান শিৱ পুৰাণ, স্কন্ধ পুৰাণৰ ওপৰত ভিত্তি কৰি চৰকপূজা, কাতিপূজা অনুষ্ঠান সৃষ্টি হৈছে। এই দুয়োটি অনুষ্ঠান পৰিৱেশনত পূৰ্ণ পৰ্যায়ৰ লোকনাট্যানুষ্ঠান পৰিৱেশিত হয়। চৰকপূজা পুৰুষ প্ৰধান অনুষ্ঠান আৰু ইয়াত পুৰুষৰ প্ৰৱেশ নিষেধ। দুয়োটি অনুষ্ঠানতে কাহিনী-গীত-নৃত্য আৰু অভিনয় আছে। প্ৰথমটিত শিৱ পাৰ্বতীৰ বিয়াই দ্বিতীয়টিত কাৰ্তিকৰ জন্ম কথাই প্ৰাধান্য পাইছে। দুয়োটি অনুষ্ঠানতে বহু চৰিত্ৰই অংশ গ্ৰহণ কৰে। চৰকপূজাত যাদুবিদ্যাৰ প্ৰভাৱো দেখা যায়।

৪। পালাগান বা দোতৰাৰ গান ঃ

পালাগানৰ অৰ্থ হ'ল পালা (কাহিনী) থকা গান। ইয়াত দোতৰা মুখ্য যন্ত্ৰ বাবে ইয়াক দোতৰাৰ গানো বোলে। উপস্থাপনত গীতাল, দোৱাৰী, পালি, গায়িন-বায়িন, চুকুৰী আদি থাকে আৰু পৰিৱেশনত দোতাৰা, হাৰমনিয়াম, বাঁশী, একতাঁৰা, বেণা, গোপীযন্ত্ৰ, বেহেলা, মঞ্জুৰী আদি বাদ্যযন্ত্ৰ ব্যৱহাৰ কৰে। পালাগানৰ কাহিনী পৌৰাণিক, ঐতিহাসিক, কাল্পনিক হ'ব পাৰে। ইয়াৰ আন এটি নাম কেচ্ছাবন্দী। কেচ্ছা শব্দৰ অৰ্থ হ'ল সাধুকথা বা কাহিনী। গতিকে কেচ্ছা (কাহিনী) থকা বাবে ই কেচ্ছাবন্দী। তেনেদৰে পালা থকা বাবে ইয়াক পালাবন্দীও বোলে। পুৰণি বেহাৰ, গোৱালপৰাত প্ৰচলিত কিছুমান পালা গান এনেধৰণৰ ঃ

১। মহাভাৰতৰপৰা লোৱা ঃ হৰিশ্চন্দ্ৰ, নলদময়ন্তী, দাতাকৰ্ণ, বৃষকেতু আদি।



২। কাল্পনিক ঃ বেলমতী, শীতবসন্ত, মদনকুমাৰ, কমলাৰ বনবাস।

৩। পীৰফকিৰৰ গান ঃ সত্যপীৰ, মাণিকপীৰ, সোণাপীৰ, মনাইপীৰ।

৪। বাৰমাসী ঃ কন্যা বাৰমাসী, শান্তি বাৰমাসী, নাৰী বাৰমাসী আদি।

লোক সাহিত্য গতিশীল, লোকনাট্যও। অতীতৰ লোকনাট্যৰ উপাদানৰ অৱলম্বনত বা পুৰণি ৰীতিৰ আধাৰত নতুন বিষয় বস্তু সংগ্ৰহ কৰি নতুন লোকনাট্য ৰচিত হৈ আছে। শিৱানন্দ শৰ্মাৰ সম্পাদনাত প্ৰকাশ পোৱা 'গোৱালপাৰা জিলা সংস্কৃতি সংৰক্ষণ, স্মৃতিগ্ৰন্থৰ ৩ পৃষ্ঠাত লিখিছে, "মুছলমান ধৰ্ম প্ৰৱৰ্তিত হোৱাৰ পিছত এই (ময়নামতী) কাহিনীৰ ওপৰত ভিত্তি কৰি এই অঞ্চলৰ গীতালসকলে মবিচমতী, কেশমতী, ভেলোৱা সুন্দৰী, ৰাজবালা আদি (লোকনাট্যৰ উপযোগী) গীত ৰচনা কৰিছে।" তেনেদৰে সত্যপীৰৰ গানৰ আৰ্হিত সাতসতীন, আইনামতী আদিও ৰচিত হৈছে। লোক সাহিত্য বা লোকনাট্যৰ ই স্বভাৱজ ধৰ্ম। লোকনাট্যবোৰত একোটি উৎকণ্ঠা মিশ্ৰিত কাহিনীৰ উপৰি লোকগীত-মাত, নৃত্য-বাদ্য আৰু সংলাপ থকা বাবে এইবোৰে আজিৰ অত্যাধুনিক যুগতো জনসাধাৰণৰ প্ৰভূত সমাদৰ পাই আছে আৰু জনজীৱন থকালৈ সমাদৃত হৈ থাকিব। আধুনিক বিজ্ঞান বহুদূৰ আগবাঢ়ি আহিছে। কিন্তু জন-সংস্কৃতি কোনো দেশতেই আজিও ম্লান হোৱাহি নাই। বিজ্ঞানৰ চৰম উৎকৰ্ষতাৰ দিনতো জন-জীৱন থাকিব আৰু জন-সংস্কৃতিও থাকিব বুলি ধাৰণা কৰিব পাৰি।

গোৱালপৰীয়া লোকনাট্যৰ আংগিকৰ কথাও মন কৰিব লগীয়া। প্ৰকৃত লোকনাট আৰম্ভ হোৱাৰ আগতে বন্দনা অনুষ্ঠান আৰম্ভ হয়। আৰম্ভণিতে খোল বাদকসকলে নৃত্যৰ লগতে বিভিন্ন তালৰ বিভিন্ন বোলবোৰ খোলত বজায়। লগে লগে গীতালে খোলৰ বোলবোৰ মুখেৰে মাতি যায়। শুভানন্দ চক্ৰৱৰ্তীয়ে মহাপুৰুষৰ সত্ৰীয়া নাচত ব্যৱহাৰ কৰা মৃদংগ ধেমালি, মণিপুৰী নৃত্য পদ্ধতি আৰু ভাৰত নাট্যমৰ লগত ইয়াৰ সাদৃশ্য থকা বুলি লিখিছে। নাট আৰম্ভ হোৱাৰ আগত কৰা এই অনুষ্ঠানটিক আসৰ বন্দনা বুলি কোৱা হয়। এই আসৰ বন্দনাৰ ক্ৰম এনেধৰণৰ ঃ

১। আসৰ বন্দনা ঃ ক) সকলোবোৰ ধ্বনি যন্ত্ৰ একেটি সুৰ বা ৰাগত বান্ধি লোৱা হয় আৰু পিছত যন্ত্ৰবোৰৰ বন্দনা আৰু দৰ্শক ৰাইজৰ বন্দনা কৰা হয়।

খ) খলা বন্দনা অৰ্থাৎ যিডোখৰ ঠাইত বহি বিভিন্ন বাদ্য যন্ত্ৰ বজাই নৃত্য-গীত অভিনয় কৰি লোকনাট্য পৰিৱেশন কৰিব আৰু যি ঠাইত বহি বা থিয় হৈ দৰ্শক শ্ৰোতাই লোকনাট্য উপভোগ কৰিব সিয়ে খলা আৰু তাৰ অপায়-অমংগল দূৰীকৰণৰ বাবে কৰা বন্দনাই খলা বন্দনা।

গ) দেৱ বন্দনা ঃ এই বন্দনাৰ ভেদ দেখা যায়। সাধাৰণতে ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰ, বাগেশ্বৰী সৰস্বতী, গুৰু গোসাঁইৰ বন্দনা কৰা দেখা যায়। উত্তৰ দক্ষিণ-পূব-পশ্চিম দিশ দিগপালৰ বন্দনা, কৈলাস, পাহাৰ-পৰ্বত, সাগৰ বন্দনাও কৰা হয়। কুশান গানত এইবোৰৰ উপৰি দশৰথ, শ্ৰীৰাম-জানকী, হনুমান আদিৰ বন্দনা কৰা দেখা যায়।

ঘ) হাক ডাক ঃ বন্দনা শেষ হোৱাৰ পিছত গীতাল বা কুশানীয়ে হাক ডাক দিয়ে। ই লোকনাট্য আৰম্ভ হোৱাৰ প্ৰাক্কালত নাট্যদলৰ মূলজনে দীঘল সুৰে পদ মাতি সকলোকে নাট্যাৰম্ভৰ ইংগিত দিয়া বচন। যেনে ঃ

ও... হে..., আহাৰে হায় হায়,
ওৰে আজ আনন্দেৰ সীমা নাই,
চান্দ বদনে হৰি বলোৰে ভাই।।

এই কেউটি অংগ সমাপ্ত হোৱাৰ পিছত প্ৰকৃত লোকনাট্য আৰম্ভ হয়। গতিকে এই ছোৱাক পূৰ্বৰংগ বোলা যায়।

২। লোকনাট্যৰ দল ঃ একোখন লোকনাট পৰিৱেশন কৰিবলৈ ২০ ৰ পৰা ২৫ জনলৈ মানুহৰ আৱশ্যক হয়। গোটেই দলটিৰ ভিতৰত মুখ্য স্থান লৈ থাকে গীতালে। তেওঁক মূল বুলিও কয়। তেওঁৰ প্ৰধান সহযোগী হ'ল দোহাৰ, দোহাৰী বা দোৱাৰী। মুখ্যত এই দুই চৰিত্ৰৰ গান আৰু বাক্য বচনেৰে পালাগানৰ কাহিনী আগ বঢ়াই নিয়া হয়। দলটো ৮/১০ জনীমান নাচনী (ডেকা ল'ৰাই নাচনীৰ বেশ লয়) বা চুকুৰী/ছুকুৰী থাকে, দুজন বায়িন, ৪/৫ জনমান গায়িন (বায়ন, গায়ন) বা পালি/পাইল অৰ্থাৎ গীতদিত সহযোগ কৰা মানুহ আৰু বাঁহী, দোতৰা, বেহেলা, হাৰমনিয়াম, গোপীযন্ত্ৰ, মঞ্জুৰীবাদক থাকে। দোৱাৰীৰ পোছাক হাস্যৰসোদ্দীপক হয়। বাকীবোৰৰ মাৰ্জিত ৰুচিৰ পোছাক হয়। কুশান গানত বেণা, পদ্মাপুৰাণত চৰ গীতালৰ হাতত থাকে। ভাও, ভাৰী বা ছোঁগানত মুখা ব্যৱহাৰ কৰা হয়।

৩। মঞ্চ বা দৰহাঃ মুকলি আকাশৰ তলতে লোকনাট্যৰ মঞ্চ তৈয়াৰ কৰা হয়। মঞ্চৰ মাজত গায়িন, বায়িন, পালিসকলে নানান বাদ্যযন্ত্ৰ লৈ মুখামুখীকৈ বহে। তেওঁলোকৰ চাৰিওফালে ১০/১২ হাত বহল এডোখৰ ঠাই থাকে। ইয়ে মঞ্চ। দৰ্শক শ্ৰোতাই চাৰিওফালৰ পৰা লোকনাট্য চাব পাৰে।

৪। উপস্থাপন ঃ লোকনাট্যৰ উপস্থাপন ৰীতি সবাতকৈ আকৰ্ষণীয়। প্ৰথমতে পদ গায়, পিছত তাৰ ভাংতি দিয়ে। গীত-পদ-নৃত্য-সংলাপৰ উপৰি অভিনয়ো যুক্ত হৈ থাকে। মূল কাহিনীৰ লগতে কেতিয়াবা লোকগীতো গোৱা হয়। কেতিয়াবা খেমটা গায়। আকৌ ৰাইজৰ অনুৰোধত কেতিয়াবা দোৱাৰী উঠে। তেতিয়া মূল কাহিনী বন্ধ থাকে। দোৱাৰীয়ে আন সহযোগীৰ সহায়ত হাস্য কৰুণ ৰসোদ্দীপক নতুন কাহিনী উপস্থাপন কৰে আৰু শ্ৰোতা দৰ্শকক বিভিন্ন ৰসত নিমজ্জিত কৰি ৰাখে। দোৱাৰী চৰিত্ৰৰ কামকাজৰ 'ভাউৱা' চৰিত্ৰৰ লগত মিল আছে। ভাউৰাই 'ভাউৱা উঠা' কথাটোৰ 'দোৱাৰী উঠা' কথাটোৰ লগত মিলো দেখা যায়। মূল কাহিনীৰ বহিৰ্গত এই আটাইখিনিয়ে আধুনিক নাটকৰ নাট্য বিৰামৰ দৰে কাম কৰে। গীতাল চৰিত্ৰক অংকীয়া নাটকৰ সূত্ৰধাৰৰ লগত তুলনা কৰিব পাৰি। কিন্তু দোৱাৰী চৰিত্ৰ তাতোকৈয়ো এখোপ চৰা। এই চৰিত্ৰ সৃষ্টিত ১৪ বছৰৰ প্ৰশিক্ষণ লাগে বুলি জনমতো আছে।

৫। ক্ষমা প্ৰাৰ্থনা ঃ অংকীয়া নাটকৰ মুক্তি মংগলৰ দৰে গোৱালপৰীয়া লোকনাট্যৰ শেষৰ অংগটি হ'ল ক্ষমা প্ৰৰ্থনা। অনুষ্ঠানৰ একেবাৰে শেষত নাট্যদলৰ মানুহবোৰে অজ্ঞানকৃত ভুল-ভ্ৰান্তিৰ, বাক্য-বচনৰ বাবে ৰাইজৰ ওচৰত আঁঠু লৈ ক্ষমা বিচাৰে-কেতিয়াবা বিদায় গীতেৰে, কেতিয়াবা ক্ষমা প্ৰাৰ্থনাৰে। ই বৰ কৰুণ। তাৰ সাক্ষী উপস্থিত ৰাইজ আৰু দলৰ মানুবোৰৰ চকুৰ পৰা বিদায় মুহূৰ্তৰ ওলাই অহা চকুপানী।

কুশান নৃত্য

বাঁশীপুৰাণ নৃত্য

লোকনাট্যবোৰৰ আলোচনাৰ লগতে ভৱিষ্যতৰ কথাত চিন্তা কৰা উচিত। লোকনাট্যবোৰৰ বৰ্তমানৰ ৰূপ দেখি নিশ্চিতকৈ অনুমান কৰা যায় যে ইয়াৰ অতীত দৃঢ় ভিত্তিৰ ওপৰত প্ৰতিষ্ঠিত আছিল আৰু সি আছিল গৌৰৱোজ্জ্বল অধ্যায়। আজিৰ জটিলতৰ সাংস্কৃতিক সমন্বয় আৰু সংঘাতৰ দিনতো এই লোকনাট্য সংস্কৃতি অম্লানবদনে বে আছে যদিও ভৱিষ্যৎ সম্বন্ধে এই বিষয়ে চিন্তাৰ কাৰণ নাই বুলি ক'ব নোৱাৰি। আধুনিক শিক্ষাৰ বিস্তাৰ আৰু অৰ্থনৈতিক সমস্যাই সৃষ্টি কৰা ঔদাসীন্যৰ আঘাত এই সংস্কৃতিৰ ওপৰত পৰাৰ স্বাক্ষৰ বৰ্তমানে বিভিন্ন ক্ষেত্ৰত পোৱা যায়। ভৱিষ্যতে এনে আঘাত উত্তৰোত্তৰ বৃদ্ধি পাব বুলি ভাবিব পাৰি। এনে ক্ষেত্ৰত জাতিৰ এই আপুৰুগীয়া সাংস্কৃতিক সম্পদ লোকনাটৰ ভৱিষ্যত সম্বন্ধে সন্দিহান হ'ব লগা হয়। বিলুপ্তিৰ পৰা ৰক্ষা কৰি ইয়াৰ ভৱিষ্যত উজ্জ্বলতৰ কৰি তুলিবলৈ চৰকাৰ, সমাজ আৰু সংশ্লিষ্ট শিল্পী সমাজে দায়িত্ব মূৰ পাতি লোৱা উচিত। কাৰণ সংস্কৃতিয়ে মানৱ জাতি, গোষ্ঠীৰ পৰিচয়ৰ প্ৰমাণপত্ৰ। ই পূৰ্বপুৰুষৰ সংবাদ সম্বলিতও। পেটত গামোচা বান্ধি কোনো শিল্পীয়ে সংস্কৃতি সংৰক্ষণৰ বাবে সেই সংস্কৃতিৰ সাধনা কৰি থাকিব নোৱাৰে —এই কথাটি সকলো পক্ষই বিবেচনা কৰা উচিত আৰু এই বিষয়ে দায়িত্ব মূৰ পাতি লোৱা উচিত।

বেহাৰ-গোৱালপাৰাৰ লোক সংস্কৃতিৰ বৈচিত্ৰ্যৰ কথা বিশেষভাৱে মন কৰিব লগীয়া। কিন্তু প্ৰাগজ্যোতিষ ৰাষ্ট্ৰৰ পৰা ধাৰাবাহিকতা ৰক্ষা কৰি থকা এই সংস্কৃতিয়ে আজিৰ এই অত্যাধুনিক যুগতো প্ৰকৃত বিশ্লেষণৰ পৰা বঞ্চিত হৈ আছে। সেয়ে অসমৰ সাংস্কৃতিক সঞ্চালকালয়ে প্ৰতি বছৰে গোৱালপাৰাৰ দক্ষিণ, মধ্য আৰু পশ্চিম অঞ্চলক সামৰি তিনিটাকৈ সাংস্কৃতিক সমাৰোহ পাতক আৰু অসম আৰু বাহিৰৰ বিশ্ববিদ্যালয়ৰ লোক সংস্কৃতি বিষয়ক অধ্যয়নপুষ্ট পণ্ডিতসকলক নিমন্ত্ৰণ কৰি আনি সেইবোৰ দেখুৱাই সাংস্কৃতিক উপাদানবোৰৰ যথাযথ আলোচনাৰ ব্যৱস্থা কৰক আৰু এনে অনুষ্ঠানৰ পৃষ্ঠপোষকতাৰ দায়িত্ব লওক অসম চৰকাৰে। আমি ভাবো, এই বৃহৎ অঞ্চলৰ সাংস্কৃতিক উপাদানবোৰৰ তত্ত্বমূলক সম্যক আলোচনা এতিয়াও বাকী আছে আৰু এনে আলোচনাই সাংস্কৃতিক ক্ষেত্ৰত নতুন দিশো উন্মোচন কৰিব পাৰে। সেয়ে এই প্ৰস্তাৱ সংশ্লিষ্ট কৰ্তৃপক্ষসমূহে বিবেচনা কৰা উচিত।

আমি ভাৰতবাসী লোক সংস্কৃতিৰ পটভূমিত জন্মগ্ৰহণ কৰিছোঁ, সেই সংস্কৃতিৰে লালিত-পালিত হৈ বৰ্ধিত হৈছো আৰু লোক সংস্কৃতিৰ সংস্কাৰৰ জৰিয়তেই আমি পৃথিৱী এৰি গৈ আছো। ধৰ্মীয় নীতি-নিয়ম, আত্মা -পৰমাত্মাৰ দাৰ্শনিক তত্ত্বও আদৰ্শ জীৱনত খটোৱাতকৈ ভাৰতত প্ৰধানকৈ লিখিব, ক'বলৈহে ব্যৱহাৰ কৰা হয়। ভাৰতত বিজ্ঞান আৰু বৈজ্ঞানিকৰ যিমানেই প্ৰাদুৰ্ভাৱ নাথাকক কিয়, বিজ্ঞানীসকলো যে জন-সাধাৰণৰ লৌকিক মানসতাপূৰ্ণ আৰু লোক সংস্কৃতি আৰু লোক সংস্কাৰত ডুব গৈ আছে, সেইটো স্পষ্টকৈ প্ৰমাণ পোৱা গৈছে ভাৰতীয় বিজ্ঞানী সংস্থাই মাটিৰে নিৰ্মিত নিৰ্জীৱ গণেশ দেৱতাই গাখীৰ খোৱা বুলি কোৱা কথাত। গতিকে যি জন-সংস্কৃতি জন-জীৱনৰ ত্ৰিকাল ব্যাপ্ত আৰু সৰ্বস্তৰৰ মানুহেৰে ওতপ্ৰোতভাৱে জড়িত সেই সংস্কৃতিৰ নিৰপেক্ষ অধ্যয়ন অতিকৈ কাম্য। এই দৃষ্টিভংগীতে লোকনাট্য আৰু ই যি সংস্কৃতিৰ অবিচ্ছেদ্য অংগ সেই সংস্কৃতিৰ অধ্যয়ন হ'ব লাগে। কিয়নো লোক সংস্কৃতিৰ এটি উপাদানক একেবাৰে পৃথকভাৱে লৈ আলোচনা কৰা সম্ভৱ নহয়। লোক সংস্কৃতিৰ উপাদানবোৰ পৰস্পৰে অংগাংগীভাৱে জড়িত। গতিকে বহু শতাব্দী অতীতৰ পৰা পৰিৱৰ্তন, পৰিৱৰ্ধনেৰে আজিলৈ আগবাঢ়ি অহা আৰু ভৱিষ্যতলৈ গতি কৰা এই লোক সংস্কৃতিৰ পূৰ্ণাংগ আলোচনা দৰ্কাৰ।

অতীতৰ কেবাশ বছৰ অতিক্ৰম কৰি আহোঁতে এই সংস্কৃতিয়ে বহুত উপাদান হেৰুৱাই আৰু বহুতো নতুন উপাদান গ্ৰহণ কৰি আহিছে। কিন্তু এই গ্ৰহণ- বৰ্জনৰ দিশ নিৰ্ণয় কৰিবলৈ আজি আমাৰ হাতত কোনো সম্বল নাই, সাক্ষী, প্ৰমাণ নাই। কিন্তু আজি আমি আমাৰ হাতত যিখিনি পাইছো তাকো যদি লিখিত ৰূপত সজ্জিত কৰি এৰি থৈ যাব নোৱাৰো, তেন্তে তিনি-চাৰিশ বা ততোধিক বছৰ পিছত আমাৰ বংশধৰ গৱেষকে আজিৰ (১৯৯৭) সমাজ জীৱনৰ অধ্যয়ন কৰিবলৈ যাওঁতে কোনো উৱাদিহ নেপাই, উজুটি খাই আমাক ধিক্কাৰ দিব। গতিকে ভৱিষ্যতৰ বাবে ই অতি গুৰুত্বপূৰ্ণ কাম আৰু ইয়াক সত্য আৰু সঠিক ৰূপত নিষ্ঠাৰে লিখি থৈ যোৱাটো বৰ্তমান পুৰুষৰ এক অতি গুৰুত্বপূৰ্ণ দায়িত্ব। লোক সংস্কৃতিক লৈ সমাজ জীৱন আৰু সমাজ জীৱনক কেন্দ্ৰ কৰি লোক সংস্কৃতি বৰ্তি থাকে। গতিকে লোক সংস্কৃতিৰ মাজত সেই সমাজ জীৱনৰ স্বৰূপ দেখা যায়। সেয়ে লোকনাট্যকে আদি কৰি এই বৃহৎ অঞ্চলৰ লোক সংস্কৃতিৰ সৰ্বদিশ সামৰি বৈজ্ঞানিক ভিত্তিত কৰা আলোচনাৰ দুৱাৰ মুকলি কৰা হওক আৰু ভৱিষ্যৎ পুৰুষৰ বাবে কৰি থৈ যাব লগা কামফেৰাও আৰম্ভ কৰা হওক।

(প্ৰায় এবছৰ আগত লেখকে কলা তীৰ্থত (গুৱাহাটী) জমা দিয়া 'গোৱালপৰীয়া লোকনাট্য'ৰ প্ৰায় ৩৫ পৃষ্ঠাৰ প্ৰবন্ধটিৰ ছাঁ লৈ কথাখিনি যুগুতোৱা হৈছে।)

— ধীৰেন দাস




# অবিভক্ত গোৱালপাৰা জিলাৰ কোচ-ৰাজবংশীৰ বিষহৰি পূজাঃ এটি সমালোচনাত্মক সমীক্ষা

উপেন্দ্ৰ নাথ চৰকাৰ

বিষহৰি পূজা অবিভক্ত গোৱালপাৰা জিলাৰ একমাত্ৰ কোচ ৰাজবংশীসকলেই নকৰে, এই জিলাৰ আন কিছুমান জনগোষ্ঠীয়েও কৰে। অকল অবিভক্ত গোৱালপাৰা জিলাতে নহয়, অসমৰ আন কেইখনমান জিলাতো বিষহৰি পূজাৰ প্ৰচলন আছে। অসমৰ উপৰি ভাৰতবৰ্ষৰ বিভিন্ন জনগোষ্ঠীয়েও ভিন ভিন নামেৰে আৰু ভিন ভিন পদ্ধতিৰে বিষহৰি বা মনসা পূজা কৰি গোষ্ঠীগত ধ্যান-ধাৰণা তথা গোষ্ঠীগত সাংস্কৃতিক ঐতিহ্যৰ পৰম্পৰা প্ৰকাশ কৰে। অভিভক্ত গোৱালপাৰা জিলাৰ কোচৰাজবংশীসকলেও স্বকীয় পদ্ধতিৰে বিষহৰি পূজা অনুষ্ঠিত কৰি আহিছে।

বিষহৰি পূজাৰ আচৰণীয় পদ্ধতিৰ মাজত কোচৰাজবংশীসকলৰ জাতীয় ইতিহাস, সামাজিক জীৱন পদ্ধতি আৰু আধ্যাত্মিক ধ্যান-ধাৰণাৰ প্ৰতিফলন ঘটা দেখা যায়। সেয়েহে কোচৰাজবংশীসকলে আচৰণ কৰা বিষহৰি পূজাৰ পদ্ধতিৰ এটি সম্যক আলোচনা কৰিলেই এই পূজাই তেওঁলোকৰ সামাজিক জীৱন ধাৰাত কেনেকৈ আৰু কেতিয়া স্থান লাভ কৰিছে সেই কথা ওলাই পৰিব আৰু তেওঁলোকৰ জাতীয় জীৱনৰ ইতিহাসৰ অন্ধকাৰ দিশতো এটি আলোকপাত কৰা যাব।

মনসা পূজাৰ উৎপত্তি সম্পৰ্কে ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণ আৰু দেৱী ভাগৱতত আছে যে, ব্ৰহ্মাৰ উপদেশত কশ্যপে সৰ্পমন্ত্ৰৰ সৃষ্টি কৰে আৰু তপোবলেৰে এই মন্ত্ৰৰ অধিষ্ঠাত্ৰী দেৱী মনসাৰ উৎপাদন কৰে। মানসী কন্যা কাৰণেই এই দেৱীৰ নাম মনসা। মনসা জৰুৎকাৰ মুনিৰ পত্নী, আস্তিকমাতা আৰু বাসুকী ভগিনী। মহাভাৰততো প্ৰায় অনুৰূপ মনসাৰ কাহিনী বৰ্ণিত হৈছে আৰু ইয়াতো মনসা জৰুৎকাৰ মুনিৰ পত্নী আৰু বাসুকী ভগিনী।

ড° বিৰিঞ্চি কুমাৰ বৰুৱা আৰু ড° সত্যেন্দ্ৰ নাথ শৰ্ম্মাদেৱে সম্পাদনা কৰা 'মনসাকাব্য" (প্ৰথম খণ্ড ৬ষ্ঠ প্ৰকাশ) গ্ৰন্থৰ 'মনসা পূজাৰ চমু ইতিবৃত্ত'ত উল্লেখ কৰিছে যে উক্ত ব্ৰহ্মবৈৱৰ্ত্ত পুৰান আৰু দেৱী ভাগৱত দশম শতিকাৰ পাছৰ ৰচনা বুলি পণ্ডিতসকলে মতপোষণ কৰিছে। মহাভাৰতৰ জৰুৎকাৰ মুনিৰ পত্নী, বাসুকী ভগিনী আৰু আস্তিকমাতাও ক'তো পূজনীয়া দেৱীৰূপে উল্লিখিত হোৱা নাই।

অতি প্ৰাচীন বৈদিক সাহিত্যত সৰ্পপূজাৰ কোনো উল্লেখ নাথাকিলেও অথৰ্ব্ববেদত সৰ্পমন্ত্ৰৰ উল্লেখ থকা দেখা যায় আৰু এই বেদত সৰ্প বিদ্যা বিশাৰদা বিষহৰিক কিৰাত কন্যা বোলা হৈছে। কিন্তু এই কিৰাত কন্যাতো কোনো দেৱীত্ব আৰোপ কৰা হোৱা নাই। বৌদ্ধ সাহিত্যতো সৰ্পদেৱী বুলি কোনো দেৱীৰ উল্লেখ নাই। কিন্তু তান্ত্ৰিক বৌদ্ধ সম্প্ৰদায়ৰ তান্ত্ৰিক গ্ৰন্থ 'সাধন মালা'ত জাঙ্গুলী নামেৰে এগৰাকী সৰ্পদেৱীৰ বিৱৰণ পোৱা যায়।

পণ্ডিতসকলে মতপোষণ কৰে যে, অথৰ্ব্ববেদৰ কিৰাত কন্যাই বৌদ্ধ তান্ত্ৰিকসকলৰ হাতত পৰি জাঙ্গুলী লৈ ৰূপান্তৰিত হয় আৰু পৰৱৰ্ত্তী সময়ত এই জাঙ্গুলীয়ে ৰূপান্তৰৰ মাজেদি আহি মনসাৰূপে প্ৰতিষ্ঠিত হয়।

মনসা শব্দটো যে দাক্ষিণাত্যৰ পৰা আমদানি কৰা 'মঞ্চমা'ৰ ৰূপান্তৰ আৰু জাঙ্গুলী আৰু মঞ্চমা যে একে এই যুক্তিৰ সমৰ্থনত 'মনসা পূজাৰ চমু ইতিবৃত্ত'ত ডঃ নলিনী নাথ ভট্টশালীৰ মত উদ্ধৃত কৰিছে।

The Senas Came from southern India and Settled in Bengal in the middle of the 11th Century A. D. They very likely favoured the worship of snake Goddess "Mancha' and their rise probably gave an inpetus to her popularity. The decline of Buddhism by this time gradually transfered the honours paid to ganguli to 'Mancha' who fast became Manasa at the hand of the Brahmin Theologist.

ডঃ নবীন চন্দ্ৰ শৰ্মাদেৱৰ "অসমীয়া সংস্কৃতিৰ আভাস" ৰ সন্নিবিষ্ট 'সৰ্পপূজা'ত P. K. Maity ৰ মত উল্লেখ কৰিছে এইদৰে — 'সৰ্পদেৱী মনসা পূজাৰ পৰম্পৰা আৰম্ভ হয় বঙ্গদেশৰ পালবংশৰ ৰাজত্বকালত খৃষ্টীয় ৯ম - ১০ম শতিকা মানৰ ভিতৰত (পৃঃ ১৬৯ )। একেটা প্ৰবন্ধৰে ১৭৫ পৃষ্ঠাত (K N. Dutta (ed) Aspect of the Heritage of Assam Plate V. fig 10 ত থকা মতে) উল্লেখ কৰিছে যে গোৱালপাৰাৰ সূৰ্য্য পাহাৰত প্ৰাপ্ত মনসামূৰ্ত্তি আৰু নগাঁওৰ শিলঘাটত পোৱা সহস্ৰবাহিনী মনসামূৰ্ত্তি ৯ম - ১০ম শতিকাৰ বুলি পণ্ডিতসকলে ঠাৱৰ কৰিছে।



ওপৰৰ তথ্যৰ পৰা বুজা গ'ল যে ৯ম - ১০ম শতিকামানৰে পৰা বিষহৰি বা মনসা পূজাৰ পৰম্পৰা বঙ্গদেশত আৰম্ভ হৈ অবিভক্ত গোৱালপাৰা কামৰূপত থিতাপি হৈছে। ডঃ বৰুৱা আৰু শৰ্মাদেৱৰ সম্পাদিত 'মনসা কাব্য'ৰ "কামৰূপত মনসা পূজাৰ প্ৰৱৰ্ত্তন আৰু বিশেষত্ব" তো (পৃঃ ট) লিখিছে — উত্তৰ - পূব বঙ্গৰ পৰা আহি কামৰূপ গোৱালপাৰা অঞ্চলত থিতাপি লৈছিল।" কিন্তু "মনসা পূজাৰ চমু ইতিবৃত্ত"ত পাওঁ যে — 'দ্ৰাবিড়সকলতকৈও আগৰে পৰা ভাৰতত বসতি কৰা অষ্ট্ৰিক জাতিৰ মাজতো সাপ পূজা কৰা পদ্ধতি দেখা যায়। উদাহৰণ স্বৰূপে খাচীসকলৰ মাজত প্ৰচলিত 'খলেন' নামৰ সৰ্পোৎসৱৰ উল্লেখ কৰিব পাৰি।"

সেয়ে যেতিয়া আৰু য'ৰে পৰা বিষহৰি পূজাৰ উৎপত্তি নহওক কিয় কোচৰাজবংশী জনগোষ্ঠীৰ মাজত প্ৰচলিত বিষহৰি পূজা যে চন্দ্ৰধৰে বা চান্দ সদাগৰে কৰা বিষহৰি পূজাৰ পৰা আৰম্ভ হৈছিল তলত উল্লেখ কৰা ৰোচৰাজবংশীসকলৰ প্ৰচলিত বিষহৰি পূজাৰ বৈশিষ্টাই এই কথাকে প্ৰমাণ কৰিব।

কোচৰাজবংশী জনগোষ্ঠীৰ মাজত প্ৰচলিত বিষহৰি পূজাৰ সামগ্ৰীৰ ভিতৰত পাতুৰা শিশু বা সিজু গছৰ ঠানি অপৰিহাৰ্য। বড়োসকলৰ 'খেৰাই উৎসৱ'তো সিজু (সিজৌ) গছৰ ঠানি অপৰিহাৰ্য। গছপূজা যে সৰ্পপূজাৰ এটা আদিম স্তৰলৈ আঙুলিয়ায় এই কথাৰ সমৰ্থনত 'মনসাপূজাৰ চমু ইতিবৃত্ত'ত Vogelৰ মত উদ্ধৃত কৰিছে —

Serpent worship is closely associated with the tree warship. Sometimes the snake is supposed actually to reside in the tree and in all Probability was originally conceived as its Spirit (P.270-271)

এতিয়া প্ৰশ্ন হ'ল বড়োসকলৰ খেৰাই উৎসৱৰ সিজু গছৰ ঠানিৰ লগত কোচৰাজবংশীসকলৰ বিষহৰি পূজাৰ সিজু গছৰ ঠানিৰ কি সম্পৰ্ক?

কোচৰাজবংশীসকল মূলতঃ শৈৱ শিৱ বা মহাদেৱ এওঁলোকৰ উপাস্য গৃহদেৱতা। এই শিৱক বিভিন্ন নামেৰে পূজা কৰে; যেনে — বুঢ়াঠাকুৰ, মহাদেৱ, জংলী বুঢ়া, ধুমসীয়া ঠাকুৰ, সন্ন্যাসী ঠাকুৰ, তিন্নাথ ঠাকুৰ, ঢেলখাওয়া ঠাকুৰ ইত্যাদি। বড়োসকলো শৈৱ। তেওঁলোকেও শিৱক ভিন ভিন নামেৰে পূজা কৰে।

খেৰাই উৎসৱৰ বলিবিধান বিষহৰি পূজাতো প্ৰশস্ত। আকৌ খেৰাই উৎসৱৰ দৌদিনী নৃত্যৰ দৰে দেওধানী নৃত্য বিষহৰি পূজাত প্ৰচলিত আছে। (অৱশ্যে অবিভক্ত গোৱালপাৰা জিলাৰ সকলো অঞ্চলতে বৰ্ত্তমানে এই নৃত্য প্ৰচলিত নহয়। পশ্চিম অঞ্চলত ভঙোৰ নামেৰে এটি সুকীয়া অনুষ্ঠান আছে। কিন্তু বিষহৰি পূজাৰ সৈতে ইয়াৰ কোনো সম্পৰ্ক নাই। কোনো ব্যক্তি বা ব্যক্তিৰ পৰিয়ালত কোনো অপায় - অমঙ্গল বা বেমাৰ - আজাৰ হ'লেহে এই ভঙোৰ নৃত্য অনুষ্ঠিত কৰি কোনো দেৱতা বা অপদেৱতাৰ কোপদৃষ্টিত পৰা বা কোনোবাই কিবা প্ৰকাৰে তন্ত্ৰ- মন্ত্ৰাদিৰ দ্বাৰা ক্ষতিসাধন কৰা বুলি বুজিব পাৰিলে ভঙৰীয়াই তাৰ প্ৰতিকাৰৰ দিহা কৰি দিয়ে)।

ওপৰত কোচৰাজবংশীসকলৰ বিষহৰি পূজাৰ সামগ্ৰী আৰু ইয়াৰ পূজা পদ্ধতিৰ অংশ বিশেষৰ লগত যে বড়োসকলৰ খেৰাই উৎসৱৰ সামগ্ৰী আৰু অংশ বিশেষৰ সাদৃশ্য আছে তাৰ উল্লেখ কৰা হ'ল।

মঞ্চমা দাক্ষিণাত্যৰ দ্ৰাবিড়সকলৰ মাজত প্ৰচলিত বিশ্বাসমতে সৰ্পদেৱী। সুদূৰ দাক্ষিণাত্যৰ দ্ৰাবিড়সকলৰ 'মঞ্চমা'ৰ লগত উত্তৰ - পূৰ্বাঞ্চলৰ কোচৰাজবংশীসকলৰ বিষহৰিৰ যোগসূত্ৰইবা কেনেকৈ হ'ল?

এই ক্ষেত্ৰত Sir Edward Gaite ৰ A, History of Assam ত থকা কথাখিনি বিশেষভাৱে প্ৰণিধান যোগ্য—

The Divergence of views Seems to have arisen from the Confusion Caused by the Use of the term Rajbansi. It originally refered to an entirely disticnt Community of Dravidean affinities, but afferwards adopted by the Koches west of the Manas river, who when they attoned to Hinduism, apprciated the caste name of the most numerous hinduized Community in thir neghbour hood. So long as the King rukd, There was a wusiderable intoer mingling of the two races in the country Subject to thir domination. There seems , however, no doubt that the true Koches were a mongoloid race, very closely allied to the meches and Garos, and we find that in Galpaiguri, Kochbeher and Goalpara, The persons now known as Rajbanse are either pure koch , who though dark, have a distinct Mongoloid physiognomy, or else a mix breed, in which mongoloid eidements usually predominates.

ওপৰৰ উদ্ধৃতিৰ পৰা পোৱা গ'ল যে কোচৰাজবংশীসকল It originally refered to an entirely distinct Community of Dravidian affinities; but afterwards adopted by the koches আৰু either pure koch, or else mix breed, in which the Mongoloid elenents usually predominates.

এতিয়া প্ৰশ্ন হ'ল দ্ৰাবিড়সকলৰ লগত কোচৰাজবংশীসকলৰ সংমিশ্ৰণ কেতিয়া হ'ল? ৯ম-১০ম শতিকাৰ পালবংশৰ ৰজাসকলৰ দিনত বঙ্গদেশত নে সেন ৰজাসকলৰ দিনত ১১ শতিকাত বঙ্গ দেশত? নে তাৰো আগত? সেন ৰজাসকলে মঞ্চমাৰ আমদানি কৰিছিল নে কোচৰাজবংশীসকলৰ লগত হোৱা দ্ৰাবিড সকলৰ সংমিশ্ৰণৰ ফলশ্ৰুতিত আমদানি হৈছিল?

কোচৰাজবংশীসকল মঙ্গোলীয় গোষ্ঠীভূক্ত। দ্ৰাবিড়সকলৰ লগত সম্পৰ্ক ঘটাৰ সময়ত কিৰাত বালিকাই জাঙ্গুলীলৈ ৰূপান্তৰিত হৈছিল। কোচৰাজবংশীসকল সেই সময়ত খেৰাই জাতীয় অনুষ্ঠানৰ ধাৰক আৰু বাহক আছিল। কিন্তু দ্ৰাবিড়সকল তেওঁলোকৰ সান্নিধ্যলৈ অহাত সংঘাতৰ সৃষ্টি হয়। মঙ্গোলীয় সংস্কৃতিৰ সৈতে দ্ৰাবিড় সংস্কৃতিৰ যি সংঘাত তাৰেই নায়ক মঙ্গোলীয় গোষ্ঠীৰ চন্দ্ৰধৰ বা চান্দ সদাগৰ। সংস্কৃতিৰ সংঘাতে চন্দ্ৰধৰৰ জীৱনলৈ কঢ়িয়াই আনে উৎপীড়ন, নিপীড়ন। অৱশেষত দ্ৰাবিড় সংস্কৃতিৰেই জয় হয়। চন্দ্ৰধৰ বাধ্য হয় মঞ্চমাক পূজিবলৈ। কিন্তু জাতীয় ঐতিহ্য, জাতীয় পৰম্পৰা সম্পূৰ্ণৰূপে পৰিত্যাগ কৰা সম্ভৱ নহয়। সেয়ে চন্দ্ৰধৰে খেৰাই জাতীয় উৎসৱৰ সিজুগছ, দেওধানী নৃত্য আৰু বলিবিধান আদি বিষহৰি পূজাতো সংযুক্ত কৰিছে। আনহাতে গোষ্ঠী গত উপাস্য দেৱতা শিৱক প্ৰধান উপাস্য হিচাবে মানি চলিছে আৰু শাক্ত চণ্ডীকো আগৰ দৰেই পূজিছে।

চন্দ্ৰধৰ সেই সময়ৰ কোচৰাজবংশী সমাজৰ নেতৃস্থানীয় প্ৰতিপত্তি শালী ব্যক্তি আছিল। সেয়েহে চন্দ্ৰধৰে কৰা পূজা চন্দ্ৰধৰৰ জাতি গোষ্ঠীৰ পূজাত পৰিণত হৈছে। এই কাৰণেই দেখিবলৈ পোৱা যায় যে

চন্দ্ৰধৰৰ জাতি গোষ্ঠীয়ে অৰ্থাৎ কোচৰাজবংশীসকলে প্ৰধানভাবে বাস কৰা মানাসৰ পৰা কৰতোৱালৈ, এইযে বিশাল ভূখণ্ড, এই বিশাল ভূখণ্ডত গঢ়ি উঠা যি সংস্কৃতি, যাক ৰাজবংশী সংস্কৃতি বুলিও কোৱা হয়, সেই সংস্কৃতিৰ লীলাভূমি ৰাজনৈতিকভাবে খণ্ডিত হ'লেও তাৰ পৰম্পৰাৰ গতিধাৰাৰ অকৃত্ৰিম ৰূপটো বিভিন্ন ঘাত-প্ৰতিঘাতে বিধ্বস্ত কৰিব নোৱাৰাকৈ আজিও বৰ্ত্তি আছে। সেয়েহে দেখিবলৈ পোৱা যায় যে ধৰ্ম্মান্তৰিত হোৱাসকলৰ বাদে যি যি অঞ্চলত এই জনগোষ্ঠীৰ মানুহ আছে সেই সেই অঞ্চলত এই পূজাৰ পৰম্পৰা এতিয়াও বৰ্ত্তি আছে।

কোচৰাজবংশী জন সমাজত আজিৰ দিনতো লখাই, নকাই, বেহুলা, বেউলা, বেফুলা, চান্দ, লেঙা আদি নামেৰে ল'ৰা -ছোৱালীৰ নাম ৰখা সততে দেখিবলৈ পোৱা যায়। কোনো কোনো অঞ্চলৰ বিষহৰি পূজাত মহিলাসকলে পূজাৰ অন্তত বাহী চোতালত পানী ঢালি ঢাকৰ বাদ্যৰ তালেতালে দলবদ্ধভাবে নৃত্য কৰে। বেহুলাই নৃত্য কৰি দেৱতাসকলক সন্তুষ্ট কৰিছিল কাৰণে দেৱতাক সন্তুষ্ট কৰিবলৈ এনেদৰে নৃত্য কৰে।

যিহেতু স্বামীৰ মৃত অৱস্থাত বেহুলাই মনসাক সন্তুষ্ট কৰি চন্দ্ৰধৰৰ হতুৱাই পূজা কৰোৱাৰ প্ৰতিশ্ৰুতি দি মৃত স্বামীৰ জীৱন লাভ কৰিবলৈ সমৰ্থ হৈছিল, সেয়েহে কোচৰাজবংশী সমাজত বিধৱা মহিলাই বিষহৰি পূজা কৰে। হোম পুৰিলে অৱশ্যে হোম পুৰোহিত বামুণে পোৰে। উজনি গোৱাল-পাৰাৰ ফালে অৱশ্যে বড়োসকলৰ দউৰীয়ে পূজা কৰাৰ দৰে দেউৰীয়ে (পুৰুষ বা মহিলা) পূজা কৰে।

কোচৰাজবংশীৰ ডেকা গাভৰুৰ বিয়াৰ পিছদিনা কইনা ঘৰে ন-জোঁৱায়েকক পানীপন্তা খুউওৱাৰ নিয়ম। বিশ্বাস কৰা হয় যে বেহুলাইমেৰ ঘৰ বা (মণ্ডঘৰত লখিন্দৰক খুৱাবলৈ ভাত ৰান্ধিছিল। কিন্তু সৰ্পদংশনত মৃত্যু হোৱা লখিন্দৰে সেই ভাত খাবলৈ নেপালে। এই ভাতত পানী দি থৈ বেহুলাই মৃত স্বামীক লৈ দেৱপুৰীলৈ যায় স্বামীক পুনৰ্জীৱিত কৰি ঘূৰি আহি সেই পানী পন্তা লখিন্দৰক খুৱাইছিল।

কোচৰাজবংশী জনসমাজত প্ৰচলিত প্ৰথা আৰু জনবিশ্বাসৰ গভীৰতাৰ কাৰণো সম্ভৱতঃ চন্দ্ৰধৰ যিহেতু একে গোষ্ঠীৰ ব্যক্তি আছিল আৰু চন্দ্ৰধৰৰ পৰিয়ালৰ সুখ দুখ, ধ্যান-ধাৰণাই যে সেই গোষ্ঠিৰ জীৱন ধাৰাত প্ৰভাৱ পেলাব এই কথা সহজে অনুমেয়।

মাৰৈ/মাৰে/মাৰাই শব্দটো দ্ৰাবিড় মাৰিম্মাৰ পৰা হোৱা বুলি পণ্ডিতসকলে কয়। দাক্ষিণাত্যত মাৰিম্মা মাৰি মৰক, অপায়-অমঙ্গলৰ দেৱী হিচাবে পূজিত হয়। যদি মাৰিম্মাৰ পৰা মাৰৈ/মাৰাই/মাৰে হৈছে তেন্তে ইও কোচৰাজবংশীৰ লগত দ্ৰাবিড় সংমিশ্ৰণৰ এটা দৃষ্টান্ত। কিন্তু "কামৰূপত মনসাপূজাৰ প্ৰৱৰ্ত্তন আৰু বিশেষত্ব" (মনসা কাব্য, পৃষ্ঠা ঠ) ত ডঃ বৰুৱা আৰু ডঃ শৰ্মাদেৱে উল্লেখ কৰিছে— "বড়োসকলে নাগ পূজাক মাৰৈ পূজা বোলে। গতিকে মাৰৈ নামটো বড়োসকলৰ পৰা লোৱা সম্ভাৱনা"। অবিভক্ত গোৱালপাৰা জিলাৰ (কোচবিহাৰ, জলপাইগুৰি আৰু বাংলাদেশতো থকা কোচ ৰাজবংশীসকলে বছৰেকীয়া পূজাক বিষহৰি পূজা বোলে। উজনি অঞ্চলত অৱশ্যে বহুতে মাৰে বা মাৰৈ বুলিয়ে কয়। কিন্তু ল'ৰা-ছোৱালীৰ বিয়া উপলক্ষে যি পূজা কৰে তাক নামনি অঞ্চল (কোচবিহাৰ, জলপাইগুৰি, ৰংপুৰ আদি অঞ্চলতো) মাৰাই পূজা বুলি কয়। গতিকে দ্ৰাবিড় মাৰিম্মাতকৈ বড়ো মাৰৈ শব্দৰ পৰাই মাৰৈ/মাৰাই/মাৰে হোৱাটোৱে স্বাভাৱিক আৰু মঙ্গোলীয় গোষ্ঠীৰ চন্দ্ৰধৰে দ্ৰাবিড় সংস্কৃতিৰ লগত নিজা সংস্কৃতিক এইদৰে সংযুক্ত কৰিছে।

শিৱবীৰ্য্য সম্ভূতা দেৱী বিষহৰি কোচৰাজবংশীসকলৰ গৃহদেৱী। বিষহৰি পূজিলে "একচিত্তমনে যিটো পূজে বিষহৰি। পুত্ৰদ্বাৰা ধন দেন্ত দিগম্বৰী"। (মনকৰ)। বিষহৰি পূজাৰ প্ৰশস্তকালৰ কথা মনকৰৰ মনসা গীতত আছে। "চৌমাস বাৰিষা মাস ৰাত্ৰিদিনা মঞ্চে লয়া পূজা মান"। সেয়ে এইদেৱী পূজাৰ প্ৰশস্ত সময় "চৌমাস বাৰিষা অৰ্থাৎ শাওণ মাহ। মনকৰৰ গীতত বিষহৰি পূজাৰ সামগ্ৰীৰ উল্লেখ পোৱা যায়—"পূজা বিষহৰি একচিত্ত কৰি শতদল কমল ফুলে। মাটিৰ ভাৰি সিজুৰ ডালি পূজা বাৰিষাৰ কালে"। প্ৰচলিত পূজাত পদুমফুল মাটিৰ ভাৰি অৰ্থাৎ ঘট আৰু সিজুৰ ঠানি অপৰিহাৰ্য। ঘটস্থাপন কৰোঁতে ঘটস্থাপন কৰা ঠাইখিনিত যে আলিপনেৰে মণ্ডল আঁকিব লাগে তাৰ উল্লেখ দুৰ্গাবৰৰ মনসাগীতত আছে — "হেঠেগো — মইৰে উপৰে আলিপন। প্ৰদীপ জ্বালিয়া ঘট কৰিলা স্থপন।"

অবিভক্ত গোৱালপাৰা জিলাৰ কোচৰাজবংশীসকলৰ বিষহৰি পূজাৰ আঞ্চলিক পদ্ধতিৰ ৰূপভেদে তিনিটা অঞ্চলত ভগাব পাৰি (১) বক্সিৰহাটৰ পৰা ধুবুৰী জিলাৰ বিলাসীপাৰাহে উত্তৰ-পশ্চিম কোকৰাঝাৰ অঞ্চল অৰ্থাৎ পশ্চিম অঞ্চল, (২) চাপৰ, শালকোচা, বৈঠামাৰী অঞ্চলৰ পৰা বিজনী চিদলীলৈকে পূব অঞ্চল আৰু (৩) কৃষ্ণাই, দুধনৈ, ধুপধৰা আদি অঞ্চলকলৈ দক্ষিণ অঞ্চল।

পশ্চিম অঞ্চলৰ বিষহৰি পূজাৰ চাৰিটা ৰূপ আছে (১) কানি বিষহৰি বা ফুলঘৰা (২) যোৰ মন্দিৰ বা আঠমেৰুৱা (৩) এক মন্দিৰ বা চাইৰ মেৰুৱা আৰু আজাংকৰ। ইয়াৰ উপৰিও কোনো কোনোৱে যোল পুতলাৰ পূজাও কৰে।

কানি বিষহৰি পূজাই প্ৰধান পূজা। বিষহৰি পূজাৰ আনবোৰ ৰূপৰ পূজাত কানি বিষহৰিৰ মজুক থাকিবই লাগিব। কানি বিষহৰিৰ মজুক (শোলা কুহিলা)ৰ চাৰিখন বেৰেৰে তৈয়াৰ কৰে। তিনিকোণীয়া চাৰিখন বেৰৰ এখনত (plywoodৰ দৰে শোলাৰ পৰা কাটি উলিওৱা) শোলাৰ পাতি এঠাৰে সংযুক্ত কৰি তাৰ ওপৰত সৰ্পহস্তা বিষহৰিৰ ছবি অংকিত কৰে। বাকী তিনিখন উদং বেৰ; তাত কোনো ছবি নাথাকে। বৰ্গাকাৰে অথচ টপৰ দৰে চাৰিওখন বেৰৰ ওপৰৰ মূৰকেইটা একেলগ কৰি মাজত শোলাৰে তৈয়াৰ কৰা সাপৰ ফনা এটা বিষহৰিৰ ছবিৰ মূৰাকৈ সূতাৰে বান্ধি দিয়ে।

বিষহৰিৰ মন্দিৰতে পূজা পতাৰ নিয়ম। মন্দিৰ নাথাকিলে বাসগৃহ বা চোতালতে পূজা পাতে। বিষহৰি পূজাত প্ৰচুৰ কলৰ প্ৰয়োজন হয় আৰু প্ৰতিটো কলতে (প্ৰসাদত দিয়া পকা কলৰ বাদে) সেন্দুৰৰ ফোঁট দিয়া হয়। পূজাৰ বেদীত আলিপনেৰে মণ্ডল আঁকি তাৰ ওপৰত সেন্দুৰৰ ফোটযুক্ত আগলতি কলপাত (নেইচ পাত)ৰ ওপৰত সেন্দুৰৰ ফোট দিয়া ঘট স্থাপন কৰে। ঘটত তামোল-পাণ এযোৰ, পঞ্চপল্লৱ আৰু এটা টকা দি পানী ভৰাই দিয়ে। সেন্দুৰৰ ফোট যুক্ত নাৰিকল এটা ঘটৰ ওপৰত স্থাপন কৰি ঘট আচ্ছাদন কৰা কাপোৰেৰে আচ্ছাদন কৰে। দ্বিতীয় এটা ঘট সেন্দুৰৰ ফোট দিয়া আগলতি কলপাতৰ ওপৰত স্থাপন কৰে; কিন্তু ইয়াত নাৰিকল নাথাকে। প্ৰথম ঘটটো গণেশৰ আৰু দ্বিতীয় ঘটটো গীদালৰ ঘট। পূজাত পাঁচটা ডালা থাকে। প্ৰতিটো ডালাত সেন্দুৰৰ ফোট দিয়া একোখনকৈ আগলতি



পাত, পদুম পাত, মানকচুৰ পাত, একোটাকৈ পদুম ফুল আৰু কচুৰ ফুল দিয়ে। সেন্দুৰৰ ফোটযুক্ত ডালাৰ সমুখত সেন্দুৰৰ ফোট দিয়া আগলতি কলপাতৰ ওপৰত ১৬ টিয়া (১৬ টা কল থকা) একো আযিকৈ কল দি একোটাকৈ থাইত দিয়ে। যুৱচনীৰো এটা থাইত থাকে। প্ৰধান ডালাটোত এযোৰ হাঁহৰ কণী আৰু নেমু টেঙা দিয়াৰ নিয়ম। ইয়াৰোপৰি বাঁহৰ পাত আদিও দিয়ে। প্ৰধান ডালাত বিষহাৰিৰ মজুক স্থাপন কৰে। অষ্টনাগৰ কাৰণেও থাইত দিয়ে। পূজাত দৈ, গাখীৰ, চেনী, গুৰ, ঘি, মধু আৰু বিভিন্ন ফলমূলৰ প্ৰসাদ দিয়ে।

হোম পুৰিলে হোমৰ আমখৰি, ১০৮ টা বেলপাত, ঘি আৰু শিৱ পাৰ্ব্বতীৰ. বিয়াৰ কাৰণে মালা, কাঁকৈ, ডুৰি, আয়না, সেন্দুৰ, মধু পৰ্কৰ বাটি, খটুৱা আৰু বস্ত্ৰৰ প্ৰয়োজন।

মন্দিৰ বা পূজা বেদীৰ চাৰি কোণত চাৰিটা কলপুলি পুতি সমুখ ভাগ মুক্ত ৰাখি বাকী তিনিও ফালে ৰচিৰে চাৰিওটা কলপুলি সংলগ্ন কৰি দিয়ে আৰু ৰচিত আমপাত আৰু কল আৰি দিয়ে। পূজাৰ বেদীৰ ওপৰত বগা কাপোৰৰ চান্দোৱা থাকে।

ঢাকৰ বাদ্য এই পূজাৰ এক অপৰিহাৰ্য অঙ্গষ। ঢাকুৱাৰে পূজাৰ বিভিন্ন প্ৰসঙ্গত ঢাক বজায় আৰু ঢাকৰ বাদ্যৰে পূজাৰ সামৰণি মাৰে।

কানি বিষহৰি পূজাত সুকবি নাৰায়ণ দেৱৰ ৰচিত মনসাগীত পৰিবেশন কৰাটো একপ্ৰকাৰ বাধ্যতামূলক নিয়ম। এই গীতৰ গায়কৰ দলত তিনিজন ব্যক্তি থাকে,-এজন মূলগীদাল, এজন বাইন আৰু এজন পালি। মূল সীদালে খুটিতাল বজাই গীতৰ সুৰ টানে আৰু পালিয়ে তাল বজাই সহযোগ কৰে। বাইনেও খোল বজোৱাৰ লগতে মূল গীতৰ সুৰত সহযোগ কৰে। কানি বিষহৰি পূজাত মনসাৰ জাগানী খণ্ড পূৰ তালত গায়।

গায়কৰ দলৰ বহাৰ আসন পূজা থলিৰ ওচৰতে দিয়ে। মাৰেয়ানীয়ে গীদালৰ চোঁৱৰটো এখন সেন্দুৰৰ ফোট দিয়া আগলতি কল পাতৰ ওপৰত এযোৰ তামোল-পাণ, টকা এটা আৰু বস্ত্ৰ সহ গায়কৰ সমুখত স্থাপন কৰে। চোঁৱৰৰ নালত সেন্দুৰৰ ফোট দি চাকি এটা জ্বলাই ধুপ দি সেৱা কৰে।

কানি বিষহৰিৰ মজুকটোক তুলসী বেদীৰ ওচৰত বা চোতালত কলপাতৰ ওপৰত স্থাপন কৰি মাৰেয়ানীয়ে ঢাক বাদ্যৰ মাজেৰে বৰণ কৰি নি প্ৰধান ডালাত স্থাপন কৰাৰ পৰাই প্ৰকৃত পূজাৰ কাম আৰম্ভ হয়।

পূজাৰ বিভিন্ন প্ৰসঙ্গৰ লগত সঙ্গতি ৰাখি গায়ক দলে গান পৰিবেশন কৰে। গীদালে পৰ্য্যায়ক্ৰমে ভগৱতী বন্দনা, মন্দিস ঘট গাহন মণ্ডপ ঙৰ সুত মণ্ডপ জাগা, শিৱৰ বিয়া, ফুল বাৰা, ঘুৰা সোজা আদি গীত পৰিবেশন কৰে। ঘট ঘৰ কৰাৰ লগে লগে পূজাৰ অন্ত পৰে আৰু গীত গোৱাও শেষ হয়।

ঘট ঘৰ কৰোঁতে চালৰ ওপৰত পানী দলিওৱাৰ নিয়ম। দালিওৱা চালৰ পানীৰ ধাৰ অতিক্ৰম কৰি মাৰেয়ানীয়ে ঘট মূৰতলৈ গৃহ প্ৰৱেশ কৰে। এইখিনিতে গায়কৰ দলেও চালত পানী দলিওৱাৰ আগ মুহূৰ্ত্তত দুৱাৰত হেঙাৰ ধৰি উপযুক্ত মূল্য আদায় কৰে। ঘট ঘৰ কৰাৰ পাছত গায়কৰ দলে তাল ঠাণ্ডা কৰি বিষহৰি পূজাৰশেষ পৰ্যায়ৰ সামৰণি মাৰে।

খোৱা-লোৱাৰ অন্তত মাৰেয়াই কলাৰ টোঙল (কলদোনা) ত এযোৰ তামোল-পাণ (কোনো কোনোৱে বস্ত্ৰও দিয়ে) আৰু উপযুক্ত মাননি সহ 'বিদায়কী' গায়কৰ আগত থৈ সেৱা কৰে। গায়কে উক্ত মাননী গ্ৰহণ কৰি তামোল-পাণ যোৰ মাৰেয়াৰ হাতত ওভোতাই দি আশীৰ্ব্বাদ দিয়ে আৰু তামোল যোৰ ভঁৰালত থবলৈ আৰু পানযোৰ মাৰেয়া আৰু মাৰেয়ানীক খাবলৈ কয়।

যোৰ মন্দিৰ, এক মন্দিৰ আৰু আজাংকৰ পূজাৰ পদ্ধতি একে। ইয়াৰ একমাত্ৰ মজুকৰ ক্ষেত্ৰতহে পাৰ্থক্য আছে। এই তিনিটা প্ৰকাৰ (ৰূপ) পূজা বিধৱাই কৰে। কানি বিষহৰি পূজাৰ দুটা ঘটৰ বিপৰীতে ইয়াত ঘট এটা থাকে। কিন্তু ঘটত নাৰিকেল নাথাকে। কানি বিষহৰি পূজা দিনৰ ভাগতে কৰে। কিন্তু এই তিনি প্ৰকাৰ পূজা সন্ধিয়া আৰম্ভ কৰি পুৱা শেষ কৰে। পুৰোহিত ব্ৰাহ্মণে নু পূজে কাৰণে হোমৰ দ্ৰব্য সম্ভাৰ আৰু শিৱ-পাৰ্ব্বতীৰ বিবাহৰ দ্ৰব্যৰ সামগ্ৰীৰো প্ৰয়োজন নহয়। ঢাকৰ বাদ্য ইয়াতো অপৰিহাৰ্য।

এই পূজাত বিষহৰিৰ গান দোতোৰাৰে গায়। ইয়াত গীদালৰ চোঁগৰ মাৰেয়ানীয়ে স্থাপন কৰে। এই গায়কৰ দলত দুজন ব্যক্তি থাকে—এজন মূল গীদাল দোতোৰা বজাই গীত গায় আৰু আনজন পালি তাল বজাই গীদালৰ সুৰত সহযোগ কৰে। এই পূজাত বিষহৰিৰ বা মনসাৰ জাগানী আৰু ভাসানী দয়ো খণ্ডই গোটেই নিশা জুৰি গায়। পূজাৰ অন্তত কোনো কোনো অঞ্চলত বাহী চোতালত পানী ঢালি মহিলাসকলে ঢাক বাদ্যৰ তালে তালে দলবদ্ধভাবে নৃত্য কৰে। বেহুলাই দেৱপুৰীত নৃত্য পৰিবেশন কৰি দেৱতাসকলক সন্তুষ্ট কৰিছে কাৰণে এই মহিলাসকলেও এনেদৰে নৃত্য কৰিলে দেৱতা সন্তুষ্ট হয় বুলি বিশ্বাস কৰে।

যোৰ মন্দিৰৰ মজুক দুটা। এই মজুকৰ তলৰ অংশ বৰ্গক্ষেত্ৰ আকৃতিৰ আৰু ওপৰৰ অংশ চাৰিকোণীয়া মঠৰ টুপৰ দৰে। শোলা (কুঁহিলা) ৰে নিৰ্মিত এই মজুকৰ উপৰিও ইয়াৰ শোলাৰে নিৰ্মিত কাৰ্ত্তিক, গণেশ, লক্ষ্মী, সৰস্বতী, গোদা, গুদুনী, নেতাই ধুবুনী আৰু দানী বা সিপাই এই আঠোটা পুতলা থাকে। যোৰ মন্দিৰৰ আঠটা কোণ (মেৰু) থকা কাৰণে ইয়াক আঠ মেৰুৱাও বোলে।

এক মন্দিৰত যোৰ মন্দিৰৰ মজুক নিচিনা এটা মাত্ৰ মজুক থাকে। ইয়াত পুতলা চাৰিটা থাকে। ইয়াৰ মজুকৰ কোণ চাৰিটা কাৰণে চাইৰ মেৰুৱা বুলিও কয়।

আজাংকৰত পাঁচটা সাপৰ ফনাযুক্ত মজুক শোলাৰে তৈয়াৰ কৰে। চাৰিটা সৰু সৰু ফনা আৰু মাজৰটো ডাঙৰ। আজাংকৰ অজগৰ শব্দৰ অপভ্ৰংশ ৰূপ।

ওপৰোক্ত তিনিটা ৰূপৰ ভিন্ন মজুক থাকিলেও প্ৰতিটো ৰূপৰ পূজাত কানি বিষহৰিৰ মজুক স্থাপন কৰিবই লাগিব।

কানি বিষহৰিৰ মজুক ভহাই দিয়াৰ নিয়ম নাই। বাকী তিনিটা ৰূপৰ পূজাৰ অন্তত কল ঠৰুৱাৰ ভুৰা সজাই তাৰ ওপৰত মজুক স্থাপন কৰে। তেল সেন্দুৰ পিন্ধাই মূৰৰ ওপৰত উক্ত ভেলাখন লৈ ঢাকৰ বাদ্য সহ নৈ, বিল বা খালত ভহাই দিয়ে।

ওপৰত বৰ্ণনা দিয়া চাৰিও প্ৰকাৰ বিষহৰি পূজা বাৰ্ষিক পূজা। প্ৰতি বছৰে শাওণ মাহত গৃহস্থই পূজা কৰাৰ নিয়ম। কিন্তু এনে বাৰ্ষিক পূজাৰ উপৰিও মাৰাই নামেৰে আন এক প্ৰকাৰ বিষহৰি পূজা আছে, যিপূজা ল'ৰা-ছোৱালীৰ বিবাহ অনুষ্ঠানৰ অপৰিহাৰ্য অঙ্গৰূপে অনুষ্ঠিত হয়। কোনোবাই 'মানস' কৰিলেও মাৰাই দিব পাৰে।

মাৰাই চাৰি প্ৰকাৰ, ছটাকী, পোৱাকী, আধসেৰী আৰু সেৰকী। সৰ্বসাধাৰণৰ বিয়াত ছটাকী মাৰাই পূজাই প্ৰচলিত। অৰ্থবান ব্যক্তিয়েহে আটাই কেই প্ৰকাৰ মাৰাই দিব পাৰে। ছটাকী মাৰাইত মাটিৰে নিৰ্মিত হংসবাহিনী চৰ্তুভূজা পদ্মাদেৱীৰ লগত কাৰ্ত্তিক, গণেশ, লক্ষ্মী, সৰস্বতী, গোদা আৰু গুদুনীৰ মূৰ্ত্তি থাকে। পদ্মাৰ মূৰ্ত্তিৰ ওপৰত চালিত মহাদেৱৰ ছবি অংকতি থাকে। পোৱাকীত ছটাকীৰ ৭ টা মূৰ্ত্তিৰ উপৰিও বেহুলা, লখিন্দৰ, সোনেকা, চান্দসদাগৰ, আস্তিক মুনি, কশ্যপ মুনি, নেতা ইত্যাদি কৰি ১৮ টা মূৰ্ত্তি থাকে। এইদৰে আধসেৰীত পোৱাকীৰ দুগুনতকৈ অধিক মূৰ্ত্তি আৰু সেৰকীত মনসা কাব্যৰ কাহিনীৰ লগত জড়িত চৰিত্ৰৰ মূৰ্ত্তিৰ উপৰিও সপ্তডিঙা আৰু বাণিজ্যৰ সামগ্ৰী থাকে। মাৰাই পূজাৰ উপকৰণ আৰু পূজা পদ্ধতি কানি বিষহৰি পূজাৰ দৰে। মাৰাই পূজা বামুণ পুৰোহিতে কৰে। মাৰাই পূজা কানি বিষহৰি পূজাতকৈ অধিক আড়ম্বৰপূৰ্ণ হয় আৰু এই পূজা ৩ দিনৰ পৰা ৯ বা ১১ দিনলৈকে চলিব পাৰে। কিন্তু সাধাৰণতে ৩ দিনতে সমাপ্তি ঘটায়।

মাৰাই পূজাত পূব তালত জাগানী আৰু পশ্চিম তালত ভাসানী খণ্ড গায়। ভাসানীখণ্ড প্ৰয়োজনবোধে ৩ নিশাৰ পৰা ১১ নিশালৈকে মুকলি মঞ্চত গীতি নৃত্য নাটিকা ৰূপত দলবদ্ধভাৱে চক্ৰাকাৰে ঘূৰি ঘূৰি নাচি নাচি পৰিবেশন কৰে। মাৰাইত কোনো কোনো গীদালে ডক কৰে! পূৱতালত অজগৰৰ ডক আৰু পশ্চিম তালত নাগিনীৰ ডক কৰে।

ও[illegible]বাক্ত কেউপ্ৰকাৰ পূজাত চাইলন বাতি (চাঙেলী) অপৰিহাৰ্য বলি-বিধানৰ ক্ষেত্ৰত মাৰাইত বলি নিষিদ্ধ; কিন্তু বছৰেকীয়া বিষহৰি পূজাত হাঁহ, পাৰ আৰু ছাগলীৰ বলি প্ৰশস্ত।

শালকোচা, চাপৰৰ পৰা বিজনী, চিদলী আদি অঞ্চলৰ বিষহৰি পূজা আৰু পশ্চিম অঞ্চলৰ বিষহৰি পূজাৰ মজুকৰ ৰূপৰ আৰু পূজা পদ্ধতিৰ কিছু পাৰ্থক্য পৰিলক্ষিত হয় যদিও পশ্চিম অঞ্চলৰ কানি বিষহৰি, যোৰ মন্দিৰ আৰু এক মন্দিৰৰ পৰম্পৰাৰ ৰূপটো এই অঞ্চলতো উপস্থিত। এই অঞ্চলতো গোটা মাৰাই বা কাঠামিয়া মাৰাই, ৰাখোল মাৰাই আৰু কীৰ্ত্তন মাৰাই বা ধুম কীৰ্ত্তন—এই তিনি প্ৰকাৰে বিষহৰি পূজিত হয়। এই অঞ্চলৰ পূজা দেউৰীয়ে কৰে। গোটা মাৰাইত ১০৮ টা প্ৰতিমা থাকে। ইয়াত মাটিৰ মূৰ্ত্তি থাকিলে বোতলা (কুঁহিলা) ৰ মজুক নালাগে। মজুকত বিষহৰিৰ ছবি অংকিত কৰা হয়। পশ্চিম অঞ্চলৰ যোৰ মন্দিৰৰ মজুকৰ নিচিনাকৈ গোটা মাৰাইত দুটা পৃথক মজুক থাকে। এই মজুকৰ সমুখৰ ওপৰৰ অংশত কালিনাগ, তাৰ তলৰ ভাগবোৰত মহাদেৱ, বিষহৰি আৰু শেষ ভাগত বেহুলা, লখিন্দৰ,গোদা, গুদুনী আদিৰ ছবি থাকে। বাকী তিনিখন বেৰতো ছবি থাকে। মজুক দুটাৰ এটা উত্তৰে দেৱলোকৰ আৰু আনটো দক্ষিণে নৰলোকৰ। মজুক মানুহৰ সমানে ওখ আৰু পুতলে এহাতমানকৈ তৈয়াৰ কৰে। পূজাৰ বেদীত আঠোটা সেন্দুৰৰ ফোট যুক্ত আগলতি কলপাত এযোৰ তামোল-পাণ সহ স্থাপন কৰা হয়। এটা তেলৰ চাকি আৰু এটা ঘিউৰচাকি দিয়ে। এই আগলতি পাতৰ ওপৰত বগা মাৰ্কিন কাপোৰ পাৰি সেন্দুৰৰ ফোট দিয়া চাঙেলীৰ ওপৰত মজুক স্থাপন কৰা হয়।

পূজাত কলাডোঙাৰে তৈয়াৰ কৰা পাঁচটা ডালা থাকে। ১০ খন পদুম পাত লাগে। ডালাত একোখনকৈ পদুমপাত আৰু মান কচুৰ পাত দিয়ে। হাঁহৰ কণী ১০ টা লাগে। ইয়াৰে দুটা অৰুণ আৰু গৰুড় পখীৰ উদ্দেশ্যে আৰু বাকী আঠোটা অষ্ট নাগৰ উদ্দেশ্যে দিয়া হয়। পূজাৰ থান বা মন্দিৰৰ দুৱাৰত দুটা কল পুলি পুতি দুয়োটা কল পুলি ওপৰ ভাগক এটুকুৰা বাঁহেৰে সংযোগ কৰা হয় আৰু উক্ত বাঁহত নাৰিকল, গুৱা আদি বিভিন্ন প্ৰকাৰৰ ফলমূল আলে (আৰি) ৰখা হয়। মজুকৰ ওপৰত চান্দোৱা থাকে। গোটা মাৰাই চাৰিদিনীয়া বা সাত দিনীয়াকৈ পূজা কৰে।

ৰাখোল মাৰাইত এটা মাত্ৰ মজুক থাকে পশ্চিম অঞ্চলৰ এক মন্দিৰ বা চাইৰ মেৰুৰ দৰে। পূজা পদ্ধতি কাঠামিয়া মাৰাইৰ দৰে—একে। কীৰ্ত্তন মাৰাই এদিনতে শেষ কৰে। এই পূজাত টেপাৰী (কোনি বিষহৰিৰ পট) লাগে। ভগৱতী আৰু মনসা বা বিষহৰিৰ দুখন মুখৰা (মুখা) ঘটত বান্ধি দিয়া হয়। ঘটত এটা টকা দি পানী পূৰ্ণ কৰি ঘটস্থাপন কৰে।

এই অঞ্চলৰ পদ্মপুৰাণ পূৱতালত গায়। গীদালৰ হাতত চোঁৱৰ থাকে। এই গানৰ কাৰণে আছুতীয়া খোল ব্যৱহৃত হয়। এই খোলৰ লগত কীৰ্ত্তন বা অইন অনুষ্ঠানত বজোৱা খোলৰ আকৃতিগত মিল থাকিলেও আকৃতিত সৰু আৰু খোলৰ বোলবো পাৰ্থক্য আছে। ডাইনা, পালি আৰু অন্যান্য পালিয়ে ভৰিত ঘুগুৰা পিন্ধি খুটি তাল বজাই গীদালৰ গীতত সহযোগ কৰি দলবদ্ধভাৱে ঘূৰি ঘূৰি নাচে। পূজাত হাঁহ, পাৰ আৰু ছাগলী বলি দিয়ে।

এইখিনিতে এটা কথা উল্লেখনীয় যে ওপৰত উল্লেখ কৰা পূজাৰ পদ্ধতিৰ পৰম্পৰাৰ প্ৰচলন থাকিলেও বিজনী, অভয়াপুৰী আদি অঞ্চলত সাধাৰণতে বছৰত দুবাৰ আহু আৰু শালিৰ নখোৱাৰ সময়ত বিষহৰি বা বৰমানী বা পদ্মাৰ পূজা কৰে। ইয়াত কোনো মজুক বা মূৰ্ত্তি নাথাকে। মাটিৰ তিনিটা চিপ নিৰ্মাণ কৰি তাতে পূজা পাতে। মাহ চাউল, ফলমূল আদি প্ৰসাদৰূপে দিয়ে। হাঁহ-পাৰ আদি বলি দিয়ে। পূজা দেউৰীয়ে কৰে।

ধুপধৰা, কৃষ্ণাই, দুধনৈ আদি দক্ষিণ অঞ্চলত বিষহৰিক ভিন ভিন নামেৰে পূজা কৰে; যেনে—বৰমানী, মাৰে, বিষহৰি, কামাখ্যা আৰু মনসা। এই অঞ্চলৰ পূজাও দেউৰীয়ে কৰে।

মজুক নাথাকিলে মাৰে পূজা বুলি কয়। যি পূজাত মজুক থাকে সেই পূজাক বৰমানী পূজা বুলি কয়। বৰমানী পূজা তিনি দিন ধৰি চলে। দ্বিতীয়দিনা ভৰ মাৰে। তিনিও দিনে ওজাপালি বা সুকন্নানী অনুষ্ঠিত হয়। কোনো কোনো ঠাইত মাৰে বা বিষহৰি পূজাতো ওজাপালি অনুষ্ঠিত হয় যদিও চুটি কৰে আৰু এদিনতে শেষ কৰে।

বৰমানী পূজাত মজুক সজায়। পৰম্পৰা অনুসৰি বাঁহেৰে মজুক নিৰ্মাণ কৰি কাগজেৰে ছায়। মজুকৰ চাৰিওফালে বিশ্বব্ৰাহ্মাণ্ড কেনেকৈ সৃষ্টি হৈছে তাৰ দেৱদেৱীসকলৰ ছবি অংকিত কৰে। মজুকৰ ভিতৰত চাৰিকোণত চাৰিটা কলপুলি পোতে। সমুখ ভাগৰ বাদে এৰা সূতাৰে চাৰিওটা কলপুলি সংলগ্ন কৰি সূতাত সেন্দুৰৰ ফোট দিয়া আমপাত আৰু কপাহ আৰি দিয়ে।

এটা দুই থলপীয়া মাটিৰ টিপত সেন্দুৰৰ ফোট দিয়া আগলতি কলপাতত এযোৰ, তামোল-পান সহ বেযেৰি সেন্দুৰৰ ফোট দিয়া ঘট স্থাপন কৰে। ঘটত তামোল-পান এযোৰ, টকা আৰু চাউল দি পানী ভৰাই দিয়ে। ঘটত আমপাত আৰু বেলপাতৰ মালা পিন্ধাই দিয়ে। পূজাৰ লগত সঙ্গতি ৰাখি দেওধনী জকে। বৰমানী পূজা ৩ দিন ধৰি চলে আৰু মাৰে বা বিষহৰি এদিনতে সমাপ্ত কৰে।



গোষ্ঠীগত আচৰণৰ পৰাই কৃষ্টি-সংস্কৃতিৰ পৰম্পৰাই গঢ় লয়। এটা জনগোষ্ঠীৰ পৰা আন এটা জনগোষ্ঠীৰ পাৰ্থক্যৰ মূলতে হৈছে এই সংস্কৃতি। জনগোষ্ঠী একোটাৰ জাতীয় জীৱনৰ ভিন্ন দিশৰ অভিজ্ঞান এই সংস্কৃতিতে নিহিত হৈ থাকে। ওপৰৰ আলোচনাৰ পৰা দেখা গ'ল যে বিষহৰি কোচৰাজবংশীসকলৰ অকল গৃহদেৱীয়ে নহয়; এই দেৱীৰ পূজা এক জাতীয় পৰম্পৰাৰ পূজা। কিন্তু বৰ্ত্তমানে এই পূজাৰ পৰম্পৰা সংকটৰ সন্মুখীন হোৱাৰ উপক্ৰম হৈছে। সংকটৰ সন্মুখীন হোৱাৰ কেইবাটাও কাৰণ থকা দেখা পোৱা যায়। নব্য শিক্ষিত সমাজে আধুনিকতাৰ নামত বজৰুৱা ধ্যানধাৰনাৰ ৰঙচঙীয়া ৰূপত ভোল গৈছে আৰু নিজৰ গোষ্ঠীগত ধ্যান-ধাৰণাক পৃষ্ঠ দৰ্শন কৰিবলৈ লৈছে। ফলত অন্তসাৰশূন্য বেজৰৰুৱা সংস্কৃতিৰ ৰংৰূপৰ অনুপ্ৰৱেশ ঘটিছে আৰু গোষ্ঠীগত সংস্কৃতিৰ আপোন সত্তাৰ ঐতিহ্যমণ্ডিত ৰূপটো বিকৃত হোৱাৰ উপক্ৰম হৈছে। আনহাতে বহুতো কোচৰাজবংশীয়ে হীনমন্যতাত ভুগি ধৰ্ম্মীয় অন্যপন্থাত দীক্ষিত হোৱাৰ ফলত পন্থাৰ কট্টৰ অনুশাসনৰ বলি হৈ 'বাপকালানী", গোষ্ঠীগত ধ্যান-ধাৰণা-সংস্কৃতি পৰিত্যাগ কৰি এফালেদি নিজে হাত, ভৰি, নাক, কাণ—মুণ্ড নোহোৱা 'মুৰীয়া মাশান'ৰও দৰে হৈ পৰিছে আৰু আন ফালে এই গোষ্ঠীটোৰ সংস্কৃতিৰ বিচৰণ ভূমি সংকীৰ্ণ কৰি তুলিছে।

(১) বাপকালানী-বাপতীয়া

(২) মুৰীয়া মাশান-এক জাতীয় ভূত। ইয়াৰ হাত, ভৰি, মুৰ নাই। বুকুত চকু আৰু দাঁত থাকে।

কিন্তু এটা কথা সত্য যে প্ৰত্যেক গোষ্ঠীৰেই একোটাকৈ নিজস্ব পৰিচয় আছে। অকল নামত পৰিচয় দিলেই নহ'ব, কামৰ পৰিচয়টোহে আচল। প্ৰতিজন কোচৰাজবংশীয়ে এই সত্যটো উপলব্ধি কৰিব পাৰিলেই কোচৰাজবংশীৰ ঐতিহ্য মণ্ডিত সংস্কৃতি অসম তথা ভাৰতৰ সংস্কৃতিৰ ৰৰভাণ্ডাৰত স্বেমহিস্মীৰূপত বৰ্ত্তি থাকিব পাৰিব।

কৃতজ্ঞতা স্বীকাৰ ঃ তামাৰহাটৰ অকচিগুৰি গাঁৱৰ গীদাল শ্ৰী বিনয় কুমাৰ ৰায়, পাগলা হাটৰ গীদাল শ্ৰী চূড়া চন্দ্ৰ ৰায়, বৈঠামাৰীৰ গীদাল শ্ৰী জগমোহন বৰ্ম্মন আৰু ধুপধৰাৰ শ্ৰীযুত মহেন্দ্ৰ দাস আদিয়ে এই প্ৰবন্ধৰ বিষয় বস্তু আহৰণত সহায় কৰা কাৰণে কৃতজ্ঞতা জনালোঁ।

সহায়ক গ্ৰন্থ ঃ

১) ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা আৰু ডঃ সত্যেন্দ্ৰ শৰ্মা সম্পাদিত—মনসা কাব্য (প্ৰথম খণ্ড)

২) ডঃ নবীন চন্দ্ৰ শৰ্মা—'অসমীয়া সংস্কৃতিৰ আভাস'।

- বিখ্যাত ফৰাচী লিখক ভিক্টৰ হুগোৱে তেওঁৰ 'লা মিজাৰেবল' নামৰ কিতাপখন কিমান বিক্ৰী হৈছে জানিবৰ বাবে প্ৰকাশকলৈ এখন চিঠি লিখিলে। চিঠিখনত মাত্ৰ '?' চিনটো আছিল। কিতাপখনৰ বিক্ৰী ইমান ভাল হৈছিল যে প্ৰকাশকজন নিজেই অতি আচৰিত হৈছিল। তেওঁ ভিক্টৰ হুগোলৈ উত্তৰ দিয়া চিঠিখনত মাত্ৰ '!' এই চিনটো আছিল। এই দুখনেই পৃথিৱীত আজিলৈকে লিখা আটাইতকৈ চমু চিঠি আৰু উত্তৰ বুলি জনা যায়।
- আমেৰিকাৰ ছিনছিনাটি বিশ্ববিদ্যালয়ৰ মেডিকেল লাইব্ৰেৰীৰ পৰা এজন মানুহে ১৮২৩ চনত কিতাপ এখন পঢ়িবলৈ নিছিল। সম্পূৰ্ণ ১৪৫ বছৰ পিছত ১৯৬৮ চনৰ ৭ জুলাইত নাতিনীয়েকৰ পুতেক ৰিচাৰ্ড ডড নামৰ মানুহ এজনে কিতাপখন পুথিভঁৰালটোত ওভতাই দিয়ে। পলমকৈ ওভতাই দিয়াৰ দোষত ২,২৬৪ ডলাৰ জৰিমনা ভৰিব লাগিব বুলি হিচাপ কৰি উলিওৱা হৈছিল যদিও পিছত অৱশ্যে জৰিমনা মাফ কৰি দিয়া হয়।
- হেমচন্দ্ৰ বৰুৱাই 'হেমকোষ' ৰচনা কৰোঁতে বৰ কষ্ট কৰিব লগা হৈছিল। শুনা যায়, স্বৰ্গীয় বৰুৱাই অভিধানখনৰ বাবে অসমীয়া গালি-শপনিৰ শব্দ আৰু অবাইচ মাত আদি জানিবলৈ বজাৰৰ আটাইতকৈ মুখ চোকা এগৰাকী পোহাৰীৰ ওচৰলৈ গৈছিল। পোহাৰীগৰাকীক জোকাবৰ বাবে তেওঁ জেপত দুই-তিনিটা গংগাটোপ ভৰাই লৈ গৈছিল আৰু সেইকেইটা মুখৰ আগত ফুটাই পোহাৰীগৰাকীৰ খং তুলিছিল। খঙতে পোহাৰীগৰাকীয়ে বৰুৱাক অবাইচ মাতেৰে গালি পাৰিছিল। সেই গালিৰ শব্দবোৰে ঠাই পাইছিল 'হেমকোষ'ত।




# অবিভক্ত গোৱালপাৰা জিলাৰ বড়ো অবড়ো জনগোষ্ঠীৰ সাংস্কৃতিক ঐক্য

ড° কামেশ্বৰ ব্ৰহ্ম

অসমৰ পশ্চিম প্ৰান্তত অৱস্থিত পূৰ্বৰ অবিভক্ত গোৱালপাৰা জিলাক গোৱালপাৰা, ধুবুৰী, কোকৰাঝাৰ আৰু বঙ্গাইগাঁও এই চাৰিটা জিলাত বিভক্ত কৰা হ'ল। এই অবিভক্ত গোৱালপাৰা জিলা বিভিন্ন জনগোষ্ঠীৰ বাসভূমি বুলি জনাজাত। জনগোষ্ঠীসকলৰ ভিতৰত বড়ো, কোচ-ৰাজবংশী, ৰাভা জনগোষ্ঠী, চাহ বাগিচাৰ জনগোষ্ঠী আদিয়েই প্ৰধান। অতীতৰ পৰাই এই অবিভক্ত গোৱালপাৰা জিলাত জনগোষ্ঠীৰ লোকসকল বিভিন্ন অজনগোষ্ঠীৰ লোকসকলৰ লগত একেলগে শান্তিৰে বসবাস কৰি আহিছে। তেওঁ লোকৰ ভাষা, ৰীতি-নীতি, কলা-কৃষ্টি, ধৰ্ম অনুষ্ঠান, পূজা-পাতল, লোক বিশ্বাস বেলেগ বেলেগ যদিও বহুক্ষেত্ৰত সাদৃশ্যও দেখা যায়।

ধৰ্ম অনুষ্ঠান পূজা-পাতল আদিক লৈ আলোচনা কৰিবলৈ যাওঁতে প্ৰথমতে ক'ব লাগিব যে, অকল অবিভক্ত গোৱালপাৰা জিলাৰ কথাই নহয়, গোটেই অসমতে বিভিন্ন প্ৰকাৰৰ ধৰ্ম চৰ্চা দেখিবলৈ পোৱা যায়। এই প্ৰসঙ্গত বি. কে. বৰুৱা দেৱৰ এটি উদ্ধৃতি দিয়া যাওক - - As a frontier region Assam appears to be a veritable asylum for all kinds of uncanny beliefs and superstitions. Since early times the Province happened to be a meeting ground of the Austric, Dravidian, Aryan and Sino-Tibetan speakers and thus the aboriginal beliefs, cults and myths of these diverse races and tribes mingled together or if in a witch-carldron and formed the foundation of the orthodox religion of the Tantras ..." (B.K. Barua; Cultural History of Assam). সঁচাকৈয়ে এই অবিভক্ত গোৱালপাৰা জিলা অঞ্চলতো জনগোষ্ঠী অজনগোষ্ঠীৰ মাজত শৈৱ, শাক্ত; গানপত্য, বৈষ্ণৱ আদি ধৰ্মাৱলম্বী লোক আছে। এখন গাঁৱতে কেবাটাও ধৰ্মৰ মানুহ একেলগে বসবাস কৰে। বছৰেকীয়া পূজা-পাৰ্বণবোৰৰ লগত বিভিন্ন আনন্দ-উৎসৱ সাঙোৰ খাই আছে। বহু ক্ষেত্ৰত দেখা যায়, শাক্ত সকলৰ পূজা-পাৰ্বণত বৈষ্ণৱসকলে যোগদান কৰে; আকৌ, বৈষ্ণৱসকলৰ উৎসৱ, পাৰ্বণত শাক্তসকলেও যোগদান কৰে। কোনো বিৰোধ বা ধৰ্ম বিদ্ৰোহ পৰিলক্ষিত নহয়।

বড়ো জনগোষ্ঠীৰ আদিম ধৰ্মীয় পূজা উৎসৱ হ'ল খেৰাই পূজা। উক্ত পূজাত 'বাথৌ বৌৰাই' (এক বুঢ়া বাথৌয়ে) প্ৰধান স্থান দখল কৰে। তেওঁৰ লগতে আৰু বহুত দেৱ-দেৱীয়ে স্থান পায়। তাৰে ভিতৰত দেৱ-দেৱীসকলক দুটা ভাগত ভগাব পাৰি, যেনে- ১) বড়ো মৌদায় (এক বড়ো দেৱ-দেৱী) আৰু ২) হাৰ্চা মৌদায় অৰ্থাৎ অবড়ো দেৱ-দেৱী। বড়ো দেৱ-দেৱীৰ ভিতৰত উল্লেখ কৰিব পাৰি যেনে, খৈলা, খাৰ্জি, বুলিবুৰী, মইনাও ইত্যাদি। অবড়ো দেৱ-দেৱীৰ ভিতৰত যেনে - লাওখাৰ গোসাঁই, দুধ খাওয়া বাবাজী, পীৰ চাহেব আদি। বড়োসকলৰ প্ৰধান দেৱতা বুঢ়া বাথৌ যে হিন্দুৰ দেৱাদিদেৱ মহাদেৱ তাত সন্দেহ নাই বুলি ক'ব পাৰি। কিন্তু বড়োসকলে কোনো দেৱ-দেৱীৰ প্ৰতিমূৰ্তি পূজা নকৰে। সকলো দেৱ-দেৱীক নিৰাকাৰ ৰূপে পূজা কৰে। আকৌ বড়োসকলৰ মাজতে কিছুমানে শক্তি উপাসনাও কৰে। মা-গোসাঁনী, মা-কামাখ্যা অথবা মা-মহামায়াক পূজা-অৰ্চনা কৰাও দেখা যায়। অবিভক্ত গোৱালপাৰা জিলা অঞ্চলৰ বড়োসকলৰ মাজত কালীচৰণ ব্ৰহ্মাই প্ৰচাৰ কৰা ব্ৰহ্ম ধৰ্মৰ উপাসক আছে। এই ধৰ্মৰ হোম-যজ্ঞই প্ৰধান পদ্ধতি। হোমৰ জুইত আহুতি প্ৰদান কৰা হয়। বড়ো জনগোষ্ঠীৰ বাহিৰেও অইন অইন জনগোষ্ঠীৰ মাজত শৈৱ, শাক্ত আৰু বৈষ্ণৱ ধৰ্মৰ উপাসক দেখা যায়। বিভিন্ন অঞ্চলত গাঁৱৰ ভিতৰতো শিৱৰ থান, বুঢ়া-বুঢ়ীৰ থান দেখিবলৈ পোৱা যায়। কিছুমান অঞ্চলত অবড়ো জনগোষ্ঠীৰ গাঁৱত বৈষ্ণৱ মন্দিৰো দেখা যায়। লক্ষ্মীপূজা, শীতলা পূজা, সত্য নাৰায়ণ পূজাৰ আয়োজন কৰাও দেখা যায়। উৎসৱ-পাৰ্বণত বড়োসকলে অবড়োসকলৰ উৎসৱত যোগদন কৰে, আৰু অবড়োসকলেও বড়োসকলৰ উৎসৱত যোগদান কৰে।

বড়োসকলৰ মাজত গাৰ্জা পূজা যেনেকৈ জনপ্ৰিয় তেনেকৈ অবিভক্ত গোৱালপাৰা জিলাৰ অবড়ো জনগোষ্ঠীৰ মাজত মাৰৈ (মাৰাই) পূজা বৰ জনপ্ৰিয়। মাৰৈ পূজা আৰু গাৰ্জা পূজাৰ মাজত পাৰ্থক্য বৰ বেছি নাই বুলি ক'ব পাৰি। গাৰ্জা পূজাৰ সময়ত বড়োসকলে ভাসান কাৰ্য সমাপন কৰে। কেতিয়াবা দেৱ-দেৱীলৈ পূজা অৰ্পণ কৰি উঠিয়েই কিছুমান দেৱ-দেৱীক নদী বা নৈৰ বুকুত ভহাই দিয়ে। মাৰৈ বা মাৰাই পূজাত বড়োসকলৰ খেৰাই পূজাৰ দৌদিনী বা দেওধনী নৃত্য পৰিৱেশন কৰা দেখা যায়। খেৰাই উৎসৱ



বড়োসকলৰ প্ৰধান ধৰ্মীয় উৎসৱ। খেতি-বাতিৰ লগত সম্পৰ্ক থকা এই উৎসৱ বড়োসকলে অতি ধুম-ধামেৰে উদ্‌যাপন কৰে। খেৰাই পূজাত অইন অইন দেৱ-দেৱীৰ লগতে বাঘ ৰজায়ো স্থান পায়। বাঘ ৰজাই বাঘ দেৱতা। লৌকিক বিশ্বাস মতে বাঘ ৰজাক পূজা কৰি সন্তুষ্ট কৰিব পাৰিলে হাবি-বননিত গৰু-ম'হ চৰিবলৈ যাওঁতে নাইবা চিকাৰ কৰিবলৈ যাওঁতে প্ৰাণৰ আশঙ্কা নাথাকে। গোৱালপাৰা জিলাৰ কোচ-ৰাজবংশী আদি জনগোষ্ঠীয়েও 'বাঘৰজা' লেমিয়া 'সোণাৰায়' বুলি বাঘ দেৱতাক পূজা অৰ্পণ কৰে। উদ্দেশ্য একেই। পূজাৰ পদ্ধতি একে নহ'লেও পাৰ্থক্য বৰ বেছি নাই।

নতুন ধান চপোৱাৰ সময়ত পালন কৰা কিছুমান নিয়ম-নীতিৰ মাজতো বড়ো আৰু অবড়ো জনগোষ্ঠীৰ মাজত সাদৃশ্য দেখা যায়। ধান দোৱা শেষ কৰি নাইবা মাজতে দিন-বাৰ চাই মাছ- মঙহেৰে ন-খোৱা ভোজ পাতে। উক্ত ভোজত ওচৰ চুবুৰীয়া ঘৰৰ মানুহক মাতি নি খুওৱা নিয়ম আছে। বড়ো ভাষাত তাকে 'ওঁংখাম গৌদান জানাই' অৰ্থাৎ নতুন ভাত খোৱা বুলি কোৱা হয়।

সন্তান জন্মৰ পিছত প্ৰসূতী আৰু সন্তানক যাতে ভূত-প্ৰেতে অপকাৰ কৰিব নোৱাৰে তাৰ বাবে প্ৰসূতীৰ বিছনাৰ তলত এখন দা নাইবা কটাৰী থৈ দিয়া হয়। এই নীতিক অকল বড়োসকলে যে পালন কৰে । সেইটো নহয়। এই মণ্ডলৰ বিভিন্ন জনগোষ্ঠীয়ে পালন কৰে। জন্ম, বিবাহ আৰু মৃত্যুৰ লগত সম্পৰ্ক থকা উৎসৱ অনুষ্ঠানৰ বড়োসকলৰ লগত অবড়ো জনগোষ্ঠীৰ প্ৰায় মিল থকা দেখা যায়। সন্তান জন্মৰ সময়ত কিছুমান পালন কৰিব লগা নিয়ম-নীতি বড়োসকলে যেনেকৈ পালন কৰে তেনেকৈ অবড়ো জনগোষ্ঠী যেনে-ৰাভা, কোচ-ৰাজবংশী আদি জনগোষ্ঠীৰ লোকসকলেও তেনে নিয়ম-নীতি পালন কৰা দেখা যায়। যেনে—প্ৰসূতীয়ে কিছুমান নীতি-নিয়ম, বিশেষকৈ খোৱা-লোৱাত পালন কৰিব লগা নীতি-নিয়মৰ মাজত সাদৃশ্য দেখা যায়। বড়ো সমাজত বিবাহৰ সময়ত যৌতুক বা গা-ধন লোৱাৰ নিয়ম নাই. যিটো বৰ্তমান আৰ্য্য সমাজত বেয়াকৈ প্ৰচলিত হোৱা দেখা যায়। বড়ো সমাজৰ দৰে গোৱালপৰীয়া অবড়ো জনগোষ্ঠীৰ মাজতো তেনে জোৰজুলুম ভাৱে গা-ধন বা যৌতুক লোৱা প্ৰথা দেখা নেযায়। মৃত্যুৰ সময়তো বড়ো সমাজে পালন কৰা কিছুমান ৰীতি-নীতি অবড়ো জনগোষ্ঠীৰ মাজতো দেখা যায়। মৃতকৰ আত্মাৰ সদ্‌গতিৰ বাবে মৃত্যুৰ ১০ (দহ) দিনত দোহা বা দাহা পালন কৰা আৰু ১১ দিনত নাইবা ১৩ দিনত শ্ৰাদ্ধ পালন কৰি ৰাইজক এসাজ ভোজভাত খুৱাই দিয়া নিয়ম বড়ো আৰু অবড়ো জনগোষ্ঠীয়ে প্ৰায় একে ধৰণেৰে পালন কৰে।

খোৱা-বোৱাতো লক্ষ্য কৰিলে দেখা যায় যে, বড়ো জনগোষ্ঠীৰ মানুহে বৰ্তমানো বিশেষকৈ প্ৰকৃতিৰ পৰা সংগ্ৰহ কৰা আহাৰটোকে অধিক ভাল পায়। বনৰ পৰা পোৱা শাক পাচলিৰ বাহিৰেও নৈ-জান-জুৰিত কৌশলেৰে মাছ ধৰা, হাবিত হৰিণ, গাহৰি আদি চিকাৰ কৰা অভ্যাস বড়ো-অবড়ো জনগোষ্ঠীৰ মাজত আজিও বিদ্যমান। যান জনগোষ্ঠীৰ মাজতো প্ৰায় একে পদ্ধতিৰে নৈ-জান-জুৰিত মাছ ধৰা অভ্যাস সমান্তৰালভাৱে চলি থকা দেখা যায়। শাক-পাচলিৰ ভিতৰত কচু, ঢেঁকীয়া শাক, মানিমুনি, ভতুৰা, কলমৌ, মাটি কাদুৰি আদি শাক-পাচলি বড়ো সকলৰ লগতে অইন জনগোষ্ঠীৰ লোকে সংগ্ৰহ কৰি খোৱাৰ অভ্যাস আছে। বননিৰ পৰা সংগ্ৰহ কৰাৰ উপৰিও খেতি কৰি শাক পাচলি উৎপন্ন কৰাৰ অভ্যাস বড়ো আৰু অবড়ো জনগোষ্ঠীৰ একে ধৰণৰ।

বড়ো জনগোষ্ঠী আৰু মান জনগোষ্ঠীৰ মাজত খাদ্য সংগ্ৰহৰ প্ৰাচীন নীতি নিয়ম চলি অহাৰ বাবে বড়ো জনগোষ্ঠী গাঁৱৰ মতা-তিৰোতা, ল'ৰা-ছোৱালীৰ প্ৰকৃতিৰ লগত ঘনিষ্ঠ পৰিচয় ঘটি আহিছে। যাৰ ফলত তেওঁলোকে জীৱজন্তু, গছগছনি, ফল-ফুলৰ বিষয়ে জ্ঞান অৰ্জন কৰি আহিছে। লগতে এইবোৰৰ গুণাগুণ আৰু বিভিন্ন ৰোগত তাৰ প্ৰয়োগ আদিৰ কৰাত তেওঁলোকে জানে। বনদৰৱ হিচাপে এইবোৰ নানান বেমাৰ-আজাৰত ব্যৱহাৰ কৰি আহিছে আৰু উপকৃত হৈছে। অৱশ্যে আজিকালি বনজংঘল ধ্বংস হোৱা হেতুকে প্ৰকৃতিৰ পৰা পাই অহা সুবিধাবোৰৰ পৰা গাঁৱলীয়া জনগোষ্ঠীৰ মানুহে বঞ্চিত হ'ব লগা হৈছে।

পিন্ধন-উৰণত বড়ো জনগোষ্ঠীৰ নিজাকৈ এটি বৈশিষ্ট্য পূৰ্ণ পিন্ধনৰ সাজ-পাৰ আছে। অৱশ্যে এইটো অকল তিৰোতাসকলৰ ক্ষেত্ৰতহে বৰ্তমান বিদ্যমান। বড়ো তিৰোতাসকলৰ পিন্ধনৰ সাজক 'দোখ্‌না' বুলি কোৱা হয়। তাৰ লগতে শৰীৰত আন এখন চাদৰ লয়, তাকে 'জৌমগ্ৰা' বুলি কোৱা হয়। দোখ্‌নাখন নিজে নিজে তাঁত নাইবা শালত বৈ লয়। আজিকালি বজাৰতো কিনিবলৈ পোৱা যায়। অৱশ্যে বড়োসকলৰ মাজত এটি প্ৰবাদ আছে, কোনো গাভৰুৱে 'দোখ্‌না' বৱ নাজানিলে তেওঁৰ বিয়া-বাৰু নহয়। প্ৰবাদটো এক প্ৰকাৰ সঁচা বুলি কোৱা যায়। কাৰণ, বড়োসকলৰ ঘৰে ঘৰে তাঁত-শাল থাকেই। সৰুৰে পৰাই গাভৰু ছোৱালীক মাকে তাঁত বা শালত কাপোৰ বৱলৈ শিকায়। অকল বোৱা-কটা শিকিলেই নহ'ব। কাপোৰত নানা ধৰণৰ ফুল বা চানেকী তুলিবলৈও শিকিব লাগে। মতা মানুহৰ ক্ষেত্ৰত সাজ-পাৰৰ কোনো ধৰা-বন্ধা নিয়ম নাই বুলি ক'ব পাৰি। পশ্চিমৰ সাজ-পাৰ যেনে লংপেন্ট আৰু চোলাই প্ৰচলিত। অৱশ্যে, অকল বড়ো বুলি নহয়, অইন অবড়ো জনগোষ্ঠীৰ মাজতো এই একে সাজ-পাৰেই প্ৰচলিত। অবড়ো জনগোষ্ঠীৰ তিৰোতাসকলৰো নিজাকৈ সাজ-পাৰ আছে। অৱশ্যে গোৱালপাৰা অঞ্চলৰ বিভিন্ন ঠাইত অবড়ো জনগোষ্ঠীৰ তিৰোতাসকলে বড়ো তিৰোতাৰ সাজ পাৰৰ দৰেই একে ধৰণৰ সাজপাৰ পৰিধান কৰাও দেখা যায়। অবড়ো জনগোষ্ঠীৰ ঘৰতো তাতশাল দেখা যায়। ৰাভা জনগোষ্ঠীৰ তিৰোতাসকলো বোৱা-কটাত পাকৈত।

বছৰৰ তিনিটা প্ৰধান উৎসৱ যেনে, বহাগ বিহু, কাতি বিহু আৰু মাঘ বিহু বড়ো আৰু অবড়ো জনগোষ্ঠীৰ সকলোৱে আনন্দ-উল্লাসেৰে পালন কৰে। নৱবৰ্ষৰ আদৰণি উৎসৱ বৈশাগু অৰ্থাৎ বিহুত নাচ-গানেৰে বড়ো আৰু অবড়ো জনগোষ্ঠীৰ লোকে আনন্দত আপোন পাহৰা হৈ ৰং-তামাচা কৰে। চাহ জনজাতিসকলেও 'পৰৱ' হিচাপে আনন্দত নাচি-বাগি ফুৰে। কাতি বিহুত কেৱল 'কাতিগাচা' অৰ্থাৎ চাকি জ্বলোৱা উৎসৱহে পালন কৰে। মাঘ বিহুত সকলো জনগোষ্ঠীৰ লোকে নাচ-গান কৰি চিৰা-পিঠা খায় আৰু ঘৰে ঘৰে মাগি ফুৰে আৰু আনন্দ উপভোগ কৰে। এই উৎসৱত বড়োসকলে যেনেকৈ অবড়ো জনগোষ্ঠীৰ ঘৰে ঘৰে গৈ উৎসৱত যোগদান কৰি দৈ-চিৰা, লাৰু-পিঠা খাই ফুৰে তেনেকৈ অবড়ো জনগোষ্ঠীৰ লোকেও বড়োসকলৰ ঘৰে ঘৰে গৈ পিঠা-লাৰু খাই উৎসৱত যোগদান কৰে।

জীৱজন্তু, চৰাই চিৰিকতি, ঘৰচীয়া প্ৰাণীৰ প্ৰভাৱ থলুৱা জনগোষ্ঠীৰ

ওপৰত যথেষ্ট বিদ্যমান। লোক সংস্কৃতি আৰু লোক সাহিত্যৰ মাজেদি এই কথা প্ৰকাশ পাইছে। জন সমাজখন পশুপালন আৰু কৃষি কৰ্মত গৰু-ম'হৰ ব্যৱহাৰ আৰু তাৰে পৰা উপকাৰ সাধনৰ কথাও বড়ো আৰু অবড়ো জনগোষ্ঠীৰ লোক গীতত প্ৰকাশ পাই আহিছে। কেইটিমান উদাহৰণ ইয়াত দিয়া হ'ল। যেনে ঃ-

(ক) বড়ো লোকগীত -

"দাগাবসৈ আই, দাগাবসৈ, দাওখা-চিলা হাবনাই ম্বয়াওলাই নাঁংখৌ হবাথৈ ....।" (নেকান্দিবা আই, নেকান্দিবা, কাউৰী চিলনী সোমোৱা ঘৰত তোমাক বিয়া দিয়া নাই)

(খ) বড়ো লোকগীত — "বৈশাখ অখাফাবনি অখা দৈজৌং দুনৈ জুলি বায়ৈ লায়ৈ দাওবালাইগৌ হনৈ ম্বা-খুৰ্চা ...." (নীলেশ্বৰ ব্ৰহ্ম) (বহাগ মাহৰ বৰষুণৰ পানীয়েদি যোৰ বান্ধি কুৰিহা মাছ উজাই আহিব লৈ ধৰিছে।)

(গ) অসমীয়া লোক সাহিত্য — "উজাই আহিলে মাছে কি মগৱে, উজাই আহিল শিঙ"

(ঘ) গোৱালপৰীয়া লোকগীত — "মাছেৰ বসন্ত কালে, কৰে উজান ভাটি, আমি নাৰী একেলা ঘৰে ককং কান্দা-কাটি.....।"







# পশ্চিম অসম আৰু উত্তৰ বঙ্গৰ সত্ৰানুষ্ঠান ঃ এটি অধ্যয়ন

## ড° দ্বিজেন্দ্ৰ নাথ ভকত

এসময়ত অসম, উত্তৰ বঙ্গ আৰু বাংলাদেশৰ ৰংপুৰ জিলাৰ জনজীৱনৰ সাংস্কৃতিক-সামাজিক বিকাশ আৰু সংহতিৰ কেন্দ্ৰ হিচাপে সত্ৰানুষ্ঠাৰ গুৰুত্ব অপৰিসীম আছিল। সত্ৰসমূহ এহাতে যেনেকৈ পথিভঁৰাল, নাট্যমঞ্চ, পঞ্চায়ত, কাব্য, নাট, গীত ৰচনাৰ প্ৰশিক্ষণ কেন্দ্ৰ, সমবায় সমাজ ব্যৱস্থা, শিল্পকৰ্মৰ শিক্ষা আৰু স্বাৱলম্বী হোৱাৰ প্ৰশিক্ষণ কেন্দ্ৰ হিচাপে আছিল, আনহাতে, তেনেকৈ জন-জীৱনত বৌদ্ধিক বিকাশ, শিক্ষা প্ৰদানৰ অনুষ্ঠান আছিল। সত্ৰৰ জৰিয়তে সাধাৰণ লোকে ৰাজদণ্ডৰ পৰা ৰেহাই, পুৰোহিতৰ শোষণৰ পৰা মুক্তি, সামন্তীয় আৰ্থিক শোষণ আদিৰ পৰা পৰিত্ৰাণ লাভ কৰি ভাতৃত্বৰ এনাজৰীৰে বান্ধ খাইছিল আৰু ফলত মানুহৰ মাজত মনুষ্যত্বৰ ভাবনা বিকশিত হৈ শুদ্ধ আৰু সং জীৱন যাপনৰ মনোভাৱ অন্তৰত গঢ় লৈ উঠিছিল। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে প্ৰৱৰ্তন কৰা নৱবৈষ্ণৱ ধৰ্মৰ আন্দোলনৰ যুগৰ পৰা অৰ্থাৎ খৃষ্টীয় ষোড়শ শতাব্দীৰ পৰা সত্ৰানুষ্ঠানে উপৰোক্ত অঞ্চলত অতুলনীয় প্ৰভাৱ বিস্তাৰ কৰি আহিছিল। মূলতঃ ই মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰৱৰ্তিত ধৰ্মানুষ্ঠান হ'লেও জন জীৱনৰ সাংস্কৃতিক, সামাজিক আদি কেওটা দিশতে ই ঘনিষ্টভাৱে জড়িত। শঙ্কৰদেৱৰ দিনত সত্ৰ স্থাপনৰ কাম আৰম্ভ হৈ পৰৱৰ্তী আতা-আতৈসকলৰ দিনত ই যথেষ্ট বিস্তাৰ লাভ কৰিছিল। ৰজা, জমিদাৰ, সম্ভ্ৰান্ত পৰিয়াল আদিয়ে ইয়াৰ পৃষ্ঠপোষকতা কৰিছিল। সম্প্ৰতি ইয়াৰ প্ৰভাৱ নিস্প্ৰভ।

এসময়ত অসম, উত্তৰ বঙ্গ আৰু বাংলাদেশৰ ৰংপুৰ জিলাত অৰ্থাৎ প্ৰাচীন কামৰূপ ৰাজ্যৰ বা বৰ অসমত অসংখ্য সত্ৰানুষ্ঠান প্ৰতিষ্ঠা হৈছিল। বাংলাদেশৰ বগুৰা, লালমণিহাট, পাইডাঙা, দেৱানহাট আদি ঠাইত সৌ সিদিনালৈকে সত্ৰ থকাৰ কথা জনা যায়। আমাৰ আলোচ্য পশ্চিম অসমত অৰ্থাৎ গোৱালপাৰা, ধুবুৰী, বঙাইগাঁও আৰু কোকৰাঝাৰ জিলাত অসংখ্য সত্ৰ আছিল বুলি জনা যায়। সেইবোৰৰ সম্প্ৰতি বেছিভাগেই ধ্বংস হৈ গৈছে। আমি দেখা মতে ৰামৰায়কুটি, জিনকাটা, ধৰ্মপুৰ, বিষ্ণুপুৰ, শ্যামৰায়, গোপীনাথ বা আমগুৰি, দলগোমা সত্ৰ আদি মাত্ৰ সাতখনহে জীৱিত হৈ আছে।

মৃতপ্ৰায় সত্ৰৰ সংখ্যা হ'ল চৌবিশখন। সেইবোৰৰ নাম — ৰঘুনাথ প্ৰভু সত্ৰ, বাসুদেৱ সত্ৰ, ঘিলাজাৰি, বালিজানা, কঠালমুৰি, শ্যামসুন্দৰ, নাওকাটা, ফইলামাৰি, ৰাঙাপানী, বগুৱান, চটাৰি, জামলাই, ফুলগুৰি, বিজাপুৰ, ডোবাপাৰা, ত্ৰিবেণীঘাট, মাধৱ গোসাঁইৰ সত্ৰ, যোগীঘোপা, শ্যামৰায়, বেদুৰা, বিজয়পুৰ, কচুবাৰী, বৈকুণ্ঠপুৰ আৰু বিজনী সত্ৰ।

পশ্চিম অসমত অসংখ্য সত্ৰ লুপ্ত হৈছে। আমাৰ হাতত পৰা তথ্যমতে আমি মাত্ৰ বত্ৰিশখন সত্ৰৰহে নাম পাইছো। সেইবোৰ হ'ল — বিছনদৈ, বৈকুণ্ঠপুৰ, বেতবাৰী, বৰঘোলা, বাতাবাৰী, বঙাইগাঁও, বুদুচৰ, ছাপলাই, গোপালপুৰ, হাকমা, ফটকীবাড়ী, হাবড়াঘাট, জঙ্গল, ঝাউবাৰী, খৰমুজা, কুৰ্শাকাটী, নুকি, মঠেৰঝাৰ, মালচা, নাৰায়ণপুৰ, নলনা, পাটাকাটা, পোবাভিটা, পুখুৰীপাৰা, ৰতিয়াদাহ, শ্ৰীৰামপুৰ, শঙ্কৰঘোলা, শগুনবাহী, শালকোচা, শিমলাবাৰী, টি পলাই আৰু উল্টাপানী।

সেইদৰে উত্তৰ বঙ্গ অৰ্থাৎ কোচবিহাৰ, জলপাইগুৰি আৰু দাৰ্জিলিং জিলাত কোনোমতে জীৱিত হৈ থকা সত্ৰৰ সংখ্যা হ'ল মাত্ৰ পাঁচখন। যেনে — মধুপুৰ, বৈকুণ্ঠপুৰ, মাধপুৰ, নাকাৰখানা আৰু ভেলা সত্ৰ। ধ্বংসমুখত পৰা আৰু মৃত সত্ৰৰ সংখ্যা হ'ল পচপন খন। সেইবোৰৰ নাম — হৰিপুৰ, কাকতকুটা, ঝিঙাপুৰ্ণি, বিৰিণাবাৰী, বৰমৰিচবাৰী, সৰুমৰিচবাৰী, শালবাৰী, ফুলবাৰী, কুঠিবাৰী, ভিতৰুৱা ঢাপ, অমৰাগুৰি, আঙ্গৰকাটা, বিলৰ পাৰ, বেতনা, বাণেশ্বৰ, কৰাইটাৰি, বাহাৰবন্ধ, ভিতৰবন্ধ, বেথাই, ভোটান, ভালুকমাৰী, চটাৰি, চ'ৰা, চৌখুটি, ছয়গাঁও, ধুৰিয়নিবাৰী, ধাওকুটি, ধোপগুৰি, গোপালপুৰ, গদাধৰপাৰ, ঘুগুমাৰী, হাইটাবাৰী, হিৰাবাৰী, হৰিপুৰ, হালধীবাৰী, হাজৰাপাৰা, জালুকবাৰী, জলপাইগুৰি, খলামৰাবাৰী, কালজানী, কামাখ্যাগুৰি, কুজবৰ, মইনাবাৰী, মাথাভাঙা, মইনাগুৰি, মানবৰি, নাওকুটি, ফুলবাৰী, ফুলগাছা, পদ্মপানী, ৰামঘাটা, শ্ৰীৰামপুৰ, শালবাৰী, শৌলমাৰী, থুকহাবাৰী আদি। এসময়ত উত্তৰ বঙ্গত কুৰিয়ে কুৰিয়ে সত্ৰানুষ্ঠান প্ৰতিষ্ঠা হৈছিল বুলি জনা যায়। সেইবোৰ আছিল শঙ্কৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ, হৰিদেৱ, গোপালদেৱ, হৰিহৰ আতা আদি পুৰুষসকলৰ জীৱনৰ লগত জড়িত।

সত্ৰসমূহ আছিল সমাজ আৰু সংস্কৃতিৰ জীৱন্ত প্ৰতীক আৰু বৈষ্ণৱ ধৰ্মৰ কেন্দ্ৰস্থল। শ্ৰীশঙ্কৰদেৱৰ সৃষ্ট সত্ৰানুষ্ঠানে তেওঁৰ দিনৰে পৰাই অসমীয়া সমাজ জীৱনৰ লগত থকা শঙ্কৰীয় কলা-সংস্কৃতিৰ পৰম্পৰাগত প্ৰবাহৰ সাক্ষ্য বহন কৰি আহিছে। নামনি অসম আৰু উত্তৰ বঙ্গৰ সত্ৰীয়া সংস্কৃতিৰ বিষয়ে অধ্যয়ন কৰিলে খহি খহি যোৱা পুৰণি ঐতিহ্যপূৰ্ণ সংস্কৃতিৰ কঙ্কাল এটিহে চকুত পৰে। একালৰ ঐতিহ্যপূৰ্ণ সত্ৰীয়া সংস্কৃতিৰ আজি উক্ত অঞ্চলত একো পাবলৈ নাই, যিখিনি আছে সিও ধ্বংসৰ কৱাল গ্ৰাসত। আমি এই নিবন্ধত কোনোমতে বৰ্তি থকা সত্ৰসমূহৰ পৰা তথ্য সংগ্ৰহ কৰি এই অঞ্চলৰ কিছুমান ঐতিহ্যপূৰ্ণ বৈশিষ্ট্যৰ কথা তুলি ধৰিবলৈ যত্ন কৰিলো।

সত্ৰৰ গঠন প্ৰণালীৰ ফালৰ পৰা বিষ্ণুপুৰ, ধৰ্মপুৰ, দলগোমা, শ্যামৰায় আদি সত্ৰবোৰ — বৰপেটা সত্ৰৰ আৰ্হিতে সজোৱা যেন লাগে। সত্ৰৰ কীৰ্তনঘৰ, মণিকূট, মঠ আৰু চাৰিহাটীৰ ব্যৱস্থা বিদ্যমান। সত্ৰৰ কীৰ্তনঘৰৰ

লগতে মণিকূট আৰু কাষত এটি মঠ আছে। মঠবোৰ বৰপেটা, পাটবাউসী আদি সত্ৰৰ মঠৰ দৰে পশ্চিমমুৱা। আনহাতে ধুবুৰী জিলাৰ ৰামৰায়কুটি, জিনকাটা, কোচবিহাৰৰ মধুপুৰ, মাধপুৰ আদি সত্ৰৰ গঠন প্ৰণালী পৃথক। ইয়াত মঠৰ সলনি গুৰুগৃহ মন কৰিবলগীয়া। গুৰুগৃহ বা গুৰুঘৰৰ মূল প্ৰৱেশ পথ পূবফালে। মঠ আৰু গুৰুগৃহৰ প্ৰয়োজনীয়তা একে হ'লেও গঠন-প্ৰণালীৰ ভিন্নতা কেনেকৈ হ'ল এই বিষয়ে জনা নাযায়।

সত্ৰৰ নিত্য-নৈমিত্তিক নাম-কীৰ্তনৰ কাৰ্যপ্ৰণালীকো নামপ্ৰসঙ্গ বুলি কোৱা হয়। ইয়াৰ উপৰি মণিকূটত বিগ্ৰহৰ বাবে পৃথক পূজাদিৰো ব্যৱস্থা আছে। অসমৰ প্ৰায়বোৰ সত্ৰত চৈধ্য প্ৰসঙ্গৰ নিয়ম আছে। নামনি অসম আৰু উত্তৰ বঙ্গৰ সত্ৰবোৰত বৰপেটা সত্ৰৰ চৈধ্য প্ৰসঙ্গৰ নিয়মকে মানি চলা দেখা যায়। তদুপৰি জিলকাটা আৰু ৰামাৰায়কুটি সত্ৰত বৰগীতৰ গায়ন পদ্ধতি, ঘোমাধুমালি (ধেমালি), বৰধুমালি (ধেমালি), বেহাৰ নাচ আৰু বিশেষকৈ ৰাবাণ গীত এক বিশেষত্বপূৰ্ণ বৈশিষ্ট্যৰে পৰিপূৰ্ণ। সম্প্ৰতি এইবোৰৰ অনুশীলন চৰ্চা আদিৰ অভাৱত ধ্বংস হৈ যোৱাৰ পথত। তদুপৰি বিভিন্ন তিথি মহোৎসৱত থলুৱা বৈশিষ্ট্যযুক্ত দুজনা গুৰুৰ ৰচিত গীত, পদ, ঘোষা আদি গোৱাৰ নিয়ম আছে।

নামনি অসম তথা উত্তৰ বঙ্গৰ সত্ৰসমূহৰ বেছিভাগেই সত্ৰৰ চৌহদৰ বাহিৰত নিবাস কৰা গৃহস্থী ভকতৰ দ্বাৰা পৰিচালিত হয়। সত্ৰত নিবাস কৰা উদাসীন ভকত প্ৰায় নথকাত সত্ৰসমূহ পৰিচালনাৰ কাৰণে প্ৰায়বোৰ সত্ৰতে সত্ৰ পৰিচালনা সমিতি গঠন হৈছে। কিছুমান ব্যক্তিগত সম্পত্তি হিচাপেও আছে। এই অঞ্চলৰ সত্ৰসমূহৰ উল্লেখযোগ্য বৈশিষ্ট্য হ'ল সংহতি বিভাজন অপৰিস্ফুট অৰ্থাৎ কোনো এখন সত্ৰকে কোনো সংহতিৰ অন্তৰ্ভুক্ত কৰিব নোৱাৰি। এই অঞ্চলৰ প্ৰায়বোৰ সত্ৰই মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰৱৰ্তিত ধৰ্মকে মুখ্য বুলি স্বীকাৰ কৰি লয় আৰু তাতেই ব্ৰহ্ম, নিকা, কাল আৰু পুৰুষ সংহতিৰ শিষ্যসকলৰ মাজত সাৰ্বজনীন ঐক্য বিৰাজিত।

সত্ৰাধিকাৰক বুজাবলৈ এই অঞ্চলত অধিকাৰী, সত্ৰীয়া, সত্ৰপতি, মেধি, বুঢ়াভকত, মহন্ত, গোসাঁই আদি শব্দ ব্যৱহাৰ কৰা হয়। বৰ্তমান বেছিভাগ সত্ৰতে এজন সত্ৰাধিকাৰ আছে। কিছুমানত সত্ৰাধিকাৰ নাই। সত্ৰৰ চৌহদৰ ভিতৰত উদাসীন ভকতৰ সংখ্যা কম হোৱাত সত্ৰৰ ধৰ্মীয় আৰু সামাজিক কামবোৰ নিয়াৰিকৈ চলাবৰ বাবে বিষয়ববীয়াবোৰ গাঁৱৰ ৰাইজৰ পৰা নিয়োগ কৰা হয়। অসমৰ আন আন সত্ৰানুষ্ঠানবোৰৰ তুলনাত ইয়াত সত্ৰসমূহৰ বিষয়বাবো কম। বাববোৰ এনে ধৰণৰ — নামলগোৱা ভকতক — পাঠক; গীত-মাত গাওঁতাক — গায়ন; খোল-নাগাৰা বজাওঁতাক — বায়ন; সত্ৰৰ ধন-সম্পত্তি হিচাপৰ ৰক্ষকক — ভৰালী; ভকতৰ লেখ ৰাখোতাক — কাকতি; বিগ্ৰহ পূজা কৰোতাক — পূজাৰী; প্ৰসাদ, বন্তি আদি প্ৰজ্বলন কৰোতাক — দেউৰী; সত্ৰৰ শ্ৰেষ্ঠ ব্যক্তিসকলক — বাৰবুঢ়া; সত্ৰৰ মহিলা প্ৰধানসকলক — পাঁচবুঢ়ী; গাঁৱলীয়া ভকত শিষ্যৰ ভোজৰ ৰান্ধনীসকলক — পৰমানিক; সাধাৰণ শিষ্যক — ভকত; সত্ৰত নিবাস কৰা জনক — আতৈ; সত্ৰৰ বিষয়ববীয়াসকলক জাননী দিওঁতাক — হালমাঝি বুলি কোৱা হয়। তদুপৰি বিভিন্ন সত্ৰৰ সুকীয়া বিষয়বাবো আছে।

নামনি অসম আৰু উত্তৰ বঙ্গৰ সত্ৰবোৰৰ বেছিভাগ সত্ৰৰ উপাৰ্জন এসময়ত কোঁচ ৰজা আৰু জমিদাৰসকলে দিয়া দেৱোত্তৰ আৰু ব্ৰহ্মোত্তৰ মাটিৰ উৎপাদনৰ ওপৰত নিৰ্ভৰ কৰি চলিছিল। সত্ৰৰ সম্পত্তি উপাস্য বিগ্ৰহৰ নামত আছিল। পৰৱৰ্তী জমিদাৰী প্ৰথা উচ্ছেদৰ পিছত সত্ৰৰ বেছিভাগ মাটি-সম্পত্তি চৰকাৰৰ হাতলৈ যায়। ফলত বেছিভাগ সত্ৰৰ আৰ্থিক অৱস্থা শোচনীয় হৈ পৰে। কিছুমান আৰ্থিক দুৰৱস্থাৰ হেতু চিৰদিনৰ বাবে ধ্বংস হৈ যায়, কিছুমান স্থানান্তৰ হৈ অন্য ঠাইত প্ৰতিষ্ঠা হয় আৰু ব্যক্তিগত সম্পত্তি হয়। যিবোৰ সত্ৰৰ মাটি চৰকাৰে অধিগ্ৰহণ কৰা নাছিল সেইবোৰ সত্ৰৰ বিগ্ৰহৰ নামত পট্টা হৈ যায়। বৰ্তমান চলি থকা সত্ৰবোৰৰ বিগ্ৰহৰ নামত থকা ভূ-সম্পত্তিৰ পৰা উৎপাদন খিনিহে মুখ্য আয়। তদুপৰি শিষ্যসকলৰ পৰা বাৰ্ষিক গুৰু-কৰ হিচাপে পোৱা টকা-পইচা, দ্ৰব্য-সম্ভাৰাদি সত্ৰৰ উপাৰ্জনৰ ব্যৱস্থা আছে। শিষ্যৰ ঘৰত হোৱা সংস্কাৰজনিত কৰ্মৰ পৰাও সত্ৰবোৰে কিছু ৰৰঙণি লাভ কৰে।

প্ৰতিখন সত্ৰতে থাপনাৰ উপৰি সাঁচিপাতৰ অতিৰিক্ত পুথি ৰখা দেখা যায়। এইবোৰ বেছিভাগেই উপযুক্ত সংৰক্ষণৰ অভাৱত ধ্বংস হৈ গৈছে আৰু কিছুমান ধ্বংসৰ মুখত পৰিছে। উদাহৰণস্বৰূপে বিষ্ণুপুৰ সত্ৰৰ ১৪খন প্ৰাচীন সাঁচিপাতৰ দশম পুথি, বালিজানা সত্ৰৰ দশম, ফইলামাৰি সত্ৰৰ বংশাৱলী, নামমালিকা, কীৰ্তন, জিনকাটা সত্ৰৰ গাঁৱৰ মহাপুৰুষীয়া ভকতসকলৰ প্ৰায়বোৰ ঘৰতে থকা পুৰণি সাঁচিপাতৰ পুথিবোৰ, মধুপুৰ সত্ৰৰ অসংখ্য পুথি আৰু নাকাৰখানা সত্ৰৰ অসংখ্য পুথি সংৰক্ষণৰ অভাৱত ধ্বংস হৈ গৈছে।

একালত সত্ৰবোৰত সুকুমাৰ কলাৰো চৰ্চা হৈছিল। তাৰ চিনস্বৰূপে বিষ্ণুপুৰ সত্ৰ নাওৰ ওপৰত থকা গুৰু আসন, কাঠৰ বিভিন্ন মূৰ্তিবোৰ, আমগুৰি সত্ৰৰ কাঠৰ মূৰ্তিবোৰ, ৰামৰায়কুটি সত্ৰৰ কাঠৰ দেৱালত কটা মূৰ্তিবোৰ আৰু পিতলৰ ৰথখন, ধৰ্মপুৰ সত্ৰৰ বাসুদেৱ বিগ্ৰহ, গড়ুৰ, জাম্বৱান আদি কাঠৰ মূৰ্তিবোৰৰ কথা ক'ব পাৰি। ওপৰত উল্লেখ বোৰৰ ভিতৰত ৰামৰায়কুটি সত্ৰৰ দেৱালৰ মূৰ্তিবোৰ যথেষ্ট প্ৰাচীন।

একালত আমাৰ আলোচ্য অঞ্চলত সত্ৰক কেন্দ্ৰ কৰি গঢ়ি উঠা সত্ৰীয়া সংস্কৃতি জাকতজিলিকা হৈ আছিল। জামিদাৰী প্ৰথাৰ উচ্ছেদ, প্ৰাকৃতিক দুৰ্যোগ আদি নানা কাৰণত এই অঞ্চলৰ সত্ৰসমূহৰ অৱস্থা কেইটামান দশকৰ ভিতৰত বিশেষ শোচনীয় হৈ পৰে আৰু কিছুমান লুপ্ত হৈ যায়। সত্ৰবোৰ ধ্বংস হোৱাৰ মূল কাৰণ ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক, প্ৰাকৃতিক দুৰ্যোগ আদিয়েই প্ৰধান।

সত্ৰবোৰ আৰম্ভণিতে শঙ্কৰী ধৰ্মৰ মূলকেন্দ্ৰ হিচাপে প্ৰতিষ্ঠিত হৈছিল যদিও কালক্ৰমত ই ধৰ্মৰ লগত সংগতি ৰাখি পঢ়াশালী, পুথিভঁড়াল, চাৰুকলা, হস্তশিল্প আদিৰ শিক্ষাকেন্দ্ৰ হিচাপে গঢ়ি উঠিছিল। বৰ্তমান নামনি অসম তথা উত্তৰ বঙ্গৰ জীৱিত সত্ৰসমূহৰ দুখলগা অৱস্থা এটিহে দেখিবলৈ পাওঁ। সত্ৰবোৰত উদাসীন ভকতৰ অভাৱ, সত্ৰৰ সেৱকসকল আৰ্থিকভাৱে টনকীয়াল নহয়, সত্ৰলৈ যোৱাৰ বাবে ভাল যাতায়াতৰ ব্যৱস্থা নাই, উদাৰতাৰ অভাৱ, বেছিভাগ সত্ৰ সংৰক্ষণশীল, সত্ৰৰ মুৰব্বী ব্যক্তিসকল আৰামপ্ৰিয় আৰু প্ৰচাৰ বিমুখ। পশ্চিমীয়া শিক্ষাৰ প্ৰতি জনসাধাৰণৰ ধাউতি হোৱাত সত্ৰানুষ্ঠানৰ নিস্প্ৰয়োজনীয়তাবোধ, অন্য ধৰ্মৰ প্ৰতি মানুহৰ আকৰ্ষণ, সময়ে সময়ে ৰাজনৈতিক পট পৰিৱৰ্তন, সামাজিক ক্লেশ, তদুপৰি প্ৰাকৃতিক দুৰ্যোগ আদি এশ-এবুৰি সমস্যাই সত্ৰবোৰক ধ্বংসৰ মুখলৈ ঠেলি দিছে। জ্বলন্ত সমস্যাবোৰৰ মুখামুখি হ'ব নোৱাৰি কিছুমান চিৰদিনৰ বাবে নিশ্চিহ্ন হৈ গৈছে। ধ্বংস হৈ যোৱাবোৰৰ কথা এৰি দি যি কেইখন সত্ৰ কোনমতে জীয়াই আছে সেইবোৰত চৰকাৰীভাৱে আবাসিক শিক্ষা, সত্ৰীয়া সংস্কৃতিৰ প্ৰশিক্ষণ কেন্দ্ৰ, পুথিভঁড়াল, পঢ়াশালি আদিৰ ব্যৱস্থা কৰাৰ লগতে যাতায়াত ব্যৱস্থা, প্ৰতিখন সত্ৰৰ যোগাযোগৰ সুচলতা আদি বিশেষভাৱে প্ৰয়োজন হৈ পৰিছে।






# বিজনী আৰু সিদলী ৰাজ পৰিয়ালৰ বিৱৰণ

তৰণীকান্ত ৰয়

অতীত অতিকে মধুৰ ; কিন্তু বৰ্তমান বৰ নিষ্ঠুৰ। প্ৰাচীন গোৱালপাৰা জিলাৰ ৰজা-জমিদাৰৰ বৰ্তমান অৱস্থা উপলব্ধি কৰি অতীতৰ মধুৰ দিনবোৰলৈ ভুমুকিয়াই চোৱাৰ এটি স্পৃহা হয়।

কালৰ কুটিল গতিত আৰু ৰাজনৈতিক দৃষ্টিভঙ্গীৰ পৰিপ্ৰেক্ষিতত ভাৰতৰ ৰজা-মহাৰজাৰ ৰাজত্বৰ বেলি মাৰ যোৱাৰ সময়ত যিকণ পোহৰ বিস্তাৰিত হৈছিল সেই পোহৰত অৱলোকন কৰি বিজনী ৰাজপৰিয়াল আৰু সিদলী ৰাজপৰিয়ালৰ অৱদানৰ বিষয়ে সম্যক বিৱৰণ দাঙি ধৰাৰ চেষ্টা ধৰা হ'ল।

মহাৰাজ নৰনাৰায়ণ আৰু চিলাৰায়ৰ দিনৰ গৌৰৱময় অধ্যায় পাৰ হৈ আহি ভৱিষ্যৎ বংশধৰসকলে বহুত দুৰ্যোগৰ সন্মুখীন হ'ব লগা হয়। তথাপি পূৰ্বৰ গৌৰৱময় দিনৰ পৰম্পৰা অনুসৰি বিজনীৰাজ আৰু সিদলী ৰাজপৰিয়ালৰ ভালেমান কীৰ্তিকলাপ কাণৰ গৰ্ভৰত বিলীন হ'বলৈ ধৰা দেখা গৈছে দিও অ'ত-ত'ত এতিয়াও বিচাৰিলে পোৱা যাব।

সমাজ সংস্কাৰক তথা অসমীয়া সমাজ-সংস্কৃতিৰ ত্ৰাণকৰ্তা মহাৰাজ নৰনাৰায়ণ আৰু চিলাৰায়ৰ বংশধৰ বিজনী ৰাজপৰিয়াল আৰু সিদলী ৰাজপৰিয়ালৰ বংশধৰ আজিও বিদ্যমান। বিজনী ৰাজাৰ ৰাণী অভয়েশ্বৰী আৰু সিদলী ৰাজা অজিত নাৰায়ণ, ৰাণী মঞ্জুলা দেৱীৰ বিষয়ে নজনা ব্যক্তি অতি বিৰল। এওঁলোকৰ মহানুভৱতা, বিচক্ষণতা, ন্যায়পৰায়ণতা আৰু বদান্যতাৰ বাবেই এওঁলোকৰ জীৱনী আলোচনাৰ প্ৰয়োজন আছে।

**মহান যুৱনেতা কুমাৰ কবিন্দ্ৰ নাৰায়ণ দেৱ**

সৌ সিদিনা বিজনী ৰাজপৰিয়ালৰ কনিষ্ঠতম কোঁৱৰ কবিন্দ্ৰ নাৰায়ণৰ লগত সাক্ষাৎ হয়। বিভিন্ন আলোচনাত তেওঁৰ ব্যক্তিত্ব, প্ৰতিভা অনুভৱ কৰিছিলো। ৰাজকুমাৰ কবিন্দ্ৰ নাৰায়ণ দেৱে পঞ্জাৱ বিশ্ববিদ্যালয়ৰ পৰা সুখ্যাতিৰে দৰ্শনত এম. এ পাছ কৰে। কিন্তু বিশ্ববিদ্যালয়ৰ ডিগ্ৰী আৰু অভয়াপুৰী চহৰত সুন্দৰ ৰাজবাৰী থকা সত্বেও ৰাজকুমাৰ কবিন্দ্ৰ নাৰায়ণে ৰাজদণ্ড এৰি কৃষিদণ্ড হাতত লৈ কোকৰাঝাৰৰ নাতি দূৰত চৈবাৰী চাহ বাগানৰ ওচৰত চৰকাৰৰ অনুমতি ক্ৰমে হাবিৰ মাজত খেৰৰ পঁজা বান্ধি কেৰাচিন তেলৰ চাকি জ্বলাই ৰাবাৰ বাগান আৰম্ভ কৰে। তেওঁৰ এইবোৰ খেতি কেৱল নিজৰ বাবেই নহয় অঞ্চলৰ অসংখ্য যুৱকক আত্ম-নিৰ্ভৰশীল আৰু আত্ম-সংস্থাপনৰ বাবে উদগনি দিয়াও এটি উদ্দেশ্য। তেওঁৰ অনুপ্ৰেৰণা আৰু সহযোগত অনুপ্ৰাণিত হৈ এটা অঞ্চলৰ প্ৰায় ৪০০ যুৱক-ছাত্ৰই ৰাবাৰ খেতিৰ জৰিয়তে আত্ম-সংস্থানৰ ব্যৱস্থা আৰম্ভ কৰে।

ৰাজকুমাৰ কবিন্দ্ৰ নাৰায়ণ ব্যক্তি হিচাপেও অনান্য। এটি ঘটনাই তেওঁৰ ব্যক্তিত্বৰ গভীৰতালৈ পোহৰ নিক্ষেপ কৰে। এদিন এদল চিকাৰীয়ে এটা জিনাৰ পছ খেদি খেদি তেওঁৰ ৰাবাৰ বাগান পায়। জিনাৰটোৱে প্ৰাণৰ ভয়ত তেওঁৰ ৰাবাৰ বাগিচাৰ কলঘৰৰ ওচৰত এজোপা ঘাহনিৰ মাজত আশ্ৰয় লয়। ৰাজকুমাৰ কবিন্দ্ৰ নাৰায়ণৰ আশ্ৰয়প্ৰাৰ্থী জিনাৰটোৰ প্ৰতি মমতা হয় আৰু পছুৰ মাংসৰ দাম দি চিকাৰী দলটোক বিদায় দিয়ে। ৰাজকুমাৰ হিচাপে কুমাৰ কবিন্দ্ৰ নাৰায়ণৰ কোনো কালে কোনো ক্ষেত্ৰতে আভিজাত্যৰ ভেম প্ৰকাশ পোৱা দেখা নাযায়। ৰাজকুমাৰ কবিন্দ্ৰ নাৰায়ণ দেৱৰ চাৰিত্ৰিক দিশ আৰু কাৰ্যকলাপে বিজনী ৰাজপৰিয়ালৰ তথা ৰাণী অভয়েশ্বৰী দেৱীৰ নীতি আৰু আদৰ্শৰ প্ৰতি আমাৰ দৃষ্টি আকৰ্ষণ কৰে।

**আদৰ্শ ৰাণী অভয়েশ্বৰী দেৱী**

বিজনী ৰাজপৰিয়ালৰ সামাজিক অৱদান তথা গণতান্ত্ৰিক দৃষ্টিভঙ্গীৰ খতিয়ান বিচাৰিলে বিজনী ৰাজ্যৰ শেষ ৰজা কুমুদ নাৰায়ণৰ সৰু ৰাণী অভয়েশ্বৰী দেৱীৰ কথাই উজ্জ্বল হৈ দেখা দিয়ে।

এই প্ৰসঙ্গতে বিজনী ৰাজ্য আৰু ৰাজপৰিয়ালৰ প্ৰাচীন ইতিবৃত্তৰ এটি চমু আভাষ প্ৰয়োজন হয়। বুৰঞ্জীপ্ৰসিদ্ধ ৰজা নৰনাৰায়ণ আৰু ভায়েক চিলাৰায় ওৰফে শুক্লধ্বজৰ মৃত্যুৰ পিছত কোচ ৰাজ্য দুভাগ হয়। প্ৰাচীন গোৱালপাৰা জিলাৰ সোণকোষ নদীৰ পৰা পশ্চিমে কৰতোৱা নৈলৈকে এই বিস্তৃত ভূখণ্ডকে ধৰি কোচবিহাৰ ৰাজ্যৰ ৰজা হয় নৰনাৰায়ণৰ পুত্ৰ লক্ষীনাৰায়ণ। ৰাজধানী কোচবিহাৰ।

সোণকোষৰ পৰা পূবে দৰঙলৈকে এই ভূখণ্ডৰ ৰজা হয় চিলাৰায়ৰ পুত্ৰ ৰঘুদেৱ। ৰঘুদেৱৰ মৃত্যুৰ পিছত ৰৰপুতেক পৰীক্ষিত নাৰায়ণ ৰজা হয়। পৰীক্ষিত নাৰায়ণ আৰু লক্ষীনাৰায়ণৰ মাজত সম্ভাৱ নাছিল। ফলত লক্ষীনাৰায়ণে বঙ্গৰ নবাবৰ লগ লাগি পৰীক্ষিতৰ কোচ-হাজো ৰাজ্য আক্ৰমণ কৰি ঘিলাবিজয়পুৰত পৰীক্ষিত নাৰায়ণক বন্দী কৰি দিল্লীলৈ প্ৰেৰণ কৰে। আৰু তাতে তেওঁৰ মৃত্যু হয়। ফলত পৰীক্ষিত নাৰায়ণৰ ভায়েক বলিনাৰায়ণে মঙ্গলদৈৰ ৰাজা হয়। তেওঁ বহু চেষ্টা কৰিও কোচ-হাজো ৰাজ্য উদ্ধাৰ কৰিব নোৱাৰিলে। অৱশেষ্যে ঢাকাৰ নবাবে পৰীক্ষিতৰ পুতেক চন্দ্ৰ নাৰায়ণ ওৰফে বিজিত নাৰায়ণক সোণকোষৰ পৰা মানাহলৈ এই অঞ্চলৰ ৰজা পাতে। প্ৰবাদ আছে যে এই বিজিত নাৰায়ণৰ পৰাই ৰাজ্যৰ নাম হয় বিজনী।

ডুমুৰীয়াত তেওঁ ৰাজধানী পাতে। এইদৰে কোচ ৰাজ্য তিনিটা ভাগত বিভক্ত হয়। Dr. Santo Barman ৰ মতে

"The koch kingdom falls into three piees- (i) Eastan part ruled by the Darang Rajfamily (ii) The westan part Covering Koch Birhar which was ruled by the deecndints of the live of Naranarayan (iii) The Central part in between the river Manas and the river sonkosh under Bijni Raj as tribute paying Chief."

"পিছত পুৰুষানুক্ৰমে আৰু উত্তৰাধিকাৰ সূত্ৰে ক্ৰমে জয়নাৰায়ণ, শিৱনাৰায়ণ, মুক্ত নাৰায়ণ হৰিদেৱ নাৰায়ণ, মহীদেৱ নাৰায়ণ আৰু অৱশেষত কুমুদ নাৰায়ণে বিজনীৰ ৰাজপাট উপভোগ কৰে।

কুমুদ নাৰায়ণেই হ'ল বিজনীৰ শেষ ৰজা আৰু বিতৰ্কিত ৰজা। কুমুদ নাৰায়ণৰ মৃত্যুৰ পিছত প্ৰথমা ৰাণী সিদ্ধেশ্বৰী আৰু দ্বিতীয়া ৰাণী অভয়েশ্বৰী দেৱীৰ মাজত ৰাজ্য লৈ কাজিয়াৰ সৃষ্টি হয়। দুয়ো ৰানী সন্তানহীনা আছিল।

সেই সময়ত গুৱাহাটীৰ জীৱনৰাম ফুকন বিজনী ৰাজ্যৰ মন্ত্ৰী বা দেৱান আছিল। তেওঁৰ পক্ষপাতিত্বত ডাঙৰ ৰাণী ক্ষমতাশালী হৈ উঠে। ক্ষমতাৰ আতিশয্যত সৰু ৰাণী অভয়েশ্বৰীক নজৰ বন্দী কৰি ৰাখি ডাঙৰ ৰাণীয়ে ৰাজ্য চলাবলৈ ধৰে। এনেকৈ সৰু ৰাণী অভয়েশ্বৰী দেৱীক হত্যা কৰি ভৱিষ্যৎ নিষ্কণ্টক কৰিবৰ বাবেও ডাঙৰ ৰাণীয়ে তলে তলে চেষ্টা কৰিছিল। অৱশেষে কিছুমান সদাশয় ব্যক্তিৰ বাবে তেওঁ মৃত্যুৰ মুখৰ পৰা হাত সাৰিছিল। সৰু ৰাণীক তেওঁলোকে শালকোচাৰ উত্তৰে অটব্য অৰণ্যৰ মাজত লুকাই ৰাখিছিল। এই কাৰ্যত বিশেষভাৱে অৰিহণা যোগাইছিল শালকোচাৰ বৰুৱা পৰিয়ালৰ চন্দ্ৰ মাধৱ বৰুৱাই। সেই ঠাইখনৰ নাম অভয় কুটি বুলি আজিও জনাজাত।

অৱশ্যে ১৮৮৭ চনত ৰাণীৰ ভায়েক ভৱানীপ্ৰসাদ বৰুৱাৰ সহায়ত গোৱালপাৰা কোৰ্টত দেৱানী মোকৰ্দমা ৰজু কৰে কিন্তু আৰু চলি থাকোতেই ১৮৯১ চনত বৰাৰাণীৰ মৃত্যু হয় আৰু সৰু ৰাণীয়ে ৰাজপাটৰ দায়িত্ব লয়।

পিছত ৰাণী অভয়েশ্বৰীয়ে বিজনী ৰাজবংশৰ আন এটা ঠালৰ কীৰ্তিনাৰায়ণ কোঁৱৰৰ পুত্ৰ যোগেন্দ্ৰ নাৰায়ণ তোলনীয়া পুত্ৰ হিচাপে গ্ৰহণ কৰি ৰাজ্যৰ উত্তৰাধিকাৰী পাতে। বৰ্তমান বিজনী ৰাজপৰিয়াল উক্ত যোগেন্দ্ৰ নাৰায়ণৰ বংশধৰ।

গতানুগতিক দৃষ্টিভঙ্গীৰ বাহিৰত ৰাণী অভয়েশ্বৰীয়ে প্ৰজাক নিজৰ পৰিয়ালৰ দৰে ব্যৱহাৰ কৰিছিল। ৰাণীয়ে নৈষ্ঠিক তপস্বিনীৰ দৰে জীৱন যাপন কৰিছিল। তেওঁ কোনো বিশেষ ধৰ্ম বা মতবাদৰ প্ৰতি আকৃষ্ট হোৱা নাছিল। কিন্তু সকলো ধৰ্ম বা মতবাদৰ মানুহে ৰাণীৰ পৰা নিষ্কৰ ভূমি দান পাইছিল।

১৮৯৭ চনত জুন মাহত হোৱা প্ৰলয়ঙ্কাৰী ভূমিকম্পৰ ফলত ৰাজধানী ডুমুৰীয়া নগৰ ধ্বংস হোৱাত ৰাণীয়ে সাময়িকভাৱে যোগীঘোপাৰ ওচৰত ৰাজধানী পাতে। কিন্তু ৰাজধানীৰ সুৰক্ষাৰ প্ৰতি লক্ষ্য ৰাখি উজাই আহি ৰাম ৰজাৰ (ৰামসিংহৰ) গড়ৰ ওচৰত আৰু পিৰা ধৰা গাওঁৰ কাষত ৰাজধানী পাতে। ঠাইডোখৰৰ নিৰাপত্তা আৰু অভয় উপলদ্ধি কৰি নাম দিয়ে অভয়পুৰ অভয়াপুৰী। অৱশ্যে কিছুমানে ৰাণী অভয়েশ্বৰী পৰা অভয়াপুৰী বুলি ক'ব খোজে। আৰু কিছুমানৰ মতে ৰাজবাৰীত অভয়া দেৱীক পূজা কৰিছিল কাৰণে নাম অভয়াপুৰ হয়। ৰাণী অভয়েশ্বৰী দেৱীয়ে ভালেমান প্ৰজাহিতকৰ কামত মনোনিৱেশ কৰে। সকলোবোৰ উল্লেখ কৰা সম্ভৱ নহয় বাবে দুই-এটাহে উদাহৰণ দিয়া হ'ল। ৰাণীয়ে ৰাজ্যৰ প্ৰজাৰ শিক্ষা-দীক্ষাৰ প্ৰতি দৃষ্টি ৰাখি ৰাজধানীৰ লগতে এখন হাইস্কুল পাতে। ৰাণীয়ে লিখা-পঢ়া বেছি নাজানিলেও তেওঁ আছিল বিদ্যুৎসাহী। স্কুলৰ যাৱতীয় খৰচ ৰাজবাৰীৰ পৰাই বহন কৰিছিল। সেই সময়ত এই স্কুলখনত অঞ্চলৰ উপৰিও বহু দূৰৰ পৰাও আহি শিক্ষা লাভ কৰিছিল। ৰাণীৰ মৃত্যুৰ পিছত ৰাইজে স্কুলখনৰ নাম দিয়ে অভয়েশ্বৰী হাইস্কুল (বৰ্তমান উচ্চতৰ মাধ্যমিক)।

অৱশ্যে ৰাণী অভয়েশ্বৰীৰ পিছৰ কালছোৱাত গোৱালপাৰা জিলাৰ জমিদাৰসকলেও স্কুল-কলেজ পতাত মন দিয়া দেখা যায়। লক্ষীপুৰৰ জমিদাৰেও লক্ষীপুৰ হাইস্কুল পতাৰ উপৰিও জমিদাৰ ভোলানাথ চৌধুৰীৰ নামত ধুবুৰীত ভোলানাথ কলেজ (বি, এন) পাতে। পশ্চিম অসমত এইখনেই আটাইতকৈ পুৰণি উচ্চ শিক্ষানুষ্ঠান। বিলাসীপাৰাকে আদিকৰি আন জমিদাৰসকলেও এখনকৈ হাইস্কুল স্থাপন কৰাৰ দৃষ্টান্ত আছে।

১৮৯৭ চনৰ প্ৰবল ভূমকম্পত ক্ষতিগ্ৰস্থ ৰাইজৰ সুবিধাৰ বাবে বিভিন্ন ঠাইত হাট, গ্ৰাম, গঞ্জ, কছাৰী আদি স্থাপন কৰে। সেই উদ্দেশ্যে বিলাসীৰ পৰা ১২ কিঃ মিঃ উত্তৰে হেল নদীৰ পাৰত এখন কছাৰী পাতি তাতল কৰ বা খাজনা লোৱা, মাটি বন্দবস্তী কৰা কাৰ্যালয় আৰু ৰাইজৰ গোচৰৰ নিষ্পত্তি কৰি দিয়াৰ বাবে কছাৰীৰ ব্যৱস্থা কৰে। এনেকি ৰানী অভয়েশ্বৰী দেৱীয়ে নিজে গৈ তাত থাকি সকলো বন্দবস্ত কৰি দিয়া বাবে ৰাইজে সেই ঠাইখনৰ নাম দিয়ে ৰাণীগঞ্জ।

মহাৰাজ নৰনাৰায়ণ-চিলাৰায়ে মহাপুৰুষ শংকৰ-মাধৱক ৰক্ষণা বেক্ষণ দি এক শৰণ নামধৰ্ম প্ৰচাৰ কৰাত যিদৰে সহায় কৰিছিল সেই পৰম্পৰা অনুসৰিয়েই ৰাণী অভয়েশ্বৰীয়েও সত্ৰ আৰু সত্ৰাধিকাৰৰ দায়িত্বত বহু অৰিহণা যোগাইছিল।

১৮২২-২৬ চনলৈ হোৱা মানৰ আক্ৰমণত বৰপেটা ক্ষেত্ৰবাসী বৰপেটাত থাকিব নোৱাৰাত বিজনী ৰাজ অমৃত নাৰায়ণে মেৰচৰ মৌজাৰ বিদ্যাপুৰ সত্ৰ স্থাপন কৰে।

আকৌ ১৮৯৭ চনত প্ৰলয়ঙ্কাৰী ভূমিকম্পৰ ফলত এবেলি বিজনীৰ ৰাণী অভয়েশ্বৰী দেৱীয়ে বৰিগ্ৰাম মৌজাৰ ধৰ্মপুৰ শ্যামৰায় বিগ্ৰহ স্থাপন কৰি সত্ৰ পাতে। বৰপেটা সত্ৰৰ পৰা বঙলা ১৩৩৪ চনৰ ২১ মাঘত এই সত্ৰলৈ দিয়া চন্দ মতে ধৰ্মপুৰ সত্ৰ বৰপেটা সত্ৰৰ অংশ বুলি গণ্য কৰা হয়। ১৯১৮ চনৰ ১৭ অক্টোবৰ বৃহস্পতিবাৰৰ দিনা প্ৰায় ৫৬ বছৰ বয়সত সকলোকে কন্দুৱাই ৰাণী অভয়েশ্বৰী দেৱীয়ে ইহলীলা ত্যাগ কৰে। বিজনী ৰাজ্যৰ আকাশ মেঘাচ্ছন্ন হৈ থাকোতেই সিদলী ষ্টেটৰ ৰজা অজিত নাৰায়ণ আৰু ৰাণী মঞ্জুলা দেৱীৰ আগমনেই পশ্চিম আকাশত দুটি ভোটা তৰাৰ পোহৰে পুৱাৰ আগজাননীৰ ইংগিত দিয়ে।

জননেতা ৰজা অজিত নাৰায়ণ দেৱ আৰু ৰাণী মঞ্জুলা দেৱী

সিদলীৰ ৰজা অজিত নাৰায়ণ দেৱ আৰু ৰাণী মঞ্জুলা দেৱী ৰাজতন্ত্ৰৰ পৰা গণতন্ত্ৰৰ কৰ্ণধাৰ হিচাপে ৰাইজক সেৱা কৰাৰ যি প্ৰচেষ্টা ই পুৰণা গোৱালপাৰা জিলাৰ আন এটি ঐতিহাসিক আলেখ্য।

ৰাণী মঞ্জুলা দেৱী আৰু ৰাজা অজিত নাৰায়ণ দেৱ দুয়ো স্বাধীন ভাৰতৰ প্ৰথম গণভোট অৰ্থাৎ ১৯৫১ চনৰ সাধাৰণ নিৰ্বাচনত প্ৰাৰ্থী মনোনীত হয় আৰু ৰাজা অজিত নাৰায়ণ দেৱ বিলাসীপাৰা বিধান সভা সমষ্টিৰ বিধায়ক আৰু ৰাণী মঞ্জুলা দেৱী ধুবুৰী লোকসভা সমষ্টিৰ এম পি নিৰ্বাচিত হয়। ১৯৬৭ চনত ৰাণী মঞ্জুলা দেৱীয়ে কোকৰাঝাৰ পূব বিধানসভা সমষ্টিৰ পৰা পুনৰ বিধায়ক নিৰ্বাচিত হয়।

ৰাণী মঞ্জুলা দেৱী আৰু ৰাজা অজিত নাৰায়ণ দেৱ বিধানসভা বা লোকসভাৰ সদস্য হোৱাত তেওঁলোকৰ বিশেষ কোনো প্ৰতিক্ৰিয়া বা পৰিৱৰ্তন আমি দেখা পোৱা নাছিলো। বৰং ৰজা-ৰাণী হিচাপে তেওঁলোকৰ সামন্ত প্ৰথা মতে যি প্ৰতিবন্ধক আছিল সেইখিনি নাইকিয়া হৈছিল আৰু প্ৰজা সাধাৰণৰ লগত স্বাভাৱিক মিলাপ্ৰীতি আৰু ভাৱৰ আদান-প্ৰদানৰ সুবিধা হৈছিল। বহুতো ঠাইত ৰাণীয়ে অতি সাধাৰণ মানুহৰ দৰে আচৰণ কৰিছিল। বহুতো গৰীব দুখীয়া মানুহৰ ঘৰলৈ গৈ মাটিত বস্তাত আৰু পীৰাত বহি কথা পাতিছিল। এইবোৰ কাৰণতে ৰাণী মঞ্জুলা ইমান জনপ্ৰিয় হৈছিল যে সেই সময়ত বহুত মানুহে নিজৰ কন্যা সন্তানৰ নাম মঞ্জুলা ৰাখিছিল।

১৯৭২ চনৰ পৰা ১৯৭৭ চনলৈকে ৰাণীয়ে সমাজ কল্যাণ বিভাগৰ Chairman পদত অধিষ্ঠিত থাকি মহিলা সমিতি আৰু মহিলাৰ কৰ্মমুখী আঁচনি ৰূপায়ণ কৰিছিল। ৰাজা অজিত নাৰায়ণ দেৱ Oil India Ltd ৰ Chairman পদত থাকি অসমৰ তৈল ক্ষেত্ৰ আৰু তেল উদ্যোগত অসমীয়া লোকৰ নিয়োগৰ বিষয়েও ভালেখিনি অৱদান আগবঢ়াইছিল।

ৰাজা অজিত নাৰায়ণ দেৱ অসম লোকসেৱা আয়োগৰ সদস্য আছিল। কিন্তু কেতিয়াও স্বজনপ্ৰীতি বা আঞ্চলিকতাবাদ মনোভাব নাৰাখি উপযুক্ত ব্যক্তিক যথাস্থানত নিয়োগৰ ব্যৱস্থা কৰিছিলি।

ৰাজা অজিত নাৰায়ণ দেৱৰ আৰু ৰাণী মঞ্জুলা দেৱীৰ এই বদান্যতাৰ অন্তৰালত আছিল তেওঁলোকৰ অতীত বংশ গৌৰৱ। ৰাজা অজিত নাৰায়ণ দেৱৰ বংশ গোত্ৰ বিচাৰিলে দেখা যায় যে - তেওঁলোকেও নৰনাৰায়ণ আৰু চিলাৰায়ৰ অন্য ঠালৰ পৰা অহা।

অৱশ্যে ৰাজা অজিত নাৰায়ণৰ বংশ পৰম্পৰা আৰু ৰাজ্যৰ বিষয়েও বুৰঞ্জী প্ৰায় নিমাত হলেও প্ৰাচীন ঐতিহ্য লুকাই থাকিব নোৱাৰে। মহাৰাজ বিশ্বসিংহৰ মৃত্যুৰ সময়ত পুতেক নৰনাৰায়ণ আৰু শুক্লধ্বজ দুয়ো কাশীত বিদ্যা শিক্ষা লৈ আছিল। সেই কাৰণে ভায়েক নৰসিংহই এই সুবিধাতে নিজকে কোচ ৰাজ্যৰ ৰজা বুলি ঘোষণা কৰে। এই বাতৰি শুনি নৰনাৰায়ণ আৰু ভায়েক শুক্লধ্বজ দুয়ো কাশীৰ পৰা উভতি আহে আৰু নৰসিংহক যুদ্ধত পৰাস্ত কৰি ভূটানলৈ খেদি দিয়ে। প্ৰবাদ আছে যে নৰসিংহই পিছত ভূটানত ৰাজ্য পাতি ৰজা হয় আৰু সময়ে সময়ে তেওঁলোকে ভূটানৰ নামনি অঞ্চলত আক্ৰমণ কৰি ৰচদ পাতি লৈ গৈ থাকে। কালক্ৰমত তেওঁলোকৰ বংশধৰে মোগল ৰাজত্ব কালত ভূটানৰ নামনিত সিদলী অঞ্চলত ৰাজ্য পাতে। সূৰ্য্য নাৰায়ণেই সিদলী ৰাজ্যৰ প্ৰথম ৰজা। Dr. Sanro Barman ৰ মতে

"The name of the Sidlee chif in that your was surjya Narayana and the same family appears to have held sanads of appaintment from the Bhntau Goverment from thot period to this. In the sanads granted by the Bhutan Goverment to the discent of surjya Narayana. the litle Raja was given to them."

সিদলী ৰাজ্যত সূৰ্য্য নাৰায়ণৰ পিছত ক্ৰমে ভীম সিং, শ্যামক নাৰায়ণ দেৱ, লক্ষী নাৰায়ণ দেৱ, গৌৰী নাৰায়ণ দেৱ আৰু অভয় নাৰায়ণ দেৱ ৰজা হয়। অভয় নাৰায়ণ দেৱৰ পুত্ৰ অজিত নাৰায়ণ দেৱেই সিদলী ৰাজ্যৰ শেষ ৰজা আৰু কীৰ্তিমন্ত পুৰুষ। ৰাজা অজিত নাৰায়ণ আৰু ৰাণী মঞ্জুলা দেৱী অজি আৰু নাই। কিন্তু তেওঁলোকৰ মহান কাৰ্যকলাপ আজিও বিৰাজমান হৈ আছে।

বিজনী আৰু সিদলী ৰাজ পৰিয়ালৰ যেনেকৈ ঐতিহ্য আছে তেনেকৈ সামাজিক অৱদানো আছে। গোৱালপাৰা জিলাৰ জমিদাৰসকল হ'ল বিজতৱীয়া। এওঁলোকৰ কোনো ঐতিহাসিক ভিত্তি নোহোৱা বাবে স্থানীয় ভাষা সমাজ-সংস্কৃতি আৰু লোকৰ প্ৰতি এওঁলোকৰ দৰদ নাই। কিন্তু বিজনী ৰাজপৰিয়াল আৰু সিদলী ৰাজপৰিয়ালৰ ত্যাগ, নিষ্ঠা আৰু গঠনমূলক দৃষ্টিভঙ্গী থকাৰ বাবে এওঁলোকৰ প্ৰতি স্থানীয় লোকৰ মৰম, শ্ৰদ্ধা আৰু ঐকান্তিকতা সদায় বিৰাজমান হৈ থাকিব।

প্ৰসঙ্গ পুথিৰ তালিকা ঃ-


১। কোচবিহাৰৰ ইতিহাস-খাঁ আমানতুল্লা চৌধুৰী।

২। গোৱালপাৰা জিলাৰ ইতিহাস—শিৱানন্দ শৰ্মা—

৩। কোচ ৰাজবংশী জাতিৰ ইতিহাস আৰু সংস্কৃতি—অম্বিকাচৰণ চৌধুৰী

৪। অসম বুৰঞ্জী— সূৰ্য্যকুমাৰ ভূঞা

# লৌহিত্যৰ উত্তৰ কুলত

**ৰজনীকান্ত শাস্ত্ৰী**

কোচৰজা শুক্লধ্বজে গৌড় দেশৰ পৰা ৰাজ্য জয় কৰি আহোঁতে দুজন বিদগ্ধ পণ্ডিত লগত লৈ আহে আৰু তাৰে এজনক গোৱালপাৰাৰ লোহিতৰ দক্ষিণপাৰৰ গাঁৱত স্থাপন কৰে বুলি বুৰঞ্জীয়ে কয়। তেৱেঁই আছিল পণ্ডিত পীতাম্বৰ সিদ্ধান্ত বাগীশৰ পিতৃদেৱ। আনজন আছিল মহামহোপাধ্যায় পুৰুষোত্তম ভট্টাচাৰ্য্য। তেওঁক সন্মানিত আসন দি স্থাপন কৰিছিল নৰনাৰায়ণৰ ৰাজসভাত। এসময়ত পীতাম্বৰ সিদ্ধান্ত বাগীশে নিজৰ গুণগৰিমাৰে গোটেই দেশক ধন্যোজ্জ্বল কৰি তুলিছিল। তাৰ জ্যোতি কণিকাই আজিও লোহিতৰ দক্ষিণ উত্তৰ কুলত জ্যোতি বিলাই আছে। পীতাম্বৰ সিদ্ধান্ত বাগীশে ১৫৩৪ শকত লিখা কৌমুদী গ্ৰন্থত নিজে লিখিছে ঃ-

“পীতাম্বৰেণ গুণসুন্দৰ মন্দিৰেণ
কামেশ্বৰী চৰণৰেণু পৰায়ণেন
লৌহিত্য দক্ষিণ কুলেহপি সমুদ্ভবেন
ভূয়াৎ সদাকৃতিমুদে সহিতে নিবন্ধঃ”

ইয়াৰ “দক্ষিণ কুলেহপি” কথাই লৌহিত্যৰ উত্তৰ কুলৰ কামেশ্বৰীৰ চৰণৰেণু স্পৰ্শ পৰায়ণ গুণসুন্দৰ পণ্ডিতৰ যে জন্ম বা জন্ম-সম্ভাৱনাৰ ইঙ্গিত দিয়া নাই তাক কব নোৱাৰি। অতীত বৰ্তমানৰ পিতৃপুৰুষ। বৰ্তমানৰ গৱেষণা কৰিব লাগিলে তাৰ আগতে অতীতৰ আলোচনা হ'ব লাগিব। বৰ্তমানৰ বুকুত অতীতক নতুনকৈ জন্ম দিবলৈয়ে জাতিয়ে শংকৰ, মাধৱ, দামোদৰ, হৰিদেৱ, অনন্তকন্দলী, ৰাম সৰস্বতী, পীতাম্বৰ সিদ্ধান্ত বাগীশ আদিক পাহৰিব পৰা নাই।

গোৱালপাৰা ৰত্নগৰ্ভা। আনে কোৱালৈ অপেক্ষা নকৰি নিজেই প্ৰত্যক্ষ কৰাব পাৰিছে যে গোৱালপাৰা ৰত্নগৰ্ভা। তেওঁ বহুত ৰত্নকেই কোলাত সামৰি বিজয়িণীৰ গৌৰৱেৰে অসম-বঙ্গৰ টনা-আজোৰাৰ মাজত গোৱালপাৰা হৈ বৰ্তি আছে। ইয়াৰ অধিবাসী, ভাষা-সাহিত্য, লোকগীত, লোক সংস্কৃতি, প্ৰাকৃতিক সম্পদ-সৌন্দৰ্য, কলাকৃষ্টি, সমাজ-ৰীতিয়ে ঐতিহ্য ভাণ্ডাৰৰ দুৱাৰ মেলি ভাস্কৰবৰ্মা হৰ্ষবৰ্ধন-পাল-কোচ-কমতা-আহোম ৰাজন্যবৰ্গৰ অতীত ঐশ্বৰ্য স্মৃতিৰ টোপোলা নতুন পুৰুষক উপহাৰ দিছে। এসময়ত কোচ-কমতাধিপতিয়ে গোৱালপাৰাৰ ৰাজনৈতিক তোৰণেৰে অসমত সোমাই অসমবাসীৰ সৈতে আৰু গোপূৰেৰে ৰাজভৱনত সোমাই ৰজাৰ সৈতে ভাবৰ আদান-প্ৰদান কৰি বন্ধুত্ব পাতি লৈছিল। অমূল্য বনৌষধি, জীৱ-জন্তু, গছগছনিৰে ভৰা অঞ্চলত জনজাতীয় ভাই-বন্ধুসকলে পৰম সুখেৰে বসবাস কৰি আছে। এওঁলোক সকলোৰে হাৰ্দিক প্ৰীতিৰে মহান গোৱালপৰাবাসীৰ পুষ্টি বৰ্ধন কৰিছে। বিলাসীপাৰাও কম বিলাসিনী নহয়! তেওঁ কোন অতীজতে যে তেওঁৰ জন্মৰ সূতিকাগৃহৰ সঙ্গী হিচাপে 'দুধনাথ,' 'টোকৰাবান্ধা' (টোপ্‌লা বান্ধা), চান্দৰ-ডিঙা' 'চক্ৰশিলা' আদিক লগত লৈ সবান্ধৱে, সপৰিয়ালে, সানন্দেৰে বাস কৰি আছে, সেইটো গভীৰ চিন্তাৰেহে বুজিব পাৰি।

গোৱালপাৰাৰ পণ্ডিত সমাজৰ অগ্ৰণী স্মাৰ্ত, নৈয়ায়িক, দাৰ্শনিক পণ্ডিতসকলৰ কোনো 'স্মৃতিচাৰণ' কৰাৰ ব্যৱস্থা বা 'স্মৃতিৰক্ষাৰ' সুব্যৱস্থা নোহোৱাত তেওঁলোকৰ নাম লাহে লাহে তল পৰি যোৱাৰ উপক্ৰম হৈছে। পীতাম্বৰৰ দক্ষিণ কুলেহপি পদৰ দ্বাৰা উত্তৰ কুলৰ পূৰ্ণপ্ৰাধান্য ৰক্ষিত হয়। তাৰে পৰাই উত্তৰ কুলৰ কবি দাৰ্শনিক পণ্ডিতৰ জন্ম, অধ্যয়ন, অধ্যাপনাৰ পুণ্যতীৰ্থৰ কথা শুনা যায়।

১৯২৬ চনত ধুবুৰীত বহা অসম সাহিত্য সভাৰ অধিৱেশনত দৰ্শন শাখাসভাৰ সভাপতি আছিল প্ৰসিদ্ধ নৈয়ায়িক পণ্ডিত শ্ৰীষড়ানন ন্যায় তৰ্কতীৰ্থদেৱ। তেওঁৰ জন্মস্থান গোৱালপাৰা জিলাৰ বিলাসীপাৰা মহকুমাৰ (বৰ্তমান) লোহিতৰ উত্তৰ কুলৰ শালকোচা গাঁৱত। তেওঁ আছিল এই অকিঞ্চনৰ শিক্ষাগুৰু। তেওঁৰ চৰণৰেণুপূত এই নিঃকিনে তেওঁৰ গুণ-গৰিমাকে এই ৰচনাৰ উৎস স্বৰূপে ব্যৱহাৰ কৰি তৃপ্ত হব খুজিছে।

তৰ্কতীৰ্থদেৱৰ অভিভাষণখনি যে এখন মূল্যৱান সম্পদ, এই কথা পিছৰ সাহিত্য সভাৰ অধিৱেশনৰ স্মৃতিগ্ৰন্থত ঠাই পাইছে। ১৯৭২ চনৰ ধুবুৰীত বহা সাহিত্য সভাৰ স্মৃতিগ্ৰন্থত উপ সভাপতি অধ্যাপক ডিম্বেশ্বৰ শৰ্মাদেৱে লিখিছে :“দৰ্শন শাখাৰ সন্মিলন ধুবুৰী অধিৱেশনৰ এক বিশেষত্ব বুলিয়েই স্বীকাৰ কৰিব লাগিব। এই দৰ্শন সন্মিলনত সভাপতিত্ব কৰিছিল দাৰ্শনিক পণ্ডিত ষড়ানন ন্যায় তৰ্কতীৰ্থদেৱে। বিদগ্ধ পণ্ডিত গৰাকীয়ে পাঠ কৰা অভিভাষণখনি অসমীয়া প্ৰবন্ধ সাহিত্যৰ ভঁৰাললৈ এটি অমূল্য অৱদান। তেখেতে অতি গধুৰ ভাবৰ দাৰ্শনিক তথ্যবোৰ আৰু ভাৰতীয় ষড়দৰ্শনৰ তত্ত্ব সমূহ অতি প্ৰাঞ্জল ভাষাৰে তত্ত্বগ্ৰাহী শ্ৰোতাসকলে বুজিব পৰাকৈ লিপিবদ্ধ কৰিছিল।” এই উদ্ধৃতিৰ পৰাই শ্ৰদ্ধেয় তৰ্কতীৰ্থদেৱৰ তীৰ্থৰ জল জুখিবলৈ কিছু প্ৰয়াস কৰিব পৰা যায়। তেওঁৰ সৰস্বতী বিনোদন তীৰ্থত ন্যায়, সাংখ্য, বেদান্ত, মীমাংসা, স্মৃতি, কাব্য ব্যাকৰণৰ শিক্ষা প্ৰসূত জ্ঞান জলেৰে আজিও অধ্যাপনা পৱিত্ৰ হৈ বৰ্তি আছে; কিন্তু তাত ন্যায়, সাংখ্য, মীমাংসা, বেদান্তদৰ্শনৰ ক্ষীণ ধ্বনিও আজি শুনা নাযায়।



লাহে লাহে ক্ষীণ আৰু লুপ্ত হৈ আহিবলৈ ধৰা বিলাসীপাৰা সংমগুলৰ হাকামা গাঁৱৰ প্ৰতিভাসৌৰভেৰে আমোদিত কৰি তোলা জন্মভূমিৰ উজ্জ্বল জাতক পশ্চিম অসমৰ মহামহোপাধ্যায় আদিদেৱ মহাদেৱ কল্প আদ্যনাথ ন্যায়ভূষণদেৱ খুদিমাৰিলৈ গৈ গৌৰীপুৰৰ তাৰিণী প্ৰিয়া চতুষ্পাঠীৰ আচাৰ্য্য ৰূপে খ্যাতি লাভ কৰিছিল। লৌহিত্য দক্ষিণ কুলেহপি পদৰ 'অপিয়ে' নিৰ্দেশ কৰা উত্তৰ কুলৰ পণ্ডিতসকলৰ আৱিৰ্ভাৱৰ সত্যতা প্ৰমাণ কৰে এই পণ্ডিত সকলে। ১৯০৯ চনত ন্যায়ভূষণদেৱে ইংৰাজ চৰকাৰৰ পৰা মহামহোপাধ্যায় উপাধি লাভ কৰে। শব্দশক্তি প্ৰকাশিকাৰ টীকাকাৰ কৃষ্ণকান্ত বিদ্যা বাগীশ মহামহোপাধ্যায় আদ্যনাথ ন্যায়ভূষণ আৰু প্ৰসিদ্ধ দাৰ্শনিক পণ্ডিত ষড়ানন ন্যায় তৰ্কতীৰ্থ হাকামা-শালকোচা গাঁৱৰে ব্যাস-বাল্মীকি-বশিষ্ঠ প্ৰতিম যুগজয়ী পুৰুষ। অকল এই কেইজনেই নহয়, ইয়াৰ বাহিৰে আচাৰনিষ্ঠ পণ্ডিত ৰমানাথ বিদ্যালঙ্কাৰ, সাৰদাকিংকা বিদ্যাবাগীশ, পণ্ডিত দুৰ্গাকিংকৰ স্মৃতি মীমাংসা তীৰ্থ, চন্দ্ৰকান্ত ব্যাকৰণ তীৰ্থ, বিশ্বেশ্বৰ স্মৃতি ৰত্ন, অনিৰুদ্ধ ন্যায়ৰত্ন, যতীন্দ্ৰ নাথ ব্যাকৰণ তীৰ্থ উত্তৰ কুলৰ নিৰ্দিষ্ট ৰত্ন আৰু কামেশ্বৰীৰ চৰণৰেণু-পৰায়ণ। প্ৰাতঃ স্মৰণীয় ঋষিতুল্য দ্বিজবৰ্ম গৃহমেধী পণ্ডিতসকলৰ নাম এইদৰে মাজে-সময়ে প্ৰসঙ্গ ক্ৰমণিকাত উল্লেখ হ'লেও বা স্মৰণ কৰিব পাৰিলেও মানসিক সুখ অনুভৱ কৰিব পৰা যায়। প্ৰতিজন পণ্ডিতৰে অধস্তন বংশলতা জ্ঞান-গৰিমাৰে মোহ লগা হৈ পূৰ্ব অত্যতিবৃদ্ধ প্ৰপিতামহাদিৰ ধাৰা অনুসৰণ কৰি বিদ্যায়তনিক সুখানুভূতিৰে আছে যেতিয়া এইসকল পণ্ডিতবংশৰ উজ্জ্বলতাৰ হ্ৰাস নঘটে।

আন আনবোৰক বাদ দিলেও শব্দশক্তিৰ টীকাই কৃষ্ণকান্ত বিদ্যাবাগীশক, মহামহোপাধ্যায় শিৰোভূষণেৰে আদ্যনাথ ন্যায় ভূষণক আৰু ১৯২৬ চনৰ ধুবুৰীত বহা অসম সাহিত্য সভাৰ দৰ্শন বিভাগৰ সভাপতিৰ অভিভাষণে ষড়ানন ন্যায় তৰ্কতীৰ্থক জগত আৰু জাতিৰ মাজৰ পৰা কেতিয়াও কোনোকালতে কাঢ়ি নিব নোৱাৰে। তৰ্কতীৰ্থদেৱে অভিভাষণত পূৰ্বাচাৰ্য্যসকলে কৰা শাস্ত্ৰৰ তিনিটা ভাগ এনেদৰে উল্লেখ কৰিছে। যথা (১) কান্তাসম্মিত (২) প্ৰভুসম্মিত (৩) সুহৃৎ সম্মিত।

১। কান্তাসম্মিত – কাব্য নাটকাদি। কাব্য নাটকাদি শাস্ত্ৰ সাধাৰণতঃ ৰমণীয় বাক্যাৱলীৰ দ্বাৰা পৰিসমাপ্ত। তাত যুক্তি-তৰ্কই প্ৰধান ঠাই নাপায়।

২। প্ৰভুসম্মিত – অৰ্থাৎ প্ৰভুৰ আজ্ঞা যেনে অলঙ্ঘনীয় আৰু অবিচাৰণীয়, বেদ স্মৃতি শাস্ত্ৰও তেনে পালনীয়। ইয়াতো কেৱল কৰ্তব্য জ্ঞানত কৰিব লাগে। যুক্তি- তৰ্কৰ স্থান নাই।

৩। সুহৃৎ সম্মিত – দৰ্শনাদি। বন্ধুৱে অইন বন্ধুক যেনেকৈ প্ৰথমে উত্তমৰূপে কোনো এটা বিষয় বুজাই দি পিছত কৰ্তব্য পথত উপদেশ দিয়ে, দৰ্শন শাস্ত্ৰও তেনেকৈ যুক্তি (তৰ্ক) প্ৰমাণৰ সহায়েৰে জ্ঞাতব্য বিষয় সুন্দৰ ৰূপে বুজাই দিয়ে। আৰু ই তত্ত্ব জিজ্ঞাসুৰ হৃদয়ত দৃঢ়ভাৱে অঙ্কিত হৈ থাকি যায়। এই কাৰণে দৰ্শনক সুহৃৎ সম্মিত শাস্ত্ৰ বোলে।

কোচ-কমতাৰ ৰাজন্যবৰ্গ যে দেৱভাষা প্ৰিয় আছিল, তাক তেওঁলোকৰ ৰাজসভাত থকা পণ্ডিত-সভাৰ পৰাই উমান পোৱা যায়। ইংৰাজী ভাষাই এখন বহল ৰাজ্য পাতিব নোৱৰা সময়ত লৌহিত্যৰ উত্তৰ কুলৰ শালকোচাৰ প্ৰাচীন পণ্ডিত বংশত ১৮৮৪ খৃঃত পণ্ডিত নীলকণ্ঠ চক্ৰৱৰ্তীৰ ঘৰত ষড়ানন চক্ৰৰ্তীদেৱে জন্মলাভ কৰে। তেওঁ তেওঁৰ অভিভাষণৰ এঠাইত লিখিছে – “গোৱালপাৰা জিলাত বহুতো নৈয়ায়িক পণ্ডিত আছিল। হাবৰাঘাটত বিৰূপাক্ষ ন্যায় বাগীশ, তেওঁৰ ৰচিত বিজনীৰ ৰাজবংশৰ ইতিহাস আছে। হাকামাত কৃষ্ণকান্ত বিদ্যাবাগীশ, শালকোচাত গোলোক সিদ্ধান্ত বাগীশ। যেতিয়া উচ্চশিক্ষা বুলিলে সংস্কৃত শিক্ষাক বুজা গৈছিল, তেতিয়া হাকামা, শালকোচা, হাবৰাঘাট, গৌৰীপুৰ, লক্ষীপুৰত সংস্কৃত শিক্ষাৰ টোল আছিল।” তৰ্কতীৰ্থদেৱে তেওঁৰ অভিভাষণৰ প্ৰথম ভাগতে উল্লেখ কৰিছে – “এই দৰ্শন শাস্ত্ৰ বিলাকৰ উদ্দেশ্যসিদ্ধিৰ পথ বিভিন্ন হ'লেও গন্তব্য স্থান আৰু উদ্দেশ্য সকলোৰে এক আধ্যাত্মিক, আধিভৌতিক, আধিদৈৱিক-এই তিনিবিধ দুখৰ আত্যন্তিক নিবৃত্তি আৰু পৰমানন্দ প্ৰাপ্তি বা মুক্তি।” তেখেতে ১৯২৬ চনতে লিখিছে যে “শুনিবলৈ পাওঁ, ইউৰোপত এতিয়া ভাৰতীয় দৰ্শনৰ ছায়া পৰিবলৈ ধৰিছে আৰু তেওঁলোকে এই মত সমীচীন বুলি স্বীকাৰ কৰিছে।” লোহিতৰ উত্তৰ পাৰত থকা গৌৰীপুৰৰ তাৰিণীপ্ৰিয়া চতুষ্পাঠীত তৰ্কতীৰ্থদেৱ মহামহোপাধ্যায় আদ্যনাথ ন্যায়ভূষণৰ ছাত্ৰ। তাত তেওঁ ক্ষুৰধাৰ বুদ্ধিৰ ধাৰক যন্ত্ৰক সন্তুষ্ট কৰিব নোৱাৰি গৌৰীপুৰৰ ৰজাৰ পৰা বৃত্তি লৈ কাশীলৈ যায় আৰু তাত কিছুদিন অধ্যয়ন কৰি কলিকতালৈ আহে। কলিকতাত তেওঁ ভাৰত বিখ্যাত নৈয়ায়িক মহামহোপাধ্যায় কামাখ্যানাথ তৰ্কভূষণৰ ওচৰত পঢ়ি ন্যায়-তৰ্কৰ উপাধি প্ৰথম বিভাগত লাভ কৰি পুৰস্কাৰ আৰু স্বৰ্ণপদকেৰে সন্মানিত হয়। তৰ্কতীৰ্থদেৱৰ অদ্ভুত মেধাৰ পৰিচয় পাই কামাখ্যানাথ তৰ্কভূষণে আনন্দিত হৈ কৈছিল – “ষড়ানন, তুমি প্ৰকৃততে ষড়ানন। তোমাক মই অসমৰ দৰ্শন শাস্ত্ৰৰ সিংহপুৰুষ কৰি তুলিম।” সঁচাকৈ তৰ্কভূষণৰ কথা আখৰে আখৰে সত্য হৈছিল। সেই সময়ৰ অসমৰ দৰ্শন শাস্ত্ৰৰ পণ্ডিতসকল তৰ্কতীৰ্থদেৱৰ মৰমৰ ছাত্ৰ আছিল। আজি লুপ্ত হৈ পৰা সেই পণ্ডিতসকলৰ নাম-স্মৃতি স্মৰণ নকৰাকৈ থাকিব নোৱাৰিলো। কাৰণ, ভোজ ৰজাৰ ৰাজসভাত মাঘ-কালিদাস আদি নৱৰত্ন থকাৰ দৰে, মহাৰাজ নৰনাৰায়ণৰ ৰাজসভা শংকৰ-পুৰুষোত্তম বকুল কায়স্থই সুশোভিত কৰাৰ দৰে ষড়ানন ন্যায়. তৰ্কতীৰ্থদেৱক তেওঁৰ পণ্ডিত ছাত্ৰসকলে আৱৰি ৰাখিছিল। তেওঁলোক হ'ল– কৃষ্ণদত্ত, ধৰ্ম্মনাথ, জীৱেশ্বৰ, ৰজনীনাথ, চক্ৰপতি, লক্ষ্মীপতি, শিৱনাথ, গিৰীশচন্দ্ৰ, বৈকুণ্ঠনাথ। এওঁলোক প্ৰত্যেকেই তৰ্কতীৰ্থ। ব্ৰহ্মপুত্ৰৰ উত্তৰ কুলৰ তাৰিণীপ্ৰিয়া চতুষ্পাঠীৰ প্ৰধান আচাৰ্য আছিল ষড়ানন ন্যায় তৰ্কতীৰ্থদেৱ। এইখন তীৰ্থত অৱগাহন কৰি অসম-বঙ্গৰ বহুত ছাত্ৰই প্ৰতিষ্ঠা লাভ কৰিবলৈ সমৰ্থ হৈছিল। তৰ্কতীৰ্থদেৱে তেওঁৰ অভিভাষণৰ আগভাগতে উল্লেখ কৰিছে –দৰ্শন শাস্ত্ৰ আমাৰ দেশত কেনেকুৱা অৱস্থাত ৰচিত হৈছিল।

“যি সময়ত যি দেশ উন্নতিৰ জখলাত দোপতদোপে উঠি উন্নতিৰ চৰমসীমা পায়গৈ, বহিঃ শত্ৰু আৰু অন্তঃ শত্ৰুৰ উপদ্ৰৱৰ পৰা দূৰত থাকে, দেশ ব্যাপি শান্তিৰ শীতল মলয়া বৈ থাকে, ধন সম্পদৰ অভাৱ নাথাকে, বিদ্যামন্দিৰত দেশবাসীসকল জ্ঞান চৰ্চাত নিৱিষ্ট থাকে; তেতিয়া সেই সভ্য দেশত দৰ্শনৰ উৎপত্তি হয়। ভাৰতত যেতিয়া এনে অৱস্থা আছিল তেতিয়া এই দৰ্শনবিলাক ইয়াতে ৰচিত হৈছিল। বৰ্তমান সময়ত আমালোকে নানাৰকম উপদ্ৰৱত বিজাতীয়

আচাৰ-ব্যৱহাৰ খাদ্য আদিৰ অনুকৰণত নিজৰ জাতীয়ত্ব, মহত্ব, জ্ঞান-গৰিমা, বিসৰ্জন দি নতুন মানুহ সৃষ্ট হৈছো। গতিকে ই ভাৰতীয় জ্ঞানৰ সামগ্ৰী।"

ইং ১৯৪৩ চনত গৌৰীপুৰত পঢ়োঁতে মই "১৯৪৩ চন" নামেৰে এটা গল্প লিখিছিলো সেই সময়ৰ দেশৰ পৰিস্থিতি সম্পৰ্কত। গল্পটো আৱাহনত প্ৰকাশ হৈছিল। দেউৰে পঢ়ি মোক আশীৰ্বাদ উদগনি দিছিল। লগতে সৰস্বতী পূজাৰ উচ্চমানৰ নিমন্ত্ৰণী চিঠি ৰচনাত প্ৰবৃত্ত কৰিছিল সংস্কৃত ভাষাৰে। কৃতকাৰ্য হৈছিলো। গুৰুদেৱে সাৱধান কৰি দিছিল হাঁহি হাঁহি – 'হেৰ,' সাহিত্যিক হবি। কিন্তু সাহিত্যৰ ঠিকাদাৰ নহবি। সেইটো হ'লে সাহিত্যৰ দালান, দলং, মন্দিৰবোৰত বিলাতী মাটি নপৰিব, বালিহে পৰিব আৰু ভাঙি চুৰমাৰ হ'ব। তেতিয়া অলপ অলপ বুজিছিলো। অধ্যয়ন কালত তৰ্কতীৰ্থদেৱৰ অনুশাসন অৱশ্য পালনীয় আছিল – টোলত চুলিকটা কাম কৰিব লাগিব। দোকানত চাহ হোটেলত ভাত খাব নোৱাৰিব। নহৰু-পিঁয়াজ খাব নোৱাৰিব। ধুতি, চাদৰ, চোলা পিন্ধিব লাগিব। নিয়মিত ব্যায়াম কৰিব লাগিব। অনুশাসন মানিছিলো, মানি আছোঁ।

অভিভাষণৰ এঠাইত তেওঁ লিখিছে – "মহৰ্ষি গৌতম ন্যায় দৰ্শনৰ ৰচয়িতা। এই বিস্তৃত্যায়ৰ ভিত্তিৰূপ গৌতম সূত্ৰ প্ৰণেতা মহৰ্ষিৰ আন নাম অক্ষপাদ। বাদী আৰু প্ৰতিবাদীৰ বিবাদৰ সময়ত মধ্যস্থক বুজাবৰ নিমিত্তে সি পাঁচটি বাক্য প্ৰয়োগ কৰা হয় তাকেই "ন্যায়" বোলে। যথা – প্ৰতিজ্ঞা, হেতু, উদাহৰণ, উপনয়, নিগমন। এই পঞ্চ অৱয়ৱৰ নাম ন্যায়। পৰ্বতো বহ্নিমান্ 'পৰ্বতত অগ্নি আছে' – এইটো বাক্য প্ৰতিজ্ঞা। কুতঃ? ধূমাৎ কিয়? ধূম আছে বুলি। কিমস্য জ্ঞাপকঃ? অৰ্থাৎ এইটো কিয় হয়? (হেতু) সত্ৰ ধূমঃ তত্ৰ বহ্নিঃ" যথা মহানসঃ (উদাহৰণ) বহ্নি আবিনা ভাব সম্বন্ধ বিশিষ্ট ধূম পৰ্বতত আছে। (উপনয়) অতএৱ পৰ্বতত বহ্নি আছে। (নিগমন) এই প্ৰকাৰ বাক্য সকলকে ন্যায় বোলে।" এইদৰে তৰ্কতীৰ্থদেৱে প্ৰাঞ্জলভাৱে কপিল প্ৰণীত সাংখ্য দৰ্শন, কনাদ প্ৰণীত বৈশেষিক দৰ্শন, পাতঞ্জলি কৃত যোগদৰ্শন, জৈমিনী প্ৰণীত পূৰ্ব মীমাংসা আৰু ব্যাস প্ৰণীত বেদান্ত দৰ্শনবো ব্যাখ্যা আগ বঢ়ায়। অভিভাষণৰ শেষৰ ফালে অসমীয়া ভাষাৰ উন্নতিৰ হকে তৰ্কতীৰ্থদেৱৰ আশাও প্ৰশংসনীয়। তেওঁ লিখিছে – যি প্ৰাচীন কামৰূপীয়া ভাষাক ৬৫৭ খন গ্ৰন্থৰ অনুবাদক পণ্ডিত হিউয়েন চাঙে খৃষ্টীয় সপ্তম শতিকাত দেৱ ভাষাতুল্য মধ্যভাৰতৰ ভাষাৰ লগত তুলনা কৰি গৈছে, সেই ভাষাৰ অৱস্থা আৰু সেই ভাষাৰ পৰাই ওলোৱা অসমীয়া ভাষাৰ গতি দেখিলে নিতান্ত দুখ লগা হৈছে। ইয়াৰ কাৰণ কি? ইয়াৰ কাৰণ – এতিয়াও অসমীয়া ভাষাত যোগ্য পুথিৰ অভাৱ দূৰ হোৱা নাই। অৱশ্যে সাহিত্য সভাৰ পৰা এই অভাৱ দূৰ হ'ব বুলি আশা কৰিব পাৰি। বৰ্তমান অতীতৰ গৌৰৱ কৰি থাকিলে নহ'ব। অতীতৰ গৌৰৱ স্মৰণ কৰি যি দেশৰ লোকে অতীতৰ গৌৰৱ ৰক্ষা কৰি নতুন বলত বলীয়ান হ'ব পাৰে, সি দেশ আৰু সি দেশৰ অধিবাসী সকল উন্নত পদৰ বাচ্য হ'ব পাৰে।

১৯৪২ চনত গৌৰীপুৰৰ ৰজা প্ৰভাত চন্দ্ৰ বৰুৱাৰ মৃত্যুৰ পাছত দাৰ্শনিক কবি অৱসৰপ্ৰাপ্ত উপাযুক্ত দুৰ্গেশ্বৰ শৰ্মাদেৱ অলপ দিনৰ বাবে দেওৱান হৈ গৌৰীপুৰলৈ আহে। শৰ্মাদেৱ টোললৈ প্ৰত্যেক দিন খুব পুৱাই আহে আৰু আমাক জগায়। আমি তৰ্কতীৰ্থদেউক মাতি লাইব্ৰেৰী ঘৰটো খুলি দিওঁ। প্ৰায় সমবয়সীয়া দুয়োজন দাৰ্শনিকে বহি কিতাপ-পত্ৰ উলিয়াই গভীৰ আলোচনাত মগ্ন হৈ পৰে। দুয়োজনৰ মত একেটাই আছিল যে, জটিল দৰ্শন শাস্ত্ৰবোৰৰ যদি অসমীয়া ভাষাই মধুৰ আস্বাদ গ্ৰহণ নকৰে, তেন্তে অসমীয়া ভাষাই দৰ্শন সম্বন্ধে জাতিক একো দিব নোৱাৰিব। তৰ্কতীৰ্থদেৱৰ ভাষণত উল্লেখ থকা কৃষ্ণকান্ত বিদ্যাবাগীশে জগদীশ তৰ্কালংকাৰৰ শব্দশক্তি প্ৰকাশিকাৰ টীকা লিখিছিল। তেওঁ যে কোচ ৰাজ্যৰ অধিবাসী আছিল তাৰ প্ৰমাণ গ্ৰন্থৰ মঙ্গলাচৰণ শ্লোকত পোৱা যায়। এওঁ হাকামাৰ মানুহ বুলি তৰ্কতীৰ্থদেৱে উল্লেখ কৰিছে। কোচ ৰাজ্যৰ অধিবাসীৰ প্ৰমাণঃ-

"যোগেশ জগতাং চিৰং হিমগিৰেঃ শৃঙ্গে কুটীৰে প্ৰিয়ে।
যোগাৰ্থং কিমুতান্তি কোচৰমণী তন্বেতি সম্ভাষণং।।"

"বৈষ্ণৱ যুগৰ প্ৰধান লেখক শ্ৰীশংকৰদেৱ, মাধৱদেৱ আৰু অনন্ত কন্দলি আদিয়েও এই দৰ্শন আৰু ভক্তি শাস্ত্ৰৰ ওপৰতেই নিজৰ মত নিৰ্ভৰ কৰি বৈকুণ্ঠত প্ৰকাশমান হৰিনাম ৰসৰ নদীৰ পাৰ ভাঙি দি জগতক নামৰসত আপ্লুত কৰা নাছিলনে?" অভিভাষণৰ শেষৰ বাক্য কেইশাৰীমান উদ্ধৃত কৰি মোৰ ৰচনাৰ ইতি কৰিব বিচাৰিছোঁ। তৰ্কতীৰ্থদেৱে লিখিছে – "আৰ্যভূমি ভাৰতবৰ্ষৰ পূব প্ৰান্তত সুৰম্য পৰ্বতমালাৰ দ্বাৰা পৰিশোভিত নদনদী, উপবনৰ দ্বাৰা পৰিবেষ্টিত মুনিমনমোহা কাব্যকানন প্ৰাচীন কামৰূপ বা বৰ্তমান অসম প্ৰদেশখনি, যি এসময়ত ভাৰতবৰ্ষৰ অন্যান্য শ্ৰেষ্ঠ দেশৰ লগত তুল্য স্থান অধিকাৰ কৰি আছিল, তাৰ জ্বলন্ত প্ৰমাণ কাৰুকাৰ্য খচিত, মঠ-মন্দিৰ শিলালিপি, তাম্ৰ শাসন আৰু হিন্দুৰ প্ৰাচীন গ্ৰন্থবোৰেই ঘোষণা কৰিব লাগিছে।"*

* যড়ানন ন্যায় তৰ্কতীৰ্থ দেৱৰ ছাত্ৰ জ্যোতিনগৰৰ নিবাসী শ্ৰীবলদেৱ ভট্টাচাৰ্যই বিশেষ তৎপৰতাৰে অলপ দিনৰ ভিতৰতে গুৰুদেৱৰ ১৯২৬ চনৰ ধুবুৰীত বহা অসম সা. স. অধিৱেশনৰ দৰ্শন শা. সভা. অভিভা. খনৰ নকল আনি দিয়া বাবে সতীৰ্থ বন্ধুৰ শলাগ লৈছোঁ – লেখক






# ঐতিহাসিক ৰঙামাটি আৰু কেইটামান উল্লেখযোগ্য মাজাৰ

## আব্দুল গফুৰ

ধুবুৰী জিলাৰ বৰ্তমান গৌৰীপুৰ চহৰৰ পৰা প্ৰায় কুৰি কিলোমিটাৰ পূবত আলমগঞ্জৰ পৰা এক বিস্তৃত এলেকাজুৰি বহল ওখ টিলাৰ ওপৰত পশ্চিম অসমৰ অন্যতম পুৰণি ঐতিহ্যপূৰ্ণ ঐতিহাসিক স্থান ডোখৰেই হ'ল ৰঙামাটি; একালত ই অৰণ্য হাবি-বননিৰে ভৰা দুৰ্গম ঠাই আছিল। বনৰীয়া হিংস্ৰ জন্তুৰ আৱাসভূমি। আদিতে ইয়াৰ দাঁতিকাষৰীয়া অঞ্চলত জনজাতি লোকৰ পাতল বসতি থকাৰ উমান পোৱা যায়। আনহাতে, মুছলমান সম্প্ৰদায়ৰ লোকৰ বসতি থকা বুলি ইতিহাসত পোৱা নাযায়। ভিন ভিন সময়ত ই তৎকালীন হিন্দু ৰাজন্যবৰ্গৰ ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল। কালক্ৰমত অসমত মুছলমানসকলৰ আগমন আৰম্ভ হয় আৰু লগে লগে এই ঠাইডোখৰৰ পৰিৱৰ্তন ঘটে। অঞ্চলটোৰ এক ধাৰাবাহিক প্ৰাচীন ইতিহাস আছে। এই ইতিহাস আজিৰ পৰা ৫০০ বছৰ বা তাতোকৈ অধিক পুৰণি।

ৰঙামাটি টিলাৰ এই বিস্তৃত ভূ-খণ্ডত উদ্ধাৰ হোৱা ভগ্নাৱশেষ আৰু কীৰ্তিকলাপসমূহ লক্ষ্য কৰিলে অনুমান হয় যে বাস্তৱিকতে ই এসময়ত জনবসতিপূৰ্ণ আছিল। কালৰ গতিত ই জনবসতিৰে ভৰি উঠিছিল জনবসতিশূন্য আছিল। কালৰ গতিত ই জনবসতিৰে ভৰি উঠিছিল আৰু প্ৰকৃতিৰ পৰিৱৰ্তন আৰু দুৰ্যোগৰ ফলত অৰণ্যভূমিত পৰিণত হয়গৈ। ইতিহাসে ইয়াৰ সাক্ষ্য প্ৰদান কৰে।

ৰঙামাটিত মুছলমান আক্ৰমণকাৰীসকলে অস্থায়ীভাৱে শাসনকাৰ্য আৰু সমৰ পৰিচালনা কৰিবৰ বাবে এখন অস্থায়ী ৰাজধানী পাতি তাত সৈন্য-সামন্ত নিৰাপদে ৰাখিবৰ বাবে দুৰ্গ নিৰ্মাণ কৰিছিল। ইয়াতে সাপ্তাহিক সমূহীয়া নামাজৰ বাবে পকী কৰা মছজিদ আৰু ঈদৰ নামাজৰ বাবে ঈদগাহ নিৰ্মাণ কৰিছিল। এই মছজিদ আৰু ঈদগাহৰ লগতে খন্দোৱা আছে একোটাকৈ নাদ। ৰঙামাটিত অৱস্থিত আৰু নিৰ্মিত মুছলমান আক্ৰমণকাৰীসকলৰ অস্থায়ী ৰাজধানী আৰু তাৰ ঐতিহাসিক গুৰুত্ব ধাৰাবাহিক ৰূপে আলোচনা কৰিলে আমাৰ এই বিষয়ৰ ধ্যান-ধাৰণা অধিক সুদৃঢ় হ'ব নিশ্চয়।

১২০৫ চনত ইখতিয়াৰ উদ্দিন মহম্মদ বিন বখতিয়াৰ খিলিজী সৰ্বপ্ৰথম অসম আগমন কৰে। এওঁ আছিল তুৰ্কীস্তানৰ খিলিজী বংশৰ লোক। দিল্লীৰ প্ৰথম মুছলমান সম্ৰাট কুতুবুদ্দিনৰ তেওঁ আছিল সেনানায়ক। পিছত সম্ৰাটে তেওঁক বিহাৰৰ নবাব পাতে। ১২০২ চনত তেওঁ বংগ ৰাজ্য আক্ৰমণ কৰি ৰাজধানী গৌড় দখল কৰে। পিছত ১২০৫ চনত বংগৰ দিনাজপুৰ জিলাৰ দেৱকোটৰ পৰা ১০ হেজাৰ অশ্বাৰোহী সৈন্য লৈ অভিযান চলায়। এনে সময়তে স্থানীয় মেচ ৰজা এজন ইছলাম ধৰ্মত দীক্ষিত হৈ আলি মেচ নাম গ্ৰহণ কৰে। বিন বখতিয়াৰ আগুৱাই গৈ ৰঙামাটিত অৱস্থান কৰে। আলি মেচে এই ৰঙামাটিৰ পৰা ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰেৰে কামৰূপ জিলাৰ শিল-সাকোলৈকে বাট দেখুৱাই লৈ যায়। * (১)

বিখ্যাত ঐতিহাসিক মিনহাজৰ তাবাকাত-ই-নাছিৰত থকা বৰ্ণনা মতে, পূৰ্বেই শ্বাহ গুস্তাছিবে চীন দেশৰ পৰা উভতি কামৰূপলৈ আহিছিল আৰু বুৰধান কোটত নগৰ স্থাপন কৰিছিল। বেগমতি, বেংমতি বা ন্নাংগমতি যাক 'সমুন্দ' বোলা হৈছিল, সি ৰঙামাটিৰ সন্মুখত থকা ব্ৰহ্মপুত্ৰহে আছিল আৰু ইয়াৰ পাৰতে অৱস্থিত আছিল এই বুৰধান নগৰ। * (২)

বাহাৰিস্তান-ই-গায়েবীত ইখতিয়াৰে ব্ৰহ্মপুত্ৰৰ পাৰত থকা ৰঙামাটিৰ ঘাটেৰে পাৰ হৈ সৈন্য-সামন্ত লৈ দক্ষিণপাৰে খৰমুজালৈ যোৱাৰ উল্লেখ পোৱা যায়। মিনহাজুজ চিৰাজৰ বৰ্ণনা মতে, বিন বখতিয়াৰে এই ৰঙামাটিৰ পৰাই চীনদেশলৈ ৰাওনা হয়। * (৩)

১২৫৫ খৃঃত তুঘ্ৰিল খাঁ মালিক উজবেকে (ছুলতান মঘিছউদ্দিন) কামৰূপ আক্ৰমণ কৰে। তেওঁ সসৈন্যে আহি ৰঙামাটিৰ পাণবাৰীত উপস্থিত হয় আৰু তাৰ পৰা ব্ৰহ্মপুত্ৰ পাৰ হৈ গুৱাহাটীৰ পিনে আগুৱাই যায় (মিঃ ভট্টশালীৰ বৰ্ণনা) * (৪)

১৪৯৮ চন। ৰিয়াজুজ ছালাতিনৰ ব্যাখ্যা মতে, উৰিষ্যাৰ ৰজাসকলক পৰাভূত কৰাৰ পিছত বংগদেশৰ গৌড়ৰ চুলতান আলাউদ্দিন হুছেইন শ্বাহে অসম আক্ৰমণৰ সিদ্ধান্ত লয়। তেওঁ এদল বৃহৎ সৈন্যবাহিনীৰে কামৰূপ, কমতা আৰু অন্যান্য জিলা আক্ৰমণ কৰিবলৈ আগুৱাই আহে। মিৰজুমলাৰ লগত অহা বুৰঞ্জীবিদ চিহাবুদ্দিন তালিছে ফাতিহা-ই-ইব্ৰিয়াত বৰ্ণনা কৰা মতে, হুছেইন শ্বাহৰ সৈন্য দলত ২৪,০০০ পদাতিক, অশ্বাৰোহী আৰু নৌ সেনা আছিল। এওঁ আহি ৰঙামাটিত অস্থায়ী ৰাজধানী পাতি যুদ্ধৰ বাবে প্ৰস্তুতি চলায়। ৰঙামাটিত দীৰ্ঘদিন অৱস্থান কৰাৰ বাবে ইয়াৰে পাণবাৰীত মোগল কাৰুকাৰ্যেৰে খচিত মছজিদ ঘৰ এটা নিৰ্মাণ কৰে। হুছেইন শ্বাহে নিৰ্মাণ কৰা ইয়াত এটা বাৰুদখানাও আছিল। পুৰাতত্ত্ব বিভাগে ইয়াক সংৰক্ষণ কৰিছে। * (৬)

বাহাৰিস্তান-ই-গায়েবীৰ বৰ্ণনা মতে, পশ্চিমৰ পৰা ব্ৰহ্মপুত্ৰ নদীৰে উজাই আহি হুছেইন শ্বাহৰ সামৰিক বাহিনীৰ নাওঁ অৱস্থান কৰা প্ৰথম বুৰঞ্জীপ্ৰসিদ্ধ ঘাটটো ৰঙামাটিতেই আছিল। * (৭) ইয়াৰ নিম্নগতে প্ৰৱাহিত 'ঝৰণা' এটাৰ গতিপথত ওলোৱা প্ৰকাণ্ড কুণ্ডৰ পৰা উদ্ধাৰ হোৱা বস্তু লগোৱা ডাঙৰ নাওঁৰ 'বিম'টোৱে প্ৰমাণ কৰে যে ইয়াতে একোটা সময়ত ডাঙৰ নাওঁ চপোৱা হৈছিল। ইয়াৰ পৰাই নিশ্চিত হ'ব

পাৰি যে ব্ৰহ্মপুত্ৰ নৈ তেতিয়া ইয়াৰ কাষেৰে বৈ গৈছিল। * (৮)

১৫৮৪ চনত আফগানসকলে কোচ-হাজো ৰাজ্য আক্ৰমণ কৰে। আইন-ই-আকবৰীৰ অনুবাদক ব্লচমেন চাহাব আৰু ডঃ আচাৰ্য্যই উল্লেখ কৰি কয় যে ইছা খাঁই পাণবাৰীৰ ৰঙামাটিলৈকে অধিকাৰ কৰে। * (২)

১৬১২ খৃঃত মোগলসকলে মকৰম খানৰ নেতৃত্বত পৰীক্ষিতৰ বিৰুদ্ধে অভিযান চলায়। মোগল সেনাই পৰীক্ষিত নাৰায়ণৰ লগত যুদ্ধ কৰি থকা সময়তে ব্ৰহ্মপুত্ৰৰে আগুৱাই আহি গদাধৰ নৈৰ মুখত (বৰ্তমান আলমগঞ্জৰ উত্তৰে) এটা দুৰ্গ সাজে। এই দুৰ্গৰ নাম 'ঘিলা-ই-চৌকী'। এদিন পৰীক্ষিতে পুৰন্দৰ লস্কৰক 'ঘিলা-ই-চৌকী' আক্ৰমণ কৰিবলৈ পঠিয়ায়। এই আক্ৰমণত মোগলসকল তিষ্ঠিব নোৱাৰি ধুবুৰীলৈ প্ৰত্যাৱৰ্তন কৰে। পিছত ১৬১৩ চনত মোগল সেনাপতি মোকৰম খান আৰু পৰীক্ষিতৰ মাজত হোৱা যুদ্ধত পৰীক্ষিতে পৰাজয়বৰণ কৰে। শেষত পৰীক্ষিতৰ পতন হয়। * (৯)

১৬১৩ চনৰ পিছত আব্দুছ ছালাম মোগলৰ কোচ-হাজো ৰাজ্যৰ সেনাপতি হয়। তেওঁ ঘিলা বিজয়পুৰৰ পূব পিনে ঘিলা-হানে বা নতুন ঘিলা নগৰ পাতি জাহাংগীৰাবাদ নাম দিয়ে। পাণবাৰীত এই নগৰৰ ধ্বংশাৱশেষ আৱিষ্কৃত হৈছে। * (১০)

১৬১৫ চনৰ শেষভাগত শ্বেখ ইব্ৰাহিম ক্ৰৌড়িক জাহাংগীৰাবাদলৈ গবৰ্ণৰ হিচাপে পঠোৱা হয়। তেওঁ ৰাজ্য দখল নোহোৱাকৈয়ে পৰগণা ভাগ কৰে। তেওঁ ৰজা লক্ষ্মীনাৰায়ণৰ পৰা কোচ নথি-পত্ৰ সংগ্ৰহ কৰি জাহাংগীৰাবাদত (পাণবাৰীত) বহি পৰগণা ভাগ কৰিছিল। ৰজা টোডৰমলে এই ৰঙামাটিৰ পাণবাৰীত স্থাপন কৰা ঘিলাহানে বা জাহাংগীৰাবাদত অৱস্থান কৰি দ্বিতীয়বাৰ পৰগণা ভাগ কৰিছিল। ৰজা টেঙৰমলে এই ৰঙামাটিৰ পাণবাৰীত স্থাপন কৰা ঘিলাহানে বা জাহাঙ্গীৰাবাদত অৱস্থান কৰি দ্বিতীয়বাৰ পৰগণা ভাগ কৰিছিল। * (১১)

১৬২৬ খৃঃত খৃষ্টধৰ্মৰ প্ৰচাৰক ষ্টিফেন কাচিলা হাজোৰ পৰা ঘূৰি আহি এই ৰঙামাটি ৰাজধানীত অৱস্থান কৰে। পিছত তাৰ পৰা কোচবিহাৰলৈ যায়। * (১২)

বাহাৰিস্তান-ই-গায়েবীত উল্লেখ থকা মতে, অগ্নিকাণ্ডৰ ফলত এই জাহাংগীৰাবাদ বা ঘিলাহানে নগৰ ভস্মীভূত হয়। ইমানদিনলৈ মোগল শাসনকাৰ্য ইয়াৰ পৰাই চলোৱা হৈছিল। ৰাজধানী ভস্মীভূত হোৱাত মোগলৰ সদৰ ঠাই হাজোলৈ স্থানান্তৰিত কৰা হয়। * (১২)

১৬৬২ খৃঃৰ ৪ জানুৱাৰী তাৰিখে বাদশ্বাহ ঔৰংজেৱে গোলকুণ্ডাৰ প্ৰধানমন্ত্ৰী মিৰজুমুলাক সেনাপতিৰ ভাৰ দি অসম আক্ৰমণ কৰিবলৈ পঠিয়ায়। গোলকুণ্ডা বাহমণি ৰাজ্যৰ ৰাজধানী আছিল। তেওঁ সসৈন্যে আহি জানুৱাৰী মাহৰ ৪ তাৰিখে ৰঙামাটিত উপস্থিত হয়। ইয়াতে আন এগৰাকী সেনানায়ক ৰচিদ খাঁ আহি তেওঁক লগ ধৰে। ইয়াৰ পৰাই তেওঁ আহোম ৰজাৰ সৈতে যুদ্ধৰ বাবে প্ৰস্তুতি আৰম্ভ কৰে। অসম জয় কৰাৰ পিছত তেওঁ টান নৰিয়াত পৰে আৰু নৰিয়া অৱস্থাতে তেওঁক পাণবাৰীলৈ লৈ অহা হয়। ১৬৬৩ খৃঃত সৈন্য-সামন্তসকলে তেওঁক ৰঙামাটিৰ পৰা নাৱেৰে ভটিয়াই লৈ যায় আৰু ৩০ মাৰ্চ তাৰিখে নাৱতেই তেওঁৰ মৃত্যু হয়। মানিকাচাৰৰ টিলা এটাৰ ওপৰত তেওঁক কবৰ দিয়া হয়। * (১৩) ৰঙামাটিত ইতিমধ্যে কিছুমান ৰূপৰ মুদ্ৰা আৱিষ্কাৰ হৈছে। মুদ্ৰাবোৰত 'বাহাদুৰ ছাহ বাদছাহী গাজী আৰু হুকমতে বাহমণীয়া' লিখা আছে। মীৰজুমুলাৰ লগত অহা সৈন্যই বা মীৰজুমুলা আহোঁতে লগত বাহমণি ৰাজ্যৰ মুদ্ৰা আনিছিল। পাণবাৰীত মুদ্ৰাৰ লগত ৰূপৰ কবচ আৰু হাৰ পোৱা গৈছে। এই কবচ আৰু হাৰ মীৰজুমুলাৰ বুলি অনুমান কৰা হৈছে। * (১৪)

বাদশ্বাহ ঔৰংগজেৱে ১৬৬৯ খৃঃৰ ফেব্ৰুৱাৰী মাহত ১৮,০০০ পদাতিক আৰু ৩০,০০০ অশ্বাৰোহীৰে সৈতে অম্বৰৰ ৰজা ৰামসিংহক অসম আক্ৰমণ কৰিবলৈ পঠিয়ায়। ৰামসিংহ সৈন্য-সামন্ত লৈ ৰঙামাটিৰ ৰাজধানীত উপস্থিত হয়। পিছত আহোমৰ লগত যুদ্ধ কৰি পৰাজিত হৈ ১৬৭১ খৃঃৰ ৫ এপ্ৰিলত পিছহঁহকি পুনঃ ৰঙামাটিতৰ হেড কোৱাৰ্টাৰত অৱস্থান কৰে আৰু ইয়াত ১৬৭৩ খৃঃৰ ফেব্ৰুৱাৰী মাহলৈকে থাকে।* (১৫)

আলমগীৰ নামাৰ বৰ্ণনা মতে, ৰামসিংহ ১৬৬৭ খৃঃৰ পৰা ১৬৮৫ খৃঃলৈ অসমত আছিল আৰু সেই সময়ত ৰঙামাটি মোগলসকলৰ হেড কোৱাৰ্টাৰ আছিল। বংগৰ নবাব আজমশ্বাহ বা ছুলতান আজমতাৰাই সেনাপতি মনছুৰ খাঁৰ জৰিয়তে লাচিত বৰফুকনৰ ভায়েক লালুকসোলা বৰফুকনক যুদ্ধত পৰাজিত কৰি ১৬৭৯ খৃঃত গুৱাহাটী উদ্ধাৰ কৰে। পিছত গদাধৰ সিংহ ৰজা হয়। তেওঁ ইটাখুলি বা গুৱাহাটীৰ যুদ্ধত মনছুৰ খাঁক পৰাস্ত কৰে। ১৬৮২ চনত মনছুৰ খাঁই প্ৰত্যাৱৰ্তন কৰি ৰঙামাটিলৈ আহি আত্মৰক্ষা কৰে। তেওঁৰ লগত আছিল ছাটমল আলী আকবৰ, আন এগৰাকী সেনানায়ক। এই ইটাখুলিৰ যুদ্ধই আছিল আহোম আৰু মোহলসকলৰ মাজত সংঘটিত হোৱা শেষ যুদ্ধ। * (১৬)

ৰামসিংহ গুচি যোৱাৰ পিছত ৰঙামাটিত এজন ফৌজাদাৰ থাকে। পাণবাৰীৰ পূব-উত্তৰত থকা বৰ্তমান জংগীকিল্লা নামৰ ঠাইডোখৰত পাহাৰ অঞ্চলৰ মাজত চাৰিওপিনে ১৫ ফুট ওখ মাটিৰ দেৱালেৰে আগুৰা ৩ বৰ্গমাইল ঠাই মোগলসকলৰ দুৰ্গ বুলি চিহ্নিত কৰা হৈছে। ১৬৬৭ চনৰ ঔৰংগজেৱৰ চনদ পোৱা কথা বুৰঞ্জীবিদ ৺ নগেন্দ্ৰনাথ বসুৱে তেওঁৰ লিখা Social History of Kamrupa Vol II ত উল্লেখ পোৱা যায়। মোগল সম্ৰাটৰ দ্বাৰা নিয়োজিত কানুনগো দেৱীপ্ৰসাদ বৰুৱা গৌৰীপুৰ জমিদাৰ বংশৰ পূৰ্বপুৰুষ আছিল। ৰঙামাটিৰ দক্ষিণ-পূবত বৰ্তমান মাক্ৰিঝৰাত মোগলৰ কানুনগো গৌৰীপুৰৰ পূৰ্বপুৰুষ আছিল। * (১৭)

এইদৰে ইতিহাস পৰ্যালোচনা কৰিলে ৰঙামাটিৰ ঐতিহাসিক গুৰুত্ব দৃষ্টিগোচৰ হয়। তদুপৰি পুৰাতত্ত্ব বিভাগ তথা জনগণে সময়ে সময়ে উদ্ধাৰ কৰা ইয়াৰ মাটিৰ বাচন, খোলা ইটাৰ চপৰা, মুদ্ৰা, কামানৰ গুলী আদি চাই ইয়াত যে এসময়ত এখন ৰাজধানী থকা নগৰ আছিল এই কথা প্ৰতীয়মান হয়। আনহাতে, নগৰৰ গাত লাগি থকা কিছুদূৰ উত্তৰ-পূব জংগীৰকিল্লা বোলা ঠাইত মোগলসকলৰ দুৰ্গৰ প্ৰমাণ পোৱা যায়। ইয়াতে ঘিলাহানে বা জাহাংগীৰাবাদ আৰু সেই সময়ৰ মোগল ফৌজৰ সেনা-নিৱাসৰ কীৰ্তিচিহ্ন পোৱা গৈছে। হুছেইন শ্বাহৰ দিনত পাণবাৰীৰ এই অগম্য হাবি-বননিৰে ভৰা আছিল। হাবি-বন কাটি ছাফ কৰি অস্থায়ী ৰাজধানী পাতে। ই অসমৰ মোগল অধিকৃত ঠাইৰ শাসনৰ সদৰ ঠাই হিচাপে বহু বছৰ থাকে। লগতে ইয়াতে গঢ়ি উঠে ৰঙামাটি দুৰ্গ আৰু ফৌজদাৰৰ সেনা-নিৱাস। ইয়াৰ উদ্ধাৰকাৰ্য সঠিক ধৰণে নোহোৱাৰ ফলত ইয়াৰ ইতিহাস নিঃশেষ প্ৰায় হৈছে। আজি ইয়াৰ লুপ্ত ইতিহাস বৰ্তমান মানুহৰ মুখে মুখে, হয়তো কালৰ গতিত এদিন সকলো লয় পাব। সংৰক্ষণ আৰু উদ্ধাৰ অবিহনে ইয়াৰ চিৰস্মৰণীয় কীৰ্তিচিহ্নসমূহ অনাদৃত আৰু অৱহেলিত হৈ জহি-খহি যোৱাৰ উপক্ৰম হৈছে। * (১৮)



কিন্তু তথাপি ধ্বংসপ্ৰাপ্ত এই ৰঙামাটি ৰাজধানী নগৰৰ প্ৰাচীন ঐতিহ্যৰ স্মৃতি ৰঙামাটিৰ একেবাৰে পূৰ্বাংশত মোগল কাৰু-কাৰ্যৰে নিৰ্মিত বিতোপন মছজিদ আৰু ইয়াৰে প্ৰায় ৩ কিলোমিটাৰ মান দক্ষিণত অৱস্থিত ঈদগাহ ময়দান আৰু এই দুয়োৰে সন্মুখৰ পকী নাদ দুটাই ইতিহাস জীৱন্ত কৰি ৰাখিছে। কিন্তু প্ৰলয়ংকৰী ভূমিকম্প আৰু ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াৰ ফলত মছজিদ আৰু ঈদগাহৰ ওচৰ-পাঁজৰ অঞ্চল সম্পূৰ্ণ জনশূন্য হৈ পৰে। লাহে লাহে সমগ্ৰ ঠাইডোখৰ হাবি-বননিৰে ভৰি পৰি বহু বছৰলৈকে লোকদৃষ্টিৰ পৰা আঁতৰত থাকে। পৰৱৰ্তী সময়ত ঠাইডোখৰৰৰ চতুৰ্দিশত জন সমাগম আৰম্ভ হলত মছজিদ ঘৰ আৰু ঈদগাহ ময়দান উদ্ধাৰ হয়। মছজিদ ঘৰৰ উদ্ধাৰকাৰ্যৰ এক কাহিনী লোকৰ মুখে মুখে শুনিবলৈ পোৱা যায়।

১৯২২-২৩ চনৰ কথা। আলমগঞ্জৰ দামপুৰ গাঁৱত আজাদ বক্স নামৰ এগৰাকী মুন্সী চাহাবে বাস কৰিছিল। এদিনাখন কিবা কাৰণত পাণবাৰীৰ গভীৰ হাবিৰ মাজত প্ৰৱেশ কৰাত গছ-লতা আৰু ঘাঁহনিৰে আবৰা অৱস্থাত মছজিদ ঘৰৰ গম্বুজ আৰু মেহৰাব তেওঁৰ দৃষ্টিগোচৰ হয়। ইয়াকে চাই ঘৰটো কোনোবা আমোলৰ এটা মছজিদ ঘৰ হ'ব বুলি অনুমান কৰে। পিছত এই বিষয়ে গৌৰীপুৰ জমিদাৰ প্ৰভাতচন্দ্ৰ বৰুৱাক জানিবলৈ দিয়ে। লগে লগে এই বাৰ্তা চাৰিওপিনে প্ৰচাৰ হয়। অৰণ্যৰ মাজত মুন্সী চাহাবৰ মছজিদৰ সন্ধান বাতৰিয়ে জনসাধাৰণৰ মাজত কৌতূহল জন্মায়। তেওঁ ধুবুৰী জিলা মুছলীম লীগৰ সভাপতি জনাব আউৱাল মজিদ জি এছ শামচৰ জৰিয়তে ঢাকাৰ নবাব ছলিমুল্লা চাহাবৰ ওচৰত এই মছজিদ আৱিষ্কাৰৰ কথা জনায়। লগে লগে ঢাকাৰ নবাব চাহাবে নিজৰ ভাগিন ল'ৰা নুৰহাবিব চাহাবক পাণবাৰীলৈ পঠিয়ায়। তেওঁৰ চুপাৰিশত ধুবুৰী জিলাৰ উপায়ুক্ত ডাঙৰীয়াই পাণবাৰীৰ এই হাবিৰ মাজৰ গম্বুজবিশিষ্ট ঘৰটোক এটা মছজিদ ঘৰ বুলি ঘোষণা কৰে আৰু এক নিৰ্দিষ্ট চৌহদ্দীৰে সৈতে মাটিডোখৰ খাচ কৰি দিয়ে। ওচৰত থকা ডাঙৰ পকী নাদটো ব্যৱহাৰৰ বাবে উপযোগী নহয় বাবে নতুন এটা পকী নাদ চৰকাৰৰ পিনৰ পৰা মঞ্জুৰী দিয়ে। গৌৰীপুৰৰ বেপাৰীপট্টীৰ অনমামুদ নামৰ ব্যক্তিগৰাকীয়েই আছিল নকৈ উদ্ধাৰ হোৱা এই মছজিদৰ প্ৰথম মুৱাজ্জিন, (আজান দিওঁতা) আৰু ইমামতীৰ দায়িত্ব গ্ৰহণ কৰে এই জয়েনউদ্দিন নামৰ এগৰাকী মুন্সী চাহাবে। কিছুদিন পিছত এই ঐতিহ্যমণ্ডিত মছজিদ ঘৰটো চৰকাৰে গ্ৰহণ কৰে আৰু ইয়াৰ মাজত থকা গম্বুজৰ তলত সহায়ক খুঁটি সংযোজনেৰে ইয়াৰ মেৰামতি কৰা হয়। পিছত মছজিদ ঘৰৰ দুৱাৰ-খিৰিকিত লোৰ মিহি জাল লগোৱা হয়। ১৯৩৩ চনত দক্ষিণপাৰৰ মজিয়াখনো প্ৰায় ১ ফুট দকৈ পকী কৰা হয়। ইয়ালৈ আহি এখন ডাঙৰ সভা পাতে আৰু মছজিদ সম্পৰ্কে কেন্দ্ৰীয় চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰে। মৌলানা আব্দুল হামিদ ভাচানী চাহাব* (১৯)

পাণবাৰীৰ এই ঐতিহাসিক মছজিদটো ৰঙামাটি ভূমিখণ্ডৰ পূৰ্বাংশত বৰ্তমান ৩৭ নং জাতীয় উচ্চ আলিবাটৰ দক্ষিণ দাঁতিত এক আহল-বহল পথাৰৰ ওপৰত অৱস্থিত। ১৪৯৮ চনত গৌড়ৰ নবাব আলাউদ্দিন হুছেইন শ্বাহ অসম অভিযানৰ অৰ্থে সসৈন্যে আগুৱাই আহোঁতে লগত গিয়াছউদ্দিন আউলিয়া নামৰ দৰৱেশ (সিদ্ধপুৰুষ) এজনক আনিছিল। তেতিয়াৰ দিনত মুছলমান আক্ৰমণকাৰীসকলে যুদ্ধৰ শুভা-শুভ ফল আগ ধৰি জানিবৰ বাবে আৰু অধিকৃত অঞ্চলত ইছলামৰ বাণী প্ৰচাৰৰ কাৰণে অভিযানৰ সময়ত লগত পীৰ, ফকিৰ, আউলিয়া দৰৱেশ আনিছিল। নবাবে অসমৰ পশ্চিমাঞ্চল জয়লাভ কৰে। ৰাজ্য বিজয়ৰ চিন স্বৰূপে এই পাণবাৰীত এইজনা ফকিৰ গিয়াছউদ্দিন আউলিয়াৰ হতুৱাই ইয়াতে মছজিদৰ খুঁটি পোতে। পিছত হুছেইন শ্বাহে তেওঁৰ পুতেক দানিয়েলক আউলিয়াজনৰ সৈতে গুৱাহাটীৰ ওচৰৰ হাজোত এৰি থৈ গৌড়লৈ উভতি যায়।

ব্ৰহ্মপুত্ৰ নৈখন এটা সময়ত পাণবাৰী টিলাটোত ঠেকা খাই পোনে পোনে দক্ষিণ মুৱা হৈ বৈ যোৱাটো প্ৰতীয়মান হয়। ইয়াতে হুছেইন শ্বাহে নিৰ্মিত মছজিদৰ ওচৰত থিয় হৈ দক্ষিণৰ পিনে দৃষ্টি নিক্ষেপ কৰিলে স্পষ্টৰূপে অনুমান হয় যে নৈখন গংগা নৈতকৈ ডাঙৰ আৰু সমুদ্ৰৰ নিচিনা আৰু এই সমুদ্ৰ ব্ৰহ্মপুত্ৰ হোৱাটোৱে নিশ্চিত। পাঠানসকল আহি ব্ৰহ্মপুত্ৰৰ আকৃতি ডাঙৰ দেখা পাই নাম দিছিল 'সমুন্দ'। পাণবাৰীৰ উত্তৰে থকা দুৰ্গম হাবিৰ মাজেৰে পৰ্বত জোৱাৰ হৈ সুদূৰ পশ্চিমে আগমনি হৈ বহল ৰাস্তাৰ চিহ্ন দেখিবলৈ পোৱা যায়। এই ৰাস্তা পিছত কামাখ্যাগুৰি হৈ কোচবিহাৰলৈ গুচি গৈছে। এসময়ত পাঠান সৈন্যবাহিনী এই পথেৰে পদব্ৰজে আহি অস্থায়ী ৰাজধানী ৰঙামাটিত অৱস্থান কৰিছিল।

পাণবাৰীত নিৰ্মিত এই ঐতিহাসিক মছজিদখনেই অসমৰ দ্বিতীয় মছজিদ। * (২০) ইয়াৰ কাৰুকাৰ্য অতি বিতোপন। ই মোগল স্থাপত্যৰ এটা সুন্দৰ নিদৰ্শন আৰু কীৰ্তিচিহ্ন। কলা-কাৰ্য উচ্চমান বিশিষ্ট। অসমৰ পুৰাতত্ত্ব বিভাগে মছজিদৰ ওচৰে-পাঁজৰে খনন কাৰ্যৰ দ্বাৰা বহুতো তথ্য উদ্ধাৰ কৰিবলৈ সক্ষম হয়। মছজিদ ঘৰটো পোৱামাটিৰে নিৰ্মিত। ইয়াৰ চৌকাষে অ'ত ত'ত সিঁচৰতি হৈ থকা ইটা চপৰাবোৰে ইয়াকে প্ৰমাণ কৰে। মছজিদ ঘৰটো পৰিচালনাৰ বাবে কোনো সা-সম্পত্তি বা মাটি-বাৰী নাই। ওচৰ-পাজৰৰ জনগণৰ দান-বৰঙণিৰে ই পৰিচালিত হৈ আছে। দূৰ-দূৰণিৰ পৰা লোক আহিও ইয়াত উপাসনা কৰে আৰু দান-দক্ষিণা আগ বঢ়ায়। কোনো কোনোৱে আশা পূৰণাৰ্থে মান্নত কৰে আৰু চিন্নী, মমবাতি, বাতাচা আৰু পইচা আগ বঢ়াই প্ৰাৰ্থনা কৰে আৰু সুফল লাভ কৰে। জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে সকলো শ্ৰেণীৰ লোকে এই পৱিত্ৰ সৌধখনিক আন্তৰিকতাৰে সমাদৰ কৰে।

পাণবাৰী মছজিদৰ পৰা প্ৰায় ৩ কিলোমিটাৰ দক্ষিণে এখন বহল পথাৰৰ মাজত আছে ৰঙামাটিৰ ঐতিহাসিক ঈদগাহ ময়দান খন। ইয়াৰ চৌহদ আছিল ইটাৰে নিৰ্মিত। বহু বছৰে লোকদৃষ্টিৰ পৰা আঁতৰত থকা বাবে ই জহি-খহি ধ্বংসস্তুপত পৰিণত হৈছে। ইয়াৰ অক্ষয় কীৰ্তি যুগমীয়াকৈ ৰাখিবলৈ হ'লে ইয়াৰ উদ্ধাৰকাৰ্য অতীব প্ৰয়োজন। পুৰুণি ঈদগাহৰ চিহ্নবিহীন ময়দান ডোখৰক বৰ্তমানেও ঈদগাহ ৰূপে ওচৰ-পাজৰৰ জনগণই ব্যৱহাৰ কৰি আহিছে। ইয়াৰ কাষতে থকা বহল প্ৰাচীন কুঁৱাটোৱে কিন্তু কালৰ গতিত মৰহি যোৱা প্ৰাচীন ঐতিহ্যৰ বিষয়ে সোঁৱৰাই দিয়ে। কুঁৱাটো দেখাত কুৱা যেন লাগিলেও আচলতে ই কুঁৱা বুলি মনে নহয়। ইয়াত তললৈকে নামি যাব পৰা যি ব্যৱস্থাপনা বা কাৰুকাৰ্য আছে তাক লক্ষ্য কৰিলে ইয়াক দুৰ্গৰ ভিতৰৰ এটা সুৰংগ পথ বুলি ধাৰণা হয়। কোনোৱে কয় এই সুৰংগ পথ গৈ ব্ৰহ্মপুত্ৰৰ পাৰ পাইছে আৰু কোনোৱে এই পথ গৌৰাংগ নৈৰ পানী চুইছেগৈ। শত্ৰুপক্ষৰ অতৰ্কিত আক্ৰমণৰ সময়ত আৱশ্যক বোধে এই সুৰংগ পথেৰে আত্মগোপন কৰি শত্ৰুৰ হাতৰ পৰা ৰক্ষা পোৱাৰ ব্যৱস্থা হৈছিল।

মুঠতে ৰঙামাটি এখন ইতিহাসপ্ৰসিদ্ধ ঠাই। এই বিষয়ত অধিক জানিব বিচাৰি বিস্তৃত অধ্যয়নৰ আৱশ্যকতা আছে। এইখন ঠাইৰ বিষয়ে গৱেষণা হ'লেহে ৰঙামাটি সম্পৰ্কে আমাৰ জ্ঞানৰ পৰিসৰ অধিক

বৃদ্ধি হ'ব।

### ধুবুৰীৰ পাঁচপীৰ দৰগাহ

অসমৰ সীমামূৰীয়া জিলা ধুবুৰীৰ সদৰ ধুবুৰী চহৰ ব্ৰহ্মপুত্ৰ নৈৰ উত্তৰ পাৰে অৱস্থিত। চহৰখনৰ পূব-উত্তৰ কোনতে অৱস্থিত ঐতিহ্যমণ্ডিত পাঁচপীৰ দৰগাহ শ্বৰীফ। তিনিশ বছৰতকৈ অধিক কাল ধৰি এই দৰমাহ শ্বৰীফে অতীত স্মৃতি বহন কৰি আহিছে।

১৬৬৩ খৃষ্টাব্দ। মোগল সেনাপতি অসম জয় কৰি ৰচিদ খাঁক গুৱাহাটীৰ থানাদাৰ পাতি নৰিয়া গাৰে বংগৰ পিনে প্ৰত্যাৱৰ্তন কৰে। ৪ বছৰ পিছত ১৬৬৭ খৃঃত ৰচিদ খাঁয়ো ছৈয়দ ফিৰোজ খাঁক গুৱাহাটীৰ থানাদাৰৰ ভাৰ অৰ্পণ কৰি গুচি যায়। ইতিমধ্যে ৰজা জয়ধ্বজ সিংহৰ মৃত্যু হয় আৰু চক্ৰধ্বজ সিংহ ৰজা হয়। ফিৰোজ খাঁই ৰজাৰ পৰা বাকী পৰি থকা কৰ দাবী কৰে। ৰজা চক্ৰধ্বজে কৰ আদায় নিদি তেওঁৰ লগত যুদ্ধহে ঘোষণা কৰে। যুদ্ধত ফিৰোজ খাঁৰ পৰাজয় হয় আৰু লগে লগে ৰজাই গুৱাহাটী দখল কৰে। ১৬৬৭ খৃঃৰ ডিচেম্বৰ মাহত ফিৰোজ খাঁৰ পৰাজয় আৰু শত্ৰু পক্ষৰ গুৱাহাটী দখলৰ খবৰ সম্ৰাট ঔৰংগজেৱৰ ওচৰ পায়। তেওঁ লগে লগে অম্বৰৰ ৰজা ৰামসিংহক গুৱাহাটী পুনৰুদ্ধাৰৰ বাবে ১৮,০০০ অশ্বাৰোহী, ৩০,০০০ পদাতিক আৰু ১৫,০০০ ধনুধাৰীৰ এক শক্তিশালী সৈন্যবাহিনী পঠিয়ায়। * (১)

ৰামসিংহৰ অভিযানৰ সময়ত চায়েস্তা খাঁ ঢাকাৰ চুবাদাৰ আছিল। চায়েস্তা খাঁ সম্ৰাট ছাহজাহানৰ মহীয়সী মমতাজ বেগমৰ ভায়েক। তেওঁ সম্ৰাটক এইবুলি সাৱধান কৰি দিছিল যে কামৰূপ যাদুবিদ্যা, তন্ত্ৰ-মন্ত্ৰ আৰু ভূত-প্ৰেতৰ দেশ। ইয়াৰ বায়ু আৰু পানী দূষিত, প্ৰায় ঠায়ে গভীৰ হাবি-বননিৰে ভৰা। দেশত কপট তিৰোতাৰ প্ৰাধান্য বেছি। ১৬৯৫ চনত সংকলিত খুলাছাট-উট-টাৱাৰিখত অসমৰ তিৰোতা সম্পৰ্কে পোৱা যায়, The beauty of women of Kamrup is very great; their magic, enchantment and use of spells and jugglery are greater than one can imagine, - - - -. They conquer the heart of whom soever they like and bring them under their command. ফাতেহা-ই-ইব্ৰিয়া আৰু আইন-ই-আকবৰীতো এই যাদু-মন্ত্ৰৰ উল্লেখ পোৱা যায়। আলমগীৰনামাত আছে 'Kamrup is remarkable for bad water, noxious air and confind propects' * (২) গতিকে এই দেশত অতি সাৱধানেৰে প্ৰৱেশ কৰিব লাগিব। এনে অৱস্থাত অসমৰ লগত যুঁজিবলৈ হ'লে লগত আধ্যাত্মিক ক্ষমতাসম্পন্ন ব্যক্তিৰ আৱশ্যকতা আছে। সম্ৰাটে তেতিয়া অসমৰ পৰিস্থিতিৰ লগত ফেৰ মাৰিবলৈ ৰামসিংহৰ লগত আধ্যাত্মিক ক্ষমতাসম্পন্ন ছুফীবাদী লোক পঠিয়াবলৈ থিৰ কৰিলে। সেই মতে, তেওঁ ছুফীবাদী পীৰে কামেল ব্যক্তি বিচাৰি আজমীৰৰ তাবৰৰ পাহাৰৰ পৰা হজৰত গাজী শ্বাহ আকবৰৰ লগত হজৰত শ্বাহ কামাল, হজৰত শ্বাহ ছুফী, হজৰত শ্বাহ শ্বৰণ আৰু হজৰত শ্বাহ বাকমাৰ ৰামসিংহৰ লগত পঠিয়ায়। * (৩)

'খুলাছাট-ই-তাৱাৰিখ'ত আকৌ বৰ্ণনা কৰা হৈছে - 'কামৰূপৰ মানুহে যাদু বিদ্যাৰে ঘৰ সাজে। এই ঘৰৰ গম্বুজ আৰু চিলিং মানুহৰে হয়। এইবোৰ মানুহ নিঃশ্বাস নোলোৱাকৈ আৰু লৰচৰ নকৰাকৈ জীয়াই থাকে। ইন্দ্ৰজাল বিদ্যাৰে তেওঁলোকে মানুহক জন্তু আৰু চৰাই কৰে। এই মানুহবোৰৰ জন্তুৰ দৰে নেজ আৰু কাণ আছে।' মোগলৰ সৈন্য-সামন্ত আৰু আন আন লোকৰ দ্বাৰা এই বাৰ্তা মোগলৰ দেশত বিয়পি পৰিছিল। সেয়ে পৰৱৰ্তী কালত আক্ৰমণকাৰীসকলে কামৰূপত প্ৰৱেশ কৰোঁতে লগত পীৰ বা সিদ্ধপুৰুষ আনিছিল। * (৪)

হজৰত শ্বাহ আকবৰ এগৰাকী কামেল (সিদ্ধ) পীৰ আছিল। তেওঁ বাকী চাৰিজন পীৰৰে সৈতে ধুবুৰী চহৰৰ বৰ্তমান য'ত দৰগাহ শ্বৰীফ আছে তাত আহি অৱস্থান কৰে। পীৰ চাহাবে থাকিবৰ বাবে এই ঠাইডোখৰকে নিৰ্বাচন কৰে আৰু তাৰে পৰাই মোগল সেনাৰ মংগলৰ বাবে প্ৰাৰ্থনা কৰে। তেওঁলোকে ধ্যানত মগ্ন হয় আৰু বহু সময়ত ভূত-প্ৰেত আৰু বাধাৰ সন্মুখীন হয়। তেওঁলোকে জানিব পাৰিছিল - সেই সময়ত আহোম ৰজা অধিক শক্তিৱন্ত আৰু পৰাক্ৰমী হৈ উঠিছিল। ইপিনে মোগল সেনাপতি ৰামসিংহ আৰু ৰচিদ খাঁৰ মাজত তেওঁলোকৰ ব্যক্তিগত অৱস্থান লৈ মনোমালিন্যৰ সৃষ্টি হৈছিল। ফলত মোগল সৈন্য ছত্ৰভংগ হোৱাৰ উপক্ৰম হয়। তেনে সময়তো পীৰসকলে তেওঁলোকৰ মংগলৰ অৰ্থে দোৱা-প্ৰাৰ্থনা কৰে। পিছত মুছলমান সৈন্য আকৌ সংঘবদ্ধ হয় আৰু আহোমৰ বিৰুদ্ধে অধিক সাহস আৰু বিক্ৰমেৰে যুঁজি ইটাখুলিৰ যুদ্ধত জয়লাভ কৰে।

পীৰ চাহাবসকলে স্থানীয় লোকৰ মংগলৰ বাবেও আল্লাহ-তায়ালাৰ ওচৰত দোৱা-প্ৰাৰ্থনা কৰিছিল। সেই সময়ত অসমত মুছলমানৰ সংখ্যা অতি তাকৰ আছিল; আৰু যিসকল আছিল সেইসকলৰ অধিকাংশই নামত মাথোন মুছলমান আছিল। মীৰজুমুলাৰ লগত অহা বুৰঞ্জীবিদ চিহাবুদ্দিন তালিচে সেই সময়ৰ মুছলমানৰ বিষয়ে এইদৰে কয় - "As for the Mussalmans who had been taken prisoner in former times and had shosen to marry here, their descen-dants act exactly in the manner of the Assamese, and have nothing of Islam expect the name; ------- the Mahammadans who had come from Islamic lands en-gaged in the performance of prayer and fasting, but were forbidden to chant the call to prayer or publicly recite the 'word of god'."

এনে সময়তে এই সাধক পীৰচাহেবসকলে স্থানীয় মুছলমানৰ মাজত ইছলাম ধৰ্মৰ বাণী প্ৰচাৰ কৰিছিল। তেওঁলোকৰ আহবানত দলে দলে লোক আহি তেওঁলোকৰ ওচৰত মুৰীদ হৈছিল। (দীক্ষা লৈছিল)।

ৰামসিংহ আৰু তেওঁৰ অনুগামীসকল পিছত নিজৰ ঠাইলৈ প্ৰত্যাৱৰ্তন কৰে; কিন্তু এই সাধক পীৰসকল ধুবুৰীতে থাকি যায়। ধুবুৰী চহৰৰ উত্তৰ-পূবত গদাধৰ নৈৰ পাৰত অৱস্থিত এই ঠাইডোখৰতে মুখ্য পীৰগৰাকী হজৰত গাজী-শ্বাহ আকবৰ (ৰঃ) ইন্তেকাল (মৃত্যু) হোৱাত তেওঁক কবৰ দিয়া হয়।

ধুবুৰী চহৰৰ সোঁমাজতে নিৰ্মিত জিলা কাৰাগাৰৰ নিচেই ওচৰৰ পূব-উত্তৰ চুকত আন এটি পীৰ চাহাবৰ মাজাৰ আছে। ইয়াতে হজৰত শ্বাহ শ্বৰণ (ৰঃ) ইন্তেকাল হোৱাত তেওঁক কবৰ দিয়া হয়। ৰামসিংহৰ লগত অহা পাঁচগৰাকী পীৰ চাহাবৰ ধুবুৰী চহৰৰ দুঠাইত সমাধিস্থ হোৱা এই দুগৰাকী পীৰ চাহাবৰ মাজাৰ দুটাই পাঁচপীৰ দৰগাহ এই কাৰণেই কোৱা হয় যে ইয়াতেই সম্ৰাট ঔৰংগজেৱৰ নিৰ্দেশত পীৰ পাঁচগৰাকী আহি অৱস্থান কৰিছিল আৰু তেওঁলোকে ইয়াৰে পৰাই মোগল সৈন্যৰ মংগলৰ অৰ্থে দোৱা-প্ৰাৰ্থনা কৰিছিল।

**মহেঞ্জ'দাৰোৰ পীৰৰ মাজাৰ শ্বৰীফ ঃ** পাঁচগৰাকী পীৰৰ এজনে নাৱেৰে ভটিয়াই গৈ গাৰো পাহাৰৰ মহেঞ্জ'দাৰত উপস্থিত হয়। তাতে এটা টিলাৰ ওপৰত খানকাহ পাতি থাকে। সেই ঠাইত তেওঁৰ বহুতো



মুৰীদান হয়। ইছলামৰ গূঢ় তত্ত্ববোৰ শিষ্যসকলৰ মাজত প্ৰচাৰ কৰিবলৈ ধৰে। পিছত তেওঁৰ ইন্তেকাল হ'লত ইয়াতে তেওঁক সমাধিস্থ কৰা হয়। এইগৰাকী পীৰ চাহাবেই আছিল হজৰত শ্বাহ কামাল (ৰঃ)। এওঁৰ মাজাৰ শ্বৰীফেই হজৰত শ্বাহ কামাল (ৰঃ) দৰগাহ চৰীফ হিচাপে খ্যাত।

আন দুগৰাকী পীৰ ক্ৰমে হজৰত শ্বাহ ছুফী আৰু হজৰত শ্বাহ বাকমাৰ কোন ঠাইত ইন্তেকাল হয় আৰু তেওঁলোকৰ মাজাৰ ক'ত আছে এই বিষয়ে বৰ্তমানলৈকে এই লিখকৰ অজ্ঞাত।

ধুবুৰী চহৰৰ উত্তৰ-পূব কোণত গদাধৰ নৈৰ পাৰত অৱস্থিত পাঁচপীৰ দৰগাহ শ্বৰীফটো দুকঠা মাটিত আছে। বৰ্তমান ই চাৰিওপিনে লোৰ তাঁৰেৰে ঘেৰি ৰখা হৈছে। মাজাৰ লগতে এটা হুজুৰিখানা গঢ়ি উঠিছে। ইয়াতে পাঁচ ওৱক্ত নামাজ সম্পন্ন হৈ থাকে। ইয়াৰে সন্মুখৰ বহল মাটি খণ্ডত দুই ঈদৰ নামাজ পঢ়া হয়। দৰগাহৰ কাষতে খাদেমৰ বাসস্থান। খাদেমে ইয়াৰ তত্ত্বাৱধান লয়।

**মীৰজুমুলাৰ মাজাৰ ঃ** ১৬৬২ খৃষ্টাব্দত গোলকুণ্ডাৰ প্ৰধানমন্ত্ৰী মীৰজুমুলাই সেনাপতিৰ দায়িত্ব লৈ অসম আক্ৰমণ কৰিবলৈ আহে। তেওঁ অসম জয় কৰাৰ পিছত বেমাৰত পৰে। স্থল পথেৰে আহি ৰঙামাটিত উপস্থিত হয়। তেওঁৰ শৰীৰৰ অৱস্থা বেয়াৰ পিনে ঢাল খায়। পিছত তেওঁক নাৱেৰে ভটিয়াই নিওঁতে নাৱতে তেওঁৰ মৃত্যু হয়। পিছত তেওঁৰ মৃতদেহ মানকাচৰৰ 'মীৰচাহাব' টিলাত কবৰ দিয়া হয়। মীৰজুমলাৰ এই মাজাৰ চৰীফ আজিও টিলাটোত বিদ্যমান। মাজৰৰ উত্তৰত এটি মছজিদ নিৰ্মাণ কৰা হৈছে। মাজাৰত থকা খাদেমগৰাকীয়ে ইয়াৰ চোৱা-চিতা কৰে। মানকাচাৰ চহৰৰ পৰা মহেন্দ্ৰগঞ্জলৈ যোৱা আলিবাটৰ পূব দাঁতিত সীমান্তৰক্ষীবাহিনীৰ আৱাসৰ কাষত বহল টিলাএটাৰ ওপৰত এই মোগল বীৰ পুৰুষগৰাকীৰ মাজাৰ চৰীফটো অৱস্থিত।

### জলেশ্বৰৰ পীৰৰ মাজাৰ শ্বৰীফ

মেচপাৰা জমিদাৰীৰ ৰাজধানী লক্ষীপুৰৰ পৰা প্ৰায় ১২ কিলোমিটাৰ পশ্চিমে ব্ৰহ্মপুত্ৰৰ পাৰত জলেশ্বৰ ঠাইখন। এইখন ঠাইতে এক শুভ ক্ষণত সুদূৰ পশ্চিম ইৰাক ভূমিবাগদাদ মহানগৰীৰ পৰা এজন বাকসিদ্ধ ফকিৰ আহি ইয়াতে অৱস্থান কৰে। নাম তেওঁৰ শ্বাহ ছৈয়দ নাছিৰুদ্দিন আহমদ কাদৰী বোগদাদী (ৰঃ)। ১৯৩৬ চনত পৰলোকগামী এইগৰাকী ফকিৰক জলেশ্বৰৰ কাটাৰিহাৰা নামৰ পৱিত্ৰ ঠাই ডোখৰত কবৰ দিয়া হয়। এয়াই তেওঁৰ মাজাৰ শ্বৰীফ। জলেশ্বৰ মাজাৰ। ইয়াতে প্ৰতি বছৰে সমাগম হয় শ শ মানুহ। ফকিৰ চাহাবৰ প্ৰেমত আপ্লুত হৈ ভক্তসকলে আল্লাহৰ নামত কৰে জিকিৰ আজকাৰ। জমা হয় প্ৰচুৰ পৰিমাণৰ মান্নত, নজৰ, ওসৰ, দান, দক্ষিণা। এইবোৰেৰে দিয়া হয় কাটাৰিহাৰা মাদ্ৰাছাৰ শিক্ষকৰ দৰমহা, মাদ্ৰাছা ঘৰৰ মেৰামতি আৰু তালেব ইলিম আৰু মুছাফিৰসকলৰ খোৱা খৰচ ইত্যাদি।

মাজাৰ আৰু দৰমাহসমূহ সকলো শ্ৰেণীৰ লোকৰ একো একোটি আদৰ আৰু মৰ্যাদাৰ অনুষ্ঠান। ধৰ্মভীৰু লোকসকল আহি এই মাজাৰবোৰ জিয়াৰত (দৰ্শন) কৰি সান্ত্বনা লভে। মনঃ কামনাৰ উদ্দেশ্যে অইন ধৰ্মৰ লোক এইবোৰ ঠাইলৈ আহি টকা-পইচা, মমবাতি, আগৰবাতি, বাতাছা আদি আগ বঢ়ায় আৰু একান্ত মনে প্ৰাৰ্থনা কৰে। বহুতে সফল হৈ মানসিক তৃপ্তি পায়। যুগ যু' ধৰি জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে সকলো লোকে এই মাজাৰ-দৰগাহসমূহৰ আন্তৰিকতাৰে সমাদৰ কৰি থাকে।

হজৰত শ্বাহ ছৈয়দ নাছিৰুদ্দিন আমহদ কাদৰী বোগদাদী (ৰঃ) ইৰাকৰ বোগদাদ মহানগৰীত জন্মগ্ৰহণ কৰিছিল। তেওঁ সম্ৰান্ত পৰিয়ালৰ লোকআছিল। মাদ্ৰাছাৰ পৰা শিক্ষা গ্ৰহণ কৰি মৌলানা হয় আৰু সম্পূৰ্ণ কোৰান মুখস্ত কৰি হাফিজো হয়। তেওঁ নিজৰ বিবেকৰ নিৰ্দেশত প্ৰিয় নবী হজৰত মহম্মদ (দঃ)ৰ প্ৰিয় ৰত্ন মৌলানা শ্বাহ ছুফী ছৈয়দ জাহিৰ আলি বোগদাদী (ৰঃ)ৰ মুৰিদ (দীক্ষা গ্ৰহণ কৰে) হয়। মুৰ্চিদে (গুৰুৱে) তেওঁৰ বাবে করুণাময় আল্লাহৰ ওচৰত দোৱা কৰে। কালক্ৰমত তেওঁৰ সাধনাত সিদ্ধিলাভ কৰে। মুৰ্চিদে তেওঁক ভাৰতবৰ্ষলৈ যাবলৈ আদেশ কৰে আৰু তাৰে পৰা সুদূৰ বংগ আৰু অসমত ইছলাম ধৰ্মৰ বাণী প্ৰচাৰ কৰিবলৈ নিৰ্দেশনা দিয়ে।

হজৰত শ্বাহ ছৈয়দ নাছিৰুদ্দিন আহমেদ (ৰঃ) চাহাবে পিতাকক বৰ শ্ৰদ্ধা কৰিছিল। পিতাকেও তেওঁক অত্যন্ত মৰমেৰে চাইছিল। পিতাকৰ ইচ্ছাত তেওঁ ঘৰ-সংসাৰত লিপ্ত হ'ব লগা হয়। তেওঁ বিয়া-বাৰু কৰে আৰু পিছত সন্তানৰ পিতৃ হয়। তেওঁ একান্ত আল্লাহৰ ভক্ত আছিল। তেওঁ বৰ চিন্তাশীল আছিল। আল্লাৰ প্ৰেমত তেওঁ অহৰহ মচগুল। আধ্যাত্মিক জ্ঞানত তেওঁ সিদ্ধিলাভ কৰে। এবাৰ মুছাফিৰৰ বেশত ঘৰৰ পৰা ওলাই মদিনাত উপস্থিত হয়। মদিনাত তেওঁ ১২ বছৰ কটায়। পিছত হজকাৰ্য সম্পন্ন কৰি ঘৰলৈ ঘূৰি আহে। তেওঁ নিজৰ অগাধ সা-সম্পত্তি ওৱাৰিছবৰ্গক দান-দক্ষিণা কৰি ফকিৰৰ বেশত মুৰ্চিদৰ দোৱা-আশীৰ্বাদ লৈ প্ৰাচ্যভূমিলৈ ঢাপলি মেলে। জীৱনৰ শেষ ৩০ বছৰ কাল তেওঁ ভাৰতবৰ্ষত কটায়। তেওঁ একেৰাহে বিভিন্ন ঠাই ভ্ৰমণ কৰি বংগ দেশত উপস্থিত হয়। ভ্ৰমণকালত বিভিন্ন ঠাইত তেওঁ বিভিন্ন বেশত উপস্থিত হয়। বংগদেশৰ কলিকতা মহানগৰীত তেওঁ এজন সাধাৰণ শ্ৰমিকৰ বেশত পদাৰ্পণ কৰে। তেওঁ টালি ফেক্টৰী এটাত কাম কৰি মালিকক সন্তোষ দিছিল। তাৰে পৰা আত্মগোপন কৰি কৃষকৰ বেশত সুন্দৰবনলৈ যায়। তাৰে পৰা ময়মনসিং জিলাৰ এক অখ্যাত ঠাইত গৈ খানকাহ পাতি কিছুদিন কটায়। ইয়াতে তেওঁৰ বহুতো শিষ্য হয়। পৰৱৰ্তী সময়ত এই ঠাইডোখৰৰ নাম ৰাখে নাছিৰাবাদ। তাৰ পৰা তেওঁ চিৰাজগঞ্জলৈ যায়। তাত ছাদেক আলি খান নামৰ ভিকহু এজনৰ ওপৰত অসন্তুষ্ট হৈ লাঠীৰে সাতোটা কোব দিয়ে। কিন্তু কি আচৰিত পৰৱৰ্তী কালত ছাদেক আলি সাতখন জমিদাৰীৰ মালিক হয়।

ফকিৰ চাহাব ঢাকা জিলাৰ অন্তৰ্গত মুন্সীগঞ্জৰ আনন্দপুৰত অৱস্থান কৰি তাত বহুলোক মুৰিদ কৰে। পিছত তেওঁ পুনঃ ময়মনসিং জিলাৰ বাদেকোল্লা নামৰ ঠাইলৈ গৈ খানকাহ পাতে এইকাৰণেই যে ময়মনসিঙৰ এচাম মানুহ উদণ্ড, অত্যাচাৰী আৰু ব্যভিচাৰী আছিল। তেওঁলোকক তেওঁ সৎ পথলৈ অনাৰ বাবে চিন্তা কৰিছিল। তেওঁ ময়মনসিং নগৰত মোছাম্মৎ আতৰজান চাহেবা নামৰ ঐশ্বৰ্যশালী পৰমাসুন্দৰী তিৰোতা এগৰাকীৰ পাণি গ্ৰহণ কৰে। অৱশ্যে মাকে এই বিবাহত প্ৰথমে অসন্মত আছিল। পিছত এদিনাখন তেওঁ কিবা কাৰণত বাদেকোল্লালৈ আহি দেখে যে হেজাৰ হেজাৰ মানুহ পীৰ চাহাবৰ ইমামতীত ইশাৰ (ৰাতিৰ আগভাগৰ) নামাজ পঢ়িছে। মানুহবোৰৰ পিন্ধনত আছিল শুদ্ধ বগা আৰবীয় পোছাক আৰু মূৰত পাগুৰী। তেওঁ বুজিলে যে তেওঁলোক ফিৰিস্তাৰ (দেৱদূত) বাহিৰ অইন একো নহয়। তেওঁ পতিয়ন গ'ল যে সঁচাকৈয়ে হজৰত শ্বাহ বোগদাদী (ৰঃ) এজন কামেল পীৰ আৰু আল্লাহৰ শ্ৰেষ্ঠ অলি। তেতিয়া তেওঁ জীয়েকৰ বিবাহত মতদান কৰে। পিছত এই আতৰজান বিবিৰ গৰ্ভত তিনিজন পুত্ৰ জন্মে - ছৈয়দ উজিৰ উদ্দিন, ছৈয়দ বদৰুদ্দিন আৰু ছৈয়দ ছিৰাজুদ্দিন। কিন্তু আচৰিত, এদিন হঠাৎ তেওঁ সকলোকে এৰি অজ্ঞাতসাৰে আত্মগোপন কৰে।

১৯০৬ চনশ তেওঁ জাহাজেৰে উজাই আহি জলেশ্বৰত উপস্থিত হয়। তেওঁ লক্ষীপুৰ জমিদাৰৰ পৰা অটব্য হাবি আৰু বৃহৎ জলাশয়ৰ সৈতে ৬৩০০ বিঘা জমি পট্টন লয়। তেওঁ থকা গাঁওখনৰ নাম ৰাখে কাটাৰীহাৰা (পীৰ চাহাবৰ কাটাৰ কঠাৰী ইয়াতে হেৰাইছিল বাবে)। ইয়াতেই তেওঁৰ মাজাৰ শ্বৰীফ। অঞ্চলটো সকলো সময়তে খাল-বিল-নৈ-জলাশয়েৰে পূৰ্ণ বাবে ঠাইডোখৰক জলেশ্বৰ কোৱা হয়। ইয়াতে তেওঁৰ শ শ লোক মুৰিদান হয়। পীৰ চাহাবে তেওঁলোকৰ থাকিবৰ বাবে এটা মুছাফিৰখানা সজায়। তেওঁ ইয়াতেই মজাহাৰুল উলুম চিনিয়ৰ মাদ্ৰাছাখনো প্ৰতিষ্ঠা কৰে। গোৱালপাৰাৰ মহবুব আলি চাহেব, আকবৰ আলি খান চাহেব প্ৰমুখ্যে অনেক দুখীয়া আৰু অভাৱী ছাত্ৰৰ পঢ়া-শুনাৰ খৰচ বহন কৰে। তেওঁ ইয়াতে এটা মছজিদ ঘৰো নিৰ্মাণ কৰে।

জলেশ্বৰত আহি হজৰত শ্বাহ বোগদাদী (ৰঃ) জামাদাৰ হাটৰ ৰোজাৰ চাহাব নামৰ এগৰাকী খৃষ্টান পোষ্ট মাষ্টাৰৰ লুলু ৰোজাৰ নামৰ বেছ বয়সীয়াল ছোৱালী এজনীক বিয়া কৰায়। এইখন আছিল তেওঁৰ তৃতীয় বিবাহ। বিয়াৰ পিছত লুলু ৰোজাৰৰ নাম ৰখা হয় জয়নব খাতুন। এওঁৰ গৰ্ভত ছৈয়দা ছফিয়া, ছৈয়দা ৰাবেয়া আৰু ছৈয়দা আছিয়া নামৰ তিনিগৰাকী জীয়েক ওপজে।

হজৰত শ্বাহ বোগদাদী (ৰঃ) দৰাচলতে এজন কামেল পীৰ আছিল। তেওঁ মুৰিদান-অমুৰিদান সকলোকে ধৰ্মৰ নিৰ্দেশবোৰ মানি চলিবলৈ আৰু সেইবোৰ আন্তৰিকতাৰে পালন কৰিবলৈ আহ্বান কৰিছিল।

জলেশ্বৰত তেতিয়া প্ৰতি বছৰে ৰকিয়ল আউয়াল মাহৰ বাৰ তাৰিখে ফাতেহা-ই-দোৱাজ-দাহাম উপলক্ষে উৰুচ সম্পন্ন হৈছিল। উৰুচত হেজাৰ হেজাৰ লোকৰ সমাৱেশ ঘটিছিল। সেইদিনা আল্লাহতায়ালাৰ জিকিৰৰ ধ্বনিত আকাশ—বতাহ মুখৰিত হৈছিল। এই উৰুচত ভক্তসকলৰ উদ্দেশ্যে বনোৱা তবাৰক খালে মনঃকামনা পূৰ্ণ হোৱা বুলি বিশ্বাস কৰিছিল। তাত হোৱা ওৱাজ-নছিহঁতৰ মাজেৰে ধৰ্মৰ দূঢ়তত্ত্বসমূহ আলোচনা কৰা হৈছিল।

বংগ দেশত থকা শ্বাহ বোগদাদীৰ (ৰঃ) তিনিপুত্ৰ ইতিমধ্যে ইহলীলা ত্যাগ কৰে। জ্যেষ্ঠপুত্ৰ ছৈয়দ উজিৰুদ্দিনৰ একমাত্ৰ পুত্ৰ নুৰুদ্দিন জীয়াই আছে। তেওঁৰ বয়স ৭/৮ বছৰ হ'ব। এনে সময়ত এবাৰ তেওঁ দাদাজানৰ লগত সাক্ষাৎ হ'বলৈ বংগৰ পৰা জলেশ্বৰলৈ আহে। মৰমৰ নাতি ল'ৰাক পাই পীৰচাহাব মুগ্ধ হয়। তেওঁ নাতিয়েকক জলেশ্বৰত স্থায়ীভাৱে ৰাখিবলৈ থিৰ কৰিলে। লক্ষ্যাধিক ভক্তসকলৰ সন্মুখত ওৱাজ কৰোঁতে তেওঁ ক'লে যে তেওঁৰ ইন্তেকালৰ পিছত যেন শ্বাহ ছৈয়দ নুৰুদ্দিন আহমেদ কাদেৰী চাহাবাক পীৰ বুলি মানি লোৱা হয়। এই কথাত সকলোৱে আনন্দ প্ৰকাশ কৰে।

পীৰ চাহাবৰ ইন্তেকালৰ ২০।২৫ দিন আগতে তেওঁ হাঁহি হাঁহি মুৰিদানসকলক কৈছিল যে তেওঁ আৰু বেছিদিন জলেশ্বৰত নাথাকে। মুৰিদানসকলে বুজিব নোৱাৰিলে যে পীৰবাবাই মৃত্যুবৰণ কৰিবনে আত্মগোপন কৰিব। নেৰানেপেৰাকৈ ধৰাত মুৰিদানসকলক মদিয়াৰ এক অটব্য হাবিৰ বিষয়ে বিতং বৰ্ণনা দাঙি ধৰে। তেওঁৰ ইংগিত মতে, জলেশ্বৰৰ টাকিমাৰীৰ চাৰিগৰাকী ব্যক্তি ক্ৰমে - আজিমুদ্দিন, কৰিম মোল্লা, বছেৰ মোল্লা আৰু ৰহিমুদ্দিন মদিয়ালৈ যাত্ৰা কৰিলে। তেওঁলোকে গৈ দেখে এক মায়াৱিনীৰ সহযোগত এটা প্ৰকাণ্ড গছৰ মূৰাৰ তলত এজন সাধু ধ্যানত মগ্ন, সাধুজন পীৰ বাবাৰ চেহেৰাৰ লগত সম্পূৰ্ণ মিলে। ইমান সময় তেওঁলোক চাৰিওজন ব্যক্তি হুচ নোহোৱাকৈ ঘূৰিছিল। পিছত এই গভীৰ অৰণ্যৰ মাজত হুচ আহিছিল। তেওঁলোকে ভয় খাইছিল। মায়াৱিনী নাৰীগৰাকীয়ে কৈছিল, 'ধ্যানত বহি থকা এই সিদ্ধ পুৰুষজনে তেওঁৰ আৰাধ্য গুৰু, জলেশ্বৰৰ পীৰ। তেতিয়া চাৰিওগৰাকী ব্যক্তি নিজৰ ঠাইলৈ প্ৰত্যাৱৰ্তন কৰিলে। কিন্তু কি আচৰিত পীৰবাবাই ইতিমধ্যে ইন্তেকাল কৰিছে। ১৯৩৬ চনৰ জানুৱাৰী মাহৰ ২১ তাৰিখ মঙলবাৰে (বঙলা ১৩৪২ চনৰ ৮ মাঘ আৰু হিজৰীৰ ২৫ শাওৱাল) তেওঁৰ শৰীৰ দুৰ্বলৰ পৰা দুৰ্বলতৰ হৈ আহিছে যদিও তেওঁৰ মুখত মৃদু হাঁহি আৰু গোটেইখন মুখমণ্ডলতে অমৰ জ্যোতিপ্ৰভা বিদ্যমান। তেওঁ ক্ৰমে বেছি অসুস্থ হৈ পৰিল, বাকৰুদ্ধ হ'ল, মুৰিদানসকল ওচৰত বহি অতি কাতৰ সুৰত আল্লাহৰ ওচৰত দোৱা আৰু জিকিৰ কৰিছিল। এনেতে সন্ধিয়া মগৰিব নামাজৰ পিছত তেওঁৰ প্ৰাণবায়ু ওলাই গ'ল। 'ইন্না লিল্লাহে ওৱা ইন্না ইলাইহে ৰা-জেউন'। কাটাৰীহাৰা মাদ্ৰাছাৰ মোহাদ্দিছ (অধ্যক্ষ) চট্টগ্ৰাম নিৱাসী জোনাব তোফাইল আহমেদ চাহাবৰ ইমামতীত জানাজা নামাজ ৰাতি ৮ বজাত সম্পন্ন হয়। তেওঁৰ কাৰ্যালয় আৰু খানকাহত তেওঁক কবৰ দিয়া হয়। ইয়াতেই তেওঁৰ মাজাৰ শ্বৰীফ গঢ়ি উঠে।

হজৰত শ্বাহ ছৈয়দ নাছিৰুদ্দিন আহমেদ কাদৰী বোগদাদী (ৰঃ)ৰ মৃত্যুৰ পিছত তেওঁৰ মাজাৰ শ্বৰীফত তিনিদিন ধৰি মাঘ মাহৰ ৮ তাৰিখৰ পৰা উৰুচ মোবাৰক পতা হয়।

(১) * Early History of Kamrupa by Ray K L Baruah Bahadur. P. 136
* Annals of Delhi Badshahate by S K Bhuyan Page - 1.
* গোৱালপাৰা জিলাৰ ইতিহাস - পৃঃ ৬১ — শিৱানন্দ শৰ্মা
(২) * গোৱালপাৰাৰ ইতিহাস - পৃঃ ৫২/৯৭
* Early History of Kamrupa by Ray K L Baruah Bahadur. P. 136
(৩)(৭) * গোৱালপাৰাৰ ইতিহাস - পৃঃ ৫৩ — বাহৰিস্তান-ই-গায়েবী- অনুবাদক - মইদুল ইছলাম বৰা পৃঃ ৩৬০
(৪) * E.H.K. P. 152 (footnote 2)
(৫) * History of Assam - E. Gait P. 91, 92
(৬) * Annals of Delhi Badshahate - P. 4
(৮) * পাণবাৰী প্ৰত্যক্ষদৰ্শী প্ৰবীন ব্যক্তি হজৰত আলী চাহাবৰ বৰ্ণনা
(৯) * গোৱালপাৰা জিলাৰ ইতিহাস - পৃঃ ১০৬, ১৩৪
(১০) * গোঃ জিঃ ইঃ - পৃঃ ১২১



(১১) * গোঃ জিঃ ইঃ - পৃঃ ১২৩, ১২৪
(১২) * গোঃ জিঃ ইঃ - পৃঃ ১১২
(১৩) * গোঃ জিঃ ইঃ - পৃঃ ১২৬; Annals of Delhi Badshahati P-6 - Note 17.
(১৪) * গোঃ জিঃ ইঃ - পৃঃ ১২৬ টোকা (২)
(১৫) * গোঃ জিঃ ইঃ - পৃঃ ১২৮, ১২৯
(১৬) * A. D. S. - P. 7, ৪
(১৭) * গোঃ জিঃ ইঃ - পৃঃ ১২৮
(১৮) * গোঃ জিঃ ইঃ - পৃঃ ১৩৪, ১৩৫
(১৯) * আলমগঞ্জৰ বিশিষ্ট শিক্ষাবিদ্ ৰিয়াজউদ্দিন চাহাবৰ পৰা পোৱা তথ্য
(২০) * ইছলামীয় ঐতিহ্য আৰু অসম - ৰফিউল হুচেইন বৰুৱা — পৃঃ ১৭
(১) * এডৱাৰ্ড গেইটৰ A History of Assam পৃঃ ১৫৯
(২) * সূঃ কুঃ ভূঞাৰ Annals of the Delhi Sultanate — পৃষ্ঠা ঃ ২৪৩ Note 87.
(৩) * সূঃ কুঃ ভূঞাৰ Annals of the Delhi Sultanate — পৃষ্ঠা ঃ ১০
(৪) * Annals of the Delhi Sultanate P. 9. Also p. 230 - Assamese Magic.
(৫) * Annals of the Delhi Sultanate Page 231 Muslim Pirs in Assam.
(৬) * জলেশ্বৰ পীৰৰ মাজাৰ শ্বৰীফ সম্পৰ্কীয় সহায়ক পুথি 'জলেশ্বৰত হজৰত ছাহ বোগদাদী (ৰঃ)ৰ শেষ ত্ৰিশ বছৰ' — আনোৱাৰ হুছেইন।


পাণবাৰীৰ মছজিদ


বিলাসীপাৰাৰ অষ্টভূজা আৰু গোপীনাথ জীউ মন্দিৰ




# জমিদাৰী আমোলত গোৱালপাৰা

ডঃ অজিত কুমাৰ বৰুৱা

অবিভক্ত গোৱালপাৰা জিলাৰ ইতিহাস বৰ ৰহস্যপূৰ্ণ। বিভিন্ন সময়ত বিভিন্ন শাসনকৰ্তাৰ অধীনত থকাত ইয়াৰ ভাষা শিক্ষা আৰু ভূ-স্বত্ব আদি নানা বিষয়ত সংমিশ্ৰনৰ সৃষ্টি হৈছে। কাল্পনিক, পৌৰাণিক মতে কামৰূপ ৰাজ্যৰ সীমা কৰতোয়া নদীৰ পৰা দিক্ৰাই নদীলৈ, অৰ্থাৎ ৰংপুৰ, জলপাইগুৰি আৰু বগুৰালৈ । পঞ্চদশ শতিকাত আমি দেখিবলৈ পাওঁ যে, এই জিলা বঙ্গেশ্বৰ হোছেইন শ্বাহৰ সময়ৰ (১৪৯৮) খৃঃৰ পৰা বংগদেশৰ শাসনাধীন আছিল। ১৭৬৫ চনৰ আগত মোগল সম্ৰাটে এই জিলাক নিজ সাম্ৰাজ্য ভুক্ত কৰে। তাৰ পিছত উক্ত চনত যেতিয়াই ইষ্ট ইণ্ডিয়া কোম্পানীয়ে মোগল সম্ৰাট শ্বাহ আলমৰপৰা বংগদেশৰ দেৱানী ভাৰ গ্ৰহণ কৰে, তেতিয়া উক্ত কোম্পানীয়ে এই জিলাৰ দেৱানী ভাৰপ্ৰাপ্ত হ'ল। ১৮২২ চনলৈ ধুবুৰী, গোৱালপাৰা আৰু কৰাইবাৰী এই তিনিখন থানাৰ মধ্যৱৰ্তী স্থান ৰংপুৰ জিলাৰ অন্তৰ্ভুক্ত আছিল। উক্ত চনত ১০ নম্বৰ বিধিৰ (Regulation 10) মাধ্যমেৰে এই জিলা ৰংপুৰৰ পৰা বিচ্ছিন্ন হৈ গাৰোপাহাৰৰ লগত 'উত্তৰ পূৰ্ব ৰংপুৰ'' নামে অভিহিত হৈ এজন চিভিল কমিছনাৰৰ অধীনত আহে আৰু মিঃ ডেভিড স্কট ইয়াৰ প্ৰথম চিভিল কমিছনাৰ নিযুক্ত হয়। ১৮২৬ চনত বাৰ্মাযুদ্ধৰ পিছত ব্ৰহ্মদেশৰ ৰজাই যেতিয়া ইষ্ট ইণ্ডিয়া কোম্পানীক অসম প্ৰদেশ দান কৰে। তৎকালে ৰাসস্ব আদায়ৰ সুবিধাৰ কাৰণে এই জিলা উক্ত নতুন প্ৰদেশভূক্ত হলেও, বংগদেশৰ প্ৰচলিত নিয়ম মতেই শাসিত হৈ থাকে। ১৮৬৬ চনত ভূটান যুদ্ধত পূবে কামৰূপ আৰু দক্ষিণে দাৰ্জিলিং লৈকে বিস্তৃত ভূটান দুৱাৰ নামক স্থান বৃটিছ গবৰ্ণমেন্টৰ অধীনলৈ আহে।

১৮৬৭ চনত ভূটান পূৱ দুৱাৰ গোৱালপাৰা জিলাৰ অন্তৰ্ভুক্ত হয় আৰু গোৱালপাৰা আৰু গাৰোপাহাৰ অসমৰ পৰা বিভক্ত হৈ কোচ বিহাৰ কমিছনাৰৰ শাসনাধীনলৈ আহে। ১৮৩৯ চনত গোৱালপাৰা স্বতন্ত্ৰ জিলাত পৰিণত হয়। ১৮৭৪ চনলৈ কোচবিহাৰ কমিছনাৰৰ শাসনাধীন সময় ছোৱাতেই ১৮৭৪ চনত অসম প্ৰদেশ সংগঠিত হোৱাত গোৱালপাৰা জিলা ভূটানপূৰ্ব দুৱাৰৰ লগত এই নতুন প্ৰদেশভুক্ত হয়। আকৌ ১৯০৫ চনত এই জিলা পূৰ্ব বংগ আৰু অসম প্ৰদেশভুক্ত হয়। সংযোগ বিয়োগৰ যি গতিবিধি তালৈ লক্ষ্য কৰি কবলৈ গ'লে এই গোৱালপাৰা জিলাখন এটা ৰাজনৈতিক পাদ গোলোক (Political Foot ball) হৈ পৰে। ৰাজকাৰ্য্যৰ সুবিধাৰ কাৰণে এই অঞ্চলটো বহুবাৰ এটা ৰাজনৈতিক গোলোকৰ পৰা আন এটা ৰাজনৈতিক গোলোকলৈ অনা হৈছিল।

এই জিলাত চিৰস্থায়ী বন্দবস্তীৰ (১৭৯৩ খ্ৰীঃ) মাধ্যমত মুঠ ছয়টা জমিদাৰী ইষ্টেট আছিল। (১) বিজনী, (২) গৌৰীপুৰ, (৩) মেচপাৰা, (৪) চাপৰ, (৫) কৰাইবাৰী আৰু (৬) পৰ্বত জোৱাৰ। ইয়াৰ ভিতৰত কেইটামান ৰাজপৰিয়াল অতি প্ৰাচীন। এই জিলাৰ ইতিহাসো অতি প্ৰাচীন। কেৱল এই জিলাই নহয়, গোটেই অসমৰ ইতিহাস এই ৰাজ পৰিয়াল কেইটাৰ লগত ওতপ্ৰোত ভাৱে সংশ্লিষ্ট আছিল।

চিদলী আৰু বিজনীৰ অৱস্থা অলপ বেলেগ। এওঁলোকে পূৱ দুৱাৰত অৱস্থিত আৰু আগৰ পৰাই ৰাজা উপাধি পাই আহিছিল। চিদলীৰ ৰজাৰ কোনো চিৰস্থায়ী বন্দোৱস্ত জমিদাৰী নাছিল আৰু এওঁলোকৰ গোৱালপাৰা জিলাত কোনো জমিদাৰী নাছিল। চিদলীৰ ৰজাৰ সদৰ কাৰ্য্যালয় আছিল বিদ্যাপুৰত।

বিজনী ৰাজ ইষ্টেট আছিল গোৱালপাৰা জিলাৰ সবাতোকৈ ডাঙৰ জমিদাৰী। বিজনী ৰেল-ষ্টেছনৰ পৰা আৰম্ভ কৰি সাপটগ্ৰাম (ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰ) আৰু বোউবোলাৰ পৰা ধূপধৰা লৈকে (ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰ)। বজনী ৰাজত্বৰ ৰাজধানী শেষত অভয়াপুৰীত স্থানান্তৰিত হয়। বিজনীৰ ৰজাসকল পৰীক্ষিতৰ বংশধৰ। শ্ৰীকুমুদ নাৰায়ণ যেতিয়া বিজনীৰ ৰজা আছিল তেতিয়া দেশভক্ত তৰুণৰাম ফুকনৰ ডাঙৰ ককায়েক শ্ৰীজীৱন ৰাম ফুকন বিজনীৰ ৰজাৰ দেৱান আছিল। বিজনীৰ ৰাজৱংশৰ লগত কোচবিহাৰ মহাৰজাৰ বংশৰ সম্পৰ্ক আছিল। বিজনীৰ ৰাজ বংশই হ'ল কোচ-হাজো ৰাজ্যৰ ৰজা ৰঘুদেৱ নাৰায়ণ অৰ্থাৎ বীৰ চিলাৰায়ৰ বংশ।

আকৌ মেচপাৰা জমিদাৰৰ লগত বিজনী ৰাজ্যৰ যোগসূত্ৰ আছিল। মুলতে এই জমিদাৰী সৈনিক ৰায়তী স্বত্ব হিচাপে আছিল। ইয়াৰ ৰাজধানী বা মূখ্য কাৰ্য্যালয় প্ৰথমতে "জলেশ্বৰ" পিছত লক্ষীপুৰত আছিল। ইয়াৰ জমিদাৰ লক্ষীনাৰায়ণ চৌধুৰী, ওৰফে পৃথ্বিৰাম চৌধুৰীৰ নামত লক্ষীপুৰ সদৰ কাৰ্য্যালয়ৰ নামকৰণ কৰা হৈছিল। এই বংশৰ জমিদাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰী আহোম ৰাজ পৰিয়ালৰ লগত বৈৱাহিক সম্বন্ধত আৱদ্ধ হৈছিল। অসম সাহিত্য সভাৰ ধুবুৰীত বহা নৱম অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি ৰবীন্দ্ৰ চৌধুৰী আৰু ১৯৩১ চনত শিৱসাগৰত বহা মূল অধিৱেশনৰ সভাপতি নগেন্দ্ৰ নাৰায়ণ চৌধুৰী মেচপাৰা জমিদাৰ বংশোদ্ভুত আছিল। নগেন্দ্ৰ নাৰায়ণ 'আৱাহন'' পত্ৰিকাৰ প্ৰতিস্থাপক আছিল। এখেত গোৱালপাৰাত Honorary Magistrate আছিল। এখেতৰ ল'ৰা ভোলানাথ চৌধুৰীয়ে স্বানামধন্য তৰুণ ৰাম ফুকনক লণ্ডনত বেৰিষ্টাৰি পঢ়াৰ কাৰণে সহায় কৰিছিল। এখেতৰ পুত্ৰ জ্যোৎস্না নাথ চৌধুৰীয়ে ধুবুৰী বি. এন. কলেজ স্থাপন কৰিছিল আৰু গুৱাহাটী বিশ্ববিদ্যালয়ক ১০,০০০ টকা অনুদান দিছিল। এখেতৰ স্ত্ৰী জ্যোতিকণা চৌধুৰীয়ে অৰুণা আস্ৰফ আলীক স্বাধীনতা আন্দোলনৰ সময়ত আশ্ৰয় দিছিল। জ্যোতিকণা আছিল ভূতপুৰ্ব্ব মন্ত্ৰী ৺গিৰীন্দ্ৰ চৌধুৰীৰ ভগ্নী।

বিজনীৰ ৰজা মহেন্দ্ৰ নাৰায়ণৰ ৰাজস্বত্ব ১৮০৯ খ্ৰীঃত কিনি লৈ কৰাইবাৰী জমিদাৰীৰ সৃষ্টি কৰে। কৰাইবাৰী ইষ্টেটত প্ৰজা আৰু জমিদাৰৰ মাজত সম্পৰ্ক বিশেষ ভাল নাছিল। এই জমিদাৰী পিছত বিভক্ত হয়। এওঁলোকে ৰংপুৰৰ সদৰ কাৰ্য্যালয়ৰ পৰাই জমিদাৰী চলাইছিল। অন্তৰ্দ্বন্দ্ব থকাৰ কাৰণে তেওঁলোকে এই জমিদাৰী ভোগ দখল কৰিব পৰা নাছিল। প্ৰায় ৩০ বছৰ ধৰি এওঁলোকৰ মামলা মোকৰ্দমা চলি আছিল। লাহিড়ী পৰিয়াল আছিল এই জমিদাৰীৰ শেষ জমিদাৰ।

৪৭৫ বৰ্গমাইলৰ অন্তৰ্গত ২,৭৬০০০ একৰ জমি লৈ পৰগনা পৰ্ব্বত জোৱাৰ। ইয়াৰ অধিকাংশ অধিবাসী আছিল মেচ, ৰাভা আৰু ৰাজবংশী জনগোষ্ঠীৰ মানুহ। প্ৰজাৰ অৱস্থা ইয়াত বিশেষ ভাল নাছিল। ১৮৭০ চনত কেৱল ৫১৫ জন প্ৰজাই কৃষি কাম কৰিছিল। মুঠ খাজনা আছিল ২৬৫৭ টকা। জমিদাৰ পৰিয়ালৰ স্বত্ব লৈ এওঁলোকৰ ভিতৰত বিবাদ চলিছিল। এই জমিদাৰী প্ৰথমতে আঠ অনীয়া, তিনি অনীয়া আৰু পাঁচ অনীয়া এই তিনি ভাগত বিভক্ত হয়। ইহঁতৰ সদৰ দপ্তৰ ৰূপচী আৰু বগৰীবাৰী আছিল। সুৰেন্দ্ৰ নাৰায়ণ সিংহ চৌধুৰী আৰু ভূপেন্দ্ৰ নাৰায়ণ সিংহ চৌধুৰী অংশীদাৰ জমিদাৰ।

চাপৰ জমিদাৰী স্থাপিত হয় বৰুণডাঙাত (ৰূপচীৰ ওচৰত) পিছলৈ এওঁলোকে প্ৰথমতে চাপৰ, পিছত বিলাসীপাৰাত সদৰ কাৰ্য্যালয় পাতে। চাপৰ জমিদাৰে সেবায়েৎ (পুজাৰী) হিচাপে জমিদাৰী চলাইছিল। এই জমিদাৰী সৃষ্টি হয় দেৱোত্তৰ সম্পত্তিৰ দ্বাৰা। প্ৰায় ১২৩, ৫৫২ একৰ এই জমিদাৰী বিস্তৃতি আছিল। ইয়াৰ বেছিভাগ ঠাই চৰ অঞ্চল। অতীতত কিছুমান মুছুলমান, ৰাজবংশী, কলিতা আৰু মেচ কৃষক আছিল। ইয়াৰ শেষ জমিদাৰ নৃপেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে বিলাসীপাৰা কলেজৰ কাৰণে ভূমিদান কৰিছিল। তেখেতৰ পত্নী, বেদবালা দেৱী পূৰ্ববংগৰ হেতমপুৰ ৰাজপৰিয়ালৰ বংশৰ। ঐতিহাসিক ভাওয়েল সন্ন্যাসীৰ কাহিনী গীতৰ প্ৰখ্যাত ভাওয়েল সন্ন্যাসী এই ৰাজ পৰিয়ালৰ প্ৰতিষ্ঠাপক ৰজা আছিল।

গৌৰীপুৰ হ'ল বিজনীৰ পিছত ২য় বৃহৎ জমিদাৰী ইষ্টেট। এই জমিদাৰ পৰিয়ালৰ ইতিহাস বৰ পুৰণি। ৰজা প্ৰভাত চন্দ্ৰ বৰুৱাৰ নাম বিশেষ উল্লেখযোগ্য। তেখেত নিজ গুণে বৃটিছ চৰকাৰৰ পৰা "ৰজা" উপাধি প্ৰাপ্ত হৈছিল। তেখেতৰ পত্নী ৰাণীসৰোজবালা দেৱী ঐতিহাসিক মহাপুৰুষীয়া মহান বৈষ্ণৱ শংকৰদেৱৰ বংশধৰ। প্ৰথম পুত্ৰ প্ৰমথেশ বৰুৱা এজন স্বনাম ধন্য বোলছবিৰ নায়ক- পৰিচালক আছিল। ডিব্ৰুগড়ত অনুষ্ঠীত হোৱা অসম এছোচিয়েছনৰ (১৯০৩) প্ৰথম অধিৱেশনৰ গৌৰীপুৰৰ ৰজা বাহাদুৰ প্ৰভাতচন্দ্ৰ বৰুৱা সভাপতি আছিল। গোৱালপাৰা জিলাৰ সদৰ কাৰ্য্যালয়ৰ কাৰণে তেখেতে বৃটিছ চৰকাৰক ধুবুৰী চহৰ দান কৰিছিল। অৱসৰ প্ৰাপ্ত ডি.চি. দুৰ্গেশ্বৰ শৰ্মা এই জমিদাৰীৰ শেষ দেৱান আছিল। ৰজা প্ৰভাত চন্দ্ৰ বৰুৱা অসম বিধান পৰিষদৰ মনোনীত সভ্য আছিল (Assam District Gazetteers 1914)

গোৱালপাৰা জিলা যদিও আজি পিছপৰা (backward) বুলি গণ্য হৈছে, প্ৰাচীন কালত এনে অৱস্থা নাছিল। প্ৰাচীন কীৰ্ত্তি আৰু স্মৃতিৰে ভৰা এই জিলা। তেতিয়া পূৰ্বে আহোম ৰাজ্য, উত্তৰে ভূটীয়া ৰাজ্য দক্ষিণে গাৰো ৰাজ্য তেওঁলোকৰ আক্ৰমণ নিবাৰণৰ অৰ্থে বৃটিছ চৰকাৰে Frontier District স্থাপন কৰিছিল। ৰায় বাহাদুৰ আনন্দকুমাৰ আগৰৱালাৰ ধুবুৰী সাহিত্য সন্মিলনত দিয়া অভিভাষণৰ এটা অংশ এই ক্ষেত্ৰত প্ৰণিধানযোগ্যঃ "কিন্তু ১৮৭৪ চনত যেতিয়া অসমক বংগদেশৰ পৰা বেলেগ কৰি এখন সুকীয়া প্ৰদেশ গঠন কৰা হয়, তেতিয়া গোৱালপাৰা খনকো আকৌ অসমৰ লগলৈ অনা হয়" তেখেতৰ আৰু এটা উদ্ধৃতি— " ইং ১৮২৬ চনত যেতিয়া ইংৰাজ গৱৰ্ণমেন্টে অসম প্ৰদেশ অধিকাৰ কৰে তেতিয়া অসমক বংগদেশৰ এটা বিভাগ কৰি সেই বিভাগৰ লগত গোৱালপাৰাক লগ লগায়। আৰু বংগদেশৰ গবৰ্ণমেন্টেই এই প্ৰদেশ শাসন কৰে"। আকৌ "১৮৬৬ চনত এই জিলাখনক অসম বিভাগৰপৰা বেলেগ কৰি কোচ বিহাৰ বিভাগত লগ কৰা হৈছিল"।

এই জিলাৰ ইতিহাস বৃটিছ বা মোগল আমোলৰ পৰা আৰম্ভ হোৱা নাই, ই তাতকৈ প্ৰাচীন। কিংবদন্তী বা পুৰাণৰ বৰ্ণনা অনুসাৰে গোৱালপাৰা, কোচবিহাৰ, ৰংপুৰ আদি স্থান কামৰূপ তীৰ্থভূমিৰ অন্তৰ্গত।

ৰজা নৰনাৰায়ণে (১৫৩৩-৩৪—১৫৮৭ খৃঃ) কোচবিহাৰত ৰাজত্ব কৰে। গৌৰীপুৰৰ ৰাজ পৰিয়ালৰ পূৰ্ব্ব পুৰুষ কবিন্দ্ৰ পাত্ৰ তেখেতৰ মন্ত্ৰী আছিল। এই মন্ত্ৰী আৰু যুৱৰাজ শুক্ৰধ্বজ বা বীৰ চিলাৰায়ৰ সহায়ত নৰনাৰায়ণে আহোম মণিপুৰ, জয়ন্তীয়া, ত্ৰিপুৰা, হাজো, চিলেট জয় কৰিছিল। কবীন্দ্ৰ পাত্ৰ ৰজা নৰনাৰায়ণৰ সৌঁহাত আছিল। সূৰ্য্যখড়ি দৈৱজ্ঞৰ 'দৰংবঙ্গ ৰাজ বংশাৱলীত'' কবীন্দ্ৰ পাত্ৰৰ বিশ্বস্ততাৰ পৰিচয় পোৱা যায়।

"ৰাজা বোলে জায়ো বাপু বিলম্ব না কৰি
কবীন্দ্ৰ পাত্ৰক নিয়োক লগ কৰি"।

সম্ৰাট জাহাংগীৰে কবীন্দ্ৰ পাত্ৰক এই অঞ্চলৰ যাৱতীয় ৰাজ কাৰ্য্য চলোৱাৰ কাৰণে নিযুক্তি দিয়ে। মোগল সম্ৰাটৰ পৰা চনদৰ মাধ্যমেৰে "ৰাজা" উপাধি লাভ কৰে (১৬৩৫ খৃঃ) ৰাঙামাটি জমিদাৰীৰ সদৰ আছিল। ৰাঙামাটি তেতিয়া সমৃদ্ধ চহৰ আছিল। কেপ্টেইন আৰ. বি. পেম্বাৰডনৰ ভূটান মিছনত এই বিষয়ে উল্লেখ পোৱা যায়। গতিকে দেখা যায় যে গৌৰীপুৰ ৰাজবংশৰ লগত এই জিলা আৰু অসমৰ ইতিহাস তথা উন্নতি বিশেষ ভাৱে জড়িত। ইং ষোড়শ শতাব্দীৰ পৰা যি উন্নতি হৈছিল সেয়া এই

বংশীয় সকলৰ দ্বাৰা হৈছিল।

১৮২৬ চনত অসম ৰাজ্য বৃটিছৰ অধীনলৈ অহাত গোৱালপাৰা জিলাকো অসম ডিষ্ট্ৰিক্টৰ অন্তৰ্ভুক্ত কৰা হ'ল। ১৮৬৬ চনত এই জিলাৰ লগত নৱাধিকৃত ভূটান দুৱাৰ অঞ্চল যোগ কৰি এই জিলাক কোচবিহাৰ কমিছনাৰৰ অন্তৰ্গত কৰা হ'ল। ১৮৭৪ চনত যেতিয়া অসম চিফ্ কমিছনাৰৰ অধীনত এখন ভিন্ন প্ৰদেশ হয়, তেতিয়া গোৱালপাৰা জিলাক অসম প্ৰদেশৰ অন্তৰ্গত কৰা হয়। তাৰ আগতে এই জিলা, কোচবিহাৰ, ৰংপুৰ আৰু সংলগ্ন অঞ্চলসমূহক লৈ এখন স্বতন্ত্ৰ ৰাজ্য আছিল। প্ৰজা আৰু জমিদাৰক লৈয়ে গোৱালপাৰা বুলি ক'লেই বোধকৰোঁ অত্যুক্তি কৰা নহয়। এই জিলাখ কাৰণে প্ৰজা আৰু ভূমাধিকাৰীস্বত্ব আইন স্বতন্ত্ৰভাৱে ৰচিত হৈছিল, তাৰ নাম Goalpara Tenancy Act, 1929। এই জিলাতেই কেৱল এই এক্ট (Act) প্ৰযোজ্য আছিল।

ৰাজ কাৰ্য্যৰ সুবিধাৰ কাৰণে এই অঞ্চললৈ এটা ৰাজনৈতিক পৰিস্থিতিৰ পৰা আন এটা ৰাজনৈতিক পৰিস্থিতিলৈ যাব লগা হৈছিল। ফলত ভিন্ন পৰিচিত আৰু ভিন্ন পৰিবেশৰ লগত এই অঞ্চলৰ জনসাধাৰণক পৰিচিত কৰাৰ কাৰণে যেতিয়াই যিটো পৰিস্থিতি আহি পৰিছে তেতিয়াই এওঁলোকৰ ওপৰত সেই পৰিবেশৰ ভাষা সংস্কৃতি জানি দিয়া হৈছে। ইয়াত অসমীয়া আৰু বাংলা ভাষাৰ সম প্ৰভাৱৰ ফলত ইয়াৰ সুকীয়া ভাষা সংস্কৃতিয়ে এটা বিশেষ ৰূপ লয়। এই বিলাক আদিমবাসী বড়ো, ৰাভা, মেছ, গাৰো, চাওঁতাল আদি। আৰু তেওঁলোকৰ ভাষা সংস্কৃতিও বেলেগ বেলেগ। আকৌ নৱাগত উপনিবেশিক 'ভটীয়া' সম্প্ৰদায়ৰ (Immigrant Muslims from East Bengal) লোকসকলে এই জিলাৰ ৰাজনৈতিক আৰু সামাজিক জীৱনত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিছিল (১৯১১ চনৰ পৰা বিশেষকৈ)।

কমতাপুৰ বংশৰ আৰু কোচ ৰজাৰ দ্বাৰা শাসন কালত অসমত ধৰ্ম্ম, শিক্ষা, সভ্যতা আদিৰ বিশেষ উন্নতি হোৱা দেখা যায়। এক কথাত, এটা অভিনৱ যুগ। এই উন্নতি পশ্চিমৰ পৰা পূৱলৈ বিয়পিছিল।

## সহায়ক গ্ৰন্থপঞ্জী


1. N. N. Vasu —
   (a) Social History of Kamrupa.
   (b) A Short History of Gauripur Raj family.
2. Manuscripts — Gauripur Rajbari.
3. Brochure of Raja Prabhat Chandra Barua of Gauripur (Assam) — "Permanent settlement and Income Tax" — 1928.
4. Memorial of Raja Bhairabendra Narayan Bhup of Bijni Raj Estate.
5. আসম সাহিত্য সভাৰ গুৱালপাৰা অধিৱেশনৰ সভাপতিৰ অভিভাষণ, আহিন — ১৮৪৯ শক (সভাপতিঃ শ্ৰীতৰুণৰাম ফুকন)
6. "নিখিল গোৱালপাৰা সমিতি"ৰ ২য় বাৰ্ষিক অধিৱেশনত (পঠিত) ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱা — ১৩৩৫ চন।
7. "নিখিল গোৱালপাৰা সমিতি"ৰ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ অভিভাষণ। ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱা — ১৩৩৪ চন।
8. Zamindari Administration in the Goalpara District of Assam before Independence — By Ajit Kumar Barua ( Research Thesis — অপ্ৰকাশিত )
9. "নিখিল গোৱালপাৰা জিলা সামিতিৰ গৌৰীপুৰ অধিৱেশনৰ সভাপতিৰ অভিভাষণ" শ্ৰীগৌৰীনাথ শাস্ত্ৰী — ১৩৩৪ চন।
10. গোৱালপাৰা জিলা এছোচিয়েছন — ১৩৩২ চন "অভ্যৰ্থনা সমিতিৰ সভাপতিৰ অভিভাষণ" — শ্ৰীনৰেন্দ্ৰ নাথ চক্ৰবৰ্ত্তী।


প্ৰেম অকল আনন্দৰ উহেই নহয়, ই নহ'লেও জীৱনত কেৰোণ লাগে। প্ৰেমৰ মূল্য এই কাৰণেই স্বীকাৰ কৰা প্ৰয়োজন যে ই সংগীত, পৰ্বতৰ সিপাৰে সূৰ্যোদয় আৰু পূৰ্ণিমাৰ নিশাত জোনালী সমুদ্ৰ আদিৰ দৰে অতি ধুনীয়া বস্তুবোৰৰ সৌন্দৰ্য দুগুণে বঢ়ায়। যি পুৰুষে তেওঁৰ প্ৰণয়িনীৰ কাষত বহি ধুনীয়া বস্তু কেতিয়াও উপভোগ কৰি পোৱা নাই, তেওঁ সেই বস্তুবোৰত লুকাই থকা যাদুকণবো সন্ধেদ পোৱা নাই।

— বাৰ্ট্ৰাণ্ড ৰাছেলৰ 'দি কংকুৱেষ্ট অব হেপিনেছ'ৰ পৰা






# গোৱালপৰীয়া লোক-সংস্কৃতিত 'কাপুৰ-কানি'

পবিত্ৰ কুমাৰ নাথ

লোক-সমাজৰ দৈনন্দিন সামাজিক জীৱনৰ সম্যক জ্ঞান লাভ কৰিবলৈ হ'লে লোক-জীৱনৰ সামগ্ৰিক জীৱন-ধাৰাৰ লগত পৰিচয় হ'বই লাগিব। এই জীৱন-ধাৰাৰ জৰিয়তে ব্যক্তি-জীৱনৰ ব্যক্তিগত তথা সামাজিক ধ্যান-ধাৰণা, আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, আদব-কায়দা, ভাব-চিন্তা, জীৱন ধাৰণৰ ধৰণ-কৰণ, আচবাব-পত্ৰ আদিৰ ব্যৱহাৰ, খাৱন-শোৱন, পিন্ধন-উৰণ ইত্যাদি কথাৰ সম্যক আভাস পোৱা যায়।

বস্ত্ৰ আভৰণৰ লগত জনসাধাৰণৰ মানসিক তথা সাংস্কৃতিক জীৱনো সাঙোৰ খাই আছে। গোৱালপৰীয়া লোক-সংস্কৃতিত সেয়ে — "ঘিৰিলে বিড়িলে বাৰী।
পিন্ধিলে উৰিলে নাৰী।।" — বোলা কথাষাৰ প্ৰচলিত আছে। এই পিন্ধা-উৰা কানি-কাপোৰৰ লগত জড়িত জনসাধাৰণৰ সাংস্কৃতিক জীৱনৰ গুৰিতে মানৱৰ উদ্ভাৱনী শক্তি তথা সৃষ্টি-প্ৰতিভাও ওতপ্ৰোতভাৱে জড়িত।

নৱ-প্ৰস্তৰ যুগৰ এবিধ গুৰুত্বপূৰ্ণ আৱিষ্কাৰ হ'ল বোৱা-কটা। কালৰ গতিত ধাতুৰ যুগত ইয়াৰ যথেষ্ট উন্নতি হয়। সূতা কটা প্ৰধান সঁজুলি হ'ল 'টাকুৰী'। এই টাকুৰীৰ প্ৰচলনৰ লগে লগে যান্ত্ৰিক যুগৰ সূচনা হ'ল বুলি ক'ব পাৰি। এক ফুটমান দীঘল, আধা ইঞ্চিমান ব্যাসৰ কাঠৰ টুকুৰা এটাৰ একোণত সৰু ঘুৰণীয়া আল এখন লগাই দি আনটো মূৰত কপাহৰ আঁহবোৰ টানি আনি টাকুৰীত লগাই ঘূৰাই ঘূৰাই সূতা কটা হয়।

গোৱালপাৰা জিলাত পুৰণি কালৰ পৰাই কপাহৰ 'আবাদ' কৰি আহিছে আৰু আজিও এই 'আবাদ' বহুতৰে ঘৰত দেখা যায়। অকল কপাহৰ সূতাই নহয়; এড়ি-মুগা-পাট-পলু পুহি, সূতা কটা প্ৰথা আজিও বিদ্যমান। কপাহৰ পৰা সূতা তৈয়াৰ কৰোঁতে প্ৰথমতে 'কেৰখাৰে' কপাহৰ গুটিসমূহ উলিয়াই লয়। তাৰ পিছত ধনুৰ দ্বাৰা ধুনাই লৈ 'পাজি' তৈয়াৰ কৰি লয়। এই পাজিৰ পৰা যঁতৰ আৰু 'টাকুৰাৰে' সূতা কাটি লৈ সেই সূতাৰে কাপোৰ বোৱা গোৱালপৰীয়া তিৰোতাসকলৰ এটা ডাঙৰ বৈশিষ্ট্য।

যঁতৰৰ লগত গোৱালপৰীয়া শিপিনীসকলৰ ওতপ্ৰোত সম্বন্ধ। অকল ইয়ে নহয়; যঁতৰৰ লগত কৰ্ম-সংস্থাপনৰ কথাও জড়িত আছে। নিজৰ কৰ্মৰ দ্বাৰা কলা সুলভ দৃষ্টিভঙ্গীৰ মাজেৰে তিৰোতাই গৌৰৱ কৰা নিৰ্দৰ্শন প্ৰবাদ বাক্যত বিদ্যমান —

"যঁতৰ আমাৰ ভাতাৰ, পুত
যঁতৰ আমাৰ হিয়া,
যঁতৰেৰ মাজত আছে আমাৰ
সাত বেটাৰ বিয়া।"

কাপোৰ-কানি বোৱাৰ কাৰণে বহুতো সঁজুলিৰ প্ৰয়োজন। এই সঁজুলিসমূহ ঘৰতে সাজি লয়। প্ৰতিজনী তিৰোতাই তাঁত বোৱা কাম জানে। যিজনী তিৰোতাই কাপোৰ বব নাজানে তাইক 'আখাজুৰা' বুলি কোৱা হয়।

তাঁত বোৱা সঁজুলিসমূহ বাঁহ আৰু কাঠৰ। কাপোৰ বোৱা কাৰ্যৰ লগত জড়িত সঁজুলিসমূহক থূলমূলকৈ তলত দিয়া ধৰণে ভাগ কৰি দেখুৱাব পাৰি —

কাপোৰ বোৱা সঁজুলি

| ১ | ২ | ৩ | ৪ | ৫ | ৬ |
|---|---|---|---|---|---|
| সূতা কটা | সূতা মাৰ দিয়া | বাটি কাৰোৱা | বোৱা | তুলা | খুঁটি গৰোৱা |

**(১) সূতা কটা সঁজুলি ঃ** কপাহৰ পৰা সূতা কাটিবলৈ হ'লে কিছুমান সঁজুলিৰ আৱশ্যক। এই সঁজুলিসমূহ হ'ল — কেৰখা, ধনু বা ধুনাই, যঁতৰ, টাকুৰী, চেৰকী ইত্যাদি।

**(২) সূতা মাৰ দিয়া সঁজুলি ঃ** কাপোৰ বোৱা সূতাখিনি মাৰ দিয়া হয়। এই সূতাখিনি মাৰ দিয়াৰ পিছত শুকাবলৈ নাটো, চৰকী বা চেৰকী, ঠে ভাৱাৰী আদিৰ প্ৰয়োজন। সূতা মাৰ দিলে টান হয়, কাপোৰ বোৱাত সূতা ছিঙি নাযায়। কাপোৰ বোৱাত উজু হয় কাৰণে দীঘৰ সূতাখিনি মাৰ দি 'বাতি কাৰোৱা' হয়।

**(৩) তাঁতৰ খুঁটি ঃ** তাঁতৰ খুঁটি ৪ (চাৰি) ডালৰ আৱশ্যক। এই খুঁটিসমূহ বাঁহ, কাঠ বা তামোল গছৰ পৰা সজা হয়। এই তাঁতৰ খুঁটিক দুটা ভাগত ভাগ কৰিছে। চাং তাঁত আৰু মাটিয়া তাঁত। এই দুটা ভাগতহে খুঁটিসমূহ সজা হয়। খুঁটি ৪ (চাৰি)ডালৰ মূৰত কাণ থাকে আৰু দুডালৰ মাজত ফুটা থাকে। এই তাঁতৰ খুঁটিক লৈ গোৱালপৰীয়া সাঁথৰো আছে -

"একটা বুঢ়াৰ চাৰিটা বেটা।
চাৰিওটাৰে হইল কাণ কাটা।
তাৰে দুইটাৰ পেট কাটা।

বুজেয়া দে ৰে পণ্ডিতেৰ বেটা।''

**(৪) বাতি কাৰোৱা (কড়া) সঁজুলি ঃ** কাপোৰ বোৱাৰ কাৰণে প্ৰথমতে বাটি কাৰোৱা প্ৰয়োজন। এই বাটি কাৰোৱাৰ কাৰণে আটাইতকৈ বেছি সঁজুলিৰ আৱশ্যক। এই সঁজুলিসমূহ হ'ল গুজিবাৰী, ছট'চৰকী, কাড়নি, চেপাৰী, গুৰিবাৰী, বেচেনী, গাৰি, ভিৰা ণী, ৰাস, ৰাস-ভৰোৱা কাঁটা, তাত চলোৱা বাড়নী, ফণি আদি উল্লেখযোগ্য।

**(৫) বোৱা তুলা সঁজুলি ঃ** বোৱা নহ'লে কাপোৰ বোৱা সম্ভৱ নহয়। বোৱা চাৰি পাটি থাকে। এই বোৱা তলত দুই পাটি আৰু ওপৰত দুই পাটি থাকে। কাপোৰত মুৰ বা ফুল তুলিবলৈ ৬।৮ পাটি বোৱাৰ ব্যৱহাৰো আছে। এই বোৱা তুলিবৰ কাৰণে বোৱাচুঙা, শিৰখাটি, ছট'চৰকী আদি প্ৰধান সঁজুলি।

**(৬) কাপোৰ গৰোৱা সঁজুলি ঃ** কাপোৰ বোৱাৰ কাৰণেও বহুতো সঁজুলিৰ আৱশ্যক। শাল, মাকু, নাচিনী, তোলাবাৰী, চালবাৰী, ৰচি, পুতল, পুতলেৰ কাঁটা, গোৰকাপেটা থোৱা খোকা। চাং তাঁতেৰ কাৰণে চাং; বেঞ্চ বা টুল আৰু মাটিয়া তাঁতেৰ কাৰণে পিৰাৰ প্ৰয়োজন। ইয়াৰ উপৰি কাপোৰ কটা আৰু দহি কটাৰ কাৰণে 'কাহালি'ৰ ব্যৱহাৰো উল্লেখযোগ্য। এই কাপোৰ বোৱা প্ৰথাৰ লগত জড়িত সঁজুলিক লৈ চহা কবিৰ সাঁথৰ ৰচনাত বিশেষ মন কৰিব লগীয়া

''তলেও ঝাপ ওপৰেও ঝাপ।
মাজেদি যায় গম সাপ।''

গোৱালপৰীয়া তিৰোতাসকলে এই সঁজুলিসমূহ ব্যৱহাৰ কৰি বিভিন্ন ধৰণৰ কাপোৰ বৈ উলিয়াইছিল আৰু আজিও ইয়াৰ ব্যতিক্ৰম ঘটা নাই। সচৰাচৰ বোৱা কাপোৰসমূহৰ ভিতৰত (১) আওঁচা (২) পাটানি (৩) গামচা (৪) পাচাৰা বা টানা (৫) পান্না (৬) ফালী (৭) দোপাটী (৮) লেংটি আদি বিশেষ উল্লেখযোগ্য। আজিও এই কাপোৰসমূহৰ প্ৰচলন আছে। কাপোৰ বোৱাৰ প্ৰতি লক্ষ্য কৰি ইয়াক দুই ভাগত ভাগ কৰিব পাৰি। সচৰাচৰ ব্যৱহৃত কাপোৰ আৰু বিয়াৰ কাপোৰ। সচৰাচৰ ব্যৱহৃত কাপোৰৰ ভিতৰত —

(১) আওঁচা ঃ পুৰুষে পিন্ধা কাপোৰখনক আওঁচা বোলে। ঠাই বিশেষে বা অঞ্চল ভেদে ইয়াক আংছা বুলিও কয়। এই আওঁছা শব্দটোৰ এটা বিশেষ অৰ্থ এনে ধৰণৰ — আওঁ৲ছা ঞআওছা। আওঁ মানে তল আৰু ছা মানে আভৰণ। অৰ্থাৎ পুৰুষৰ লাজ নিবাৰণৰ কাৰণে ব্যৱহাৰ কৰা কাপোৰখনেই আওঁছা। এই আওঁছা কাপোৰখন ৬ হাত দীঘল। দীঘে-পথালিয়ে ধুতিৰ নিচিনা সৰু পাৰিযুক্ত। লোক-বিশ্বাস মতে, ৬ হাত দৈৰ্ঘ্যৰ আওঁছাখন ষড় ৰিপু দমনৰ কাৰক। সেয়ে ষড় ৰিপু দমনৰ কাৰণে পুৰুষে ৬ হাত দীঘল আওঁছা কাপোৰ পিন্ধা প্ৰচলিত ৰীতি। আজিকালি আওঁছাৰ পৰিৱৰ্তে মানুহে গামচাও পিন্ধে যদিও আওঁছাৰ ব্যৱহাৰ লোপ পোৱা নাই।

(২) পাটানি ঃ গোৱালপৰীয়া তিৰোতাই পিন্ধা কাপোৰখনক পাটানি বুলি কয়। পাটানি কাপোৰ বুকুত পিন্ধে। পাটানি আৰু বড়ো তিৰোতাই পিন্ধা দখনাৰ মাজত বিশেষ পাৰ্থক্য নাই। দখনাৰ দীঘে-পথালিয়ে ফুল থাকে আৰু পাটানিৰ ফুলৰ পৰিৱৰ্তে পাৰি থাকে। তিৰোতাৰ পাটানিখন বুকুৰ পৰা 'গেৰোৱা'লৈ ঢকা থাকে। পা৲টানি ঞপাটানি। পা মানে ভৰি আৰু টানি মানে টানি ধৰা। খোজকাঢ়ি যাওঁতে দীঘল দীঘল 'ডেং' দি খোজ কঢ়া টান। পা টানি ধৰে কাৰণে ইয়াক পাটানি বোলে। তিৰোতা মানুহে ডাঙৰৰ আগেদি দীঘল দীঘল ডেং দি অহা-যোৱা কৰিলে ডাঙৰক অসন্মান কৰা হয়। কিন্তু পাটানি পিন্ধিলে দীঘল ডেং দিব নোৱাৰে; পিন্ধা কাপোৰখনে পা টানি ধৰে।

৬ হাত দীঘলৰ আওঁছা যেনেকৈ ষড় ৰিপু দমনৰ পৰিচায়ক, তেনেকৈ পাটানিৰ পাৰিতো আধ্যাত্মিকতা বিজড়িত। প্ৰকৃততে পাটানি পাঁচটা পাৰিযুক্ত। পাঁচটা পাৰি নাথাকিলে তাক পাটানি বুলি নকৈছিল। কালৰ গতিত পাটানিৰ পাৰিৰ পৰিৱৰ্তন হ'ল। পাঁচটা পাৰিৰ পৰিৱৰ্তে দুই বা তিনিটা পাৰিৰ প্ৰচলন হ'ল। সচৰাচৰ দুই বা তিনিটা ৰঙৰ পাৰিযুক্ত পাটানি আজিও গাঁও অঞ্চলত চলি আছে।

(৩) গাম্চা ঃ আওঁছা কাপোৰতকৈ সৰু কাপোৰকে গাম্চা বুলি কয়। এই গাম্চা কাপোৰবোৰক হাত-ভৰি মোচা, গা মচা আদি কামত ব্যৱহাৰ কৰা হয়। গামোচাৰে সৰু ল'ৰা-ছোৱালীক তিৰোতাবিলাকে পিঠিত 'বোকা ধৰা'ৰ কাৰণে ব্যৱহাৰ কৰে। কিছুমান অঞ্চলত এই কাপোৰখনক 'বোকালী' বা 'বোকাধৰা' কাপোৰ বুলিও কয়। তিৰোতাসকলে গাম্চাৰে কঁকাল বন্ধা আৰু গাত মেৰিয়াই লৈ ফুৰাতো গাম্চা ব্যৱহাৰ কৰে। লোকগীতত গাম্চাৰ নিদৰ্শন মন কৰিব লগীয়া -

গাম্চা কাপুৰ গঢ়েয়া থৈছুং
বন্ধু আসিবাৰ কাথা
গোসা হয়য়া নাসিল বন্ধু
মনত লাগছে ব্যথা।

**(৪) পান্না বা পাৰা কাপুৰ ঃ** বিছনাৰ ওপৰত ব্যৱহাৰ কৰা কাপোৰসমূহক পান্না বা পাৰা কাপুৰ বুলি কয়। এই পান্না কাপোৰৰ প্ৰতি লক্ষ্য কৰি ইয়াক তিনি ভাগত ভাগ কৰিব পাৰি (১) উপৰপান্না (২) তলপান্না আৰু (৩) গুদুৰী।

**(১) উপৰ পান্না ঃ** বিছনাৰ ওপৰত পাৰা কাপোৰখনক উপৰ পান্না বুলি কয়। প্ৰতিখন বিছনাৰ ওপৰত এই কাপোৰ ব্যৱহৃত হয়।

**(২) তলপান্না ঃ** খাট বা পান্নাৰ ওপৰত আৰু উপৰ পান্নাৰ তলত পাৰা কাপোৰখনক তলপান্না বোলে। এই তল পান্না সূতাৰ দোসুঁতি আৰু ফটা কানিৰে বোৱা প্ৰথা আজিও চলি আছে। সূতাৰে গঢ়োৱা তল পান্নাক 'সূতাৰ পান্না' আৰু খেতা কানিৰে গঢ়োৱা পান্নাক 'খেতাৰ পান্না' বোলে। ফটা-ছিৰা কাপোৰ গোৱালপৰীয়া তিৰোতাসকলে অপচয় নকৰি কৌশলগতভাৱে ব্যৱহাৰ কৰি শিপিনীৰ মহত্ত্ব প্ৰকাশ কৰিছে। লোকগীতত তাৰ নিদৰ্শন এনেদৰে ফুটি উঠিছে

''খেতাৰ কাপুৰ লাগেয়া থৈছুং
বন্ধুৰ উঠিছে গোসা
সাউত কৰিয়া চলিয়া গেল
না কইল আৰ কাথা।''

**(৩) গুদুৰী বা দাগিলী ঃ** ফটা কাপোৰৰ পৰা বিভিন্ন ধৰণৰ কাপোৰ সাজি ব্যৱহাৰৰ উপযোগী কৰি তোলাটো গোৱালপৰীয়া তিৰোতাৰ শিল্প — প্ৰতিভাৰ চৰম নিদৰ্শন। ফটা কাপোৰখনক 'দমুৰা' দি পিন্ধাৰ পিছত ব্যৱহাৰৰ অনুপযোগী হ'লে তাক গুদুৰী বা দাগিলীত ব্যৱহাৰ কৰে। ফটা কানি-কাপোৰ একে লগে লগে কৰি বেজি-সূতাৰে দীঘে-পথালিয়ে যিমান ঘনকৈ পাৰে চিলাই কৰি বিছনাৰ সমানকৈ গুদুৰী তৈয়াৰ কৰি লয়। গুদুৰী বিছনাত পাৰা আৰু উৰাৰ কাৰণে ব্যৱহাৰ কৰা হয়। এই গুদুৰীক লেপ বা তচকৰ দৰে ব্যৱহাৰ কৰা হয়। বেছিভাগ গৰীব-দুখীয়া মানুহে এই গুদুৰী ব্যৱহাৰ কৰে।



**পাচাৰা ঃ** জাৰকালি সচৰাচৰ উৰি ফুৰা কাপোৰখনক পাচাৰা নামে জনাজাত। পাচাৰা শব্দৰ অৰ্থ এনে ধৰণৰ পা৲ছাৰা ঞপাছাৰা। পা মানে ভৰি আৰু চাৰা মানে এৰা। অৰ্থাৎ ভৰিৰ ফালে এৰা। এই পাচাৰা উৰি ফুৰাত ভৰিৰ ফালে ব্যৱহাৰ নহয় কাৰণে ইয়াৰ নাম পাচাৰা। পাচাৰক অঞ্চলভেদে টানা, ফোতা বুলিও কয়। মানুহৰ পাচাৰখন যে অত্যন্ত প্ৰয়োজনীয় তাক গোৱালপৰীয়া লোক-কথাত এনেদৰে উল্লেখ কৰিছে -

'ছাতা লাঠী টানা।
তাক চাৰিলে দিনতে কানা।'

সচৰাচৰ ব্যৱহাৰ কৰা পাচাৰাৰ প্ৰতি লক্ষ্য কৰি ইয়াক দুই ভাগত ভাগ কৰিব পাৰি। সূতাৰ পাচাৰা আৰু এণ্ডি পাচাৰা।

**সূতাৰ পাচাৰা ঃ** সূতাৰে বৈ লোৱা পাচাৰাক সূতাৰ পাচাৰা বা সুঁতিৰ পাচাৰা বুলি কয়। এই পাচাৰাক লৈ গীতিকাৰে এইদৰে গীত ৰচিছে ঃ

''অ' কি অৰে - পতি- ধন
পাচাৰা লাগেয়া থৈছুং শালত
গঢ়াৱাৰ সূতা নাই
জাৰেৰ দিনত কষ্ট পাবি
সূতা আনিয়া দেৰে তুই।''

**এণ্ডি পাচাৰা ঃ** গোৱালপৰীয়া তিৰোতাৰ 'এণ্ডি পোকা' পোহা প্ৰধান বৈশিষ্ট্য। ঘৰে ঘৰে এৰা গছৰ খেতি কৰি এণ্ডি পোকা পুহি তাৰ লেটাৰ পৰা সূতা কাটি এণ্ডি কাপোৰ গঢ়োৱাত তিৰোতাসকল সিদ্ধহস্ত। প্ৰাচীন কালৰ পৰাই এই এণ্ডি পাচাৰাৰ ব্যৱহাৰ পৰম্পৰাগতভাৱে চলি আছে।

**বিয়াৰ কাপোৰ ঃ** গোৱালপৰীয়া সমাজখনত বিয়াত ব্যৱহাৰ কৰা কাপোৰসমূহ বিয়াৰ কাপোৰ বুলি পৰিচিত। এই বিয়াৰ কাপোৰসমূহক কিছুমান নিয়ম-নীতিৰ মাজেৰে গঢ়োৱা প্ৰচলিত প্ৰথা। বিয়াত ব্যৱহৃত কাপোৰসমূহক থোৰতে তলত দিয়া ধৰণে ভাগ কৰিব পাৰি -

বিয়াৰ কাপোৰ

| ১ | ২ | ৩ | ৪ |
|---|---|---|---|
| তেলেৰ আওঁছা | তেলেৰ পাটানি | পঞ্চৰঙী পাটানি | ফালী |
| ৫ | ৬ | ৭ | ৮ |
| দোপাটী | আঁৰ কাপোৰ | হালধি মুচা | আখে তুলি দিয়া |

**(১) তেলেৰ আওঁছা ঃ** বিয়াৰ কাপোৰসমূহ কিছুমান নিয়ম মানিহে গঢ়োৱা প্ৰথা। ৰবিবাৰ, অমাবস্যা, পূৰ্ণিমা, গ্ৰহণ আদিত বিয়াৰ কাপোৰ গঢ়োৱা নিষেধ। সেইকাৰণে তিৰোতাসকলে আপ্ৰাণ চেষ্টা কৰি সূতা মাৰ দিয়াৰ পৰা আৰম্ভ কৰি বৈ উলিওৱা পৰ্যন্ত সোমবাৰৰ পৰা শনিবাৰৰ ভিতৰত বিয়াৰ কাপোৰ বৈ উলিওৱা নিয়ম। কাপোৰখন বৈ উলিয়াবলৈ পুতল ছিৰা নিষেধ। পুতল ছিৰিলে অমঙ্গলৰ লক্ষণ বুলি কয়। সেইকাৰণে শিপিনীসকলে অতি সাৱধানে বিয়াৰ কাপোৰ বয়। সূতা মাৰ দিয়াৰ পৰা আৰম্ভ কৰি কাপোৰ বৈ উলিয়াবলৈ এই ছোৱা কাৰ্যত যদি কোনো ধৰণৰ বেমেজালি ঘটে সেইটো অশুভ ফলদায়ক বুলি লোক-বিশ্বাসে কয়। বিয়াৰ কাপোৰ কাটিব নাপায়। কাপোৰৰ দহিখিনি সেই কাৰণে বিভিন্ন ধৰণে গাঁঠি দি থোৱা হয়। এক কথাত ক' বলৈ গ'লে বিয়াৰ কাপোৰখন নিখুঁত হ'ব লাগে আৰু বিধৱাই সেই কাপোৰ বোৱা নিষেধ।

তেলেৰ আওঁছাখন ছয় হাত দীঘল। দহিৰ সূতাখিনিৰে এমূৰত গাঁঠি দি থোৱা হয়। তেলেৰ আওঁছাৰ দীঘত পাৰি নাথাকে। তেলেৰ আওঁছা বগা। পথালিত সৰুকৈ ৰঙা পাৰি দিয়ে।

**(২) তেলেৰ পাটানি ঃ** তেলেৰ পাটানি আওঁছাৰ দৰে দীঘৰ পাৰি নথকা, পথালিত ৰঙা ৰঙৰ সৰু পাৰিযুক্ত। এই তেলেৰ আওঁছা আৰু পাটানি বিয়াৰ দিনা 'তেল-চৰোৱা'ত ব্যৱহাৰ হোৱাৰ কাৰণে এই কাপোৰক তেলেৰ আওঁছা আৰু তেলেৰ পাটানি বুলি কোৱা হয়।

**(৩) বিয়াৰ পাটানি ঃ** বিয়াৰ সময়ত কইনাই পিন্ধা পাটানি কাপোৰখন বিয়াৰ পাটানি বুলি কয়। বিয়াৰ পাটানিখন আকৌ পঞ্চৰঙী পাটানি নামে জনাজাত। পাৰিৰে সৈতে কাপোৰখনত পাঁচটা ৰং থাকে। আঁওছাখন যেনেদৰে ষড় ৰিপু দমনৰ পৰিচায়ক, তেনেকৈ পঞ্চৰঙী পাটানিও ক্ষিতি, অপা, তেজ, মৰুৎ আৰু ব্যোমৰ (ৰঙৰ) লগত মিল ৰাখি বোৱা প্ৰথা। মাটিয়া, নীলা, ৰঙা, ধোঁৱা আৰু আকাশী ৰঙৰ সূতাৰে পাটানি গঢ়ায় কাৰণে পঞ্চৰঙী পাটানি বুলি কয়। তত্ত্বৰ লগত সম্পৰ্ক ৰাখি তত্ত্ব বিচাৰ বিবেচনা কৰি জীৱন-ধাৰাৰ কাৰণে খোৱা-লোৱা, পিন্ধা-উৰা আদিৰ লগত জড়িত থকাৰ পঞ্চৰঙী পাটানিয়েই সাক্ষী।

**(৪) ফালী ঃ** বিয়াত দৰাৰ মূৰত মেৰিয়াই দিয়া কাপোৰখনক ফালী বুলি কয়। বিয়াৰ কাৰণেহে এই ফালীখনৰ আৱশ্যক। বিয়াৰ ৰাতিহে এই ফালীখন ব্যৱহাৰ কৰে। পিছত ইয়াৰ ব্যৱহাৰ নাই। কেৱল ঈশ্বৰ সাধনাত ব্ৰতীসকলৰ ভিতৰত গুৰু দায়িত্ব বহন কৰা ব্যক্তিয়েহে এই ফালী মূৰত লয়। ফালীৰ কাপোৰখন দহ হাত দীঘল পথালিয়ে (কিছুমানৰ মতে) দহ ইঞ্চি। এই ফালীখন একেদিনাই বৈ উলিওৱা প্ৰচলিত নিয়ম। বিয়াৰ ফালীখনৰ লগত অসমীয়াৰ 'কবচ' কাপোৰৰ কিছু পৰিমাণৰ সাদৃশ্য থকা যেন অনুমান হয়। বিয়াৰ ফালীখন যে দহ হাত দীঘল তাক বিয়াগীতত এইদৰে উল্লেখ কৰিছে —

ফালী মাৰে ফোঁটা মাৰে
মণিৰাজেৰ ভাই
ভাল কৰিয়া মাৰিবা ফালী
বিবাহতে যাই।
ৰৌ মাছেৰ চিকি মিকি
কুৰ্শা মাছেৰ হালি
তোৰ বাপে আনিয়া থৈছে
দহ হাতীয়া ফালী।

বিয়াত কিয় ফালী মাৰিব লাগে? ইয়াৰ প্ৰকৃত অৰ্থ কি? বিয়াৰ ফালীয়ে সংসাৰী জীৱন-যাত্ৰাৰ মূল দায়িত্ব মূৰত তুলি লোৱাটোকে সূচায়। এই গুৰুভাৰ বহন কৰি যাতে সুন্দৰ জীৱন-যাপন হয়, তাৰ কাৰণে দহ কলাসিদ্ধ শক্তিৰ ধ্যান-ধাৰণা লৈ এই 'দশহাতী ফালী'ৰ ধাৰণ।

সৃষ্টিৰ আৰম্ভণিতে ওঁ শব্দ; অৰ্থাৎ অ — উ — ম। এই অ — উ — মৰ ভিতৰত দহ দহ কলা অন্তৰ্নিহিত আছে। 'অ'ৰ পৰা (১) সৃষ্টি (২) ঋদ্ধি (৩) স্মৃতি (৪) মেধা (৫) কান্তি (৬) লক্ষ্মী (৭) ধৃতি (৮) স্থিৰা (৯) স্থিতি (১০) সিদ্ধি। 'উ'ৰ পৰা (১) জ্বৰা (২) মালিনী (৩) শান্তি (৪) ঈশ্বৰী (৫) ৰতি (৬) কামিকা (৭) বৰদা (৮) আহ্লাদিনী (৯) প্ৰীতি (১০) দীৰ্ঘা।

'ম'ৰ পৰা (১) তীক্ষ্ণা (২) ৰৌদ্ৰী (৩) ভয়া (৪) নিদ্ৰা (৫) তন্দ্ৰী (৬) ক্ষুৎ (৭) ক্ৰোধিনী (৮) ক্ৰিয়া (৯) উৎকাৰী (১০) মৃত্যু। এই অ — উ — মৰ পৰা তিনি ভাগত দহ দহ কলাৰ সৃষ্টি, স্থিতি আৰু লয়

অৰ্থাৎ মানৱ জীৱনত গুৰুভাৰ বহন কৰাৰ স্বীকৃতি প্ৰদানৰ অৰ্থে মুৰত ফালী তুলি লয়।

**(৫) দোপাটী ঃ** দোপাটীয়েই বিবাহৰ যোগসূত্ৰ। বিয়াত যিখন কাপোৰেৰে দৰা-কইনাক 'লঘন গাঁথি' দি দুই প্ৰাণক এক কৰাৰ অৰ্থে ব্যৱহাৰ কৰে সেই কাপোৰখনকে দোপাটী বোলে। দুই প্ৰাণে এক হৈ সংসাৰী জীৱন-যাত্ৰাত যেন সুন্দৰভাৱে চলি যাব পাৰে, সেই উদ্দেশ্যে দোপাটীৰ ব্যৱহাৰ কৰে বুলি লোক-বিশ্বাস। দোপাটীত দুটা ৰং। বগা আৰু ৰঙা। এই ৰং দুটাই শিৱ আৰু শক্তিক বুজায়। অৰ্থাৎ পুৰুষ আৰু প্ৰকৃতিক বুজায়। এই শিৱ-শক্তিৰ মিলন সম্পৰ্কে বৈঠকী গীতত এইদৰে উল্লেখ কৰিছে —

"শিৱ শক্তি সাধন তত্ত্ব
জান ৰে বোধ মন
তৰিবি যদি ভৱ নদী
শক্তিকে কৰো চেতন।"

সেই কাৰণে এই পুৰুষ-প্ৰকৃতিৰ যোগসূত্ৰ ধাৰণ কৰোৱা কাপোৰখনকেই দোপাটী বোলে। এক কথাত ক' বলৈ গ'লে বিয়াৰ কাপোৰখনকেই দোপাটী বোলে। এক কথাত ক' বলৈ গ'লে বিয়াৰ কাপোৰসমূহ আধ্যাত্মিকতাযুক্ত।

**(৬) আঁৰ কাপোৰ ঃ** বিয়াত কইনা উলিয়াৰ সময়ত দুইফালে দুইজনে কাপোৰ এখন দাঙি দৰে; যাতে কইনাই দৰাক দেখা নাপায় আৰু দৰাই কইনাক নেদেখে। তাৰ কাৰণে আঁৰ কাপোৰ ব্যৱহাৰ কৰে। প্ৰচলিত নিয়ম মতে কইনাই দৰাক প্ৰদক্ষিণ কৰি স্বামী ৰূপে ফুল দি পূজা কৰাৰ পিছত অৰ্থাৎ বৰণ কৰাৰ পিছত এই আঁৰ কাপোৰ এৰি দিয়া হয়।

**(৭) হালধি মুচা ঃ** বিয়াত ব্যৱহৃত হালধি মুচা কাপোৰখন অতি গুৰুত্বপূৰ্ণ কাপোৰ। তেল-হালধিৰে দৰা-কইনাক গাধোৱাৰ পিছত এই কাপোৰেৰে মচা হয় কাৰণে ইয়াক হালধি মচা কাপোৰ বুলি কয়। এই কাপোৰখন দৰা-কইনা উভয়ৰে বিয়াৰ দিনা হাতত থাকে। এই হালধি মচা কাপোৰখন বগা যদিও হালধিৰ ৰং সানি লয়। কিছুমানে আকৌ হালধীয়া ৰঙৰ সূঁতাৰে বৈ লয়। এই হালধি মচা কাপোৰখনে যে দৰা-কইনাৰ 'তেল চৰোৱা'ত প্ৰয়োজন অধিক তাক লোকগীতত এইদৰে উল্লেখ কৰিছে —

"ঘট গাচা চালাঙি বাতি
নাপিত বামুণ বৈৰাতী
হালধি মুচা কাপুৰখানি।"

**(৮) আখৈ তুলি দেওৱা কাপুৰ ঃ** প্ৰচলিত বৈদিক ৰীতি মতে বিয়াত আখৈ তুলি দিয়া নিয়ম আছে। কইনাৰ সৰু ভায়েকে দৰা-কইনাৰ হাতত আখৈ তুলি দিয়াৰ সময়ত কইনাৰ ভায়েকক এখন কাপোৰ দিয়ে। সেই কাপোৰখনক 'আখৈ তুলি দেওৱা' কাপোৰ বুলি কয়। বিয়াগীতত এই আখৈ তুলি দিয়া কাপোৰৰ নিৰ্দশন আছে —

"আখৈ তুলা কাপুৰখানি
মাখি মাৰা জাল
কুনটো বেটি গঢ়েয়া আনছে
দেখিবাকে ভাল।"

সচৰাচৰ ব্যৱহাৰ কৰা কাপোৰৰ ভিতৰত লেংটিও এবিধ। এই বিধ কাপোৰ পুৰুষৰ গুপ্তাঙ্গ বা লাজ ঢাকিবলৈহে ব্যৱহাৰ কৰিছিল। আজিকালি এই কাপোৰৰ ব্যৱহাৰ নাই বুলি ক' ব পাৰি।

মূলাগাভৰু, সৰোজিনী নাইডু, ভোগেশ্বৰী, কনকলতা আদি বীৰাঙ্গনাৰ তুলনাত গোৱালপৰীয়া তিৰোতাও যে কোনো গুণে কম নহয়, তাক কাপোৰ গঢ়োৱা সঁজুলিৰে সাহস আৰু বীৰত্বৰ পৰিচয় দিয়া জলন্ত নিদৰ্শন প্ৰবাদ বাক্যত আছে —

"নাটাইককৰিম ধনু
টাকুৱাক কৰিম শৰ
চৰখা ৰথত উঠিয়া যাইম
কেৰখাত কৰি ভৰ।
প্ৰাণেৰ বৈৰীক ধৰি আনিম
মাল পাশে বাধিয়া,
স্বামী পুত্ৰ মৰিল ৰণত
ৰইম কিসক লাগিয়া।"

গোৱালপৰীয়া তিৰোতাই এফালে যেনেকৈ যঁতৰেৰে নিজৰ শিল্প প্ৰতিভাৰ পৰিচয় দিব পাৰিছে, আনফালে তেনেকৈ যঁতৰৰ দোহাই দি কৰ্ম কৰাৰ পৰা ৰেহাই লোৱাৰো নিদৰ্শন প্ৰবাদ বাক্যত আছে —

"যেলা আহিব ভাতাৰ গো।
সেলা ধৰিব যঁতৰ গো।।"

সভ্যতাৰ এক অন্যতম নিদৰ্শন 'কাপুৰ কানি'। এই কাপুৰ-কানিৰ মাজেৰে আমি জাতিৰ পৰিচয়, বৰ্ণ, শ্ৰেণী, বিবাহিত, অবিবাহিত, বয়স, মতা-মাইকী আদিৰ প্ৰভেদৰ সংকেত পাওঁ। ব্ৰাহ্মণ-পুৰোহিত, সন্ত-মহন্ত, বৈৰাগী-সন্ন্যাসী আদিৰ লগত সৰ্ব-সাধাৰণৰ পৰিহিত সাজপাৰৰ ব্যৱধান আজিও দেখিবলৈ পোৱা যায়। কোনো উৎসৱ-অনুষ্ঠানত নানা ৰঙৰ বিৰঙৰ সাজ-পোছাক পিন্ধা সাধৰা তিৰোতাক বিচাৰি উলিয়াবলৈ আমাৰ অসুবিধা নহয়। হিন্দু সমাজত বিধৱাৰ ক্ষেত্ৰত বগা কাপোৰ যোৰেই একমাত্ৰ পৱিত্ৰ আৰু সংযমৰ বস্ত্ৰ বুলি ধৰা লোৱা হয়। সাজ-পোছাকে যেনেকৈ সমাজত শ্ৰেণী বিভাজন আনি দিয়ে, সেইদৰে ব্যক্তিত্বৰ ওপৰতো আনি দিয়ে এক গুৰুত্বপূৰ্ণ মৰ্যাদা। এই সাজপাৰে আমাক আনি দিয়ে জাতিৰ শ্লীলতা, গৌৰৱ, আৰ্থিক অৱস্থা, সৌন্দৰ্য। সেয়ে গোৱালপৰীয়া লোক-সংস্কৃতিত কাপুৰ-কানিৰ স্থান যে কিমান ওপৰত সেই কথাৰ পুনৰুল্লেখ নিষ্প্ৰয়োজন।






# চৰ অঞ্চলৰ গহনা-গাঁঠৰি

## কাছেমা খাতুন

গহনা-গাঁঠৰিৰে দেহসজ্জাৰ প্ৰবৃত্তি মানুহৰ অতি প্ৰাচীন। ধাতুৰ আৱিষ্কাৰ নোহোৱালৈকে যাযাবৰী জীৱনত পুৰুষ- মহিলা উভয়ে গছৰ ফুল, পাত, লতা, শামুক, খোলা আদি পৰিধান কৰিছিল। লাহে-লাহে মানুহ উন্নত হৈ আহিল। দেহৰ গঠন আৰু শ্ৰম অনুযায়ী নাৰীয়ে অংগসজ্জাৰ প্ৰতি অধিক সজাগ হৈ পৰিল।

কিন্তু চৰ অঞ্চলৰ নাৰীসকলৰ বাবে "পতিৰেবহি নাৰীনাং ভূষণং পৰমুচ্যতে" যি দুই-এপদ গহনা চৰৰ নাৰীসকলে পৰিধান কৰে তাৰ সৰহ ভাগেই ৰূপৰ। ইয়াৰ মূল কাৰণ ব্ৰহ্মপুত্ৰই এই চৰবাসী কৃষকসকলক স্থায়ীভাৱে এটা নিৰ্দিষ্ট চাপৰিত বসবাস কৰিবলৈ দিয়া নাই। শস্য-শ্যামলা হৈ থকা চৰ এখন কেতিয়া যে নৈৰ গৰ্ভত জাহ যাব তাক কোনেও ক'ব নোৱাৰে। পুৰণি চৰ নৈৰ গৰ্ভত জাহ যোৱাৰ লগে লগে নতুনকৈ সৃষ্টি হোৱা চৰত নতুনকৈ বসতি স্থাপন কৰে সেই মানুহবোৰেই। এয়াই চৰ এলেকাৰ মূল বৈশিষ্ট্য। ইয়াৰ ফলত চিনাকি হৈও অচিনাকি হৈ পৰে এই চৰবাসীসকল। সেই বাবেই সিহঁতে অৰ্থনৈতিক বাবে দুৰ্বল। অৰ্থনৈতিকভাৱে দুৰ্বল হোৱা হেতুকে চৰৰ মহিলাসকলে বিলাসিতাৰ জীৱন-যাপন কৰাৰ কথা ভাবিবই নোৱাৰে। চৰৰ মহিলাসকলে পুৰুষতকৈ অধিক শ্ৰম কৰে। কাউৰীয়ে "কা" নৌ কৰোঁতেই চৰৰ মহিলাসকলে সেই যে ঢাৰি-পাটী এৰি উঠে তাৰ পিছত ৰাতি নোশোৱালৈকে এশ -এবুৰি কাম। গতিকে দেহ সজ্জা কৰিবলৈ চৰৰ মহিলাই আজৰি নাপায়। চৰৰ মহিলাসকলক এই বিষয়ে সুধিলে কয় — "আমাগো জীৱনেৰ কোনো দাম নাই। নদী চৰে বাঙোন ধইবলে চিক্কুৰ পাইৰা কান্দে চৰেৰ লোহেৰা। নদী আমাগো বাগ্য। গহনা! গহনা পৰমু কন তই।" লুইতে এইচাম মানুহৰ ভাগ্য নিয়ন্ত্ৰণ কৰে। নদীৰ কৰাল গ্ৰাসৰ মুখামুখি হৈও চৰৰ উত্তপ্ত বালি গছকি গছকি কোনো এক শুভ লগনত চৰৰ মহিলাসকলে জীৱনৰ বালিচৰত সেউজীয়া উৎসৱ পাতে। কেঁচুৰাবনৰ ফাঁকে-ফাঁকে প্ৰেম-প্ৰীতি-ভালপোৱাৰ কথা পাতে লগতে নিজৰ দেহাকো আকৰ্ষণীয় কৰি তোলে তলত উল্লেখ কৰা গহনা-গাঁঠৰিৰে —

১। হাতৰ সৰু গাঁঠিত পিন্ধে — বয়লা, মুঠি খাৰু, ঝুৰি খাৰু আৰু আঙুলিত অংগুট।

২। বাহুত পিন্ধে — কাটা বাজু, মগবদানা বাজু, ছিপ বাজু।

৩। ডিঙিত পিন্ধে — নাহইল্যাৰা, সিকি ছাব্বা, আদুলি, ধানতবিচ বা কুণ্ঠী, হাসলি, চন্দ্ৰহাৰ, মটৰ মালা, কামৰাঙা (কৰদৈ) মালা, বিস্কুট মালা, ছেকল পুতি মালা।

৪। কাণত পিন্ধে — জোমকা, মাৰকী, মাছিপাত, উন্তি (ফুকা আৰু হেঁচা) বালী, কাণ পাশা।

৫। নাকত পিন্ধে — বিভিন্ন প্ৰকাৰৰ নাক ফুল। যেনে — চিৰ ফুল, তাশ ফুল, কইল্ল্যা ফুল, ছাতি ফুল, তাৰা ফুল, পাণ ফুল, ৰেচ ফুল ইত্যাদি। ইয়াৰ বাহিৰেও নাকত বুল্লাক (পালিশপাত, মুড়ি) আৰু নথ। ফেলা বালী (পানী মেটেকাৰ দৰে)

৬। কঁকালত পিন্ধে — মাঞ্জাৰ গোট।

৭। ভৰিত পিন্ধে — বাঘ খাৰু, বলালা কড়ি, গোল খাইৰে (খাৰু), ভৰিৰ আঙুলিত অংগুট।

৮। চুলিত — চুলগুটি।

৯। কপালত পিন্ধে — সীতাপাটি।

চৰৰ এই গহনা-গাঁঠৰিবোৰক বৈদিক যুগৰ দৰে চাৰিটা ভাগত ভাগ কৰিব পাৰি। যেনে - অভেদ্য, বন্ধনীয়, প্ৰক্ষেপ্য আৰু আৰোপ্য।

**১। অভেদ্য অলংকাৰ** — শৰীৰৰ অংগ ছিদ্ৰ কৰি এইবোৰ গহনা পিন্ধা হয়। চৰৰ গহনা-গাঁঠৰিৰ ভিতৰত অভেদ্য অলংকাৰবোৰ হ'ল কাণ আৰু নাকত পিন্ধা অলংকাৰবোৰ। অৱশ্যে বৈদিক যুগত নাকৰ অলংকাৰ নাছিল। পুৰণি ভাস্কৰ্যবোৰত নাকৰ অলংকাৰ নাই। ভাৰতত মোগলসকলে পোনতে নাক ফুল প্ৰচলন কৰে যদিও ৰাজপুত চিত্ৰতো নাকৰ অলংকাৰ পিন্ধা দেখা যায়। বৰ্তমান ই ভাৰতবৰ্ষত জাতি-ধৰ্ম-নিৰ্বিশেষে জনপ্ৰিয় অলংকাৰ। চৰ অঞ্চলত ইছলাম ধৰ্মাবলম্বী মুছলমান লোকসকলৰ জনবিশ্বাস মতে বিয়াৰ পিছত স্বামী-স্ত্ৰী একেলগে সহবাস কৰিলে যি দূষিত বায়ু নিৰ্গত হয় তাক বিশুদ্ধ কৰে একমাত্ৰ সোণেহে আৰু শ্বাস-প্ৰশ্বাসৰ একেবাৰে প্ৰৱেশদ্বাৰতে নাকৰ লতি, গতিকে নাকত সোণ পিন্ধা বিবাহিতা নাৰীৰ বাবে বাধ্যতামূলক। বিবাহ বাসৰত একো নহ'লেও 'নিকাহ'ৰ বাবে এটা সোণৰ নাকৰ ফুল হ'লেই যথেষ্ট। স্বামীৰ মৃত্যু হোৱাৰ লগে, লগেই তৎক্ষণাৎ নাকৰ ফুল খোলা হয়। চৰৰ সামাজিক জীৱন আৰু ধৰ্মীয় জীৱনত নাক ফুলৰ প্ৰয়োজনীয়তা আৰু ভূমিকা উল্লেখযোগ্য। তলত নাকত পিন্ধা অলংকাৰৰ বিষয়ে বহলাই আলোচনা কৰা হ'ল।

**নাকত পিন্ধা গহনা ঃ** নাকত অলংকাৰ পিন্ধাৰৰ বাবে কন্যা সন্তানক পাঁচ-ছয় বছৰ বয়সতে অৰ্থাৎ কোমল বয়সত আনুষ্ঠানিকভাৱে কিছুমান বিধি নিয়মেৰে সৈতে নাক লতিত ছিদ্ৰ কৰি দিয়া হয়। ইয়াকে "নাক ছিদ্ৰ কৰাইনা" অনুষ্ঠান বোলে। শুক্ৰবাৰক চৰ অঞ্চলত

"আল্লাৰ একডা দিন" বুলি কোৱা হয় আৰু যিকোনো শুভ কাম শুক্রবাৰে কৰে। নাক ছিদ্ৰ কৰা অনুষ্ঠানো গাঁৱৰ নাক-কাণ ছিদ্ৰ কৰা বিশেষ পাৰ্গত মহিলাই দিনৰ আগভাগত পাক পবিত্ৰ (পৰিষ্কাৰ পৰিচ্ছন্ন) হৈ 'পশ্চিম মুহে' (পশ্চিম ফালে) মুখ কৰি লৈ 'সোণামুখী' বেজীৰে এই ছিদ্ৰ বা ফুটা কৰে। নাকৰ ফুটাৰ মাজত সূতা সোমাই দি ঢিলাকৈ গাঁঠি দিয়া হয় যাতে ফুটাটো বন্ধ নহয়। কোনোবাই আকৌ কুহিলা, মিহি শুকান ঠানি বা বাঢ়নীৰ খৰিকাও ফুটাটোত চাপ খোৱাকৈ সুমাই থয়, যাতে ফুটাটো বন্ধ নহয়। ঘাঁ নহ'বৰ বাবে চূণ দিয়ে। নাক বিন্ধোৱাৰ পিছতেই শুকান চাউল ভজা, চিৰা আদি চোবাবলৈ দিয়া হয় বিষ কমিবৰ বাবে। পাঁচ-ছয় দিনলৈকে দালি আৰু টেঙাজাতীয় বস্তু খোৱা নিষেধ। সাত-আঠ দিন যোৱাৰ পিছত কাঠিবোৰ গুচাই ৰূপ বা তামৰ বালী পিন্ধোৱা হয়। তাৰ কিছুদিন পিছতহে নাকৰ পুল পিন্ধোৱাৰ নিয়ম। অসমৰ একমাত্ৰ চৰ এলেকাতেই নাকৰ দুয়োফালৰ দুই লতিত দুই ধৰণৰ ফুল পিন্ধা দেখা যায়। চৰৰ এই নাক ফুলৰ নানা প্ৰকাৰৰ আকৃতি হয়।

(ক) তাৰা ফুল — তাৰা আকৃতিৰে সোণ বা ৰূপৰ মিহি পাত্তিৰে তৈয়াৰ কৰা হয়। ইয়াকে তাৰা ফুল বোলে। সেইদৰে কইল্ল্যা ফুল কেৰেলাৰ দৰে, পাণ ফুল পাণৰ দৰে, ছাতি ফুল ছাতিৰ দৰে, বেচ ফুল ইংৰাজী বৰ্ণৰ 'এছ'ৰ দৰে হয়। আজিকালি অৱশ্যে দেখাত দেখি বিভিন্ন ৰঙৰ 'পাথৰ' ফুলো পিন্ধা দেখা যায়।

(খ) বুল্ল্যাক — নাকৰ সোঁমাজতে ভিতৰ পিনে ছিদ্ৰ কৰি এক ছেঃ মিঃ জোখৰ ঘূৰণীয়া সোণ বা ৰূপৰ এটা বালী (খুলিবৰ বাবে ওপৰৰ ফালে এটা হাকোটা থাকে) তলফালে ওলমি থকাকৈ সৰু মুড়িৰ আকৃতিৰ বা চিৰাৰ দৰে চেপেটা সংলগ্ন থাকে। ইয়াকে বুল্ল্যাক (নোলো) বোলে। মুড়িৰ আকৃতিৰ বাবে কেতিয়াবা অকল মুড়ি, চিৰাৰ দৰে হ'লে চিৰা আৰু বৰফিৰ আকৃতিৰ হ'লে পালিশপাত বুলিও কয়। কেতিয়াবা আকৌ ঘূৰণীয়া দুই ছেঃমিঃ জোখবালীৰ তলৰ পিনে ঘূৰণীয়া সৰু সৰু দানাৰ দৰে (কাউনৰ দানাৰ দৰে) সোণৰ বুল্ল্যাক পিন্ধাও দেখা যায়।

(গ) নথ — নাক ফুল পিন্ধা ফুটাটোতে দুই ছেঃ মিঃ জোখৰ ঘূৰণীয়া বালী (সামৰ্থ্য অনুযায়ী সোণ বা ৰূপৰ) সোঁমাজত নক্সা কাটি নথ তৈয়াৰ কৰে। পিন্ধাৰ সময়ত একাষৰীয়াকৈ পিন্ধা হয়। নথ তিনি প্ৰকাৰৰ। যেনে — (ক) ছিলিমপাতি নথ (খ) জলটোপা নথ আৰু (গ) জলকা নথ। ছিলিমপাতি নথ ছিলিমৰ আকৃতিৰ, টোপা নথ পানীৰ টোপালৰ দৰে আৰু জলকা নথ বাঁহৰ জলঙা গাঁথনিৰ দৰে।

কাণৰ গহনা — নাকৰ দৰেই 'কাণ ছেদাইনে' অনুষ্ঠান পাতি কাণ ছিদ্ৰ কৰে। কাণত পিন্ধিবৰ বাবেও বিভিন্ন প্ৰকাৰৰ অলংকাৰ আছে।

ক) বালী - ঘূৰণীয়া আকৃতিৰ কনিষ্ঠ আঙুলিত সোমাব পৰা জোখৰ বা তাতোকৈ সৰু এফালে হাকোটা থকা সোণ বা ৰূপৰে তৈয়াৰী। কাণৰ তলৰ লতিৰ সোঁমাজত ছিদ্ৰ কৰি পিন্ধে। অকল ছোৱালীৰ ক্ষেত্ৰতেই নহয়, কেতিয়াবা সন্তান নিটিকিলে মানুহৰ সন্তান হ'লে ল'ৰাই হওক বা ছোৱালীয়ে হওক বিধি-নিয়মেৰে সৈতে সোণ বা ৰূপৰ সৰু বালী পিন্ধাৰ নিয়ম আছে। বালী পিন্ধাৰ দুটা অৰ্থ থাকে। এক বহুদিন ধৰি সন্তান নিটিকিলে বা সঘনাই মৃত্যু হ'লে সন্তানৰ দীৰ্ঘায়ু কামনা কৰি এই বালী পিন্ধোৱা হয়। দ্বিতীয়তে বেমাৰ-আজাৰৰ পৰা হাত সাৰিবলৈকো এই বালী পিন্ধোৱা হয়। একেটাই উদ্দেশ্যত ল'ৰাবোৰক সাধাৰণতে বাওঁকাণৰ লতিত বালী পিন্ধায়। আজিকালি অৱশ্যে মতা মানুহে কাণত বালী পিন্ধাটো একেবাৰে কমি গৈছে। কোনো কোনো চৰত দুই-এজনকহে কাণত বালী পিন্ধা দেখা যায়।

(খ) অন্তি — অন্তি (উন্তি) অতি প্ৰাচীন গহনা। বাভা আৰু বড়োসকলৰ পৰা অন্তিৰ ব্যৱহাৰ চৰ এলেকাতো প্ৰচলন হৈছে। বিভিন্ন জাতিৰ সংমিশ্ৰণত কোনটো গহনা বা তাৰ চানেকী কৰ পৰা আহিছে সঠিককৈ কোৱা টান। চৰৰ অন্তি দুই প্ৰকাৰৰ। ফুকা আৰু ছেচা।

(গ) মাৰকী — মাৰকী (মাকৰি) পূৰঠ ডেম ডেউকাৰ গুটি এটা পিটিকি দিলে যেনেকুৱা হয় মাৰকী দেখাত ঠিক তেনেকুৱা। ৰূপেৰে তৈয়াৰ কৰে। চৰ অঞ্চলত বহলভাৱে মাৰকী-প্ৰচলন আছে। চৰৰ বিয়া গীতত এই সম্পৰ্কে আছে —

সাত্তা সাজাইতে আবো কিছু নাগেলো  
বিযুমতি বাইয়ো, ফুলমতি ৰাইয়ো  
সাত্তা সাজাইতে কাণেৰ মাৰকী নাগেলো  
বিযুমতি বাইয়ো, ফুলমতি বাইয়ো।।

(ঘ) জোমকা — জোমকা (ঝুমকা) চবাইৰ সজাৰ দৰে তলত অলপ 'ঝুল-ঝুল' দিয়া থাকে। কাণত পিন্ধিলে দুলি থাকে। ঝুমকাই সম্ভৱতঃ বিহাৰী আগমনৰ কথাকে সূচায়। কাৰণ এই জোমকাৰ ওপৰত এটি গীত চৰ আৰু কায়েম দুয়ো অঞ্চলতে প্ৰচলিত। বিশেষকৈ বিয়াগীতবোৰৰ ভিতৰত।

কাণ মেৰা ঝুমকা দিবো  
কা ভুলাইয়া হো  
ডোমনা ডুমনীৰ বাবা  
গুৱা কাটাইয়া হো।।

(ঙ) মাছিপাত — কাণৰ ওপৰৰ লতিত পিন্ধে। মাখিৰ আকৃতিৰ বাবে ইয়াৰ নাম মাছিপাত। মাছিপাত ৰূপৰ তৈয়াৰী।

(চ) কদমা — কদম ফুলৰ আকৃতিৰ দৰে বাবে ইয়াক কদমা বোলে। কাণৰ সৰু লতিত ইয়াক পিন্ধে। বৰ্তমান ইয়াৰ প্ৰচলন কম।

(ছ) কাণপাশা — কাণৰ লতিত পিন্ধে। যুদ্ধৰ ঢালৰ দৰে বা জাপিৰ দৰে তলত ঝুল দিয়া থাকে। ৰূপেৰে তৈয়াৰ কৰা হয়।

২। বন্ধনীয় গহনা — এইবিধ গহনা বান্ধ দি পিন্ধিব লাগে বাবে ইয়াক বন্ধনীয় অলংকাৰ বোলে। ডিঙি, হাত, বাহু আৰু কঁকালত এই অলংকাৰ পিন্ধে।

ডিঙিত পিন্ধা গহনা —

(ক) ধানতাবিচ বা কুণ্ঠী ঃ- চৰৰ সম্ভ্ৰান্ত পৰিয়ালৰ মহিলাসকলে সোণ বা ৰূপৰ ধানতাবিচ (কুণ্ঠী) পিন্ধা দেখা যায়। ধানৰ আকৃতিৰ দৰে দুই মূৰ অলপ চিয়া। একোটা ধানতাবিচৰ ওজন দুই অনা (১.৪ মিলিগ্ৰাম) এনেকুৱা ৭ বা ৯ টা ধানতাবিচ তৈয়াৰ কৰি তাবিচৰ সোঁমাজত ওপৰৰ পিনে সোণ হ'লে সোণ আৰু ৰূপৰ হ'লে ৰূপেৰে বেৰি দিয়ে। বেৰিৰ সোঁমাজেদি থকা ফুটাৰে ক'লা সূতাৰে এক বিশেষ ধৰণৰ গাঁথনিৰে এক আঙুলিৰ আঁতৰে আঁতৰে গাঁথি নিয়া হয়। দুইফালে দুডাল সূতাৰ মূৰত দুটা গুম্বজৰ দৰে সৰু লটকন থাকে। পিন্ধাৰ সময়ত কৌশলপূৰ্ণ গাঁঠিৰে ডিঙিৰ পিছফালে 'সৰকা' গাঁঠি অৰ্থাৎ সহজে খুলিব পৰা গাঁঠি দি পিন্ধে। ই ডিঙিত লিপিট খাই থাকে।



ধানতাবিজ

বাহুত পিন্ধা গহনা —

(ক) বাজু — সোণেৰে তৈয়াৰ কৰিব পৰা গ'লেও চৰ অঞ্চলত ৰূপৰ বাজুহে অধিক প্ৰচলন। বাহুত লাগি থকাকৈ চেপেটা আকৃতিৰ দুই মূৰ ক্ৰমান্বয়ে চিয়া। দুই মূৰতে গোল আঙুটা বা বেৰি দি 'ক'লা তাগি' (একপ্ৰকাৰ ক'লা সূতা) সেই বেৰিৰ মাজেদি সুমুৱাই এবেগেতকৈ কম দৈৰ্ঘ্যৰ সূতা ওলোমাই সূতাৰ আগত ৰূপৰ লটকন ঠিক ধানতাবিচৰ লটকনৰ দৰে ওলোমাই বাজুত লাগি থকাকৈ গাঁঠি দি পিন্ধে। চৰ অঞ্চলত তিনি ধৰণৰ বাজু পিন্ধে। যেনে — কাটা বাজু, ছিপ বাজু আৰু বওলা বাজু।



তিনি প্ৰকাৰ বাজু

বাজু সম্পৰ্কে বিয়াৰ সময়ত নৈৰ ঘাটৰ পৰা পানী আনোঁতে এইদৰে গায় —

চলগো সখি মনগো সাথী  
জলগো ভৰিতে যাই  
আমাৰ কলসীহেন ভৰি দিও  
গংগা মাও  
আমি হাতেৰ বাজু দিব লো।

কঁকালত পিন্ধা গহনা —

ক) মাজ্জাৰ গোট — ৰূপেৰে তৈয়াৰী। একোখন মাজ্জাৰ গোট ১২-১৬ তোলা ওজনৰ হয়। কঁকালৰ জোখ অনুযায়ী মাজ্জাৰ গোট তৈয়াৰ কৰে। ৫-৬ ডলীয়া হাৰৰ দৰে দুইফালে হাৰবোৰ সংলগ্ন কৰিবৰ বাবে হাৰৰ দুয়োফালে ত্ৰিভুজ আকৃতিৰ ৰূপৰ ছটাৰে সৈতে ত্ৰিভুজৰ ঠিক ওপৰত ৰূপৰ বেৰি বেৰিক আকৌ সংলগ্ন ঢালৰ দৰে নক্সা কটা বৃত্ত থাকে, বৃত্তৰ সোঁমাজত বাহিৰৰ ফালে হাকোটা থাকে। এফালে ঘূৰণীয়া আৰু এফালে ইংৰাজী 'এছ' আখৰৰ দৰে কঁকালত কাপোৰৰ ওপৰত পিন্ধে। আজিকালি এইবোৰ গহনা অপ্ৰচলিত।

৩। প্ৰক্ষেপ্য গহনা — এইবিধ গহনা বন্ধা ছটা কৰিব নালাগে. অংগত সুমুৱাই ল'লেই হ'ল। যেনে - হাতত পিন্ধা খাৰু, ডিঙিত পিন্ধা হাসুলি (হাচলি), ভৰিৰ খাৰু কড়ি ইত্যাদি।

হাতৰ সৰু গাঁঠিত পিন্ধা গহনা — চৰ অঞ্চলত হাতৰ সৰু গাঁঠিক 'আতেৰ কচা' বুলি কয়। হাতৰ সৰু গাঁঠিত তলত দিয়া গহনাবোৰ পিন্ধে। যেনে-

ক) বয়লা ঃ- গোটা ৰূপৰ গোলাকাৰ বা ফোপোলা (২ ছেঃ মিঃ বেৰৰ) দুই মূৰ খোলা এই বয়লা হয়। পিন্ধাৰ সময়ত দুই মূৰ ফাঁক কৰি হাতৰ সৰু গাঁঠিত পিন্ধা হয়।

খ) ঝুৰি খাৰু ঃ- ৰূপ, দস্তা, তাম বা পিতলৰ সাধাৰণ খাৰু, নানা ৰঙৰ কাঁচৰ চুৰিৰ মাজে মাজে এপাতকৈ ঝুৰি খাৰু পিন্ধা দেখা যায়। ৰঙা আৰু সেউজীয়া কাঁচৰ খাৰুৰে অধিক পিন্ধে চৰত। কাঁচৰ চুৰিক চৰ অঞ্চলত 'বাংৰি' বোলে। এহাতত প্ৰায় আধা ডজন ঝুৰি খাৰুৰ লগত এক ডজন বাংৰি পিন্ধে।

গ) মুঠা খাৰু বা চুৰ বা খুচৰীয়া খাৰু — মুঠা খাৰুক কোনো কোনো চৰত 'চুৰ' বুলিও কয়। মুঠা খাৰু বা চুৰ কেবাগাত খাৰুৰ সংযোগ বুলিব পাৰি। খাৰু পাতৰ দুটা ভাগত কব্জা লগোৱা থাকে, পিতলৰ শলাৰে মুখ বন্ধ কৰা হয়। মুঠি মাৰি খাৰুপাত পিন্ধিব লাগে বাবে ইয়াৰ নাম মুঠা খাৰু। সোণাৰীয়ে খুচৰি-খুচৰি অতি শ্ৰমেৰে কাৰুকাৰ্যপূৰ্ণ সূক্ষ্ম বিচিত্ৰতাৰে তৈয়াৰ কৰে বাবে এই খাৰুৰ অইন এটা নাম খুচৰীয়া খাৰু বা 'খুৰচা' খাৰু। ঠিক অসমীয়া গাম খাৰুৰ দৰে। খুচৰীয়া খাৰুবোৰত নানা ধৰণৰ নক্সা যেনে — ডৈ তোলা (নদীৰ ঢৌৰ দৰে), চেল্ল্যা তোলা (ধানৰ শিহৰ দৰে), চিৰ তোলা (নাওঁৰ দৰে) চাপাচুৰ ইত্যাদি।

ডিঙিৰ হাসলি বা হাচলি — হাসলি প্ৰক্ষেপ্য অলংকাৰ। সাধাৰণতে হাসলি ২৪-৩০ তোলা ওজনৰ হয়। গোটা ৰূপৰ চাৰিচুকীয়া, বুকুত শকত, ডিঙিৰ ফালে চিঁয়া। চৰৰ মহিলাসকলে ডিঙিত "ঘেগ" যাতে নহয় তাৰ বাবে হেনো হাসলি পিন্ধে। আচলতে ডিঙিৰ সমতা বা ডিঙি যাতে পোন থাকে তাৰ বাবেও হাচলি পিন্ধিব পাৰে। ঘেগ বা

গলগণ্ড (ডিঙি ফুলা) বেমাৰ পানীত আয়োডিনৰ বাবেহে হয়। হাচলিৰ তলতহে ধানতাবিচ, চন্দ্ৰহাৰ, পুতি মালা পিন্ধে। ই ভাটিৰ ফালৰ অলংকাৰ। বিহাৰতো ইয়াৰ প্ৰচলন আছে। ঝাৰখণ্ডৰ আদিবাসীসকলেও হাচলি ব্যৱহাৰ কৰা দেখা যায়। আজিকালি চৰ অঞ্চলত হাসলি আছে যদিও সেয়া সাঁচতীয়া ধন হিচাপেহে ৰাখিছে। ডিঙিত নিপিন্ধে। তাৰ সলনি 'আদুলি ছাব্বা' পিন্ধে। দুই মূৰ ফাঁক কৰি ডিঙিত লাগি থকাকৈ পিন্ধে। হাসলিৰ দুই মূৰ সাপ বা হাতীৰ সুৰৰ দৰে চিয়া থাকে। কেতিয়াবা ক'লা সূতাত লটকন দিও পিন্ধা দেখা যায়।

**ভৰিত পিন্ধা গহনা** — কড়ি, গোল খাইৰে, বাঘ খাইৰে।

**ক) কড়ি ঃ-** ৰূপৰে তৈয়াৰী। ঘন ঘন বেৰীৰে সংলগ্ন ওজন থকা বন্ধ ছিকল। ভৰিৰ গোবোহাৰ গাঁঠিৰ তলতেই ভৰিৰ ওপৰ ভাগত পৰি থাকে। কড়ি নানা ধৰণৰ হ'ব পাৰে। ভৰিৰ জোখ অনুযায়ী কড়িবো হ্ৰস্ব-দীঘল হয়। ৰূপৰ অভাৱত।

**খ) গোল খাইৰে ঃ-** চৰ অঞ্চলত খাৰুক খাইৰে বুলি কয়। গোল খাইৰে ঘূৰণীয়া ফোপোলা ঢেউকটা। মুখ বন্ধ থাকে। তৈয়াৰ কৰাৰ সময়ত খাৰুৰ ভিতৰত মাহ জাতীয় সৰু গুটি দিয়া হয়। সাধাৰণতে বিয়াত এই খাৰু কইনাক দিয়াটো চৰ অঞ্চলত এক প্ৰকাৰ বাধ্যতামূলক। আগৰ দিনত দুৰ্গম চৰত কইনাই খোজকাঢ়ি গ'লে খাৰুৰ শব্দৰ পৰা কইনাৰ গতি-বিধি জানিব পৰা যায়। ইয়াক ঠেং খাৰু বুলিও কয়। ন কইনাৰ ভৰিৰ ৰুণ-জুন শব্দই যৌৱনৰ মাদকতা সৃষ্টি কৰে। নিজৰ নিজৰ হাতৰ জোখেৰে এই খাৰু তৈয়াৰ কৰা হয়।

**গ) বাঘ খাৰু ঃ-** ভৰিৰ গোবোহাৰ চাৰি আঙুল ওপৰত ইংৰাজী 'ইউ' আকৃতিৰ দৰে দুই মূৰ বাঘৰ ভৰিৰ নক্সাৰে মাজডোখৰ চিয়া কৰি ভৰিত চেপি পিন্ধে। ই বৰ্তমান লুপ্তপ্ৰায়।

ভৰিৰ আঙুলিত ৰূপ, তাম, দস্তা আৰু বাথৰৰ অংগুট পিন্ধা দেখা যায়। মতা মানুহে ভৰিৰ আঙুলিত অংগুট নিপিন্ধে। অকল মাইকী মানুহে ভৰিৰ আঙুলিত ৰূপ বা দস্তাৰ অংগুট পিন্ধে।

**চুল গুটি ঃ-** চৰ অঞ্চলৰ মহিলাই চুলিবোৰক শৃঙ্খলাবদ্ধভাৱে ৰাখিবৰ বাবে জাল ব্যৱহাৰ কৰা দেখা যায়। সাধাৰণতে অবিবাহিত অৱস্থাত অৰ্থাৎ কিশোৰীসকলে এই জালেৰে সম্পূৰ্ণ মূৰটো ঢাকি খোপা বন্ধা দেখা যায়। কেতিয়াবা আকৌ খেজুৰ গছৰ পাতৰ দৰে ঘন ঘন ১১/১২ ডাল বেণী গুঁথি ঘূৰণীয়া ডালি খোপা (চৰত গোবৰ পেলোৱা খৰাহিৰ দৰে) বান্ধি তাৰ চাৰিওফালে দীঘল ৰছিৰ নিচিনাকৈ জালেৰে লটকন (বাজুৰ লটকনৰ দৰেই) গাঁথি খোপাত দিয়ে। ইয়াকে জাল গুটি বোলে। জালগুটিৰ লটকনবোৰ ৰূপৰ হয়।

৪। আৰোপ্য গহনা — ডিঙিত পিন্ধা কণ্ঠহাৰ আৰু ওলমি থকা অলংকাৰবোৰেই আৰোপ্য অলংকাৰ। চন্দ্ৰহাৰ, আদুলি ছাব্বা, মটৰ মালা, কামৰাঙা মালা, বিস্কুট মালা, ছেকল আদি আৰোপ্য অলংকাৰ।

ক) চন্দ্ৰহাৰ — এই পদ গহনা ৰূপৰে তৈয়াৰ কৰা হয়। অৰ্ধ চন্দ্ৰাকৃতিৰ দৰে এইবিধ গহনাৰ আকৃতি। পিন্ধিলে ডিঙিত ধেনুভেৰীয়া হৈ ওলমি থাকে। প্ৰায় ৩২ তোলা এই হাৰৰ ওজন। ব্যয়বহুল বাবে আজিকালি এই হাৰ লুপ্তপ্ৰায়। তাৰ ঠাইত নগৰৰ বিস্কুট মালাই স্থান অধিকাৰ কৰিছে।

**খ) আদুলি ছাব্বা** — আদুলি ছাব্বা সাধাৰণতে ৰূপৰ এটকীয়া বা আধুলি (৫০ পইচা) ওপৰৰ পিনে সোঁমাজত পিতলৰ বেৰী দি তাৰ মাজেৰে ক'লা সূতা দি গাঁথি (ধানতাবিচৰ দৰে) ডিঙিত ওলোমাই পিন্ধে।



আধুলি ছাব্বা

**গ) মটৰ মালা** — ৰূপৰে তৈয়াৰ কৰা হয়। মটৰ মাহৰ দৰে গুটি গুটি নক্সা বাবে ইয়াক মটৰ মালা বোলে। এই মালা বুকুলৈ ওলোমাই পিন্ধে।

**ঘ) কামৰাঙা মালা** - ৰূপৰে তৈয়াৰ কৰে। ইয়াৰ আকৃতি 'কামৰাঙা'ৰ (কৰদৈ) দৰে বাবেই ইয়াক 'কামৰাঙা মালা' বোলে।

**ঙ) বিস্কুট মালা** - ৰূপৰ বিস্কুটৰ আকৃতিত এই মালা তৈয়াৰ কৰে। ডিঙিত ওলোমাই পিন্ধে। আজিকালি বহুলভাৱে প্ৰচলিত এই বিস্কুট মালা।

**চ) ছেকল** - ৰূপৰ তৈয়াৰী।

**ছ) পুতি মালা** - সৰিয়হ গুটিৰ দৰে বিভিন্ন ৰঙৰ পুতি একেলগে গাঁথি ডিঙিত ওলোমাই পিন্ধা হয়।

**সীতাপটি** - সীতাপটি তিনি ডলীয়া হাৰ। তাৰ এডাল হাৰ শিৰৰ মাজ সেঁওতাত আৰু বাকী দুধাৰ হাৰ সেঁওতাৰ দুয়োফালে চুলিৰ কাষেৰে। তিনিওডাল হাৰ একেলগে এডাল তামৰ শলাৰে বা ৰূপৰ শলাৰে খোপাত খুঁচি থোৱা হয়। শিৰৰ তলতে কপালত ওলমি থাকে। কেতিয়াবা জোনৰ দৰেও লটকন থাকে। 'চান-তৰা' থকা লটকন বিয়াৰ কইনাৰ বাহিৰে সীতাপটি কোনেও নিপিন্ধে।

চৰৰ এই গহনা-গাঁঠৰিবোৰৰ চানেকি কৰ পৰা লোৱা হৈছে কোৱা টান। আচলতে গহনা-গাঁঠৰিৰ চানেকীবোৰ প্ৰকৃতিজাত সা-সামগ্ৰীৰেহে অলংকৃত হয়। সেয়েহে চৰৰ নাক ফুলবোৰত পাণৰ পাত, লং গুটি, আকাশৰ তৰা, ফুল, মটৰ মাহৰ দৰে মালা আদিৰ চানেকী দেখা যায়। চৰ অঞ্চলৰ গহনাবোৰত থকা চানেকীবোৰৰ এটা বৈশিষ্ট্য হ'ল। তেওঁলোকে জীৱ-জন্তুৰ আকৃতি থকা গহনা সতকাই নিপিন্ধে। যেনে- সাপগচীয়া, জেঠী নেজীয়া, ময়ূৰপঙ্খী, হাতী শূৰীয়া ইত্যাদি। কাৰণ চৰৰ মানুহবোৰ ইছলামধৰ্মী হোৱা বাবে তেওঁলোকৰ বিশ্বাস-গহনা-গাঁঠৰি বা কাপোৰ-কানিত জন্তুৰ ছবি বা চানেকী থাকিলে নামাজ শুদ্ধ নহয়। কাৰণ ইছলামত মূৰ্তি পূজা নাই। অকল চৰ অঞ্চলৰে নহয় বিশ্বৰ সকলো ইছলাম ধৰ্মাৱলম্বী লোকেই মূৰ্তি থকা গহনা বা কাপোৰ পিন্ধি নামাজ আদায় নকৰে। সি যি কি নহওক, গহনা গাঁঠৰিৰ চানেকীবোৰ কৰ পৰা লোৱা হৈছে সতকাই কোৱা টান; তথাপি কিছুমান গহনাৰ চানেকীৰ মিল থকা দেখা যায়। যেনে - চৰ অঞ্চলৰ আদুলি ছাব্বাৰ সতে ভাৰতৰ হিমাচল প্ৰদেশৰ মুদ্ৰাৰ মালাডাল একে। সেইদৰে আৰবৰ সৰু সৰু সোণৰ মুদ্ৰাৰ ওপৰত আৰবী লিপিৰে আল্লাৰ ৯৯ নাম লিখা (ইয়া আল্লাহ, ইয়া ৰাহমানু...........) এক প্ৰকাৰ মালা মহিলাসকলে পিন্ধা দেখা যায়। আজিকালি বজাৰত ব্লেক মেটেলৰ আৰবী লিপি লিখা মুদ্ৰাৰ দৰে মালা কিনিবলৈ পোৱা যায়। সম্ভৱতঃ ব্যৱসায়-বাণিজ্য আৰু সংস্কৃতিৰ বিনিময়ৰ ফলত গহনা-গাঁঠৰিৰ চানেকীবোৰ এক প্ৰান্তৰৰ পৰা অইন প্ৰান্তলৈকে সিঁচৰতি হৈ পৰে। চৰ অঞ্চলৰ বিস্কুট মালা পূৰ্ব বংগৰ চানেকী গঢ়া। মুঠি খাৰু, চন্দ্ৰহাৰ অসমীয়া গহনাৰ চানেকী। সেইদৰে হাচলি বা হাসলি বিহাৰত প্ৰচলন আছে। আনহাতে জনজাতীয় গহনাৰ চানেকীৰে সজা নতুন চানেকীৰ গহনা। জনজাতীয়, অজনজাতীয় অলংকাৰৰ সু-সমন্বয়ে আজি গহনা-গাঁঠৰিবো মিশ্ৰণ ঘটাইছে। কোনটোৰ পৰা কোনটো লোৱা হ'ল কোৱা সিমান উজু নহয়। চৰ অঞ্চলত পিন্ধা চুল গুটি আৰু মূৰৰ চুলিত গুজি দিয়া কাটা বা শলাডাল লাডাখৰ তিৰোতাই মূৰৰ চুলিত পিন্ধা কাঁটাডালৰ স'তে একে। আচৰিত কথা যে আয়াৰলেণ্ডতো সেই একে কাঁটা চুলিত গুজে। জালগুটিৰ লটকন বাদ দি জালেৰে চুলি বান্ধে, কিন্তু খোপাৰ দৰে নহয় ওলোমাই দিয়ে জালখিনি কান্ধলৈকে। সেইদৰে চৰ অঞ্চলৰ মাঞ্জাৰ গোটৰ স'তে ৰোমৰ Singulam (চংগুলাম) গহনাৰ মিল আছে (The Art Man by Raymond S. Stites Page 149, Fig. 122 dbe)

সি যি কি নহওক, চৰ অঞ্চলৰ গহনা-গাঁঠৰিবোৰ অকল দেহসজ্জাৰ নহয়, সম্পত্তি বিশেষ। ই চৰ অঞ্চলৰ মহিলাৰ বাবে সাঁচতীয়া ধন। দেহত ধাৰণ কৰোঁতেও চলন্ত বেংক। যেতিয়া মন যায় অভাৱত বন্ধকত থৈ বা বেচি হাত খৰচৰ ধন উলিয়াব পাৰে। চৰ অঞ্চলৰ এই গহনা-গাঁঠৰিবোৰ নিৰ্মাণ কৰা সকলো শিল্পী ধুবুৰীৰ পৰা শদিয়ালৈকে ১৬১১ খন চৰৰ এই শিল্পক জীয়াই ৰাখিবলৈ হ'লে চৰকাৰী বা বেচৰকাৰীভাৱে হ'লেও এই উদ্যোগ অনুষ্ঠান গঢ়ি তোলা আৰু পুৰণি লুপ্তপ্ৰায় গহনাবোৰ সংৰক্ষণ কৰি ৰাখি তাৰ চানেকীৰে সোণ-ৰূপৰ নহ'লেও বেলেগ-বেলেগ ধাতুৰ গহনা তৈয়াৰ কৰি প্ৰসাৰণ ঘটাবলৈ চেষ্টা কৰা উচিত। চৰ অঞ্চলৰ এই গহনা-গাঁঠৰিবোৰ যাতে সময়ত বিলুপ্ত নহয় তাৰ বাবেই ওপৰত উল্লেখ কৰা ব্যৱস্থাবোৰ হাতত ল'ব লাগে। বৃহৎ অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়াত গহনা-গাঁঠৰিবোৰবো সাংস্কৃতিক অৰিহণা নিশ্চয় আছে।

টোকা ঃ-

১ অনা = ০.৭ মিলিগ্ৰাম।

১ তোলা = ১১.৬৫০ মিলিগ্ৰাম।

**গহনা-গাঁঠৰিসমূহ যে কেৱল নাৰীৰ মাজতে সীমাবদ্ধ তেনে নহয়, পুৰুষেও সমানে সিবোৰৰ ব্যৱহাৰ কৰিছিল। আহোম স্বৰ্গদেউসকলৰ দিনত কাণত আৰু ডিঙিত পুৰুষে গহনা পৰিধান কৰাৰ উদাহৰণ পোৱা যায়। কিন্তু পুৰুষ আৰু নাৰীৰ গহনাৰ মাজত অনেক পাৰ্থক্য পৰিলক্ষিত হয়। পুৰুষৰ ডিঙিৰ গহনাৰ ভিতৰত মতামণি, বিৰি আৰু মগৰদানা আৰু কাণৰ গহনাৰ ভিতৰত লোকাপাৰ আৰু কেৰু আছিল বিশেষ আৰু বহুলভাৱে প্ৰচলিত। ইয়াৰ উপৰি পুৰুষে আঙুলিত আঙঠি, হাতত গামখাৰু, কাণত কুণ্ডল পৰিধান কৰাৰো উমান পোৱা যায়।**

**যদিও আদিতে পুৰুষ আৰু নাৰীৰ অলংকাৰৰ মাজত যথেষ্ট পাৰ্থক্য আছিল, সময়ৰ সুদীৰ্ঘ পথ পৰিক্ৰমাত সিবোৰৰ মাজত পাৰ্থক্যৰ সীমাৰেখাডাল মোহাৰ খাই নোহোৱা হ'লগৈ। পুৰুষৰ আ-অলংকাৰে সময়ৰ পাৰে ঘাটে সাজ সলাই নাৰীৰ দেহতহে শোভা বঢ়াবলৈ ধৰিলে।**



# হাতীধৰা সংস্কৃতি আৰু মোৰ অভিজ্ঞতা

## পাৰ্বতী বৰুৱা

অসম দেশখন যে কেৱল এশিঙীয়া গঁড় বা এক খড়্গ গঁড়ৰ বাবেই বিখ্যাত এনে নহয়। ইয়াৰ প্ৰাকৃতিক সম্পদ আৰু বিশেষকৈ বন্যপ্ৰাণীৰ বৈচিত্ৰ্যৰ কথা সৰ্বজনবিদিত। অসমত বিভিন্ন ধৰণৰ বন্যপ্ৰাণীৰ ভিতৰত হাতী অন্যতম। এই দেশৰ ভৌগোলিক অৱস্থান, জলবায়ু, বনাঞ্চলৰ বৈচিত্ৰ্য হাতীৰ জীৱন-ধাৰণৰ বাবে বিশেষ উপযোগী। সম্ভৱতঃ সেই কাৰণতেই অসমৰ হাবি-বননিত হাতীৰ অবাধ বিচৰণ সম্ভৱপৰ। অসমৰ মানুহেও হাতীক মৰমিয়াল প্ৰাণী হিচাপে গণ্য কৰে আৰু হাতীৰ বিষয়েও বহুত কথা জানে।

আজি বহু যুগৰ আগৰে পৰাই অসমত বনৰীয়া হাতীক ঘৰচীয়া কৰি মানুহৰ বিভিন্ন কামত ব্যৱহাৰ কৰি অহা হৈছে। মহাভাৰতৰ যুদ্ধত বীৰ ভগদত্তই প্ৰশিক্ষণপ্ৰাপ্ত হস্তীবাহিনী লৈ যুদ্ধত যোগদান কৰাৰো উল্লেখ আছে। অৱশ্যে সময়ৰ লগে লগে বনৰীয়া হাতীক ধৰি আনি ঘৰচীয়া কৰাৰ পদ্ধতিৰ কিছু সাল-সলনি ঘটিছে। হাতী ধৰা আৰু তাক বশ কৰি ঘৰচীয়া কৰা কামটো পিছে যথেষ্ট কঠিন আৰু তাৰ বাবে প্ৰয়োজন অত্যন্ত সাহস, কৌশল আৰু বুদ্ধিৰ। এই কথাও অনস্বীকাৰ্য যে এই দক্ষতা আৰু কৌশল অতি কম সংখ্যক মানুহৰ মাজতেই সীমাবদ্ধ। হাতী ধৰা আৰু তাক "বশ" কৰা কামটো যথেষ্ট কষ্টদায়ক আৰু বিচিত্ৰ।

এই বিশাল প্ৰাণীক অৰণ্যৰ পৰা ধৰি আনি পোহনীয়া কৰাটো এক ডাঙৰ কলা বুলিও ক'ব পাৰি। হাতীৰ লগত অসমীয়া জন-সংস্কৃতিৰ এক ওতপ্ৰোত সম্পৰ্ক আমি দেখিবলৈ পাওঁ। অসমৰ সংস্কৃতিত - বিশেষকৈ কবিতা, গান আৰু লোক কথাতো হাতীৰ উল্লেখ সদায়ে পোৱা যায়। বিশেষকৈ অসমৰ পশ্চিম অঞ্চলত গোৱালপৰীয়া লোক-সংস্কৃতিত হাতীৰ উল্লেখ বাৰুকৈয়ে দেখিবলৈ পোৱা যায়। হাতী ধৰা, হাতীক গান শুনাই ঘৰচীয়া কৰা, হাতীৰ মাহুত, কান্দিৰ জীৱন-ধাৰাৰ বিভিন্নতাৰ বৰ্ণনা গোৱালপৰীয়া লোক-সংগীতৰ এক অবিচ্ছেদ্য অংগ স্বৰূপ।

পশ্চিম অসমৰ (অবিভক্ত গোৱালপাৰা জিলা) হাতী ধৰাৰ ইতিহাসো বহু পুৰণি। গৌৰীপুৰৰ জমিদাৰীৰ পুৰণি নথি-পত্ৰৰ পৰা এই কথা প্ৰতীয়মান হয় যে ঊনবিংশ শতাব্দীৰ আৰম্ভণিৰ পৰাই এই এলেকাত হাতী ধৰাৰ কাম আৰম্ভ হৈছিল। সেই সময়ত গৌৰীপুৰৰ জমিদাৰে ভুটানৰ মহাৰজাৰ পৰা হাতীৰ 'মহল' ইজাৰা লৈছিল আৰু তাৰে কিছু অংশ নিজৰ বাবে ৰাখি থৈ বাকী অংশ বেলেগ কুনকীদাৰক ইজাৰা দিছিল। বৃটিছ চৰকাৰৰ এলেকা সমূহতো গৌৰীপুৰ, বিজনী আৰু অন্য কুনকীদাৰসকলে মহল ইজাৰা লৈছিল। মোৰ পিতৃদেৱ ৰাজকুমাৰ প্ৰকৃতিশ চন্দ্ৰ বৰুৱা (লালজী)ৰ পৰা শুনিছিলো যে দিল্লীৰ দৰবাৰত 'খাজনা'ৰ লগত হাতীও দিয়া হৈছিল। অৱশ্যে এই বিষয়ে কোনো লিখিত নথি-পত্ৰ আজিলৈকে মোৰ হাতত পৰা নাই। জমিদাৰীৰ পুৰণি কাগজ-পত্ৰৰ পৰা সেই সময়ৰ হাতী ধৰাৰ আৰু হাতীৰ ৰক্ষণাবেক্ষণৰ বিষয়ে বহুতো কথা জানিব পাৰিছো।

মোৰ জন্ম গৌৰীপুৰ ৰাজ-পৰিয়ালত। মোৰ পিতৃ ৰাজকুমাৰ প্ৰকৃতিশ চন্দ্ৰ বৰুৱা আৰু মোৰ মাতৃ শ্ৰীযুতা বীণা বৰুৱা। আমাৰ পৰিয়ালৰ বিষয়ে অসমৰ মানুহে কম-বেছি পৰিমাণে হ'লেও জানে। হাতী ধৰা আৰু হাতীৰ ৰক্ষণাবেক্ষণ আমাৰ পৰিয়ালত কেবা পুৰুষ ধৰি চলি আহিছে। হয়তো তেনে কাৰণতেই ময়ো সেই পৰম্পৰা ৰক্ষা কৰি মোৰ সাধ্য অনুযায়ী হাতীৰ ৰক্ষণাবেক্ষণৰ কাৰ্যতেই নিজকে নিযুক্ত কৰিছোঁ। মোৰ পিতৃদেৱৰ নিচা আছিল হাবি-বননিত ঘূৰি ফুৰা। অসমৰ নিচিনা ঘন আৰু ডাঠ হাবিত হাতীয়েই আছিল একমাত্ৰ উপযোগী বাহন। আমাৰ ঘৰত বহুত হাতী আছিল আৰু মই অতি সৰুকালৰ পৰাই হাতী সম্পৰ্কে নানান জ্ঞান আহৰণ কৰিছিলোঁ। সৰুৰে পৰা মোৰ পিতৃদেৱৰ মুখত পুৰণি হাতী চিকাৰৰ বিভিন্ন গল্প শুনি শুনি মোৰ সত্তাৰ মাজত সদায় হাতীকেই উপলব্ধি কৰিছিলোঁ আৰু সময়ৰ লগে লগে মই মোৰ পিতৃদেৱৰ পৰা হাতী ধৰা, হাতীক পোহ মনোৱা, হাতীৰ বেমাৰ আৰু তাৰ ঔষধ, আৰু হাতীৰ ৰক্ষণাবেক্ষণ সম্পৰ্কে বিভিন্ন জ্ঞান আহৰণ কৰি এই কামতেই নিজকে নিয়োজিত কৰিলোঁ।

আমাৰ হাতীধৰা 'ধূৰা'বোৰ (Camps) আন আন ধূৰাতকৈ কিছু বেলেগ ধৰণৰ আছিল। হাতী ধৰিবলৈ জঙ্গললৈ যোৱাৰ আগৰে পৰা এক বিশেষ প্ৰস্তুতি-পৰ্বৰ বিৱৰণ পোৱা যায়। গোৱালপৰীয়া লোকগীততো এই প্ৰস্তুতি-পৰ্বৰ বিৱৰণ পোৱা যায়। হাতী ধৰিবলৈ যোৱাৰ আগতেই দিন-বাৰ চাই এটা দিন স্থিৰ কৰা হয় আৰু পূজা-সেৱা কৰি যাত্ৰাৰ আৰম্ভণি কৰা হয়। হাবিৰ মাজত উপযুক্ত ঠাই বিচাৰি 'ধূৰা' পতা হয় আৰু প্ৰথমেই কুলদেৱী মহামায়াৰ আৰাধনা কৰি বিভিন্ন দেৱ-দেৱীৰ প্ৰতি সেৱা জনাই সকলোৰে কামৰ বাবে প্ৰস্তুত হয়।

মোৰ আজিও মনত পৰে ভাদ মাহ পৰাৰ লগে লগেই বিভিন্ন ঠাইৰ পৰা "ফান্দি"সকলৰ আহ-যাহ আৰম্ভ হয় গৌৰীপুৰত 'পিলখানা' (Elephant stable) লৈ। ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰ, উত্তৰ পাৰ, গৌৰীপুৰৰ দাঁতি কাষৰীয়া অঞ্চলৰ আৰু খোদ গৌৰীপুৰৰ ফান্দি আহি আমাৰ ঘৰত লগ হৈছিল। ইয়াৰ ভিতৰত কেইজনমান 'বড় ফান্দি'ও আছিল। যেনে - কৃষ্ণ বড়ফান্দি, থানুৰাম বড়ফান্দি ইত্যাদি। মোৰ পিতৃদেৱৰ সৈতে তেওঁলোকে হাতী ধৰাৰ মহল ক'ত কেতিয়া হ'ব সেই বিষয়ে সকলো খা-খবৰ লৈ নানা আলোচনা কৰিছিল। তাৰ পিছত তেওঁলোকৰ পছন্দ অনুযায়ী 'কুনকী' (Trained Elephant)ৰ নাম জনাইছিল। মোৰ পিতৃদেৱে তেওঁলোকৰ কথা-বতৰা শুনি কিছু অদল-বদল কৰি অনুমোদন দিছিল আৰু তেওঁলোকেও নিজ নিজ কুনকীৰ আলপৈচান ধৰাত ব্যস্ত হৈ পৰিছিল।

ইয়াৰ পিছতেই আহি পৰিছিল ৰছী - দড়ি তৈয়াৰ কৰাৰ এক বিৰাট পৰ্ব। ইয়াৰ ভিতৰতেই হাতীৰ মহলৰ সঠিক খবৰো আহি গৈছিল। কিমান ধৰণৰ যে ৰছী তৈয়াৰ হৈছিল, তাৰ নামো আছিল বিভিন্ন ধৰণৰ। যেনে - ঝটকা, বান্ডা, কাচৰশা, ঘাসৰশা, দুলসী বা গলসী, ৰিকাব, ফাড়া আৰু সৰ্বশেষত আচল ৰছী - 'ফান্দ'। এই 'ফান্দ' দি তেওঁলোকে হাতী ধৰিছিল। ফান্দ তৈয়াৰ কৰিবলৈকো দিন-বাৰ চোৱা হৈছিল আৰু ইয়াৰ নীতি-নিয়মো আছিল বেছ কঠিন। শুভবাৰ চাই ৰাতিপুৱা গা ধুই কুলদেৱী শ্ৰীশ্ৰীমহামায়াৰ নাম লৈ ফান্দ তৈয়াৰ কৰিবলৈ আৰম্ভ কৰিছিল আৰু কাম শেষ নোহোৱা পৰ্যন্ত উপবাসে কটাইছিল। এই নিয়মটো অৱশ্যে মই আমাৰ পিলখানাতেই দেখিছো।

দুৰ্গা পূজাৰ দশমীৰ দিনা সন্ধিয়াপৰত যাত্ৰা-পূজা হৈছিল। অস্ত্ৰ-শস্ত্ৰৰ সৈতে হাতীৰ সাজ আৰু ৰছী - দড়িৰো পূজা হৈছিল। আমাৰ কুল-পুৰোহিতে মোৰ পিতৃদেৱক হাতীৰে সৈতে যাত্ৰা - পূজা কৰাইছিল। গৌৰীপুৰত দুৰ্গাপূজাক 'যাত্ৰা-পূজা'ও কোৱা হয়। এটা খৰালি মাহৰ ধূৰা ছয়মাহ চলিছিল। পিতৃদেৱৰ সৈতে আমি ঘৰৰ সকলোৰে এই ছমাহ কেম্পতেই কটাইছিলো। এই জীৱন একেবাৰে বন্যজীৱন। চহৰৰ কোনো নিয়মৰ বন্ধন নথকা মুক্ত জীৱন। এই জীৱনৰ আমোদ আৰু আমেজ বিশেষ ধৰণৰ। প্ৰকৃতিৰ এই শান্ত পৰিৱেশত কোনো উদ্বিগ্নতা নাছিল — মানৱ-সমাজৰ একেবাৰে বিপৰীত আছিল এই পৰিৱেশ। শিক্ষাৰ বাবে ইয়াতকৈ ভাল পৰিৱেশ ক'তোৱেই নাছিল। প্ৰকৃতিৰ বিশ্ববিদ্যালয়ৰ কোনো বাধ্য-বাধকতা বা নিয়মো নাছিল। ধূৰাৰ অস্থায়ী ব্যৱস্থাৰ মজা আছিল বেলেগ ধৰণৰ — তুলনা বিহীন।

হাতী যাত্ৰা কৰি ধূৰাত গৈ দুদিনমান হাতীৰ বিশ্ৰাম। বিভিন্ন জনে বিভিন্ন কামত ব্যস্ত। কিছু মানে থকাঘৰ (খেৰৰ ঘৰ) সজাত ব্যস্ত আৰু মাহুত আৰু ফান্দিসকলে নিজৰ নিজৰ কুনকী হাতীৰ সেৱাত ব্যস্ত। ইয়াৰ পিছত আহে জঙ্গল অভিমুখে যাত্ৰা কৰাৰ দিন। সেই দিনটো আগদিনা সন্ধিয়া "ধূনী"ৰ (Camp-fire) কাষত বহি মোৰ পিতৃদেৱৰ সৈতে ফান্দিসকলে গভীৰ আলোচনা কৰা দেখা পাইছিলো। সকলো যা-যোগাৰ লৈ ধলপুৱাতে জংঘললৈ হাতী ধৰাৰ উদ্দেশ্যে যাত্ৰা কৰিছিল। আমি ধূৰাত থকাসকলে উদ্‌গ্ৰীৱ হৈ ৰৈ থাকো কেতিয়ানো খবৰ আহে হাতী ধৰা পৰাৰ। যেতিয়া সেই বহু প্ৰতীক্ষিত ক্ষণটো উপস্থিত-যে হাতী ধৰা পৰিছে, তেতিয়া ধূৰাত এক আনন্দ উৎসৱৰ সৃষ্টি হৈছিল। বন্দুকৰ আৱাজ, ফটকা ফুটাই কুলদেৱী মহামায়াৰ জয়ধ্বনিৰে ধূৰাৰ আকাশ-বতাহ মুখৰিত হৈ পৰিছিল। এনেকুৱা পৰিৱেশ মই আন কোনো ধূৰাত দেখা নাই। এয়া গৌৰীপুৰৰ হাতী ধূৰাৰ এক বৈশিষ্ট্য। নতুনকৈ ধৰা হাতী যেতিয়া ধূৰা আহি পাইছিল তাক বান্ধিবলৈ বিশেষ আয়োজন কৰা হৈছিল। হাতীক ভালদৰে বান্ধি লৈ সন্ধিয়াপৰত গান গাই নতুন ধৰা হাতীটোৰ গাত হাত ফুৰাই আৰু জুই দেখাই তুষ্ট কৰাৰ প্ৰথম পৰ্ব আৰম্ভ হৈছিল। বনৰীয়া হাতীটোৱে প্ৰথমতে নিজকে বন্ধনমুক্ত কৰিবলৈ যথেষ্ট ব্যৰ্থ প্ৰয়াস কৰে, কিন্তু মানুহৰ ওচৰত সি হাৰ মানে। অৱশ্যে মানুহে হাতীক ধৰি আনি যথেষ্ট মৰম-চেনেহেৰে পোহ মনাবলৈ চেষ্টা কৰে। ধানখেৰ নাইবা গছৰ পাতেদি তাৰ গোটেই শৰীৰত হাত ফুৰায় আৰু লগে লগে গান গাই গাই মানুহৰ কণ্ঠস্বৰ আৰু স্পৰ্শৰ সৈতে পৰিচিতি ঘটোৱাৰ চেষ্টা চলে। মানুহৰ লগত চিনাকি হোৱাটো অত্যন্ত প্ৰয়োজন। কাৰণ মানুহেই তাক বাকী জীৱন পৰিচালনা কৰিব বা মানুহৰ লগতেই তাৰ বাকী জীৱন কটাব লাগিব। প্ৰথমে 'আল্লা ৰছুলৰ' নাম লৈ গান আৰম্ভ হয়। হস্তীৰ কন্যা, ঘস্ ঘসনা ৰে ভাই, ইত্যাদি ইত্যাদি গোৱালপৰীয়া গান গোৱা হয়। লগতে মাহুত - ফান্দি-সকলে নিজ নিজ আনন্দ-দুঃখ, বেদনা, আবেদন-নিবেদন গানৰ মাধ্যমেৰে হাতীক বুজাবলৈ চেষ্টা কৰে। এই গীতবোৰে ঈশ্বৰ আল্লা ৰছুল সকলোকে সামৰি লয় — কিয়নো সকলো একে মালিকৰ সন্তান। বিভিন্ন ধৰ্মাৱলম্বী মানুহে এই হাতী চিকাৰত কাম কৰে বাবেই এই সমন্বয়।

মোৰ বেছ ভালদৰেই মনত আছে যিদিনা মাহুত ফান্দিসকলে হাতী ধৰিবলৈ যায় সিদিনা ৰাতি নৌ-পুৱাওঁতেই উঠি গা-পা ধুই কুনকী হাতীক গা ধুৱাই সকলো যা-যোগাৰ বান্ধি লৈ দেউতাৰ ওচৰত বিদায় লবলৈ আহে। কাৰণ এই চিকাৰ সঁচাকৈয়ে অতি বিপজ্জনক। জংঘলৰ ভয়াৱহতাৰ মাজত নিজৰ জীৱন লৈ এটা খেলাহে। বাৰিষা শেষ হোৱাৰ লগে লগে ফান্দি আৰু চিকাৰী মাহুতসকলে ঘৰত থাকিব নোৱৰা হয়। অৰণ্যৰ দুৰ্বাৰ আকৰ্ষণত তেওঁলোকে ঘৰ এৰে। মাক, দেউতাক, বাই, ভনী, যুৱতী-স্ত্ৰী, সন্তান আদি কোনো বন্ধনেও তেওঁলোকক বান্ধি ৰাখিব নোৱাৰে। তেওঁলোক গৈ উপস্থিত হয় মহলৰ মালিকৰ ঘৰত। এই আকৰ্ষণ ভাষাৰে প্ৰকাশ কৰিব নোৱাৰি। মোৰ দেউতায়ো জংঘলৰ এই আহবান এৰাব পৰা নাছিল। ময়ো পৰা নাই। অৰণ্যৰ মাজত কিমান কষ্ট সহ্য কৰিব লগীয়া হয়, তথাপিও যি আনন্দ পাওঁ সেয়া অতি নিৰ্মল আনন্দ, তাৰ সঁচাকৈয়ে তুলনা নাই।

ধূৰাৰ পৰা মাউত - ফান্দিসকলে যাত্ৰা কৰি ঘন অৰণ্যত প্ৰৱেশ কৰে আৰু হাতীৰ দলৰ সন্ধান পাবলৈ সেই দলৰ পাছ লৈ দলত কিমান হাতী আছে, সাহানীয়া গুন্ডাটো (Herd bull) "মাকনা" (Tuskless male) নে 'দঁতাল' (Tusker) নে 'একদন্তা' (one tusk tusker) - তাৰ মেজাজ কেনে ধৰণৰ, 'ভাট্টি' বা 'মত্তী' (Musth)ত আছে নে নাই আগতে এই 'সাহান' (Herd)ৰ পৰা হাতী ধৰা হৈছে নে নাই সকলো আলোচনা নিজৰ মাজত কৰি লয়। এটা হাতী চিকাৰৰ দলত চাৰি - পাঁচটা কুনকী আৰু তাত বিভিন্ন বয়সৰ বিভিন্ন ধৰ্মাৱলম্বী মাহুত - ফান্দি থাকে। তেওঁলোকৰ মাজত আলোচনাৰ পিছতে স্থিৰ হয় কৰ্মপন্থা। আমি যেতিয়া হাবিৰ মাজত কাম কৰিবলৈ যাওঁ, তেতিয়া সকলোৱে সকলোৰে বিপদ-আপদৰ সমভাগী। এইটো আমাৰ এটা বিশেষ নিয়ম আছিল। অৰণ্যৰ পৰা বাহিৰত হয়তো মতৰ অমিল বা শত্ৰুতা বা কাজিয়া থাকিবও পাৰে কিন্তু অৰণ্যৰ মাজত ভৰি দিয়াৰ লগে লগে সকলো পাহৰি সকলোৱে এক হৈ পৰো। আনকি জাতিভেদো ইয়াত নাথাকে। আমাৰ পিলখানাত হিন্দু,

মুছলমান উভয় সম্প্ৰদায়ৰে মানুহ আছিল আৰু আছে — কিন্তু কোনো বৈষম্য নাই। ইয়াত সকলো সমান। এফালে যেনেদৰে 'মহাকাল', 'কালী', 'গণেশ', 'সাত শিকাৰী', 'থল ডাঙৰীয়া'ৰ থান আছে আনহাতে মাহুতপৰীৰো থান আছে। জাতি-ধৰ্ম নিৰ্বিশেষে হাতীৰ সমাজৰ মানুহে সকলোৰে পূজাভাগ আগ বঢ়ায়। যি মুখেৰে হৰিৰ নাম লোৱা হয় সেই মুখে আল্লাৰ নামো লোৱা হয় — সাম্প্ৰদায়িক সম্প্ৰীতিৰ এনে উদাহৰণ সঁচাকৈয়ে বিৰল।

ইষ্ট দেৱতাৰ নাম স্মৰণ কৰি হাতী ধৰাৰ বাবে সকলোৰে প্ৰস্তুত হয় আৰু সাহানৰ গতি-বিধি লক্ষ্য কৰি তেওঁলোকে সাহানৰ (দল বা herd) মাজত সোমাই পৰে। হাতীৰ সাহান দেখা পোৱাৰ লগে লগে শৰীৰ আৰু মন ৰোমাঞ্চিত হৈ পৰে। হাতী ধৰাৰ উত্তেজনা প্ৰবল হৈ পৰে — তেতিয়া বিপদৰ কথাও মনলৈ নাহে। লক্ষ্যত উপনীত হোৱাটোৱেই অদম্য উৎসাহ। মেলা চিকাৰত সাধাৰণতে সৰু হাতী ধৰা হয়। উচ্চতাত ৭½ ফুটতকৈ ডাঙৰ হাতী হ'লে জংঘলৰ পৰা আনোঁতে আৰু শিকাওঁতে বেছ কষ্ট হয়। মৃত্যুৰ হাৰো (Mortality rate) ডাঙৰ হাতীৰ বেছি। সৰু হাতী ধৰিলে এইবোৰ অসুবিধা নহয়। বনৰীয়া হাতী ধৰি যেতিয়া মাউত আৰু ফান্দিসকলে ধূৰালৈ উভতি আহে তেতিয়া তেওঁলোকৰ মুখত বিজয়ৰ উল্লাস। বীৰৰ দৰেই সন্মান পায় তেওঁলোকে। সৰুতে এই মাহুত ফান্দিসকলক বীৰৰ দৰে সন্মান প্ৰদৰ্শন কৰা দেখি আচৰিত হৈছিলো মই। পৰৱৰ্তী জীৱনত যেতিয়া মই নিজে হাতী ধৰি ধূৰালৈ উভতিছিলো, তেতিয়া মনত ভাব হৈছিল সঁচা এয়া এক দুঃসাহসিক কাম - বীৰৰ দৰে সন্মান পোৱাটো তেওঁলোকৰ প্ৰাপ্য।

হাতী ধৰাৰ নানা পদ্ধতি আৰু কৌশল পুৰণি কালৰ পৰাই চলি আহিছে। অৱশ্যে ইয়াৰ ভিতৰত ভাৰতৰ উত্তৰ - পূৰ্বাঞ্চলত মেলা চিকাৰ আৰু খেদা চিকাৰেই অন্যতম। বাকীবোৰ পদ্ধতি আগতেই লুপ্ত হৈছে। আজিকালি নানা কাৰণত আমাৰ ইয়াতো খেদা চিকাৰো লুপ্তপ্ৰায়। মেলা আৰু খেদা দুটা চিকাৰ দেখাৰ সৌভাগ্য মোৰ হৈছে।

খেদা চিকাৰ দুই প্ৰকাৰৰ — (১) পুং গড় আৰু (২) দন্ডি গড়। গড় (stockade) মানে হৈছে গড়াল। অৰণ্যৰ মাজত লুনীয়া মাটিৰ পুং (saltl ick) থাকে আৰু তালৈকে অহা-যোৱা কৰা হাতীৰ দল ধৰিবলৈ যি গড় নিৰ্মাণ কৰা হয় তাকেই পুং গড় বোলা হয়। এই লুণীয়া মাটিত কিছু ৰাসায়নিক পদাৰ্থ যেনে গন্ধক, লোণ আদি থাকে। এই লুণীয়া মাটিৰ মাজত বিশেষ গুণ থাকে যি বন্যপ্ৰাণীৰ ৰোগ নিৰাময় কৰাত সহায় কৰে। হাতীৰ বাহিৰেও এই ঠাইলৈ ম'হ বনৰীয়া গৰু (Gaur), গহু, বাঘ আদি বিভিন্ন বন্যপ্ৰাণীও আহে। হাইঠা, পৰ্যূমা আদি বিভিন্ন চৰাইৰো সমাৱেশ হয়। অৰণ্যৰ মাজত পশু চিকিৎসক নাই, সেইবাবে জীৱ-জগতৰ সু-স্বাস্থ্যৰ বাবে এই পুংবোৰ ঈশ্বৰৰে সৃষ্টি। অকল সেয়াই নহয়, প্ৰাণীৰ ঔষধ চিনি পোৱাৰ জ্ঞানো যেন ঈশ্বৰে প্ৰদান কৰিছে। Nature - cure বুলিয়েই ক'ব পাৰি। 'পুঙ'ত হাতীৰ চাহান আহিলে তাক খেদি লৈ গড়ত সুমুৱাই দিয়াটোৱেই পুং গড় পতাৰ উদ্দেশ্য।

দ্বিতীয় পদ্ধতি হ'ল — "দন্ডি গড়"। অৰণ্যৰ মাজত যিবোৰ পথেৰে হাতী অহা-যোৱা কৰে সেইপথৰ মাজত গড় নিৰ্মাণ কৰা। হাতীৰ অহা-যোৱা কৰা পথক "দন্ডি" বুলি কোৱা হয়। কিন্তু আজিকালি হাতীৰ চলাচলৰ কোনো বিশেষ পথ (Migratory Path) নাই বুলিয়েই ক'ব পাৰি। সেয়া এক বেলেগ প্ৰসঙ্গ। মোৰ দেউতা আৰু মই, কোনো এজনেও 'দন্ডি গড়' কৰা নাই। পুং গড় কেবাবাৰো কৰা হৈছিল। পশ্চিম অসম আৰু উত্তৰ বঙ্গত কোনো ডাঙৰ পুং (Salt lick) নথকা বাবে গড়বিলাক ভুটানতে পতা হৈছিল।

আন এবিধ অত্যন্ত জনপ্ৰিয় উত্তেজনাপূৰ্ণ আৰু অসীম সাহসৰ পৰিচয় দি হাতী ধৰাই হৈছে 'মেলা চিকাৰ'। এই চিকাৰক আমি 'পেটি চিকাৰো' কওঁ। 'মেলা চিকাৰ' পদ্ধতিত 'কুনকী'। (Trained Elephant) হাতীৰ সহায়ত খোলা-মেলাকৈ ফান্দ পাতি বন্য হাতীক ধৰা হয়। জংঘলত সাহান দেখা পালে মনে বিচৰা হাতীটোক আঁতৰাই লৈ তাৰ ডিঙিত ফান্দ পিন্ধাই দিয়াটোৱেই ইয়াত আচল কাম। এই কামত মাজে-সময়ে ভীষণ বিপদৰ সন্মুখীন হ'ব লগা হয়। মাকে যদি আক্ৰমণ কৰে তেনেহ'লে সঁচাকৈয়ে বিপদ। হাতী-শিশু বৎসল আৰু সমাজবদ্ধ প্ৰাণী। মেলা চিকাৰ বছৰত দুবাৰকৈ হৈছিল। এটা অক্টোবৰ মাহৰ পৰা মাৰ্চ মাহলৈ আৰু এটা মে-জুন মাহত। যিটোক "গজালি" চিকাৰ বুলিও কোৱা হয়। খৰালিৰ পিছত বৰষুণ জাক আহিলে যেতিয়া নতুনকৈ ঘাঁহৰ গজালি ওলায় আৰু হাতীয়ে এই গজালি খাবলৈ খুবেই ভাল পায় আৰু কেতিয়াবা লোকালয়লৈ আহি যায়। তেতিয়া চৰকাৰে দুমাহৰ কাৰণে হাতী ধৰাৰ অনুমতি দিয়ে। গজালি চিকাৰো মেলা চিকাৰ পদ্ধতিত হয়। এয়াই হৈছে হাতী ধৰা পদ্ধতিৰ সংক্ষিপ্ত বিৱৰণ।

হাতী দলবদ্ধ প্ৰাণী। সাধাৰণতঃ এটা দলক এটা পৰিবাৰ বুলিয়েই গণ্য কৰা হয়। হাতী মাতৃতান্ত্ৰিক। প্ৰাণী জগতত এয়া এক বিশেষ বৈশিষ্ট্য। দলৰ আটাইতকৈ বয়সীয়াল স্ত্ৰী হাতীজনীকেই হাতীৰ দলৰ দলনেত্ৰী হয়। আমি সেই হাতীজনীক "ৰাণীধূই" বুলি কওঁ। এটা দলত দলনেত্ৰীৰ বাহিৰেও প্ৰাপ্তবয়স্ক (Adult) পুৰুষ হাতী (দঁতাল বা মাকনা), কেবাটাও স্ত্ৰী হাতী বা ধূই (যি স্ত্ৰী হাতী পোৱালী দিছে) আধা বয়সীয়া (Sub-adult)স্ত্ৰী হাতী আৰু পুৰুষ হাতী আৰু পোৱালী (calf) হাতীও থাকে।

কেতিয়াবা কেতিয়াবা এটা অকলশৰীয়া হাতীক দলৰ পৰা বেলেগ হৈ ঘূৰি ফুৰাও দেখা যায়। এই হাতীক 'দলছুট' বা 'একুৰা' (solitary) বুলি কোৱা হয়। সকলো সময়তে একুৰা হাতী গুণ্ডা (Rouge) নহয়। কেতিয়াবা আকৌ কেবাটাও 'দলছুট' হাতী একেলগে ঘূৰি ফুৰা দেখা যায়। সিহঁতক 'মালজুৰীয়া' কোৱা হয়। মালজুৰীয়া দুটাৰ পৰা পাঁচটা একেলগে থকা দেখা গৈছে। এইবিলাক হাতী মানুহৰ কাৰণে বিপজ্জনক।

হাতীক লৈ কিমান যে পূজা পদ্ধতি, ৰূপকথা, কিংবদন্তী আৰু লোকগীতি আমাৰ লগত জড়িত তাৰ ঠিকনা নাই। কিন্তু সেইবিলাক লিখিবলৈ গ'লে এখন ডাঙৰ কিতাপ হৈ যাব।

অসম হাতীৰ দেশ। এই দেশত বিভিন্ন জাতি-উপ-জাতিৰ বাস। অসমত এই জীৱন্ত দেৱতাক নানা পদ্ধতিৰে পূজা কৰে। অসমৰ বিভিন্ন গোষ্ঠীয়ে হাতীক বিভিন্ন ধৰণে পূজা কৰে। আমাৰ পিলখানাতো বিভিন্ন ধৰণে হাতীক পূজা কৰা হয়।

অবিভক্ত গোৱালপাৰা জিলাৰ কিংবদন্তী, লোক-সংস্কৃতি আৰু সামাজিক জীৱনত হাতীৰ প্ৰভাৱ প্ৰচুৰ। মোৰ শ্ৰদ্ধেয়া জেঠাইদেউ শ্ৰীযুতা নীহাৰ বালা বৰুৱাই হাতী সংক্ৰান্তীয় লোকগীতি আৰু



কিংবদন্তীক লৈ লিখিছে। মই অতি সংক্ষেপে 'হস্তীৰ কন্যা'ৰ কাহিনীটো ক'বলৈ বিচাৰিছো। কাৰণ, এই কিংবদন্তীত হাতীৰ দল, সংগঠন আৰু সামাজিক জীৱনৰ তথ্যও পোৱা যায়।

ভুটান পাহাৰৰ নামনিত "দাওয়া সিয়া" বা 'দেও সিয়া' বুলি এখন নৈ আছিল। তাৰ কাযত এহাল ব্ৰাহ্মণ - ব্ৰাহ্মণী বাস কৰিছিল। ব্ৰাহ্মণে যজমানি আৰু ব্ৰাহ্মণীয়ে 'পৈতা' (লগুণ)ৰ সূতা কাটি জীৱন ধাৰণ কৰিছিল। অৰণ্যৰ শাক-পাত, ফল মূল আদিও. তেওঁলোকে বিচাৰি আনি খাইছিল। হঠাতে এক অঘটন ঘটিল। ব্ৰাহ্মণ এক ধনী ব্ৰাহ্মণৰ শেষকৃত্য কৰিবলৈ গৈ সেই মৃত ব্ৰাহ্মণৰ অতি কুৎসিৎ আৰু অলস প্ৰকৃতিৰ জীয়েকক বিয়া কৰাই পেলালে। ব্ৰাহ্মণীৰ দুখৰ সীমা নোহোৱা হ'ল। ধনী ঘৰৰ জীয়েকৰ সজোৱা অট্টালিকা আৰু প্ৰচুৰ বন কৰা মানুহৰ মাজত ব্ৰাহ্মণে সেই কন্যাক লৈ দিন কটাবলৈ ধৰিলে আৰু ব্ৰাহ্মণী পুৰণি পঁজা ঘৰত পৰি থাকিল। তাইৰ এটাই মাত্ৰ কাম হ'ল তামৰ কলহ মূৰত আৰু হাতত সোণৰ ঝাড়ি লৈ নৈৰ পৰা পূজাৰ পানী অনা। স্বামীক মাত্ৰ চকুৰে দেখা পাব বুলিয়েই তাই এই কাম কৰিবলৈ ধৰিলে। কামৰ মজুৰি হিচাপে সতিনীৰ ঘৰৰ এক কাহী 'আকাড়া' চাউলৰ ভাত পাইছিল। সেই ভাত তেওঁ নিজে নাখাই বনৰ চৰাইক খাবলৈ দিছিল। নদীৰ ঘাটত বহি নিজৰ ভাগ্যৰ পৰিহাসৰ কথা চিন্তা কৰি কৰি কান্দিছিল আৰু তেওঁৰ চকুপানী গৈ নৈৰ পানীত মিহলি হৈছিল। সেই নৈৰ উজানত হাতীৰ ৰজাই দলে-বলে পানী খাইছিল। এদিন সেই হাতীৰ ৰজাৰ দল ভাটীলৈ গৈ পানী খাওঁতে পানী লুণীয়া আৰু বিস্বাদ লাগিল। লুনীয়া পানী খাই হাতীৰ ৰজাই ইয়াৰ কাৰণ সুধিলত দলৰ বাকী হাতীবোৰে ব্ৰাহ্মণীৰ দুখৰ কথা বিৱৰি ক'লে যে পানীত চকুপানী মিহলি হৈ লুণীয়া হৈ পৰিছে। সিদিনাও ব্ৰাহ্মণী পানী লৈ ঘৰলৈ যাবলৈ ওলাইছে তেনে সময়ত হস্তীৰাজে বাট আগচি ধৰি ব্ৰাহ্মণীক তেওঁৰ কাহিনী ক'বলৈ ক'লে। সকলো কথা শুনি হস্তীৰাজে তেওঁৰ লগত তেওঁৰ দেশলৈ যাবলৈ ক'লে আৰু লগত থাকিবৰ অনুৰোধ কৰিলে। সেই সময়ত হঠাতে বৰষুণ আৰু পানীৰ ঢল নামিল। হস্তীৰাজে ব্ৰাহ্মণীক পিঠিত লৈ সাতদিন ন ৰাতি বনৰ মাজেৰে দৌৰি দৌৰি নিজৰ ৰাজ্য পালেগৈ। হাতীৰ দাঁতৰে ৰাজপ্ৰাসাদ আৰু সিংহাসন। ব্ৰাহ্মণীক হস্তীৰাজে সেই সিংহাসনত বহুৱালে। ৰাণীৰ অভিষেকৰ বাবে সাতটা নিজৰাৰ সাতৰঙৰ পানী সাতটা ঘটত লৈ আহি ব্ৰাহ্মণীৰ মূৰত ঢালি দিলে। লগে লগেই ব্ৰহ্মণীৰ চেহেৰা অতি সুন্দৰ এক স্ত্ৰী হাতীত পৰিণত হ'ল। পিছে তেওঁৰ মূৰত তামৰ কলহ আৰু হাতৰ সোণৰ ঝাৰিটোৰ চিনটো ৰৈ গ'ল কপালৰ গঠনত আৰু শূঁৰত। হস্তীৰাজে ঘোষণা কৰিলে - আজিৰ পৰা তুমি আমাৰ ৰাণী। সমস্ত হস্তী সমাজ তোমাৰ নিৰ্দেশ মতেই চলিব। সকলো হাতীয়ে জয়ধ্বনি দি এই কথাৰ সমৰ্থন কৰিলে। এই কিংবদন্তীৰ পৰা কিছুমান তথ্য পোৱা যায়। যেনে হাতী মাতৃতান্ত্ৰিক, হাতীৰ দলৰ নেত্ৰীহে থাকে নেতা নহয় - সেইবাবে 'ৰাণী ধূই'ৰ নিচিনা শব্দৰ উৎপত্তি। সেইবাবেই গোৱালপৰীয়া লোকগীতত 'হস্তীৰ কন্যা'ৰ উল্লেখ পোৱা যায়।

মোৰ দেউতাৰ মুখত অৰণ্য জীৱনৰ বহুতো অবিশ্বাস্য আৰু অলৌকিক ঘটনাৰ কথা শুনিছো। তাৰ মাজত কেইটামান ঘটনাৰ মই প্ৰত্যক্ষদৰ্শী। তাৰে এটা ঘটনাৰ সংক্ষেপে উল্লেখ কৰিব বিচাৰিছো। হাতীৰ মহলৰ লগত জড়িত থকা সকলো লোকেই 'পাগলী সাহান'ৰ কথা জানে আৰু বিশ্বাস কৰে। এটা ৭০/৮০ টা হাতীৰ দলৰ লগত এক মানৱী ঘূৰি ফুৰে। ই বৰ আচৰিত কথা। হাতীয়ে তেওঁৰ কোনো অনিষ্ট নকৰে। মই যিবাৰ তেওঁক দেখিছিলো কচুগাঁও ফৰেষ্ট ডিভিজনৰ 'পেকুৱা'ৰ জংঘলত। হাতী ধৰা দলটোৰ লগত ময়ো গৈছিলো এনে উদ্দেশ্য লৈ। আমাৰ দলত চাৰিটা কুনকী হাতী আৰু মন, উমেশ, তীৰ্থ আৰু মই আছিলো ফান্দি হিচাপে। বহু সময় ধৰি হাবিত ঘূৰি ঘূৰি হাতীৰ চাহনৰ কোনো শুং-সূত্ৰ নাপাই আমি এজোপা ডাঙৰ গছ আৰু পানী চাই ধূৰা দিলো। আমি এটা ডাঙৰ 'ধূনী' (Camp-fire) জ্বলাই তাতে ৰাতিৰ ভাত সাজৰ ব্যৱস্থা কৰিলো। ৰাতি শোৱাৰ ব্যৱস্থাও ধূনীৰ কাষতেই। বন্যপ্ৰাণী আৰু প্ৰবল শীতৰ পৰা হাবিৰ মাজত এনেদৰে জুই একুৰাই আমাক ৰক্ষা কৰে। ডেৰ ঘন্টামান সময়ৰ পিছত হঠাৎ এটা শব্দ শুনি আমি আটাইবোৰে সচকিত হৈ উঠিলো। হাতীয়ে ডাল-পাত ভঙাৰ শব্দ সঘনে হ'বলৈ ধৰিলে আৰু অলপ সময়ৰ পিছতে আমাৰ চাৰিওফালে বনৰীয়া হাতীৰ আগমনৰ আভাস স্পষ্ট হৈ পৰিল। হঠাতে দেখিলো এক যুৱতী আমাৰ অস্থায়ী ধূৰাৰ ফালে আগুৱাই আহি আছে। তেওঁক দেখাৰ লগে লগে আমাৰ মাহুত ফান্দিসকলৰ মাজত একোটা শ্ৰদ্ধাৰ ভাব আহি গ'ল। মই লক্ষ্য কৰি আছিলো। ফান্দি এজনে আহি মোক জনালে এৱেই 'পাগলী সাহান'ৰ 'পাগলী' অৰ্থাৎ 'বনদেৱী'। মোৰ সমস্ত শৰীৰ-মন ৰোমাঞ্চিত হৈ পৰিল। ইতিমধ্যে 'বনদেৱী' আমাৰ ধূৰাৰ প্ৰায় ১২৫ ফুট মান দূৰত এজোপা গছৰ তলত আহি থিয় হ'ল। লগে লগে ফান্দি কেইজনৰ সৈতে ময়ো তেওঁৰ ওচৰত গৈ ধূপ জ্বলাই সেৱা জনালোঁ। তেওঁৰ সন্মুখত সৰুকৈ একুৰা জুই ধৰি দিয়া হ'ল। তেওঁৰ বেছি ওচৰলৈ গ'লেই হাতেৰে দূৰলৈ যোৱাৰ নিৰ্দেশ দিছিল। আমাৰ ৰাতিৰ বাবে ভাত সিজোৱা হৈছিল। সেই ভাত কলপাতত লৈ তেওঁক আগ বঢ়োৱা হ'ল। আমি হাতযোৰ কৰি তেওঁৰ আশীৰ্বাদ প্ৰাৰ্থনা কৰিলো।

মই লক্ষ্য কৰিছিলো তেওঁ মুখেৰে একো নকয় — কেৱল হাঁহি আছে, ভাতথিনি জুইৰ মাজত পেলাই তাৰ পৰা কেইটামান ভাত উলিয়াই তেওঁ খালে। তাৰপিছত আমাৰ ফালে চাই চাৰিবাৰ আঙুলি দেখুৱাই কিবা নিৰ্দেশ দিলে। বনদেৱীৰ অলপ দূৰত থিয় হৈ আছিল তেওঁৰ দলৰ বিখ্যাত তাল - বেতাল দঁতাল হাতীটো। এই হাতীটোৰ ভয়ঙ্কৰ ৰূপৰ কথাও মই আগতেই শুনিছিলো। সেয়া এক অন্য কাহিনী। কিছুসময় ধৰি বনদেৱীক দৰ্শন কৰি মই নিজকে ধন্য মানিলো আৰু নানা ধৰণৰ চিন্তাও মনলৈ আহিল। হঠাতে এটা আচৰিত ধৰণৰ শব্দ শুনিলো আৰু দেখিলো যি ঠাইত বনদেৱী বহি আছিল ঠাইখিনি কুঁৱলী আঁতৰি কুঁৱলীয়ে আবৰি ধৰিলে। এক মিনিট মান সময় পিছত কুঁৱলী আঁতৰি গ'ল আৰু বনদেৱীক আৰু দেখা নাপালো। তেওঁ যেন হঠাতে অদৃশ্য হৈ গ'ল। পিছদিনা ৰাতিপুৱা কোনো কষ্ট নকৰাকৈয়ে চাৰিটা বনৰীয়া হাতী আমি ধৰিলো। এনে লাগিল যেন নিজে নিজে আহি ধৰা দি গ'ল হাতীকেইটাই। এই 'পাগলী সাহান'ক অৱমাননা কৰাৰ ফলত হোৱা ভয়ঙ্কৰ পৰিণতিৰ কথা মই শুনিছিলো। আজিৰ এই বিংশ শতাব্দীতো এনে ঘটনা ঘটে যাৰ কোনো ব্যাখ্যা নাই। কোনো বৈজ্ঞানিক ব্যাখ্যা দিয়াৰ ক্ষমতা বা ভাষা মোৰ নাই। কিন্তু এই কথা সঁচা যে যেতিয়াই অৰণ্যৰ মাজলৈ যাওঁ বনদেৱীৰ বন্দনা কৰিহে আগ বাঢ়ো। প্ৰকৃতিৰ এই আশ্চৰ্য্য মানৱী অথবা দেৱীক মই সশ্ৰদ্ধ প্ৰণাম জনাওঁ। এই 'পাগলী সাহান'ৰ বিচৰণ ভূমি সোণকোষ নৈৰ পূৰ্ব পাৰৰ

পৰা দৰং জিলাৰ পশ্চিম সীমান্তলৈকে বিস্তৃত। পশ্চিম অসমৰ জংঘলত তেওঁক বেছিকৈ দেখা যায় বুলিয়ে মই কাহিনীটো উদ্ধৃত কৰিলোঁ।

বন্যপ্ৰাণী সংৰক্ষণ আইনত হাতী 'Schedule'ৰ প্ৰাণী। অৰ্থাৎ হাতী ধৰা, মৰা, হাতীৰ দাঁত বা হাড় বা মাংসৰ কিনা - বেচা কৰা দণ্ডনীয় অপৰাধ। আন্তৰ্জাতিক ভিত্তিত হাতীক বিপদাপন্ন প্ৰাণী হিচাপে গণ্য কৰা হৈছে। সংৰক্ষণৰ দৃষ্টি ভঙ্গীৰে চালে এই বাধা-নিষেধ বা আইনৰ প্ৰয়োজনীয়তাৰ কথা নুই কৰিব নোৱাৰি। এই আইন প্ৰয়োগৰ বাবে ক্ষেত্ৰৰ কথা সম্যকভাৱে বিবেচনা কৰা হোৱা নাই বুলি মোৰ ধাৰণা। যেনে ভাৰতবৰ্ষৰ সকলো প্ৰদেশৰ বনাঞ্চলত হাতী নাই। যিবিলাকত আছে সেইবিলাকতো অসমৰ দৰে হাতী নাই। হাতীয়ে সাময়িকভাৱে প্ৰব্ৰজন কৰে ঠিকে কিন্তু বসবাস কৰিবলৈ বেলেগ প্ৰদেশলৈ নাযায়। অসমৰ হাতী অসমতে জন্মে আৰু ইয়াতেই বুঢ়া হয়। সমগ্ৰ দেশৰ সাধাৰণ বনাঞ্চলৰ কথা চিন্তা কৰিলে অন্ততঃ হাতীৰ ক্ষেত্ৰত অসমৰ কথা বেলেগকৈ চিন্তা কৰাটো প্ৰয়োজন।

আৰু এটা কথা এই হাতী ধৰা বন্ধ হোৱাত হাতী ধৰি জীৱিকা অৰ্জন কৰা মানুহবিলাকৰ বৃত্তি লোপ পাবৰ উপক্ৰম হৈছে। আইন প্ৰণয়ন কৰাত হাতী ধৰা কলা-কৃষ্টিৰ ওপৰত এটা ডাঙৰ আঘাত লাগিল। এনেকৈ লাহে-লাহে হাতী ধৰা কলা-কৌশল মানুহে পাহৰি যাব অভ্যাসৰ অভাৱত। যদি কেতিয়াবা হাতী ধৰা বা শিক্ষিত কৰাৰ প্ৰয়োজন হয় হয়তো যোগ্য মানুহ পোৱা নাযাব। এই হাতী ধৰা বিদ্যা হাতে-কামেই শিকিব বা জানিব লাগিব। এই বৃত্তিৰ পুথিৰে প্ৰশিক্ষণ দিব নোৱাৰি। অৱশ্যে I.U.C.N.ৰ বিশেষজ্ঞ দলে Action Planত আমাৰ এই 'মেলা চিকাৰ' পদ্ধতিত হাতী ধৰা জীয়াই ৰাখিবলৈ উপদেশ আগ বঢ়াইছে। কাৰণ, তেখেত সকলোৱে ইয়াৰ প্ৰয়োজনীয়তা অনুভৱ কৰিহে পৰামৰ্শটো দিছে।

এটা ভাল প্ৰশিক্ষণপ্ৰাপ্ত হাতী মানৱ-সমাজৰ বাবে মূল্যৱান সম্পদ। ভাৰতবৰ্ষৰ বহু প্ৰদেশত বিশেষকৈ উত্তৰ-পূৰ্বাঞ্চলত এতিয়াও হাতী অপৰিহাৰ্য বাহন। হাতী বন বিভাগৰ টহলদাৰী, পৰ্যটকসকলক লৈ অভয়াৰণ্যৰ মাজত ফুৰা, মাল বহন কৰা, যাতায়াতৰ বাবেও ব্যৱহৃত হয়। ইয়াৰ উপৰি পৰিৱেশ সংৰক্ষণত হাতীৰ এটা ডাঙৰ ভূমিকা আছে। হাতীয়ে খাদ্য গ্ৰহণৰ মাধ্যমেৰে বীজ বিয়পোৱাৰো কাম কৰে। বীজ বিয়পাই হাতীয়ে অৰণ্যত বৈচিত্ৰ্য আনে। হাবিৰ আন আন তৃণভোজী প্ৰাণীক খাদ্য গ্ৰহণত হাতীয়ে বহুতো সহায় কৰে। গছৰ ডাল-পাত ভাঙি খাওঁতে ওপৰৰ ডালপাত তললৈ টানি নমাই আনি কম উচ্চতাৰ প্ৰাণী যেনে-হৰিণা, গঁড় আদিক খাদ্য গ্ৰহণত সহায় কৰে। নিজৰ বিশাল দেহ ঢাকিবলৈ আৰু পেট ভৰাবলৈ ঘন জংঘল আৰু গছ-লতা-পাতৰ প্ৰয়োজন। সেইবাবে হাতী থকা জংঘলক নিঃসন্দেহে ভাল আৰু স্বাস্থ্যকৰ বুলি ক'ব পাৰি।

আজিৰ বৈজ্ঞানিক যুগত হাতীৰ কাম বহু অংশে কমি গৈছে। কিন্তু হাতীৰ প্ৰয়োজনীয়তা কমা নাই। জনসংখ্যাৰ ছাপ যেনেকৈ নগৰত পৰিছে তেনেকৈ অৰণ্যতো পৰিছে। যাৰ ফলত অৰণ্যৰ গভীৰতা কমি গৈছে। হাতীৰ বিচৰণ ক্ষেত্ৰ সংকুচিত হৈছে। হাতী আৰু মানুহৰ মাজত সংঘাত ক্ৰমেই বাঢ়ি গৈছে। সৰুতে যি অৰণ্যত মই ফুৰিছিলো বা দেখিছিলো আজি সেই অৰণ্যৰ বহুতখিনি জন-অৰণ্যত পৰিণত হৈছে। হাতীৰ দলে মানুহৰ খেতি নষ্ট কৰে, ঘৰ দুৱাৰ ভাঙে, আনকি হাতীৰ হাতত মানুহৰ মৃত্যুও ঘটি আছে। কিন্তু সেইবুলি জানো হাতী মাৰি শেষ কৰিব পাৰি বা মৰা উচিত? মই কম ঃ নিশ্চয় নহয়। আমি সহ-অৱস্থান কৰিবলৈ শিকিব লাগিব। কাৰণ, আমাৰ সুস্থভাৱে জীয়াই থকাৰ কাৰণে বন আৰু বন্যপ্ৰাণীৰ প্ৰয়োজন, আৰু বন থাকিলেই বন্যপ্ৰাণী থাকিব। তাৰ মাজতে হাতীও থাকিব। গতিকে নিজৰ স্বাৰ্থত আমি হাতীক সংৰক্ষণ কৰিবই লাগিব। চৰকাৰ আৰু কিছু সংখ্যক মানুহে চেষ্টা কৰি আছে অৰণ্য সংৰক্ষণ কৰি বন্যপ্ৰাণীক ৰক্ষা কৰাৰ বাবে। ময়ো তেওঁলোকৰ সমৰ্থক। কিন্তু মুষ্টিমেয় মানুহৰ প্ৰচেষ্টাই সকলো সমস্যাৰ সমাধান কৰিব নোৱাৰে। আজি বিশ্বৰ সকলো সচেতন মানুহে পৰিৱেশক লৈ উদ্বিগ্ন। অৰণ্য আৰু অৰণ্যত বাস কৰা প্ৰতিটো জীৱ-জন্তু বা প্ৰাণীক সুস্থভাৱে জীয়াই ৰাখিবলৈ আমাৰ সকলোৰে সন্মিলিত প্ৰচেষ্টাৰ প্ৰয়োজন আৰু কৰ্তব্য। আমি আটায়ে মিলি আন্তৰিক চেষ্টা কৰিলে হয়তো আমাৰ হেৰাই যোৱা অৰণ্য আৰু শান্তি ঘূৰাই পাম।







# ধুবুৰী জিলাৰ মৃৎ-শিল্পৰ এটি চমু আভাস

## কিৰণ বৰুৱা

অসমৰ পশ্চিম প্ৰান্তত অৱস্থিত ধুবুৰী জিলাৰ উদ্যোগ শিল্প আদি ক্ষেত্ৰত পিছ পৰা বুলি কোৱা হয় যদিও এই জিলাখনৰ বিভিন্ন অঞ্চলত কিছুমান ক্ষুদ্ৰ আৰু হস্তশিল্পই তাহানিৰ পৰা বিশেষ স্থান অধিকাৰ কৰি অহা কথাটো নুই কৰিব নোৱাৰি। এই সন্দৰ্ভত ধুবুৰী জিলাৰ বিভিন্ন অঞ্চলত অতীজৰে পৰা চলি অহা মৃৎ-শিল্পৰ ভূমিকা বিশেষ উল্লেখনীয়। এই ক্ষুদ্ৰ শিল্পটো প্ৰধানকৈ 'হীৰা' আৰু 'পাল' সম্প্ৰদায়ৰ মাজতেই সুদীৰ্ঘ দিনৰ পৰাই প্ৰচলিত হৈ আহিছে। অসমৰ জাতীয়-জীৱনত এই শিল্পটো লোক-কলা হিচাপে পৰিগণিত হৈছে। মৃৎ-শিল্পত নিয়োজিত হৈ থকা লোকসকলে এই শিল্পটোক কোনোৰকমে জীয়াই ৰাখিবলৈ প্ৰচেষ্টা চলাই আহিছে। এই শিল্পটোৱে শিল্পীসকলৰ জীৱনৰ আৰ্থিক দিশটোত বিশেষ অৰিহণা যোগোৱাৰ উপৰি তেওঁলোকৰ শিল্পী মনৰ প্ৰতিভা বিকাশ কৰাত সহায় কৰি আহিছে। সেয়েহে এই অঞ্চলত প্ৰচলিত হৈ থকা মৃৎ-শিল্পই এই অঞ্চলৰ তথা অসমৰ সামাজিক, সাংস্কৃতিক আৰু আৰ্থিক দিশত অতীজৰে পৰা বিশেষ গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। এই সংক্ৰান্তত এই অঞ্চলৰ মৃৎ-শিল্পৰ ছবি এটি চমুকৈ তলত দাঙি ধৰা হ'ল।

বৰ্তমানে বিলাসীপাৰা মহকুমাত বসতি কৰা 'হীৰা' সম্প্ৰদায়ৰ লোকসকলৰ পূৰ্বপুৰুষ ১৮৫০-৬০ খৃঃত অসমৰ পূৰ্ব দিশৰ পৰা আহি বিলাসীপাৰাত বাস কৰিবলৈ লোৱা বুলি জানিব পৰা যায়। ৺নিমাই হীৰা, ৺কাঙ্গাল হীৰা, ৺মটিয়া হীৰা, ৺মুকুন্দ হীৰা, ৺মঙ্গলা হীৰা, ৺মীজালু হীৰা, ৺কৃষ্ণচৰণ হীৰা আদি ব্যক্তিসকলেই বিলাসীপাৰাৰ অতি পুৰণি হীৰা সম্প্ৰদায়ৰ মৃৎ-শিল্পী বুলি জনা যায়। তেতিয়াৰে পৰা আজিলৈকে পৰম্পৰাগতভাৱে এই শিল্পটো বিলাসীপাৰাত প্ৰচলিত হৈ আহিছে। চাপৰতো তিনি-চাৰি ঘৰ মান হীৰা সম্প্ৰদায়ৰ মানুহে এই মৃৎ-শিল্পৰ চৰ্চাটো বৰ্তাই ৰাখিছে। 'হীৰা'সকলৰ উপৰি পাল সম্প্ৰদায়ৰ লোকসকলেও ধুবুৰী জিলাৰ বিভিন্ন অঞ্চলত মাটিৰ দেৱ-দেৱীৰ মূৰ্তি আৰু বাচন-বৰ্তন আদি নানা ধৰণৰ সামগ্ৰী তৈয়াৰ কৰি এক বিশেষ স্থান অধিকাৰ কৰি আহিছে। এই পাল সম্প্ৰদায়ৰ লোকসকলে ১৯৪৮ চনত পূৰ্ব বঙ্গৰ (এতিয়াৰ বাংলাদেশ) পৰা আহি ধুবুৰী জিলাৰ বিভিন্ন স্থানত, যেনে — বিলাসীপাৰা, বগৰীবাৰী, গৌৰীপুৰ, আচাৰিকান্দি, মানকাচাৰ আদি ঠাইত থাকিবলৈ লয়। এওঁলোকে এই মৃৎ-শিল্পকেই জীৱিকা উপাৰ্জনৰ পথ হিচাপে বাছি লৈ বৰ্তমানেও এই শিল্পটো জীৱিত কৰি ৰাখিছে।

হীৰা আৰু পাল সম্প্ৰদায়ৰ লোকসকলৰ তাহানিৰে পৰা এই মৃৎ-শিল্পৰ লগত ওতপ্ৰোতভাৱে জড়িত হৈ আছে। হীৰাসকলে মাটিৰে প্ৰস্তুত কৰা সামগ্ৰীবোৰ হ'ল মাঝাৰী হাড়ী (ভাত ৰন্ধা), দশিৰা (ভাত ৰন্ধা), বেৰিয়া (মদ তৈয়াৰ কৰা পাত্ৰ), লুড়কী (মদ তৈয়াৰ কৰা পাত্ৰ), জঙা (মদ তৈয়াৰ কৰা পাত্ৰ), খোলা (পিঠা ভজা পাত্ৰ), ভুৰকা (চাহ কৰা পাত্ৰ), ভাপাহাৰী (ভাপত দিয়া পিঠা কৰা পাত্ৰ), মালোৱা (পিঠা কৰা পাত্ৰ), চাতি (চাকি), ঘট (পূজা-পাৰ্বণত ব্যৱহাৰ হয়), গাছা (গছা), কৰাহী (আঞ্জা ৰান্ধা পাত্ৰ), ফৰকাচাতি (বিবাহ আদি মাঙ্গলিক কাৰ্যত ব্যৱহাৰ হয়), ধুপাতি (ধূপদানী), লেম (কেৰাচিন তেলেৰে জ্বলোৱা চাকি), চিলিম, মাছ মৰা জালৰ গুলি, খুটি (খুচুৰা পইচা জমোৱা পাত্ৰ), শাণবাটা, ধূপদানী, কুজা (পানী থোৱা পাত্ৰ), সজোৱা সামগ্ৰী, পুতলা আৰু দেৱ-দেৱীৰ মূৰ্তি ইত্যাদি। এই সকলোবোৰ সামগ্ৰী হীৰা জনগোষ্ঠীয়ে হাতেৰে তৈয়াৰ কৰে।

পাল সম্প্ৰদায়ৰ লোকসকলে তৈয়াৰ কৰা মাটিৰ সামগ্ৰীবোৰ হ'ল- কলহ, হাড়ী, পাট (কুঁৱাৰ ৰিং), ফুলৰ টাব, থালী, পুতলা, নানাবিধ খেলাৰ সামগ্ৰী, কুজা (পানী থোৱা ঝাৰি), বেঙ্ক (খুচুৰা পইচা জমোৱা পাত্ৰ), দেৱ-দেৱীৰ মূৰ্তি, গছা, চাকি, ধূপদানী, সজোৱা সামগ্ৰী ইত্যাদি। পালসকলে এই সামগ্ৰীসমূহ প্ৰস্তুত কৰিবলৈ চাক (মাটিৰ সামগ্ৰী তৈয়াৰ কৰা মেচিন) ব্যৱহাৰ কৰে।

ধুবুৰী জিলাৰ বিভিন্ন স্থানত বাস কৰা হীৰা জনগোষ্ঠী আৰু পাল জনগোষ্ঠীৰ লোকসকলে যদিও তাহানিৰে পৰা বৰ্তমানলৈকে মাটিৰ সাজ-বাচন তৈয়াৰ কৰি শিল্পটোক জীয়াই ৰাখিছে তথাপি এই দুটা জনগোষ্ঠীৰ মাজত মাটিৰ সামগ্ৰীসমূহ প্ৰস্তুত কৰা প্ৰণালীসমূহত যথেষ্ট প্ৰভেদ দেখা যায়।

হীৰা সম্প্ৰদায়ৰ মৃৎ-শিল্পীসকলে মাটিৰ সাজ-বাচনবোৰ তৈয়াৰ কৰোঁতে এওঁলোকে শিল (বিভিন্ন আকাৰৰ), পিটিনি (কাঠৰ টুকুৰা)য়েই প্ৰধানকৈ ব্যৱহাৰ কৰে, ইয়াৰ উপৰি কোৰ, কুঠাৰ, গাইন, গাইন (কাঠৰ) ঢাৰি, ফটা কাপোৰ (ৰং দিয়াৰ বাবে), পাগশালী (ভাটা), পাঠালী (য'ত মাটিখিনি থৈ মিহি কৰা হয়) আদি আহিলাবোৰ ব্যৱহাৰ কৰি আহিছে। কিন্তু পালসকলে ব্যৱহাৰ কৰা সজুলিসমূহ হ'ল — চাক ( মেচিন), ডাইচ্ (সাঁচ), পিট্‌না (মাটি পিটা কাঠৰ টুকুৰা), বইলা (পিটিবৰ সময়ত পাত্ৰটোৰ ভিতৰ অংশত ধৰা হয়), ঘচ্‌না, আইতাল, ফুলা আঠি ইত্যাদিয়েই প্ৰধান। পালসকলে 'চাক' ব্যৱহাৰ কৰে বাবে কম সময়তে তেওঁলোকে বেছি সামগ্ৰী উৎপাদন কৰিব পাৰে।

বিলাসীপাৰাত বসবাস কৰা হীৰা সম্প্ৰদায়ৰ লোকৰ বৰ্তমান ৩২ টা পৰিয়াল আছে, এওঁলোকে এতিয়াও এই শিল্পটোৰ লগত ওতপ্ৰোতভাৱে জড়িত হৈ আছে। বৰ্তমানে এই শিল্পটোৰ ওপৰতেই জীৱিকা নিৰ্বাহ কৰা

কঠিন হৈ পৰা বাবে অঞ্চলটোৰ কিছুলোকে অইন ব্যৱসায় কৰিবলৈ বাধ্য হৈছে আৰু চাকৰিমুখী হ'ব লগীয়া হৈছে। ওপৰত উল্লেখ কৰা ৩২টা পৰিয়ালৰ আধাভাগেই নিৰক্ষৰ লোক। বিশেষকৈ মহিলাসকলৰ বেছিভাগেই নিৰক্ষৰ। হীৰা মহিলাসকলে ঘৰতে বহি এই মাটিৰ সাজ-বাচন তৈয়াৰ কৰাত ব্যস্ত থাকে আৰু পুৰুষসকলে খৰি-খেৰ, মাটি, বালি আদি যোগান ধৰাৰ উপৰি মাটিৰ সামগ্ৰীবোৰ বজাৰলৈ বিক্ৰী কৰিবলৈ নিয়ে। পৰিয়ালৰ প্ৰায়বোৰ সদস্যই এই শিল্পটোৰ লগত নিয়োজিত হৈ থাকে। হীৰাসকলে মাটিৰ সামগ্ৰীবোৰ তৈয়াৰ কৰিবলৈ এক বিশেষ আঠাযুক্ত মাটি বিলাসীপাৰাৰ পৰা কিছুদূৰত থকা সোণামুখী, চিৰাকুটা, টোকৰাবান্ধা আদি ঠাইৰ পৰা সংগ্ৰহ কৰে।

এইখিনিতে হীৰাসকলে মাটিৰ সামগ্ৰীবোৰ তৈয়াৰ কৰাৰ বিষয়ে অলপ উল্লেখ কৰা হ'ল — মাটিৰ সামগ্ৰীবোৰ তৈয়াৰ কৰিবলৈ লওঁতে প্ৰথমতে মাটিখিনিত পানী মিহলাই কাঠৰ পাত এচটাত থৈ ভৰিৰে গছকি গছকি মমৰ দৰে যিমান পাৰি কোমল কৰি লয়। পিছত এই মাটি কাঠৰ পিটনিৰে সৰু-ডাঙৰ আকাৰৰ পাত্ৰৰ বাবে ভিন ভিন কৈ ঘূৰণীয়া চেপেটা কৰি লয়। এই অংশটোক 'দান' বুলি কোৱা হয়। ইয়াৰ পিছত এই ঘূৰণীয়া অংশটোৰ চাৰিওফালে হাতেৰে কিছু মাটি লগায় দিয়ে। মাটিৰে সাজি লোৱা পাত্ৰৰ এই অংশটোক 'ইটা' বুলি কয়। ইয়াৰ পিছত শিলৰ (বিভিন্ন আকাৰৰ) ওপৰত থৈ এই ঘূৰণীয়া চেপেটা কৰি লোৱা মাটিখিনি 'পিটনি'ৰে পিটি পিটি সৰু-ডাঙৰ আকৃতিৰ পাত্ৰ ভিন ভিন সামগ্ৰীৰ গঢ় দি ৰ'দত শুকুৱাবলৈ দিয়ে। অলপ ৰ'দ লগোৱাৰ পিছত পাহাৰৰ ৰঙা মাটি, খয়াৰ আদিৰে এবিধ ৰং তৈয়াৰ কৰি পাত্ৰবোৰত লগায়। ১০০ৰ পৰা ৩০০ / ৪০০ মান একেলগে পাগশালীত (ভাটা) ত একেলগে ভিন ভিন মাটিৰ সাজ-বাচনবোৰ পুৰিবলৈ দিয়ে আৰু ব্যৱহাৰৰ উপযোগী কৰি তোলে। ধুবুৰী জিলাৰ চাপৰ, সুখচৰতো হীৰা সম্প্ৰদায়ৰ লোক আছে যদিও তেওঁলোকৰ সংখ্যা তেনেই তাকৰ। অতীজৰে পৰা পুৰুষানুক্ৰমে চলি অহা এই ক্ষুদ্ৰ শিল্পটোৰ দ্বাৰা এসময়ত এই শিল্পত নিয়োজিত থকা হীৰাসকল যথেষ্ট লাভৱান হৈছিল বুলি জনা যায়। মাটিৰ সামগ্ৰীসমূহ কছাৰী বস্তি, ৰামফল বিল, ছেৰফাংগুৰি, বনৰগাঁও, কলাইগাঁও আদি ঠাইলৈ গৌৰাং, টিপকাই নদীয়েদি নাৱেৰে আৰু গৰু-ম'হৰ গাড়ীয়েদি পথেৰে নি এইবোৰৰ বিনিময়ত যথেষ্ট ধান, মাহ, সৰিয়হ, শাক-পাচলি আদি খাদ্য-সামগ্ৰী সংগ্ৰহ কৰাৰ উপৰি মুদ্ৰাও অৰ্জন কৰিছিল। বৰ্তমান এই সাজ-বাচনবোৰ বাহু, ঠেলাগাড়ী, কান্ধত ভাৰেৰে লৈ গৈ শালকোছা, লক্ষীগঞ্জ, নয়াহাট, বগৰবাৰী, বজাৰত বিক্ৰী কৰাৰ উপৰি সময়ে সময়ে মধ্যস্থ বেপাৰীয়ে (দালাল) ভুটান, গেলেংপু, সৰভং আদি ঠাইলৈ এই ম াটিৰ সামগ্ৰীবোৰ পাইকাৰী হিচাপত যোগান দি লাভৱান হয়। ইয়াৰ বাহিৰেও মধ্যস্থতাকাৰী বেপাৰীসকলে দূৰ দূৰ ঠাইলৈ মাটিৰ সামগ্ৰীবোৰ লৈ গৈ পাইকাৰী হাৰত যোগান ধৰি যথেষ্ট লাভৱান হয়। ইয়াৰ ফলত ব্যক্তিগত হীৰা শিল্পীসকল ক্ষতিগ্ৰস্ত হয়।

হীৰাসকলৰ দিনে ৩০ /৪০ টকা মানহে সাজ-বাচন বিক্ৰী কৰি আয় হয়। বৰ্তমান ষ্টিল, এলুমিনিয়াম, প্লাষ্টিক আদিৰ নানা তৰহৰ আকৰ্ষণীয় বাচন-বৰ্তন আৰু নানাবিধ সামগ্ৰী ওলাইছে। মাটিৰ বাচনতকৈ এইবোৰৰ দাম বেছি হ'লেও এইবোৰ বহুদিনলৈকে ব্যৱহাৰ কৰিব পাৰি। সেইবাবে বহুতেই মাটিৰ বাচনৰ সলনি এইবোৰেই ব্যৱহাৰ কৰে। ফলত মাটিৰ বাচন-বৰ্তনৰ চাহিদা বজাৰত যথেষ্ট কমি যোৱা পৰিলক্ষিত হয়। শিল্পটোৰ এই সমস্যাবোৰৰ লগতে আন এটিৰ বিষয়ে উল্লেখ কৰিব লাগিব। এই শিল্পীসকলে চৰকাৰৰ ফালৰ পৰাও তেনে উল্লেখযোগ্য পৰ্যাপ্ত সাহায্য আদি পোৱা নাই। অৱশ্যে প্ৰায় ৯ /১০ বছৰ মানৰ আগতে কিছুসংখ্যক শিল্পীয়ে চৰকাৰৰ পৰা ১ / ২ হাজাৰকৈ আৰ্থিক সাহায্য (Subsidy) আৰু ১ /২ হাজাৰকৈ Pottery loan (মৃৎশিল্পৰ বাবে দিয়া ঋণ) হিচাপে ৩ হাজাৰ টকাকৈ পাইছিল। ১৯৮৫-৮৬ চনত কলিকতাৰ Development Commission (Handicrafts) ৰ উদ্যোগত শিল্পীসকলক প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰিছিল। প্ৰশিক্ষাৰ্থীসকলৰ প্ৰতিগৰাকীক মাহে ১০০ টকা আৰু প্ৰশিক্ষণ দিয়া ব্যক্তিজনক ৬০০ টকাকৈ দিয়া হৈছিল। তাৰ উপৰি চৰকাৰে হস্তশিল্প বিভাগৰ দ্বাৰা প্ৰদৰ্শনী, প্ৰতিযোগিতা পাতি ১৯৮৮, ১৯৯০ আৰু ১৯৯১ চনত D I C-ৰ যোগেদি দক্ষ শিল্পীসকলক পাৰদৰ্শিতাৰ বাবে পুৰস্কৃতও কৰা হৈছিল। পুৰস্কৃত হোৱাসকলৰ ভিতৰত বিলাসীপাৰাৰ সৰ্বশ্ৰী গুণধৰ দাস, ঘুটু দাস, ৺হৰি দাস, নেশৰ দাস, দিলীপ দাস। ১৯৬৮-৬৯ চনত কেবাজনো মৃৎ-শিল্পীয়ে গুৱাহাটীৰ কালাপাহাৰত থকা প্ৰশিক্ষণ কেন্দ্ৰত প্ৰশিক্ষণ লোৱাৰ সুবিধা পায়। চৰকাৰৰ ফালৰ পৰা পোৱা এই সুবিধাবোৰ পৰ্যাপ্ত নহয়। তাৰ উপৰি বৰ্তমানত এনে সহায়-সহযোগিতা শিল্পীসকলে তেনেদৰে পোৱা নাই বুলি জানিব পৰা গৈছে।

১৯৪৮ চনত পাল সম্প্ৰদায়ৰ লোকসকল পূৰ্ব বঙ্গ (এতিয়াৰ বাংলাদেশ)ৰ পৰা আহি ধুবুৰী জিলাৰ বিলাসীপাৰা, বগৰীবাৰী, গৌৰীপুৰ, আচাৰিকান্দি, মানকাচাৰ আদি ঠাইত থিতাপি লয় বুলি জনা যায়। ইয়াৰে ১০০ টা মান পৰিয়াল বিলাসীপাৰাত আশ্ৰয় লয়হি। তেওঁলোকৰ কেইজনমান বয়োজ্যেষ্ঠ ব্যক্তিৰ পৰা জনা যায় যে পৰম্পৰাগতভাৱে চলি অহা এই হস্তশিল্পটোৱেই তেওঁলোকৰ জীৱিকা উপাৰ্জনৰ ঘাই পথ। ৯৫% ভাগেই এই শিল্পৰ ওপৰত নিৰ্ভৰশীল। আৰ্থিক অৱস্থা ক্ৰমে অৱনতিৰ ফালে ঢাল খোৱাত তেওঁলোকৰ কিছুসংখ্যক লোকে বৰ্তমানে অন্যান্য ব্যৱসায়ত লাগিছে। কিছুমানে চৰকাৰী-বেচৰকাৰী বিভাগত চাকৰি কৰি আৰু কোনো কোনোৱে দিন হাজিৰা হিচাপে কাম কৰিও জীৱিকা উপাৰ্জন কৰিবলৈ লৈছে। এওঁলোকৰ পুৰুষ-মহিলা উভয়ে এই মৃৎ-শিল্পৰ লগত জড়িত। জনা যায় যে পালসকলৰ এই মৃৎ-শিল্প উদ্যোগটোৰ প্ৰক্ৰিয়াটো আৰম্ভ কৰিবৰ বাবে অন্ততঃ ৮-১০ হাজাৰ টকাৰ প্ৰয়োজন হয়। কিন্তু সেই হিচাপে আয় খুব কম, কাৰণ মাটিৰ সামগ্ৰীবোৰৰ উচিত মূল্য পোৱা নাযায়। ঘৰে ঘৰে গৈ ধান-চাউলৰ মাধ্যমত বিক্ৰী কৰিলে কিছু লাভৱান হয় যদিও এইটো অতি কষ্টকৰ।

হীৰাসকলৰ দৰে পালসকলেও মাটিৰ সাজ-বাচন আদি তৈয়াৰ কৰোঁতে এবিধ বিশেষ ধৰণৰ মাটি ব্যৱহাৰ কৰে। এই মাটি দূৰ-দূৰণিৰ পৰা সংগ্ৰহ কৰিব লাগে। ট্ৰাকেৰে কঢ়িয়াই আনিবলগীয়া হোৱাত প্ৰতি ট্ৰাকত ৪০০ টকাকৈ খৰছ বহন কৰিব লগীয়া হয়।

পাল সম্প্ৰদায়ৰ লোকসকলে বিভিন্ন মাটিৰ পাত্ৰ কি পদ্ধতিৰে তৈয়াৰ কৰে তাক অলপ চমুকৈ জনা যাওক। প্ৰথমতে মাটিখিনি পানীৰে মিলাই বোকা কৰি ভৰিৰে গছকি গছকি মাটিখিনি মমৰ দৰে কোমল কৰি লোৱা হয়। এনেদৰে মাৰি লোৱা মাটিখিনিৰে ঘূৰণীয়া পিঠাৰ নিচিনাকৈ কিছুমান 'ডলা' বনাই লোৱা হয়। এই 'ডলা'ৰ পৰাহে বিভিন্ন সামগ্ৰী তৈয়াৰ কৰা হয়। কলহ আদিৰ ক্ষেত্ৰত 'ডলা'খন চাকত বহাই লৈ তাৰ দ্বাৰা তলিৰ পৰা মাজৰ অংশলৈ বনোৱা হয়। কলহটোৰ ওপৰৰ অংশ বেলেগ সাঁচৰ দ্বাৰা তৈয়াৰ কৰি দুয়োটা অংশ লগ লগাই সম্পূৰ্ণ কলহটো তৈয়াৰ কৰা হয়। 'ফুলা'ৰ সহায়ত কলহৰ মুখত বিভিন্ন চানেকী দিয়া হয়। আকৌ ফুলৰ টাব বনাবলৈ 'ডলা'খন সাঁচত বহুৱাই 'টাব'ৰ আকৃতি দিয়া হয়। এনেদৰে প্ৰস্তুত কৰা সামগ্ৰীসমূহ 'ভাটা'ত পুৰিবলৈ দি ব্যৱহাৰৰ উপযোগী কৰি তোলা হয়। তেওঁলোকে প্ৰতি বছৰে প্ৰায় ২০,০০০ কলহ ২ /৩ লাখ ফুলৰ টাব আৰু ৮-১০ হাজাৰ কুঁৱাৰ ৰিং তৈয়াৰ কৰে বুলি জানিব পৰা যায়।

উৎপাদিত সামগ্ৰীসমূহ স্থানীয় বজাৰ, গাঁও-ভূঁইৰ উপৰি অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন ঠাইলৈ ৰপ্তানি কৰা হয়। ফুলৰ টাবসমূহ গুৱাহাটী, তেজপুৰ, যোৰহাট, ডিব্ৰুগড়, তিনিচুকীয়া, ছিলং, কহিমা, মধ্যভোগীসকলৰ (দালাল) বাবে প্ৰকৃত শিল্পী বা শ্ৰমিকসকলে লাভখিনি ভোগ কৰিব নোৱাৰে। এই মৃৎ-শিল্পত নিয়োজিত পালসকলে হীৰাসকলৰ দৰে চৰকাৰৰ পৰা তেনে উল্লেখযোগ্য সহায় পোৱা নাই যদিও কেইবছৰমান আগতে কিছুমান শিল্পীয়ে 'চাক' আদি শিল্পৰ সজুঁলি চৰকাৰৰ পৰা সাহায্য হিচাবে পাইছে। চৰকাৰৰ পৰা পোৱা সাহায্য বা ঋণ তেনেই নগণ্য। আনহাতে এই শিল্পীসকলে বেঙ্কৰ আৰু ক্ষুদ্ৰ উদ্যোগ হিচাপে ঋণ লোৱাৰ পৰা বিৰত থাকে।

বিলাসীপাৰাৰ বাহিৰেও বগৰীবাড়ী, গৌৰীপুৰ, সুখচৰ, মানকাচাৰ আদি ঠাইতো এই মৃৎ-শিল্পই এসময়ত বিশেষ স্থান অধিকাৰ কৰিছিল। কালক্ৰমত এই হস্তশিল্পজাত উদ্যোগটোৱে বিভিন্ন সমস্যাৰ সন্মুখীন হ'ব লগীয়া হোৱাত শিল্পটোক কোনোৰকমে জীয়াই ৰাখিছে।

ধুবুৰী জিলাৰ গৌৰীপুৰৰ ওচৰত থকা আচাৰিকান্দিত বসবাস কৰা পালসকলেও অতীজৰে পৰা এই মৃৎ-শিল্পতেই নিজকে নিয়োজিত কৰি জীৱিকা চলাই আহিছে। আচাৰিকান্দি নিবাসী প্ৰখ্যাত মৃৎ-শিল্পী শ্ৰীধীৰেন্দ্ৰ নাথ পালকে ধৰি কেবাঘৰো মানুহে এই শিল্পত নানা পৌৰাণিক আৰু উন্নত মানৰ নক্সা আদিৰে বিভিন্ন মাটিৰে নিৰ্মিত সামগ্ৰী, যেনে ঃ বিভিন্ন দেৱ-দেৱীৰ মূৰ্তি, পুতলা, সজোৱা সামগ্ৰী, একেলগে বহুতো চাকি জ্বলাব পৰা ওখ গছা, ধূপদানী, বিভিন্ন ধৰণৰ পাত্ৰ আৰু 'জাঞ্জৰ' (মুৰি ভজা সঁজুলি), ফুলৰ টাব আদি আকৰ্ষণীয় সামগ্ৰী তৈয়াৰ কৰি বিশেষ সুনাম অৰ্জন কৰিছে। এইবোৰেই 'টেৰাকোটা' শিল্পৰ বস্তু বুলি অসম তথা বাহিৰতো স্বীকৃতি লাভ কৰিছে। শ্ৰীধীৰেন্দ্ৰ নাথ পালৰ একাগ্ৰতা আৰু নীৰৱ সাধনাৰ বাবে এই শিল্পত বিশেষভাৱে তৈয়াৰী বিভিন্ন বস্তুৱে অসম, ভাৰত আৰু বিদেশতো সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছে। শ্ৰীপালৰ শিল্পী মনৰ প্ৰেৰণাতেই কিছুমান বিশেষ নক্সা থকা আৰু কিছুমান প্ৰাচীন চিহ্ন থকা বস্তু তৈয়াৰ হৈছে। এঁৱেই ভিন্ ভিন্ ঠাইত এই শিল্পত ৰাপ থকা ব্যক্তিসকলকো 'টেৰাকোটা' শিল্পৰ শিক্ষা দি আহিছে। অলপতে তেজপুৰ, যোৰহাটত পতা কৰ্মশালাত বিশেষ ভূমিকা গ্ৰহণ কৰি শিকাৰুসকলক 'টেৰাকোটা'ৰ বিশেষ জ্ঞান দি আহিছে। ১৯৮২ চনত দিল্লীত আৰু ১৯৮৭ চনত ডেনমাৰ্কত, ১৯৮৮ চনত মাদ্ৰাজত হোৱা প্ৰদৰ্শনীত শ্ৰীপালে যোগদান কৰি তেওঁৰ 'টেৰাকোটা'ৰ বস্তুৰ বাবে অসমলৈ সুনাম কঢ়িয়াই আনে। এই শিল্পৰ যোগেদিয়েই তেওঁ জাৰ্মানী, ডেনমাৰ্ক আদি ভ্ৰমণৰ সুবিধা পায়। শ্ৰীপালৰ মাতৃ শ্ৰীমতী সৰলা দেৱী ১৯৮২ চনত হোৱা দিল্লীৰ প্ৰদৰ্শনীত ৰাষ্ট্ৰীয় পুৰস্কাৰেৰে পুৰস্কৃতও হৈছিল। এইগৰাকী শিল্পীয়ে অসমৰ বিভিন্ন অঞ্চলত 'টেৰাকোটা' শিল্পৰ প্ৰতি জনসাধাৰণক সজাগ কৰাৰ বাবে বিশেষ অৰিহণা যোগাই আহিছে। এই শিল্পৰ জৰিয়তে শ্ৰীপালে সুনাম অৰ্জন কৰাৰ লগতে আৰ্থিকভাৱেও যথেষ্ট উন্নতি লাভ কৰি এই লোক-কলাৰ প্ৰতি এক নতুন প্ৰেৰণা যোগাবলৈ সক্ষম হৈছে। এই সন্দৰ্ভত এগৰাকী মহিলাৰ নাম উল্লেখ কৰাটো নিতান্ত প্ৰয়োজন বুলি ভবাৰ থল আছে। সেইগৰাকী মহিলা হ'ল গৌৰীপুৰৰ ৰাজ-পৰিয়ালৰ নীলিমা বৰুৱা। এই 'টেৰাকোটা' শিল্পটোৰ সৰ্বাঙ্গীণ উন্নতিৰ হকে ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তত থকা মৃৎ-শিল্প উদ্যোগসমূহৰ লগত জড়িত হৈ প্ৰাচীন আৰু অত্যাধুনিক মাটিৰ সামগ্ৰীৰ 'চানেকী' সমূহ সংগ্ৰহ কৰি মৃৎ-শিল্পীসকলক উৎসাহিত কৰিছিল। তেখেতে বহু বছৰ সৰ্বভাৰতীয় হস্তশিল্প বোৰ্ডৰ সদস্যা হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। তেখেতৰ প্ৰেৰণা আৰু উদগনিৰ ফলশ্ৰুতি হিচাপে শ্ৰীধীৰেন্দ্ৰ নাথ পালে আন্তৰ্জাতিক খ্যাতিসম্পন্ন মৃৎ-শিল্পী হিচাপে পৰিগণিত হৈ অসম তথা ভাৰতলৈ গৌৰৱ কঢ়িয়াই আনিবলৈ সক্ষম হৈছে।

আচাৰিকান্দিৰ শিল্পীসকলেও আন আন হীৰা আৰু পাল মৃৎ-শিল্পীসকলৰ দৰে একে ধৰণৰ আৰ্থিক সমস্যাত ভুগিছে। এই সমস্যাটোৰ সম্পৰ্কে ওপৰত আলোচনা কৰা হৈছে।

বৰ্তমানে গৌৰীপুৰতো ভালেকেইটা পাল সম্প্ৰদায়ৰ পৰিয়াল আছে বুলি জনা যায়। এওঁলোকেও এই মৃৎ-শিল্পকেই জীৱিকা উপাৰ্জনৰ মুখ্য উদ্দেশ্য বুলি পুৰুষাণুক্ৰমে এই ক্ষুদ্ৰ উদ্যোগটো চলাই আহিছে যদিও, সম্প্ৰতি এই লোকসকলে বিভিন্ন সমস্যাৰ সন্মুখীন হ'ব লগীয়া হৈছে বুলি জনা যায়।

ওপৰৰ আলোচনাৰ পৰা আমি এটি স্পষ্ট ধাৰণা ল'ব পাৰিলো যে আমাৰ সামাজিক, সাংস্কৃতিক আৰু আৰ্থিক জীৱনত এই মৃৎ-শিল্প বোলা লোক-কলা বিধৰ এক বিশেষ গুৰুত্ব আছে। বৰ্তমানত এই শিল্পটোৱে প্ৰসাৰ আৰু উন্নতি লাভ কৰাটো দূৰৈৰ কথা ইয়াৰ অৱনতিহে পৰিলক্ষিত হৈছে। ইয়াৰ মূল কাৰণ অৰ্থনৈতিক আৰু শিল্পটোৰ প্ৰতি চৰকাৰ তথা সমাজৰ লোকে বিশেষ আদৰ নকৰি অৱহেলা কৰা। লগতে এই শিল্পত নিয়োজিত বেছি ভাগে শিক্ষা-দীক্ষাত পিছ পৰা বাবে এওঁলোকে ইয়াত উন্নতিৰ বাবে যথাযথ ব্যৱস্থা ল'ব নোৱাৰে। তাৰ উপৰি শিল্পটোৰ বাবে প্ৰয়োজনীয় বিশেষ ধৰণৰ মাটি সংগ্ৰহতো যথেষ্ট ব্যয় কৰিব লগীয়া হয়। মাটিৰ বয়-বস্তুবোৰ পুৰিবলৈ ভাটাৰ বাবে খৰি-খেৰৰ বাবদ যথেষ্ট পৰিমাণে ব্যয় কৰিব লগীয়া হয়। এই কাৰণবোৰৰ বাবে উৎপাদিত সামগ্ৰীসমূহৰ উৎপাদন ব্যয় বহুত বেছি পৰে। ফলত উৎপাদিত বস্তুবোৰ বেছি দামত বিক্ৰী কৰিব লগীয়া হয়। আনহাতে আজিকালিৰ বজাৰত এলুমিনিয়াম, ষ্টিল, প্লাষ্টিক, হেন্দোলিয়াম আদি বিভিন্ন ধাতুৰ বাচন-বৰ্তন ওলোৱাত মানুহে মাটিৰ পাত্ৰৰ সলনি এইবোৰকে ব্যৱহাৰ কৰিবলৈ লৈছে। এইবোৰৰ দাম বেছি হ'লেও এই সামগ্ৰীসমূহ বহুদিনলৈ ব্যৱহাৰ কৰিব পাৰি। এইবোৰ নানা কাৰণত মৃৎ-শিল্পৰ অৱনতিয়ে দেখা দিছে। এই মৃৎ-শিল্পৰ কিছুমান বস্তুৰ আমাৰ সামাজিক আৰু ব্যৱহাৰিক জীৱনত অপৰিহাৰ্য। এইবোৰৰ বিকল্প নাই। পূজা-পাৰ্বণ, বিয়া-সবাহ, মৃতকৰ সংস্কাৰাদি কাৰ্য আদি নানান মাঙ্গলিক কাৰ্যত মাটিৰ বিভিন্ন সামগ্ৰী নহ'লে নচলে। সেয়েহে এই শিল্পটোক অৱহেলা কৰাটো উচিত নহয়। গতিকে ইয়াত ইয়াৰ উন্নতিকল্পে এই শিল্পত নিয়োজিত শিল্পীসকলে চৰকাৰে আৰু জনসাধাৰণে সঙঘবদ্ধভাৱে প্ৰচেষ্টা হাতত ল'ব লাগিব। শিল্পীসকলেও নিৰাশ নহৈ শিল্পটো জীৱিত কৰি ৰাখিবলৈ যৎপৰোনাস্তি চেষ্টা চলাব লাগিব। তেওঁলোকে তেওঁলোকৰ অভাৱ-অভিযোগ আৰু অসুবিধাবোৰৰ বিষয়ে চৰকাৰ তথা সমাজক অৱগত কৰিব লাগিব। চৰকাৰেও এই বিষয়ত বিশেষ মনোযোগ দি প্ৰয়োজন বোধে আৰ্থিক সাহায্য, ঋণ আদি আগ বঢ়োৱা, কম ব্যয়তে কেঁচামালৰ যোগান ধৰা আদি বিষয়ে চিন্তা-চৰ্চা কৰি যথাযথ ব্যৱস্থা ল'ব লাগিব। তাদুপৰি

অশিক্ষিত বা কম শিক্ষিত আগ্ৰহী শিল্পীসকলক কাৰিকৰী শিক্ষা দিয়াৰ ব্যৱস্থা কৰিব লাগিব। সময়ে সময়ে প্ৰদৰ্শনী, মেলা আৰু মৃৎ-শিল্পৰ উৎপাদিত বস্তুবোৰৰ প্ৰতিযোগিতা পাতি শিল্পীসকলক উৎসাহ আৰু প্ৰেৰণা যোগাব লাগিব। এই শিল্পৰ উন্নতিকল্পে অত্যাধুনিক সা-সঁজুলি প্ৰৱৰ্তন কৰি ইয়াক এটি নতুন অভিলেখ সৃষ্টি কৰাৰ প্ৰয়াস কৰিব লাগিব। আমি জনসাধাৰণেও এই শিল্পীসকলৰ দুখ-দুৰ্দশাৰ কথা চিন্তা কৰি তেওঁলোকৰ উৎপাদিত সামগ্ৰীবোৰৰ উপযুক্ত দাম দিব কুণ্ঠাবোধ কৰিব নালাগিব। তাৰ উপৰি তেওঁলোকৰ মাটিৰে নিৰ্মিত সামগ্ৰীসমূহ কিনাত জনসাধাৰণ আগ্ৰহী হ'ব লাগিব। তাদুপৰি তেওঁলোকে যাতে উৎপাদিত বয়-বস্তুবোৰৰ যথোচিত মূল্য পায় তাৰ বাবে প্ৰচেষ্টা হাতত হ'ব লাগিব। মধ্যভোগীসকলে যাতে তেওঁলোকক বেছি ঠগিব নোৱাৰে তাৰ বাবে আমাৰ সমাজেও অলপ লক্ষ্য ৰাখিব লাগিব। বিত্তীয় অনুষ্ঠানসমূহেও এনে শিল্পীক ঋণ আদি দি সহায় কৰাত আগ্ৰহী হ'ব লাগিব। একেলগে এই বিভিন্ন ব্যৱস্থাবোৰ হাতত ল'ব পাৰিলে এই শিল্পটোৱে পুনৰ উন্নতিৰ পথত আগ বাঢ়ি ই আমাৰ দেশত বৰ্তমানে দেখা দিয়া নিবনুৱা সমস্যাৰ সমাধানত যথেষ্ট সহায়ক হ'ব বুলি আশা কৰিব পাৰি। *

*[এই প্ৰবন্ধটি যুগুতাওঁতে মৃৎ-শিল্পৰ কেইগৰাকীমান শিল্পীৰ পৰা তথ্য-পাতি সংগ্ৰহ কৰাৰ উপৰি বিভিন্ন আলোচনী আৰু সংবাদ-পত্ৰৰ সহায় লোৱা হৈছে।]





# ধুবুৰী জিলাৰ বড়ো সংস্কৃতিৰ আভাস

## জনিল কুমাৰ ব্ৰহ্ম

ধুবুৰী জিলাৰ ভৌগোলিক পৰিসীমা পৰ্যবেক্ষণ কৰিলে দেখা যায় যে, ধুবুৰী চহৰৰ পৰা আলমগঞ্জ, বগৰিবাৰী, বিলাসীপাৰা পাৰ হৈ শালকোছা, চাপৰ, বহলপুৰলৈকে ৩১নং ৰাষ্ট্ৰীয় ঘাই পথৰ উত্তৰ অঞ্চল তথা কোকৰাঝাৰ জিলাৰ সীমান্তৱৰ্তী এলেকাত বিস্তীৰ্ণ পাহাৰেৰে আগুৰা সেউজী মনোৰম প্ৰাকৃতিক দৃশ্য দেখিবলৈ পোৱা যায়। এই বিস্তীৰ্ণ পাহাৰ এলেকাৰ মাজে মাজে হাবি-জংগল কাটি উপযুক্ত ঠাইত গাঁও পাতি আজি যুগ-যুগৰে পৰা বৃহৎ মঙ্গোলীয় তথা তিব্বতমী গোষ্ঠীৰ বড়ো জনজাতিসকলে বসবাস কৰি আহিছে।

ফকিৰাগ্ৰাম আৰু বিলাসীপাৰা চহৰৰ নিকতৱৰ্তী গাঁও গুণগুণিখাটা, বাওখাভাঙি, টাকিমাৰী, বাৰসি, মালগাঁও, বেথাগাঁও আদি গাঁও হৈ কোকৰাঝাৰ জিলাৰ সীমান্তৱৰ্তী এলেকাৰ বহলপুৰলৈকে এই পাহাৰ অঞ্চলক বড়ো সমাজে চাপৰ, শালকোচা অঞ্চল বুলি কয়। আনফালে তাহানি বগৰিবাৰী জমিদাৰৰ বনাঞ্চলৰ অধীনস্থ টিপকাই মঙ্গলাঝোৰা, বাশবাৰী আৰু কাজিগাঁও আদি বড়ো অধ্যুষিত পাহাৰ অঞ্চলক পৰ্বতজোৰাৰ অঞ্চল বুলি কয়। উক্ত পাহাৰ এলেকাৰ বাহিৰেও আজিকালি বড়ো জনগোষ্ঠীৰ লোকসকলেও ধুবুৰী, গৌৰীপুৰ আদি চহৰতো জীৱন যাপন কৰিবলৈ আৰম্ভ কৰিছে। কোৱা বাহুল্য যে ধুবুৰী জিলা বড়ো জনগোষ্ঠীৰ বাহিৰেও ৰাভা, গাৰো, চাওঁতাল, নেপালী, বাঙালী-মুছলমান আদি জনগোষ্ঠীৰ গাঁও তথা জনসংখ্যাৰ কথা পৰ্যবেক্ষণ কৰি তেওঁলোকৰ সুৰক্ষাৰ্থে বৰ্তমান কালত ভাৰত চৰকাৰে প্ৰস্তাৱিত বড়োলেণ্ড অঞ্চলত অন্তৰ্ভুক্ত কৰিছে।

বড়ো জনগোষ্ঠীৰ লোকসকল ধুবুৰী জিলালৈ ক'ৰ পৰা আহিল, কেতিয়া আহিল আৰু কেনেকৈ আহিল — এই সম্বন্ধে ইতিহাসে সঠিকভাৱে ক'ব নোৱাৰিলেও যুগ যুগ ধৰি চলি অহা বড়ো জনশ্ৰুতি মতে বড়ো জনগোষ্ঠীৰ লোকসকলে তাহানিৰ অবিভক্ত গোৱালপাৰা জিলা আৰু তাৰেই অংশ বিশেষ। বৰ্তমান ধুবুৰী জিলাত পোনতে নেপাল আৰু ভূটান পাহাৰৰ বাটেদি আহি বৰ্তমান ভূটান ৰাজ্যৰ নামনিস্থ পশ্চিমবঙ্গৰ জলপাইগুৰি, আলিপুৰদুৱাৰ আৰু অসমৰ বিজনী, চিদলী, চিৰাং হৈ দৰং, লক্ষীমপুৰ জিলালৈকে বিভিন্ন অঞ্চলত বিয়পি পৰে। পিছত তেওঁলোকে দেশৰ নানা যুদ্ধ-বিগ্ৰহ সঘনে সংঘটিত হোৱা আৰু ওচৰ-চুবুৰীয়াৰ ভূটীয়া সকলৰ উৎপাত আদি সহ্য কৰিব নোৱাৰি, তাহানিৰ অবিভক্ত গোৱালপাৰা জিলা আৰু বৰ্তমান তাৰেই অংশবিশেষ ধুবুৰী জিলালৈ আহিবলৈ লয়। আনফালে বড়োসকলে ডিমাপুৰ, মাইবং আৰু খাছপুৰৰ পৰা খাচীয়া জয়ন্তীয়া পাহাৰ হৈ বৰ্তমান মেঘালয় ৰাজ্যৰ মাজেদি আহি ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে অৰ্থাৎ বড়ো ভাষাৰে 'দৈখুং খুলি' বৰ্তমান গোৱালপাৰা জিলাৰ দুধনৈ, কৃষ্ণাই জলেশ্বৰ আৰু মেঘালয়ৰ টিক্ৰিকিল্লা আদি ঠাইত বসতি স্থাপন কৰে। কালক্ৰমত নানা ধৰণৰ প্ৰাকৃতিক দুৰ্যোগৰ সন্মুখীন হৈ সেই ঠাইৰ বড়োসকলে উত্তৰফালে ব্ৰহ্মপুত্ৰ পাৰ হৈ ধুবুৰী জিলাত বসবাস কৰিবলৈ লয়। ধুবুৰী জিলাৰ বড়োসকলৰ লগত দৈখুংখুলি আৰু চিদলী চিৰাং অঞ্চলৰ পূৰ্বপুৰুষ সম্বন্ধীয়ৰ ঘৰত আলহী খাবলৈ অহা যোৱা কৰা আজিও চলি আছে। অতি পুৰণি কালৰ পৰাই ভাৰতৰ উত্তৰ-পূব অঞ্চলৰ বড়ো জনগোষ্ঠীৰ লোকসকলে ধুবুৰী জিলাৰ পৰ্বত জোৰাৰ পাহাৰৰ মনোৰম প্ৰাকৃতিক দৃশ্যৰ প্ৰতি আকৃষ্ট হৈ আৰু সেই ঠাইৰ বন সম্পদৰ প্ৰতি আকৃষ্ট হৈ এইখন ঠাইলৈ আহি বসবাস কৰিবলৈ যোৱাৰ কথা. বড়োসকলৰ অতিকৈ প্ৰিয় লোকগীত এটাত সুন্দৰভাৱে ফুটি উঠিছে। ই অৱশ্যে ধুবুৰী জিলাৰ বাবে গৌৰৱৰ কথা। সেয়া হ'ল .............

"পৰ্বজোৱা পৰ্বজোৱা  
বংফাং দাম্নী থাংবীলা-থাংবীলা  
শালজোৱা, মাখুজোৱা  
লাবী লাবী আদা লাব্ৰু-বান্দাৰু।"

অসমীয়া  
পৰ্বজোৱাত কাঠ কাটিবলৈ গ'লে  
শালযোৰ মাকুজোৰ আনিবি-আনিবি  
ককাইটি 'লাব্ৰু-বান্দাৰু'।

যি কি নহওঁক, ধুবুৰী জিলাত প্ৰাক-ঐতিহাসিক কালৰে পৰা তেওঁলোকে নিজস্ব সুকীয়া ধৰ্ম, কলা-কৃষ্টি, ভাষা-সাহিত্য, গীত-মাত আদি সংস্কৃতি বুকুত বান্ধি লৈ বসবাস কৰি আহিছে।

এসময়ত বড়োসকলৰ বুতিছসকলৰ কু-অভিপ্ৰায়ৰ উচ্চ বৰ্ণত ব্ৰাহ্মণ প্ৰভাৱৰ হেঁচাত সামাজিক, অৰ্থনৈতিক, ধৰ্ম, ভাষা আৰু সংস্কৃতি বিলুপ্ত প্ৰায় হৈছিল। ঠিক সেই সময়তে ইং ১৮৬২ চনত ধুবুৰী জিলাৰ পৱিত্ৰ কাজিগাঁৱত জন্মগ্ৰহণ হৈছিল শ্ৰীমৎ কালিচৰণ ব্ৰহ্মদেৱৰ। তেখেতে ১905 চনত কলিকতাত গৈ পৰমহংস স্বামীৰ পৰা ব্ৰহ্ম ধৰ্মৰ যজ্ঞ দীক্ষা লাভ কৰি অসমৰ পাহাৰে-ভৈয়ামে সিঁচৰতি হৈ থকা বড়ো সম্প্ৰদায়ৰ লোকসকল বিভিন্ন সভা-সমিতি আৰু ধৰ্মৰ যাগ-যজ্ঞৰ মাধ্যমেদি একটাবদ্ধ

কৰি সমাজৰ কিছুমান কু-সংস্কাৰ দূৰ কৰে আৰু আধুনিক চিন্তাধাৰাৰ লগত খোজ মিলাই ধৰ্ম, সামাজিক, অৰ্থনৈতিক আদি সকলো দিশতে উন্নতি লাভ কৰিবলৈ প্ৰেৰণা দিয়ে। অসমৰ ইমূৰৰ পৰা সিমূৰলৈ সকলো ঠাইতে এইজনা মহান ব্যক্তিক 'গুৰুদেৱ' উপাধিৰে বিভুষিত কৰে। এনেহেন মহান ব্যক্তিয়ে ধুবুৰী জিলাত জন্মলাভ কৰাটো কেৱল বড়ো সম্প্ৰদায়ৰ গৌৰৱৰ কথাই নহয়, ই ধুবুৰী জিলাৰ জাতি-বৰ্ণ নিৰ্বিশেষে সকলোৰে পৰম গৌৰৱৰ কথা।

ভাৰতবৰ্ষৰ উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন ৰাজ্যৰ বড়ো সকলে তেওঁলোকৰ নিজস্ব উন্নত মানৰ সাংস্কৃতি বহন কৰি অহাৰ দৰে ধুবুৰী জিলাৰ বড়ো সকলেও কৃষি কৰ্মৰ ওপৰত ভিত্তি কৰি অতীজৰে পৰা জীৱিকা নিৰ্বাহ কৰি আহিছে।

আদিম কালত বড়ো সমাজত মাতৃপ্ৰধান প্ৰথা আছিল। কালক্ৰমত হিন্দু ধৰ্মৰ প্ৰভাৱত পৰি পূৰুষ প্ৰধান নীতিলৈ পৰিৱৰ্তন হয়। বড়ো সমাজত কোনো গোত্ৰ বা উচ্চ-নীচৰ ভেদাভেদ নাই। পূৰুষ সকলৰ দৰে বড়ো নাৰী সকলেও কৰ্মদক্ষ আৰু কাৰ্যদক্ষ। পূৰুষৰ সমানে নাৰী সকলেও খেতি পথাৰত ধান ৰোৱে। তেওঁলোকেই আগভাগ লয়। বড়ো তিৰোতা সকলে পাট-পলু পুহি তাৰ পৰা উৎপন্ন হোৱা এড়ি সূতা কাটি বিভিন্ন ৰং-বেৰং সানি অতি আকৰ্ষণীয় ফুলাম এড়ি চাদৰ বনোৱাত বৰ পাকৈত। তেওঁলোকে এতিয়াও পূৰণি পদ্ধতিৰ শাল-মাকুৰে বিভিন্ন ধৰণৰ কাপোৰ ৰোৱে। কাপোৰ বোৰ নজনা তিৰোতাক তেওঁলোকে সমাজত হেয় জ্ঞান কৰে।

ধৰ্মৰ ক্ষেত্ৰত বড়ো জনগোষ্ঠীৰ লোকসকলে বাথৌ বা শিৱ ধৰ্মক মহান আৰু পৱিত্ৰ বুলি ভাৱে। বাথৌ ধৰ্ম হ'ল বড়ো সকলৰ মুল ধৰ্ম। তেওঁলোকৰ মতে বাথৌ বা শিৱই হ'ল নিৰাকাৰ সৰ্ব্ব জগতত বিৰাজমান। তেৱেঁই হ'ল সৃষ্টি, স্থিতি আৰু লয়ৰ গৰাকী। যুগ পৰিৱৰ্তনৰ লগে-লগে আজিকালি বড়ো সকলেও বিভিন্ন ধৰ্মত অনুগত হ'ল। ধুবুৰী জিলাত অৱশ্যে সৰহভাগেই ব্ৰহ্মা ধৰ্মাৱলম্বী বুলি কলেও বঢ়াই কোৱা নহয়।

শিক্ষাৰ ক্ষেত্ৰত ধুবুৰী জিলাৰ বড়োসকল শামুকীয়া গতিত আগ বাঢ়ি আছে। টিপকাই গোৱাইমাৰী গাঁৱৰ বড়ো মাতৃৰ পুত্ৰ শ্ৰীযুত সতীশ চন্দ্ৰ ব্ৰহ্মাই সত্তৰ দশকত একেবাৰতে I.A.S, I.P.S আৰু I.F.S পৰীক্ষাত উত্তীৰ্ণ হৈ পিছপৰা বড়ো সম্প্ৰদায়ক প্ৰেৰণামূলক উৎসাহ আৰু উদগনি যোগাৱাটো সকলোৰে ধন্যবাদৰ পাত্ৰ। তেখেত অসমৰ বড়োভাষীসকলৰ ভিতৰত প্ৰথম চিভিলিয়ান অফিচাৰ। ই ধুবুৰী জিলাবাসীৰ বাবে সচাঁকৈয়ে গৌৰৱৰ কথা। বৰ্তমান এই জিলাৰ বড়োসকলৰ মাজত আঙুলি মূৰত গণিব পৰাকৈ অতি কম সংখ্যাৰ বড়ো যুৱক-যুৱতীয়ে ডাক্তৰ, ইঞ্জিনীয়াৰ, স্নাতকোত্তৰ আৰু স্নাতক ডিগ্ৰীধাৰী হৈ ওলাই আহিব পাৰিছে। যথেষ্ট সংখ্যক যুৱক-যুৱতীয়ে মেট্ৰিক পাছ কৰি নিবনুৱা সমস্যাত পৰি আছে। যোৱা ১৯৭০ চনৰ পৰা ধুবুৰী জিলাত বড়ো মাধ্যমৰ প্ৰচলন হয় আৰু বৰ্তমান এই জিলাত বড়ো ল'ৰা-ছোৱালীবো প্ৰায় ৯৯ শতাংশই বড়ো মাধ্যমত শিক্ষা গ্ৰহণ কৰে। অতি গৌৰৱৰ কথা যে বড়োসকলৰ পৱিত্ৰ সাহিত্য সভা অনুষ্ঠান এখন প্ৰতিষ্ঠা কৰাৰ বাবে গুণা-গঁঠা আৰু চিন্তা-চৰ্চা এই ধুবুৰী জিলাৰ সদৰ ঠাই ধুবুৰী চহৰতেই চলিছিল আৰু তাৰেই পৰা প্ৰস্তাৱ লৈ যোৱা ১৯৫২ চনৰ ১৬ নবেম্বৰত বাসুগাঁৱত পৱিত্ৰ 'বড়ো সাহিত্য সভা' নামৰ অনুষ্ঠানটোৰ জন্ম দিয়া হয়।

সাহিত্য, সংস্কৃতি আৰু কলা-কৃষ্টিৰ ক্ষেত্ৰত ধুবুৰী জিলাৰ বড়ো সকল অতি পিছপৰা বুলি ক'ব পাৰি। অৱশ্যে অতীজৰে পৰা এই জিলাত বড়ো সম্প্ৰদায়ৰ পৰা মাজে মাজে সাহিত্য-সংস্কৃতি তথা কলা কৃষ্টি অনুৰাগী ব্যক্তি সকলোৰ আবিৰ্ভাৱ হৈছিল। শুকান ঝোৰ গাঁৱৰ শ্ৰীধীৰেন্দ্ৰ নাৰ্জাৰী, চিক্কীখাতা গাঁৱৰ শ্ৰীনৰেশ চন্দ্ৰ ব্ৰহ্মা নাইগাঁৱৰ শ্ৰীখগেন্দ্ৰ নাথ ব্ৰহ্মা আৰু তেওঁৰ সংগীবৃন্দই অল ইণ্ডিয়া ৰেডিও গুৱাহাটীৰ বড়ো গীতৰ পূৰণি শিল্পী। তেওঁলোকেই বেতাঁৰ শিল্পী হিচাপে এই জিলাৰ প্ৰথম পথ প্ৰদৰ্শক। বাশবাৰী মালতীঝোৰা গাওঁৰ প্ৰধান ধনঞ্জয় ব্ৰহ্মা হাৰঝোৰা গাঁৱৰ কেশৱ চন্দ্ৰ ব্ৰহ্মা, নাইগাঁৱৰ প্ৰমোদ কুমাৰ ব্ৰহ্মা পলাশগুৰি গাওঁৰ শিবেন্দ্ৰ ব্ৰহ্মা পাহকন দাৰা গাওঁৰ জপিন্দ্ৰ ব্ৰহ্মা, বন্যাগুৰী গাওঁৰ নীৰেন্দ্ৰ ব্ৰহ্মা, ফুটকিবাৰী ফাৰেওগুৰ। গাওঁৰ সুবুংসা মুছাহাৰী, ফকিৰগ্ৰাম হায়াৰ ছেকেণ্ডাৰী স্কুলত ভাইচ্ প্ৰিন্সিপাল শ্ৰীযুত জ্যোতিৰ্ময় বসুমতাৰী আৰু চাপৰ শালকোচা এলেকাৰ চিন্তাশীল ব্যাক্তিসকল ধুবুৰী জিলাৰ বড়ো সাহিত্যিক। তেওঁলোকৰ দ্বাৰা মাজে সময়ে উচ্চ মানদণ্ডৰ প্ৰবন্ধ পাতি, কবিতা, চুটিগল্প, জীৱনী, সমালোচনা আদি বিভিন্ন আলোচনীৰ মাধ্যমেদি নিজেই গল্প, উপন্যাস, কবিতা আদি পুথি চপাই উলিয়াবলৈ সক্ষম হৈছে। অৰংনি ৰাইজাম, চিকুংনি দেখ্ৰী, বড়ো আলোচনীবোৰে ধুবুৰী জিলাৰ বড়ো সমাজৰ অনুষ্ঠান-প্ৰতিষ্ঠানবোৰৰ দ্বাৰা প্ৰকাশ পাইছে। ধুবুৰী জিলাৰ বড়ো সকলে তেওঁলোকৰ স্বকীয় বৈশিষ্ট্যৰে বৈসাগু উৎসৱ আৰু দশমী উৎসৱত খাম-চিফুং, জথা-(মাদল, বাঁহী, মঞ্জুৰী) ৰ সুমধুৰ সুৰৰ আঁৰে আঁৰে নানা ধৰণৰ গীত-মাত গাই জাক-জমকতাৰে পালন কৰে। লগতে তেওঁলোকৰ সাংস্কৃতিক জীৱন ধাৰাৰে বৈ অহা বিয়া বাৰু শ্ৰাদ্ধ, আঠমঙ্গলা আদি উৎসৱক তেওঁলোকৰ সামাজিক বিধিৰে পালন কৰি আহিছে।



# ধুবুৰী জিলাৰ গাৰো সমাজৰ চমু আভাস

মলয় এছ ৰেমা

অসমৰ একেবাৰে পশ্চিমাঞ্চলত অৱস্থিত সীমামূৰীয়া জিলা ধুবুৰীত যুগ যুগ ধৰি বসবাস কৰি আহিছে গাৰো জনগোষ্ঠীৰ লোকসকল। ইতিহাসৰ পাত লুটিয়ালে দেখা যায় যে মংগোলীয় গোষ্ঠীৰ উক্ত সম্প্ৰদায়ৰ লোকসকলে সুদূৰ তিব্বতৰ পৰা আহি ধুবুৰী জিলাৰ ফালাকাটা, পুৰণি পাণবাৰী আদি গাঁৱত বসতি আৰম্ভ কৰিছিল। সময়ৰ বুকুত জিলাৰ আন আন অঞ্চললৈকে সিচঁৰতি হৈ গাঁও পাতি জীৱিকাৰ পাতনি মেলিছিল।

সদৌ অসম গাৰো ছাত্ৰ সন্থাৰ, এটি সমীক্ষা মতে ধুবুৰী জিলাত বসবাস কৰা গাৰো সম্প্ৰদায়ৰ সৰ্বমুঠ জনসংখ্যা হ'ল ১১৫৪৫ জন। উক্ত সন্থাৰ অন্তৰ্গত চাৰিখন আঞ্চলিকত মুঠ ১৬০১ টা গাৰো পৰিয়াল আছে। ইয়াৰে টিপকাই আঞ্চলিকৰ ২২খন গাৱঁত ২৬১ টা পৰিয়াল, ৰাক্ষসৰবন আঞ্চলিকৰ আঞ্চলিকৰ ৭ খন গাঁৱত ৫৭৫ টা পৰিয়াল আছে।

অসমৰ বিভিন্ন জিলাত বসবাস কৰা গাৰোসকলৰ দৰে ধুবুৰী জিলাৰ গাৰো সমাজেও অসমৰ বাৰেৰহনীয়া কৃষ্টি সংস্কৃতিৰ লগত তাল মিলাবলৈ ক্ৰুটি কৰা নাই। কিন্তু দুখৰ বিষয় এই যে আন আন জনগোষ্ঠীৰ তুলনাত গাৰো জাতি এতিয়াও বহুত পিছ পৰি আছে। ইয়াৰ ঘাই কাৰণ হ'ল গাৰোসকলৰ মাজত থকা অৰ্থনৈতিক দুৰা ৱস্থা। ভাৰতীয় সংবিধানে জনজাতিক দিয়া সা-সুবিধাবোৰৰ পৰা সহজ-সৰল গাৰো সমাজ এতিয়াও বঞ্চিত। বৰ্তমান আধুনিক শিক্ষাৰে শিক্ষিত হোৱা উদীয়মান গাৰো ডেকা-গাভৰুৱে তেওঁলোকৰ সমস্যাবোৰ উপলব্ধি কৰিবলৈ সমৰ্থ হৈছে আৰু উক্ত খিলঞ্জীয়া জনগোষ্ঠীটোক নিজস্ব কলা-সংস্কৃতিৰে জীয়াই ৰখাৰ প্ৰতিশ্ৰুতিৰে গঢ়ি তুলিছে 'সদৌ অসম গাৰো ছাত্ৰ সন্থা'। ধুবুৰী জিলাতো উক্ত সন্থাৰ এটা শাখা আছে। তেওঁলোকে জিলাখনৰ অত-ত'ত সিচঁৰতি হৈ থকা গাৰোসকলৰ সমস্যাসমূহ চৰকাৰৰ দৃষ্টিগোচৰ কৰিবলৈ চেষ্টা চলাই আছে। এই ক্ষেত্ৰত সমৰ লগতে ধুবুৰী জিলাৰ আন আন জনগোষ্ঠীৰ সহায়-সহযোগ পাব বুলি গাৰো ছাত্ৰ সন্থাই গভীৰভাৱে আশা কৰে।

গাৰো সকলৰ এটা সামাজিক বিশিষ্টতা আছে। সেয়া হ'ল অসমৰ দুটা মাতৃ প্ৰধান জনজাতিৰ ভিতৰত গাৰো সকলো এটা। মাতৃ প্ৰাধান্যই গাৰো সমাজক এটা বিশিষ্ট ৰূপ দিছে। তেওঁলোকৰ কিছুমান গোত্ৰ (মাচং) আছে। গোত্ৰবোৰৰ দুটা ঠাল চাংমা আৰু মাৰাখ। এই ঠাল দুটাক 'চাৎচি' বুলি কোৱা হয়। ধুবুৰী জিলাত এই দুয়োটা ঠালৰে জনজাতি বৰ্তমান। ছোৱালীৰ মাক-বাপেকৰ ঘৰলৈ জোঁৱাই আহি থকাৰ নিয়মটো গাৰোসকলৰ মাজত প্ৰচলিত আছে। ঘৰজোৱাইক 'নোকৰম' বুলি কোৱা হয়।

**বসতি আৰু সমাজ জীৱন ঃ** ধুবুৰী জিলাৰ অন্তৰ্গত টিপকাই মঙলাৰঝাৰ, বঁশবাৰী, বেদলংমাৰী বৰোপাহাৰ আদি পাহাৰীয়া অঞ্চলবোৰত গাৰোসকলে তাহানিৰে পৰা গাঁওপাতি বসতি কৰি আছে। গাৰো সকল যদিও মাতৃপ্ৰধান জাতি তথাপিও সমাজত তিৰোতাৰ স্থান উচ্চ নহয়। তিৰোতাসকলে পুৰুষৰ লগত সমানে খেতি-বাতিৰ কাম কৰে। গোটেই দিনটো ঘৰৰ কামবন কৰি গিৰিয়েক, ল'ৰা-ছোৱালীৰ আল-পৈচান ধৰে। গাৰোসকলৰ জীৱন-যাপনৰ প্ৰধান সম্বল হৈছে খেতিবাতি। তেওঁলোকে পাহাৰৰ হাবিবন কাটি ঝুম খেতি কৰে। অৱশ্যে ধুবুৰী জিলাৰ গাৰোসকলে আজিকালি সমতল ভূমিত আন আন জনগোষ্ঠীৰ দৰে খেতিবাতি কৰিবলৈ লৈছে। তেওঁলোকে ধান (মিমা), শিমলু আলু (খা-বোলচু), কপাহ (খিল, লাউ (ৰাউ), কোমোৰা (আখাৰু) আদি শাক-পাচলি আৰু শস্যৰ গুটি সিঁচি দি খেতি কৰে। ইয়াৰ উপৰি সমতল ভূমিত আহু আৰু সালি ধানৰ লগতে মৰাপাট, সৰিয়হ আদিৰ খেতি কৰাও দেখা যায়।

**গাঁও-ভূঁই ঃ** গাৰো গাঁওবোৰ পৰিষ্কাৰ-পৰিচ্ছন্ন কৰি ৰখা হয়। তেওঁলোকে পাহাৰৰ ওপৰত ঘৰবাৰী বান্ধি থাকিবলৈ ভাল পায়। ঘৰবোৰ একেখন চোতালক কেন্দ্ৰ কৰি চাৰিওফালে ঘূৰণীয়াকৈ খেৰেৰে সজোৱা হয়। একোখন গাঁৱত প্ৰায় ২০।২৫ ঘৰকৈ মানুহ থাকে। ঘৰবোৰ দীঘলকৈ সজা হয়। বহুতে চাংঘৰ সাজে। গাৰো গাঁৱত ডেকা ল'ৰাবোৰৰ কাৰণে ডেকা চাং থাকে। ইয়াক নোকঁ-ফানথে বোলে। ইয়াত ডেকাবোৰে ৰাতি শোৱে আৰু গধূলি নাচ-গান কৰি মনৰ আনন্দ-স্ফূৰ্তি প্ৰকাশ কৰে। সমূহীয়া উৎসৱপাৰ্বণত নোক্‌পান্‌থেত লাওপানী পান কৰি নাচি-বাগি আমোদ-প্ৰমোদ কৰা হয়। খোৱাপানীৰ বাবে পাহাৰীয়া জুৰিৰ পানী ব্যৱহাৰ কৰা দেখা যায়। অৱশ্যে কিছুমানে ঘৰৰ কাষতে কুৱা খান্দি পানী ব্যৱহাৰ কৰাও দেখা যায়। গাৰোসকলে খোৱাপানীৰ বিষয়ে বৰ সাৱধনতা অৱলম্বন কৰে।

**ধৰ্মবিশ্বাস আৰু উৎসৱ পৰ্বণ ঃ** ধুবুৰী জিলাত বসবাস কৰা গাৰোসকলৰ কিছুমান খৃষ্টান ধৰ্মাৱলম্বী আৰু কিছামন অখৃষ্টান। খৃষ্টান ধৰ্ম গ্ৰহণ নকৰা গাৰো সকলক 'চাংচাৰেক' বুলি কোৱা হয়। চাংজাৰেকসকলে হিন্দুসকলৰ নিচিনাকৈ মূৰ্ত্তিপূজা, অগ্নি পূজা কৰি যাগযজ্ঞ তপস্যা আদি কৰে। গাৰোসকলে ভূত-প্ৰেত বিশ্বাস কৰে। ডাঙৰ দেৱতাজনক চাল্‌জং, তাতাৰা-ৰাবুগা, মিত্তে দলিগিপা আদি নামাকৰণ কৰা হৈছে। বেমাৰৰ পৰা পৰিত্ৰাণ পাবলৈ কুকুৰা বলি দি পূজা কৰে। হাঁহ, ছাগলী, কুকুৰ আদিও বলি দিয়ে।

গাৰোসকলৰ প্ৰধান উৎসৱ হ'ল মাংগোনা বা দেলনাং চোৱা আৰু ৱানা বা ৱানগালাই। গোটেই বছৰটোৰ ভিতৰত যিবিলাক মানুহ মৰে সেইবিলাকৰ প্ৰেতাত্মাৰ শুদ্ধিৰ নিমিত্তে গাঁৱত সমূহীয়াকৈ মাংগানা উৎসৱ পালন কৰা হয়। সযত্নে ৰখা মৃতকৰ অস্থি ভস্মবোৰ মাংগনাৰ সময়ত বাহিৰলৈ আনি উৎসৱৰ শেষত পুৰি পেলায়। ৱানগালা হৈছে খেতি-বাতি চপোৱাৰ পিছত পালন কৰা উৎসৱ। গাঁৱৰ ডেকা-গাভৰুবোৰে লাওপানী খাই ঘৰে ঘৰে ওৰে নিশা নাচি-বাগি আনন্দ ফূৰ্ত্তিৰে এই উৎসৱৰ পালন কৰে। কিছুমান গাঁৱত ৪। ৫ দিনলৈকে এই উৎসৱ চলি থাকে।

**পোছাক-পৰিচ্ছদ ঃ** গাৰো জনজাতিৰ লোকসকলে অতি প্ৰচীনকালৰে পৰাই নিজ হাতে সূতা-কাটি ঘৰুৱা তাঁতৰ শালত কাপোৰ বুই বস্ত্ৰ পৰিধান কৰিছিল। আজি-কালিও গাৰোসমাজত তিৰোতাসকলে বজাৰৰ পৰা ৰং বিৰঙৰ সূতা কিনি নিজ হাতে কাপোৰ বুৱা দেখিবলৈ পোৱা যায়। গাৰো তিৰোতাসকলে অকণমান কাপোৰ এখনেৰে কঁকালৰ পৰা আঁঠুলৈকে ঢাকি ৰাখে। পুৰুষবোৰে লেংটি মাৰে। অৱশ্যে আজি-কালি গাৰো সমাজৰ পোছাক-পৰিচ্ছদৰ ক্ষেত্ৰত আধুনিকতাৰ ছাপ পৰা পৰিলক্ষিত হয়। ডেকাসকলে পেন্ট-ছাৰ্ট আৰু গাভৰুবোৰে স্কাৰ্ভ, চেলোৱাৰ কামিজ আদি আধুনিক সাজ-পাৰ পৰিধান কৰাও দেখা যায়।

**বিচাৰ-ব্যৱস্থা ঃ** গাৰোসকলৰ সামাজিক বিচাৰৰ এটা বৈশিষ্ট্য আছে। এই ক্ষেত্ৰত গোত্ৰবিলাকৰ প্ৰাধান্য মন কৰিবলগীয়া। কোনো এজন লোকৰ দোষৰ বাবে গোটেই গোত্ৰাটোৱেই দায়ী হয়। দোষী ব্যক্তিজনৰ বাবে গোটেই গোত্ৰটোৱেই টকা-পইচা গোটেই দণ্ড ভৰিবলগীয়া হয়। আন গোত্ৰৰ লোকসকলে দণ্ডৰ টকা ভাগ কৰি লয়। এনেকুৱা সমূহীয়া দায়িত্ব পালনৰ ব্যৱস্থা আন জনজাতিৰ সামাজিক বিচাৰ পদ্ধতিত দেখিবলৈ পোৱা নাজায়।

ভাষা-উপভাষা ঃ গাৰো ভাষা তিব্বত-বৰ্মী গোষ্ঠীৰ বড়োঠালৰ ভাষা। গাৰোসকলৰ ভাষাৰ লগত আন আন জনজাতীয় ভাষাৰ মিল থকা দেখা যায়। অৱশ্যে গাৰোসকলৰ মাজত থকা বিভিন্ন ঠালৰ মাজত বেলেগ বেলেগ কথিত উপভাষা আছে।

**গ্ৰন্থপঞ্জী আৰু সহায় লোৱা ব্যক্তিসকল ঃ**

১। ডঃ প্ৰমোদ চন্দ্ৰ ভট্টচাৰ্য সম্পাদিত অসমৰ জনজাতি গ্ৰন্থ
২। শ্ৰীযতীন্দ্ৰ আৰ মাৰাক
৩। শ্ৰীজেমচ্ মাৰাক
৪। শ্ৰীজগদীশ কুমাৰ কলিতা








# ব্যুৎপত্তি অন্বেষণৰ আলোকত হুদুম পূজা

দীনেশ কলিতা

বৰ্ণাঢ্য লোক-সংস্কৃতিৰ উৰ্বৰ ভূমি গোৱালপাৰা জিলা। এই জিলাখনে অসম তথা ভাৰতক ভৌগোলিকভাৱে যেনেদৰে 'প্ৰান্ত প্ৰহৰী' হৈ ৰক্ষণাবেক্ষণ দি আছে তেনেদৰে ইয়াৰ স্বকীয় বৈশিষ্ট্য সম্বলিত লোক-সংস্কৃতিয়ে অসমীয়া সংস্কৃতিৰ বৰভেটিটো মজবুতকৈ ধৰি ৰাখিছে। আনুষ্ঠানিক, অনানুষ্ঠানিক, ধৰ্মসাপেক্ষে, ধৰ্মনিৰপেক্ষ আদি লোক-সংস্কৃতিৰ সকলো শাখা-প্ৰশাখাৰে এই প্ৰান্ত জিলাখন উপচি আছে। ধৰ্মসাপেক্ষ লোক-সংস্কৃতিৰ এপদ হ'ল — 'হুদুম পূজা'।

হুদুম পূজা গোৱালপৰীয়া আইসকলৰহে পূজা। আচৰণবিধিৰ ফালৰ পৰা ই গুপ্ত পূজা। পুৰুষৰ প্ৰৱেশ নিষিদ্ধ এইবিধ পূজাই গোৱালপৰীয়া আইসকলৰ মাজত কেতিয়া, কেনেকৈ ঠাই পালে তাৰ অন্বেষণ বৰ কষ্ট-কল্পিত। কিন্তু মানৱ সভ্যতাৰ পতনৰ কিছু বছৰ পিছৰ পৰা এইবিধ পূজা চলি আহিছে বুলি ভবাৰ অৱকাশ পোৱা যায়। গোৱালপৰীয়া লোক-সংস্কৃতিৰ সাধক শিৱেন্দ্ৰ নাৰায়ণ মণ্ডল, সন্ধিয়া ৰায় প্ৰমুখ্যে আন পণ্ডিতসকলৰো অভিমত এই যে — 'স্মৰণাতীত কাল'ৰ পৰা এই পূজা চলি আহিছে। দেশত যেতিয়া দীৰ্ঘদিন ধৰি অনাবৃষ্টি হয়, কৃষকে যেতিয়া পানীৰ অভাৱত খেতি-বাতি কৰিব নোৱৰা হয় তেতিয়া বৰষুণ আনিবৰ বাবে এই পূজা কৰা হয়। (কামৰূপৰ ফালে বৰষুণ অনাবলৈ 'বেং বিয়া' পাতে আৰু ঢেকী চুৰ কৰি ৰাস্তাৰ দাঁতিত পুতি থয়।)

হুদুম পূজা গভীৰ নিশা জনসমাগমহীন কোনো নিৰ্জন স্থানত বা নৈৰ পাৰত অনুষ্ঠিত কৰা হয়। ''এই পূজা কৰাৰ বাবে এজোপা কলগছ, এটা জলপূৰ্ণ ঘট, এখন নতুন কুলা, ফেচু চৰাইৰ বাঁহ আৰু বেশ্যাৰ চুলি সংগ্ৰহ কৰা হয়। তদুপৰি বাৰ শইচ (বাৰ প্ৰকাৰ শষ্য), নৈৱেদ্যৰ ফল-মূল, গুড়, চেনি আদিও লাগে। হুদুম পূজাৰ কাৰণে এটি সন্তানৰ জননীৰ গা-ধোৱা পানী অপৰিহাৰ্য উপকৰণ। পূজাৰ কাৰণে নিৰ্দিষ্ট ঠাই ডোখৰ পৰিস্কাৰ-পৰিচ্ছন্ন কৰাৰ পিছত তাত এটা গাঁত খন্দা হয় আৰু সেই গাঁতটোত বেশ্যাৰ চুলি, ফেচুলুকাৰ বাহ আৰু এটি সন্তানৰ মাকৰ গা-ধোৱা পানী ঢালি দিয়া হয়। ঘাই পূজাৰিণীজনীয়ে উৰুলিৰ মাজেদি বিবসনা হৈ কলগছডাল সেই গাঁতটোত পুতি দি নতুন কুলাখনৰ ওপৰত গা ধোৱে। তাৰ পিছত পুনৰ সঘনাই দিয়া উৰুলিৰ মাজত কুলাত থকা পানী ঢালি হুদুমদেৱৰ প্ৰতীক কল গছজোপাক গা ধুৱাই কল গছৰ গুৰিত ঘট স্থাপন কৰা হয়। ঘট স্থাপন কৰাৰ পিছত ধূপ-দীপ-নৈবেদ্য আদি সজায় হুদুমদেৱৰ সন্তুষ্টি সাধনৰ কাৰণে পূজাৰিণী আৰু নাচনীসকলে উলংগ হৈ নৃত্য-গীত কৰে।''[1]

কল গছজোপাক শ্ৰীসন্ধিয়া ৰায়ে তেওঁৰ ''গোৱালপাৰা লোকগীত'' শীৰ্ষক প্ৰবন্ধত হুদুম দেওৰ প্ৰতীক বুলি কৈছে। তেওঁৰ মতে — ''অনাবৃষ্টিৰ সময়ত কৃষকে যেতিয়া খেতি কৰিব নোৱৰা হয় তেতিয়া জীৱন্ত ''হুদু'' চৰাই আনি আঁউসীৰ এন্ধাৰ ৰাতি পথাৰত এটি খুঁটিত বান্ধি গাঁৱৰ তিৰোতাসকলে উলংগ হৈ চাৰিওফালে ঘূৰি ঘূৰি নাচে।... পিছলৈ হুদু চৰাইৰ ঠাইত এটি কলগছ পুতি এই অনুষ্ঠান পৰিৱেশন কৰা হয়।'[2] হুদুম পূজাত কেৱল বিধৱা আৰু বিবাহিতা ৰমণীয়েহে অংশ লয়। তেওঁলোকে হুদুমদেৱৰ প্ৰতীক কলগছজোপাক শৃঙ্গাৰ ৰসাত্মক অঙ্গি-ভঙ্গীৰে আলিঙ্গন কৰে। সৰলপ্ৰাণা গোৱালপৰীয়া আইসকলে ভাবে — এনে কৰিলে ''হুদুমদেও'' সন্তুষ্ট হ'ব আৰু কৃপাৰ বশ হৈ হুদুমদেৱে বৃষ্টি-বৰিষণৰ দ্বাৰা পৃথিৱীক শষ্যসম্ভৱা কৰি তুলিব। এনে বিশ্বাস আগত ৰাখি তেওঁলোকে গায় —

''জাগৰে জাগৰে হুদুম আজিকাৰ ৰাতি
গৃহস্থীয়া কৰে পূজা দিয়া ধূপ চালান বাতি।
..............
কালা মেঘে ধলা মেঘে ডাকিয়া আন কৰি * (*বৰষুণ)
আন্ধাৰ কৰিয়া দেওৱা আইসে দাবাৰি।''

— এইদৰে ধূপ-দীপেৰে পূজাৰ্চনা কৰাৰ পিছত পুনৰ কাকুতি কৰি গায় —

''হুদুম দেও হুদুম দেও
এক ছলকা পানী দেও,
ছুয়ায় আছোং নাই পানী
ছুয়ায় ছুতী বাৰাবানি
কালা মেঘ ধওলা মেঘ
মেঘ সোদৰ ভাই,
এক ঝাক্ পানী দেও
গাও ধুবাৰ যায়।''

— এনে কাতৰ বিননিৰ পিছতো বৰষুণৰ উম-ঘাম নেদেখিলে হুদুম দেওৰ ওপৰত আয়তীসকলৰ খং উঠে। খং মানে অভিমান; অভিমানতে তেওঁলোকে হুদুম দেওক গালি পাৰে — ভক্তই ভগৱানক পৰা গালি। এই গালিত সতিনী বা সাত-শতৰুৰ জিঘাংসাৰ অন্তৰ্দাহ নাই; আছে ভক্তি-ক্ষোভৰ অভিমান ভৰা উষ্মা।

''আয়ৰে হাড়িয়া মেঘ আয় পৰ্বত ধায়া
তোক মেঘক বান্ধি থুইম মাথাৰ কেশ দিয়া,

আয়ৰে কালিয়া মেঘ, আয় পৰ্বত ধায়া
তোক মেঘক বান্ধি থুইম গলাৰ হাৰ দিয়া।''

গোপীসকলেও লটি-ঘটি কৰাৰ বাবে শ্ৰীকৃষ্ণক গালি দিছিল। কামৰূপী লোকগীত এটিত আছে — 'অ' নিলাজ কানু মেখেলা নুচৰি মোৰ।'' আন এটি গীতত আছে —

'অ' শ্যাম কলীয়া অ' আজিনো পলাবি ক'ত?
যমুনাৰ বালিতে ৰাসলীলা কৰোঁতে মেৰাই মেৰাই বান্ধিম তোক।''

হুদুম পূজাত যৌনগন্ধী নৃত্য-গীত আৰু অন্যান্য ক্ৰিয়া-কলাপ থকাৰ কাৰণ সম্পৰ্কে ড০ বীৰেন্দ্ৰ নাথ দত্তই যি অভিমত দিছে — সেয়া সঁচাকৈয়ে প্ৰণিধানযোগ্য। তেওঁ কৈছে — '' . . . হুদুম দেও পূজাত যৌনগন্ধী নৃত্য-গীত আৰু অন্যান্য ক্ৰিয়া-কলাপৰ স্থান আছে, যিবোৰ আপাত দৃষ্টিত অশ্লীল যেন লাগিব পাৰে, কিন্তু প্ৰজনন ভাওনাপুষ্ট কৃষি নিৰ্ভৰ সমাজত শস্য উৎপাদন আৰু সন্তান উৎপাদন সমধৰ্মী বুলি ধৰি লোৱা হয় বাবে যৌন মিলন কেন্দ্ৰিক ক্ৰিয়া-কলাপৰ অনুকৰণ আৰু উল্লেখ শস্য বৃদ্ধিৰ সহায়ক বুলি বিশ্বাস কৰা হয়। পৃথিৱীৰ বহুতো কৃষিজীৱী সমাজত এনে বিশ্বাস আৰু আচাৰৰ প্ৰত্যক্ষ বা পৰোক্ষ নিদৰ্শন আছে।[৩]

হুদুম পূজা প্ৰকৃততে কোনজন দেৱতাৰ পূজা, — এই লৈ পণ্ডিতসকলৰ মাজত মতভেদ আছে। কিন্তু এটা কথাত কাৰো দ্বিমত নাই; কথাটো হ'ল — হুদুম 'এজন দেৱতা' (হুদুম দেও হুদুম দেও এক ছলকা পানী দেও) আৰু তেওঁ পানীৰ দেৱতা। ভাৰতীয় ধৰ্ম বিশ্বাসত পানীৰ গৰাকী হিচাপে প্ৰধানতঃ দুজন দেৱতাক প্ৰযুক্ত কৰা হয় — বৰুণ আৰু ইন্দ্ৰ। কোনো কোনোৱে মেঘক পানীৰ দেৱতা বুলি স্বীকাৰ কৰে।[৪] এইক্ষেত্ৰত আমাৰ অভিমত অন্য ধৰণৰ। আমাৰ বিচাৰত 'হুদুম' নামৰ পানীৰ দেৱতা এজনৰ কথা ভাৰতীয় ধৰ্মশাস্ত্ৰৰ ঐতিহ্যই স্বীকাৰ নকৰে। বৰুণ, ইন্দ্ৰ আদি বেদ সমৰ্থিত দেৱতা আৰু ইহঁত আৰ্য দেৱতা। হুদুম নামৰ দেৱতাজনক বৰুণ, ইন্দ্ৰ আদি দেৱতাৰ লগত একাৰ্থবাচক হিচাপে ধৰিলে হুদুম পূজা আৰ্যগোষ্ঠীসম্ভূত পূজা বুলি কোৱাত বাধা নাথাকে। ৰাজকুমাৰী নীহাৰ বৰুৱাই তেওঁৰ 'নগ্ন পূজা' শীৰ্ষক প্ৰবন্ধত 'হুদুম দেও' পূজাক 'মেঘ দেৱতা'ৰ পূজা বুলি উল্লেখ কৰিছে। শিৰেন্দ্ৰ নাৰায়ণ মণ্ডলে নীহাৰ বৰুৱাৰ মতটোৱে অধিকতৰ যুক্তি গ্ৰাহ্য বুলি কৈ তাৰ পিছত নিজৰ অভিমত ব্যক্ত কৰিছে এনেদৰে — 'প্ৰথমতে যি উদ্দেশ্যেত এই পূজাৰ সৃষ্টি নহওক কিয়, পিছৰ কালত 'হুদুম পূজা' মেঘ দেৱতা বা ইন্দ্ৰ পূজাত ৰূপান্তৰিত হৈছে।[৫] মণ্ডলে মেঘ আৰু ইন্দ্ৰক একেজন দেৱতা বুলি মানি লৈছে আৰু এই মতৰ সপক্ষে হুদুম পূজাৰ এটি গীতত 'দেৱৰাজ' শব্দটিৰ উল্লেখৰ কথা কৈছে — ''দেৱৰাজ যেইনা ঘাটে, দুৰ্বা তুলসী ভাসে।'' ''দেৱৰাজ' শব্দই ইন্দ্ৰক বুজায়। বৈদিক দেৱতা ইন্দ্ৰ হিন্দু শাস্ত্ৰত বৃষ্টিদাতা দেৱতা ৰূপে স্বীকৃত হৈ আহিছে। এইফালৰ পৰা মণ্ডলে কোৱাৰ দৰে হুদুম পূজা ইন্দ্ৰৰে পূজা। কিন্তু ইন্দ্ৰ দেৱতাক কিয় 'হুদুম' কোৱা হ'ল? এই সম্পৰ্কে মণ্ডলে একো কোৱা নাই। ইন্দ্ৰৰ আন নাম 'হুদুম' বুলি কোনো শাস্ত্ৰতে পোৱা নাযায়। আনহাতে ভাষাগত আৰু অৰ্থগতভাৱে হুদুমক ইন্দ্ৰৰ লগত কোনোপ্ৰকাৰে খাপ খুৱাই ল'ব নোৱাৰি। সন্ধিয়া বায়ে তেওঁৰ পূৰ্বোক্ত প্ৰবন্ধত হুদুম পূজাৰ বিষয়ে ক'বলৈ গৈ — ''জীৱন্ত হুদু চৰাই আনি আঁউসীৰ এন্ধাৰ ৰাতি পথাৰৰ খুঁটিত বান্ধি' পূজা কৰাৰ কথা কৈছে। এইক্ষেত্ৰত হুদু চৰাইৰ লগত 'হুদুম'ৰ এটা সম্পৰ্ক বিচাৰি পোৱা যায়। মণ্ডলৰ ৰচনাত আকৌ হুদু চৰাইৰ উল্লেখ নাই। তেওঁ 'ফেচু' চৰাইৰ বাঁহৰ কথাহে কৈছে। এই ফেচু শব্দই ফেঁচু (বড়ো ভাষাত ফেৰেংগাদাও) নে ফেঁচা (owl) চৰাইক বুজায় তাৰ অৰ্থও স্পষ্ট নহয়। ফেচু আৰু ফেঁচা দুয়োবিধ সম্পূৰ্ণ ভিন্ন প্ৰজাতিৰ চৰাই। অন্যহাতে ফেঁচা মানে আকৌ হুদু নহয়। গতিকে এনে বৰ্ণনাই অলপ খেলি মেলি লগায়। আমাৰ বোধেৰে 'হুদু'ৰ পৰা 'হুদুম' শব্দই ব্যুৎপত্তি লভা নাই আৰু ই আৰ্যমূলীয় পূজা নহয়। পণ্ডিত-গৱেষক অজয় কুমাৰ চক্ৰৱৰ্তীয়ে তেওঁৰ 'Literature in Kamata Koch Raj Darbar' গ্ৰন্থত হুদুম পূজাক লিংগ (শিৱ) পূজাৰ ৰূপান্তৰ বুলি অভিমত দিছে। শিৱ অনাৰ্য দেৱতা বুলি পণ্ডিত সমাজৰ দ্বাৰা স্বীকৃত। এই ফালৰ পৰা চালে হুদুম পূজা অনাৰ্য গোষ্ঠী সম্ভূত পূজা। হুদুম পূজাৰ অৰ্চনা-পদ্ধতি আৰু উপকৰণবোৰলৈ লক্ষ্য কৰিলে, যেনে — হুদু চৰাই বা ফেঁচু বাঁহ, উলঙ্গ নৃত্য, বেশ্যাৰ চুলি, এটি সন্তানৰ জননীৰ গা-ধোৱা পানী আদি কথাৰ দ্বাৰা ইয়াক অনাৰ্যমূলীয় বুলি ক'ব পাৰি। বড়ো-কছাৰীসকলে বাঁৱায় ৰাজা (স্বয়ং মহাদেৱ)ৰ গাৰ্জা পূজাত কুকুৰা চৰাই আৰু মদ; মাঁদাম বুগাৰ নায় নামৰ খেৎ (ক্ষেত্ৰ) পূজাত বাদুলি এযোৰ, চুক ভেকুলী এটা পূজাৰ উপচাৰ স্বৰূপে আগ বঢ়ায়। কিন্তু লিংগ পূজাৰ শিৱ দেৱতাৰ লগত হুদুম দেওৰ সম্পৰ্কৰ আঁত বিচাৰি পোৱা নাযায়। কেৱল এটা ক্ষেত্ৰত দুয়োটাৰ মাজত মিল আছে সেয়া হ'ল — প্ৰজনন ভাবনাৰে সন্তান উৎপাদনৰ বাসনা লিংগ পূজাত থকাৰ দৰে হুদুম পূজাতো থাকে যৌনগন্ধী আচৰণেৰে হুদুমদেওক সন্তুষ্ট কৰি বৃষ্টিৰূপে বীৰ্যৰে পৃথিৱীক শস্য সম্ভৱা কৰি তোলাৰ দুৰ্বাৰ বাসনা।

**হুদুম পূজাৰ** উৎপত্তি অথবা হুদুম শব্দৰ ব্যুৎপত্তি সম্পৰ্কে আমাৰ ধাৰণা অন্য ধৰণৰ। এই পূজা নিতান্তই অনাৰ্য গোষ্ঠীয় আৰু ই মঙ্গোলীয় জনগোষ্ঠীৰ বড়ো ভাষা-সংস্কৃতিৰ লগত সম্পৰ্কিত। ইতিমধ্যে ''কিছুমানে এই অঞ্চলৰ হুদুম পূজাক কিৰাত জনগোষ্ঠীৰ মাইকী মানুহে কৰা 'বৃষ্টি বন্দনা' বুলি অভিমত দিছে।[৬] এই কথাখিনি অধিক যুক্তিগ্ৰাহ্য। কিয়নো কিৰাতসকল হ'ল মঙ্গোলীয় লোক। যজুৰ্বেদ আৰু অথৰ্ব বেদত মঙ্গোলীয় মানুহক কিৰাত বুলি জনা যায়।[৭] ইন্দো-মঙ্গোলীয় গোষ্ঠীৰ বড়ো ভাষাত 'হাঁনায়' মানে 'দিয়া', 'দাঁই' মানে 'পানী' আৰু 'মাঁদায়' মানে 'দেৱতা'। অৰ্থাৎ হাঁনায়-দাঁই-মাঁদায় — দিয়া (হে) 'পানী-দেৱতা' — এইষাৰ কাকুতি বাণী। পিছলৈ আৰ্য-মঙ্গোলীয়ৰ মাজত সংস্কৃতিৰ সমন্বয় গঢ়ি উঠাত আৰ্য ভাষাৰ প্ৰভাৱত 'মিশ্ৰণ'[৮] ৰ ফলত হাঁনায়-দাঁই মাঁদায় > হাঁদাঁমা > হদম > হুদুম হ'ব পাৰে। তদুপৰি বড়ো ভাষাত 'হুদুম' বুলি এটা শব্দও আছে যাৰ অৰ্থ 'গালি দিয়া'। হুদুম পূজাতো দেশত অনাবৃষ্টি হোৱা কাৰণে জল দেৱতাৰ ওপৰত বিতুষ্ট হৈ গোৱালপৰীয়া আইসকলে বৃষ্টিদাতা দেৱতাক অভিমান ব্যঞ্জিত কাকুতিসূচক গালি দিয়ে। গালি অৰ্থত ব্যৱহৃত 'হুদুম'ৰ পৰা হুদুম শব্দই ব্যুৎপত্তি লাভ কৰিব পাৰে। হুদুম পূজাৰ এটি গীততো আছে — ''তোক মেঘক বান্ধি থুইম মাথাৰ কেশ দিয়া।''

এতিয়া প্ৰশ্ন হ'ল — হুদুম পূজাই গোৱালপৰীয়া আইসকলৰ মাজত কেনেকৈ, কেতিয়া থিতাপি ল'লে? এই প্ৰশ্নৰ উত্তৰ বিচাৰি গোৱালপাৰাৰ আদিম জনগোষ্ঠীৰ ইতিহাস পৰ্যালোচনা কৰিব লগা হয়।

গোৱালপাৰা জিলাৰ আদিম অধিবাসী বুলিলে প্ৰধানকৈ কোচ-কছাৰী-ৰাজবংশী-ক্ষত্ৰিয়সকলকে বুজায়। মূলতঃ এওঁলোক মঙ্গোলীয় গোষ্ঠীৰ লোক। ''খৃঃপূঃ এহেজাৰ বছৰ আগেয়ে . . . উত্তৰ-পূব ভাৰতত মঙ্গোলীয় সংস্কৃতিৰ প্ৰভাৱ পৰিছিল। সেই সময়ত আৰ্যৰ সংস্কৃত-সাহিত্য-বেদৰ সংকলন কাম সমাধা হয়। যজুৰ্বেদ আৰু অথৰ্ব বেদত মঙ্গোলীয় মানুহক কিৰাত বুলিছিল। তিব্বতৰ মঙ্গোলীয়সকলে পোনে পোনে দক্ষিণলৈ আহি হিমালয় পৰ্বতৰ দাতি-কাষৰীয়া ঠাইবোৰত বসতি কৰাৰ কাৰণে সংস্কৃত কক্ষৰাত বা কচ্ছাত শব্দৰ পৰা কিৰাত আৰু কছাৰী শব্দৰ উৎপত্তি হৈছে বুলি ধাৰণা কৰা হয়। পণ্ডিতসকলৰ মতে — খৃঃপূঃ এহেজাৰ বছৰৰ পূৰ্বে এৰিয়ান-মঙ্গোলীয়ান বা আৰ্য-কিৰাতৰ মাজত সংস্কৃতিৰ সমন্বয় গঢ়ি উঠিছিল। পূব ভাৰতৰ প্ৰাগ্‌জ্যোতিষপুৰৰ মহাৰাজ ভগদত্তৰ ভনীয়েক ভানুমতীক কৌৰৱৰ জ্যেষ্ঠ দুৰ্যোধনে বিয়া কৰাইছিল। সেই সূত্ৰত কৌৰৱ-পাণ্ডৱৰ ভিতৰত হোৱা মহাভাৰতৰ বিখ্যাত কুৰুক্ষেত্ৰ যুদ্ধত ভগদত্তই চীনা আৰু কিৰাত সৈন্য লৈ কৌৰৱৰ ফলীয়া হৈ ভীষণ পৰাক্ৰম দেখুৱাইছিল।

. . . ভগৱান বুদ্ধৰ বুদ্ধত্ব প্ৰাপ্তিৰ পিছত বিদেহ (উত্তৰ বিহাৰ, উত্তৰ বঙ্গ) আৰু মিথিলা (পশ্চিম বিহাৰ) আদি দেশত লিচ্ছবি নামে এটি মঙ্গোলীয় গোষ্ঠীৰ অন্তৰ্গত জাতি আছিল। পিছৰ কালত লিচ্ছবি জাতিয়ে বৰ্তমানৰ উত্তৰ বঙ্গত ৰাজত্ব কৰিবৰ সময়ত ব্ৰাহ্মণৰ দ্বাৰা দীক্ষিত হৈ আৰ্য সংস্কৃতি গ্ৰহণ কৰি ক্ষত্ৰিয় বুলি পৰিচয় দিয়ে। বৰ্তমান গোৱালপাৰাত বসবাস কৰা কোচ-ৰাজবংশীসকলো ক্ষত্ৰিয় হিচাপে পৰিচিত।

ভাৰতৰ আৰ্যসকলৰ প্ৰাচীন সংস্কৃত সাহিত্যবোৰত কিৰাতসকলক ম্লেচ্ছ (মেচ) বুলি আখ্যা দিয়া হৈছে। 'অমৰকোষ' অভিধানত পোৱা যায় —

''লোকহয়ং ভাৰতবৰ্ষং শৰাৱত্যাস্তয়ো দৈৱ বঃ
দেশ প্ৰাগ্‌দক্ষিণ প্ৰাচ্য উদীচ্য পশ্চিমোত্তৰঃ
প্ৰত্যন্তে ম্লেচ্ছদেশস্যাৎ মধ্যদেশস্তুমধ্যমঃ।।

গতিকে দেখা যায় মহাভাৰতৰ পূৰ্বৰ কালৰ পৰা মঙ্গোলীয় গোষ্ঠীৰ লোকসকলে অসম, উত্তৰ বঙ্গ আৰু দাতি কাষৰীয়া পাহাৰীয়া অঞ্চল বিয়পি পৰিছিল। সেই সময়ত তেওঁলোকে চীন-তিব্বতীয় শাখাৰ বিশেষকৈ তিব্বত-হিমালয়ী আৰু অসম-বৰ্মী শাখাৰ অন্তৰ্গত ভাষা (দোৱান) ব্যৱহাৰ কৰিছিল। অসম-বৰ্মী শাখাৰ এটা প্ৰধান উপ-শাখা হ'ল — বড়ো। কছাৰী, মেচ, গাৰো, ৰাভা, কোচ আদি ফৈদৰ ভাষা আছিল বড়ো। কালক্ৰমত পশ্চিমৰ পৰা আৰ্য সভ্যতা বিস্তাৰিত হোৱাৰ লগে লগে এই ভাষা ভাঙোনৰ পথলৈ আগ বাঢ়ে। উদাহৰণস্বৰূপে — উত্তৰ বঙ্গৰ বিশাল বড়োভাষী লোকসকলে হিন্দু ধৰ্মত দীক্ষিত হৈ পূৰ্বৰ বড়ো দোৱান এৰি আৰ্য ভাষা-সংস্কৃতি গ্ৰহণ কৰি হিন্দু অৱস্থাপ্ৰাপ্ত হৈ ''কোচ' নামে জনাজাত হয়। ভাষাচাৰ্য সুনীতি কুমাৰ চেটাৰ্জীয়ে 'কোচ' সকলক পশ্চিম অঞ্চলৰ বড়ো বুলি অভিহিত কৰিছে। গেইট চাহাবৰ মতেও — কছাৰীকে আদি কৰি বহুতো আদিমবাসী হিন্দু ধৰ্মত দীক্ষা লৈ কোচ হোৱাৰ পিছত কোচ এটা জাতিত পৰিণত হৈছে। এওঁ আকৌ ৰাজবংশীসকলকো মঙ্গোলীয় গোষ্ঠীৰ 'কোচ' সকলৰ বাহিৰে আন একো নহয় বুলি কৈছে। কোচসকলে এহাতে হিন্দু ধৰ্মত দীক্ষিত হৈ পূৰ্বৰ আচাৰ-ব্যৱহাৰ-ভাষা আদি ত্যাগ কৰি হিন্দুৰ আচাৰ-ব্যৱহাৰ অনুসৰণ কৰিছিল, আনহাতে নৰনাৰায়ণৰ দৰে এজন গৌৰৱোজ্জ্বল ৰজাৰ ইতিহাস পাহৰিব পৰা নাছিল। সেইকাৰণে দুয়োকুল ৰক্ষা কৰি তেওঁলোকে ৰজাৰ বংশধৰ হিচাপে নিজকে ক্ষত্ৰিয় কুলৰ 'ৰাজবংশী' বুলি চিনাকি দিছিল। এই মঙ্গোলীয় গোষ্ঠীৰ বড়ো-কোচ-ৰাজবংশীসকলৰ ভাঙোনৰ আগৰ পৰাই হয়তো তেওঁলোকৰ মাজত 'হুদুম পূজা'ৰ প্ৰচলন আছিল। প্ৰথম অৱস্থাত 'হাঁনায়-দাঁনি-মাঁদায়' হিচাপে ই আছিল বৃষ্টিদাতা দেৱতাৰ ওচৰত কৰা কাকুতি আৰু তাৰ পিছত 'হুদুম' অভিমানসূচক গালিলৈ (ভক্তই ভগৱানক পৰা গালি) পৰ্যবসিত হয়। কালক্ৰমত 'হুদুম' দেৱতালৈ উন্নীত হয় আৰু ই বিশেষকৈ মঙ্গোলীয় গোষ্ঠীৰ অন্তৰ্গত কোচ-ৰাজবংশী ক্ষত্ৰিয়সকলৰ মাজতহে থাকি যায়।

হুদুম পূজাৰ লগত কিছু সাদৃশ্য থকা আচাৰ-অনুষ্ঠান এটা উৰিষ্যাৰ বালেশ্বৰ অঞ্চলৰ কৃষিজীৱী সম্প্ৰদায় এটিৰ মাজত দেখা যায়। লক্ষ্মীপূজাৰ সময়ত এজন ৯/১০ বছৰমান বয়সৰ ল'ৰাই সন্ধিয়া সময়ত উলংগ হৈ হাতত এখন কুলা লৈ মানুহৰ ঘৰে ঘৰে কুলাখন কুবাই গায় — 'লক্ষ্মী আস, হড়ুম যাওঁ। অৰ্থাৎ লক্ষ্মী আহা, হড়ুম (অপদেৱতা) যোৱা।

সেই অঞ্চলত হড়ুম মানে অলক্ষ্মী বা অপদেৱতা। গোৱালপাৰাৰ হুদুম পূজাকো অপদেৱতাৰ পূজা বুলি ভবাৰ অৱকাশ নথকা নহয়। কিয়নো গোৱালপৰীয়া আইসকলেও হয়তো ভাবে অপদেৱতাৰ কুদৃষ্টিত দেশত বৰষুণ নহয়। গতিকে হড়ুম > হডম > হুদুম অপদেৱতাক মাথাৰ কেশ দি 'বান্ধি থুইম' বুলি কয়, কুলাত গা ধোৱা পানী হুদুমৰ প্ৰতীক কলগছ জোপাক দিয়ে, লগতে উলংগ হৈ নাচে।

ওপৰৰ আলোচনাৰ পৰা দেখা যায় হুদুম কোনো বেদোক্ত ইন্দ্ৰ, বৰুণ আদি দেৱতাৰ পূজা নহয়, শিৱ বা লিংগ পূজাৰ লগতো ইয়াৰ সম্পৰ্ক ক্ষীণ, ই কাকুতিসূচক গালিৰ পৰা কালক্ৰমত দেৱতাৰ আসনত অধিষ্ঠিত এজন (অপ) দেৱতাৰ হে পূজা। দেশত অনাবৃষ্টি হোৱা মানে শস্য হানি হোৱা। শস্য হানি মানে 'লক্ষ্মী' এৰা দিয়া। অপদেৱতাৰ কোপদৃষ্টিতহে দেশত অনাবৃষ্টিতহে দেশত দুৰ্ভিক্ষ হয়, লক্ষ্মী এৰা দিয়ে। গতিকে এনে অপদেৱতাৰ কোপদৃষ্টিৰ পৰা ৰক্ষা পাবলৈ গোৱালপৰীয়া নাৰীয়ে হুদুম পূজা কৰে।

---

১ শিৰেন্দ্ৰ নাঃ মণ্ডল ঃ হুদুম পূজা, স্মৃতিগ্ৰন্থ ৪৪ তম্ অধিৱেশন, অসম সাহিত্য সভা, অভয়াপুৰী, পৃ-২৯
২ পূৰ্বোক্ত স্মৃতিগ্ৰন্থ, পৃ-৪৭
৩ ড০ বীৰেন্দ্ৰ নাথ দত্ত ঃ গোৱালপৰীয়া লোক-সংস্কৃতি আৰু অসমীয়া সংস্কৃতিলৈ ইয়াৰ অৱদান, পৃ-৪৮
৪ প্ৰাচীন শাস্ত্ৰত ইন্দ্ৰক মেঘৰ গৰাকী বুলি উল্লেখ কৰিছে। শ্ৰীশঙ্কৰদেৱ বিৰচিত ভক্তি প্ৰদীপৰ এটি শ্লোকত আছে — ''মেঘৰ অধিপ কাশ্যপ নন্দন ই তিনিলোকৰ নাথ।''
৫ স্মৃতিগ্ৰন্থঃ অসম সাহিত্য সভা, ৪৪ তম্ অভয়াপুৰী অধিৱেশন। পৃ-৩০
৬ শিৰেন্দ্ৰ নাৰায়ণ মণ্ডলৰ পূৰ্বোক্ত প্ৰবন্ধ। পৃ-৩০
৭ ভৱেন্দ্ৰ নাৰ্জী ঃ বড়ো-কছাৰীৰ সমাজ আৰু সংস্কৃতি। পৃ-২
৮ এটা শব্দৰ এটা অংশ আন এটা শব্দৰ আন এটা অংশ লগ লাগি এটা সম্পূৰ্ণ নতুন শব্দত পৰিণত হোৱা প্ৰথাৰ নাম মিশ্ৰণ। যেনে — সং ঃ গৰ্ব + দৰ্প > গপ; কুনপ + কবন্ধ + চ < ত্য = কুন্ধচ।



# কোচ-ৰাভা মহিলাৰ কৰ্ম-নিপুণতা

## গায়ত্ৰী শৰ্মা

বৈদিক যুগত নাৰীৰ স্থান অতি উচ্চ আছিল। অৱশ্যে ঋক বেদৰ যুগত নাৰীৰ স্থান আৰু বেছি উচ্চ আছিল। সকলো শাস্ত্ৰতে নৈপুণ্য লাভ কৰা গাৰ্গী, মৈত্ৰেয়ীৰ নাম সৰ্বজনবিদিত। নাৰী সৃষ্টিৰ আধাৰ। মনুৱে কৈছে, ''নাৰী য'ত পূজিতা নহয় সকলো ক্ৰিয়াই নিষ্ফল।''

অসমৰ জনজাতি সমাজতো নাৰীৰ স্থান আৰু অৱদান উপেক্ষণীয় নহয়। আৱহমান কালৰে পৰা অসমৰ জনজাতি মহিলাসকলেও বিভিন্ন দিশত অৰিহণা যোগাই আহিছে। অসমৰ ভৈয়াম জনজাতিসকলৰ ভিতৰত ৰাভাসকল অন্যতম জনজাতি। উত্তৰ বঙ্গ, মেঘালয়, অসমৰ বিভিন্ন অঞ্চলত বসবাস কৰা ৰাভা জনগোষ্ঠীৰ ঠাল-ঠেঙুলি বহুত। ৰাভাসকলৰ ৰংদানীয়া, মায়তৰী,-কোচা আদি বহুত ঠাল-ঠেঙুলি আছে। 'কোচ' এওঁলোকৰ প্ৰাচীন আৰু ঐতিহ্যপূৰ্ণ নাম।[১] এখন দেশ বা এটা জাতিৰ প্ৰকৃত পৰিচয় পোৱা যায় সেই জাতিৰ নাৰীৰ স্থানৰ ওপৰত। মংগোলীয় গোষ্ঠীৰ বুলি ঠাৱৰ কৰা কোচ-ৰাভা মহিলাসকলেও সামাজিক, অৰ্থনৈতিক, ধৰ্মীয়, সাংস্কৃতিক জীৱনত সকলো ক্ষেত্ৰতে প্ৰাধান্য আৰু কৰ্ম-নিপুণতাৰ পৰিচয় দি আহিছে। এওঁলোকে পথাৰত কঠীয়া বোৱাৰ পৰা শস্য চপোৱালৈকে গোটেইখিনি কাম নিজ হাতে কৰে। ধলপুৱাতে উঠি বাহি বন কৰাৰে পৰা আখলৰ কাম চম্ভলালৈকে, তাঁতশালৰ পৰা আৰম্ভ কৰি উৰালত দান বনা, হাল বোৱাৰ বাহিৰে খেতিপথাৰৰ কাম তিৰোতা মানুহে কৰে। এওঁলোকে পুৰুষৰ সমানে ভূমিকা লয়। বৰঞ্চ কোচ-ৰাভা তিৰোতা পুৰুষতকৈ বেছি কৰ্মঠ।

কোচ-ৰাভা মহিলাসকল মাতৃবংশীয়। অৰ্থাৎ মাতৃবংশীয় বাৰায় (গোত্ৰ) গ্ৰহণ কৰে। সন্তানে সদায় মাকৰ বংশ পায়। সগোত্ৰ বিবাহ নিষিদ্ধ।

কোচ-ৰাভাসকল মূলত কৃষিজীৱী। অৰ্থাৎ কৃষিয়েই এওঁলোকৰ মূল জীৱিকা। সভ্যতাৰ আদিতম খাদ্য সংগ্ৰহৰ স্তৰটোত নাৰীৰ সামাজিক স্থান আছিল পুৰুষতকৈ ওপৰত। ধান বোৱাৰ সময়ত কোচ-ৰাভা মহিলাসকলৰ পৰম্পৰাগত নিয়ম কিছুমান চলি অহা দেখা যায়। ধান বোৱাৰ সময়ত খেতিপথাৰত সৰু কলপুলি এটা পুতি তাতে ধূপ-ধূনা দি সেৱা কৰে। পুব, পশ্চিম, উত্তৰ, দক্ষিণ, উৰ্ধঃ, অধঃ চাৰিওদিশে সেৱা কৰি বাওঁহাতেৰে কলগছৰ কাষৰ পৰা এমুঠি কঠীয়া হাতত লৈ যিমান দূৰলৈকে যায় শাৰী শাৰীকৈ ৰুই দিয়ে। তাৰ পিছতহে সোঁহাতেৰে ধান ৰোৱে। পূৰ্ব-পুৰুষৰ পৰা চলি অহা এই সংস্কাৰ তিৰোতাৰ দ্বাৰাই কৰা হয়।

পথাৰত প্ৰথম ধান কটাৰ সময়ত তিৰোতাই প্ৰথম যাব লাগে। ৰাতিপুৱা গা-পা ধুই শুদ্ধ মনেৰে ধাননি পথাৰলৈ যাব লাগে। বাটত কাৰো লগত কথা পাতিব নোৱাৰে। আঘোণত ভঁৰালত ধান ৰাখে। ফাগুনত গোটেই বছৰ খোৱাৰ কাৰণে ধান উলিয়ায়।

তাঁত শিল্পৰ লগত কোচ-ৰাভা তিৰোতা ওতপ্ৰোতভাৱে জড়িত। প্ৰতিগৰাকী নাৰী সুনিপুণা বোৱনী। ৰং-বিৰঙৰ ফুল বাছি চালে চকুৰোৱা কাপোৰ বৈ উলিয়ায়। কঁকালত বান্ধি কাপোৰ বোৱা শালখনত অন্তৰত সুপ্ত হৈ থকা কলাসুলভ শিল্পী মনৰ পৰিচয় দিয়ে।

ৰাভা তিৰোতাই নিজৰ আৰু পৰিয়ালৰ লাগতিয়াল কাপোৰ নিজ হাতে বয়। কৰ্ম-ব্যস্ততাৰ মাজতো আজৰি পৰত তাঁতশালত বহি পৰিয়ালৰ প্ৰয়োজনীয় বিবিধ কাপোৰ বৈ উলিওৱাটো ৰাভা তিৰোতাৰ সুদক্ষতাৰেই চিনাকি। ৰাভা তিৰোতাৰ কাপোৰ সুন্দৰ, ফুলৰ চানেকী অতি মনোৰম। অশিক্ষিতা তিৰোতাই প্ৰকৃতিৰ দৃশ্যৱাজিক অনুকৰণ কৰি অনুপম চানেকীৰে ফুল বছা, বিভিন্ন ৰঙৰ কাপোৰেৰে নিজক আটক ধুনীয়াকৈ সজাই ল'ব পৰাটো ৰাভা-তিৰোতাৰ এটি বিশেষত্ব। কাপোৰ বোৱাটো ৰাভা-তিৰোতাৰ এটি বিশেষত্ব। সেই বাবেই সৰুৰে পৰাই নিজ নিজ ছোৱালীক কাজী শিপিনী কৰিবলৈ যত্নৰ ত্ৰুটি নকৰে প্ৰত্যেক মাতৃয়ে।

ৰাভা তিৰোতাই জাতীয় সাজ-পাৰ কাম্বাং কেম্বলেত পিন্ধে। গাত লোৱা চাদৰখনক কাম্বাং আৰু মেখেলাখনক কেম্বলেত বা লুফুন বুলি কয়। এওঁলোকে এড়ি-পলু পুহি নিজে সূতা কাটি কাপোৰ বৈ উলিয়ায়। বজাৰত এড়ি সূতাৰ চাদৰৰ বৰ চাহিদা। বোৱা-কটাত সুদক্ষতাৰ পৰিচয় দিয়া গৌৰীপুৰৰ অপিলা ৰাভা আৰু অপ্ৰিকা ৰাভাই ৰাভা সমাজৰ ঐতিহ্যপূৰ্ণ সাজপাৰ প্ৰদৰ্শন কৰি ৰাষ্ট্ৰীয় পুৰস্কাৰ পোৱাৰ যোগ্যতা অৰ্জন কৰিছে। থোৰতে ক'বলৈ গ'লে এওঁলোকে দৈনন্দিন জীৱনৰ প্ৰয়োজনীয় বস্তুবোৰ কায়িক পৰিশ্ৰমৰ দ্বাৰা নিজে প্ৰস্তুত কৰি লয়। ইয়াৰ দ্বাৰা তেওঁলোকৰ আৰ্থিক দিশতো সহায় হয়।

এওঁলোক সৌন্দৰ্যপ্ৰিয়। চন্দ্ৰহাৰ, কাটাবাজু, অন্টি, খাৰু, নাকফুল আদি বিভিন্ন ধৰণৰ আ-অলংকাৰ পৰিধান কৰি নিজকে সজাই ভাল পায়। বয়সীয়াল তিৰোতাই কঁকালত মণিমালা পিন্ধে। ইয়াক 'লৱক' বুলি কয়।

আনন্দপ্ৰিয়, উৎসৱপ্ৰিয় কোচ-ৰাভা সমাজেও 'বিহু' উৎসৱ পালন কৰে, নাচ-গান-খোৱা-লোৱা কৰে। ব'হাগ মাহত 'সাত বিষমা' আৰু মাঘ মাহত 'দোমাছি' উৎসৱ পালন কৰি চিৰা-পিঠাৰ আয়োজন কৰে। গাভৰুহঁতে মুকলি পথাৰত বিহু মাৰে। 'বায়খু' উৎসৱ এওঁলোকে নাপাতে।

কোচ-ৰাভা মহিলাসকলে দলবদ্ধ হৈ কাম কৰি ভাল পায়। বিয়া সবাহ, পূজা-পাতল বা যিকোনো উৎসৱত সমূহীয়াভাৱে কাম কৰে। মাছ মৰাত এওঁলোক বৰ পাকৈত। বিভিন্ন সা-সঁজুলি লৈ গাঁৱৰ তিৰোতাসকলে মাছ মাৰিবলৈ যায়।

নানা ধৰণৰ কচু, শিমলা, আলু, তিল, মাহ, সৰিয়হ, মেস্তা টেঙাৰ খেতি কৰে। গৰু, ছাগলী, ম'হ, কুকুৰা, গাহৰি আদি ঘৰচীয়া জন্তু পুহি ঘৰৰ আৰ্থিক দিশত সহায় কৰে। পিঠিত কেঁচুৱা বান্ধি বাঁহৰ গাজ, কচুৰ লতি, খৰি-খেৰ পাহাৰৰ জংগলৰ পৰা গোটাই আনে। তেওঁলোকে ধান দায়, ভূঁই ৰোৱে, ধান বানে, কাপোৰ বয়, ৰন্ধা-বঢ়া কৰে, খৰি কাটে, ৰাস্তা-ঘাট বান্ধে।

অসমীয়া সমাজৰ দৰে তামোল-পাণ খাদ্যাভ্যাসত পৰে। পূজা-পাতল, সকাম-নিকামত তামোল-পাণৰ ব্যৱহাৰ আছে। অতিথিক প্ৰথম তামোল-পাণেৰে সন্মান যাছে। বুঢ়ীবিলাকে হাচটি ব্যৱহাৰ কৰে।

বড়ো-কছাৰীৰ দৰে ৰাভা সমাজতো পণ বা যৌতুক প্ৰথাৰ প্ৰচলন নাই। বিবাহ বিচ্ছেদো বিৰল।

শিক্ষাৰ ক্ষেত্ৰত কিছু পিছপৰা। ৰাভা তিৰোতা সহজ-সৰল, কৌতুকপ্ৰিয় আৰু অতিথিপৰায়ণা। অতিথিক সেৱা-শুশ্ৰূষা কৰি ভাল পায়। আদৰ্শ গৃহিণী, শিপিনী, বোৱনী, দাৱনী, ঘৰৰ লখিমী আদি বিবিধ উপমাৰে ভূষিতা কোচ-ৰাভা তিৰোতাসকল পৰিশ্ৰমী আৰু কষ্টসহিষ্ণু। এওঁলোকৰ সমাজত ভিক্ষাৰী বিৰল।

সমাজ-জীৱনত কোচ-ৰাভা নাৰীৰ দায়িত্ব আৰু অধিকাৰ দুয়োটাই বেছি। স্বকীয় ৰীতি-নীতি, সাজপাৰ, ভাষাৰে সমৃদ্ধ ৰাভা জাতিৰ মহিলাসকলে এক আদৰ্শ নাৰীৰ স্থান অধিকাৰ কৰি আহিছে।


**সহায় লোৱা গ্ৰন্থ ঃ**

১। কোচ-ৰাভাদেৰ সংক্ষিপ্ত ইতিবৃত্ত — ড০ ৰেৱতী মোহন সাহা
২। লোক-কৃষ্টিৰ উৎস — শিৱনাথ বৰ্মন
৩। বিভিন্ন আলোচনী আৰু কাজি গাঁৱৰ শ্ৰীযুত জগত কামাই বিভিন্ন দিশত সহায় কৰিছে
৪। ৰাভা সংস্কৃতিৰ ধাৰা — শ্ৰীমণি ৰাভা






# শিক্ষা আৰু সংস্কৃতিৰ প্ৰসাৰত গৌৰীপুৰ

## ৰাজ-পৰিয়ালৰ অৱদান

### কবিতা দেৱী

জাতীয় সংস্কৃতিৰ সমলৰাজি কোনো এক বিশেষ অঞ্চলক কেন্দ্ৰ কৰি বিস্তাৰ আৰু প্ৰসাৰ লাভ কৰে। জমিদাৰী আমোলত কলা-সংস্কৃতিৰ শীৰ্ষস্থান অধিকাৰ কৰিবলৈ সক্ষম হৈছিল 'গৌৰীপুৰ অঞ্চল'। অতীতৰ ৰত্নপীঠ তথা গোৱালপাৰা (অবিভক্ত) জিলাৰ অন্তৰ্গত গৌৰীপুৰ অঞ্চল অতীতৰ পৰাই শিক্ষা, সংস্কৃতি আৰু ললিতকলাৰ চৰ্চাকেন্দ্ৰ হিচাপে পৰিগণিত হৈ আহিছে। এইখিনিতে উল্লেখ কৰিব পাৰি যে গৌৰীপুৰৰ তৎকালীন ঐতিহ্যমণ্ডিত শৈক্ষিক আৰু সাংস্কৃতিক পৰিৱেশৰ লগত ওতপ্ৰোতভাৱে জড়িত হৈ আছে গৌৰীপুৰৰ ৰাজ-পৰিয়ালবৰ্গ। তেওঁলোকৰ পৃষ্ঠপোষকতা, অনুগ্ৰহ আৰু অনুপ্ৰেৰণা অবিহনে এই অঞ্চলৰ শিক্ষা আৰু কলা-কৃষ্টিৰ বিকাশ সাধন সম্ভৱপৰ হৈ নুঠিলহেঁতেন। এই ক্ষেত্ৰত ৰাজ-পৰিয়ালৰ অন্যতম বাটকটীয়া প্ৰভাত চন্দ্ৰ বৰুৱাৰ অৱদান চিৰস্মৰণীয় হৈ থাকিব। ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱা আছিল বহুমুখী প্ৰতিভাসম্পন্ন এক উজ্জ্বল ব্যক্তিত্বৰ প্ৰতীক। একেধাৰে সাহিত্য আৰু শিল্পানুৰাগী, সঙ্গীতজ্ঞ, খ্যাতনামা চিকাৰী। ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱা আছিল প্ৰাচীন কামৰূপৰ কায়স্থ সমাজৰ কৰ্ণধাৰ স্বৰূপ। তেখেতৰ সহায়তাতেই "কামৰূপ কায়স্থ সমাজৰ ইতিবৃত্ত" সংগৃহীত হৈছিল। ৰাজ-পৰিয়ালৰ তত্ত্বাৱধানতে "কামৰূপৰ সামাজিক ইতিহাস পুথিখনৰ (নগেন্দ্ৰ নাথ বসুৰ) প্ৰথম আৰু দ্বিতীয় খণ্ড প্ৰকাশিত হয়। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ৺অমৃত ভূষণ দেৱ অধিকাৰী মহোদয়ৰ দ্বাৰা শ্ৰীমন্নামঘোষাৰ ব্যাখ্যা কৰোৱায় আৰু নিজাৰবীয়াকৈ এই পুথি ছপা কৰি উলিয়াইছিল। দুবাৰ অসম কাউন্সিলৰ সভাপতি নিৰ্বাচিত হৈছিল। আসাম এছোচিয়ন সভাৰ ডিব্ৰুগড় অধিৱেশনত সভাপতিত্ব কৰিছিল। Advocate of Assam কাকতখনৰ পৃষ্ঠপোষক আছিল। প্ৰভাত চন্দ্ৰৰ পূৰ্বপুৰুষ ৰাঙামাটিৰ কানুনগো পদও নিযুক্ত থকা কবীন্দ্ৰপাত্ৰ দেৱেও মহাভাৰত ৰচনা কৰিছিল। পৰৱৰ্তী বংশধৰ প্ৰতাপ চন্দ্ৰৰ দিনতে তেওঁলোকৰ ৰাজধানী ৰাঙামাটিৰ পৰা গৌৰীপুৰলৈ স্থানান্তৰিত হৈছিল। এইগৰাকী বিদ্যোৎসাহী পুৰুষে আজিৰ পৰা প্ৰায় দুশ বছৰৰ আগেয়ে সংস্কৃত শিক্ষাৰ উন্নতি আৰু প্ৰসাৰৰ উদ্দেশ্যে গৌৰীপুৰত 'তাৰিণীপ্ৰিয়া'ৰ স্মৃতিত চতুষ্পাঠী এখন স্থাপন কৰিছিল। পৰৱৰ্তী যুগত সমগ্ৰ অসম আৰু বঙ্গৰ কিছু অঞ্চলক কেন্দ্ৰ কৰি এই চতুষ্পাঠীখন সংস্কৃত শিক্ষাৰ আদৰ্শ প্ৰতিষ্ঠান তথা ন্যায়কেন্দ্ৰ হিচাপে স্বীকৃতিপ্ৰাপ্ত হৈছিল। দেশৰ বিভিন্ন প্ৰান্তৰ পৰা শিক্ষা লাভ কৰিবলৈ অহা ছাত্ৰসকলক উপযুক্ত বৃত্তি প্ৰদান কৰাৰ ব্যৱস্থাও আছিল। নিষ্ঠা আৰু শৃঙ্খলাবদ্ধভাৱে এই প্ৰতিষ্ঠানটিক পৰিচালনা কৰিছিল। ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱাৰ ব্যৱস্থাপনাত গৌৰীপুৰত এখন পণ্ডিত মহাসভাৰ আয়োজন কৰা হৈছিল। সংস্কৃত শিক্ষাৰ উন্নতিকল্পে স্মৃতি ব্যাকৰণ কাব্যৰ জ্যোতিষ শাস্ত্ৰৰ পণ্ডিত ৰমানাথ বিদ্যালঙ্কাৰদেৱে ৰাজ-পৰিয়ালৰ অনুগ্ৰহত প্ৰয়োগ ৰত্নমালা ব্যাকৰণৰ এটি সংকলন প্ৰকাশিত হৈছিল। সংস্কৃতশাস্ত্ৰৰ বিদগ্ধ তাৰ্কিক পণ্ডিত ষড়ানন তৰ্কতীৰ্থদেৱ এই তাৰিণীপ্ৰিয়া চতুষ্পাঠীৰ অন্যতম শিক্ষা গুৰু আছিল। উল্লেখ কৰিব পাৰি যে ১৯২৬ চনৰ ধুবুৰী অসম সাহিত্য সভাৰ দৰ্শন শাখাৰ সভাপতিৰ পদ অলঙ্কৃত কৰিছিল এইগৰাকী বিদগ্ধ পণ্ডিতদেৱে।

ৰাজা প্ৰভাতচন্দ্ৰৰ নেতৃত্বত গৌৰীপুৰত এখন "শিক্ষা সমিতি' গঠিত হৈছিল। তেখেত এই সমিতিৰ সভাপতিৰ পদত নিযুক্ত আছিল।

শিক্ষাৰ ব্যাপক প্ৰচাৰ আৰু প্ৰসাৰৰ উদ্দেশ্যে গৌৰীপুৰ আৰু চুবুৰীয়া অঞ্চলৰ গাঁৱে-ভূঁয়ে বহুতো পাঠশালা, বিদ্যালয় স্থাপন কৰিছিল। পূজনীয় পিতৃদেৱতাৰ স্মৃতিত স্থাপিত হোৱা মাইনৰ বিদ্যালয়খন হাইস্কুলত পৰিণত কৰিছিল। এই 'প্ৰতাপ চন্দ্ৰ বিদ্যালয়'খনত অসমৰ মেধাৱী আৰু গুণী ছাত্ৰই অধ্যয়ন কৰিছিল। অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী, ৺দীননাথ শৰ্মা ইত্যাদি বৰেণ্য পুৰুষকো আদি কৰি আৰু বহুতো খ্যাতিসম্পন্ন ব্যক্তি এই বিদ্যালয়ৰ প্ৰাক্তন ছাত্ৰ।

ৰাইজৰ চিকিৎসাৰ উদ্দেশ্যে আগমণিত চিকিৎসালয় স্থাপন কৰিছিল। ধুবুৰীতো সংক্ৰামক ব্যাধিগ্ৰস্ত ৰোগীসকলৰ বাবে সুকীয়া বিভাগ তেখেতৰ দিনতে নিৰ্মাণ কৰা হৈছিল।

বিভিন্ন শিক্ষানুষ্ঠানসমূহে প্ৰতিষ্ঠা কৰাৰ উপৰি সমসাময়িক যুগৰ মূল্যৱান গ্ৰন্থসমূহ সংগ্ৰহ কৰাৰ লগতে সেইবোৰৰ সংৰক্ষণৰ চিন্তাও কৰিছিল। গ্ৰন্থপ্ৰেমিক ৰাইজ, শিক্ষক আৰু ছাত্ৰ-ছাত্ৰীসকলে যাতে অতি সহজতে দুষ্প্ৰাপ্য আৰু বহুমূলীয়া গ্ৰন্থসমূহ অধ্যয়ন কৰিবৰ সুযোগ পায় তাৰ বাবে ৰাজ-পৰিয়ালৰ একাংশত এটি পুথিভঁৰালৰ ব্যৱস্থা কৰিছিল। এইখিনিতে উনুকিয়াব পাৰি যে ধুবুৰীত যেতিয়া অসমৰ প্ৰাক্তন চীফ কমিছনাৰ কটনৰ নামত 'কটন লাইব্ৰেৰী' স্থাপন কৰা হৈছিল। ৰাজা প্ৰভাতচন্দ্ৰৰ সংগ্ৰহৰাজিৰ সৰহ সংখ্যক পুথি এই পুথিভঁৰালত অনুদান হিচাপে আগ বঢ়োৱা হৈছিল। প্ৰসঙ্গত উল্লেখ কৰিব পাৰি যে অসম ৰাজ্যিক সংগ্ৰহালয়ৰ আদি অনুষ্ঠান "কামৰূপ অনুসন্ধান সমিতি'ৰো প্ৰভাতচন্দ্ৰ এগৰাকী বলিষ্ঠ পৃষ্ঠপোষক আছিল।

"গৌৰীপুৰ মঞ্চ' অবিভক্ত গোৱালপাৰা জিলাৰ প্ৰথম আৰু অন্যতম ৰঙ্গমঞ্চ। এই ৰঙ্গমঞ্চ প্ৰতিষ্ঠাৰ ক্ষেত্ৰতো স্বৰ্গীয় প্ৰভাতচন্দ্ৰ বৰুৱাৰ অৱদান উল্লেখযোগ্য। স্থানীয় লোকৰ মাজৰ পৰা বিভিন্ন বিষয়ত বিশেষ পাৰদৰ্শিতাসম্পন্ন কলাকাৰ আৰু অভিনেতা বাছনি কৰাৰ দায়িত্বভাৰো লৈছিল ৰাজাবাহাদুৰে স্বয়ং নিজে। অসমৰ মঞ্চাভিনয় জগতৰ প্ৰবাদপুৰুষ ৺ব্ৰজনাথ শৰ্মাৰ নাট্য-বিদ্যাৰ আৰম্ভণি হৈছিল গৌৰীপুৰ ৰাজ-পৰিয়ালৰ পৃষ্ঠপোষকতাত।

সুপ্ৰসিদ্ধ সংগীতজ্ঞ ৺লক্ষীনাথ বৰুৱাদেৱো ৰাজা প্ৰভাতচন্দ্ৰ বৰুৱাৰ দ্বাৰা তেখেতৰ সংগীত জীৱনত অনুপ্ৰাণিত হৈছিল। ৰাজা প্ৰভাতচন্দ্ৰই বৰ সুন্দৰ দোতৰা বজাব পাৰিছিল। তেখেত তবলাবাদকো আছিল আৰু তবলাৰ ব্যাকৰণ সম্পৰ্কীয় "তৱলাতৰঙ্গিণী আৰু সংগীত সোপান' নামৰ দুখন প্ৰাকাশিত কিতাপো আছে। তেখেতে প্ৰথম গোৱালপৰীয়া লোক-গীতক জনসমাজত স্বীকৃতি দি এই গীত প্ৰচাৰৰ বাবে ব্যক্তিগত প্ৰচেষ্টা চলাইছিল। প্ৰভাতচন্দ্ৰৰ এনে ধৰণৰ শিল্পীসুলভ আৰু সাহিত্যানুৰাগী চেতনাৰ দ্বাৰা প্ৰভাৱান্বিত হৈছিল পৰৱৰ্তীকালত তেখেতৰ পুত্ৰ-কন্যা আৰু বংশধৰসকলে। তেখেতৰ স্মৃতিত প্ৰতিষ্ঠিত ৰাজা প্ৰভাতচন্দ্ৰ সংগীত বিদ্যালয় এসময়ত উচ্চমান বিশিষ্ট তথা অভিজ্ঞতাসম্পন্ন শিল্পী আৰু শিক্ষকৰ দ্বাৰা পৰিচালিত হৈছিল।

তেখেতৰ সহধৰ্মিনী ৰাণী সৰোজবালা দেৱী এগৰাকী একনিষ্ঠা ধৰ্মপ্ৰাণা আৰু সমাজ সচেতন নাৰী আছিল। প্ৰখ্যাত দলগোমা সত্ৰৰ অধিকাৰী বংশত জন্মগ্ৰহণ কৰা এইগৰাকী মহিয়সী নাৰী ব্ৰাহ্মণ আৰু কায়স্থ সমাজৰ অনেক অসহায় বিধৱাক টৌলত আশ্ৰমৰ দৰে থকা-মেলাৰ ব্যৱস্থা কৰি দিছিল।

ৰাণী সৰোজাবালাৰ সোঁৱৰণিত স্থাপিত হোৱা 'সৰোজাবালা নাৰী সমিতি' এসমত এই অঞ্চলৰ জাতীয়। জনজাতীয় মহিলাসকলৰ বোৱা-কটাৰ প্ৰশিক্ষণ দিয়া হৈছিল। এই সমিতিৰ দ্বাৰা প্ৰশিক্ষণপ্ৰাপ্ত শিপিনীসকল উচ্চমান বিশিষ্ট নানা ধৰণৰ বস্ত্ৰ-সামগ্ৰী তৈয়াৰ কৰিবলৈ সক্ষম হৈছিল। অসমৰ বাহিৰতো কেবাবাৰো বস্ত্ৰ-শিল্পৰ দ্বাৰা প্ৰদৰ্শনী পতা হৈছিল।

ৰাজ-পৰিয়ালৰ আন এটি অবিস্মৰণীয় নাম প্ৰমথেশ চন্দ্ৰ বৰুৱা। ৰাজা প্ৰভাতচন্দ্ৰ আৰু সৰোজবালা দেৱীৰ জ্যেষ্ঠ সন্তান তথা ভাৰতীয় চলচ্চিত্ৰ জগতৰ আলোড়ন সৃষ্টিকাৰী প্ৰমথেশ চন্দ্ৰৰ নতুনকৈ চিনাকি দিয়া নিষ্প্ৰয়োজন। প্ৰমথেশ বৰুৱাৰ মহান কৃতীৰ বাবে চিন্তাশীল আৰু গুণী-জ্ঞানী ব্যক্তিসকলে গৌৰীপুৰক এক তীৰ্থক্ষেত্ৰ হিচাপে আখ্যা দিয়াত প্ৰমথেশ বৰুৱা আমাৰ অসমবাসীৰ এক গৌৰৱৰ প্ৰতীক।

প্ৰমথেশ বৰুৱাৰ সহোদৰ কুমাৰ প্ৰকৃতিশ মধ্যম ৰাজকুমাৰ আৰু লালজী নামেৰেই অধিক পৰিচিত। লালজী একাধাৰে বণ্যপ্ৰাণী বিশেষজ্ঞ, সমগ্ৰ ইউৰোপ ভ্ৰমণ কৰি স্কাউট-গাইডৰ ট্ৰেনিং লোৱা প্ৰথম অসমীয়া তথা ১৯৩৬ চনত হলেণ্ডত অনুষ্ঠিত স্কাউট গাইড অধিৱেশনত প্ৰতিনিধিত্ব কৰা একমাত্ৰ ভাৰতীয়। ৰাইজৰ ইচ্ছা অনুসৰি অসমৰ বিধানসভাৰ সদস্যপদতো তেখেত মনোনীত হৈছিল। প্ৰথম জীৱনত চিকাৰৰ উদ্দেশ্যে তেওঁ বনে-জঙ্গলে ঘূৰি ফুৰিছিল। কিন্তু পিছলৈ তেওঁ বন্যপ্ৰাণী আৰু বনৰ লগত ইমান গভীৰ আৰু নিবিড়ভাৱে নিজকে বিলাই দিছিল যে ৰাজপ্ৰসাদৰ লাহ-বিলাস আৰু ঐশ্বৰ্যয়েও তেওঁক আকৰ্ষিত কৰি ৰাখিব পৰা নাছিল। জঙ্গলেই আছিল তেওঁৰ ধ্যান-জ্ঞানৰ আবাসভূমি। বন্যপ্ৰাণী বিশেষকৈ হাতীৰ লগত সান্নিধ্য লাভ আৰু একাত্মবোধৰ বহুতো দৃষ্টান্ত আছে। তেখেতৰ অতি মৰমৰ হাতী প্ৰতাপ সিং এবাৰ অসুস্থ হৈছিল আৰু লালজীয়ে তাৰ আৰোগ্য লাভৰ বাবে কুলদেৱী মহামায়া আৰু বনদেৱীক বুকুৰ তেজ দি পূজা দিবলৈ মানস কৰিছিল। প্ৰতাপ সিঙৰ আৰোগ্য লাভৰ পিছত যথাৰীতি অনুসৰি চম্পাৱতী নৈৰ বৰফ চেঁচা পানীত বুকুৰ তেজ দি সূৰ্য দেৱতাক সাক্ষী ৰাখি প্ৰতিজ্ঞা পালন কৰিছিল। প্ৰতাপসিঙৰ মৃত্যুৰ পিছত গয়াত পিণ্ডদান কৰাৰ উপৰি তেওঁ থকা মাটিয়াবাগ প্ৰসাদৰ কাষতে মানুহ আৰু পশুৰ বন্ধুত্বক চিৰ যুগমীয়া কৰি ৰাখিবৰ উদ্দেশ্যে প্ৰতাপসিঙৰ নামত এটি পশু চিকিৎসালয় স্থাপন কৰিছিল। জন্তুৰ নামেৰে নামকৰণ হোৱা অসমত এইখনেই সম্ভৱতঃ প্ৰথম পশু চিকিৎসালয়।

বন্যপ্ৰাণী বিশেষজ্ঞ পি ডি ষ্ট্ৰেচীয়ে তেওঁৰ 'এলিফেন্ট গোল্ড' কিতাপত লিখিছে "Lalji was a born elephantman with a deep approach to the sometimes sorbid business of elephant catching. he could always be relied upon to observe the rules scrupulously and had great control over his men, with whom he lived in the jungle."

প্ৰকৃতিপ্ৰেমী পাৰ্বতী বৰুৱা প্ৰকৃতিশ বৰুৱাৰ চতুৰ্থা কন্যা। স্বনামধন্যা পাৰ্বতী সম্ভৱতঃ বিশ্বৰ একমাত্ৰ মহিলা হস্তী প্ৰশিক্ষক। পাৰ্বতী বৰুৱাৰ জীৱনৰ আধাৰত বৃটেইনৰ বি চি চি আৰু আমেৰিকা যুক্তৰাষ্ট্ৰৰ ডিস্ক'ভাৰী চেনেলে যুটীয়াভাৱে এখন দীঘলীয়া তথ্যচিত্ৰ নিৰ্মাণ কৰিছে। ইয়াৰ উপৰি "দি কুইন অব দা এলিফেন্টছ" নামৰ কিতাপ এখনো প্ৰকাশিত কৰিছে। পাৰ্বতী বৰুৱাই তেওঁৰ হস্তী প্ৰশিক্ষণৰ অভিজ্ঞতাৰ বাবে ৰাষ্ট্ৰসংঘৰ পৰা বঁটাও লাভ কৰিছে।

এই অঞ্চলৰ লোক-কলা-কৃষ্টি আৰু গীত-মাতসমূহক সংগ্ৰহ, সংৰক্ষণ আৰু প্ৰচাৰকাৰ্যত ৰাজকুমাৰী নীহাৰবালা বৰুৱা আৰু নীলিমা বৰুৱাৰ অৱদান উল্লেখযোগ্য। পিতৃদেৱতাৰ শিল্পীসুলভ চেতনাৰ দ্বাৰা প্ৰভাৱান্বিত আৰু অনুপ্ৰাণিত হৈ এই দুগৰাকী ৰাজ- দুহিতা নিচেই কম বয়সৰ পৰা কলা-কৃষ্টি চৰ্চাত আত্মনিয়োগ কৰে। থলুৱা ৰাইজৰ মাজত পৰিৱেশনা কৰাৰ উপৰি এইবোৰৰ যথোযথ প্ৰশিক্ষণৰ ব্যৱস্থা কৰাৰ দায়িত্বভাৰ গ্ৰহণ কৰিছিল। এই সম্পৰ্কীয় গৱেষণামূলক লিখনীত প্ৰকাশিত কৰিছে। তেখেতৰ জীৱনজোৰা সংগ্ৰহৰাজিক গৌৰীপুৰস্থ নিজা বাসভৱনত অতি মনোগ্ৰাহীভাৱে প্ৰদৰ্শিত কৰি ৰাখিছে। এই ব্যক্তিগত সংগ্ৰহালয়টি অতি নিপুণভাৱে সুসজ্জিত।

৺নীলিমা বৰুৱাৰ অনুগ্ৰহ আৰু অনুপ্ৰেৰণাতে এই অঞ্চলৰ থলুৱা কলা-কৃষ্টি প্ৰচাৰ আৰু প্ৰসাৰ লাভ কৰিবলৈ সুযোগ পায়। তেখেতৰ ব্যক্তিগত প্ৰচেষ্টা আৰু তৎপৰতাৰ ফলতেই গৌৰীপুৰত "নিখিল ভাৰত হস্ত শিল্প পৰিষদ" স্থাপিত হয়। এই অনুষ্ঠানৰ জৰিয়তে স্থানীয় শিল্পীসকলে তেওঁলোকৰ তৈয়াৰী সামগ্ৰীৰ যোগান দিব পাৰে। বিশেষকৈ এই অঞ্চলৰ জীৱিত লোক-কলাৰ আৰ্হিস্বৰূপ কুঁহিলা আৰু পোৰা মাটিৰ সামগ্ৰীসমূহৰ ব্যাপক প্ৰচাৰৰ উদ্দেশ্যে ৺নীলিমা বৰুৱাই বহুতো প্ৰদৰ্শনী পাতিছিল আৰু শিল্পীসকলক অংশগ্ৰহণ কৰাৰ সুযোগ কৰি দিছিল। তেখেতে Chamber of Design-ৰ উপদেষ্টা আছিল। সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ গোষ্ঠীগত ভিত্তিত সাজ-পোছাকৰ লগত অলঙ্কাৰ সামগ্ৰী তেখেতৰ ব্যক্তিগত সংগ্ৰহৰাজিৰ অন্তৰ্ভুক্ত আছিল। সম্প্ৰতি "কেলিকো সংগ্ৰহালয়"ৰ (Calico Museum) বীথিকাত প্ৰদৰ্শিত হৈ আছে তেখেতৰ

এই মূল্যৱান সংগ্ৰহৰাজি। এই অঞ্চলৰ কুঁহিলা সামগ্ৰী আৰু বস্ত্ৰজাত সামগ্ৰীৰে ভাৰতবৰ্ষৰ বিভিন্ন অংশত আনকি ফৰাছী দেশতো প্ৰদৰ্শনী পাতিছিল। গৌৰীপুৰৰ আসাৰিকান্দি অঞ্চলত যি পোৰা মাটিৰ (Terracotta) শিল্প গঢ়ি উঠিছে তাৰ লগতো ৺নীলিমা বৰুৱাৰ নাম ওতপ্ৰোতভাৱে জড়িত হৈ আছে। শিল্পীসকল ৺বৰুৱাৰ দ্বাৰা গভীৰভাৱে অনুপ্ৰাণিত হৈছিল আৰু তেখেতৰ গঠনমূলক উপদেশে এই শিল্পৰ উন্নতি আৰু প্ৰসাৰতাত যথেষ্ট অৰিহণা যোগাইছে। প্ৰসঙ্গত উল্লেখ কৰিব পাৰি যে তেখেতৰ মৃত্যুৰ পিছত তেখেতৰ পৰিয়ালবৰ্গই সংগৃহীত সামগ্ৰীৰ অধিকাংশই ৰাজ্যিক সংগ্ৰহালয়ৰ সঞ্চালক মহোদয়লৈ অনুদান হিচাপে আগ বঢ়ায়। ধুবুৰী জিলা সংগ্ৰহালয় তেখেতৰ অনুদান সামগ্ৰীৰে আৰম্ভ কৰা হয়। ইয়াৰ উপৰি গৌৰীপুৰৰ নৱ-নিৰ্মিত সংগ্ৰহালয়টিত তেখেতৰ অনুদান সামগ্ৰীসমূহ প্ৰদৰ্শিত কৰাৰ ব্যৱস্থা কৰা হৈছে।

গোৱালপৰীয়া লোকগীত এই অঞ্চলৰ ৰাইজৰ প্ৰাণৰ আনন্দ — আত্মাৰ শান্তি। গোৱালপৰীয়া গীতৰ লগত দোতৰাৰ সুৰে আনি দিয়ে ৰাইজৰ মনত জাতীয় অস্তিত্বৰ এক বলিষ্ঠ উপলব্ধি। এই লোকগীতৰ জনপ্ৰিয়তাৰ অন্তৰালতো আছে ৰাজ-পৰিয়ালৰে আন এগৰাকী যশস্বী শিল্পী শ্ৰীমতী প্ৰতিমা বৰুৱা (পাণ্ডে)। গোৱালপাৰা তথা অসমৰ সংগীত জগতৰ ইতিহাসত এইগৰাকী মুকুটবিহীন সম্ৰাজ্ঞীৰ নাম চিৰস্মৰণীয় হৈ থাকিব। সংগীত-নাটক একাডেমী বঁটা আৰু পদ্মশ্ৰী উপাধি লাভ কৰা এইগৰাকী মহান শিল্পী সঁচাকৈয়ে অসমৰ সাংস্কৃতিক জগতৰ এক গৌৰৱৰ প্ৰতীক।

বোধ হয় ১৮৪৬ চনতে ৰচনা কৰা আৰু ১৮৪৯ত প্ৰথম প্ৰকাশিত 'অসমীয়া লৰাৰ মিত্ৰ'ত বিষয়-সম্ভাৰ বিচিত্ৰ। ইয়াত লিখকে দেশ-বিদেশৰ ইতিহাস সুঁৱৰিছে; অসমৰ অতীত-বৰ্তমান-ভৱিষ্যত চিন্তিছে; বিভিন্ন উৎসৱ পৰা বুটলি লোৱা সাধু কৈছে; বিভিন্ন ধৰ্মৰ আৰু বিজ্ঞানৰ চমকপ্ৰদ আৱিষ্কাৰৰ বতৰা দিছে, জীৱ-জন্তু, দেশ-নগৰৰ কথা বিৱৰিছে আৰু সবাতোকৈ গুৰুত্বপূৰ্ণ কথা হ'ল — অসমীয়া কিশোৰ-কিশোৰীক এলাহ পৰিহাৰ কৰি নতুন অসম গঢ়িবলৈ আহ্বান কৰিছে।



# বৰেণ্য লোকৰ দৃষ্টিত ধুবুৰী জিলা

## সংগ্ৰাহক ঃ ৰমেন্দ্ৰ চন্দ্ৰ নাথ

১৯২৬ চনত প্ৰথমবাৰৰ কাৰণে ধুবুৰীচহৰত অসম সাহিত্য সভাৰ নৱম অধিবেশন বহে। উক্ত অধিৱেশনৰ সভাপতি সেই সময়ৰ অন্যতম ওজা সাহিত্যিক বেনুধৰ ৰাজখোৱাদেৱে এটি তত্ত্ব গধুৰ পাণ্ডিত্যপূৰ্ণ দীঘলীয়া অভিভাষণ পাঠ কৰে। সুদীৰ্ঘ ভাষণটিৰ পৰা ধুবুৰী সম্পৰ্কে কোৱা কথাকেইটি উল্লেখ কৰা হ'ল।

ধুবুৰী গোৱালপাৰা জিলাৰ সদৰ। পূৰ্ব্বে গোৱালপাৰাত হে সদৰ আছিল। মি ঃ এ, চি, কেম্বেল চাহাবৰ দিনত ১৮৭৩ চনত সদৰ ধুবুৰীলৈ তুলি অনা হয়। ধুবুৰী এখন বৰ শুৱনি ঠাই। ইয়াৰ উত্তৰে গদাধৰ নৈ, দক্ষিণে আৰু পূবে ব্ৰহ্মপুত্ৰনৈ, তিনিপিনে পানী, এপিনে মাটি। বাৰিষা এই নগৰখনি দূৰৰ পৰা দেখিলে এনে অনুমান হয় যেন ই পানীৰ ওপৰতহে ওপঙি আছে। দক্ষিণ পাৰে গাৰোপাহাৰ পৰ্বত শাৰী। উত্তৰ-পশ্চিমে শাল গছেৰে সুশোভিত পৰ্ব্বতজোৱাৰ পৰ্ব্বত। ঠায়ে ঠায়ে ব্ৰহ্মপুত্ৰৰ সিপাৰেই ভৈৰৱচূড়া আৰু চান্দোতিঙা পৰ্ব্বত। ঠায়ে টায়ে লুইতৰ বগা বালি, কোনে ফালে আকৌ বৰটানি কঁহুৱান চাপৰি। উত্তৰফালে চাই পঠিয়ালে কাঞ্চন শৃঙ্গ আৰু তাৰ নাম নাচত ধৱলগিৰি টিং দেখিবলৈ পোৱা যায়। এই হেনো বিতোপন পুৰীলৈ মাতৃভাষাৰ সেৱা কৰিবৰ নিমিত্তে সদৌ অসমৰ সাহিত্যৰ ৰথীসকলক নিমন্ত্ৰণ কৰি অনা বাবে সকলোৱে আজি তেওঁ বিলাকৰ নথৈ শলাগ লৈছোহঁক। উক্ত অধিৱেশনৰে বুৰঞ্জী সন্মিলনৰ ধুবুৰী অধিৱেশনত সভাপতিত্ব কৰি প্ৰসিদ্ধ বুৰঞ্জীবিদ পণ্ডিত ড° সূৰ্য্যকুমাৰ ভূঞাই গোৱালপাৰা জিলা সম্পৰ্কে এটা তথ্যগধুৰ ভাষণ দিয়ে।

"আজিকালি যিখন জিলাক আমি গোৱালপাৰা বোলো ইয়াৰ বুৰঞ্জীৰ বিষয়ে সবিশেষ আলোচনা হোৱা নাই। আমি যিমানদূৰ জানো গোৱালপাৰা নামেৰে আগৰ দিনত কোনো এখন সুকীয়া ৰাজ্য নাছিল। ই সদায় ডাঙৰ এখন ৰাজ্য বা সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হৈ আছিল। খ্ৰীঃ ১৮২২ চনত ইংৰাজৰ অধীনত গোৱালপাৰা এখন সুকীয়া জিলাত পৰিণত হয়। অতি প্ৰাচীন কালত আজিকালিৰ গোৱালপাৰা নামে ঠাইডুখৰি ভাৰত প্ৰসিদ্ধ কামৰূপ ৰাজ্যৰ অন্তৰ্গত আছিল। এই কামৰূপ ৰাজ্যৰ বিস্তৃতি পশ্চিমে কৰতোয়া আৰু পূবে শদিয়া আছিল। অকল গোৱালপাৰা নালাগে গোৱালপাৰাৰ সমীপৱৰ্ত্তী ৰংপুৰ, জলপাইগুৰি আৰু ময়মন সিংহও এই কামৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল।" (Assam District Gazetters, Goal para, p. 16)।

১৯৫৬ চনত দ্বিতীয়বাৰৰ কাৰণে ধুবুৰীত অসম সাহিত্য সভাৰ মুকলি অধিৱেশন বহে। এইবাৰৰ সন্মিলনত সভাপতিত্ব কৰি প্ৰখ্যাত বুৰঞ্জীবিদ আৰু ওজস্বী গদ্য লিখক শ্ৰী বেনুধৰ শৰ্মাদেৱে ধুবুৰী সম্পৰ্কে তলৰ কথাকেইটি কৈছিল — আজি আমাৰ যুগ সন্ধি, ভাষা সন্ধি আৰু মিলন সন্ধিৰ তিনিমুনি বাটত থম-থমকৈ বহি থকা "বুঢ়া ডাঙৰীয়াৰ" লেখ অপাৰ। সেইবোৰক স-সন্মানে সিপাৰ কৰিবলৈ ধুবুৰী পাটে আমাৰ নিষ্প্ৰাণ সাহিত্যত প্ৰাণ শক্তিৰ সঞ্চাৰ কৰক এয়ে আজি ধুবুৰী ধ্যানৰ বীজ মন্ত্ৰ।

আজি মনত পৰিছে কমেতেশ্বৰ গৌৰেশ্বৰৰ মিলনৰ কথা। হেম সৰস্বতীকে প্ৰমুখ্য কৰি কবিসকলে পুৰণাদি ৰচনা কৰাৰ কথা। তাৰ পিছত জিল-মিলকৈ উদয় হৈছে মহাৰাজ নৰ নাৰায়ণৰ চন্দন চৰাত সৃষ্টি হোৱা নৱ অভ্যুত্থানৰ কথা যিকথা সুঁৱৰি "দুধাৰি চকুলো মচি, শোকৰ কবিতা ৰচি অকৰ্মন্য জীৱনৰ আৰু ধিক্কাৰ দিব নোখোজোঁ। ৰজা পৰীক্ষিত নাৰায়ণৰ ছত্ৰ-ছায়াত ৭০০ পণ্ডিতে এই গদাধৰৰ পাৰতে শাস্ত্ৰ ভাগৱত চৰ্চ্চা কৰি কেনেকৈ অসমীয়া সংস্কৃতি সাহিত্যৰ জৰিয়তে অমৃতোপম নীতি ধৰ্ম্ম বিলাইছিল; মেছপাৰা জমিদাৰৰ পূৰ্ব-পুৰুষ মানসিংহই ভট্ট কবি অমৰ চান্দৰ হতুৱাই কেনেকৈ "সোৰথ পঞ্চম" লেখোৱাইছিল, কেনেকৈ চিকনীৰ চিকৰা মেছে চিকনাথ নাৰায়ণ নামলৈ ভূঞা বংশৰ লগত সম্বন্ধ ঘটাইছিল — নানান স্মৃতিৰ লগত এইবোৰ কথাও পকৰাৰ দৰে লানি পাতি আহিছে।"

ধুবুৰীৰ ৰূপালী জয়ন্তী অধিৱেশনৰ বুৰঞ্জী সন্মিলনৰ সভাপতি তেতিয়াৰ মাননীয় মন্ত্ৰী ৰূপনাথ ব্ৰহ্ম ডাঙৰীয়াই ধুবুৰী সম্পৰ্কে কোৱা কথাকেইটি উল্লেখ কৰা হ'ল।

আজি যি ঠাইত আপোনালোকে সমবেত হৈছে, এই ঠাই প্ৰাচীন কামৰূপ ৰাজ্যৰ এটা প্ৰধান আৰু অবিচ্ছেদ্য অংশ আৰু অসম গৌৰৱ কোচ ৰজাসকলৰ আদি পুৰুষ দাম্বাম্বু মেছ হাওৰীয়া মেছৰ বংশ সম্ভূত মহাৰাজ বিশ্বসিংহৰ আদিম ৰাজ্যৰ যাৰ সীমা আছিল পূৰ্বত মানাহ, সোনকোষ পশ্চিমত, উত্তৰে ধৱলগিৰি, দক্ষিণে লৌহিত্য।।

এই ধুবুৰীৰ মহকুমাৰ উত্তৰ অঞ্চলত হিমালয়ৰ পাদদেশত চিকনা নামক অতীৱ ৰক্ষণীয় ঠাইত এই কোচ ৰজাৰ আদি পুৰুষসকলৰ বাসস্থান আছিল সেই সময়ত গোৱালপাৰা জিলাৰ উত্তৰ অঞ্চলৰ মেচ (বড়ো) সকলে ধনে-ধান্যে, শক্তি সামৰ্থে আৰু ঐশ্বৰ্য্য-বিভৱে অতি চহকী আছিল।

মৃত্যুৰ পূৰ্ব্বে গোৱালপাৰাৰ সিংহ পুৰুষ ৺খগেন্দ্ৰনাথ নাথ দেৱে অসম সাহিত্য সভাৰ ৩৯ তম ধুবুৰী অধিৱেশন উপলক্ষে প্ৰকাশিত স্মৃতি গ্ৰন্থলৈ পঠিওৱা শুভেচ্ছাবাণীত কৈছে —

"গোৱালপাৰা জিলা অসমৰ প্ৰহৰী। অসমলৈ যিমান ধুমুহা আহে, প্ৰথমেই গোৱালপাৰাত খুন্দা নোখোৱাকৈ ভিতৰ সোমাবলৈ নোৱাৰে। বিভিন্ন সভ্যতা এইখন জিলা অতিক্ৰম কৰিয়েই অসমৰ ভিতৰ সোমাইছে, কিন্তু অসমীয়াৰ কলা-কৃষ্টিৰ, অসমীয়াৰ সাহিত্য, সভ্যতাত আজি গোৱালপাৰাৰ স্থান হেৰাই যোৱাৰ উপক্ৰম হোৱাৰ কাৰণ কি বা কোন তাৰ কাৰণে দায়ী তাৰো পৰ্যালোচনা হোৱা দৰকাৰ। এই জিলাৰ নদ-নদী, পাহাৰ-পৰ্ব্বত, আদিৰ নামসমূহে এই জিলাৰ অতীতক সোঁৱৰাই দিয়ে। আৰু ভাষা? যিসকলে অসমীয়া ভাষাক সমৃদ্ধিশালী কৰিব খোজে তেওঁলোকে ঐতিহ্যপূৰ্ণ জিলা এখনৰ ভাষাক যথাস্থান নিদিলে অসমীয়াৰ জাতীয় ভাষাই পৰিপূৰ্ণতা লাভ কৰিব নোৱাৰে। গোৱালপাৰা জিলাৰ এটা বৈশিষ্ট্য আছে। আজি যদি উঠি অহা অসমীয়া সাহিত্যিকসকলে গোৱালপাৰাৰ সমল আহৰণ কৰি অসমীয়া সাহিত্য চহকী কৰিব নোৱাৰে ইতিহাস, তেওঁলোক জগৰীয়া হৈ থাকিব। আশা কৰো ধুবুৰী অধিৱেশনে অসমীয়া সাহিত্য, কৃষ্টি আৰু কলাৰ নৱদিগন্ত সূচনা কৰক। আন্তৰিকতাৰে সাহিত্য সভাৰ এই অধিৱেশনৰ কৃতকাৰ্যতা কামনা কৰিছোঁ।"

অসম সাহিত্য সভাৰ ৩৯ তম ধুবুৰী অধিৱেশনৰ সভাপতি অধ্যক্ষ হেম বৰুৱাদেৱে দিয়া ভাষণ উল্লেখ কৰা হ'ল —

"কেৱল বৰগীতেই নহয়, গোৱালপৰীয়া লোকগীতৰো অধ্যয়ন আৰু গৱেষণা হোৱাটো উচিত। হাড়ে - হিমজুৰে গোৱালপাৰা অসমৰ অবিচ্ছেদ্য অঙ্গ। প্ৰাচীন কালত আজিৰ গোৱালপাৰা জিলা অতিক্ৰম কৰি অসমৰ সীমা প্ৰবাহিত হৈছিল। কেৱল লোকগীতেই নহয়, গোৱালপৰীয়া সংস্কৃতিৰো বিশেষ অধ্যয়ন আৰু গৱেষনা হোৱাটো উচিত। এই কাম অসম সাহিত্য সভাই কৰিব পাৰে।"

ধুবুৰী অধিৱেশনত প্ৰকাশিত স্মৃতিগ্ৰন্থৰ সম্পাদক শ্ৰী শিৱানন্দ শৰ্মাই উল্লেখ কৰা কথাকেইটি তুলি দিয়া হ'ল —

"কোচবিহাৰ, ৰংপুৰ, জলপাইগুৰি, গোৱালপাৰা, কামৰূপ আৰু উত্তৰ-পূব ময়মনসিংহ অঞ্চল পুৰণি কামৰূপ ৰাজ্যৰ পটভূমি। আধুনিক অসমীয়া ভাষাৰ ঘাই শিপাডাল ইয়াতেই পোত খাই আছে। ধুবুৰী শাখা সাহিত্য সভাই সেই কাৰণেই বাৰে বাৰে ধুবুৰীত অসম সাহিত্য সভাৰ এটি আঞ্চলিক কাৰ্যালয় স্থাপিত হ'ব লাগে বুলি কৈ আহিছে। ভাষা - সংস্কৃতিৰ পিনৰ পৰা কৰতোৱালৈ অঞ্চলটো একেডাল সূতাৰে বন্ধা। এই কথা মুখেৰে মাথোন কৈ নেথাকি কামে কাজে পলমকৈ হ'লেও কিছু কৰা উচিত। গীতমাত সংস্কৃতিৰে পৰিপূৰ্ণ গোৱালপাৰা জিলাৰ আপুৰুগীয়া সম্পদ আমি আওকাণ কৰি থাকোতেই আনে বুটলি লবলৈ আৰম্ভ কৰিছে। তাৰ কাৰণে ভৱিষ্যত ইতিহাসে বৰ্ত্তমান অসমীয়া লিখক, গৱেষক আৰু অসম সভাক ক্ষমা নকৰিব।"

শ্ৰী ঋতেন্দ্ৰ মোহন দত্তই স্মৃতি গ্ৰন্থত প্ৰকাশিত তেখেতৰ 'গোৱালপাৰা জিলাৰ পুৰাতত্ব শীৰ্ষক প্ৰবন্ধত উল্লেখ কৰিছে যে —

"পুৰণি কামৰূপ ৰাজ্যৰ পশ্চিম অংশৰ বুৰঞ্জী উদ্ধাৰ কৰিবৰ নিমিত্তে কোনো আশাশুধীয়া চেষ্টা হোৱা নাই। সেই ৰাজ্যৰ পূব সীমাৰ কৰতোৱা নদী যি ঠাইত গৈ দক্ষিণে সেই সময়ত ব্ৰহ্মপুত্ৰৰ লগত মিলিত হৈছিল সেই গোটেই ভূখণ্ডৰ পূৰ্ব্বাংশ এসময়ত সভ্যতাৰ বাসভূমি আছিল কিন্তু বৰ পৰিতাপৰ বিষয় যে এই অঞ্চলটোৰ ধাৰাবাহিক পুৰাতাত্বিক অন্বেষণ হোৱা নাই।......পুৰণি কামৰূপ ৰাজ্যৰ নাভিস্থল স্বৰূপ এই গোৱালপাৰা জিলাৰ লোকেই আগবাঢ়ি আহিব লাগিব। বিংশ শতিকাৰ এটা মুখ্য কাম হ'ল প্ৰচাৰ, সত্যৰ প্ৰচাৰ কৰিব পাৰিলেহে সত্য প্ৰতিষ্ঠিত হয়।"








# মানকাচৰ অসমৰ সীমান্ত প্ৰহৰী

## দেলোয়াৰা খোন্দকাৰ

পুৰণি গোৱালপাৰাৰ পশ্চিম প্ৰান্তীয় অঞ্চল মানকাচৰ। বৃটিছৰ শাসন কালত এই অঞ্চল ৰংপুৰৰ জমিদাৰৰ অধীনস্থ আছিল। ব্ৰহ্মপুত্ৰৰ পৰা উঠি অহা চাপৰিখনৰ সময় সীমা নিৰূপণ কৰা নগলেও এই কথা সঠিক যে মীৰজুমলাৰ অসম আক্ৰমণৰ পিছতহে এইখন সুবৃহৎ চাপৰিৰ সৃষ্টি হয়। পূৰ্বকালত মানকাচৰৰ পূব সীমাত বৈ যোৱা কালো নৈৰ পাৰতেই থকা টিলাটিয়েই আছিল জাহাজঘাট। ইয়াৰ পৰাই ঢাকালৈ (পূৰ্ববঙ্গৰ ৰাজধানী) যাতায়াতৰ ব্যৱস্থা আছিল। অসমৰ পৰা স্বস্থানলৈ উভতি যাওঁতে মীৰজুমলাই ইয়াত শিবিৰ পাতি আছিল আৰু তেওঁৰ মৃতদেহ ইয়াতেই কবৰস্থ কৰা হৈছিল। মীৰজুমলাৰ লগত অহা পীৰ আৰু বহুতো সৈনিকৰ কবৰ ইয়াত আছে। কবৰবিলাকৰ দৈৰ্ঘ্য আৰু কবৰ বন্ধোৱা ইটাবিলাকৰ পৰা এই কথাৰ প্ৰমাণ পোৱা যায়।

মাণিক গোৱালাই এই চাপৰিত প্ৰথম বাস কৰিবলৈ লয়। সেয়ে এই চৰৰ নাম মাণিকাৰ চৰ। ইয়াৰ মানুহে মানিকাৰচৰ বুলিয়েই কৈছিল আৰু লিখিছিল কিন্তু যুগ বাগৰি আজি ইয়াৰ নাম হ'ল মানকাচৰ।

মোগল শাসন কালৰ পৰাই এই অংশ পূৰ্ববঙ্গৰ লগত সাঙুৰি লোৱা আছিল। বৃটিছ যুগত অসম - বঙ্গৰ ব্যৱসায়িক কেন্দ্ৰভূমি এই অঞ্চলত কলিকতাৰ ৰেলিও কোম্পানীয়ে অফিচ আৰু মালঘৰ পাতি পূৰ্ববঙ্গৰ মৰাপাট ক্ৰয় কৰি কলিকতালৈ পঠাইছিল। ঢাকাৰ মোল্লাজী চাহাবে দৰজী আনি কলিকতাৰ পৰা কাপোৰ আনি চিলাই কৰি অসমৰ বিভিন্ন ঠাইত তৈয়াৰী কাপোৰৰ ব্যৱসায় গঢ়ি তুলিছিল। দেশ বিভাগৰ পিচত মোল্লাজী চাহাব ইয়াৰ পৰা গুচি যায়। মানকাচৰৰ গাতে লগা পশ্চিম ফালে বাংলাদেশ আৰু পূব - দক্ষিণে গাৰোপাহাৰ। পুৰণি কালৰ পৰা বৰ্তমানলৈকে গাৰোপাহাৰৰ লগত ব্যৱসায় কৰি এই অঞ্চলৰ বহুসংখ্যক মানুহে পৰিয়াল প্ৰতিপালন কৰি আছে। গাৰোপাহাৰত উৎপন্ন হোৱা কপাহ, বাঁহ -তাৰাই আৰু তামোলৰ ব্যৱসায় এই অঞ্চলৰ অন্যতম ব্যৱসায়। ইয়াৰ উপৰি খেতি - বাতিত এই অঞ্চল বিশেষভাৱে খ্যাত। গাৰোপাহাৰৰ লগত কেনেধৰণৰ গভীৰ বন্ধুত্ব তাক ইয়াত প্ৰচলিত লোকগীতৰ পৰাই বুজিব পাৰি —

মানিকাচৰেৰ চিকন চিৰাৰে বন্ধু
গাৰোবান্ধাৰ দই —
ভৰ পেটে খায়া আসেন কেনে
মনেৰ কথা কই।

পুৰণি কালৰ পৰাই এই অঞ্চল শিক্ষাৰ ফালৰ পৰা আগ বঢ়া। ইয়াৰ জোতদাৰ, জমিদাৰসকলে স্কুলঘৰ পাতি দিয়াত অৰিহণা যোগাইছিল। এই অঞ্চলৰ বিদ্যাৰ্থীসকলে উচ্চ শিক্ষাৰ কাৰণে কলিকতাৰ প্ৰেচিডেন্সি কলেজ, মেডিকেল কলেজ, ৰংপুৰৰ কাৰমাইকাল কলেজ, ঢাকাৰ মেডিকেল কলেজ, গুৱাহাটীৰ কটন কলেজত শিক্ষা লাভ কৰি অসম তথা ভাৰতৰ বিভিন্ন অঞ্চলত চৰকাৰী চাকৰি কৰিছিল। কৃষি আৰু ব্যৱসায় কেন্দ্ৰিক হ'লেও শিক্ষাদীক্ষাৰ ক্ষেত্ৰত অবিভক্ত গোৱালপাৰা জিলাৰ উজ্বল ৰত্ন হ'ল মানকাচৰ। অসম মাতৃক 'জোনাকী'ৰ দৰে ক্ষুদ্ৰ হ'লেও উজ্জ্বল পোহৰ একণ বিলাই আহিছে। অসমী আইৰ অগণিত সেৱকসকলৰ মাজত মানিকাচৰবাসী দুই-এজনৰ নাম উনুকিয়াইছোঁ। কটন কলেজৰ অঙ্ক বিষয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক ৰফিউল হক, গুৱাহাটী বিশ্ববিদ্যালয়ৰ অৰ্থনীতি বিভাগৰ অধ্যাপক ড° খোৰছেদ আলম, গুৱাহাটী মেডিকেল কলেজৰ অৱসৰপ্ৰাপ্ত চকু বিশেষজ্ঞ ডক্টৰ আতিকুল হোছেইন, ডিব্ৰুগড় মেডিকেল কলেজৰ অৱসৰপ্ৰাপ্ত নাক, কাণ, ডিঙিৰ বিশেষজ্ঞ ডক্টৰ আব্দুল হাকিম, 'সৃজন আৰু মনন" কিতাপ ৰচোঁতা ইমদাদুল্যাহ।

সুখ-দুখেৰে ভৰা জীৱন হ'লেও এই অঞ্চলৰ মানুহৰ জীৱনত বৈচিত্ৰ্যৰ অভাৱ নাই। বাৰিষা কালত ঘৰত 'একগলা' পানীৰ কাৰণে চাং পাতি থাকি এসাজ খায়ো নাওঁ খেল পাতিবলৈ পিচ হুহকি নাথাকে। খেলৰ নাওখনত বঠা মাৰি সুমধুৰ গান গাই গামোচা এখন মেলি নাচি থকাৰ সময়ত দিনটো লঘোণে থকাৰ কথাও পাহৰি যায়। বৈঠাৰ কোবৰ লগত সুৰ মিলাই গায়। —

ও ভাবীজী চুল দেখোম আলুম ঝালুম
পিষ্টে দেখোম মাটি
কোন বা ৰসিয়ে না গেল পায়া
ছিৰছে গলাৰ কাঠি
ও দেওৰাৰে গইল ঘৰোতে ধুমে দিতে
বলদে মাৰছে লাথি
আছাৰ পৰি দৌৰ মাৰতে
ছিৰছে গলাৰ কাঠি।

জাৰকালি গোটেই পুহ মাহ জুৰি গাঁৱৰ 'চেংৰা' বিলাকে ঘৰে ঘৰে হাছি গাবলৈ আহে। এই হাছিবিলাকত বিয়া গীতৰ দৰে মুখ্য নায়ক হ'ল শ্যাম অৰ্থাৎ শ্ৰীকৃষ্ণ। দুটা দলে তৰ্ক - বিতৰ্কৰ মাধ্যমত গীত

পৰিৱেশন কৰে। ইয়াত গিৰিয়েক - ঘৈণীয়েকৰ ঘৰুৱা কন্দলৰ এটি ছবি দাঙি ধৰা হৈছে। —

প্ৰথম দল- বাপেৰ বাৰীত যাবে তুমি, চুল ধৰিয়ে, আনমু আমি
শ্যামেৰ.চিকণ-গলাৰ বাঁশীৰে

দ্বিতীয় দল- চুল ধৰিয়ে আনবে তুমি, পাখি হয়া যামু আমি
শ্যামেৰ চিকণ-গলাৰ বাঁশীৰে।

এইদৰে দুই দলৰ প্ৰতিযোগিতা চলি থাকে। শেষত হাচি গোৱা দলে কয়

"জাৰে মাৰিল ভাই, মাযায় দেও গো বাৰীত গুণ।

গৃহস্থই মাগন হিচাপে চাউল বা পইচা দিয়ে।

পুহ-সংক্ৰান্তিৰ দিনা সকলো মিলিজুলি 'পুষণা' (ভোজভাত) খায়।

পুষণা এই অঞ্চলৰ এটি উপভোগ্য পৰ্ব।

বিয়া এটি সামাজিক প্ৰথা। বিশেষ বিশেষ অনুষ্ঠানেৰে এই প্ৰথাক মনোৰম কৰি তোলা হয়। বিয়াৰ সাতদিন আগত ইটা পকোৱা হয় আৰু গীতেৰে আৰু নাচেৰে বিয়াঘৰ মুখৰিত হৈ পৰে। নতুন চালনি আৰু কুত সিন্দুৰ আৰু তেলেৰে সজাই কল, দিয়াৰ বাতি, ধাম দুৰ্বা দি সজায় আৰু মাটিৰ দলাৰে ইটা পকায়। ইটাবিলাকতো সিন্দুৰ লগায়। (মুছলমান সমাজত বহুতে সিন্দুৰৰ সলনি চূণ - হালধি (তেল দি সিন্দুৰৰ ৰং কৰে) কলৰ দোনা কাটি সৰু সৰুকৈ দুটাৰে নাও সজায়। নাওঁ দুখনত তেল দি শলিতা জ্বলাই ডাঙৰ এটা চৰুত পানী ভৰাই পানীখিনি জোৰে লৰাই দি পানীত যেতিয়া ঘূৰ্ণী উঠে তেতিয়া নাও দুখন পানীত এৰি দিয়ে। ঘূৰ্ণীত পৰি নাও দুখন যদি একে ঠাইত জোৰ লাগি যায় তেন্তে আয়ো (আয়তীসকলে) কয় যে দৰা-কইনাৰ জোৰ খুব ভাল।

ইয়াৰ পিছত কইনাৰ ঘৰত কইনাৰ আগত আৰু দৰা ঘৰত দৰাৰ আগত বিপক্ষ দলক ঠাট্টা কৰি গীত গায়। দৰাৰ ঘৰত গায় —

কনেৰ মায়েৰ হেছৰে হেছৰে দাঁত
কি ছিকো লো ছিকো। ইত্যাদি

এইদৰে গীত আৰু লগতে নৃত্য আৰু হাঁহি তামাচাৰে বিয়াঘৰ উখল-মাখল কৰি ৰাখে। বিয়াগীত বিলাকতো শ্ৰীকৃষ্ণক জড়িত কৰা দেখা যায়।

কালাৰে ও কালা—

হিন্দু সমাজত কাতি পূজাৰ সময়তো মাইকী মানুহবিলাকে কাৰ্তিকক আগত ৰাখি শৃঙ্গাৰ ৰসৰ গীত গায় আৰু নাচে। কাৰ্তিক সৌন্দৰ্যৰ দেৱতা, বিয়া নকৰি কলগছ এজুপিকে কইনা কৰি বিয়াৰ অনুষ্ঠান পাতে। গতিকে কাৰ্তিকক সন্তুষ্ট কৰিবলৈ শৃঙ্গাৰ ৰসৰ নৃত্য-গীতেৰে গোটেই ৰাতি মচগুল কৰি ৰাখে। ইয়াত 'ঢুলিজনৰ' বাহিৰে আন মতা মানুহৰ প্ৰৱেশ নিষেধ।

মুছলমান ডাঠিয়া (মাছ ব্যৱসায়) সম্প্ৰদায়ৰ মাজত বাঁহপূজাৰ প্ৰচলন। ডাঙৰ বাঁহ এডালত ৰঙা কাপোৰ মেৰিয়াই ঢোল-ডগৰেৰে পূজা কৰিছিল।

'মহৰম'ত মুছলিম সম্প্ৰদায়ৰ মাজত ঢোল লৈ তাৰ তালে তালে লাঠী খেলায়। কাৰবালাত হোৱা যুদ্ধৰ প্ৰতীক স্বৰূপে এওঁলোকে লাঠীখেলাটোক ধৰ্মীয় উৎসৱ বুলি ভাবে।

এই অঞ্চলত মুছলিম সম্প্ৰদায়ৰ মাজত 'কৃষ্ণতৰিকা' পালন কৰা দল বহুত ঠাইতে দেখিবলৈ পোৱা যায়। এওঁলোকে 'মাৰুকতি' মতে আল্লা আৰু কৃষ্ণৰ মাজত পাৰ্থক্য নেদেখে। টুকুৰি, খোল আদি বজাই কীৰ্তনৰ সুৰেৰে আল্লাহৰ ৰহমত প্ৰাৰ্থনা কৰে। এওঁলোকৰ মতে দেহাটোৰ কোনো মূল্য নাই আত্মাটোহে আচল। এই ক্ষেত্ৰত তেওঁলো নাৰী-পুৰুষৰ পাৰ্থক্যও বুজি নাপায়; গতিকে নাৰী-পুৰুষ সকলোয়ে মিলিজুলি কীৰ্তন গায়।

অয়ডোবাৰ হিন্দু আশ্ৰমখনৰ প্ৰতিষ্ঠাতাও এগৰাকী মুছলমান। ৰংপুৰ জিলাৰ সুন্দৰগঞ্জ থানাৰ এখন গাঁৱত আশ্ৰম প্ৰতিষ্ঠাপক হৰিদাসৰ জন্ম হৈছিল। তেৰোঁ ভগৱান প্ৰীতিত মচগুল হৈ ঘৰ এৰি অয়ডোবাৰ কোচ, হাজং সম্প্ৰদায়ৰ মাজত হৰি ভক্তিৰ মাহাত্ম্য প্ৰচাৰ কৰি আশ্ৰমখন পাতি যায়।

চৈতন্যপন্থী বৈষ্ণৱ মানুহো এই অঞ্চলত যথেষ্ট আছে। এওঁলোকক বৈৰাগী বুলি কোৱা হয়। বৈৰাগীপাৰাত ৰাধা-কৃষ্ণৰ মন্দিৰ আছে আৰু ৰাসপূৰ্ণিমাত ৰাসমেলা হয়। এই সময়ত কৃষ্ণৰ জীৱনী মাটিৰ মূৰ্তিৰে বনাই বাল্যকালৰ পৰা কংস বধলৈকে দাঙি ধৰে। বৈৰাগী সম্প্ৰদায়ৰ এইটো ডাঙৰ উৎসৱ।

মাটিৰ বস্তু বনোৱা শ্ৰেণী পাল, চিৰা সান্দহ খুন্দি ব্যৱসায় কৰা বংশী, মাছমৰা ব্যবসায়ী মাঝি, জমীদাৰৰ কাছাৰীৰ কাম কৰা মনুহবিলাক থকা ঠাইক কাছাৰীপাৰা বোলে। সেয়ে পালপাৰা, বংশীপাৰ, মাঝিপাৰা আদি বেলেগ বেলেগ ব্যবসায়ী মানুহে বেলেগ বেলেগ পাৰাত থাকে।

মুছলমান সম্প্ৰদায়ৰ মাজতো তেলী (তেল ব্যৱসায়ী) জোলা (সূতা তৈয়াৰ কৰা শ্ৰেণী), মৈশাল (ম'হৰ বাথান কৰি দৈ-দুগ্ধ বিক্ৰী কৰা শ্ৰেণী) আদি ব্যৱসায়ৰ ভিত্তিত তেলীপাৰা, জোলাপাৰা, মৈশালপাৰা আদি নামেৰে গাঁও বিলাক ভাগ কৰা হৈছে। বৰ্তমানে এই পাৰাবিলাকক বেপাৰী পাৰা নাম দিয়া হৈছে।

মানকাছৰ ব্যৱসায়িক ঠাই। এসময়ত কলিকতা আৰু ঢাকাৰ লগত ব্যৱসায়ৰ আদান-প্ৰদানৰ লগতে আৰু শিক্ষা ব্যৱস্থাও বাংলা ভাষাতে থকা কাৰণে শুদ্ধ বাংলা ভাষাৰ প্ৰচলন বজাৰ অঞ্চলত হৈছিল। ইয়াৰ প্ৰভাৱত গাঁও অঞ্চলৰ মানুহে নিজৰ ভাষাটোৰ লগত শুদ্ধ বংলা ভাষা প্ৰয়োগ কৰিবলৈ যোৱাত অঞ্চলিক এটি মিশ্ৰিত ভাষা গঢ় লৈ উঠিল। যেনে "তুমি কুতি গেছলে, আমি উটকেতে উটকেতে হয়ৰাণ হলেম । "তুমি যাবেৰ প্যালে ভালা, নাযাবেৰ প্যালে থামি এহলায় যামু।" সাধাৰণ মানুহে এনে ধৰণৰ আঞ্চলিক ভাষা ব্যবহাৰ কৰে, কিন্তু স্কুল-কলেজত পঢ়া ছাত্ৰ-ছাত্ৰীয়ে, শিক্ষিত মানুহে কথা কোৱাৰ সময়ত শুদ্ধ অসমীয়া ভাষা ব্যৱহাৰ কৰে। ১৯৫০ চনত এল, পি স্কুল বিলাকত অসমীয়া পাঠ্যক্ৰম আৰম্ভ হয়। ১৯৫৪ চনৰ পৰা দক্ষিণ শালমাৰ মানকাচৰ মহকুমাৰ সকলো শিক্ষানুষ্ঠানত অসমীয়া ভাষাৰে শিক্ষা প্ৰদান ৰীতি প্ৰচলিত হ'ল। এই বৃহত্তৰ অঞ্চলত এখনো বাংলা ভাষাৰ স্কুল নাই। মানকাচৰবাসী মনে-প্ৰাণে অসমীয়া আৰু অসমীয়া ভাষা-সাহিত্যৰ প্ৰেমিক।

স্বাধীনতা আন্দোলনতো এই অঞ্চলৰ অৱদান কম নহয়। সেই সময়তে মহাত্মা গান্ধীৰ অহিংসা নীতি পালন কৰা আৰু ইংৰাজ



শাসকৰ সপক্ষে কাম কৰি (খিতাপ অৰ্জন কৰা ব্যক্তিও ইয়াত আছিল।

স্বাধীনতা আৰু দেশ বিভাজনৰ পিছত মুছলিম লীগক সমৰ্থন কৰা ভালেসংখ্যক ব্যক্তি ইয়াৰ পৰা গুচি গ'ল। সাম্প্ৰদায়িকতাৰ নাৰকীয় ঘটনাৰ সংকটপূৰ্ণ সময়তো ইয়াৰ হিন্দু, মুছলমান, জৈনধৰ্মী মানুহে একগোট হৈ ভ্ৰাতৃৰূপে থাকিল আৰু অবিভক্ত ভাৰতৰ লগত থাকিবলৈও সংগ্ৰাম কৰিলে। সংগ্ৰাম কৰিলে ইয়াৰ কোচ, ৰাভা, গাৰো, হাজং, কেওট, কলিতাসকলেও।

আজি কেবাবছৰ ধৰি মানকাচাৰৰ নিকটৱৰ্তী দক্ষিণ শালমাৰা ব্ৰহ্মপুত্ৰৰ গৰ্ভত বিলীন হ'ল, বিলীন হৈ আছে সুখচৰৰ গাঁও বিলাকো। এইবিলাক চৰৰ গৃহস্থী মানুহে আজি ৰিক্সা চলাই, বিল্ডিঙৰ, ৰাস্তাৰ বনুৱা কাম কৰি পেট প্ৰৱৰ্তাইছে। চৰ অঞ্চলৰ মানুহবিলাকৰ পুনৰ্বাসনৰ কোনো ব্যৱস্থাই কৰা হোৱা নাই। জীৱন সংগ্ৰামত ক্ষত-বিক্ষত হৈ পৰা এই মানুহবিলাকৰ ভৱিষ্যৎ এন্ধাৰৰ মাজত বিলীন হৈছে।

মেঘালয়ৰ ৰাস্তা নাথাকিলে অসমৰ এচুকত থকা সীমামূৰীয়া অসমৰ সীমান্ত প্ৰহৰী মানকাচৰবাসীৰ অসমৰ লগত যোগাযোগ ৰাখিবলৈও উপায় নাই। তথাপিও মানকাচাৰ চিৰদিন অসমৰ অতন্দ্ৰ প্ৰহৰী হৈ থাকিব।



মানকাচৰৰ শ্ৰীশ্ৰীকামাখ্যা মন্দিৰ



মানকাচৰৰ মিৰজুমলাৰ কবৰস্থান



মানকাচৰৰ মিৰজুমলাৰ স্মৃতি সৌধ



# গোৱালপৰীয়া লোকগীতত মাহুত, মৈষাল আৰু নাৱৰীয়াৰ ভূমিকা

## কণিকা বৰকাকতি (চৰকাৰ)

কোনো এটা বিশেষ জাতি বা গোষ্ঠীৰ লগত সংপৃক্ত নহ'লেও আৰু জনসাধাৰণৰ আৰ্থ-সামাজিক দিশত সিমান তাৎপৰ্যপূৰ্ণ নহ'লে গোৱালপাৰা অঞ্চলত এনে দুটা বৃত্তি আছে যি দুটা অতীতৰ পৰাই জনপ্ৰিয় আৰু যি দুটাৰ প্ৰভাৱ লোক-সংস্কৃতিৰ ওপৰত স্থায়ী হৈ পৰিছে সেই বৃত্তি দুটা হৈছে মাহুত আৰু মৈষাল। কালৰ গড়াখহনীয়াত যদিও এই বৃত্তি দুটা আজি লুপ্ত প্ৰায় তথাপি ইয়াক আমাৰ মাজত জীয়াই ৰাখিব, ইয়াক লৈ সৃষ্টি হোৱা আজীৱন সাক্ষী গোৱালপৰীয়া লোকগীতসমূহে।

সাহিত্যই যদি জাতিৰ ধ্বনিৰ প্ৰতিধ্বনি হয় তেন্তে বহুযুম আগতে সৃষ্টি হোৱা আমাৰ জনজীৱনৰ চিৰ পৰিচিত চৰিত্ৰ কেইটিক এই গীতবোৰে কেতিয়াও ম্লান হ'বলৈ নিদিয়ে।

এই অঞ্চলটোৰ ঠায়ে ঠায়ে ঘাইকৈ নদী কাষৰীয়া ঠাইবোৰত আনকি বিলাসীপাৰাৰ চক্ৰা বাখৰা, সোণামুখী, টিলাপাৰা আদিত সৌসিদিনালৈকে বহুতো মহৰ খুঁটি আছিল। কিন্তু আজি সেই মহো নাই আৰু বাথানো নাই কিন্তু জীৱন্ত হৈ থাকিল সেই বোৰক লৈ ৰচিত অসংখ্য গীত-পস আদি আৰু সেইবোৰতে প্ৰতিধ্বনিত হ'ল ম'হৰ ডিঙিৰ টিলিঙাৰ ধ্বনি ঃ

ঘুটলুং ঘুট,লং বাজেৰে গইষাল
মইষেৰ গলাৰ খান্টি
মুই নাৰী একলা ঘৰে
কৰুংকান্দাকাটি।

মইষালে যেতিয়া চাকৰিৰ বাবে দূৰ দেশলৈ যাবলৈ থিৰাং কৰে তেতিয়া পণয়নী জনীয়ে মনৰ বেজাৰত অধীৰা হৈ প্ৰেমিকে যাতে নাযায় তাৰ বাবে গায় ঃ

বিদেশে নাযানৰে মইষাল
নাহ্ন বৈদেশী গলাৰ হাৰ বেচ্যো
দিম মুই ঐ চাকুৰিৰ কাড়ি।

তিৰোতাৰ অতি আদৰৰ সম্পদ হ'ল অলংকাৰ, কিন্তু মনৰ মানুহজনক দূৰলৈ পঠোৱাটো তাইৰ পক্ষে অসম্ভৱ সেয়েহে তাই ডিঙিৰ হাৰ বিক্ৰী কৰি প্ৰিয়তমক ওচৰত ৰাখিবলৈ বিচাৰিছে। যেনেদৰে আমি বিহুগীতসমূহত পাওঁ ঃ

'সজা ভাঙি মোকোলাও সজাৰে মইনা
শালে কাটি মোকলাও হাতী
ডিঙিৰ মনি বেচি চেনাইক মোকোলাও
টোপনি অহাই যাওঁ ৰাতি।'

আন এটি গীতত আমি পাওঁ গোৱালপৰীয়া নাৰীৰ প্ৰেমৰ আকুতি ঃ

'আগতে কইছুঙৰে মইষাল
চাকৰি নাহয় ভাল
নলেৰ গুটায় খাগৰাৰ গুটায়
গায়েৰ যাইবে ছাল।'

প্ৰেমিকাই হাবিয়ে-বননিয়ে ম'হৰ পিছে পিছে নানা কষ্ট ভোগ কৰি ঘূৰ ফুৰিব এয়া প্ৰেমিকাই সহ্য কৰিব নোৱাৰে। সেয়েহে এনেদৰে গীতৰ মাজেৰে মনৰ ভাব প্ৰকাশ কৰিছে।

আনহাতে, মাহুত আৰু নাৱৰীয়াৰ জীৱনতো আমি একেই পৰিণতি দেখা পাওঁ। মাহুতে যেতিয়া দূৰ দেশত হাতী ধৰিবলৈ যায় তেতিয়া তেওঁ কিমান বিপদ, জৰঘিনিৰ মুখামুখী হ'ব লাগে তাৰ কোনো সীমা সংখ্যা নাই। মাহুতে বনৰ বনৰীয়া জীৱ-জন্তু, চৰাই-চিৰিকতি আদিৰ প্ৰতি লক্ষ্য কৰে তেতিয়া তেওঁৰো নিজৰ ঘৰখন তথা প্ৰণয়নীজনীলৈ মনত পৰে আৰু তেতিয়া অন্তৰৰ পৰা নিগড়ি ওলায় এটি গীতৰ কলি ঃ

'বালু টিলটিল পক্ষী কান্দে
বালুতে পৰিয়া
গৌৰীপুৰীয়া মাহুত কান্দে
ঘৰ-বাৰী চুৰিয়া।'

মনৰ মানুহজন যেতিয়া কোনো ৰজা, বা জমিদাৰৰ লগত হাতীৰে বিকাৰ ধৰিবলৈ যায় তেতিয়া ঘৰত এৰি থৈ যোৱা প্ৰণয়নী জনীয়ে চকুৰ পানীক সাক্ষী কৰি যায়

'অ' মোৰ দান্তাল হাস্তীৰ মাহুতৰে
যেদিন মাহুত চিকাৰে যায়
নাৰীৰ মন ঝুৰিয়া ৰয়ৰে। '

নাৰীৰ কোমল অন্তৰে মাহুত দূৰণিলৈ গুচি যোৱাটো সহ্য কৰিব নোৱাৰে। মাহুতে যে হাতী লৈ যায় কেতিয়া ঘূৰি আহিব তাৰ কোনো নিশ্চয়তা নাই। সেয়ে ঘৰত চিৰ অপেক্ষাৰতা নাৰী গৰাকী কম ঃ

তোমৰা গেইলে কি আসিবেন
মোৰ মাহুত বন্ধুৰে।

সেইদৰে আমি বিহু গীততো দেখা পাওঁ মনৰ মানুহজন যেতিয়া উপাৰ্জনৰ বাবে বিদেশলৈ যাব ওলায় তেতিয়া চেনেহীয়ে মনে মনে সন্দেহ কৰে যে জানোচা তাইৰ প্ৰিয়তম আৰু ঘূৰি নাহে। প্ৰিয়তমক উদ্দেশ্য কৰি তেতিয়া প্ৰিয়তমাই গায় ঃ

'ভাটিলৈ ভটিয়াই নাযাবা চেনবাইটি
নালাগে বণিজৰ ধন
ঘৰতে থাকিবা ৰামায়ণ পঢ়িবা
শুনি থাকিবৰ মন।'

তদ্ৰূপ আমি নাৱৰীয়া চৰিত্ৰটিতো এটি ৰোমাঞ্চকৰ ছবি দেখা পাওঁ। গোটেই জীৱন নদী আৰু নাওঁখনৰ সৈতে খেলি থকা সুন্দৰ চেহেৰাৰ ডেকাটিয়ে যেতিয়া নাৱৰ ডিঙত বহি গা খেলাই থাকে তেতিয়া পূৰ্ণ যৌৱনা প্ৰতিজনী গাভৰুৱে যৌৱনৰ ৰাগীত মতলীয়া হৈ পৰে। সেই পাহোৱাল ডেকাটিক দেখি তাৰ সান্নিধ্য পাবৰ বাবে নদীৰ পাৰত থকা গাভৰুজনীয়ে যৌৱনৰ বানত উটি-বুৰি আৱেগ বিহ্বলা হৈ এনেদৰে গায় ঃ

'নাওঁ চাপাওঁ নাওঁ চাপাও নাইয়া
নাওঁ চাপাওঁ বগলে
কাষেৰ কলম ঘাটে থুইয়া
যাইবো তোমাৰ সাথেৰে।'

নাৱৰীয়াই নাওঁ লৈ নাহিলে গাভৰুজনীয়ে আকৌ গায় ঃ

'ওকি কালাৰে কেমন কৰিয়া
হইব দৰীয়া পাৰ
যে নাইয়া কৰিবে পাৰ
তাকে দিবো কালা গলাৰ হাৰ
পাৰ কৰিলে কৰিব
সোণাৰ যৌৱনদানৰে।'

নাৱৰীয়াই যেতিয়া ইফালে-সিফালে কৰি সময় কটায়, ইফালে বেলিও লহিয়ায় তেতিয়া পাৰত থকা গাভৰুজনী নদী পাৰ হ'বলৈ ব্যাকুলিত হৈ পৰে। আৰু নদীৰ অথাই পানী, নদীত থকা নানান ভয়ংকৰ জীৱ-জন্তুৰ কথা সুঁৱৰি নাৱৰীয়াক নাওঁ কাষত আনিবলৈ ৰৰকৈ খাটনি জোৰে। তেতিয়া গাভৰুজনীয়ে গায় ঃ

'অ ধন মোৰ কানাইয়াৰে
এলুৱা কাশিয়াৰ ফুল
নদী হৈছে কানাই হুলস্থূলৰে
কেমন কৰিয়া দৰিয়া হৈম মুই পাৰ।
কালো নদী কুমৰেৰ ভয়
মানুষ গৰু কালা ধৰিয়া খায়
কেমন কৰিয়া দৰিয়া হৈম মুই পাৰ।'

এইদৰে যেতিয়াই মানৱীয় কোল অনুভূতিবোৰক এৰাই চলিব লগীয়া হয় তেতিয়া উক্ত চৰিত্ৰকেইটাই নিৰ্জনতাত বহি প্ৰকৃতিৰ লগত একাত্মবোধ কৰিবলৈ বুলি ক্ষমা-প্ৰাৰ্থনা কৰে। ডেকা-গাভৰুৰ চাওনীৰ অন্তৰালত ৰৈ যায় এক বিৰাট জটিল প্ৰশ্ন আৰু কেতিয়াবা সিঁহতৰ মিলন হ'বনে? এনেদৰে পোৱা-নোপোৱাৰ দোমজাত এই চৰিত্ৰকেইটাই জীৱন অতিবাহিত কৰে।

এনেদৰে আলোচনা কৰিলে আমি গোৱালপৰীয়া লোকগীতত মাহুত, মইষাল আৰু নাৱৰীয়া চৰিত্ৰকেইটাক জীৱন্ত ৰূপত দেখা পাওঁ। যিকেইটাই হাঁহি আৰু চকুলোৰ অপূৰ্ব মিলনেৰে নিজৰ কৰ্মময় জীৱন অতিবাহিত কৰে।





# চাওঁতাল আৰু তেওঁলোকৰ সংস্কৃতি

## প্ৰভাতচন্দ্ৰ সিংহ

প্ৰবন্ধটোৰ আৰম্ভণিতে চাওঁতালসকল কোন আৰু তেওঁলোকৰ জাতিসত্তাৰ পৰিচয় কি সেই বিষয়ে সামান্য আলোকপাত কৰা দৰ্কাৰ। কৰ্ণেল ডেন্টনে তেওঁৰ "Descriptive Ethnology of Bengal" গ্ৰন্থত চাওঁতালসকল বসবাস কৰা ঠাইৰ বৰ্ণনা দি কৈছে— "in a strip of Bengal extending for about 350 miles from the Ganges to the Baitarani, bisected by the meridian of Bhagalpur or 87° east longitude and comprising the following districts — Bhagalpur, the Santal Parganas, Birbhum Bankura, Midnapore, Hazaribagh, Maubhum, Singbhum, Mayurbhany and Balasore (Sen, Dr Suchibrata, The Santals of Jangle Muhals"— (পৃঃ ২২-২৩)।

কৰ্ণেল ডেন্টনে চাওঁতালসকলক কোল, মুণ্ডা, হো আৰু কলেৰিয়ান গোষ্ঠীত নেপেলাই দ্ৰাবিড় গোষ্ঠীভুক্ত কৰিছিল। Sir H. H. Risley ও একেই কথা কৈছে। কিন্তু ড° বিৰজাশঙ্কৰ গুহই তেওঁলোকক আদিবাসী সম্প্ৰদায়ভুক্ত কৰি তেওঁলোকৰ সৈতে অষ্ট্ৰেলিয়াৰ আদিবাসীৰ সাদৃশ্যৰ কথা দাঙি ধৰিছে। ফল স্বৰূপে তেওঁলোকক প্ৰ'ট অষ্ট্ৰলয়ড (Proto-Austroloid) বুলি চিহ্নিত কৰা হ'ল। E. S. Man-এ তেওঁৰ "Sonthal and Sonthalia" গ্ৰন্থত চাওঁতালবিলাকক যাযাবৰ আৰু সভ্য দুয়োবিধ শ্ৰেণীৰ পৰা পৃথক কৰি দেখুৱাইছে।

বিভিন্ন ঐতিহাসিক আৰু সমাজতাত্ত্বিকসকলৰ অনুসন্ধানৰ পৰা প্ৰাপ্ত তথ্য মতে ক'ব পাৰি যে চাওঁতালসকলেই ভাৰতৰ আদিম জনগোষ্ঠী। আকৌ কিছুমান পণ্ডিত আৰু বুৰঞ্জীবিদে এওঁলোক ভাৰতৰ বাহিৰৰ পৰা অহা বুলি কোৱাত এটা দীৰ্ঘস্থায়ী বিতৰ্কৰ সৃষ্টি কৰি থৈছে। সংক্ষিপ্ত প্ৰবন্ধত সকলো কথা বিতংভাৱে লিখা সম্ভৱ নহয়; সেয়ে বৰ্তমানলৈকে চলি অহা বিশ্বাসৰ ভিত্তিত তেওঁলোকক অষ্ট্ৰিক ভাষা গোষ্ঠীৰ ভিতৰত পেলোৱা হৈছে। তথাপি খাৰৱাৰ বা খেৰৱাল আৰু মুণ্ডা ভাষাৰ লগত এই ভাষাৰ ঘনিষ্ঠ সম্বন্ধ অস্বীকাৰ কৰা টান। "Bengal District Gazetteers" ৰ লিখক L.S.S.O. Malley ৰ মতে সম্ভৱতঃ চতুৰ্দ্দশ/পঞ্চদশ শতিকাত চাওঁতালবিলাকে ছোট নাগপুৰ মালভূমিত নিগাজিকৈ বসবাস কৰি আছিল। তেওঁ আৰু কৈছে যে এওঁলোকৰ ঐতিহ্যৰ ধাৰা লক্ষ্য কৰিলে এই কথা প্ৰতিপন্ন হয় যে এওঁলোক উত্তৰ-পূব নহয় উত্তৰ-পশ্চিম ফালৰ পৰা তালৈ আহিছিল আৰু দুই হাজাৰ বছৰ আগতেও গঙ্গানদীৰ উত্তৰ তীৰত বসবাস কৰিছিল। তেওঁ চাওঁতালসকলৰ স্মৃতি আৰু শ্ৰুতিকে প্ৰামাণ্য বুলি ধৰি লৈ এই কথা কৈছিল।

চাওঁতাল ঐতিহাসিক Rev C. H. Koomar তেওঁৰ "Itihas" কিতাপখনত এই বিশ্বাসক পুষ্টি দিয়া দেখা যায়। পুৰুষানুক্ৰমে চাওঁতালসকলে তেওঁলোকৰ ঐতিহ্য-সংস্কৃতিৰ বুৰঞ্জী প্ৰথম সৃষ্টিৰ মুহূৰ্তৰ পৰা বৃটিছ শাসনকাল পৰ্যন্ত আৰু আজিও মুখে মুখে সংৰক্ষণ কৰি আহিছে আৰু তেওঁলোকৰ এই বুৰঞ্জীভিত্তিক কাহিনীবোৰ নিৰক্ষৰৰ পৰা সাক্ষৰ ব্যক্তিৰ মুখে মুখে এতিয়াও চলি আহিছে।

(Dr. Suniti Kr. Chatterjee তেওঁৰ Tribal Languages প্ৰবন্ধত যিটো ভাৰত চৰকাৰে Adivasis নামক পুঁথিত সংকালত কৰিছে, তাত চাওঁতাল সকলক Austric speech family বুলি উল্লেখ কৰিছে — Adivasis পৃষ্ঠা-৬৭) এই প্ৰবন্ধত চাওঁতালি ভাষা সম্পৰ্কে আলোচনাৰ ঠাই অতি সামান্য। তথাপি সংক্ষেপে দুআষাৰ নক'লেই নহয়। ভাষা গোষ্ঠীৰ কথা উঠিলে চাওঁতালী ভাষাক প্ৰথমে মুণ্ডা ভাষাগোষ্ঠীত চামিল কৰা যায়। ড° সুনীতি কুমাৰ চট্টোপাধ্যায় মহোদয়ে তেনে দৰেই "Adivasi" নামৰ গ্ৰন্থৰ এটি প্ৰবন্ধত মত প্ৰকাশ কৰিছে। মুণ্ডাৰি ভাষা এসময়ত গোটেই মধ্য ভাৰতজুৰি বিভিন্ন গোষ্ঠীৰ আদিবাসী সকলৰ ব্যৱহাৰ্য হৈ উঠিছিল। এই ভাষা গোষ্ঠীত বিশেষকৈ মুণ্ডা, হো, চাওঁতাল, ভূমিজসকল পৰে। (এই মত S. C. Dube মহোদয়ে তেওঁৰ Tribal Heritage of India Vol I ৰ ১১ পৃষ্ঠাত উল্লেখ কৰিছে)। তথাপি আন আদিবাসী ভাষাতকৈ চাওঁতাল ভাষা অতি সোনকালে উচ্চ স্তৰত আৰোহণ কৰাটো খাটাং। Rev Camphell য়েও এই কথা স্বীকাৰ কৰিছে। কিন্তু বহুদিন ধৰি চলি অহা এই ভাষাটোৰ লেখ্যৰূপৰ বয়স এশ ত্ৰিশ/পঁয়ত্ৰিশ বছৰৰ বেছি নহয়। খৃষ্টান মিছনাৰীসকলে Roman Script ৰ আশ্ৰয় লৈ এই ভাষাৰ ব্যাকৰণ আৰু সাহিত্য সৃষ্টিৰ কামখিনি আৰম্ভ কৰে। তথাপি বঙ্গ দেশত বাংলা আৰু হিন্দীভাষী অঞ্চলত দেৱনাগিৰি হৰফতো বহুতো চাওঁতাল গল্প, কবিতা, উপন্যাস, নাটক আদি এতিয়াও ছপা হৈ আছে। কিছুদিন আগতে পণ্ডিত ৰঘুনাথ মুৰ্মুয়ে 'অলচিকি' নামক নতুন হৰফ আৰু বৰ্ণমালা সম্পৰ্কতাৰ মাধ্যমত চাওঁতাল সাহিত্য সৃষ্টিৰ সুযোগ কৰি দিয়ে। কিন্তু এই হৰফটো এতিয়ালৈ বিতৰ্কিত আৰু সৰ্বজনগ্ৰাহ্য তথা সৰ্বজনস্বীকৃত হোৱা নাই। ক'বলৈ গ'লে বিহাৰৰ চাওঁতাল পাৰগনাৰ বেনাগাড়িয়াত অৱস্থিত Santal Mission of the Northern Churches ৰ গুৰি ধৰোঁতা Rev Skrefsrud এ প্ৰায় নিৰ্ভুলভাৱে আৰু চাওঁতালসকলে গ্ৰহণ কৰাকৈ Roman Script ৰ সহায়ত চাওঁতাল ব্যাকৰণ আদি ছপা কৰি উলিয়াবলৈ সমৰ্থ হৈছিল। তেওঁৰ পাছত চাওঁতাল ভাষাৰ বিদগ্ধ পণ্ডিত ৰেভাৰেণ্ড পি, ও বোডিং চাহাবে তাৰ বহুতো উন্নতি সাধন কৰে আৰু An Introduction to Santali Grammar Santal Medicines আৰু চাওঁতালি-ইংৰাজী ভাষাৰ ৬ খণ্ডত এখন শব্দকোষ লিখি উলিয়াই।

চাওঁতালসকল মুঠ বাৰটা বংশ-গোষ্ঠীত বিভক্ত। অন্যান্য আদিবাসী আৰু বৰ্ণ হিন্দুসকলৰ নিচিনাই একে বংশোদ্ভূত মানুহৰ মাজত কোনো বিবাহ সম্পৰ্ক তেওঁলোকৰ মাজতো নিষিদ্ধ। বাৰটা বংশৰ নাম হ'ল— (১) হাঁচদা (Hasdak'), (২) মুৰ্মু (Murmu), (৩) কিসুক (Kisku), (৪) হেম্ব্ৰম (Hembrom), (৫) টুডু (Tudu), (৬) মাৰ্ডি (Mardi), (৭) চোৰেন (Soren), (৮) বাস্কে (Baskey), (৯) বেছৰা (Besra), (১০) চঁড়ে (Core), (১১) বেদেয়া (Bedea) আৰু (১২) পাউৰিয়া (Pauriya)। আজিকালি চঁড়ে আৰু বেদেয়া প্ৰায় নিশ্চিহ্ন। এইবোৰ শ্ৰেণী বা গোষ্ঠী বিভাগ Sir H. H. Resley ৰ "The Tribes and Castes of Bengal," Vol II ২২৪-২২৫ পৃষ্ঠাত, Rev P.O. Bodding ৰ The traditions and Institutions of the Santals Charulal Mukherjee ৰ "The Santals" আৰু Rev C. H. Koomar ৰ Itihas গ্ৰন্থসমূহতো পোৱা যায়। বহুতো ক্ষেত্ৰত এটা শ্ৰেণীৰ ভিতৰুৱা কথা আন শ্ৰেণীৰ ভিতৰুৱা কথাৰ লগত নিমিলে। প্ৰত্যক্ষ অভিজ্ঞতাৰ ভিত্তিত ইয়াৰ সত্যতা সহজেই অনুমান কৰা যায়।

Sir W. W. Hunter ৰ The Annals of Rural Bengal কিতাপখনৰ পৰা আৰু আন আন লিখক যেনে ড° শুচিব্ৰত সেন, চাৰুলাল মুখাৰ্জী, পি,ও, বোৰ্ডিং, ৰেভাঃ স্ক্ৰেপচ্ৰুদ, ৰেভাঃ ক্যাম্পবেল, ৰেভাঃ পি, ও, বোৰ্ডিং, ৰেভাঃ চৈতন হেম্ব্ৰম কুমাৰ আৰু বহু পত্ৰ-পত্ৰিকাৰ পৰা এঠাইৰ পৰা আন ঠাইলৈ চাওঁতালসকলৰ প্ৰব্ৰজনৰ (Migration) কথা জনা যায়। Sir W. W. Hunter ৰ মতে চাওঁতালসকলে চাহ-বাগিচা, ৰেললাইন, খনি আৰু ৰাস্তা-ঘাটৰ শ্ৰমিক হিচাপে ১৮৬৫-৬৬ চনৰ পিনে কুষ্ঠিয়াৰ পৰা ষ্টীমাৰেৰে অসমলৈ অহাৰ কথা জনা যায়। প্ৰসেনজিৎ চৌধুৰীয়ে লিখা "অসমৰ চাহ বনুৱা আৰু ঊনৈশ শতিকাৰ বিদ্বৎ সমাজ" কিতাপখনৰ ১১৭ পৃষ্ঠাত কিন্তু ১৮৬১ চনৰ আগতেই অসমৰ বাহিৰৰ পৰা বনুৱা অনাৰ কথা লিখা আছে।

চাওঁতালসকলে নিজৰ ধৰ্ম বিশ্বাস আৰু সংস্কৃতিৰ পৰা সহজে আঁতৰি যাব নিবিচাৰে। উচ্চবৰ্ণৰ হিন্দুসকলৰ আচাৰ নাইবা ৰীতি-নীতিৰ প্ৰতি আকৰ্ষণ অনুভৱ কৰি কিছুমান চাওঁতালে Sanskritisation পদ্ধতিৰে নিজা ঐতিহ্য বা বংশ-পৰম্পৰা ৰীতি-নীতি পাহৰিলেও ই বৃহত্তৰ চাওঁতাল সমাজত তেনে প্ৰভাৱ পেলাব পৰা নাই। পাশ্চাত্য প্ৰীতিৰ দ্বাৰাও আৰু Westernisation পদ্ধতিতো তেনেই বুজন সংখ্যক চাওঁতালে কোনো প্ৰেৰণাৰ বশৱৰ্তী হোৱা পৰিলক্ষিত নহয়। তথাপি যন্ত্ৰ-সভ্যতাৰ সৰ্বগ্ৰাসী আগ্ৰাসনৰ হাত সম্পূৰ্ণৰূপে তেওঁলোকে সাৰিব পৰা নাই। সেয়ে আজিৰ যুগত তেওঁলোকৰ জীৱন ধাৰণ প্ৰণালীত সমাজ বিৱৰ্তনৰ আৰু পৰিবৰ্তনৰ ছাপ বা চিন স্পষ্ট হৈ দেখা দিছে। ইয়াৰ উপৰি খৃষ্টান ধৰ্মৰ প্ৰভাৱত বুজন সংখ্যক চাওঁতালৰ জীৱন ধাৰণ প্ৰক্ৰিয়াত যথেষ্ট পৰিৱৰ্তন লক্ষনীয়।

চাওঁতালসকলে আচলতে প্ৰকৃতিৰ সন্তান। হাবি-বন পাহাৰ-পৰ্বত, নদ-নদী, নিজৰা অধ্যুষিত অঞ্চলবোৰ তেওঁলোকৰ অতি প্ৰিয়। বনৰ ফল-মূল, শাক-পাচলি আৰু বনৰীয়া জীৱ-জন্তুৰ মঙহ, মাছ, শামুক আদি তেওঁলোকৰ বৰ প্ৰিয় খাদ্য। তেওঁলোকে অলপতে তুষ্ট। মগনীয়া হোৱাটো ইমান দিনলৈকে এওঁলোকে ঘৃণাৰ চকুৰে চাই আহিছে। অতি সাধাৰণ, সহজ, সৰল জীৱন-যাপন কৰাটোৱেই এওঁলোকৰ ঈপ্সিত। সেয়ে এওঁলোকৰ পোছাক-পৰিচ্ছদো অতি সাধাৰণ। কঁকালৰ পৰা আঁঠুৰ অলপ তললৈ তিৰোতাবিলাকে জোলা বা তাঁতিয়ে বোৱা পাৰহান্দ নামৰ ডাঠ কাপোৰ পিন্ধে আৰু শৰীৰৰ উপৰিভাগত ৰিহা বা চাদৰ জাতীয় গগোৱাহ্ (gogowak') ব্যৱহাৰ কৰে। পুৰুষবিলাকে আমাৰ কৃষকৰ দৰেই গামোচা জাতীয় কাপোৰ ধুতিৰ দৰে আঁঠুৰ ওপৰলৈকে পিন্ধে। এই গামোচা অতি ডাঠ আৰু সহজে ছিগি নাযায় বাবে ইয়াৰ নাম পাঞ্চি (Panci)। তিৰোতাবিলাক অলঙ্কাৰ প্ৰিয়। এওঁলোকৰ প্ৰধান অলঙ্কাৰ হাবিৰ ফুল আৰু ৰূপ-নিৰ্মিত খাৰু, হাৰ, চুলিৰ কাঁইট ইত্যাদি।

দৰিদ্ৰতাই তেওঁলোকৰ সৌন্দৰ্যপ্ৰিয়তাক বিনষ্ট কৰিব পৰা নাই। চাওঁতাল নাৰীয়ে পৰিষ্কাৰ-পৰিচ্ছন্নতা বৰ ভাল পায় কাৰণেই তেওঁলোকৰ পঁজা ঘৰ বিলাকো চাফ-চিকুন আৰু ছবিৰ নিচিনা। প্ৰতিবছৰ শীতকালত চহৰাইৰ (আমাৰ মাঘ বিহু) আগে আগে নদীৰ পৰা অনা বগা মাটিৰে ঘৰ-দুৱাৰ লেপি বেৰত বা দেৱালত ফুল-লতা-পাতৰ ছবি ঘৰণী বা তিৰোতাবিলাকে হাতেৰে চিত্ৰিত কৰি অন্তৰৰ সৌন্দৰ্যবোধক ফুটাই তোলে। প্ৰায় প্ৰতিদিনে এওঁলোকে খেৰ আধা পুৰি গোবৰ মাটিৰ জুলীয়া (চুণৰ পানীৰ দৰে) মিশ্ৰণত মিহলাই ঘৰৰ মেজ লেপি চিমেন্টতকৈয়ো ধুনীয়া আৰু মনোমোহা কৰি তোলে। চাওঁতাল ৰমণীৰ মন ফুলৰ নিচিনা কোমল আৰু স্বভাৱ মধুৰ। সেয়ে এওঁলোক নৃত্য-গীতত বিভোৰ হৈ পৰে প্ৰতি ঋতুত।

চাওঁতালসকলে মদ বা কাণি সদায় ব্যৱহাৰ কৰে। ক'বলৈ গ'লে এইটো এওঁলোকৰ আৰ্থিক দৈন্যৰ এটা প্ৰধান কাৰণ। এই মদৰ বাবেই তেওঁলোকে মহাজনৰ শোষণৰ চিকাৰ হৈ পৰে। E. S. Man-এ তেওঁৰ Sonthal and Sonthalia কিতাপখনত এই প্ৰসঙ্গত বিতং আলোচনা কৰি দেখুৱাইছে তেওঁলোকৰ মহাজনৰ শৰণাপন্ন হোৱাৰ কথা। জানাম ছাটিয়াৰ (Janam Chatiar বা জন্ম-উৎসৱ) পৰা আৰম্ভ কৰি মৰণ আৰু শ্ৰাদ্ধ শান্তি বা ভানদান (Bhandan) লৈকে এওঁলোক মদ্যপান কৰি থাকে। পূজা-পাৰ্বণ আৰু উৎসৱ আদিত মদৰ ব্যৱহাৰ এওঁলোকৰ জন্মগত সংস্কাৰ যেন লাগে।

চাওঁতাল সমাজত ভালেমান সামাজিক বাধা নিষেধ (Taboo) আছে। ছাটিয়াৰ হ'ল এক ধৰণৰ বাধা-নিষেধ বা আদেশ-নিৰ্দেশ। ছাটিয়াৰ মুঠ পাঁচ প্ৰকাৰৰ। জানাম ছাটিয়াৰ (জন্ম উৎসৱ), গিদৰী বেগৰ বাপলাৰেখে জানাম লেনৰে (বিয়া নোহোৱাকৈ শিশুৰ জন্ম হ'লে), চাচো ছাটিয়াৰ চিকা ৰেয়াং (টকা নাইবা কাপোৰেৰে হাতত কোনো নিৰ্দিষ্ট অংশত চিন দিয়া) আৰু তিৰোতাসকলৰ ভিত্তিত বা শৰীৰৰ কোনো অংশত উলকি দিয়া যাক চাওঁতালী ভাষাত খোদা (Khoda) বোলে। (এইখিনি কথা Rev P.O. Bodding ৰ Horkoren Mare Hapram Ko Reak' Katha বা চাওঁতালি ভাষাত লিখা The Traditions and Institutions of the Santals কিতাপৰ ১৭-২৫ পৃষ্ঠাৰ বৰ্ণনাৰ সাৰাংশ।

চাওঁতালসকলৰ জীৱন ধাৰাত সামাজিক নীতি-নিয়ম পদে পদে লাগি আছে। বিবাহ সম্পৰ্কে (Bapla selet') বাপেকৰ ঘৰত বিবাহিত ল'ৰা (Bapla kora apat orak're) দৰা কইনা তেওঁলোকৰ নিজা ঘৰত (Bahu Jawai akin orak're), গাঁৱত বসবাস কৰা (Atore tapahen reak'), আনন্দ-উল্লাসৰ বিষয় (H̊as ar Ras̥kḁ reak'), পাপ আৰু শান্তি (Ghat or Sajai) ধৰ্ম আৰু পূজা (Dhorom or Sewa), দেব-দেবীৰ প্ৰতি বিশ্বাস (Borigako selet' patiau), মৃত্যু আৰু সদ্‌গতি (Gujuk or Bhandan) আদি সকলো ক্ষেত্ৰত কেনেদৰে কি কি নিয়ম পালিব লাগে তাৰ বিশদ নীতি-নিয়ম নিৰ্দ্ধাৰিত আছে। (এইখিনি কথা Rev C. H. Koomar ৰ Itihas পুথিখনৰ পৰা সংগৃহীত)। আন আন জনজাতি বা আদিবাসী বিলাকৰ নিচিনা চাওঁতালবিলাকেও নৃত্য-গীত, ৰং-ৰহইচৰ মাজেৰে জীৱন অতিবাহিত কৰে। আগতে কোৱা হৈছে যে— চাওঁতাল সকল হ'ল প্ৰকৃতিৰ সন্তান (Children of Nature)। ৱৰ্ডৱৰ্থৰ Lucy বা Shakespeare ৰ মিৰাণ্ডা যেনেকৈ প্ৰকৃতিমুখী তাতকৈয়ো গভীৰতৰভাৱে তেওঁলোক প্ৰকৃতিনিৰ্ভৰ। অতীজৰে পৰা প্ৰকৃতিৰ ৰঙ-ৰূপৰ পৰিৱৰ্তনে তেওঁলোকৰ জীৱনকো সদায় পৰিচালনা কৰি আহিছে। আৰু সেই বাবেই তেওঁলোকে ঋতু পৰিৱৰ্তনৰ ওপৰত ভিত্তি কৰি স্বতঃস্ফূৰ্তভাৱে নৃত্য-গীতবিলাক ৰচনা কৰি সুৰ-তাল-ছন্দেৰে ভৰপূৰ কৰি তুলিবলৈ সক্ষম হৈছে। তেওঁলোকৰ গানবিলাক হৃদয়ৰ গভীৰ দ্যোতনা বা ভাৱৰ অনবদ্য প্ৰকাশ। প্ৰতিটি গানৰ লগত নৃত্য যেন আপোনা-আপনি সম্পৃক্ত হৈ পৰিছে। Rev P.O. Bodding কৃত The traditions and Institutions of the Santals ৰ চাওঁতালি ভাষাত ৰূপান্তৰিত (Santali rendering) Horkoren Mare Hapramko Reak' Katha ৰ ১৫৩ পৃষ্ঠাত এজন প্ৰাচীন চাওঁতাল গুৰুৱে অতীজত কোৱা শ্ৰুতিৰ পৰা উদ্ধৃত কৰা কথাখিনি এনে ধৰণৰ— "Dandi or thabna hirin' lagit' hās or raska menak'taka; Enec, seren, tumdak, tamak rui, tirio ar sakwa oron, banam reta, gam kahni ar kudum, bir sendra, hako sap ar handi nu. Julau Phen Kathate ho raska janamok kana, menkhan ona do hor sikhauko lagit. ona do dherte kay seletle rora." অৰ্থাৎ— "শোক-দুখক পাহৰিবৰ বাবে আমাৰ আনন্দ বিতৰণৰ বা সৃষ্টিৰ ব্যৱস্থা আছে; নৃত্য-গীত, ঢাক-ঢোল বজোৱা, সৰু-ডাঙৰ গল্প আৰু ৰসৰ সাঁথৰ সৃষ্টি কৰি কোৱা, হাবি বনে চিকাৰ কৰা, মাছ মৰা, আৰু মদ বা কানি খোৱা। ৰূপক আৰু গল্পচ্ছলে উপদেশমূলক কথা মানুহক শিক্ষা দিবৰ বাবে তৈয়াৰ কৰাৰ ব্যৱস্থাও আমাৰ আছে।" Dr. P. C. Hembrom তাৰ SARI-SARNA কিতাপখনত এইদৰে কৈছে— Both Customs and festivals are integral part of culture as well as dhorom. It is mentioned that a Santhal settlement has always been constructed in a place plenty of natural resources.......... They (Santhals) have a deep relation with nature. They observe that the nature moves in a cyclic order and results seasonal changes on the face of the earth." পৃষ্ঠা-

তেওঁলোকৰ সমাজ জীৱনত বহু ধৰণৰ নৃত্য-গীত আছে আৰু প্ৰতিটো গানৰ লগত নৃত্য আৰু প্ৰতিটো নৃত্যৰ লগত গান অঙ্গাঙ্গীভাৱে মিশ্ৰিত। তেওঁলোকৰ গান-নাচৰ নাম হ'ল লাঁগড়ে, দঙ, গুলুৱাৰি, ডাহাৰ, বাহা, ৰিঞ্জা, ভিনচাৰ, ঝিকা, হুমটি, গুঞ্জাৰ, চহ্‌ৰাই, লবই আৰু দুঙ্গেড়। গীতবিহীন নৃত্যৰ নাম হ'ল পাঁকদন নৃত্য, ডম নৃত্য আৰু লাউৰিয়া নৃত্য। নৃত্যবিহীন গান হ'ল বনগীত, বিবাহকালীন গীত, গল্পগীতি, ধান বোৱা আৰু বোৱা গীত, আৰু মৰণা গীত। বাহা উৎসৱত আৰু চিকাৰৰ নৃত্যহীন গানৰ সময়ত তেওঁলোকে শিঙা বজায়। প্ৰতিটো নৃত্য-গীতৰ সময় নিৰ্দিষ্ট। কিন্তু লাঁগড়ে, গুলুৱাৰি আৰু হুমটি —এইকেইটা যিকোনো সময়ত কৰিব পৰা যায়। বাহা নৃত্য-গীত কেৱল (বাহা = ফুল) বসন্ত উৎসৱত, চহৰাই, মাতৱাৰ আৰু গুঞ্জাৰ নৃত্য-গীত চহৰাই বা মাঘ উৎসৱত, ৰিঞ্জা আৰু ভিনচাৰ কাৰাম (কৰ্ম) উৎসৱত, দঙ নৃত্য-গীত বিয়া-বাৰু আৰু ছাটিয়াৰ উৎসৱত, ডাহাৰ নৃত্য-গীত গ্ৰীষ্মকালত কেৱল ছোৱালী/তিৰোতা সকলে পৰিৱেশন কৰে, ঝিকা ছাটিয়াৰ ভম নৃত্য-গীত বিবাহ-উৎসৱত, পাঁক আৰু লাঁওৰিয়া চহৰাই আৰু ছাকবাত উৎসৱত কেৱল পুৰুষৰ দ্বাৰা পৰিৱেশিত হয়। লবই দাঁচাই পৰৱত, দুঙ্গেড় চিকাৰত দলবান্ধি গ'লে কেৱল গুৱলৈ যোৱাৰ সময়ত গোৱা হয়। ধান ৰোপণৰ সময়ত হোড়ো বহুয়া গীত নৃত্যবিহীন গীত। কিন্তু এৰোকচিম ব'হাগ-জেঠ মাহত বীজ ৰোপণৰ লগত সম্বন্ধযুক্ত হোৱাত তাৰ বোলকা নৃত্য-গীত থাকেই। গামগীত গ্ৰীষ্মকালৰ সন্ধিয়াত, বনগীত গাঁৱৰ সীমাত আৰু চহৰাই পৰৱত নাৰী পুৰুষে নৃত্য সহযোগে পৰিৱেশন কৰে। মৰণা গীত হ'ল শোকগীতি, ই মৃত্যু আৰু শ্ৰাদ্ধ শান্তিৰ সময়ত গোৱা হয়। সকলো নৃত্যগীত গাওঁবুঢ়া আৰু গাঁৱৰ পাঁচজনেৰ (পঞ্চায়েত) অনুমোদন সাপেক্ষে হৈ থাকে, কাৰণ চাওঁতাল সমাজত পঞ্চায়েত প্ৰথা স্বৰাজোত্তৰ কালতো যথেষ্ট শক্তিশালী আৰু গুৰুত্বপূৰ্ণ। (চাওঁতাল শ্ৰুতিৰ পৰা Rev P.O. Bodding চাহাবৰ দ্বাৰা সংগৃহীত আৰু প্ৰকাশিত)।

চাওঁতালসকলে চিৰকাল ধৰি তথা তেওঁলোকৰ সৃষ্টিৰ দিনৰ পৰাই শান্তিপ্ৰিয় আৰু যুদ্ধ-বিগ্ৰহক এৰি চলা মনোভাৱৰ জাতি। যেতিয়াই বাহিৰৰ আক্ৰমণ নাইবা উৎপাতে তেওঁলোক বিব্ৰত কৰে তেতিয়াই তেওঁলোক সেই ঠাই এৰি গভীৰ জঙ্গল বা হাবিত প্ৰৱেশ কৰে নাইবা বেলেগ শান্তিপূৰ্ণ ঠাইলৈ বাসস্থান উঠাই লৈ যায়। আটাইতকৈ উল্লেখনীয় যে অৰণ্যত থকা বাবে অৰণ্যচাৰী 'নিষাদ' 'চামনপাল' বুলিও সংস্কৃত গ্ৰন্থাদিত এওঁলোকৰ উল্লেখ দেখা যায়। (Dr. S. K. Chatterjee, The Heritage of Indian Culture, Vol V ৰ বিভিন্ন ঠাইত আৰু ৬৬৯ পৃষ্ঠাত)।

এই বনাঞ্চল পৰিভ্ৰমণ কৰাৰ ফলত তেওঁলোকৰ ধৰ্ম বোধেও এক উল্লেখযোগ্য স্বতন্ত্ৰ লাভ কৰিছিল। সত্যৰ প্ৰতি তেওঁলোকৰ সহজাত আকৰ্ষণ আৰু সেয়ে তেওঁলোকৰ ধৰ্ম হ'ল সাঁৰি ধৰম বা সত্যধৰ্ম। এই বিষয়ে Dr. P. C. Hembrom য়ে তেওঁৰ SARI-SARNA কিতাপখনৰ ১৪ পৃষ্ঠাত কৈছে— "It is called 'Sari Dhorom' as They term the searching for permanent settlement sari panja. Besides, this is also called, 'Adidhorom' as the people belong to Adivasi group." আকৌ এখন কিতাপৰ ১৫ পৃষ্ঠাত তেওঁ কৈছে,— "Santhals try to stick to truth. In Santali Truth is known as sari— The highest sense of achievements. 'Sarna' means source and earthly support to man, on the other hand it means combined effort of man and woman towards peaceful and healthy life of Santhals. ..........Salvation is not the ultimate aim of Santhal religion in the strict sense. They call it 'Sari-en' means attainment of perfection and 'bonga-en' stands for departed soul which shelters in godly abode. সেই একে পৃষ্ঠাত তেওঁ আকৌ কৈছে,— "There are two types of gods in the Santhal society as local (village based) and universal or Common gods. Local gods their capacity and name may very from village to village but the universal gods and goddesses are same in the whole Santhal domain. Local gods have no imfract but universal gods play on the formation of Santhal norms, Practices and traditions."

কিন্তু চাওঁতালসকলৰ বাবে হাপড়াম বা পূৰ্বপুৰুষসকলৰ মতে, পোন প্ৰথমে এওঁলোকৰ কোনো দেৱতা নাছিল। প্ৰথমৰ ফালে অৰ্থাৎ চাওঁতাল জাতি গঠন প্ৰক্ৰিয়াৰ আৰম্ভণিত এওঁলোকে ঠাকুৰজীউকেহে (ঈশ্বৰ বা স্ৰষ্টা) মানিছিল। কিছু সংখ্যক পণ্ডিতে আৰু চাওঁতাল গুৰুসকলে 'Sing duar' বা চিংদুৱাৰক খাইবাৰ গিৰিপথ বুলি বৰ্ণনা কৰি কৈছে যে এই গিৰিপথ অতিক্ৰম কৰাৰ সময়ত চাওঁতালসকলে সূৰ্যদেৱতাৰ সাক্ষাৎ লাভ কৰে। কালক্ৰমত সূৰ্যদেৱতা তেওঁলোকৰ প্ৰধান দেৱতাৰ মৰ্যাদা লাভ কৰে আৰু তেওঁৰ নাম হ'ল Sing bonga। বোঙ্গা শব্দটোৰ অৰ্থ দেৱতা, ভূত-প্ৰেত নহয়। পৃথিৱীত বাৰিষা আৰু নতুন জীৱন-প্ৰেৰণা অনাৰ বাবে এওঁৰ পূজা হয়। বিশেষকৈ বাহা বা ফুল উৎসৱ বা বসন্তোৎসৱৰ সময়ত এওঁৰ পূজা হয়। বাহা পৰৱৰ এটি গীতত এনেকুৱা কথা আছে—

Dagme ja Sing Bonga gosae
(হে সূৰ্যদেৱ বৰষুণ দিয়া
Jari meja Marang deowa nakaro
হে ডাঙৰ দেৱতা, বাৰিষা অনা
Ho ate dag meja
বতাহৰ সৈতে বৰ্ষণ কৰা
Tarse ate jari me
শিলাবৃষ্টিৰে সৈতে বৰ্ষণ কৰা।)

সূৰ্য দেৱতাৰ পাছত গুৰুত্ব অনুসৰি জম চিঙ্ বোঙ্গা, মাৰাং বুৰু (বিশাল পৰ্বত) জাহেৰ এৰা (মাতৃ দেৱী), মোড়েকো-তুৰুইকো, লিটা (অপদেৱতা), ধৰম আৰু গ্ৰাম্য দেৱতা (Ato Bonga) গৃহদেৱতা (orak Bonga) আৰু সৰু-সুৰা বহু দেৱতা।

মাৰাং বুৰু চাওঁতালসকলৰ বৰ শক্তিশালী দেৱতা। ইয়াৰ ওপৰৰ অৰ্থ হ'ল— বিশাল ওখ পৰ্বত সম্ভৱতঃ হিমালয় পৰ্বত। এওঁ জ্ঞান, পানী, কৰ্ম আৰু আশ্ৰয়ৰ দেৱতা হিচাপে পূজিত।

জাহেৰ এড়া (Jaher-era) হ'ল চাওঁতালসকলৰ মাতৃ দেৱী। ধাৰণ আৰু উৎপাদনৰ (ফল, ফচল) বাবে এওঁক পূজা কৰা হয়। প্ৰকৃত প্ৰস্তাৱত জাহেৰ এৰা হ'ল মা-পৃথিৱী।

মাড়েকো-তুৰুইকো হ'ল পাঁচ ভাই আৰু ছয় ভনী। এওঁলোক হ'ল মতা-তিৰোতাৰ প্ৰতিভূ অৰ্থাৎ জনগোষ্ঠী। গাঁও পঞ্চায়েত বুজৱাতো এই দেৱদেৱীৰ কথা কোৱা হয়। এই গীতত অৰ্থটো পৰিস্ফুট হৈছে—

Morekodo more boeha ja gasae
(হে গোহাঁই, পাঁচজন হ'ল পাঁচ ভাই
Jureui kodo turui boeha,
ছয়জন হ'ল ছয়ভনী
Ja gosae tirake durupakan more kodo
গোহাঁই, তেওঁলোকে একেলগে বহি আছে
Ja gosae tirake siduf akah tueui kodo.
তেওঁলোক সকলো বস্তু পৰস্পৰ ভাগ কৰি লৈছে।)

gosae কথাটোৰ অৰ্থ হ'ল মাতৃস্নেহ, শান্তি আৰু মড়েকো তুৰুইকো হ'ল মানৱৰ সম্মিলিত ঐক্য শক্তি।

ধৰম হ'ল— পাৰ্থিৱ শৃংখলা, পৱিত্ৰতা আৰু শুচিতাৰ প্ৰতীক। এওঁক পৃথিৱীৰ আৰু লিটাৰ কনিষ্ঠ ভ্ৰাতা বুলি মনা হয়। প্ৰতি পূজা-অৰ্চনাৰ সময়ত এওঁৰ পূজা আৱশ্যিক।

শ্ৰাদ্ধ, শান্তি আৰু বিয়া-বাৰুৰ সময়ত ঠাকুৰও আৰু হৰিওঙৰ পূজা হয়। ঠাকুৰ-ঠাকুৰাণ হ'ল পাৰ্থিৱ বায়ুৰ উৎস যেনে— বৰুণ। হৰিওঙ হ'ল বায়ু নিয়ন্ত্ৰক শক্তি বা জীৱনী শক্তি।

জাহেৰ কথাৰ আৰু এটা অৰ্থ হ'ল দেৱস্থান। সাধাৰণতঃ শাল গছৰ গুৰিত চাওঁতালসকলে মূৰ্তিবিহীন দেৱতাৰ স্থান বনায়। শাল গছ নাথাকিলে যিকোনো পৰিষ্কাৰ ঠাইত শালৰ পতি সহ ঠাল বা ডাল পুতি পূজা-অৰ্চনা কৰা হয়।

ইয়াৰ বাহিৰেও আৰু এৰোক্ চিম (Erok'sim), জম্থাড় নামক দেৱতাৰ পূজা আঘোণ মাহত, গোহাঁই এৰাৰ (Gosae era) পূজা, ইৰিগুণ্ডিৰ পূজা ভাদ্ৰ মাহত কৰা হয়।

চাওঁতালসকলৰ প্ৰধান প্ৰধান উৎসৱ-পৰৱ হ'ল বাহা (ফুল বা বসন্ত) উৎসৱ, এৰোক্ চিম, আষাঢ়িয়া, হালৰাও, জম্থাড়, দাঁচাই, চহৰাই আৰু ছাকৰাত।

বাহা পৰব হ'ল যৌৱনৰ প্ৰতীক — ফুলে ফুলে যেতিয়া পৃথিৱীখনে পাখি মেলি দিয়ে, যেতিয়া শাল আৰু মহুৱা ফুলৰ সুগন্ধত বতাহ বনভূমি আমোদিত আৰু মধুময় হৈ উঠে (ঠিক যেনেকুৱা আমাৰ ৰঙালি বিহু) সেই সময়ত নৃত্য-গানে সূৰ্য পূজা জাহেৰ থান বা মাৰি থানত ফুলে ফুলে শোভিত হৈ আৰম্ভ হয়। নৃত্য-গীতত নাৰী-পুৰুষে সমভাৱে ভাগ লয়। কিন্তু এই উৎসৱত ডেকা-গাভৰুৱেই বিশেষভাৱে অংশ গ্ৰহণ কৰে।

এৰোক্ চিম (Erok' Sim) বীজ ৰোপনৰ উৎসৱ — ই সাধাৰণতে বৈশাখ-জেঠ মাহত হয়।

আষাঢ়িয়া হ'ল ধান ৰোপণৰ উৎসৱ।

ভাদ্ৰ মাহত পোক আৰু ব্যাধিৰ পৰা শস্য ৰক্ষাৰ্থে এই পূজা উৎসৱ পালিত হয়।

আঘোণ মাহত জম্থাড় বা প্ৰতিষ্ঠাৰ পূজা হয়।

দাঁচাই হ'ল কেৱল মাত্ৰ উৎসৱ — ইয়াৰ লগত পূজা-পালিৰ বিশেষ কোনো সম্পৰ্ক নাই। আখৰাত বাৰগৰাকী গুৰুৰ কাৰণে বাৰ ফোঁট সিন্দুৰ উৎছৰ্গা কৰা হয়। তাৰ পাছত নৃত্য পৰিবেশিত হয়। এই উৎসৱ সাধাৰণতে দুৰ্গা পূজাৰ সময়ত হয় যদিও হিন্দু দুৰ্গা পূজাৰ লগত ইয়াৰ কোনো গূঢ় আৰু গভীৰ সম্বন্ধ নাই। এই সময়ৰ গান-নাচ কেৱল মাত্ৰ এটা গাঁৱত সীমাবদ্ধ নাথাকে — গাঁৱে গাঁৱে নৃত্য-গীত পৰিৱেশন কৰা দলে ঘূৰি ঘূৰি ফুৰে।

চহৰাই হ'ল প্ৰাচুৰ্যৰ উৎসৱ। ইয়াক বিজয় উৎসৱ বা শত্ৰুক জয়কৰা উৎসৱো বোলে। এই উৎসৱত চহৰাই বোঙ্গা আৰু কালি মাতাৰ পূজা হয়। এই সময়ত আনন্দত বিভোৰ হৈ মানুহে দীপাৱলীও পালন কৰে আৰু ধনী-গৰিব সকলো মিলি গণভোজ খায়।

ছাকৰাত (Sakrat) ঠিক মাঘ বিহুৰ দিনা হয়। ইয়াৰ লগে লগে চহৰাই পৰবো যেন আৰম্ভ হয়। কিন্তু দৰাচলতে আমাৰ মাঘ বিহু আৰু ছাকৰাতত তেনে কোনো পাৰ্থক্য নাই। শস্য কটা শেষ হ'লে মানুহে প্ৰাচুৰ্যৰ আনন্দ লাভ কৰে আৰু এই আনন্দক নৃত্য-গীতে, ভোজ-ভাতে প্ৰকাশ কৰে।

এই মাঘ মাহতেই মাঘচিম বা বাস্তু পূজা হয়। ই হ'ল নিগাজিকৈ বসবাস কৰাৰ নিমিত্তে জঙ্গল চাফা কৰি পূজা-



পাঠৰ ব্যৱস্থা হয়। এই উৎসৱৰ লগতেই চাওঁতালসকলৰ চিকাৰ উৎসৱ আৰম্ভ হয়। এই সময়ত তেওঁলোকে পুৰণি ঘৰৰ সংস্কাৰ আৰু নতুন গৃহ নিৰ্মাণ কৰে।

লাঁগড়ে হ'ল কৃষিকৰ্মৰ বাবে পানীৰ কাৰণে প্ৰাৰ্থনাৰ নিচিনা নৃত্য। বাহা হ'ল ব'হাগী আৱাহন আৰু মামৰে হ'ল ব'হাগ বিদায়ৰ নিচিনা বসন্তোৎসৱ।

সকলো চাওঁতাল উৎসৱৰ লগত কৃষিকৰ্মৰ ওতপ্ৰোত সম্বন্ধ। সেয়ে প্ৰতিটো পূজা আৰু উৎসৱৰ ঋতু আৰু মাহ অৰ্থাৎ ফচলৰ লগত সম্পৰ্কযুক্ত। Dr. P. C. Hembrom য়ে তেওঁৰ SARI-SARNA কিতাপৰ ৪৪ পৃষ্ঠাত Foot note ত কৈছে "Most of the Puja festivals are agriculture-oriented."

চাওঁতালসকলৰ বিবাহ-পদ্ধতি বিভিন্ন প্ৰকাৰৰ। আলাপ-আলোচনাৰ মাধ্যমত তুমুকি-দিপিল বিয়া। প্ৰেমজ (Love marriage) বিবাহক কোৱা হয় মাতকম বুটা বা মহুয়া গছৰ ছাঁ। বলপূৰ্বক কোনো নাৰীক ল'ৰাই আনিলে যি বিবাহ ব্যৱস্থা তাক বোলে অৰ আদেৰ বাপলা (Or Ader Bapla), কইনা যদি দৰাৰ ঘৰত স্বেচ্ছাকৃতভাৱে সোমায় তেন্তে তাক বোলে ঞিৰ বলোক্ বাপলা (Nir bolok' bapla)। চাওঁতাল সমাজে ব্যাভিচাৰ সহ্য নকৰে — ব্যাভিচাৰৰ শাস্তিৰ ব্যৱস্থা আছে।

চাওঁতালসকলৰ মাজত অস্পৃশ্যতা আৰু যৌতুকৰ কোনো স্থান নাই। কাম কৰা বনুৱাকো তেওঁলোকে নিজৰ নিচিনা দেখে আৰু দৰ্কাৰ হ'লে নিজৰ জীয়েকৰ লগত বনুৱা ল'ৰাৰ বিয়া নাইবা কাম কৰা ছোৱালীৰ লগত নিজৰ ল'ৰাৰ বিয়া দিয়াটোও কোনো অসম্ভৱ কথা নহয়।

কেৱল ধৰ্ম-কৰ্ম সংস্কৃতিত ডুব গৈ থকা স্বভাৱ সুন্দৰ চাওঁতাল জাতিৰ বৰ্ণাঢ্য জীৱন দৰ্পণৰ এয়া সামান্য আভাস মাত্ৰ। গৱেষণাৰ বিস্তাৰিত ক্ষেত্ৰ চাওঁতাল জাতিৰ জীৱন-যাত্ৰা পৰিক্ৰমাত নিহিত হৈ আছে। ভাষা-সংস্কৃতিৰ সাধকে এইবোৰ অনুসন্ধান কৰি উলিয়াই বৰ্ণময় অসমীয়া সংস্কৃতিৰ পূজাৰ বেদীত অৰ্ঘ্য ৰূপে অৰ্পণ কৰিলে অসমীয়া সাহিত্য-সংস্কৃতি যে আৰু সম্পদশালী হ'ব সেয়া ধ্ৰুৱপ। সেই আশাৰে আগুৱাই যোৱাৰ বাবে যত্ন চলাই যাব লাগিব।

বাহা পৰবৰ এটি গীতৰ অংশ দি প্ৰবন্ধটো শেষ কৰোঁঃ

Sarilo-rilo — সত্যৰ জয় জয়কাৰ কৰা হে আনন্দ
Ja Gosae Kunam Ja Taower — গছবিলাক ফলে ফলে ভাৰনত হ'ল
Dare dare jo en:
Sakam Sakam jo-en — প্ৰতিটো ডালত ভৰিছে ফল
Sari-lo-rilo — সত্যৰ জয় জয়কাৰ কৰা হে আনন্দ
Ja gosae Kunam ja Taower — গছবোৰ ফলেৰে নত হ'ল

অসমীয়া সহিত্য-সংস্কৃতিও এইদৰেই ফুলে-ফলে জাতিষ্কাৰ হৈ উঠক, এই কামনা কৰিলোঁ। ◻◻

## গ্ৰন্থপঞ্জী —


1. Hembrom, Dr. P. C. — SARI-SARNA (Delhi), 1988.
2. Chowdhury, Prosenjit — OSOMOR CHAH BANUA ARU UNOIS SATIKAR BIDYAT SAMAJ, (Golaghat), 1989.
3. Raha, M. K. and Coomar, P. C. — TRIBAL INDIA Vol 2 II, (Delhi), 1989.
4. Baskey, Dhirendranath — Saotal ganasangramor Itihas, (Calcutta), 1988.
5. Mazumder, D. N. — Races and Cultures of India, (delhi), 1990.
6. Publication Div. I/B, Govt. of India, "The Adivasis" — 1960
7. Bodding, P. O. — Horkoren Mare Hapram Ko Reak' Ratha, (The Traditions and Institutions of the Santals, Benagaria Behor), 1988.
8. Man, E. S. — Sonthal and Sonthalia, (Delhi), 1988.
9. Sen, Dr. Suchitrata — The Santals of Jangle Muhais, (Cal.), 1984.
10. O'Malley, L. S. S. — Bengal District Gazetters, Santal Pargane, (Delhi), 1984.
11. Rowney, H. B. — The Wild Tribes of India, (Delhi), 1990.
12. Dube, S. C. — Tribal Heritage of India – Page 11.
13. Koomar, Rev C. H. — Itihas (Benagaru, Behar).
14. Chatterjee, Dr. S. K. — The Heritage of Indian Culture – Vol V.


ইয়াৰ লগতে মোৰ নিজৰ প্ৰত্যক্ষ অভিজ্ঞতা যুক্ত হৈ আছে।




# নৰনাৰায়ণ সেতু

## অমল কুমাৰ দাস

ব্ৰহ্মপুত্ৰ মহানদৰ ওপৰত অসম ভূ-খণ্ডত সাজি থকা তৃতীয়খন দলঙৰ নামকৰণ কৰা হৈছে অসম বুৰঞ্জীৰ মহিমামণ্ডিত ৰাজাধিৰাজ মহাৰাজ নৰনাৰায়ণৰ স্মৃতিত। ব্ৰহ্মপুত্ৰৰ ওপৰৰ প্ৰথম আৰু দ্বিতীয়খনি সেতুৰ নামকৰণো হৈছে বুৰঞ্জীৰ অধ্যায় লৈ 'শৰাইঘাট সাকো আৰু বুৰঞ্জীৰ কীৰ্তিৱন্ত চৰিত্ৰক লৈ 'কলীয়া ভোমোৰা' দলং।

অসম বুৰঞ্জীৰ সোণালী অধ্যায় ৰচনা কৰিছিল লাচিত বৰফুকনে। লাচিত বৰফুকনে ঐতিহাসিক শৰাইঘাটৰ যুদ্ধত মোগলক পৰাস্ত কৰিছিল। আহোম ৰজা চক্ৰধ্বজ সিংহ (১৬৬৩ - ১৬৭০), উদয়াদিত্য সিংহৰ (১৬৭০ - ৭৩) সেনাপতি আছিল লাচিত বৰফুকন। মোগল বাদছাহ ঔৰংজেৱৰ সেনাপতি আছিল ৰজা মানসিংহ। ১৬৭১ চনত শৰাইঘাটৰ নৌ যুদ্ধত ব্ৰহ্মপুত্ৰৰ বুকুত (কামাখ্যা আৰু অশ্বক্লান্তৰ মাজত) মহাবীৰ লাচিত বৰফুকনে ৰামসিংহক পৰাজিত কৰিছিল। সেই শৰাইঘাটৰ যুদ্ধৰ স্মৃতিত শৰাইঘাট দলং।

কলীয়া ভোমোৰা আছিল কমলেশ্বৰ সিংহ (১৭৯৫-১৮১৯) ৰ দিনত (আহোম ৰাজ্যৰ যেতিয়া বুঢ়াগোহাঁই আছিল পূৰ্ণানন্দ) গুৱাহাটীত বৰফুকন। নামনি অসমৰ উত্তৰ কামৰূপত তেতিয়া কোচ ৰজা আৰু বিজনীৰ ৰজাৰ সহযোগত হৰদত্ত আৰু বীৰদত্তই বিদ্ৰোহ কৰিছিল আহোম ৰজাৰ বিৰুদ্ধে। বৰফুকন কলীয়া ভোমোৰাই সেই বিদ্ৰোহ দমন কৰিছিল। আহোম ৰাজ্য নিকপকপীয়া কৰিছিল। সেই অৱদানৰ বাবে কলীয়া ভোমোৰাক উপাধি প্ৰদান কৰা হৈছিল 'প্ৰতাপ বল্লভ'। ইতিহাসৰ সন্তান কলীয়া ভোমোৰাৰ পূত সোঁৱৰণিত 'কলীয়া ভোমোৰা' দলং হ'ল।

কোচ ৰজা মল্লদেৱ আছিল কোচ ৰাজ্য প্ৰতিস্থাপক বিশ্বসিংহৰ জ্যেষ্ঠ পুত্ৰ। সিংহাসনত আৰোহণ কৰোঁতে (১৫৮০-১৫৮৪) নৰনাৰায়ণ নাম লৈ কোচ নৃপতি হয়। মহাৰাজ নৰনাৰায়ণৰ অন্যান্য ভায়েকসকলৰ ভিতৰত দুইগৰাকী আছিল শুক্লধ্বজ আৰু গোহাঁই কমল। শ্ৰীমন্ত শংকৰ গুৰুৰ শিষ্য শুক্লধ্বজ বিশ্ব বীৰ চিলাৰায়ৰ নামেৰে পৰিচিত আৰু বন্দিত। আন জনা ভায়েক হ'ল পথ নিৰ্মাণকাৰী গোহাঁই কমল। এই গোহাঁই কমলে কোচ ৰাজ্যৰ ৰাজধানী কোচবিহাৰৰ পৰা লক্ষীমপুৰৰ নাৰায়ণ পুৰলৈ ৩৫০ মাইল দৈৰ্ঘৰ পথটো নিৰ্মাণ কৰিছিল। এই পথৰ নামেই আছিল 'গোহাঁই কমল আলি'।

মহাৰাজ নৰনাৰায়ণৰ সমসাময়িক বুৰঞ্জীৰ এখনি ছবি দাঙি ধৰিবলৈ গ'লে ক'ব লাগিব আজিৰ অসম মুলুকৰ বুকুতে তেতিয়াৰ ৰাজ্যবোৰ আছিল— কোচ ৰাজ্য, আহোম ৰাজ্য, কছাৰী ৰাজ্য, জয়ন্তীয়া ৰাজ্য, মণিপুৰ ৰাজ্য ইত্যাদি। আজিৰ অৰুণাচল, নাগা পাহাৰত থকাৰ দৰে আবৰ, মিৰি, ডফলা, চিংফৌ, নাগা ইত্যাদি পৰ্বতীয়া জাতিসকলৰ নিজা নিজা ভূমিখণ্ডত প্ৰতিষ্ঠিত আছিল।

মহাৰাজ নৰনাৰায়ণৰ সময়ত আহোম ৰাজ্যত ৰজা আছিল স্বৰ্গদেউ চুক্লেংমুং (১৫৩৯-১৫৫২)। চুক্লেংমুঙে গড়গাঁৱত ৰাজধানী পাতিছিল বাবে বুৰঞ্জীত তেওঁ স্বৰ্গদেউ 'গড়গঞা ৰজা' হিচাপেও জনাজাত। চিলাৰায়ে ১৫৪৬ চনত চুক্লেংমুঙৰ ৰাজ্য প্ৰথমবাৰৰ বাবে আক্ৰমণ কৰিছিল। বুৰঞ্জীপ্ৰসিদ্ধ গোহাঁই কমল আলি এই যুদ্ধৰ প্ৰয়োজনতে নিৰ্মাণ কৰি উলিওৱা হৈছিল চুক্লেংমুঙৰ পাছত আহোম ৰাজ্যৰ সিংহাসনত আৰোহণ কৰে চুখামফা বা খোৰা ৰজা (১৫৫২-১৬০০)। চিলাৰায়ে খোৰা ৰজাৰ ৰাজত্ব কালত দ্বিতীয়বাৰৰ বাবে আহোম ৰাজ্য আক্ৰমণ কৰি আহোম ৰাজৰ দ্বাৰা কোচ ৰাজৰ প্ৰাধান্য মানি লোৱাইছিল।

মহাৰাজ নৰনাৰায়ণ যেতিয়া কোচ ৰাজ্যৰ অধিপতি দিল্লীৰ মছনদত তেতিয়া অগা-পিছাকৈ আছিল মোগলৰ হুমায়ুন (১৫৩০-১৫৫৬), মাজতে ছেৰশ্বাহ (মৃত্যু ১৫৪৫) আৰু মহামতি আকবৰ (১৫৫৬-১৬০৫)। কোচ ৰাজ্যৰ কাষতে থকা বংগত আছিল চুলতান চুলেইমান কৰৰানী (১৫৬৩-১৫৭২) যিজনাৰ সেনাপতি আছিল কালান্তক কালাপাহাৰ। কালাপাহাৰে অসম আক্ৰমণ (কোচ ৰাজ্য) কৰিছিল (১৫৬৪ চনত) বুলি কোৱা হয় (বিতৰ্কিত)।

অশান্ত আছিল মোগল সাম্ৰাজ্য। আকবৰে প্ৰায় গোটেই ভাৰতবৰ্ষ মোগলৰ তলতীয়া কৰিছিল। অসম মুলুকত সেই ৰাজ্য অভিযান চলাইছিল কোচ ৰজা নৰনাৰায়ণে। যুদ্ধৰ ঘনঘোৰ শিঙা বাজি উঠিছিল— আহোম, কছাৰী, মণিপুৰ, জয়ন্তীয়া ৰাজ্যত। কোচ ৰাজৰ সেনাপতি মহাবীৰ চিলাৰায়ে এখনৰ পাছত এখনকৈ ৰাজ্য জয় কৰি কোচ ৰাজ্যৰ তলতীয়া কৰিছিল।

কিন্তু যুদ্ধৰ বিজয়তে মহাৰাজ নৰনাৰায়ণৰ সফলতা নাছিল। যুদ্ধৰ বিজয়তকৈ মানুহৰ মন জিনি শান্তি স্থাপনাৰে কৰিবলৈ বিচাৰিছিল এখন নতুন ৰাজ্য, এটি নতুন জাতি। সম্ভৱ বহু যুদ্ধ জিনি মহাৰাজে শুনিছিল সম্ৰাট অশোকৰ দৰে অশৰীৰী নিহতসকলৰ অস্ফুট ক্ৰন্দন আৰু জন-অৰ্থ হেৰাই যোৱাসকলৰ হুমুনিয়াহ! সেয়ে অশোকৰ দৰে নৰনাৰায়ণেও যেন মন কৰিছিল যুদ্ধৰ অৱসান ঘটাই কোচ, আহোম, কছাৰী, মণিপুৰ, জয়ন্তীয়া ৰাজ্যৰ ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য-শূদ্ৰ, জনজাতি-অজনজাতিসকলৰ মিলন ঘটাই সমন্বয়ৰ মাজেৰে এটি জাতি গঢ়িবলৈ। জাত-পাতৰ বৈষম্য নাৰাখি, হিন্দু-মুছলমানৰ ব্যৱধান ভাঙি, পাহাৰ-ভৈয়ামৰ ভেদা-ভেদ আঁতৰাই বিশ্বজনীন এক সংস্কৃতি আৰু ধৰ্মৰ ভাবেৰে সেই সময়তে আৱিৰ্ভূত হৈছিল মহাপুৰুষ শ্ৰীশ্ৰীশংকৰদেৱ (১৪৪৯-১৫৬৮)। সমসাময়িকভাৱে আৱিৰ্ভূত হৈছিল সিদ্ধপুৰুষ গুৰু দামোদৰদেৱ, মহাপুৰুষ মাধৱদেৱ, শ্ৰীশ্ৰীহৰিদেৱ। আৰু হয়তো কোনে জানে যুদ্ধৰ ভয়ংকাৰী ৰূপ দেখি বেদনা বিধুৰ মহাৰাজে শান্তি পাবলৈ বিচাৰিছিল— 'কুকুৰ শৃগাল গৰ্দভৰো আত্মা ৰাম, জানিয়া সবাকো পৰি কৰাহা প্ৰণাম' বাণীৰে মানৱ হৃদয় বিধৌত কৰা মহাপুৰুষ শ্ৰীশ্ৰীমন্ত শংকৰদেৱ প্ৰৱৰ্তিত বিশ্বজনীন মানৱতাবাদী ধৰ্মত শৰণাপন্ন হৈ। সিঁচৰতি হৈ থকা জাতিক একত্ৰিত কৰিবলৈ প্ৰয়োজনত যুদ্ধত লিপ্ত হ'লেও মহাৰাজ নৰনাৰায়ণৰ প্ৰশাসনতে নিৰ্মিত হৈছিল 'গোহাঁই কমল আলি'। সেই ৰাজপথ যেন আছিল ৰাজন্য পৃষ্ঠপোষকতাত যোগসূত্ৰ স্থাপনৰ প্ৰথম বিয়াগোম খোজ। বেহাৰৰ পৰা মাৰি পঠিওৱা মাকো যেন পাইছিলগৈ নাৰায়ণপুৰ! মহাৰাজ নৰনাৰায়ণ তেতিয়া কোচ অধিপতি!!

যোগীঘোপা পঞ্চৰত্ন ঘাটত নিৰ্মীয়মান 'নৰনাৰায়ণ সেতু'য়ে যেন বহন কৰিছে তাৰেই প্ৰতিশ্ৰুতি। প্ৰতিবন্ধকতা আঁতৰাই সেতু নিৰ্মাণেৰে ইপাৰ-সিপাৰৰ ভৈয়াম-পাহাৰৰ মানমুহৰ মাজত স্থাপনা হৈছে এক নতুন যোগসূত্ৰৰ।

ব্ৰহ্মপুত্ৰ এখনি নদী যিখনিয়ে ভাগ কৰিছে সমস্ত অসম উপত্যকাক। ২৮৮০ কিলোমিটাৰ দৈৰ্ঘৰ ব্ৰহ্মপুত্ৰ নদৰ উৎস তিব্বতৰ মানস-সৰোবৰ হ্ৰদত। প্ৰায় ১৬২৫ কিলোমিটাৰ তিব্বতৰ মালভূমিৰে বৈ অহাৰ পাছত অৰুণাচল প্ৰদেশৰ মাটি ব্ৰহ্মপুত্ৰৰ জীয়া ঢলে বিধৌত কৰিছে আৰু প্ৰায় ২০৬ কিলোমিটাৰ। তাৰ পাছত পাইছে অসম ভূমি। ব্ৰহ্মপুত্ৰ নদে ধুৱাই নিছে অসম উপত্যকাৰ প্ৰায় ৭২০ কিলোমিটাৰৰ দৈৰ্ঘৰ বিস্তৰ ভূমি— সময়ত ইপাৰ-সিপাৰৰ সমতল ভূমি প্লাৱিত কৰি। অসমবাসী বিশেষকৈ ব্ৰহ্মপুত্ৰ উপত্যকাৰ ভাগ্য নিৰ্ভৰ কৰে এই মায়াৱী নদীৰ আচৰণত। ব্ৰহ্মপুত্ৰৰ প্ৰবাহিত জলৰাশিয়ে উপত্যকাৰ মাটি সাৰুৱা কৰে ঠিকেই। এয়াও সত্য নদীখনে যোগাযোগত সৃষ্টি কৰিছে ভয়ংকৰ প্ৰতিবন্ধকতাৰ। নদীখনে যেন হেঙাৰ সৃষ্টি কৰিছে উত্তৰ পাৰ-দক্ষিণ পাৰৰ। এই হেঙাৰ ভাঙি যাতায়াতী সুযোগ প্ৰদান কৰিবলৈ ভাৰতৰ প্ৰথম গৰাকী প্ৰধান মন্ত্ৰী পণ্ডিত জৱাহৰলাল নেহৰুৱে ব্ৰহ্মপুত্ৰৰ ওপৰত প্ৰথমখন দলং শৰাইঘাট দলঙৰ নিৰ্মাণৰ আধাৰশিলা স্থাপন কৰিছিল ১৯৬০ চনৰ ১০ জানুৱাৰীত। ১৯৬২ চনত এই দলঙৰ নিৰ্মাণকাৰ্যৰ অন্ত পৰিছিল।

ব্ৰহ্মপুত্ৰৰ দ্বিতীয় দলং কলীয়া ভোমোৰা দলঙৰ আধাৰশিলা স্থাপন কৰিছিল ভাৰতৰ আন এগৰাকী প্ৰধান মন্ত্ৰী মোৰাৰজী দেশায়ে। সেয়া আছিল ১৯৭৮ চন। ১৯৮৭ চনত এই দলং সম্পূৰ্ণ হয়।

ব্ৰহ্মপুত্ৰৰ ওপৰত তৃতীয়খন দলং 'নৰনাৰায়ণ সেতু'ৰ আধাৰশিলাও স্থাপন কৰিছিল আন এগৰাকী প্ৰধান মন্ত্ৰীয়ে প্ৰয়াত ইন্দিৰা গান্ধী। ১৯৮৩ চনৰ ১১ নৱেম্বৰত পঞ্চৰত্ন পাহাৰৰ নামনিত সেই দলঙৰ আধাৰশিলা স্থাপিত হৈছিল।

এইখিনিতে উল্লেখযোগ্য যে প্ৰায় ১০০০ কৌটি অৰ্থব্যয়ত ব্ৰহ্মপুত্ৰৰ ওপৰত বগী বিলত নিৰ্মাণ হ'ব লগীয়া প্ৰায় ৪.৩ কিলোমিটাৰ দৈৰ্ঘ্যৰ চতুৰ্থখন দলঙৰ আধাৰশিলাও স্থাপন কৰা হৈছে। ১৯৯৭ চনৰ জানুৱাৰী মাহৰ ২২ তাৰিখে। এই আধাৰশিলাও স্থাপন কৰিছে ভাৰতৰ মাননীয় প্ৰধান মন্ত্ৰী শ্ৰী এইচ. ডি. দেৱে গৌড়াদেৱে।

এইখিনিতে উল্লেখ কৰিব পাৰি যে এই চাৰিখন দলঙৰ দুখনৰ নিৰ্মাণকাৰ্য আৰম্ভ হয় কেন্দ্ৰ আৰু ৰাজ্যত কংগ্ৰেছ চৰকাৰ বৰ্তি থকাৰ সময়ত আৰু দুখনৰ আধাৰশিলা স্থাপিত হয় কেন্দ্ৰত জনতা চৰকাৰ আৰু ৰাজ্যত এখনৰ সময়ত জনতা চৰকাৰ আৰু আনখনৰ সময়ত অসম গণ পৰিষদৰ নেতৃত্বত সংযুক্ত চৰকাৰৰ অৱস্থান কালত। সেই হিচাপে নামনিৰ দুয়োখন দলঙৰ নিৰ্মাণকাৰ্য কেন্দ্ৰত কংগ্ৰেছ চৰকাৰ আৰু উজনিৰ দুয়োখন দলং কেন্দ্ৰত জনতা চৰকাৰ থকা কালত আৰম্ভ হয়। এইখিনিতে আৰু এটা কথা উল্লেখ কৰিব পাৰি— ভোমোৰাগুৰিৰ 'কলীয়া ভোমোৰা দলঙ'ৰ নিৰ্মাণকাৰ্য নৌহওতেই আৰম্ভ কৰা হৈছিল তৃতীয়খন দলং নৰনাৰায়ণ সেতুৰ নিৰ্মাণকাৰ্য আৰু এতিয়া নৰনাৰায়ণ সেতুৰ নিৰ্মাণকাৰ্য চলি থকাৰ সময়তে আধাৰশিলা স্থাপন কৰা হৈছে বগী বিলৰ ওপৰত চতুৰ্থখন দলঙৰ।

১২৯৭.৮৩ মিটাৰ দৈৰ্ঘৰ শৰাইঘাট দলং ভৌগোলিকভাৱে গুৱাহাটী মহানগৰীৰ পৰা ৬ কিলোমিটাৰ পশ্চিমে অৱস্থিত। ৩০১৫ মিটাৰ দৈৰ্ঘৰ কলীয়া ভোমোৰা দলং গুৱাহাটীৰ ১৩৫ কিলোমিটাৰ পূৱে অৱস্থিত আৰু ২৫৬২.৬ কিলোমিটাৰ দৈৰ্ঘৰ নৰনাৰায়ণ সেতু গুৱাহাটীৰ পৰা ১৫৫ কিলোমিটাৰ পশ্চিমে নিৰ্মাণৰত।

উত্তৰে যোগীঘোপা পাহাৰ আৰু দক্ষিণে পঞ্চৰত্ন পাহাৰৰ মাজত ব্ৰহ্মপুত্ৰ নদখন ইয়াতে বান্ধ খাই প্ৰবাহিত হৈ আছে। সম্পূৰ্ণ হ'লে নৰনাৰায়ণ সেতুয়ে উত্তৰৰ ৩১ নং ৰাষ্ট্ৰীয় পথৰ লগত দক্ষিণৰ ৩৭নং ৰাষ্ট্ৰীয় পথৰ সংযোগ ঘটাব। উত্তৰ পাৰৰ যোগীঘোপা ব্ৰডগজ ৰেল পথৰ দ্বাৰা সংলগ্ন। দলং সম্পূৰ্ণ হলে নতুনকৈ নিৰ্মাণ হৈ থকা ১৪৫ কিলোমিটাৰ দৈৰ্ঘৰ ৰেল পথে উত্তৰ পাৰৰ যোগীঘোপাৰ লগত গুৱাহাটীকো সংযোগ কৰিব। উল্লেখযোগ্য যে 'নৰনাৰায়ণ সেতু'ৰ ১৯৮৩ চনত আধাৰশিলা স্থাপন কৰোঁতে দলং আৰু ৰেলপথ নিৰ্মাণৰ বাবে ১১৭.৩৪ কোটি টকাৰ আঁচনি লোৱা হৈছিল। ইয়াৰে ৬৪.০৯ কোটি টকা দলঙৰ বাবে আৰু ৫৩.২৫ কোটি টকা ৰেলপথ নিৰ্মাণৰ বাবে ধাৰ্য কৰা হৈছিল। সেই হিচাপে দলং আৰু ৰেলপথ নিৰ্মাণৰ বাবে সময় ধৰা হৈছিল আনুমানিক ৮ (আঠ) বছৰ ৬ (ছয়) মাহ। মূলতঃ নিৰ্মাণকাৰ্যত কাৰিকৰী জটিলতা আহি পৰা বাবে এই আঁচনি সম্পূৰ্ণ কৰোঁতে বৰ্দ্ধিত সময়ৰ প্ৰয়োজন হ'ল। ১৯৯৮ চনত বৰ্দ্ধিত অৰ্থ আবণ্টনত দলংখনি সম্পূৰ্ণ হোৱাৰ আশা কৰা হৈছে।

যোগীঘোপা-পঞ্চৰত্ন ঘাটত দলং নিৰ্মাণৰ বাবে স্বাধীনতাৰ আগৰ পৰাই দাবী উত্থাপিত হৈ আহিছিল। ইয়াৰ ন্যায্যতাও মানি লোৱা হৈছিল। দ্বিতীয় মহাযুদ্ধ চলি থকাৰ সময়তে যোগীঘোপা-পঞ্চৰত্ন ঘাটত দলং এখনি নিৰ্মাণ কৰাৰ বাবে পৰীক্ষা চলোৱা হৈছিল। অৱশ্যে মহাযুদ্ধ শেষ হোৱাত আৰু বৃটিছৰো প্ৰস্থান ঘটাত

সেই আঁচনি পৰিত্যক্ত হ'ল। স্বাধীনতাৰ পাছত ব্ৰহ্মপুত্ৰৰ নদীৰ ওপৰত দলং নিৰ্মাণৰ বাবে দাবী উত্থাপনত তীব্ৰতা প্ৰকাশ পাইছিল। যোগীঘোপা-পঞ্চৰত্ন ঘাটত ন্যায্যতা মানি লৈও গুৱাহাটীৰ গুৰুত্ব আৰু বিশেষকৈ ৰাজনৈতিক নেতৃত্বৰ ওজনৰ ওপৰত গুৱাহাটীৰ নাতিদূৰতে প্ৰথমখনি দলং নিৰ্মিত হৈছিল। অসম-অৰুণাচল প্ৰদেশৰ দোহাই দি সীমান্তৰ সিপাৰৰ চীনৰ প্ৰসঙ্গ টানি দ্বিতীয়খনি দলঙৰ আধাৰশিলা স্থাপন কৰিছিল তেজপুৰ-ভোমোৰাগুৰিত। কিন্তু যোগীঘোপা-পঞ্চৰত্ন দলঙৰ বাবে দাবী উত্থাপিত হৈয়েই ৰৈছিল। ১৯৫৫ চনত ভাৰতৰ ৰাষ্ট্ৰপতি ড° ৰাজেন্দ্ৰপ্ৰসাদ গোৱালপাৰালৈ আহোঁতে সজোৰে সেই দলঙৰ দাবী উত্থাপিত হৈছিল। তাৰ পাছত আহিছিল কংগ্ৰেছৰ সভাপতি ইউ. এন. ধেবৰ. এসময়ত কেন্দ্ৰীয় ৰেল মন্ত্ৰী (পাছত প্ৰধান মন্ত্ৰী) লালবাহাদুৰ শাস্ত্ৰী, ৰেল মন্ত্ৰী জগজীৱন ৰাম, কংগ্ৰেছৰ সভাপতি জন নায়ক কামৰাজ, কংগ্ৰেছ সভাপতি সঞ্জীৱায়া আৰু ১৯৬৭ চনত ৰেল মন্ত্ৰী পুনাচা চাহাব। ৰেল মন্ত্ৰী পুনাচা চাহাবৰ বাহিৰে অন্য নেতাসকলক বিশেষকৈ কংগ্ৰেছ দলৰ পৰা স্মাৰক-পত্ৰ প্ৰদান কৰা হৈছিল।

১৯৬৭ চনত পুনাচা চাহাব গোৱালপাৰা চহৰলৈ আহোঁতে ৰাজহুৱা সভা অনুষ্ঠিত হৈছিল। চহৰৰ চৰ্দাৰ বল্লভ ভাই পেটেল লাইব্ৰেৰীত অসম কংগ্ৰেছৰ তেতিয়াৰ সভাপতি শ্ৰীশৰৎ চন্দ্ৰ সিংহৰ সভাপতিত্বত অনুষ্ঠিত সেই সভাত অসমৰ মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহা, জননেতা খগেন্দ্ৰনাথ নাথ, মথুৰা মোহন সিংহ ইত্যাদি উপস্থিত আছিল। কংগ্ৰেছ দল, উকীল সন্থা, গোৱালপাৰা জিলাৰ ছাত্ৰ সন্থা, নাগৰিক সন্থা, পৌৰ সভা ইত্যাদিৰ পৰা সেই সভাত স্মাৰক-পত্ৰ প্ৰদান কৰা হৈছিল। সেই সভাত মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাই অসমীয়া আৰু ইংৰাজী দুটা ভাষাতে আৰু অসম প্ৰদেশ কংগ্ৰেছৰ তদানীন্তন সভাপতি শ্ৰীশৰৎ চন্দ্ৰ সিংহই ওজস্বী ভাষাত যোগীঘোপা-পঞ্চৰত্ন ঘাটত ব্ৰহ্মপুত্ৰ দলঙৰ দাবীৰ ন্যায্যতা সাব্যস্ত কৰিছিল। কংগ্ৰেছবিৰোধীৰ নেতৃত্বতো গণ সংগ্ৰাম গঢ়ি উঠিছিল। আন্দোলনমুখী গোৱালপাৰাত তেতিয়া এনেকুৱা এটা কথা শুনা গৈছিল দলং সেইবেলি হ'বই। পুনাচা চাহাবেও আশাব্যঞ্জক সঁহাৰি দিয়াৰ ইঙ্গিত দিছিল।

বিৰোধী দলবোৰৰ একত্ৰিত মঞ্চ গণ পৰিষদৰ পৰাও বেলেগে তথ্যগধুৰ স্মাৰক-পত্ৰ প্ৰদান কৰা হৈছিল। গণ পৰিষদৰ আগশাৰীৰ নেতা আছিল প্ৰয়াত দীনেন্দ্ৰ নাৰায়ণ সিংহ, শ্ৰীমজিৰুদ্দিন আহমেদ, শ্ৰীবিনয় কৃষ্ণ ঘোষ, শ্ৰীকুলভূষণ দাস ইত্যাদি। কেন্দ্ৰীয় ৰেলমন্ত্ৰী পুনাচা চাহাবৰ ভ্ৰমণে ফল দিছিল। ৰেলপথ সম্প্ৰসাৰণৰ অৰ্থনৈতিক যুক্তি-যুক্ততা বিচাৰ কৰিবলৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ তেতিয়াৰ উপাচাৰ্য ড মথুৰা মোহন গোস্বামীৰ নেতৃত্বত এখনি সমিতি গঠন কৰি দিছিল। সমিতিখনে ছয় মাহৰ ভিতৰত প্ৰতিবেদন দাখিল কৰিছিল।

ব্ৰহ্মপুত্ৰ দলং আৰু ৰেলপথৰ সম্প্ৰসাৰণৰ দাবী উত্থাপন আন আন ৰাজনৈতিক যুৱ-ছাত্ৰ সংগঠনসমূহৰ অনুষ্ঠানতো দেখা গৈছিল। এই সন্দৰ্ভতে কিছু ব্যক্তিগত কথা অৱতাৰণা কৰাৰ লোভ সামৰিব নোৱাৰিলোঁ। আমি তেতিয়া ছাত্ৰ সংগঠন কৰোঁ। ১৯৬০ চনৰ পৰা ১৯৭৪ চনলৈ আমাৰ কলেজীয়া ছাত্ৰ-জীৱন আৰু কলেজীয়া শিক্ষকতা কাল। ১৯৬২ চনত অভয়াপুৰীত অনুষ্ঠিত হৈছিল গোৱালপাৰা মহকুমা ছাত্ৰ (পাছত গোৱালপাৰা জিলা) সন্মিলনৰ বাৰ্ষিক অধিৱেশন। আমি তেতিয়া সেই সংগঠনৰ সাধাৰণ সম্পাদক। ১৯৬৬ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ আইন মহাবিদ্যালয় ছাত্ৰ সন্থাৰ আলোচনী সম্পাদক, আইন মহাবিদ্যালয়ৰ ছাত্ৰ সন্থাৰ ভাৰপ্ৰাপ্ত সাধাৰণ সম্পাদক, সদৌ অসম ছাত্ৰ সন্থাৰ উপ-সভাপতি। এই সন্থাবোৰৰ যিকোনো অধিৱেশনত কৰবাত দাবী উত্থাপিত কৰিব লগীয়া হ'লে যোগীঘোপা-পঞ্চৰত্ন ঘাটত দলং আৰু ৰেলপথৰ সম্প্ৰসাৰণৰ দাবী সন্নিৱিষ্ট কৰাটো আমাৰ অভ্যাসত পৰিণত হৈছিল। এনেকি কিছু পৰিমাণে অপ্ৰাসঙ্গিক হ'লেও আইন মহাবিদ্যালয়ৰ আলোচনীৰ বাৰ্ষিক সংখ্যাত সম্পাদকীয়ও দাঙি ধৰা হৈছিল। ৰেলপথৰ সম্প্ৰসাৰণ আৰু দলঙৰ দাবী দিয়া বেমাৰটো পিছলৈও থাকি গৈছিল।

আন এটা কথা অৱতাৰণা নকৰিলে নিজৰে যেন অশান্তি লাগি থাকিব। অসমত দ্বিতীয় শোধানাগাৰৰ দাবীত অসম উত্তাল হৈছিল। আন্দোলন কৰি ভাল পোৱা অসমবাসীৰ বঙাইগাঁৱো শোধানাগাৰ আৰু পেট্ৰ'ৰাসায়নিক প্ৰকল্পৰ আধাৰশিলা ঢালিগাঁৱত ১৯৭২ চনৰ ১৯ জানুৱাৰীত স্থাপিত হোৱাৰ পাছত অসমৰ মানুহৰ আন্দোলন কৰিবলৈ কিছুদিনৰ বাবে যেন বিষয় (ইছ্যু) নাছিল। আমি তেতিয়া ধুবুৰীত। 'সাপ্তাহিক নীলাচল' তেতিয়া অসমৰ যেন মুখপত্ৰ। স্বনামধন্য সম্পাদক শ্ৰীহোমেন বৰগোহাঞিও যেন মুখ্য প্ৰবক্তা। শ্ৰদ্ধেয় শ্ৰীবৰগোহাঞিও ডাঙৰীয়াৰ চাকৰি কালত (আনুমানিক ১৯৬০-৬২) গোৱালপাৰা চহৰত আছিল। গোৱালপাৰাৰ প্ৰতি তেখেতৰ আছিল বিশেষ অনুকম্পা। সেই কথা জানিয়ে লিখিবলৈ আমাক অনুপ্ৰেৰণাও যোগাইছিল। আমি তেখেতক সাপ্তাহিক নীলাচলযোগে যোগীঘোপা-পঞ্চৰত্ন ঘাটত দলং নিৰ্মাণ আৰু গোৱালপাৰাৰ পৰা ৰেলপথ সম্প্ৰসাৰণৰ বাবে জনমত গঠন কৰিবলৈ ব্যক্তিগতভাৱে চিঠি লিখিছিলোঁ। সেই ব্যক্তিগত চিঠিৰ পাছতে সাপ্তাহিক নীলাচলত তেখেতে এটা সম্পাদকীয় লিখিছিল যাৰ সাৰমৰ্ম আছিল এনে ধৰণৰ ঃ............... ইয়াৰ পাছত (বঙাইগাঁও শোধানাগাৰ আৰু পেট্ৰ'ৰাসায়নিক প্ৰকল্পৰ আধাৰশিলা স্থাপনৰ পাছত) অসমৰ ৰাইজৰ দিল্লীৰ দৰবাৰত দাবী হ'ব কি? নক'লেও হ'ব ইয়াৰ পাছত সেই দাবী হ'ব লাগিব যোগীঘোপা-পঞ্চৰত্ন ঘাটত ব্ৰহ্মপুত্ৰৰ ওপৰত দ্বিতীয়খন দলং নিৰ্মাণ আৰু যোগীঘোপাৰ পৰা ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰেদি গুৱাহাটীলৈ ব্ৰডগজ ৰেলপথৰ সম্প্ৰসাৰণ, অসমত দ্বিতীয় শোধানাগাৰ, পেট্ৰ'ৰাসায়নিক প্ৰকল্পৰ স্থাপনৰ বাবে কৰাৰ দৰে ব্ৰহ্মপুত্ৰৰ ওপৰতো এই দ্বিতীয় দলং আৰু ৰেল পথৰ সম্প্ৰসাৰণৰ বাবে অসমৰ ৰাইজে বজ্ৰ কণ্ঠেৰে সেই দাবী উত্থাপিত কৰিব লাগিব। —উল্লেখ কৰা কথাখিনি শ্ৰীবৰগোহাঞিৰ লেখাখিনিৰ হুবহু নহয়, কিন্তু কথাখিনিৰ সাৰমৰ্ম আছিল এনে ধৰণৰ। কোৱা বাহুল্য, সেই সম্পাদকীয়ই অসমৰ ৰাইজক ভৱিষ্যতে কৰিব লগীয়া অসমৰ দাবীৰ বাবে 'ইছ্যু' আগবঢ়াইছিল।

কিন্তু দলঙৰ দাবী কেৱল আনুভূতিকে নাছিল। অৰ্থনৈতিকভাৱে সেই দাবী আছিল প্ৰণিধানযোগ্য। তাতোকৈ ডাঙৰ কথা আছিল অসমৰ পশ্চিম অংশ, বিশেষকৈ অবিভক্ত গোৱালপাৰা আৰু কামৰূপ জিলা (দক্ষিণ পাৰ), মেঘালয় (গাৰো পাহাৰ জিলা) অনগ্ৰসৰতাৰ ৰুদ্ধ দ্বাৰ ভাঙিবলৈ মাথোন আছিল একেটি উপায়। যোগীঘোপা-পঞ্চৰত্ন ঘাটত ব্ৰহ্মপুত্ৰৰ ওপৰত দলং সাজি পথ সংযোগহীনতাৰ মেটেকাৰে স্থবিৰ কৰি ৰখা মেটেকাৰ তলৰ পানীখিনিক চলমান কৰিবলৈ ৰেলপথৰ সংযোগ ঘটাই সেই স্থৱিৰতা আঁতৰোৱা। মেঘালয়ত চূণশিল, কয়লা, চীনা মাটি; মেঘালয়, দক্ষিণ কামৰূপ, গোৱালপাৰা জিলাত বাঁহ-বেট, কাঠ থকা সত্ত্বেও পথ সংযোগবিহীনতাৰ বাবে অঞ্চলটো উদ্যোগ স্থাপনৰ পৰা বঞ্চিত। তাৰ অৱধাৰিত পৰিণতি ঘটিছে অঞ্চলৰ জনসাধাৰণৰ অৰ্থনৈতিক জঠৰতাত।

এই সন্দৰ্ভতে এটা কথা উনুকিয়াব পাৰি। অশোক কাগজ কল যোগীঘোপাত, ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে। অশোক কাগজ কলত নিতৌ লাগিছিল বৃহৎ পৰিমাণে কয়লা আৰু বাঁহ। প্ৰায় দুৱাৰমুখত নদীখনৰ যিটো পাৰে অফুৰন্ত কাগজ প্ৰস্তুত কেঁচা সামগ্ৰী বাঁহ সম্পদ থকা সত্ত্বেও যাতায়াতী অসুবিধাৰ বাবে সেই সম্পদ আহৰণ কৰি মুনাফা লাভ কৰিব পৰাটো আছিল এটা অতি জটিল কথা। সেইদৰে নদীখনৰ পৰা ট্ৰাকেৰে আনিব পৰা দূৰত্বত কয়লাৰ খনি থকা সত্ত্বেও কয়লা কঢ়িয়াব লগা হৈছিল সুদূৰ বিহাৰৰ পৰা। ফলত খৰচ বাঢ়ি গৈছিল।

দীৰ্ঘদিনীয়া ক্ৰোধ-বেদনা-বঞ্চনা-হতাশাৰ পাছত এক আশাৰ ৰেঙণি দেখা গৈছিল ১৯৮৩ চনৰ ১১ নৱেম্বৰ তাৰিখে। ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰত, প্ৰখ্যাত তীৰ্থস্থান পাগলাটেক (বৰপিঠা) নাতিদূৰত পঞ্চৰত্ন পাহাৰৰ নামনিত উলহ-মালহেৰে বিপুল শংখধ্বনিত স্থাপিত হৈছিল সেই বহু আকাংক্ষিত যোগীঘোপা-পঞ্চৰত্ন ঘাটৰ ওপৰত ব্ৰহ্মপুত্ৰ দলঙৰ 'নৰনাৰায়ণ সেতু'ৰ আধাৰশিলা। অসমৰ পাটৰ মেখেলা-চাদৰ পৰিহিতা হৈ ভাৰতৰ তদানীন্তন প্ৰধান মন্ত্ৰী মাননীয়া ইন্দিৰা গান্ধীয়ে সেই আধাৰশিলা স্থাপন কৰিছিল। তাত উপস্থিত আছিল তদানীন্তণ কেন্দ্ৰীয় ৰেল মন্ত্ৰী এ, বি, এ, গনিখান চৌধুৰী, ৰাজ্যপাল প্ৰয়াত প্ৰকাশ মেহৰোট্ৰা, মুখ্যমন্ত্ৰী প্ৰয়াত হিতেশ্বৰ শইকীয়া, গড়কাপ্তানী বিভাগৰ মন্ত্ৰী শ্ৰীমতী চৈয়দা আনোৱাৰা টাইমুৰ সমন্বিতে অসম মন্ত্ৰী সভাৰ সদস্যবৃন্দ আৰু বহুতো।

সেই অনুষ্ঠানত বি, আৰ, পি, এলৰ তেতিয়াৰ অধ্যক্ষ আৰু পৰিচালন সঞ্চালক শ্ৰী আৰ, আৰ, বাৰ্মাৰ সৈতে আমিও উপস্থিত আছিলোঁ আৰু 'ভি, আই, পি'ৰ বাবে সংৰক্ষিত স্থানৰ পৰা অতি কাষৰ পৰা অনুষ্ঠান প্ৰত্যক্ষ কৰিছিলোঁ। সেইদিনা মন্ত্ৰী শ্ৰীজেহিৰুল ইচলামৰ সৈতে চাহ খাই থাকোঁতে মই সুধিছিলো, সুযোগ পালেই মই তেনেকৈ তেখেতৰ লগত কথা পাতোঁ।

— এই দলঙৰ বাবে ব্যক্তি হিচাপে মুখ্য বৰঙণি কাৰ?

মন্ত্ৰী জেহিৰুল ইচলামৰ উত্তৰ

— মুখ্যমন্ত্ৰী শইকীয়াৰ (হিতেশ্বৰ শইকীয়াৰ)

— সংগঠন হিচাপে?

ইচলাম চাহাবে অলপ যেন থমকি ৰৈছিল। পাছত ময়ে কৈছিলোঁ—

—আন্দোলন (আছুৰ)। ৰাইজৰ সৰ্বাত্মক সমৰ্থন। আন্দোলনৰ পৰোক্ষ দান। যিমান দূৰ মনত পৰে কাষতে আছিল সাংসদ শ্ৰী নুৰুল ইচলাম, বিধান সভাৰ সদস্য শ্ৰীৰুক্মিণী কান্ত ৰায়। অৱশ্যে আমাৰ ফুচ্-ফুচিয়া কথা কোনোবাই শুনিছিল নে ক'ব পৰা নাছিলোঁ।

কিন্তু ক'ব পাৰো — মহাৰাজ নৰনাৰায়ণে নিৰ্মাণ কৰি উলিয়াইছিল গোহাঁই কমল আলি; অসমক পাহাৰ-ভৈয়াম মিলাই অসমক কৰিবলৈ খুজিছিল বৰ অসম। পথ সংযোগেৰে আনিবলৈ বিচাৰিছিল মনৰ সংযোগ। যোগীঘোপা-পঞ্চৰত্ন ঘাটৰ ওপৰৰ নৰনাৰায়ণ সেতু সেই আশাৰে যেন বাস্তৱ ৰূপ। ❑❑

## পুথিৰ পাতৰ পৰা

জীৱনৰ প্ৰথম বয়সতে জাগি উঠা এটা মনৰ আশা পূৰ নোহোৱাজনেই প্ৰকৃত অসুখী মানুহ। তেওঁৰ এই অভিলাষ পূৰ নোহোৱাটো বৰ ডাঙৰ কথা বুলি ভাৱে আৰু তেওঁ আন সকলো কথা বাদ দি সেই পূৰণ নোহোৱা আকাঙ্খা পূৰাবৰ বাবেই বেছি যত্নৱান হয়। সকলো কামকে কাতি কৰি থৈ নিজৰ জীৱনৰ গতি মাত্ৰ এটা ফালেদি চলাই লৈ যায় আৰু ইয়াৰ অকৃতকাৰ্যতাতহে বেছি জোৰ দিয়ে।

— বাৰ্ট্ৰাণ্ড ৰাছেলৰ 'দি কংকুৱেষ্ট অৱ্ হেপিনেছ'ৰ পৰা



# ধুবুৰী জিলাৰ কুঁহিলা শিল্প

দয়াল ঠাকুৰ

### আগকথা

কুঁহিলা শিল্প কেতিয়াৰ পৰা কেনেকৈ আৰম্ভ হ'ল তাক সঠিকভাৱে কব নোৱাৰিলেও এইটো অনুমান কৰিব পৰা যায় যে হিন্দু ধৰ্মৰ মূৰ্তি পূজা প্ৰচলন হোৱাৰ লগে লগে কুঁহিলা শিল্পৰ সূচনা হয়। আদিতে কুঁহিলা শিল্প কেৱল হিন্দু বৈদিক কৰ্মত প্ৰচলিত আছিল, যদিও কালক্ৰমত এই শিল্পই নানানভাৱে উন্নতিৰ পথত অগ্ৰসৰ হৈ সৰ্বধৰ্মীয় শিল্প হিচাপে পৰিগণিত হয়। অৱশ্যে হিন্দু ধৰ্মত ইয়াৰ প্ৰাধান্য বেছি। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ কালতো এই কুঁহিলাৰ পৰাই "কঠ" তৈয়াৰ কৰি গুৰু-ভকতে পৱিত্ৰ নাম কীৰ্ত্তনত বহাৰ আসন হিচাপে ব্যৱহাৰ কৰিছিল। বৰ্ত্তমান নগাঁও জিলাৰ বটদ্ৰৱা থানত এই শিল্প এতিয়াও বিৰাজমান। গোৱালপাৰাৰ লোক কৃষ্টিত কুঁহিলা শিল্প এক অবিচ্ছেদ্য অঙ্গ, উপ কথা আৰু লোক-সংস্কৃতিৰ দিশত ইয়াৰ প্ৰাচীনত্ব পোৱা যায়। গোৱালপৰীয়া ধৰ্ম্মীয় কৃষ্টিত "মনসা মঙ্গলা" বা "মনসা ভাষাণৰ গীতত কুঁহিলা শিল্পৰ উল্লেখ আছে। ব্ৰহ্মাণ্ড পুৰাণতো এই শিল্পৰ প্ৰাচীনত্ব অনুমান কৰিব পাৰি।

**কুঁহিলা শিল্পৰ চমু পৰিচয় ঃ** কুঁহিলা এবিধ পানীত উৎপন্ন হোৱা উদ্ভিদ। বাৰিষা কালত তিনি-চাৰি ফুট পানী ৰৈ থকা 'বিল', 'হোলা', বা নলা আদিত উৎপন্ন হয়। বাও ধানৰ খেতিত বা পদুম ফুল হোৱা ঠাইতো আগতে হোৱা কুঁহিলাৰ গুটি পৰি আপোনা-আপুনি গছ গজি উঠে। বৰ্ত্মান কুঁহিলাৰ নাটনিয়ে দেখা দিয়াত ইয়াৰ খেতি কৰাৰ প্ৰচেষ্টা চলোৱা দেখা যায়।

কুঁহিলাৰ গছবোৰ মৰাপাটৰ গছৰ দৰে প্ৰায় ছয় ফুট মান ওখ হয়। কিন্তু মৰাপাটৰ গছতকৈ শকত আৰু কোমল হয়। ইয়াক দুটা শ্ৰেণীত ভগাব পাৰি, যেনে -- এক, খৰি কুঁহিলা আনটো হ'ল পানী কুঁহিলা বা কাঠুৰাও বোলে। এই জাতীয় কুঁহিলা অতিশয় কোমল আৰু বগা। এই জাতীয় কুঁহিলাৰ ওপৰতে কুঁহিলা শিল্পটো গঢ় লৈ উঠিছে।

অসমতো এনে কুঁহিলা উৎপন্ন হয় আৰু এইবিধ উদ্ভিদ বিভিন্ন ঠাইত বিভিন্ন নামেৰে পৰিচিত। যেনে -কুঁহিলা, পানী কুঁহিলা, পানীমুল্লা কাণশূলা, বোতলা আদি পৰ্যায়ক্ৰমে বিভিন্ন নাম। অসমত বিশেষকৈ কুঁহিলা শিল্পৰ মূল কেন্দ্ৰ হ'ল নগাঁও জিলাৰ বটদ্ৰৱা, ধুবুৰী জিলাৰ ঢেপঢেপী, উচিতা, গোলোকগঞ্জ, আগমনি, কালডোবা গৌৰীপুৰ, দেৱগুৰ হাজদাহ আৰু ঝাপুছাবাড়ী আদি ঠাইত উন্নত মানৰ কুঁহিলা শিল্প উল্লেখনীয়। এই শিল্পত নিয়োজিত প্ৰায় তিনিশ জনমান শিল্পী আছে আৰু প্ৰায়খিনি শিল্পীয়েই কুঁহিলা শিল্পত আত্মনিৰ্ভৰশীল। অসমৰ বাহিৰে ভাৰতবৰ্ষৰ অন্য ঠাইক সামৰিলে এই শিল্পত প্ৰায় দুই-তিনি হেজাৰজন শিল্পী আছে। ভাৰতবৰ্ষৰ পশ্চিম বঙ্গ, বিহাৰ, উৰিষ্যা আৰু তামিলনাডুৰ কুঁহিলা শিল্প উল্লেখযোগ্য। স্থান ভেদে কুঁহিলাৰ নামকৰণো বিভিন্ন ধৰণৰ। যেনে --- পশ্চিম বঙ্গত "শোলা" বিহাৰত "কেৰলা" উৰিষ্যাত "শোলা" তামিলনাডুত "বেন্‌ভম" কৰ্ণাটকত "বেন্ডু" আৰু উত্তৰ প্ৰদেশত "তাল খুকুৰী" আদি নামেৰে পৰিচিত। চাহিদা অনুপাতে কুঁহিলা শিল্প বিভিন্ন ঠাইত বিভিন্ন ৰূপে গঢ়ি উঠিছে আৰু সেই অঞ্চলৰ কলা-কৃষ্টি জীয়াই ৰখাৰ উপৰি জীৱিকাৰ এক প্ৰধান পথ ৰূপে পৰিলক্ষিত হৈছে। ভাৰতবৰ্ষৰ ভিতৰত পশ্চিম বঙ্গ আৰু তামিলনাডুৰ কুঁহিলা শিল্প অতি উন্নত মানৰ আৰু চকুত লগা। নিপুণ কাৰুকাৰ্যৰ দ্বাৰা মানুহৰ মন জয় কৰিব পৰাকৈ আধুনিকতাৰ আশ্ৰয় লৈ বাণিজিক ক্ষেত্ৰত পশ্চিম বঙ্গৰ কুঁহিলা শিল্পই আগ স্থান পাইছে। অন্যহাতে অসমৰ কুঁহিলা শিল্পৰ বৈশিষ্ট্যও মন কৰিব লগীয়া। প্ৰধানতঃ এই শিল্পই আধুনিক তথা পৌৰাণিক ভিত্তিত গঢ় লৈ উঠা হিন্দু বৈদিক, সামাজিক তথা লৌকিক কলা-কৃষ্টিক সজীৱ আৰু উন্নতমানৰ শিল্প ৰূপে পৰিগণিত কৰিছে। জনসাধাৰণে ধৰ্মীয় অনুষ্ঠানৰ ব্যৱহাৰৰ বাবে নতুবা কোঠা শুৱনি কৰিব পৰাকৈ কিছু সামগ্ৰী উৎপাদন কৰে।

কুঁহিলা শিল্পৰ মূল ভেটি হ'ল দুটা, এটা হ'ল "কাৰু শিল্প" আৰু আনটো হ'ল চিত্ৰ 'শিল্প'। বৰ্ত্মান কুঁহিলাৰ কাৰুশিল্পতেই অধিক গুৰুত্ব দিয়া হয়। কিন্তু পৌৰাণিক কলাবোৰত চিত্ৰ -শিল্পৰ প্ৰাধান্যতা অধিক গুৰুত্ব দিয়া হৈছিল। আদিতে এই চিত্ৰবিলাক গছ-গছনিৰ ছাল, গুৰি, গুটিৰ পৰা ৰস উলিয়াই জুইৰ তাপত জাল দি তাৰ পানীৰে ৰং কৰা হৈছিল। সেই সময়ত কাঠগুৱাৰ ছাল, শিলিখা গুটি, বেল, হালধী, চূণ আদিয়েই আছিল কুঁহিলাৰ ৰঙৰ প্ৰধান উপকৰণ। আধা পুৰণি আৰু আধুনিক পদ্ধতিৰে আঠা তৈয়াৰ কৰিছিল, যেনে-- তেতেলীৰ গুটি গুৰি কৰি জুইৰ তাপত জাল দি বিজলঘন্টা সিজাই পিহি লৈ ঢেকীয়া শাকৰ কোমল ঠাৰি সিজাই লৈ পিহি ব্যৱহাৰ কৰিছিল। বৰ্ত্মান যুগত ময়দা বা বালী সিজাই লৈয়ো আঠা তৈয়াৰ কৰি ব্যৱহাৰ কৰা হয়। আজিকালি বজাৰৰ "ফেবিকল" আঠাৰ ব্যৱহাৰো যথেষ্ট। ৰং হিচাপে আজি কালি আৱশ্যকীয় বিভিন্ন ৰং বজাৰৰ পৰাই ক্ৰয় কৰি ব্যৱহাৰ কৰিব পৰা যায়।

**কুঁহিলা শিল্পৰ ইতিবৃত্তঃ** কুঁহিলা উদ্ভিদবোৰ পানী থকা ঠাইত হয়, ইয়াৰ প্ৰাচীনত্বই প্ৰাচীন হিন্দু বৈদিক কলা-কৃষ্টিক সজীৱতা প্ৰদান কৰি প্ৰাচীন শিল্প হিচাপে পৰিচয় দি আহিছে। ব্ৰহ্মাণ্ড পূৰাণ আৰু মনসা মঙ্গলা বা বিষহৰী গীত আদিত কুঁহিলা আৰু মালাকাৰ বা মালী নবুসেনৰ বিষয়ে বহুতো তথ্য পোৱা যায়। মনসা মঙ্গলা বা বিষহৰীৰ গীতবোৰত মালাকাৰৰ দ্বাৰা কুঁহিলাৰ পৰা মন্দিৰ বা মণ্ডপ বনোৱাৰ কথা উল্লেখ আছে। যেনে -- মনসা মঙ্গলা বা বিষহৰী গীতত কুঁহিলাৰ ইতিবৃত্তত কেইটামান সুন্দৰ কাহিনী আছে।





*কৰ্মৰত অৱস্থাত কুঁহিলাৰ দক্ষ শিল্পী শ্ৰীঅনিল মালাকাৰ।*

কুঁহিলা স্বৰ্গত দেৱৰাজ ইন্দ্ৰৰ ৰাজসভাত নৰ্ত্তকী আছিল। এদিন নাচি থকা অৱস্থাত "বানাসুৰ"ৰ ফালে বাৰে বাৰে কামভাৱে চোৱাৰ অপৰাধত দেৱৰাজ ইন্দ্ৰ অসন্তুষ্ট হৈ কুঁহিলাক এই বুলি অভিশাপ দিয়ে "তুমি দেৱসভাত কদাচাৰ কৰাৰ অপৰাধৰ বাবে পৃথিৱীত বৃক্ষ ৰূপে থাকাগৈ। কুঁহিলাই ইন্দ্ৰৰ ভৰিত পৰি বহুতো কাকূতি-মিনতি কৰাত ইন্দ্ৰই কুঁহিলাক এই বুলি বৰ দিলে যে মালাকাৰ বা মালী নবুসেনৰ স্পৰ্শত পৰম পৱিত্ৰ হৈ কুঁহিলা মানৱ সমাজত অতি প্ৰিয় আৰু পূজ্য হৈ থাকিব।

অন্যহাতে ব্ৰহ্মাণ্ড পূৰাণত উল্লেখ আছে যে কুঁহিলা পুৰ্বজন্মত দেৱকন্যা আছিল। অসুৰবিলাকে স্বৰ্গৰাজ্য জয় কৰি বহুতো অত্যাচাৰ তথা দেৱকন্যাক হৰণ কৰি নিছিল কিন্তু দেৱকন্যা কুঁহিলাই নিজৰ সতীত্ব ৰক্ষাৰ বাবে পানীত আত্মগোপন কৰিছিল, কিন্তু তাতো সন্দেহ থকাত কুঁহিলাই গছৰ ৰূপ ল'লে। কুঁহিলাৰ সৃষ্টি সম্পৰ্কে নানান কাহিনী আছে। 'ইণ্ডিয়ান এক্সপ্ৰেছ" নামৰ বাতৰি কাকতত ২৬-৫-১৯৯০ চনত প্ৰকাশিত শ্ৰী বুলবুল শৰ্ম্মাই উল্লেখ কৰা কুঁহিলা শিল্পৰ আন এটি কাহিনী এনে ধৰণৰ -- " In the puran, It is written that "Sola" (or kuhila) was created by "Brahama" When he made the Universe. He told "Malakar", Who was one of "Vishakarma's" Son to go and find the "Sola" plant and make items for worship out of it. After searching the entire world, Malakar even 'tually found the Sola growing in a pond in "Indras Garden", but when he wanted to cut the plant drew back angrily and cursed him. "I am still an unmarried girl and who even dares to cut me in the state will suffer for seven generation, She said. When "Brahma" was told of this he asked "Ban" the god of flood to help "Malakar" by marrying Sola. Ban agreed. But only, one condition that he would see "Sola" a just once every year. That is why, Malakar cut the Sola plant only after the ruiny season is 'ever and the water have receded from the ponds.

এই সম্পৰ্কে মনসা মঙ্গলা বা বিষহৰী গীতত উল্লেখ আছে; (যাক মালাকাৰ সকলে "কলমী" বুলি কয়, অৰ্থাৎ কোনো লিপিবদ্ধ নোহোৱা মুখে মুখে প্ৰচলিত গীত)

"শুন শুন বেল বেলানী ৰ'য়া পান খাও  
ইন্দ্ৰ পুৰে শোলাৰ বিচি আনিয়া যোগাও ।।  
আকৌ  
"সেই বিচি বয়া দিলে মালী ডিঘি সৰোবৰে  
জালেয় উঠিল বিচি তিন দিন অন্তৰে ।।

********

হাতে কাতি লয়া যায় মালী শোলা কাটিবাৰ  
অকুমাৰী শোলা দেয় কিবা মালীৰ বৰাবৰ  
ধৰ্ম্মেৰ মাথা খাও মালী ধৰ্ম্মেৰ মাথা খাও  
অকুমাৰী নাৰী আমি ঘৰে ফিৰি যাও।।  
অকুমাৰী নাৰীক যেবা বল কৰে  
সপ্ত পুৰুষ তাৰ নৰকেতে পৰে।।

*******

শোন শোন বানাসুৰ আমাৰ বচন  
শোলাৱতী কন্যা তোমাক কৰং দান  
সত্যেৰ দুৱলা আৰ ঝিংঙ্গ্যৰেৰ পানী  
এই মতে হয়া গেল শোলাৰ বিয়া খানি।।

কুঁহিলা বা শোলা গছবোৰ দেৱকন্যাই হওক বা দেৱ নৰ্ত্তকীয়ে হওক, কিন্তু কুঁহিলা গছক এক পৱিত্ৰ বৃক্ষ হিচাপে হিন্দু সমাজে মানি আহিছে। আদিতে হিন্দুসকলে কুঁহিলাৰ বস্তুৰেদি পৱিত্ৰ ভাবেৰে নানাবিধ বৈদিক তথা মাঙ্গলিক কৰ্ম্ম কৰি মনত আনন্দ লভিছিল, আৰু কুঁহিলা শিল্পৰ শিল্পী মালাকাৰসকলেও কুঁহিলাৰ কামত সম্পূৰ্ণ পৱিত্ৰতা ৰক্ষা কৰিহে কামত হাত দিয়ে। অপৱিত্ৰ অৱস্থাত বৈদিক কৰ্মৰ বাবে বৈদিক বস্তু বনোৱা পাপ কৰ্ম বুলি গণ্য কৰা হয়।

শাওণ মাহৰ দোমাহীৰ পিছৰ পৰা নতুন কুঁহিলা কাটিব পৰা হয়। প্ৰথম কুঁহিলা কাটি অন্য সামগ্ৰী প্ৰস্তুত কৰাৰ আগতেই বানাসুৰলৈ "কদম ফুল বা হাৰফুল' তৈয়াৰ কৰি সোঁত বোৱা পানীত বাঁহৰ কাঠি বা মৰাপাটৰ ঠাৰিৰ আগত বান্ধি সোঁতৰ লগত নাচি-বাগি থকাকৈ পুতি দিয়ে। তাৰ পাছত হে নানান কৰ্ম কৰি এই কুঁহিলা শিল্পৰ সামগ্ৰী আদি তৈয়াৰ কৰি জীৱন নিৰ্বাহ কৰে।

**মালাকাৰসকলৰ চমু পৰিচয় ঃ** মনসা মঙ্গলা বা বিষহৰী গীতবোৰত মালাকাৰক মালী নবুসেন বুলিও পৰিচয় দিছে' বিষহৰী ভাষা। গীতবোৰত এইদৰে শুনিবলৈ পোৱা যায় ---

"গোসাই বলে মালী নবুসেন শুনহ ভাৰতী  
ব্ৰহ্মানী পূঁজিতে মন্দুস বানাও শীঘ্ৰ গতি  
কথা শুনি নবুসেন নাথাকিল ৰ'য়া  
হাতে কাতি লইয়া মালী বাইৰাইল ছাটিয়া

এই নবুসেন বা মালাকাৰ সকলনো কোন তাৰো এটি সুকীয়া আখ্যান আছে।

নবুসেন অৰ্থাৎ ন'টা শাখা বা ন' জন ককাই-ভাই । বিশ্বকৰ্মাৰ ঔৰসত ঘৃতাচীৰ গৰ্ভত ''ন জন পুত্ৰৰ জন্ম হয়। শিল্পৰ অধিষ্ঠিত দেৱতা বিশ্বকৰ্মা পাৰ্গত হোৱাৰ বাবেই তেওঁৰ ''ন জন পুত্ৰক ন'টা বিভিন্ন শিল্প কৰ্মত শিক্ষা দিছিল। তেওঁলোকেই বিশ্বৰ আদি শিল্পী আছিল আৰু তেওঁলোকৰ পৰাই নবুসেন বা নব শাখা বা শিল্প কৰ্ম্মত ন'টা জাতিৰ উৎপত্তি হৈ কালক্ৰমত এই ন'টা শাখাই ন'টা সম্প্ৰদায়ত পৰিচিত হয়। এই ন'টা জাতি হ'ল ক্ৰমান্বযে -- মালাকাৰ, কাংস্যকাৰ, তাঁতী, স্বৰ্ণকাৰ, কৰ্মকাৰ, শঙ্খকাৰ, সূত্ৰধাৰ, কুম্ভকাৰ আৰু চিত্ৰকাৰ। এওঁলোকতৰ গোত্ৰও একেই। বিশ্বকৰ্ম্মাৰ এই ন'জন পুত্ৰৰ কথা শ্ৰীশ্ৰীব্ৰহ্মবৈৱৰ্ত্ত পুৰাণত ব্ৰহ্মখণ্ড ঘৃতাচী উপাখ্যানত উল্লেখ আছে।

''শ্ৰীশ্ৰী ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণ,
ব্ৰহ্মখণ্ড, ঘৃতাচী উপাখ্যান
''মালাকাৰ, কাংসৎকাৰ, তাঁতী, স্বৰ্ণকাৰ
কৰ্ম্মকাৰ, শঙ্খকাৰ আৰ সূত্ৰধাৰ
কুম্ভকাৰ, চিত্ৰকাৰ এই ন'য়ে জন
বিশ্বকৰ্ম্মাৰ ঔৰসত লভিলে জনম।''

এইমতে বিষহৰী গীতত পোৱা মালী নবুসেন আৰু শ্ৰী শ্ৰীব্ৰহ্মবৈৱৰ্ত্ত পুৰাণত পোৱা মালাকাৰ জাতিটো একে সম্প্ৰদায়ৰ যদিও কিবা কাৰণত মালী আৰু মালাকাৰ শব্দ দুটাৰ উৎপত্তি হোৱাৰ বাবে খোকোজা লাগে তেন্তে আমি শ্ৰীমদ্ভাগৱতৰ দশম স্কন্ধৰ এক চত্বাবিংশ অধ্যায়টো মন কৰিলে কথাটো স্পষ্ট হৈ পৰে।

শ্ৰীমদ্ভাগৱত
দশম স্কন্ধ
একচত্ত্বাবিংশ অধ্যায় ঃ
শ্ৰীকৃষ্ণ কৰ্ত্তক অন্তবায় ও
মালাকাৰ উদ্ধাৰ
''তন্ত বায়ে বৰ দিয়া দেৱ জনাৰ্দ্দন
মনে ভাবে হৰি মালাৰ কাৰণ
শুনিলা সুদামা নামে আছে মালাকাৰ
অতি শীঘ্ৰে যায় তবে নিকটে তাহাৰ
বলৰাম আৰু কৃষ্ণে সুদামা দেখিয়া
প্ৰণাম কৰিল পদে ভূমিতে পৰিয়া।
*********
অৰ্ঘদানে হৰ্ষমনে পূজে মালাকাৰ
সুগন্ধ চন্দনে অঙ্গ ঢাকিল দোঁহাৰ
পৰে হৰি পদে নতি কৰিয়া তখন
কৃতাঞ্জলি কৰি কৰে কতই স্তৱন''

সেয়েহে মালী আৰু মালাকাৰ একেটা জাতিয়েই। বৰ্ত্মান ধুবুৰী জিলাৰ ছত্ৰশালৰ ওচৰৰ ঝাপুচা বাড়ীৰ পঞ্চম খণ্ডত কেইঘৰমান মালাকাৰ সম্প্ৰদায়ৰ লোকে বসবাস কৰা ঠাইখিনি মালীপাৰা নামেৰে জনজাত। এই ঠাই বোৰত কোনো বেলেগ মালী সম্প্ৰদায়ৰ লোক নাছিল। মালাকাৰসকলেই হ'ল মালী সম্প্ৰদায়ৰ লোক আৰু উপাধিও মালাকাৰ।

**কুঁহিলা শিল্প মালাকাৰসকলৰ জাতিগত বৃত্তি ঃ**

কুঁহিলা শিল্পৰ কামটো যে মালাকাৰসকলৰ জাতিগত বৃত্তি এই কথা বিষহৰী নামৰ পুথিতো উল্লেখ আছে। কুঁহিলা শিল্পত এই মালাকাৰ সকলে সাধাৰণ শ্ৰেণীৰ পৰা আৰম্ভ কৰি ৰজা মহাৰজা, ৰাজভৱন আদিতো ৰাজকীয় সন্মান পাইছিল।

অতীত কালত প্ৰতিজন হিন্দু জমিদাৰ, ৰজা-মহাৰজা, ৰাজভৱন আদিত এজন বা ততোধিক কুঁহিলা শিল্পী মালাকাৰে বৈদিক তথা মাঙ্গলিক কাৰ্যত কুঁহিলা সামগ্ৰী যোগান ধৰাৰ বাবে বংশানুক্ৰমে যাজনিক প্ৰথাৰে বা বৃত্তিভোগী হিচাপে কামত নিযুক্ত থাকি জীৱন নিৰ্ব্বাহ কৰিছিল। ধুবুৰী জিলাৰ গৌৰীপুৰৰ জমিদাৰৰ ঘৰত স্বৰ্গীয় বিন্যাশ কাৰ চন্দ্ৰমন, মালাকাৰ, ঝাপুচাবাড়ীৰ প্ৰয়াত মহিম আৰু তাৰামোহন মালাকাৰ, বিলাসীপাৰাৰ জমিদাৰৰ ঘৰত কালডোভাৰ (বৰমেৰা) প্ৰায়াত টুকু মালাকাৰ, ৰূপসীৰ জমিদাৰৰ ঘৰত মটেৰঝাৰৰ প্ৰয়াত চন্দ্ৰমোহন মালাকাৰ আদিয়ে ৰজাঘৰীয়া শিল্পী হিচাপে যথেষ্ট সন্মান পাইছিল। জমিদাৰী স্বত্ব বিলোপ হোৱাৰ লগে লগে চৰকাৰে যাজনীক প্ৰথা আৰু বৃত্তি প্ৰথা উঠাই দিয়ে যদিও মালাকাৰৰ বাহিৰে সাধাৰণ ব্যৱসায় আদিত অন্য সম্প্ৰদায়ৰ লোকে কুঁহিলা শিল্পত স্বীকৃতি পোৱা নাই।

*কুঁহিলাৰ বৈদ্কি পুতলাসমূহ।*

বহুতো লোক-কথাৰ মাধ্যমেৰে জানিব পাৰি যে কুঁহিলা শিল্পটো মালাকাৰসকলৰ জাতিগত বৃত্তি। এই বিষয়ে কেবাটাও পুৰণি সাধুকথা আছে। চম্পাৱতী কন্যাৰ সাধুটোত কুঁহিলাৰ চৰাইৰ কথা উল্লেখ আছে। বুঢ়াৰ সৰু ল'ৰাই মালাকাৰৰ পৰা কুঁহিলাৰ চৰাই তৈয়াৰ কৰাই তাৰ পিঠিত উঠি ওখ অট্টালিকাত থকা চম্পাৱতীক বিয়া কৰাই নিয়াৰ কথা শুনিবলৈ পোৱা যায়।

গতিকে মালাকাৰসকলৰ এই কুঁহিলা শিল্পৰ কামত নিয়োজিত প্ৰথাৰ প্ৰাচীনত্বৰ প্ৰমাণ পোৱা যায়।

**গোৱালপৰীয়া লোক-কৃষ্টিত কুঁহিলা শিল্পৰ প্ৰভাৱ ঃ**

গোৱালপৰীয়া লোক-সংস্কৃতিত কুঁহিলা শিল্প এক অবিচ্ছেদ্য অঙ্গ, কুঁহিলা শিল্প প্ৰায় হিন্দু বৈদিক কলা-কৃষ্টিৰ লগত সন্নিহিত হৈ থকা দেখিবলৈ পাওঁ, হিন্দু বিবাহ, অন্নপ্ৰাসন, পূজা-পাৰ্বণ আদি কৰি নানান বিধ হিন্দু সামাজিক আৰু বৈদিক কৰ্মৰ অপৰিহায্য অঙ্গ হিচাপে চলি থাকিলেও এই শিল্পৰ মাজত বহুল পৰিমাণে লোক-কৃষ্টি উপাদান সংৰক্ষিত হৈ আছে। এই কুঁহিলা শিল্পৰ মাজত গোৱালপৰীয়া লোক-কৃষ্টি বহুল পৰিমাণে পোৱা যায় যদিও ই বৈদিক কৰ্ম হিচাপে খ্যাত, তথাপিও তাৰ মাজত গোৱালপৰীয়া সুকীয়া নীতি-নিয়ম আদি দেখিবলৈ পোৱা যায়।

গোৱালপাৰা জিলাৰ বাহিৰেও পাৰ্শ্বৱৰ্তী অঞ্চল, কোচবিহাৰ, জলপাইগুৰি জিলা আৰু বাংলাদেশৰ ৰংপুৰ জিলাতো কুঁহিলা শিল্পৰ ওপৰত একে ধৰণৰ নানাবিধ লোক-কৃষ্টি দেখিবলৈ পোৱা যায় আৰু আজিও সেই অঞ্চলৰ স্থানীয় অধিবাসীসকলে একেবিধ কলা-কৃষ্টিকে মানি আহিছে। অৱশ্যে দেশৰ ৰাজনৈতিক বিভাজনৰ ফলত নানান ঠাইৰ মানুহ বিভিন্ন ঠাইত বসবাস কৰিবলৈ লোৱাত তেওঁলোকৰ সংমিশ্ৰণত কিছুমান অঞ্চলত পুৰণা কলা-কৃষ্টিবোৰৰ কিছু পৰিৱৰ্তন দেখা যায়। কিন্তু গোৱালপৰীয়া সমাজত কুঁহিলাৰ কলা-কৃষ্টিবোৰ নিঁভাজ হৈয়ে আছে।

*কুঁহিলাৰে মনসা মূৰ্তি।*

কুঁহিলা শিল্পৰ ওপৰত গোৱালপৰীয়া লোক-কৃষ্টিৰ বহুল উপাদান জড়িত হৈ আছে, তাৰে ভিতৰত, কুঁহিলাৰ কদম ফুল, কালীৰ মুখা, মনসা বা বিষহৰী মণ্ডপ, কানি বিষহৰী পূজা, কাতি পূজা, আইঠল পূজা, মাতৃকা পূজা, ছয়কুৰি ছয়টা মাসান, শীতলাৰ ভেলা ভাষাণিৰ হাৰ ফুল বা হাৰ মালা, পাচ বা সাত ৰঙৰ ফুল, চৰকা ঠাকুৰা বা ঘোঁড়া-ঘোঁড়ীৰ পূজা ইত্যাদি কৰি নানান বিধ কুঁহিলাৰ সামগ্ৰীয়ে সুকীয়া সুকীয়া নীতি-নিয়ম ৰূপ-ৰঙেৰে গোৱালপৰীয়া কলা-কৃষ্টিক জীৱন্ত ৰূপ দি ৰাখিছে।

ইয়াৰ উপৰি কেইটামান তান্ত্ৰীক মূৰ্তিও কুঁহিলাৰ পৰা তৈয়াৰ কৰা হয়। যেনে -- ছুচিয়া মাসান, বিদ্যাআঙলী, মাসান, বিদ্যা আঙলী, কালী, গোপাল সন্ন্যাসী ইত্যাদি বৈদিক কৰ্মত ব্যৱহৃত উল্লেখযোগ্য কেইটামান কুঁহিলাৰ দ্বাৰা তৈয়াৰ কৰা সামগ্ৰীৰ ব্যৱহাৰ সম্পৰ্কে এটি থূল-মূল আভাস দাঙি ধৰিলো।

**কুঁহিলাৰ কদম ফুল ঃ** এই ফুল সম্পূৰ্ণ কুঁহিলাৰে তৈয়াৰ কৰা হয়। গোৱালপৰীয়া লোক-কৃষ্টিত কদম ফুল এক অপৰিহাৰ্য অঙ্গ, দেৱ-দেৱীৰ মন্দিৰৰ দুৱাৰত, বৰঘৰ, চ'ৰা ঘৰৰ দুৱাৰৰ ওপৰত কদমত ফুল বান্ধি দিয়া প্ৰথা অতি পুৰণি। গোৱালপৰীয়া লোক-সংস্কৃতিত কুঁহিলাৰ কদম ফুল নবন্ধাকৈ কোনো পূজা-পাতল নহয়। ন' গৃহত প্ৰৱেশৰ সময়ত এই কদম ফুল নবন্ধাকৈ কোনেও ন'গৃহত প্ৰৱেশ নকৰে।

**কুঁহিলাৰ কালীমুখা ঃ** কালীপূজা এটা বৈদিক আচাৰৰ পূজা, কোনো কোনো ঠাইত মুৰ্তিৰ পৰিৱৰ্তে কুঁহিলাৰ দ্বাৰা তৈয়াৰী কালী মুখাকে পূজা কৰা দেখা যায়। কিন্তু কালীৰ মুখা পূজা আৰু কালী নৃত্য বা চণ্ডী নাচ গোৱালপৰীয়া লোক-কৃষ্টিৰ এক বিশেষ অঙ্গ। কালী পূজাৰ দিনা পুৱাৰ ভাগতে দেওবংশী বা চৰকিৰাই পাৰ চৰাই বলি দি কুঁহিলাৰে তৈয়াৰী কৰা কালী মুখাখন পূজা কৰি লয়। তাৰ পাছত নিজে ৰঙা শাৰী পিন্ধি গাত ৰঙা কাপোৰ মেৰিয়াই লৈ কালী গোসাঁনী সাজি ডিঙিত কুঁহিলাৰ মুণ্ডমালা, হাতত খৰ্গ লৈ কালী মুখা পিন্ধি ঘৰে ঘৰে নাচ নাচি দক্ষিণা সংগ্ৰহ কৰে, ইয়াৰ উপৰি বনৰাজ পূজা বা ভালুক পূজা আদিতো কুঁহিলাৰ মুখা তৈয়াৰ কৰি পুহ মাহত এই পূজা কৰাৰ প্ৰথা গোৱালপৰীয়া যুৱ-সমাজত এতিয়াও প্ৰিয় উৎসৱ।

মনসা বা বিষহৰী মণ্ডপ এই কুঁহিলাৰ দ্বাৰাই তৈয়াৰ কৰি পূজা কৰাৰ প্ৰথা আছে। এই পূজা গোৱালপৰীয়া সমাজত প্ৰতি বছৰে পালন কৰে।

**কুঁহিলা শিল্পৰ সমস্যাসমূহ ঃ**

যদিও বা কুঁহিলা শিল্প বহুখিনি উন্নতি সাধন কৰা হৈছে, তথাপি এই শিল্পত জড়িত শিল্পীসকল অৰ্থনৈতিক দিশত টনকিয়াল হ'ব পৰা নাই। সেয়েহে কিছু শিল্পীয়ে পৰিয়ালৰ ভৰণ-পোষণ আদিৰ বাবে কুঁহিলা শিল্পৰ ওপৰত নিৰ্ভৰশীল হ'ব নোৱৰাত জীৱিকাৰ বাবে অন্য পথ ল'বলৈ বাধ্য হোৱা দেখা গৈছে।

ইয়াৰ প্ৰধান কাৰণ সমূহ হ'ল -- কেঁচামালৰ অভাৱ, অনুন্নত বিপণন ব্যৱস্থা, উন্নতমানৰ কুঁহিলা শিল্পৰ নক্সাৰ অভাৱ, আৰু কঁহিলাবোৰ বিজ্ঞানভিত্তিক শোধন কৰাৰ সমস্যা ইত্যাদি।

কুঁহিলাবোৰ শিল্পীসকলে ধান খেতিৰ মাজ বা তেনে পানী থকা হোলা আদিৰ পৰা সংগ্ৰহ কৰিছিল। কিন্তু বৰ্তমান ধান খেতিৰ মাজত হোৱা কুঁহিলাৰ উৎপাদন অতি নগণ্য। অন্যহাতে অ'ৰ, ত'ৰ পৰা অতিৰিক্ত মূল্য দি কুঁহিলা ক্ৰয় কৰিব লগা হয়, সেয়েহে চাহিদা অনুপাতে কেঁচা সামগ্ৰীৰ অভাৱ এই ক্ষেত্ৰত সমবায় ভিত্তিত কুঁহিলাৰ খেতিৰ প্ৰয়োজন, অন্যহাতে চৰকাৰৰ বন বিভাগে কুঁহিলা খেতিত জোৰ দি সংৰক্ষণৰ ব্যৱস্থা কৰি শিল্পীসকলে ৰেহাই মূল্যত যাতে কুঁহিলা পাব পাৰে তাৰ ব্যৱস্থা কৰাৰ প্ৰয়োজন।

কুঁহিলা শিল্পৰ সামগ্ৰীসমূহ বৰ্তমান ধৰ্ম-কৰ্মৰ উপৰিও ঘৰ সজোৱা সামগ্ৰী আৰু দৈনন্দিন জীৱনত ব্যৱহাৰ কৰিব পৰাকৈ উপযোগী কৰাটো আৱশ্যক। কাৰণ কুঁহিলা সামগ্ৰীসমূহ অতি ঠুনুকা, অলপ থেকেচা লাগিলেই ভাঙি যোৱাৰ ভয় থাকে, সেয়েহে দূৰণিৰ বিপণনত যাতায়াতৰ বাধা স্বৰূপ হৈ পৰে। গতিকে বিজ্ঞানভিত্তিত ইয়াক শোধন কৰি সহজে নষ্ট হ'ব নোৱৰা কিবা ব্যৱস্থাৰ চিন্তা কৰিলে ই সৰ্ব্বভাৰতীয় বজাৰত যথেষ্ট সমাদৃত হোৱাতো নিশ্চিত, কুঁহিলাৰ সামগ্ৰীবোৰ লেতেৰা হ'লে ধুব পৰা নাযায়। অন্যহাতে যিবোৰ ৰং এই কুঁহিলাৰ পুতলা আদিত লগোৱা হয় সিও স্থায়ী নহয়। এনেবোৰ সমস্যা দূৰ কৰিব

নোৱাৰিলে কুঁহিলা শিল্পৰ ভৱিষ্যৎ উন্নতিৰ আশাও ক্ষীণ। উপযুক্ত পেকিং প্ৰশিক্ষণৰো অতি আৱশ্যক। এই ক্ষেত্ৰত ৰাজ্য চৰকাৰ তথা কেন্দ্ৰীয় চৰকাৰৰ হস্তশিল্প বিভাগৰ আঞ্চলিক নক্সা আৰু কাৰিকৰী উন্নয়ন কেন্দ্ৰ, গুৱাহাটী, বাঙ্গালোৰ, কলিকতা, আৰু দিল্লীত থকা কেন্দ্ৰসমূহে চিন্তা কৰিলে হয়তো কুঁহিলা শিল্পই দেশৰ বাহিৰে ভিতৰে এক উল্লেখযোগ্য শিল্প হিচাপে পৰিণত হ'ব।

এইবোৰ সমস্যাৰ সন্মুখীন হৈয়ো ধুবুৰী জিলাৰ কুঁহিলাত শিল্পৰ প্ৰদৰ্শনে ভাৰতৰ বিভিন্ন নগৰ মহানগৰ সমূহত যথেষ্ট সমাদৰ পাইছে। ভাৰত বৰ্ষৰ বাহিৰেও জাপানৰ ''টকিও'' মহানগৰৰ 'ইউয়েনা'' পাৰ্কত হোৱা শিশুমেলাত ধুবুৰী জিলাৰ দেৰত্তৰ হাজদাহ নামৰ গাঁওখনৰ বাসিন্দা স্বৰ্গীয় সুধীৰ চন্দ্ৰ মালাকাৰে হস্তশিল্প মেলাত কুঁহিলাৰ কলা-কৌশল প্ৰদৰ্শন কৰি যথেষ্ট সমাদৰ লাভ কৰিছিল। ইয়াৰ উপৰি ভাৰত চৰকাৰৰ উন্নয়ন আয়ুক্ত হস্তশিল্প বিভাগৰ দ্বাৰা দক্ষ শিল্পীৰ অধীনত প্ৰায় ত্ৰিশজন গ্ৰামীণ যুৱক-যুৱতীক কুঁহিলা শিল্পত প্ৰশিক্ষণ দিছিল।

বৰ্তমান ধুবুৰী জিলাৰ ঢেপঢেপী, দেৰত্তৰত হাজদাহ, উচিতা, গোলোক গাঁও, আগমনি, কালডোভা, গৌৰীপুৰ আৰু ঝাপুছাবাড়ী আদিত প্ৰায় তিনিশ জনমান শিল্পী এই শিল্পত নিয়োজিত হৈ আছে। এওঁলোকে কুঁহিলাৰ দ্বাৰা, মনসা মূৰ্তি, হাতী, নানানবিধ জীৱ-জন্তুৰ মুখা দুৰ্গা আৰু কালী মুখা, হাঁহ নানান তৰহৰ চৰাই, কদম ফুলৰ উপৰি নানান বিধ ফুলৰ থোক, সাপ আদি নানান বিধ সামগ্ৰী উৎপাদন কৰে। এই সামগ্ৰীসমূহৰ উপৰি বৈদিক আৰু তান্ত্ৰীক কৰ্ম্মৰ বাবে আৱশ্যকীয় সামগ্ৰীসমূহ স্থানীয় বজাৰত বিক্ৰী কৰি শিল্পীসকলে গোৱালপৰীয়া কলা-কৃষ্টিক জীয়াই ৰাখিছে।

বিঃ দ্ৰ ঃ উক্ত প্ৰবন্ধটি যুগোতোৱাত কুঁহিলা শিল্পৰ দক্ষ তথা বয়োবৃদ্ধ শিল্পী শ্ৰীযুত অনিল মালাকাৰ দেৱে পুৰণি তথ্য-পাতি আদিৰে সহায় কৰাত লেখক তেখেতৰ ওচৰত কৃতজ্ঞ।







# শ্ৰীশ্ৰী ধাম ৰামৰাইকুটী সত্ৰৰ চমু বুৰঞ্জী

## পাচুগোপাল চক্ৰৱৰ্তী

ধুবুৰী চহৰৰ পৰা ৪৫ কিঃ মিঃ পশ্চিমে ছত্ৰশালত এই সত্ৰখন অৱস্থিত। এই সাংস্কৃতিক কেন্দ্ৰ (সত্ৰ) খন কোচৰজা মহাৰাজ নৰনাৰায়ণ দেৱৰ পৃষ্ঠপোষকতাত জগতগুৰু মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে নিজে স্থাপন কৰিছিল। ১৫৫৬ ৰ পৰা ১৫৬০ চনৰ ভিতৰত এই সত্ৰখন প্ৰতিষ্ঠা কৰা হৈছে বুলি অনুমান কৰিব পাৰি।

এই অটব্য অৰণ্যত তাহানি কালতে সত্ৰখন পতাৰ এটি উল্লেখযোগ্য কাৰণ আছে। কোচ ৰজা মহাৰাজ নৰনাৰায়ণৰ ভ্ৰাতৃ তেওঁৰ প্ৰধান সেনাপতি বীৰ চিলাৰায় এদিন চিকাৰ কৰিবলৈ কামৰূপ জিলাৰ পাটবাউসীলৈ গৈছিল আৰু তাতে শ্ৰীমন্ত শঙ্কৰদেৱৰ ভ্ৰাতৃ জগতানন্দ ভূঞা (ৰামৰায়)ৰ জীয়ৰী আই ভুবনেশ্বৰীক দেখা পাই ৰূপমুগ্ধ হৈ বিয়াৰ প্ৰস্তাৱ আগ বঢ়ায়। অভিভাৱক শ্ৰীমন্ত শঙ্কৰদেৱ আৰু কোচ ৰজাৰ মাজত এই বিষয়ে আলাপ-আলোচনাৰ মূৰত থিৰাং হয় যে কইনা লৈ গুৰুজনাই নাৱেৰে ভটিয়াই আহি থাকিব আৰু য'ত দুয়ো পক্ষৰ মিলন হব তাতে বিয়াখন পতা হব। সেইমৰ্মে ছত্ৰশালৰ কাষেৰে বৈ যোৱা সোণকোষ নৈৰ (পিছত অৱশ্যে প্ৰাকৃতিক দুৰ্যোগত নৈ বাম হৈছে) পাৰত দুয়োপক্ষৰ মিলন হয় আৰু নৈৰ পাৰত থকা ঔ গছ এজোপাত নাও বান্ধে। আজিও উক্ত ঔ জোপা ভাৰত-বাংলা সীমাৰেখাত জীয়াই আছে। ইয়াৰ পিছত এই পূণ্যভূমিত অৰ্থাৎ আজিও জিলিকি থকা সত্ৰখনতে বিয়াৰ স্থল নিৰ্ধাৰণ কৰি ছাউনি পাতি এই বিবাহখন সু-সম্পন্ন কৰা হয়। বিয়াৰ আগতে গুৰুজনাৰ ইচ্ছাত আৰু মহাৰাজৰ সৌজন্যত এই মহান শ্ৰীশ্ৰীধাম ৰামৰাইকুটী সত্ৰখন প্ৰতিষ্ঠা হৈছিল।

বিয়াৰ পিছত গুৰুজনাৰ ভ্ৰাতৃ ৰামৰায় আতাক অধিকাৰ পাতি আৰু কিছু সংখ্যক ভকতক এৰি থৈ ৰজা আৰু গুৰুৰ মানুহে নিজ নিজ গন্তব্য স্থললৈ প্ৰত্যাগমন কৰে। কিছুদিন এই সত্ৰত বসবাস কৰাৰ পিছত ৰামৰায় আতায়েও ভকতসকলৰ ওপৰত সত্ৰৰ ভাৰ দি পাটবাউসীলৈ উভতি যায়। কিন্তু ইয়াৰ পিছত ভোটৰ উপদ্ৰৱৰ নিমিত্তে এইসকল ভকতো সত্ৰ এৰি গুচি যাবলৈ বাধ্য হয়। ফলত সত্ৰখন বহুদিন ধৰি ছন পৰি থাকে।

মহাপুৰুষ শংকৰদেৱৰ তিৰোভাৱৰ পিছত কোচ বিহাৰৰ কাকতকুটা সত্ৰ নদীৰ গৰাখহনিয়াত বিলুপ্ত হোৱাত ভেলাডোবাত এই সত্ৰ পুনঃ প্ৰতিষ্ঠা হয় আৰু ইয়াতে মহাপুৰুষ গুৰু মাধৱদেৱৰ তিৰোভাৱ হয়। কিন্তু কালৰ চক্ৰত এইখন সত্ৰ নৈৰ বুকুত জীন যায়। আৰু তেতিয়া এই সত্ৰখন তাৰ পৰা তুলি আনি আজিৰ মধুপুৰত স্থাপন কৰা হয়।

তাহানি মধুপুৰ সত্ৰত বাস কৰা ছকুৰি ভকতৰ ভিতৰত থকা ভৰিভঙা দামোদৰ (তেওঁক ভৰিভঙা দামোদৰ বোলা হয় কাৰণ চোতালত পিছলি পৰি তেওঁৰ এখন ভৰি ভাঙিছিল) আৰু নিৰঞ্জন আতৈৰ মাজত অধিকাৰ পদ লৈ কাজিয়া লাগে। সেই সময়তে এজন চোৰে তামোল চুৰ কৰিবলৈ সত্ৰত প্ৰবেশ কৰি নাদত পৰি মৰা পৰে। এই ঘটনাত ৰাজদণ্ডৰ ভয়ত ভৰিভঙা দামোদৰ আতৈয়ে তেওঁৰ ফলীয়া তিনি কুৰি ভকতক আৰু কিছু সেৱাৰ বস্তু লগত লৈ ভোট ৰাজ্যলৈ গুচি যায়। পিছদিনা নিৰঞ্জন আতৈয়েও বাকী থকা সেৱাৰ বস্তু আৰু ভকত সকলকলৈ লক্ষীপুৰৰ জমিদাৰৰ কাষ চাপে।

নিৰঞ্জন আতৈয়ে লগত লৈ যোৱা সেৱাৰ বস্তুবোৰ হল -- ১। কাকতকুটা সত্ৰত থকা চতুৰ্ভুজ বিগ্ৰহ ২। গুৰুজনাই ১২ বছৰ তীৰ্থ ভ্ৰমণৰ পৰা প্ৰাপ্তি ত্ৰেতা যুগৰ শ্ৰীশ্ৰীৰাম চন্দ্ৰৰ পাদুকা যুগল ৩। বুটীদশম ৪। ৰত্নাৱলী ৫। অক্ষয় বন্তি ৬। দুজনা গুৰুৰ চিতাভস্ম ৭। কাপমইলাম ৮। সাগৰ ঝুলি ৯। নাগৰি টকা ১০। দোপতি বস্ত্ৰ ১১। জপমাল্য ১২। কটাৰী আৰু ১৩। মাধৱদেৱৰ পাদুকা।

অৱশ্যে পিছত হৰি আতৈয়ে ইয়াৰে কিছু সেৱাৰ বস্তু ইয়াৰ পৰা নি পুনঃ মধুপুৰত স্থাপন কৰে। কিছুদিন তাত থকাৰ পিছত নিৰঞ্জন আতৈ নৰিয়াত পৰে আৰু স্বপ্নাদেশ পায় যে তেওঁ যেন সেৱাৰ বস্তু আৰু ভকত সকলক লৈ গুৰুজনাই স্থাপন কৰা সত্ৰশালৰ শ্ৰীশ্ৰীধাম ৰামৰাইকুটী সত্ৰলৈ গৈ সেই ছন পৰি থকা সত্ৰখন পুনঃ উদ্ধাৰ কৰে। এই স্বপ্নাদেশ তেওঁ হৰি আতৈক অৱগত কৰায় আৰু কেইদিনমানৰ ভিতৰতে তেওঁ ইহলীলা সম্বৰণ কৰে। হৰি আতৈ অধিকাৰ হৈ স্বপ্নাদেশ ক্ৰমে সকলোখিনি লৈ নাৱেৰে আহি ৰাঙামাটিত নাও বান্ধে আৰু তেতিয়াৰ ৰাঙামাটিৰ ৰজা ঁবুলচান্দ বৰুৱাক লগ ধৰে। ঁবুলচান্দ বৰুৱাৰ সৌজন্যত হৰি আতৈয়ে এই ছনপৰি থকা শ্ৰীশ্ৰীধাম ৰামৰায়কুটী সত্ৰখন পুনঃ উদ্ধাৰ কৰে আৰু চতুৰ্ভুজ বিগ্ৰহ আদি কৰি সকলো সেৱাৰ বস্তু ইয়াতে স্থাপন কৰে। ৰজা ঁবুলচান্দ বৰুৱাই সত্ৰৰ সকলো মাটি-জমি সা-সম্পত্তি চতুৰ্ভুজ ইষ্টেট নামকৰণ কৰি হৰি আতৈৰ নামত চনদ কৰি দিয়ে।

হৰি আতৈৰ তিৰোভাৱৰ পিছত ১২০০ শ বঙ্গাব্দত তেতিয়াৰ অধিকাৰ ঁবিশ্বদেৱ শৰ্মা মেধীক আকৌ এই সত্ৰৰ সম্পত্তিবোৰ চনদ কৰি দিয়ে। কিয়নো আগৰ চনদখন জৰাজীৰ্ণ হৈছিল। এই চনদৰ নকল আজিও সত্ৰ পৰিচালনা সমিতিৰ হাতত আছে।

পৰবৰ্তী কালত ৰাঙামাটিৰ তথা গৌৰীপুৰৰ জমিদাৰৰ তত্ত্বৱধানত আৰু পৃষ্ঠপোষতকতাত এই সত্ৰ চলি থাকে। কিন্তু ভাৰতে স্বাধীনতা পোৱাৰ পিছত আৰু জমিদাৰী উচ্ছেদ কৰাৰ পিছত অসম চৰকাৰৰ অনুদান দেৱোত্তৰ ভাট্টা বছৰি মাত্ৰ ৪৩৯৫.০০ (চাৰি হেজাৰ তিনিশ পচানব্বৈ টকা) আৰু সীমান্তবাসী ৰাইজৰ কিঞ্চিৎ আৰ্থিক অনুদানেৰে এই সত্ৰ আজিও বৰ্তিআছে।

শ্ৰীশ্ৰীধাম ৰামৰাইকুটী সত্ৰত থকা বিশেষ আকৰ্ষণীয় বস্তু হ'ল ১২ ফুট ওখ আৰু ৬- ৬ বহলৰ সম্পূৰ্ণ পিতলেৰে তৈয়াৰী আপুৰুগীয়া ৰথখন। ইয়াৰ ওজন কমেও ১৫ টন হব বুলি ধাৰণা কৰা হয়।

চিলাৰায়ে সুদুৰ শ্ৰীহট্ট, ৰংপুৰ কামৰূপ জয় কৰি লৈ ৰাজ্য প্ৰসাৰ কৰে। মহাৰাজে তেওঁৰ ৰাজত্ব কালৰ শেষৰ ফালে ভতিজাক ৰঘুদেৱক অৰ্দ্ধেক ৰাজ্য ভাগ কৰি দিয়ে। প্ৰবাদ মতে সেই সম্পত্তিৰ অংশ হিচাপে এই ৰথ খন ইয়ালৈ অনা হয়। এনেদৰে এই আপুৰুগীয়া ঐতিহ্যময় পিতলৰ ৰথখন ছত্ৰশালে পায়। অসম চৰকাৰৰ সংগ্ৰাহালয়ৰ সৌজন্যত এটি ধুনীয়া কাঁচৰ গৃহ সাজি আপুৰুগীয়া এই ৰথখন ৰাইজৰ দৰ্শনাৰ্থে ৰখা হৈছে।



ছত্ৰশাল সত্ৰৰ পিতলৰ ৰথ





# ধুবুৰী জিলাৰ জনজাতীয় বেষ্টনীৰ ইটো-সিটো

ৰেণু মহন্ত

দুহেজাৰ আঠশ আঠত্ৰিশ বৰ্গ কিলোমিটাৰৰ পৰিধিৰে অসমৰ দক্ষিণ প্ৰান্তত অৱস্থিত সীমামূৰীয়া জিলা ধুবুৰীৰ জনজাতীয় লোক বুলিলে প্ৰধানকৈ বড়ো-কছাৰী, ৰাভা আৰু কিছু সংখ্যক গাৰো সম্প্ৰদায়ৰ লোকসকলকে বুজায়। এই জনজাতীয় লোকসকলে যুগ যুগ ধৰি নিজৰ ঐতিহ্য, সংস্কৃতি ৰক্ষা কৰি অঞ্চলটোত থকা অন্যান্য অসমীয়া লোকৰ সৈতে এক মধুৰ সম্পৰ্কেৰে বসতি কৰি আহিছে। সেয়া ঐক্য, সম্প্ৰীতি আৰু সমন্বয়ৰ এক অপূৰ্ব নিদৰ্শন। স্বভাৱতঃ তেওঁলোক অতি সহজ-সৰল প্ৰকৃতিৰ হোৱা কাৰণেই তেওঁলোক অতিকে উদাৰ আৰু সহনশীল। এওঁলোকৰ আপুৰুগীয়া কৃষ্টি- সংস্কৃতি আৰু সভ্যতাক সকলো দিশৰ পৰা সুৰক্ষিত কৰাৰ উদ্দেশ্য আগত ৰাখি অসম ভূমি ৰাজহ আইনৰ দশম অধ্যায়ৰ অধীনত ৰাজ্যখনৰ আন জিলাৰ লগতে ধুবুৰী জিলাত ধুবুৰী জিলাৰ জনজাতীয় লোকসকলক সামৰি মুঠ দুশ পঁচিশ (২২৫) মন গাঁও অন্তৰ্ভুক্ত কৰি এটি জনজাতীয়া বেষ্টনী গঠন কৰা হয় আৰু সময়ে সময়ে প্ৰস্তুত কৰি থকা বিভিন্ন উন্নয়নমূলক আঁচনিৰ জৰিয়তে তেওঁলোকৰ হিতসাধনৰ প্ৰচেষ্টা অব্যাহত আছে। এই জিলাৰ সমূহ জনজাতীয় লোকক লৈ যিকেইটি জনজাতিৰ গোট বা যি আবেষ্টনী গঠন কৰা হৈছে সেইবোৰ ধুবুৰী, গোলোকগঞ্জ আৰু বগৰিবাৰী চক্ৰৰ অন্তৰ্গত আৰু এই সকলোখিনি চৰকাৰৰ ২৩/১১/৯৪ তাৰিখৰ আৰ, এছ, ডি ৫/৮২/৪৪ নং জাননীযোগে পৰ্বতজোৱাৰ জনজাতীয় বেষ্টনীৰ অন্তৰ্গত কৰা হৈছে। আকৌ চৰকাৰৰ ৫/৭/৮৪ তাৰিখৰ আৰ, এছ, ডি ১/৮৩/৫ নং জাননীযোগে বালাঘাট নায়েক গাঁও জনজাতীয়া গোটৰ অধীনত চাপৰ চক্ৰৰ তিয়াল্লিশ (৪৩) খন গাঁও সামৰি মুঠ দুশ পঁচিশ (২২৫) খন গাঁৱক এই জিলাখনৰ জনজাতীয় বেষ্টনীৰ মানচিত্ৰত অন্তৰ্ভুক্ত কৰা হৈছে। ৰাজ্যখনৰ প্ৰাণকেন্দ্ৰ গুৱাহাটীৰ পৰা দুশ নব্বৈ (২৯০) কিলোমিটাৰ নিলগত থকা ধুবুৰী চহৰ এই জিলাৰ সদৰ ঠাই হোৱা হেতুকে জনজাতীয় বেষ্টনীৰো প্ৰশাসনৰ কেন্দ্ৰস্থল হৈছে ধুবুৰী।

পশ্চিমে পশ্চিম বঙ্গ আৰু বাংলাদেশ, পূবে গোৱালপাৰা জিলা আৰু মেঘালয়ৰ গাৰো পাহাৰ জিলা, উত্তৰে কোকৰাঝাৰ জিলা আৰু দক্ষিণে মেঘালয় ৰাজ্য আৰু বাংলাদেশ হ'ল এই জিলাৰ চাৰিসীমা। এইখিনিতে উল্লেখনীয় যে সময়ে সময়ে বিভিন্ন আঁচনিৰ জৰিয়তে ৰাজ্য চৰকাৰে যদিও জনজাতীয় লোকৰ উন্নতিকৰণৰ বাবে চেষ্টা চলাই আহিছে তথাপি সেইখিনিয়েই যথেষ্ট নহয় বুলি অনুমান কৰি পৰিকল্পনা আয়োগৰ অধীনত সৰ্বমুঠ উনৈশ (১৯) টি সমন্বিত জনজাতীয় উন্নয়ন প্ৰকল্প প্ৰস্তুত কৰি ইয়াৰ জৰীয়তে জনজাতিৰ লোকসকলক সকলো ক্ষেত্ৰতে আগবঢ়াই নিয়াৰ আৰু এক পৰিকল্পনা কৰা হয়। ধুবুৰী সমন্বিত জনজাতীয় উন্নয়ন প্ৰকল্প এই পৰিকল্পনাৰ দ্বিতীয়টো ক্ৰম। এই সংহত আঁচনিৰ অধীনত আকৌ মুঠ দুশ সাতাইশ (২২৭) খন গাঁও সামৰি লোৱা হৈছে। ১৯৯১ চনৰ গণনামতে ধুবুৰী জিলাত জনজাতীয় লোকৰ সংখ্যা মুঠ ৩২,২৬০ জন। ইয়াৰে ধুবুৰী মহকুমাত পুৰুষৰ সংখ্যা ৬৮৮৬ আৰু মহিলা ৬৭৫১, বিলাসীপাৰাত পুৰুষ ৯১৩০ জন আৰু মহিলা ৯০০২, দক্ষিণ শালমাৰাত পুৰুষ ২৬৫ জন আৰু মহিলা ২২৬ গৰাকী।

যিকি নহওক আমি পূৰ্বতে উল্লেখ কৰি আহিছো যে এই জিলাত প্ৰধানকৈ বড়ো-কছাৰী আৰু ৰাভাসকলেই জনজাতীয় লোক হিচাপে অধিক অঞ্চলত বিস্তৃত হৈ আছে। অৱশ্যে গাৰো, চাওঁতাল আদি জাতিৰ লোকো কিছু সংখ্যক নথকা নহয়।

এই জিলাৰ আন এটি জনজাতীয় গোষ্ঠী ৰাভাসকলৰ পুৰণি ইতিহাস লৈ বিভিন্ন মতভেদ আছে। এওঁলোক বড়ো বংশীয় লোকৰেই এটা সমষ্টি বুলিও কোনো কোনোৱে মত দাঙি ধৰে। ৰাংদানী, পাতি আৰু মৈতৰী আদি মূল তিনিটা শাখা সমগ্ৰ ৰাভা গোষ্ঠীৰ পৰিচয়। ৰাভাসকলৰ অধিক সংখ্যকেই হিন্দু ধৰ্মাৱলম্বী। তেওঁলোকৰ স্বাভাবিক জীৱন-ধাৰা বড়োসকলৰ সৈতে প্ৰায় একেই বুলিব পাৰি যদিও সুকীয়া কিছু নীতি-নিয়মো আছে আৰু সেই সুকীয়া বৈশিষ্ট্যসমূহ ৰাভাসকলৰ মাত কথা, ভাষা, সাজপাৰ, কৃষ্টি-সংস্কৃতিত স্পষ্ট-ৰূপে প্ৰকাশ পাইছে।

ধুবুৰীজিলাত থকা আন এটি জনজাতি হৈছে গাৰো সম্প্ৰদায়। বড়ো-কছাৰী বা ৰাভাৰ তুলনাত গাৰো লোকৰ সংখ্যা এই জিলাত কিছু কমেই বুলিব পাৰি। মমিন, মাৰাক আৰু চাংমা এই তিনিটাই গাৰোসকলৰ প্ৰধান শাখা। গাৰোসকলৰো নিজা ভাষা, কৃষ্টি-সংস্কৃতি আছে। অসমত বাসকৰা আন জনজাতীয় লোকৰ দৰেই এওঁলোকেও জীৱন নিৰ্বাহ কৰে। গতিকে বড়ো, ৰাভা আৰু গাৰো জাতিৰ লোকেৰেই প্ৰধানকৈ ধুবুৰী জিলাৰ জনজাতীয় বেষ্টনী গঠিত হৈছে আৰু এইখিনিতেই আৰু এটা উল্লেখযোগ্য কথা হ'ল। এই জিলাৰ কেৱল বড়োলোকৰ কাৰণেই আকৌ সুকীয়াকৈ বড়ো স্বায়ত্ত পৰিষদ এখন কৰি এই পৰিষদৰ ভিতৰত মুঠ ৩১৩ খন বড়ো এলেকাৰ গাঁও সামৰি লোৱা হৈছে। এনেকৈ অন্তৰ্ভুক্ত কৰা অঞ্চলবোৰত গৌৰীপুৰ

সমষ্টিৰ ৰূপসী আৰু দেৱীতলা উন্নয়খণ্ড, গোলোকগঞ্জ সমষ্টিৰ গোলোকগঞ্জ আৰু ৰূপসী উন্নয়নখণ্ডৰ একাংশ, বিলাসীপাৰা (পশ্চিম) সমষ্টিৰ মহামায়া আৰু দেৱীতলা উন্নয়নখণ্ডৰ একাংশ, পূব বিলাসীপাৰা সমষ্টিৰ বিলাসীপাৰা, চাপৰ-শালকোচা উন্নয়ন খণ্ডৰ বিভিন্ন গাঁও সমূহৰ বড়োলোকসকলক সন্নিৱিষ্ট কৰা হৈছে। অৱশ্যে বড়ো স্বায়ত্ত পৰিষদৰ অন্তৰ্গত ৩১৩ খন গাঁৱৰ পৰা কিছুসংখ্যক গাঁও বৰ্তমানে কোকৰাঝাৰ জিলাৰ এলেকালৈ স্থানান্তৰ কৰি এই অঞ্চলৰ বড়ো লোকসকলক কোকৰাঝাৰ জিলাৰ পৰাই তত্বাৱধান কৰি থকা হৈছে।

এই জিলাৰ জনজাতীয় লোকৰ অধিক শতাংশই কৃষিজীৱী। সেয়ে কিছুসংখ্যক লোকে নিজে খেতি কৰি আৰু কিছু সংখ্যক লোকে আনৰ খেতিৰ কাম কৰি শ্ৰমৰ জৰিয়তে নিজৰ জীৱিকা উপাৰ্জন কৰে। পুৰুষ-মহিলা উভয়ে সমানে এই কাম কৰে যদিও খেতি-বাতিৰ বাহিৰেও আন বিভিন্ন কামো তেওঁলোকে কৰে।

তিনিওটা মহকুমাৰ অধীনত মহকুমাভিত্তিক জনজাতীয় উপ-আঁচনিৰ জৰীয়তে উন্নয়ন প্ৰকল্পয়ো জিলাখনত বছৰি বিভিন্ন সেৱা আগ বঢ়াই আহিছে এওঁলোকৰ শতকৰা ৩% শতাংশই পশুপালন, মীনপালন, কুটীৰ বা হস্তশিল্প আদিৰ কাম কৰে। ½% শতাংশই নিৰ্মাণ কাৰ্য, ১% শতাংশই ব্যৱসায় বাণিজ্য, ২% শতাংশই যান-বাহনৰ কাম আৰু প্ৰায় ৫% শতাংশই চৰকাৰী চাকৰি কৰে। অৱশ্যে কিছুৱে আকৌ বে-চৰকাৰী কামতো মকৰল হৈ আছে।

জনজাতীয় লোকৰ যিসকলে অতিকৈ ভিতৰুৱা অঞ্চলত বাস কৰে। তেওঁলোকৰ সৰহখিনিয়ে যাতায়াতকে ধৰি বিভিন্ন অসুবিধাত শিক্ষা-জ্ঞান লাভ কৰাৰ সুবিধা নাপায়। গতিকে চৰকাৰে তেনেলোকৰ বাবে অনানুষ্ঠানিক শিক্ষা, প্ৰাপ্ত বয়স্ক শিক্ষা আঁচনিৰে এইসকল লোকক শিক্ষাদান দিয়াৰ ব্যৱস্থা কৰিছে। বিশেষকৈ গাঁৱৰ প্ৰাইমাৰী স্কুল নাইবা কোনো স্বেচ্ছাসেৱী অনুষ্ঠানৰ কাৰ্যালয়ত এই ধৰণৰ শিক্ষা দিয়াৰ ব্যৱস্থা আছে। তদুপৰি জিলা পূৰ্ণ সাক্ষৰতা ৰূপায়ন অভিযানৰ জৰিয়তে গাঁওসমূহত থকা নিৰক্ষৰ লোকৰ পৰিসংখ্যা উলিয়াই তেনে নিৰক্ষৰ লোকক বিদ্য-শিক্ষাৰ বাবে আকৰ্ষিত কৰিবলৈ সাক্ষৰতাৰ গীত-মাতৰ সভা, কলাযাত্ৰা আদি পাতি পৰিৱেশ গঢ়াৰ প্ৰচেষ্টা চলোৱা হৈছে। যিসকল দুখীয়া লোকে দিন হাজিৰা নকৰিলে জীৱিকাৰ পথ মোকলাব নোৱাৰে তেনেলোকৰ বাবে আবেলি শিক্ষাদানৰ ব্যৱস্থা আছে। চৰকাৰী ৰেচম বিভাগ, উদ্যোগ বিভাগ, মীন, পশুপালন, হস্ত আৰু তাঁত শিল্পকে আদি কৰি জিলাখনৰ বিভিন্ন বিভাগলৈ কাৰ্যালয়ৰ পৰা জনজাতিৰ লোকসকলক প্ৰশিক্ষণ, আৰ্থিক অনুদান, ঋণ আদিও আগ বঢ়োৱা হয়। সমন্বিত জনজাতীয় উন্নয়ন প্ৰকল্পৰ জৰিয়তে ১৯৯৫-৯৬ চনৰ জুলাই মাহলৈকে ৫০ টা চিলাই মেচিন, ৬০ খন তাঁতশাল, ৩০ খন ঠেলা, ৰঙীণ সূতা ১২০ মুঠি আৰু প্ৰৱেশিকা পঢ়ি থকা আৰু প্ৰৱেশিকা পৰীক্ষা উত্তীৰ্ণ হোৱা জনজাতিৰ ছাত্ৰ-ছাত্ৰীক বৃত্তিও আগ বঢ়োৱা হৈছে। এই খিনিতে উল্লেখযোগ্য যে দেৱীতলাৰ আপিলা ৰাভা আৰু আপ্ৰিকা ৰাভা আৰু নাহেলা ৰাভাই নিজে হাতে বৈ উলিওয়া নিখুঁত চানেকীৰ বস্ত্ৰ সমূহে ৰাজ্যৰ বাহিৰতো প্ৰশংসা লাভ কৰিছে। তেওঁলোকৰ এই বাছকবনীয়া বস্ত্ৰসমূহ আনকি বিদেশৰ মেলাতো প্ৰদৰ্শিত হৈছে।

আবেষ্টনীৰ অন্তৰ্গত বাটপথৰ অৱস্থা এতিয়াও যথেষ্ট শোচনীয়। ৩১ নং ৰাষ্ট্ৰীয় ঘাইপথৰে যদিও জিলাখন বহিৰ্জগতৰ লগত সংযোগ হৈ আছে তথাপিতো ঘাইপথৰ অধিকাংশৰ অৱস্থা বৰ্তমান বৰ সন্তোষজনক নহয়। আনহাতে বেষ্টনীৰ ভিতৰুৱা অঞ্চললৈ যোৱাৰ পথসমূহৰ অৱস্থা একেবাৰে বেয়া হোৱাৰ কাৰণে ইয়াৰ মানুহে যাতায়াতৰ ক্ষেত্ৰত বৰ কষ্ট ভোগ কৰিব লগীয়া হয়। বিশেষকৈ বাৰিষাকালত ৰাইজে পথ চলাচল অচল হোৱা বুলিয়েই ধৰিবলৈ বাধ্য হয়। ৰঙামাটিৰ দক্ষিণাঞ্চল, নয়াগাঁও, দুলীগাঁও, পলাশগুৰি, দুলীমাথা, চাংবন্ধা, শিলকাকাটা আদি অঞ্চলবোৰ এই ক্ষেত্ৰত উল্লেখনীয়। বাৰিষা গৌৰীপুৰৰ পৰা জলপথেৰেহে মদাতীত থকা ৰাভা গাঁওখনলৈ যাব পাৰি। শেহতীয়াকৈ কিছু ৰাস্তা-পদুলিৰ নিৰ্মাণকাৰ্য আৰম্ভ কৰা হৈছে আৰু সেইবোৰ সম্পূৰ্ণ হ'লে এই অঞ্চলৰ ৰাইজে কিছু সকাহ পাব বুলি আশা কৰিব পাৰি।

এই ৰাইজৰ সমস্যা এশ এবুৰি। প্ৰয়োজনীয় দৰৱ-পাতি, খোৱা পানী আদিৰো অভাৱ আছে। ৰাজ্য চৰকাৰৰ পানী যোগান আঁচনিয়ে এতিয়াও বেষ্টনীৰ সকলো অঞ্চল সামৰি ল'ব পৰা নাই। ঠায়ে ঠায়ে এতিয়াও ইয়াৰ ব্যৱস্থা চলাই থকা হৈছে। ভিতৰুৱা অঞ্চলত প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰ আছে যদিও এনেবোৰ আওহতীয়া অঞ্চললৈ চিকিৎসকসকলৰ প্ৰত্যেকেই যাবলৈ সদায় আগ্ৰহী নহয়, আনহাতে যাতায়াত সুচল নোহোৱাত ঔষধ-পাতিৰ যোগান ধৰাতো কেতিয়াবা অনিয়ম হয়।

ধুবুৰী জিলাৰ নেহেৰু যুৱ-কেন্দ্ৰৰ সমন্বয়ৰক্ষী বিভাগৰ পৰা জানিব পৰামতে ধুবুৰীৰ জনজাতীয় বেষ্টনীত মুঠ ৬৫ টা সক্ৰিয় যুৱক সংঘ বা ক্লাব আছে। অৱশ্যে ইয়াৰ ভিতৰত কিছু সংখ্যক মহিলা সমিতিৰ দৰে অনুষ্ঠান, প্ৰতিষ্ঠানো আছে। এই অনুষ্ঠানবোৰ বিশেষকৈ দেৱীতলা, ৰূপচী, বিলাসীপাৰা (ৰাণীগঞ্জ) উন্নয়ন খণ্ডৰ অধীনত আছে। আনহাতে ধুবুৰী জিলা শিক্ষা পৰিদৰ্শকৰ বিভাগৰ লগত হোৱা আলোচনা মৰ্মেও এই কথা স্পষ্ট হৈ পৰিছে যে জিলাখনৰ আন শ্ৰেণীৰ তুলনাত জনজাতিৰ ছাত্ৰ-ছাত্ৰী বিশেষকৈ ছাত্ৰসকল খেলৰ ক্ষেত্ৰত বিশেষ আগৰণুৱা আছিল কিন্তু কেইবছৰ মান ধৰি এই দিশত কিছু পৰিৱৰ্তন ঘটিছে। অথচ ৰাজ্যখনৰ প্ৰতিনিধিত্ব কৰা খেলুৱৈ দলটোৰ এক বুজন সংখ্যা সদায়ে জনজাতীয় খেলুৱৈৰেহে গঠন হৈছিল।

সাহিত্য, সংস্কৃতিৰ ক্ষেত্ৰত এই বেষ্টনীত কেবাগৰাকীও কবি, সাহিত্যিক, গায়ক, শিল্পী আদি আছে। ৰাজেন ব্ৰহ্ম, ৰাধাৰাণী ব্ৰহ্ম, নৰেশ্বৰ ব্ৰহ্ম, ৰাণী ব্ৰহ্ম, হৰিভূষণ ব্ৰহ্ম, বিনোদ ব্ৰহ্ম, ধনেশ্বৰ ব্ৰহ্ম আদিৰ নাম উল্লেখযোগ্য। কাজিগাঁৱৰ নীৰা ব্ৰহ্ম, মাল্‌তী ঝোৰাৰ অবলা ব্ৰহ্ম, বৰশী ঝোৰাৰ শৈল্যব্ ব্ৰহ্ম, আৰু যমুনা ব্ৰহ্ম আদি বড়ো কৃষ্টিৰ প্ৰথম গুৰি ধৰোঁতা বুলি কৰ পাৰি। কাজিগাঁৱৰেই বনলতা ব্ৰহ্ম এগৰাকী সু-অভিনেত্ৰী। আনহাতে ১৯৫৬ চনৰ ২৬ জানুৱাৰীৰ গণতন্ত্ৰ দিৱসত অসম দলৰ শ্ৰেষ্ঠ নৃত্য-শিল্পীৰ বঁটা লাভ কৰা শ্ৰীমতী অঞ্জলি ব্ৰহ্মৰো নাম হয়তো বহুতেই শুনিছে। তেওঁ ১৯৮৭ চনৰ অসম চলচিত্ৰ মহোৎসৱত শ্ৰেষ্ঠা অভিনেত্ৰীৰ বঁটা লাভ কৰি সমগ্ৰ বড়ো জাতিলৈ গৌৰৱ কঢ়িয়াই আনিছে। কেৱল বড়ো জাতিয়েই নহয় এই বেষ্টনীৰ আন এক ৰাভা জাতিৰ লোকেও বিভিন্ন দিশত তেওঁলোকৰ প্ৰতিভা প্ৰদৰ্শন কৰি জাতিৰ গৌৰৱ কঢ়িয়াই আনিছে।





# গোৱালপৰীয়া লোক-সংস্কৃতিৰ সংকট আৰু উত্তৰণ

দীনবন্ধু

সাধাৰণতে কোনো একোখন দেশ, জিলা বা কোনো স্থানৰ সংস্কৃতিয়ে সুকীয়া চৰিত্ৰ অৰ্জন কৰে— সেই স্থানৰ ভৌগোলিক পৰিৱেশ, প্ৰাকৃতিক সম্পদৰ আহৰণ আৰু বিতৰণ অৰ্থাৎ অৰ্থনীতি আৰু সেই সম্পদ সমূহক লৈ মানুহৰ মাজত গঢ়ি উঠা সম্বন্ধ অৰ্থাৎ সমাজনীতি তথা ৰাজনীতিৰ প্ৰভাৱত। ভৌগোলিক দৃষ্টিৰে প্ৰত্যক্ষ কৰিলে দেখা যায় যে গোৱালপাৰা জিলাখনৰ অবস্থান বহুদিশৰ পৰা অতি গুৰুত্বপূৰ্ণ। বিশেষতঃ এই জিলাখন পশ্চিম প্ৰান্তৰ প্ৰান্তীয় জিলা— ইয়াৰ পশ্চিমে পশ্চিমবংগ পূৰ্ব্ববংগ বা বাংলাদেশ। পুৰণি কালত এই অঞ্চল প্ৰাচীন কামৰূপৰে অংশ হিচাপে ৰত্নপীঠ নামেৰে প্ৰায় তেৰ শতিকামানলৈ খ্যাত আছিল; পিছত কমতা ৰাজ্য হিচাপে জনাজাত হৈ পৰিছিল। এই অঞ্চলৰে চিকনাঝাৰত জন্ম গ্ৰহণ কৰা বিশ্বসিংহই ১৫১৫ খৃঃত কোঁচ ৰাজ্য প্ৰতিষ্ঠা কৰে। ইতিমধ্যে উজনি অসমত ১২২৮ খৃঃতে চুকাফাৰ নেতৃত্বত আহোম ৰাজ্য প্ৰতিষ্ঠা হৈছিল যদিও তেওঁলোকৰ ৰাজ্যৰ পশ্চিম সীমা মানাহ পৰ্য্যন্তহে বিস্তৃত আছিল। আনহাতে বীৰ সেনাপতি চিলাৰায়ে ১৫৬২ খৃঃত প্ৰবালপ্ৰতাপী আহোম ৰজা চুখাম্‌ফাক যুদ্ধত হেৰুৱাই কৰতলীয়াও কৰিছিল। ফলতঃ কোঁচ ৰাজ্যই মধ্য অসমলৈ বিস্তৃতি লাভ কৰিছিল— বিশেষতঃ হাজো অঞ্চল কোঁচ ৰাজ্যৰ অন্তৰ্ভুক্ত হৈ পৰিছিল। সেয়েহে এই অঞ্চল কোঁচ হাজো ৰাজ্য বুলিও খ্যাত হৈ পৰিছিল। আনহাতে ১২০৬ খৃঃৰ পৰাই মুছলমান সকলে (মোহম্মদ বখতিয়াৰ) এই অঞ্চলৰ মাজেৰে আগবাঢ়ি গৈয়ে কমতা ৰাজ্য ধ্বংস কৰিছিল আৰু পিছৰ ১৬ বাৰ অসম আক্ৰমণো (১৬৭১ খৃঃলৈ) এই অঞ্চলৰ ওপৰেদিয়ে সঞ্চালিত হৈছিল। দেখা যায় প্ৰায় ১৬৬২ খৃঃৰ পৰা এই জিলাখন মোগল সাম্ৰাজ্যৰ প্ৰান্ত এলেকা হিচাপে ব্যৱহৃত হৈছিল। আকৌ ১৭৬৫ চনৰ পৰাই এই জিলাখন বৃটিছ কোম্পানীৰ অধীন হৈ পৰে। ১৮২২ চনত হে গোৱালপাৰা নাম দি এই জিলা গঠিত হয় যদিও প্ৰথম অৱস্থাত কোচবিহাৰ জিলাৰ স'তে পিছত পূৰ্ব্ববংগৰ স'তে আৰু অৱশেষত ১৯১২ চনত হে নিগাজীকৈ অসম প্ৰদেশৰ লগত যুক্ত হৈ পৰে। গোৱালপাৰা জিলাখনৰ সুকীয়া সংস্কৃতিৰ গঢ় আৰু গতি অনুধাৱন কৰিবলৈ হ'লে বিশেষতঃ এই জিলাৰ সংস্কৃতিৰ ক্ষেত্ৰত উজনিৰ তুলনাত আপাত দৃষ্টিত ধৰা পৰা বাংলা সংস্কৃতিৰ অত্যধিক প্ৰভাৱ, জনবিন্যাসৰ ক্ষেত্ৰত মুছলিম লোকৰ সংখ্যা গৰিষ্ঠতা, সামাজিক ক্ষেত্ৰত জমিদাৰী প্ৰভাৱ ইত্যাদি কথা ভাল দৰে হৃদয়ঙ্গম কৰাৰ বাবে এইখিনি ভৌগোলিক আৰু ঐতিহাসিক পটভূমি থূলমূলকৈ হ'লেও জনাৰ প্ৰয়োজন তথা আলোচনা সুচল হ'ব বুলিয়ে-প্ৰাক্কথন হিচাপে এইখিনি কথা অৱতাৰণা কৰা হ'ল।

কোৱা বাহুল্য যে— মূলতঃ , উল্লেখিত ভৌগোলিক অৱস্থান তথা ঐতিহাসিক ঘটনা সমূহৰ উত্থান-পতন, ক্ৰিয়া আৰু প্ৰক্ৰিয়াৰ ফল স্বৰূপেই গোৱালপৰীয়া সংস্কৃতিয়ে এক স্বকীয় বৈশিষ্ট্য অৰ্জ্জন কৰিবলৈ সক্ষম হৈছে। কিন্তু, ইয়াৰ অৰ্থ এনে নহয় যে- গোৱালপৰীয়া সংস্কৃতি বৃহৎ অসমীয়া সংস্কৃতিৰ পৰা সম্পূৰ্ণৰূপে ভিন্ন বা পৃথক স্বতন্ত্ৰ সত্তা। বিভিন্ন থলুৱা বৈশিষ্ট্য আৰু বিভিন্নতাৰ মাজেৰে-সমন্বিত আৰু সংহত হৈ বৃহৎ অসমীয়া সমন্বয় সংস্কৃতি গঢ়ি উঠিছে। সেয়েহে পুনৰুত্থানবাদক আশ্ৰয় কৰি আমি যেন ভাবি নলওঁ যে-গোৱালপৰীয়া সংস্কৃতিয়ে এক পৃথকত্ববাদী আন্দোলন গঢ়ি তোলক; কিয়নো সম্প্ৰতি গোৱালপৰীয়া সংস্কৃতিক লৈ বৃহৎ অসমীয়া সমন্বয় সংস্কৃতি গঢ়ি উঠিছে। কিয়নো সম্প্ৰতি গোৱালপৰীয়া সংস্কৃতি বৃহৎ অসমীয়া সংস্কৃতিৰে অংগস্বৰূপ। কোনোবাই উচ্চাত্মিকা মনোভাব লৈ এই জিলাৰ সংস্কৃতিক হীন কৰিলে— অসমীয়া সংস্কৃতিকে অবমাননা কৰা হ'ব; বা পৃথকত্ববাদী মনোভাবেৰে ইয়াৰ অস্তিত্ব লৈ কাজিয়া হালে সি হ'ব আত্মঘাতী পদক্ষেপ।

এই কথা হৃদয়ঙ্গম কৰিবলৈ হ'লে আমি অসমীয়া সংস্কৃতিৰ যি বুনিয়াদ সেই কথা সেই কথা লক্ষ্য কৰিলেই হ'ল। কিয়নো গোৱালপাৰা জিলাকো সামৰি সমগ্ৰ অসমৰ সংস্কৃতিৰ বুনিয়াদ হৈছে— কৃষি। অৰ্থাৎ মূলতঃ কৃষিক কেন্দ্ৰ কৰিয়ে— সমগ্ৰ অসমৰে সভ্যতা সংস্কৃতি গঢ়ি উঠিছে। আদিম চিকাৰী সভ্যতাৰ অন্ত হৈ কেতিয়াৰ পৰা কৃষ্টি সভ্যতাৰ জন্ম হ'ল সেই কথা আমি সঠিকভাবে নাজানো যদিও কৃষি উদ্ভাৱনৰ লগে লগে মানুহে যে গাঁও পাতি স্থায়ী বসতি স্থাপন কৰিবলৈ ললে এই কথা সৰ্ব্বজন বিদিত। গোৱালপাৰা জিলাৰ ক্ষেত্ৰতো-মঙ্গোলীয়

আৰু দ্ৰাৱিড়ীয় তথা জনজাতীয় গোষ্ঠীৰ আদিম অধিবাসী সকলে যেতিয়াৰে পৰাই নিজে শ্ৰম কৰি, কৃষিৰ পাতনি মেলি স্থায়ি ভাবে গাঁও পাতি বসবাস কৰিবলৈ লৈছিল তেতিয়াৰ পৰাই কৃষিক কেন্দ্ৰ কৰিয়ে তেওঁলোকৰ কৃষ্টি, সভ্যতাই বিকাশ লাভ কৰিবলৈ লয়। এই কথাও সৰ্ব্বজন স্বীকৃত যে- কৃষিক কেন্দ্ৰ কৰি বিকশিত সভ্যতা বা সংস্কৃতি সদায় কৃষিৰ সৈতেই নিবিড়ভাৱে জড়িত। উদাহৰণ স্বৰূপে গোৱালপৰীয়া গাঁৱলীয়া ৰাইজে যিবোৰ আচাৰ, ৰীতি-নীতি, উৎসৱ, পাৰ্ব্বণ, পালন কৰে, গীত, মাত, প্ৰৱাদ প্ৰৱচন, লোক কথা বুলি ব্যৱহাৰ কৰে সেইবোৰ কিবা নহয় কিবা প্ৰকাৰে কৃষিৰ লগতে বিজড়িত। এইক্ষেত্ৰত গোৱালপাৰা জিলাৰ গাঁৱলীয়া ৰাইজৰ প্ৰধান উৎসৱ 'বিষুবা' 'হুদুম পূজা'ৰ মূল উদ্দেশ্য হৈছে কৰ্ষণ আৰু প্ৰজনন। তেনেদৰে 'বগতি থগা দিয়া', 'পুষণা', 'নয়া খাওৱা', 'বাঁশ পূজা', ইত্যাদিও কৃষিৰ শ্ৰীবৃদ্ধি বা শস্য চপোৱাৰ সৈতেই জড়িত। তেনেদৰে গোৱালপৰীয়া লোকগীতৰ অন্যান্য অৱদান সমূহ যেনে— 'মাহুত বন্ধুৰ গীত' 'মৈষাল গীত', 'বাৰমাহী গীত', 'নাওঁ খেলাৰ গান', মাছ মৰা বিষয়ৰ গীত-মাত বিশ্লেষণ কৰিলেও দেখা যায় যে— এইবোৰ গীত মাত মূল গাঁৱলীয়া অনাখৰী, শ্ৰমজীৱী জনসাধাৰণৰে সাংস্কৃতিক অভিব্যক্তি। কৃষি কাৰ্য্য কৰিবলৈ হ'লে কায়িক শ্ৰম অৱিশ্যম্ভাৱী। অৰ্থাৎ শস্য উৎপাদন কৰিবলৈ হ'লে হাল বাব লাগিবই, কোৰ মাৰিব লাগিব, গুটি সিঁচিব লাগিব, শস্য চপাব লাগিব ইত্যাদি। গতিকে শ্ৰমৰ সৈতে— জীৱন সংগ্ৰামৰ সৈতে মানুহৰ সৃষ্টিশীল কল্পনা, যাদু বিশ্বাস, আদিও জড়িত আছিল যদিও তেওঁলোকৰ বাসনা কামনাবোৰ মূলতঃ জীৱনমুখী ইহলৌকিকহে আছিল বুলি স্থিৰ কৰিব পাৰি। কৃষিৰ সৈতে শ্ৰম, পথাৰ আৰু প্ৰকৃতি, নাৰী আৰু প্ৰজনন আদিৰ ৰহস্য যুক্ত ধাৰণাবোৰ সংযুক্ত আছিল। ফলতঃ গাঁৱলীয়া লোক-সমাজৰ মানসিকতাত স্বতঃস্ফূৰ্ত ভাৱে যিবোৰ গীত -মাত, প্ৰৱাদ, প্ৰচলন আছিল সেইবোৰত আছিল স্থানীয় মাটিৰ গোন্ধ।

কিন্তু, কৃষি সভ্যতাৰ পট্টনৰ লগে লগে সামন্তবাদৰো জন্ম হয়। অৰ্থাৎ কৃষি কাৰ্য্যৰ বাবে ভূমিৰ গুৰুত্ব বাঢ়ি অহাৰ বাবে ভূমিৰ স্বত্ব, দখল আদিক লৈ পিছত বিভিন্ন ধাৰণাৰ জন্ম হ'ল। বুদ্ধিমান লোকসকলে কায়িক শ্ৰম নকৰাকৈ ভোগ কৰাৰ মানসিকতাৰ বাবে তেওঁলোকে— ৰজা, মহাৰজাৰ সৃষ্টি কৰিলে। কোৱা হ'ল যে ৰজা, মহাৰাজা, জমিদাৰ সকলহে সমস্ত, ভূ সম্পদৰ মালিক। অৰ্থাৎ সমাজত শ্ৰেণী বিভাজন আৰম্ভ হ'ল— ভূ-সম্পদৰ মালিক হিচাপে ৰজা বা সামন্ত আৰু সেই সম্পদৰ সুযোগ গ্ৰহণ কৰি শ্ৰম কৰি শস্য উৎপাদনকাৰী খেতিয়ক শ্ৰেণীটো হ'ল সেই ৰজা বা সামন্তৰ প্ৰজা। ৰজা বা সামন্ত সকলৰ এই স্বাৰ্থ সুৰক্ষিত কৰিবলৈয়ে পুৰোহিত শ্ৰেণীটোৱে জাতিৰ তত্ত্ব, ধৰ্ম্মৰ তত্ত্ব, জীৱনবিমুখী দৰ্শনৰো প্ৰচলন আৰম্ভ কৰি দিলে। গতিকে আহি পৰিল গোষ্ঠীবাদী সমাজত নানা ভাঙোন আৰু নানা সংকট।

ইতিহাসৰ অধ্যয়নৰ পৰা এই কথাও প্ৰতিভাত হয় যে— প্ৰাচীন গোৱালপাৰাৰ গাঁও সংগঠনৰ সামাজিক প্ৰকৃতি বহু পৰিমাণে অস্থিৰ আৰু উজনিৰ তুলনাত কিছু পৃথকো আছিল। কোঁচ ৰাজ্যৰ অন্তিম অৱস্থালৈ এই অঞ্চলতো পাইক প্ৰথাই প্ৰচলিত আছিল যদিও কোঁচ ৰাজ্যত ভূঞা, কাৰ্জি, দেৱান, গোমস্তা আদি উচ্চশ্ৰেণীৰ প্ৰাথমিক জমিদাৰো আছিল। মোগল সকলে এই অঞ্চল অধীন কৰাৰ পিছত ৰাজহ আদায়ৰ সুচলৰ বাবে তেওঁলোকে পৰগণা, জায়গীৰ সৃষ্টি কৰিছিল— য'ত চৌধুৰী পদাধিকাৰী সকলে ক্ৰমাৎ বংশানুক্ৰমিক জমিদাৰ হৈ পৰিছিল।

ইয়াৰ পিছত এই জিলাখন বৃটিছৰ অধীনস্থ হয় যদিও— বৃটিছ সকলে কিন্তু পুৰণি জমিদাৰী ব্যৱস্থা উঠাই নিদিলে। ফলতঃ ১৯৫৬ চনলৈ এই অঞ্চলত চিৰস্থায়ী জমিদাৰী ব্যৱস্থাই চলি আছিল। জমিদাৰী ব্যৱস্থাৰ কঠোৰ শাসন আৰু শোষণৰ ফলত দুখীয়া খেতিয়ক সকলৰ অৱস্থা বহুসময়ত পানীত হাঁহ নচৰা হৈ পৰিছিল যদিও তেওঁলোক এক মুঠ হৈ বিদ্ৰোহ কৰাৰ মানসিকতাও অৰ্জন কৰিব পৰা নাছিল। সেয়েহে ৰাজহৰা বেচৰকাৰী অনুষ্ঠান আদিও এই জিলাত অতি কম- কিয়নো প্ৰজাসকল এই ক্ষেত্ৰত হৈ পৰিছিল জমিদাৰ সকলৰ মুখাপেক্ষী। আকৌ জমিদাৰীৰ কাম কাজ ভালদৰে চলাবলৈ তেওঁলোকে পশ্চিমবঙ্গৰ পৰা শিক্ষিত লোক আমদানি কৰিছিল। ফলতঃ জমিদাৰ পৰিয়াল বিলাকত বঙ্গীয় সংস্কৃতিৰো অনুপ্ৰৱেশ ঘটিছিল আৰু সেই প্ৰভাৱ তলতীয়া প্ৰজালৈ বিস্তাৰিত হৈছিল। সেয়েহেঃ এই অঞ্চলৰ শিক্ষাৰ মাধ্যম হিচাপে বাংলা ভাষাই মান্যতা লাভ কৰিছিল; বৰং এতিয়াও এই প্ৰভাৱ সম্পূৰ্ণ ৰূপে নিঃশেষ হোৱা নাই।

আকৌ জমিদাৰ সকলৰ দিনতে প্ৰায় সোতৰ শতিকা মানৰপৰা পূৰ্ব্ববংগৰ পৰা বহুলোক আহি ইয়াত থিতাপি লবলৈ ধৰে। আৰু বাংলাদেশী প্ৰব্ৰজনৰ সোঁত এতিয়াও বন্ধ হোৱা নাই। অৱশ্যে চৰ অঞ্চলত বসতি স্থাপন কৰা চৰুৱা লোকসকল এই জিলাৰ অৰ্থনীতিত আঘাত হনা বুলি কোৱাটো হয়তো সঠিক নহ'ব আৰু সংস্কৃতিৰ ক্ষেত্ৰত তেওঁলোকে অসমীয়া ভাষা সংস্কৃতিকে গ্ৰহণ কৰিবলৈ ধৰাটো বৰ আশাৰ কথা। কিন্তু, সেয়া হ'লেও বিদেশীৰ অবাধ প্ৰব্ৰজন কোনো দেশৰে কাম্য নহয়; সেয়ে এই সোঁত অনতিপলমে বন্ধ কৰাটো অতি জৰুৰী।

এনেদৰে দেখা যায় যে মধ্য যুগৰ পৰাই গোৱালপৰীয়া সংস্কৃতিয়ে অন্তঃসংকট আৰু বহিঃসংকটৰ সন্মুখীন হৈছে। আধুনিক যুগত অৰ্থাৎ বৃটিছ ঔপনিৱেশিক শাসনৰ কালছোৱাতো এই জিলাখনে নানা সংকটৰ সন্মুখীন হোৱাটো পৰিলক্ষিত হয়। বিশেষতঃ কৃষি প্ৰধান এই জিলাখনৰ খেতিয়ক সকলৰ অৰ্থনৈতিক উন্নয়নৰ কাৰণে কোনো মনোযোগ দিয়া হোৱা নাছিল। বৰং জমিদাৰী ব্যৱস্থাৰ অধীনতো যি বিলাক গাঁও কৃষি অৰ্থনীতি আৰু নানা কুটিৰ শিল্পৰে সাধাৰণ ভাবে স্বাৱলম্বী আছিল— বিদেশী বণিক শ্ৰেণীৰ শাসনৰ কালত তাৰো ভিকাচন ভাঙিল। গাঁৱৰ স্ব-নিৰ্ভৰশীল অৰ্থনীতি ভাঙি পৰাত — চিৰাচৰিত প্ৰথাৰে জীৱন নিৰ্ব্বাহ কৰা গাঁৱলীয়া খেতিয়ক সকলৰ জীৱন জীৱিকাত আহি পৰিল ভীষণ আঘাত। আনকি স্বাধীনতাৰ পিছতো এই জিলাখনে আশানুৰূপ ভাবে শিক্ষা, কৃষি ব্যৱসায়, যাতায়াত আদিৰ ক্ষেত্ৰত আগ বাঢ়িব পৰা নাই বা তেনে ধৰণৰ বিশেষ উদ্যোগ হাতত লোৱা চকুত পৰা নাই। কৃষি ভিত্তিক ইয়াত আজি পৰ্য্যন্ত গঢ়ি উঠা নাই। ফলত এই জিলাখনৰ গাঁৱলীয়া খেতিয়ক সকলৰ অৱস্থা আজি অতি শোচনীয়। গাঁৱলীয়া খেতিয়ক ভাই সকলৰ অৱস্থাৰ বুজ লবলৈ, তেওঁলোকৰ দুখ-যন্ত্ৰনাৰ জীৱনত সকাহ দিবলৈ, তেওঁলোকৰ অৰ্থনৈতিক পৰিস্থিতিৰ বাস্তৱ অধ্যয়ন কৰি তাক স্বাৱলম্বী ভাৱে গঢ়ি তুলিবলৈ; তাৰ বাবে বাস্তৱ কাৰ্য্যকৰী ব্যৱস্থা গ্ৰহণ কৰিবলৈও কোনো ধৰণৰ বৈপ্লৱিক কাৰ্য্যসূচী নাই। যদি চৰকাৰী প্ৰচেষ্টাত কিবা কৰা হৈছে সেয়াও ফুটুকাৰ ফেন। অৰ্থাৎ যি স্ব-নিৰ্ভৰ আৰ্থ-সামাজিক অৱস্থাত তাহানিৰ গাঁৱলীয়া লোক সমাজে লোক কৃষ্টি, সংস্কৃতিৰ জন্ম দিছিল— নিত্য নতুন গীত-পদ ৰচিছিল— সেই অৰ্থনৈতিক স্বনিৰ্ভৰতা অন্তৰ্দ্ধান হোৱাৰ লগে লগে লোক-মানসৰ পৰা সৃষ্টি ক্ষমতাও হ্ৰাস পাইছে। মুঠ কথা, ইয়াৰ দ্বাৰা মই ইয়াকে প্ৰতিপন্ন কৰিব খোজোঁ যে— এই গোৱালপৰীয়া লোক-সংস্কৃতিৰ মূল সংকটৰ কাৰণ হৈছে— এই জিলাখনৰ গ্ৰাম্য অৰ্থনীতিৰ অব্যৱস্থা বা অৰ্থনৈতিক দুৰৱস্থা।

এইখিনিতে হয়তো কোনোবাই প্ৰশ্ন কৰিব পাৰে যে— এগালমান ধন থাকিলেই জানো মানুহে সংস্কৃতিৰ জন্ম দিব পাৰে? বাস্তৱত দেখোঁ বেছিভাগ উচ্চ শিক্ষিত আৰু ধনীক শ্ৰেণীৰ লোক সকলেই প্ৰাচীন লোক-সংস্কৃতি সমূহক ঘৃণাৰ চকুৰে চাই অৱহেলা কৰে। এই প্ৰশ্নৰ উত্তৰত মই মাথোঁ ইয়াকে ক'ব খোজোঁ যে ধনী হ'লেই যে সংস্কৃতিবান লোক হ'ব তেনে কোনো কথা নাই সঁচা, কিন্তু পেটত গামোচা বান্ধিও কোনো লোক বা কোনো ঠাইৰ জনসাধাৰণে অনন্তকাল সংস্কৃতিৰ বিকাশ, উন্নতিৰ কাৰণে সাধনা কৰা দূৰৰ কথা— প্ৰয়োজনীয় চৰ্চ্চাখিনিও অব্যাহত ৰাখিব নোৱাৰে। কিয়নো 'আগতে চাউল কথা তাৰ পিছতহে হৰি কথা' বুলি তাহানিৰ লোক-সমাজখনে বাস্তৱ জ্ঞানেৰে বুজিছিল। অৰ্থাৎ সংস্কৃতিৰ ক্ষেত্ৰত ধনৰ প্ৰয়োজনীয়তা আৰু গুৰুত্ব অস্বীকাৰ কৰা মানে হ'লে আত্ম প্ৰৱঞ্চনা।

এই খিনিতে আকৌ এই কথাও মন কৰিবলগীয়া যে— বৰ্ত্তমান আমাৰ সমাজত ৰাজনীতিৰ ক্ষেত্ৰত গণতন্ত্ৰৰ প্ৰচলন হৈছে যদিও অৰ্থনৈতিক ক্ষেত্ৰত সমগ্ৰ দেশখনে পুঁজিবাদকো উৎসাহিত কৰিছে। ধনতন্ত্ৰৰ প্ৰভাৱত সমাজত ধনী আৰু দুখীয়াৰ (Have and have nots')ৰ পাৰ্থক্য দিনে দিনে বাঢ়ি গৈ আছে। সমাজৰ মুষ্টিমেয় এচাম লোকৰ হাতত ধন আৰু সম্পত্তিয়ে যেতিয়া পাহাৰৰ ৰূপ ধাৰণ কৰিছে; তেতিয়া এই দেশৰে হেজাৰ হেজাৰ গাঁৱলীয়া লোক— বানপানী, খৰাং বতৰ, নানা ধৰণৰ বেমাৰ-আজাৰ, বিনা চিকিৎসা বা কুচিকিৎসাৰ কবলত মৃত্যুমুখী। আজি পুঁজিপতি সকলে বিজ্ঞান আৰু প্ৰযুক্তিক নিজৰ কবলত ৰাখি— সকলোধৰণৰ শোষণ অব্যাহত ৰাখিছে। আজি দেশী, বিদেশী ধনীক শ্ৰেণীয়ে ৰেডিঅ', দূৰদৰ্শন, চিনেমা আদি সকলো প্ৰচাৰ মাধ্যম নিজৰ ফলীয়া কৰি তেওঁলোকৰ অৰ্থনৈতিক শোষণ কায়েম কৰি ৰখাৰ স্বাৰ্থত পাশ্চাত্যৰ আৰ্হিত এক ধৰণৰ পণ্য আৰু ভোগবাদী সংস্কৃতিৰ জন্ম দিছে। অন্তঃসাৰশূন্য, টুলুঙা এনে ধৰণৰ পণ্য সংস্কৃতিয়ে থলুৱা সংস্কৃতিৰ অকাল মৃত্যু আনিছে। এনে দুষ্কৃতিৰ প্ৰভাৱত আমাৰ গোৱালপাৰা জিলাৰ থলুৱা লোক সংস্কৃতিও আক্ৰান্ত। ধনতান্ত্ৰিক সংস্কৃতি হৈছে জ্যোতিপ্ৰসাদ আগৰৱালাৰ ভাষাত ছদ্মবেশী দুস্কৃতি। এনে সংস্কৃতিৰ স্বৰূপ হৈছে বাহিৰত জিলমিল ৰূপত বাহাৰ- অভিজাত্যৰ প্ৰদৰ্শন, চাকচিক্যৰ মনমোহা আকৰ্ষণ— কিন্তু ভিতৰি ফোপোলা; যিয়ে জনসাধাৰণক নিজৰ অৰ্থনৈতিক দুখ-দুৰ্দশাৰ যাতনা পাহৰাই ৰাখিবৰ বাবে কৃত্ৰিমভাৱে আনি দিছে বজৰুৱা, টুলুঙা ধৰণৰ মনোৰঞ্জন, যাৰ ফলত হোজা লোক সকলেও প্ৰলোভিত হৈ প্ৰকৃত সংস্কৃতি সেৱাৰ পৰা ক্ৰমাৎ আঁতৰি যাবলৈ ধৰিছে। আজি সমাজ মনোবৈজ্ঞানিক সকলে একেমুখে স্বীকাৰ কৰিছে যে— বোম্বাই মাৰ্কা চিনেমাৰ, ধৰ্ষণ, হত্যা, বিভীষিকা আদিৰ কু-প্ৰভাৱতে যুৱ-চামৰ বহুতে পথভ্ৰষ্ট। কোৱা বাহুল্য যে- এনে ধনীক শ্ৰেণীৰ শিক্ষা আৰু সংস্কৃতিৰ প্ৰভাৱতে সমাজৰ শিক্ষিত চামৰ বহুতোলোকেও নিজৰ কৌটিকলীয়া, বাপতি সাহোন, আপোন থলুৱা লোকসংস্কৃতি সমূহক গ্ৰাম্য ৰুচিৰ, অশ্লীল ভাবৰ, অন্ধসংস্কাৰাচ্ছন্ন বা অবৈজ্ঞানিক বুলি তুচ্ছ তাচ্ছিল্য কৰি গাঁৱলীয়া সংস্কৃতিসেৱী সকলক দূৰতে বিদূৰ কৰে। ফলত গাঁৱলীয়া লোক সংস্কৃতিৰ সাধক আৰু চৰ্চ্চা কৰা প্ৰকৃত সংস্কৃতিসেৱী সকলৰ মনত এক ধৰণৰ হীনমন্যতাবোধো আহি পৰিছে। তেওঁলোকে সিবিলাক বিসৰ্জনো দিব নোৱাৰে - আৰু চৰ্চ্চা কৰিবলৈ বা আধুনিক যুগৰ উপযোগীকৈ ন-কৈ গঢ়াৰ বাবে শিক্ষা-দীক্ষা, উপযুক্ত ক্ষেত্ৰ আৰু প্ৰয়োজনীয় ধনৰো অভাব অনুভৱ কৰে। গতিকে এনে ধৰণে গোৱালপৰীয়া লোক-সংস্কৃতিয়েও ক্ৰমাৎ গভীৰ সংকটৰ মুখা-মুখী হৈছে।

আনহাতে আকৌ ৰাজনীতি পাশা খেলত এই জিলাখনৰ তুলনামূলক অনগ্ৰসৰতাই অতি সম্প্ৰতি গোষ্ঠীগত মনোভাব বা পুনৰুত্থানবাদী চিন্তা-চৰ্চ্চাই জনসাধাৰণৰ মনত এক ভাঙোনমুখী, অমানৱীয়, ক্ৰুৰ আৰু দানৱীয় ৰাজনৈতিক সংস্কৃতিৰো জন্ম দিছে। সেয়েহে এই জিলাখনত হেজাৰ হেজাৰ বছৰ ধৰি শান্তিৰে বসবাস কৰা কোঁচ, ৰাজবংশী, ৰাভা, গাৰো, হাজং, হিন্দু,

মুছলমান আদি জনসাধাৰণৰ মাজত এক ধৰণৰ ভীতি, অনিশ্চয়তা আৰু অশান্তিৰ অন্ধকাৰ পৰিৱেশে গা-কৰি উঠিব ধৰিছে। আগৰ গোৱালপাৰা জিলাখন এতিয়া চাৰিখন জিলাত বিভক্ত হ'ল। অথচ কোনোখন জিলাই অৰ্থনৈতিক ভাবে আগবাঢ়িব পৰা নাই— বৰং জিলাখনৰ বনসম্পদ, কৃষি সম্পদ আদি বিঘ্নিত হে হৈছে। যদি সমাজত এনে ধৰণৰ অস্থিৰতা, অশান্তি আৰু বিভেদ বিৰাজ কৰে— জনসাধাৰণৰ স্বাৰ্থ আৰু জীৱন বিপন্নমুখী তেন্তে এই জিলাৰ লোক-সংস্কৃতি ৰক্ষা হ'ব কেনেকৈ?

কিন্তু, আমি এনে সংকটৰ পৰা অব্যাহতি পাবই লাগিব; উশাহ-নিশাহ বন্ধ হ'ব খোজা দুস্কৃতি ভাৰাক্ৰান্ত এই পৰিৱেশৰ পৰা আমাৰ উন্নতি হ'বই লাগিব। কিন্তু, কেনেকৈ?

আমি ভাবোঁ যে— এই ক্ষেত্ৰতো আমাক আলোকৰ সন্ধান দিব পাৰে আমাৰ প্ৰাচিন, ঐতিহ্যমণ্ডিত লোক-সংস্কৃতিয়ে। কিয়নো লোক-সংস্কৃতিৰ জন্মদাতা আছিল প্ৰাচীন লোক-সমাজ খনেই। অধিক কি দেশৰ জনসাধাৰণে হৈছে সংস্কৃতিৰ জনক, ধাৰক আৰু বাহক। গতিকে আমি ভাবোঁ যে— জনসাধাৰণক প্ৰকৃত মানবীয় সংস্কৃতিৰ সেৱা কৰাৰ সুবিধা প্ৰদান কৰিব পাৰিলেই প্ৰগতিৰ পথত আহি পৰা এই সাময়িক সংকট মোচনো হ'ব। সন্দেহ নাই, আমাৰ লোক-সংস্কৃতি সমূহক জীয়াই ৰাখিবলৈ হ'লে সমাজৰ শিক্ষিত আৰু শুভবুদ্ধি সম্পন্ন প্ৰকৃত সংস্কৃতি সেৱী সকলেই গুৰুত্ব পূৰ্ণভূমিকা গ্ৰহণ কৰিব লাগিব। সংৰক্ষণ, অধ্যয়ন, গৱেষণা, চৰ্চ্চা, প্ৰচাৰ আৰু সম্পূৰ্ণ নিৰপেক্ষ ভাবে গ্ৰহণ বৰ্জনৰ নীতিৰে আমাৰ অতীত সংস্কৃতিৰ ভাল খিনিক, ইতিবাচক দিশবোৰক সমাজত প্ৰচাৰ কৰাৰ ব্যৱস্থা ললে হয়তো আমাৰ থলুৱা সংস্কৃতিয়ে যথা যোগ্য মান-মৰ্যদা পাব।

স্মৰণযোগ্য যে— গোৱালপৰীয়া সংস্কৃতিয়ে যে অতীততে কোনো সংকটৰ সন্মুখীন হোৱা নাছিল তেনে নহয়। বৰং আমাৰ প্ৰবন্ধত উল্লেখ কৰিছোঁ যে— বিভিন্ন যুগত বিভিন্ন ৰূপত সংকটৰ মুখামুখী হৈছিল আৰু তাৰ উত্তৰণো হৈছিল। গতিকে আমি কোনো ক্ষেত্ৰতে নিৰাশাবাদক প্ৰশ্ৰয় নিদি সংকটৰ স্বৰূপ, গভীৰতা আৰু তাৰ কাৰণ সমূহ বৈজ্ঞানিক ভাবে নিৰ্দ্ধাৰণ কৰি; সেইবোৰ নিবাৰণ কৰণৰ বাবে কাৰ্য্যকৰী ব্যৱস্থা হাতত ল'লে যে-গোৱালপৰীয়া সংস্কৃতিৰ উত্তৰণ হ'বই তাত কোনো সন্দেহ নাই।

আমাৰ বোধেৰে এই সংকট মোচনৰ মূখ্য আৰু প্ৰাথমিক চৰ্ত হ'ব অৰ্থনৈতিক পুনৰ নিৰ্ম্মাণ। যদি গাঁও সমূহৰ অৰ্থনৈতিক সংকট সমূহ আতৰাবৰ বাবে আমি ব্যৱস্থা ল'ব পাৰোঁ অৰ্থাৎ এই জিলাখনৰ প্ৰতিখন গাঁৱক আমি যদি অৰ্থনৈতিক ভাৱে স্বনিৰ্ভৰশীল ৰূপে গঢ়ি তুলিব পাৰোঁ তেন্তে সাংস্কৃতিক সংকটৰ কলীয়া মেঘো আমি বহুখিনি আঁতৰাব পাৰোঁ। সাম্প্ৰতিক সময়ত কিছু যত্ন কৰিলে ৰজা, প্ৰজা সকলোৰে সামূহিক প্ৰচেষ্টা হাতত হালে নিশ্চয় গ্ৰাম্য অৰ্থনীতিক কিছু উন্নত কৰিব পৰা যাব নিশ্চয়। ভূমি সমস্যা, খেতি পথাৰত পানী যোগানৰ সমস্যা, উন্নত মানৰ বীজ আৰু সাৰ, কীটনাশক দ্ৰব্য, ট্ৰেক্টৰ আদিৰ সমস্যা সমূহ দুৰ কৰিব পাৰিলে গাঁৱলীয়া ৰাইজে যে অৰ্থনৈতিকভাবে যথেষ্ট সকাহ পাব সি ধুৰূপ। লগতে আহুকলীয়া বানপানীৰ সমস্যা, গড়া খহনীয়া প্ৰতিৰোধ, সু-শিক্ষা, সু-স্বাস্থ্য, যোগাযোগৰ ব্যৱস্থা, হাট-বজাৰৰ সু ব্যৱস্থাও এই ক্ষেত্ৰত অতি দৰ্কাৰী কথা। এনেদৰে গাঁও সমূহক স্বাবলম্বী ভাবে গঢ়ি তুলিব পাৰিলে— গাঁৱৰ জনসাধাৰণেই নিজৰ সংস্কৃক চিনি, বুজি, নিজৰ সন্তানক আপডাল কৰাৰ দৰে নিজৰ অঞ্চলৰ আপুৰুগীয়া সংস্কৃতিৰো বিকাশ ঘটাব পাৰিব। সন্দেহ নাই— পুৰণি সকলোবোৰ লোক কৃষ্টিয়ে যে আজিও অপৰিৱৰ্ত্তিত ভাবে সংৰক্ষিত হ'ব সেয়া নহয়। যি বিলাক অবৈজ্ঞানিক ৰীতি-নীতি, অন্ধসংস্কাৰে আমাৰ সমাজক চেপি ধৰি আছে সেইবোৰ প্ৰথা, দস্তৰ নিশ্চয় পৰিৱৰ্ত্তনৰ ধুমুহাই আঁতৰাই লৈ যাবই। কিন্তু, যি বোৰ আপুৰুগীয়া সম্পদ সেইবোৰক কালে ধ্বংশ কৰিব নোৱাৰে। নিশ্চয়।

গতিকে আমাৰ দৃষ্টিত সাম্প্ৰতিক সময়ৰ প্ৰতিজন শুভবুদ্ধি সম্পন্ন আৰু প্ৰকৃত সংস্কৃতি সেৱীৰ মহান দায়িত্ব আৰু কৰ্ত্তব্য হৈছে— জনসাধাৰণক প্ৰকৃত সংস্কৃতিৰ সৈতে চিনাকি কৰি দিয়া লগতে দুস্কৃতিৰো স্বৰূপ উদ্‌ঘাটন কৰা। এইখিনি কাম অতি আনতিৰিকতাৰে আৰু সাহসেৰে সমাধা কৰিব পাৰিলে; তেতিয়া জনসাধাৰণেই নিজৰ গতিপথ নিজৰ উত্তৰণ আৰু প্ৰগতি নিজেই নিৰ্দ্ধাৰণ কৰিবলৈ সমৰ্থ হ'ব। ইতিহাসেও চিঞৰে যে— আজি সমাজৰ তলৰ মহলাৰ লোক সকলেই গঢ়িব ধৰিছে নতুন সমাজ, নতুন পৃথিৱী।





# লৌহিত্য-সন্তান

## ৰঘু নাথ চৌধুৰী

(১)
লৌহিত্যৰ মুইএ আদি সন্তান
মহাভাৰতত আছে তাৰ প্ৰমাণ।
মোৰ কতো কীৰ্ত্তি মহান
আজিও কবিএ কৰে জয়গান।

(২)
কতোজনে কয় - অ-সমেৰ অসমৰ,
শৰীলত কিন্তু শক্তি আছে কৰিম সমৰ!
কৃষ্টিৰ বক্ষ'ক মুইএ মহাবাহু ব্ৰহ্মপুত্ৰ
সগাকে গ্ৰহণ কৰিয়া হইছোং সগাৰে মিত্ৰ।

(৩)
নাভি মোৰ উমানন্দ, কামৰূপেৰ কামাখ্যা-নীলাচল
ৰাখিম দেশেৰ মান, আছে বাহুবল।
শিৰত শোভাকৰে কৈলাশ হিমালয়
দক্ষিণত বিৰাজ কৰে মেঘেৰ আলয়।

(৪)
বাহুত শক্তি আছে মুইএ কিৰাত
দেশেৰ প্ৰহৰী মুই বিশাল বিৰাট;
মুইএ অসুৰ মুইএ দানৱ,
মুইএ দেশেৰ আদিম মানৱ।

(৫)
শিৰে শিৰে কৈৱাতজ ৰক্ত-বীৰ্য
মুইএ অসুৰ মুইএ অনাৰ্য্য;
যুগে যুগে মোৰ লগতে সংগ্ৰাম
মুইএ পূজা কৰোং শালগ্ৰাম।

(৬)
লৌহিত্য পাৰেৰ এইখান আমাৰ দেশ
কতো ভাষা, কতো বেশ!
সংমিশ্ৰণ কৰিলুং সগাৰে কৃষ্টি
পাহাৰ নদীৰ অপূৰ্ব সৃষ্টি

(৭)
দেখিছোং ভৈয়মত সোণোৱাল দেউৰী তিৱা মটক মৰাণ হাজাং
মিচিকি হাসে বড়ো গাৰো খাচী কাৰ্বি নাগা মিজো মিছিং।
লৌহিত্যেৰ আদিম সন্তান আমায় আদিম জাতিৰ অংশী
প্ৰহৰী আমা ৰাভা কাছাৰী মেচ ত্ৰিপুৰী মৈতেয়ী ডিমাছা কোচ-ৰাজবংশী।

(৮)
প্ৰাচীন কীৰ্ত্তিচিন দেখাত যতো পুৰাণি
ওত কৰি পুৰাণি মোৰ জন্মেৰ কাহিনী,
হাতী চিন ৰাখিছিল মোৰ কিৰাত বাহিনী
আজিও ৰোমঞ্চিত হং মনত পৰিলে ঐ কাহিনী।

(৯)
লৌহিত্যেৰ বুকত হাৰাইল চান্দ সদাগৰেৰ পঞ্চ ৰত্নেৰ টোপোলা বান্ধা
চান্দৰ ডিঙাকো ভাঙাবা এলা কৰিছে ধান্দা।
কালিয়া সাগৰত আছে সতী বেউলাৰ কাহিনী
ৰত্নপীঠেৰ কাব্যেৰ ভাষা আজি হইল পুৰাণি।

(১০)
জ্যোতিষ্মান প্ৰথমে হয় প্ৰাগজ্যোতিষপুৰ,
ভাষা-সাহিত্য আলোড়িত হয় কামতাপুৰ,
ভাষা দীপ জলায় মোৰ ৰাজা দুৰ্ল্লভ নাৰায়ণ
সাহিত্যিকক স্থান দিছিল বিষু-নাৰনাৰায়ণ।

(১১)
মুইএ হাউৰীয়া পুত্ৰ লাখাল ৰাজা বিষু
ৰাজ ভাতৃ মুইএ হং চিকনাঝাৰেৰ শিশু।
মোৰে প্ৰাগজ্যোতিষ-কামৰূপ, মুইএ কোচান মুইএ কামতাপুৰীয়া
মুইএ আদি সন্তান লৌহিত্যপুৰীয়া।

(১২)
ইতেহাসে কয় মোকে ডিমাচা ডিমাপুৰ
কামতা কোচান আৰো ৰংপুৰ;
মহাকাব্যয় কয় ভগদত্ত ঘটোৎকোচ প্ৰাগজ্যোতিপুৰ
হৰি-হৰেৰ যুদ্ধেৰ কাথা বাণ ৰাজাৰ শোণিতপুৰ।

(১৩)
কামৰূপেৰ মুই কামৰূপীয়া
মেঘেৰ আৱত যুদ্ধ কৰোং মুই জয়ন্তীয়া;
মহাপুৰুষেৰ উখল-মাখল কোচ বিহাৰত
নৱ সাহিত্যেৰ আৰম্ভণি শিৱসাগৰত।

(১৪)
পুব ফাল দিয়া আসিছিল মান, পশ্চিমে আৰ্য্য মহান
কামৰূপ-কামাখ্যাত বাঢ়িল কামতা-কোচনেৰ মান।
ৰাজা দুৰ্ল্লভ নাৰায়ণে আনে ব্ৰাহ্মণ-কায়স্থ কুল
বিজয় নিচান উচাকৰি আসিল টাই-আহোম কুল।

(১৫)
প্ৰাণৰো প্ৰাণ মোৰ কুশান, দেওধা মাৰৈ
কৃষ্টি-সংস্কৃতি ৰংচঙীয়া কৰে বড়োৰ নৃত্য খেৰাই।
ছুকুৰীৰ নাচ, দোৱাৰীৰ দোহাৰ, গীতালেৰ কুশান গান
বাগৰুম্বা হুদুম কাতিকা মদন কাম কতোযে নৃত্য মহান।

(১৬)
ৰংবিৰঙেৰে দখনা পাটানী মেখেলা
বিষুৱা বৈশাগু আলি আই লৃগাং নাচনী মেলা,
গোৱালনী নৃত্য, বিহু নাচ, চমক খাওৱা বাঁশ নৃত্যেৰ
আয়োজন দেখিয়া আলোড়িত হয় ৰংপুৰেৰ ৰংঘৰ।

(১৭)
বহু যুগ পাৰ হইল তথাপিও আমাবোলে জংগলীয়া
সগাকে মিলিয়া জুলিয়া কৰিবা খুজিছোং সমনীয়া
ৰংবিৰঙেৰ ফুলেৰ হেনা মুইএ আজিৰ থলুৱা অসমীয়া
কতো ৰক্ত সংমিশ্ৰন হইল তাও মুই খিলঞ্জীয়া।

(১৮)
ঐক্যেৰ প্ৰতীক বীৰ চূড়ামণি নুনু শুক্লধ্বজ ৰাই
গোহাঁই কমল সৰগ দিয়া যায় কৰিবা দিগ্বিজয়,
ৰোমাঞ্চকেৰ দিগ্বিজয় কাহিনী কয় ইতি-হাসে
আজিও মোৰ যেন কল্পনা চক্ষুত ভাসে।

(১৯)
লৌহিত্য কয় আৰো সতীত্ব কহিনী বেউলাৰ
সাত দিন সাত ৰাতি গান হয় বাড়ীত মাৰেয়াৰ
কামাখ্যা মায় সাক্ষী দিব কি ৰকম ধৰ্ম পৰায়ণ
কোচ ৰাজা মহাৰাজ নৰনাৰায়ণ।

(২০)
বহু জাতিৰ হইল সংমিশ্ৰণ
লৌহিত্যত যেন বহু নদীৰ মিলন।
মুইএ লৌহিত্য ঐক্যেৰ প্ৰতীক মহান
ব্ৰহ্মাৰ পুত্ৰ মুইএ অমৰ সন্তান

(২১)
লৌহিত্যেৰ দেশতে ৰুক্মিণী জন্মিছে শ্ৰীকৃষ্ণেৰ জায়া,
শ্ৰীকৃষ্ণেৰ নাতি অনিৰুদ্ধ ধন্য হইছে উষাক পায়া।
কুৰুক্ষেত্ৰত যুদ্ধ কৰে বীৰ ভগদত্ত লয়া কিৰাত বাহিনী
নৰকাসুৰক বিনাশ কৰে শ্ৰীকৃষ্ণেৰ যাদৱ বাহিনী।

(২২)
ভোটানতো আছে বিশ্বসিংহেৰ বংশধৰ
বিজনী বেলতলা দৰং কাছাৰ আৰো কতো জাগাত ত্ৰিপুৰাৰ।
মুইএ সীমান্ত প্ৰহৰী কামতাপুৰীয়া
লৌহিত্যেৰ পাৰে পাৰে জাগ্ৰত অসমীয়া।

(২৩)
ভাস্কৰ বৰ্মাৰ ৰাজ্য এই মানে খ্যাতিমান,
এইখান ৰাজ্য দেখিয়া মুগ্ধ হইছিল হিউএনচাং।
এই ৰাজেৰ কন্যা আছিল বিদুষী অমৃতপ্ৰভা
কাশ্মীৰেৰ ৰাণী হয়া বাঢ়াইছিল ৰাজ্যেৰ শোভা।

(২৪)
কোচআৰী লৌহিত্যেৰ সন্তান ৰাজা মাইবং
সঙ্গীত-সাহিত্যেৰ মিলন ক্ষেত্ৰ দৰং;
প্ৰাগজ্যোতিষত জ্যোতিষ চৰ্চা ঐতিহ্য প্ৰাচীন,
লৌহিত্য ধাৰাত আৰ্য-মঙ্গোলীয়ান নাই ভেদা ভেদ চিন।

(২৫)
বিজনী-সিদলী ৰাজ্যেৰ বিস্তৃত ইতিহাস নাই;
এই দুই ৰাজ্য স্বাধীন আছিল আগেৰ পাৰায়
পুৰাণি গোৱালপাৰাত জমিদাৰী সৃষ্টিৰ ইতহাস কব কায়।
এই গুলা জমিদাৰী ইংৰাজে সৃষ্টি কৰে নাই।

(২৬)
এতে মিলিছে শৈৱ-শাক্ত বাথৌ সনাতন,
তাৰ পাছত হইল মুছলমান খৃষ্টানেৰ আগমন।
বৈষ্ণৱ আন্দোলন এতে হইছে শংকৰ-মাধৱ-দামোদৰেৰ
বৈষ্ণৱ আন্দোলনেৰ ঢৌ আসিছিল চৈতন্য আৰো নিত্যানন্দেৰ।

(২৭)
খোল কৰতাল ঢোল নাগাৰা,
দোতৰা সাৰিন্দা ৰসমাধুৰী টেম টেমা;
ঘাউ মাদল ঠকঠকী
বাজাং বেনা মুখবাঁশী।

(২৮)
ভক্তিত মুক্তি, মোৰ এই ৰাজ্যত আছে মুক্তিস্থান
ব্ৰহ্মকুণ্ডত স্নান কৰিয়া মুক্তি পাইছে পৰশুৰাম;
বাঘেশ্বৰী তাম্ৰেশ্বৰী হয়গ্ৰীৱ কামাখ্যা ধাম
মহামায়া উমানন্দ বৰদোৱা বশিষ্ঠাশ্ৰম।

(২৯)
ভোট-কোচেৰ মিত্ৰ ৰাজ্য সিদলী চিৰাং
পৰ্বত-পাহাৰেৰ আদি ৰাজা মহিৰাং;
সোণা কোচেৰ ৰত্ন ভাণ্ডাৰ সোণকোষ ৰত্নপীঠ,
সোণাৰ শিৰি পাওৱা যায় সোৱণশিৰি স্বৰ্ণপীঠ।

(৩০)
লৌহিত্যেৰ মুইএ আদি অসমীয়া,
সগাকে কৰিবা খুজিছোং লগৰীয়া;
মুইএ মহাভাৰতেৰ লৌহিত্য-সন্তান,
দেশ খানক আমায় কৰিছোং মহান।








# গ

## অসম-দৰ্পণৰ ৰূপৰেখা

[ সাম্প্ৰতিক অসমৰ ভৌগোলিক পৰিসীমা বহিৰ্ভূত মধুপুৰকে ধৰি অসমৰ ভাষা-সাহিত্য, কলা-সংস্কৃতিৰ ডুখৰীয়া পৰিচয়জ্ঞাপক বৰেণ্য সাহিত্যিক, গৱেষক, পণ্ডিতৰ যোল্লটা ভিন্নসুৰী প্ৰবন্ধৰ শৰাই ]



# পশ্চিম অসমৰ প্ৰাচীনত্ব ঃ কৰতোয়াং নদীপূৰ্বং .......

ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য

কালিকাপুৰাণ নামে পুৰণি প্ৰাগ্‌জ্যোতিষ, কামৰূপ-অসম ৰাজ্যত বিৰচিত্ গ্ৰন্থখনিত কামৰূপ ৰাজ্যৰ পশ্চিম সীমা কৰতোয়া বা তিস্তা নদীয়ে বুলি উল্লেখ কৰা হৈছে। এই কৰতোয়া নদীক তিব্বত-বৰ্মী বড়ো ভাষাত খাৰ্‌দৈয়া বোলে – ইয়াৰ অৰ্থ বেগৱতী নদী খোৰ্‌-দৌৰা আৰু দৈয়া-পানী)। কৰতোয়াং নদী পূৰ্বং যাৱদ্দিকৰৱাসিনীম্।

ত্ৰিংশদ্ যোজন বিস্তীৰ্ণং যোজনৈক শতায়তম্।।

ত্ৰিকোণং কৃষ্ণৱৰ্ণস্তু প্ৰভূতাচল পূচিতম্।

নদীশত সমাযুক্তং কামৰূপং প্ৰকীৰ্ত্তিতম্।। (কালিকাপুৰাণ)

পশ্চিমৰ কৰতোয়া (তিস্তা) নদীৰ পৰা পূৱফালৰ দিক্কৰবাসিনী (দিকৰাই) নদীলৈকে ত্ৰিশ যোজন (২৪০ মাইল) বহল আৰু এক শ যোজন (৮০০ মাইল) দীঘল, তিনিকোণীয়া ক'লা বৰণীয়া বহতো পৰ্বতেৰে পৰিপূৰ্ণ, শ শ নদীৰে সমাযুক্ত কামৰূপ ৰাজ্য যুগে যুগে প্ৰখ্যাত হৈ আছে। — এই বৰ্ণনাই পুৰণি ভূগোল-ইতিহাসৰ সৈতে বৰ্তমানৰ তুলনাত্মক অধ্যায়ত সহায় কৰিব।

যোগিনীতন্ত্ৰত এই ৰাজ্যসীমা সম্বন্ধে বিতংকৈ লিখা হৈছে যে পশ্চিমৰ কৰতোয়াৰ পৰা পূবৰ দিকৰাই নদীলৈকে উত্তৰে কঞ্জাগিৰি (কাঞ্চনজংঘা) আৰু দক্ষিণত ব্ৰহ্মপুত্ৰৰ সৈতে লাক্ষা নদীৰ সংগমলৈকে সকলো শাস্ত্ৰতে কামৰূপ নামে খ্যাত ৰাজ্যৰ সীমাৰেখা নিশ্চিত হৈছে। দিকৰাই (দিক্ষু) নদী গিৰিকন্যা ৰূপে শ্ৰেষ্ঠ তীৰ্থস্থান। ত্ৰিশ যোজন বহল আৰু এশ যোজন দীঘল কামৰূপ ৰাজ্য সুৰাসুৰৰ নমস্য ভূমি। এই কামৰূপ ৰাজ্যৰ চাৰিটা পীঠ - ৰত্নপীঠ, কামপীঠ, স্বৰ্ণপীঠ আৰু সৌমাৰপীঠ। কৰতোয়া নদীৰ পৰা স্বৰ্ণকোষ (সোণকোষ) নদীলৈকে ৰত্নপীঠ, স্বৰ্ণকোষৰ পৰা ৰূপিকা (ৰূপহী) নদীলৈকে স্বৰ্ণপীঠ আৰু কামপীঠ, ৰূপিকা নদীৰ পৰা ভৈৰৱীলৈকে (ভৰলী) সৌমাৰপীঠ ৰূপে ভৈৰৱীৰ পৰা দিক্কৰবাসিনী (দিকৰাই) নদীলৈকে সৌমাৰপীঠ অঞ্চলে লোকসমাজত জনাজাত। এনেদৰে কৰতোয়াৰ পূৰ্বৰ ৰত্নপীঠ অঞ্চলে অবিভক্ত গোৱালপাৰা জিলাৰ ৰূপ লৈ যুগে যুগে নানা স্মৃতি চিহ্ন বহন কৰি আছে। জলেশ্বৰ শিৱ, বগৰীবাৰীৰ মহামায়া, আলোকঝাৰিৰ মহামায়াৰ থান, শ্ৰীসূৰ্যপাহাৰ, যোগীঘোপাৰ স্মৃতি সৌধ, বাগেশ্বৰী মন্দিৰ, নন্দেশ্বৰ দেৱালয়, টুক্ৰেশ্বৰী দেৱালয়, বিবিধ সত্ৰ, সচং, নামঘৰ, মছজিদ, বৌদ্ধ-জৈন বিহাৰ আদি, শিখ গুৰুদ্বাৰ, বাথৌ-বায়খুৰ থান, শৈৱ-শাক্ত-বৈষ্ণৱ-কৌলিক ধৰ্মৰ সেৱাৰ থলীবোৰৰ বিৱৰণ কালিকাপুৰাণ, হৰগৌৰী সম্বাদ, যোগিনীতন্ত্ৰ, কামাখ্যাতন্ত্ৰ আদি সংস্কৃত ৰূপৰ উপৰিও পৰৱৰ্তী পুথিপত্ৰতত বঙলা-ইংৰাজী-অসমীয়া মাধ্যমৰে বিস্তৃত সম্পদ পোৱা গৈছে। এডৱাৰ্ড গেইটৰ 'ডি কোচ কিংছ অব্ কামৰূপ', কনকলাল বৰুৱাৰ 'আৰ্লী হিষ্টৰী অব্ কামৰূপ,' আমানতউল্লাৰ 'কোচবিহাৰেৰ ইতিবৃত্ত', সূৰ্য্যখড়ি দৈৱজ্ঞ বিৰচিত দৰং ৰাজবংশাৱলী', মহেশ্বৰ নেওগৰ সম্পাদিত পৱিত্ৰ অসম,' প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য সম্পাদিত 'অসমৰ জনজাতি', জগন্নাথ পাটগিৰি সম্পাদিত অবিভক্ত গোৱালপাৰা জিলাৰ 'সত্ৰ আৰু মঠ-মন্দিৰৰ ইতিবৃত্ত', ৰজনীকান্ত শাস্ত্ৰী, অম্বিকাচৰণ চৰকাৰ (চৌধুৰী), শিৱানন্দ শৰ্মা, বীৰেন্দ্ৰনাথ দত্ত আদিৰ ৰচিত পুথি-পত্ৰৰ যোগেদিও পশ্চিম অসম তথা ৰত্নপীঠৰ ঐতিহ্য আৰু স্মৃতিচিহ্নৰ কিছু পৰিচয় ব্যক্ত হৈছে যদিও এতিয়াও প্ৰণালীবদ্ধ আৰু বৈজ্ঞানিক পদ্ধতিৰে আঞ্চলিক পুৰতাত্ত্বিক আৰু সংৰক্ষণমূলক ক্ষেত্ৰ-অধ্যয়ন সমীক্ষা হোৱা নাই ঃ কুৰি শতিকাৰ শেষ ভাগত আৰু একৈশ শতিকাৰ আৰম্ভণিত অসমৰ ৰাজ্যিক সংগ্ৰহালয় সঞ্চালকালয়, বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, ৰাজ্যিক পুৰাতত্ত্ব সঞ্চালকালয় তথা ৰাজ্যিক বিত্ত মঞ্জুৰীৰে অসম ৰাজ্য তথা পূৰ্বোত্তৰ ভাৰতবৰ্ষৰ নতুন সমীক্ষাৰ আয়োজন কৰাৰ প্ৰয়োজন হৈছে আৰু অসম সাহিত্য সভাই ১৯২৬ ইং চনৰ ধুবুৰী অধিবেশনৰ কালৰে পৰা বিভিন্ন অধিবেশনৰ জৰিয়তে (ধুবুৰী, গোৱালপাৰা, অভয়াপুৰী, বঙ্গাইগাওঁ) অবিভক্ত গোৱালপাৰা তথা পশ্চিম অসমৰ ঐতিহ্য, ভাষা-সাহিত্য-সংস্কৃতিলৈ আগ্ৰহশীল দৃষ্টিপাত কৰি আহিছে। যোৱা প্ৰায় তিনি কুৰি দহ বছৰ ধৰি কিছুমান উল্লেখযোগ্য পুথি-পত্ৰ, তথ্য-সম্পদ পোৱা গৈছে ঃ 'অসম সাহিত্য সভা পত্ৰিকা'ৰ প্ৰথম বছৰ তৃতীয় সংখ্যাত প্ৰকাশিত গৌৰীপুৰ তাৰিণীপ্ৰিয়া চতুষ্পাঠীৰ প্ৰধান অধ্যাপক তথা অধ্যক্ষ ষড়ানন তৰ্কতীৰ্থই ১৯২৬ চনৰ ধুবুৰী অধিবেশনৰ দৰ্শন শাখা সভাৰ সভাপতিৰ অভিভাষণত দৰ্শনৰ তথ্য ব্যাখ্যাৰ পিছত প্ৰাচীন কামৰূপ বা অসমৰ প্ৰাচীনত্বৰ বিষয়ে লিখা এফাঁকি কথা তুলি দিলোঁ ঃ — "আৰ্য্যভূমি ভাৰতবৰ্ষৰ পূৰ্ব প্ৰান্তত সুৰম্য পৰ্বতমালাৰ দ্বাৰা পৰিশোভিত নদনদী উপবনৰ দ্বাৰা পৰিবেষ্টিত মুনি মনমোহা কাব্য কানন প্ৰাচীন কামৰূপ বা বৰ্তমান আসাম প্ৰদেশখনি যে এসময়ত ভাৰতবৰ্ষৰ অন্যান্য শ্ৰেষ্ঠ দেশৰ লগত তুল্য স্থান অধিকাৰ কৰি আছিল, তাৰ জ্বলন্ত প্ৰমাণ কাৰু-কাৰ্য খচিত মঠ-মন্দিৰ, শিলালিপি, তাম্ৰশাসন আৰু হিন্দুৰ প্ৰাচীন গ্ৰন্থবিলাকেই ঘোষণা কৰিব লাগিছে। ........ মহাভাৰতৰ প্ৰখ্যাত ভগদত্ত আদি আৰ্যধৰ্মাৱলম্বী ৰজাসকলেই "কৰতোয়াং সমাশ্ৰিত্য যাবদ্দিকৰবাসিনী" এই প্ৰাচীন কামৰূপ ৰাজ্যৰ শাসনদণ্ড পৰিচালনা

কৰি প্ৰাচীন ভাৰতৰ ইতিহাসত অতি উজ্জ্বল নাম ৰক্ষা কৰি গৈছে।......"

...... যোৱা প্ৰায় আঢ়ৈ কুৰি বছৰৰো বেছিকাল — কোচবিহাৰ, জলপাইগুৰি, ধুবুৰী, গোলোকগঞ্জ, কোকৰাঝাৰ, হলটুগাওঁ, ৰৌমাৰী, গোৱালপাৰা, অভয়াপুৰী, চাপৰ, বিলাসীপাৰা, গৌৰীপুৰ, বিজনী, ছত্ৰশাল, দুধনৈ, লক্ষীপুৰ, দাম্‌ৰা, ধূপধৰা আদিত ব্যক্তিগত ভ্ৰমণ কৰি অসমৰ তিব্বত্‌-বৰ্মী বড়ো ভাষাৰ অধ্যয়নৰ লগতে গাৰো, ৰাভা, মেচে, হাজং, কোচে আদিৰ তুলনাত্মক বিচাৰৰ প্ৰচেষ্টাত ব্ৰতী হৈ অনুভৱ কৰিছোঁ যে এই অঞ্চলৰ মাটি, মানুহ আৰু মনৰ পৰিচয় দিবলৈকে হলে - বিজ্ঞানী দৃষ্টিৰে বিস্তৃত আঁচনিৰে ভৌগোলিক, সামাজিক, অৰ্থনৈতিক, ভাষাতাত্ত্বিক - সাংস্কৃতিক পুংখানুপুংখ অধ্যয়ন আৱশ্যক হ'ব - এয়া সমূহীয়া সহযোগতহে সম্ভৱপৰ হ'ব।

পশ্চিম অসমৰ প্ৰাচীনত্ব আৰু ঐতিহ্য বিচাৰৰ ক্ষেত্ৰত নিশ্চিতভাৱে কমতাপুৰ-কোচবিহাৰৰ ৰাজন্যবৰ্গৰ ৰজা-প্ৰজা, মেচে-বড়ো, ৰাভা, ভুটীয়া, গাৰো, হাজং, কোচে আদি জনগোষ্ঠী তথা আৰ্য জনগোষ্ঠীৰ বিবিধ সমন্বয় সমাহাৰৰ বিভিন্ন উৎসবোৰ বিচাৰ কৰিব লাগিব। কোচবিহাৰ ৰাজ্যত মহাৰাজ নৰনাৰায়ণৰ আমোলত হোৱা নৱ জাগৰণৰ ঢৌৰে আহোম যুগৰ ৰাজকীয় শাসনৰ ভাষা-সাহিত্য-সংস্কৃতি-সমাজ উন্নয়নৰ আঁচনিবোৰৰ সমানে পদক্ষেপ দিব পাৰিছিল। নামনি অসমৰ নৱৰত্ন সমন্বিতে মহাৰাজ নৰনাৰায়ণে তেওঁৰ ৰাজত্বকালত ভাষা-সাহিত্য-স্মৃতি-গণিত-জ্যোতিষশাস্ত্ৰ চৰ্চাৰ উদ্দেশ্যে কৰা নিৰ্দেশনৰ চানেকীৰূপে দৰং ৰাজবংশাৱলীৰ পৰা কেইটামান স্তৱক তুলি দিলোঁ -

গৌড় কামৰূপে যত পণ্ডিত আছিলা।
সমস্তকে আনি সত্ৰ দেৱাল পাতিলা।।
বোলে বিপ্ৰ পণ্ডিত সমস্তে শুনিয়োক।
কলিৰ যুগত বৃদ্ধি হৈব ভয় শোক।।
... শুনিয়ো পুৰুষোত্তম ভট্টাচাৰ্য দ্বিজ।
কৰিয়োক ৰত্নমালা ব্যাকৰ্ণৰ বীজ।।
... শুনিয়োক আজ্ঞা মোৰ ৰাম সৰস্বতী।
ভাৰতৰ পদ তুমি কৰিয়ো সম্প্ৰতি।।
আৰু আছে সপ্তকাণ্ড ৰামায়ণ যত।
শ্লোকক ভাঙ্গিয়া পদ কৰিয়ো সাম্প্ৰত।।
অষ্টাদশ পুৰাণৰ কৰিয়োক পদ।
তাকে শুনি নৰলোকে পাইব পৰম্‌পদ।।
শুনিয়ো শঙ্কৰ তুমি ভক্ত মহাজন।
বাঢ়য়কন্ধৰ পদ কৰা নিবন্ধন।। ......
শুনিয়ো শ্ৰীধৰ তুমি মোৰ বাক্য ধৰা।
জ্যোতিষক ভাঙ্গি তুমি সাধ্য খণ্ড কৰা।।
বকুল কায়স্থ তুমি ভাঙ্গা লীলাৱতী।
অল্পতে বুজায় যেন কায়স্থে সম্প্ৰতি।। ......

অসমত বঙ্গদেশী স্মৃতিশাস্ত্ৰ, জ্যোতিষতত্ত্বতকৈ কিছুমান ভিন্ন পন্থাৰ শাস্ত্ৰ-সদাচাৰ চলি আছে। শৈৱ-শাক্ত-বৈষ্ণৱ ধৰ্মমতৰ লগতে মনসা-সৌৰপন্থা, কৌলিক ধৰ্মাচাৰৰ সমন্বয়ত পশ্চিম অসমৰ ৰত্নপীঠেই নহয় – সমগ্ৰ পূৰ্বোত্তৰ ভাৰতবৰ্ষত - সৰ্বেশি যোগিনীপীঠে ধৰ্মঃ কৈৰাতজমতঃ – অৰ্থাৎ কামৰূপ-কামাখ্যা জড়িত যোগিনীপীঠত প্ৰচলিত ধৰ্মৰ ধাৰাত কিৰাতজ আচাৰ-ব্যৱহাৰ সংযুক্ত হৈছে। এই কিৰাত বা মঙ্গোলয়দ আচাৰ-বিচাৰৰ চৌপাশে অষ্ট্ৰলয়দ (নিষাদ-শবৰ), ভূমধ্যসাগৰীয় দ্ৰাবিড় (দাস-দস্যু) তথা নৰ্দ্দিক আৰ্য (বৈদিক হিন্দু) লোকসকলৰ কিছুমান ধৰ্মবিশ্বস, নীতি-নিয়মৰ সংমিশ্ৰণ ঘটিছে। ভাৰতবৰ্ষত আদিম যুগ, হিন্দু ৰাজত্ব, মুছলমান-মোগলশাসন, বৃটিছ যুগ, স্বৰাজোত্তৰ যুগ ৰূপ পৰিবৰ্তনৰ ঢৌৱে ঢৌৱে লৌহিত্য, নীলাচল-কামাখ্যাৰ প্ৰাচীনত্ব জড়িত ৰাজ্যাঞ্চলৰ মাটি (সীমা), মানুহ (জনগণ) আৰু মনৰ (ৰাজনৈতিক-অৰ্থনৈতিক-সামাজিক চিন্তা) ক্ষেত্ৰত কি ৰূপে প্ৰভাৱান্বিত কৰিছে - সেইবোৰৰ মূল্যায়ণৰ বাবে – ধুবুৰী, কোক্‌ৰাঝাৰ, বঙ্গাইগাওঁ, গোৱালপাৰা - নৱগঠিত জিলা ভিত্তিক ৰাজনৈতিক বিভাগে ভাষা-সাহিত্য-সংস্কৃতি-সমাজৰ সেৱক-সেৱিকাসকলক বিশেষ সহায় নকৰে। সামগ্ৰিক চিন্তাধাৰা তথা ভাৰতীয় ঐক্য-অহিংসা, শান্তি-সমন্বয়ৰ মনোভাৱেৰে ৰাজনীতি নিৰপেক্ষ দৃষ্টিৰে সংৰক্ষণ, সংবৰ্দ্ধন, সংমিশ্ৰণৰ বাবে অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীয়ে জনোৱা "আঁকোৱালি লোৱা আৰু বচোৱা সাংস্কৃতিক ঐক্য'ৰ আহ্বান — আকৌ কুৰি শতিকাৰ শেষভাগৰ বাণী হৈ পৰক – এয়ে আমাৰ বিদ্যায়তনিক কামনা।


ধুবুৰীৰ নেতাই ধুবুনী ঘাট






# সাংস্কৃতিক ঐতিহ্যৰ কথা

## শিৱানন্দ শৰ্মা

নামনি অসমৰ সাংস্কৃতিক ঐতিহ্য বৰ পুৰণি। ইয়াত বাৰেবৰণীয়া নৃত্য-গীত প্ৰচলিত। এই নৃত্য-গীতসমূহ দুইভাগত বিভক্ত। প্ৰথমবিধে সাংস্কৃতিক ঐতিহ্য আৰু দ্বিতীয়বিধে লোক বা দেশী ঐতিহ্য বহন কৰে। প্ৰথমবিধৰ ভিতৰত আছে ভাৰি গান আৰু ভাও গান — যাৰ পুৰণি নাম হ'ল যুৰীৰ গান। পশ্চিমপনে এইবিধ গান পদ্মপুৰাণৰ গান বা গীত হিচাপে জনা যায়। দ্বিতীয় বিধৰ ভিতৰত আছে বাশী পুৰাণ, কৃষাণ, বাঁশ, মদন কাম, কাতি, হুদুম, জাগ গান, সত্যপীৰ, নয়ান-শ্বৰী, মনাই যাত্ৰা, সোণাৰায়, এউৰী, ভাটিয়ালী, ভাওয়াইয়া, চট্‌কা, আইনাম, বিয়াগীত, নাওখেলৰ গীত ইত্যাদি।

ইমানবোৰ নৃত্যগীত এটা অঞ্চলত কেনেকৈ ঠাহ খাই আছে আৰু কিয় আছে এই কথা বিচাৰ কৰিলে পোৱা যায় যে ইয়াৰ প্ৰথমবিধ সঙ্গীত নৃত্য অতি প্ৰাচীন আৰু মন্দিৰ ভিত্তিক। নামনি অসমৰ প্ৰায় সকলো ঠাইতে অতি পুৰণি মন্দিৰ বা থান সমূহ আছে। এসময়ত ধৰ্ম, সমাজ জীৱনৰ সকলো স্তৰতে ব্যাপি আছিল। পুৰণি মন্দিৰবোৰে আছিল সমাজৰ সকলো স্তৰৰ লোকৰ কেন্দ্ৰ স্বৰূপ শিক্ষা-দীক্ষা, চিকিৎসা, ধন ভঁৰাল, সঙ্গীত-নৃত্য, মেলা-সভা ইত্যাদিৰ প্ৰাণস্বৰূপ আছিল মন্দিৰবোৰ। বৰ্মন, পাল, কোচ ৰজাসকলে মন্দিৰসমূহৰ বাবে বিস্তীৰ্ণ অঞ্চল দেৱোত্তৰ বা ব্ৰহ্মাত্তোৰ হিচাপে দান কৰিছিল। তাৰ প্ৰমাণ পুৰণি দান পত্ৰবোৰ কোচৰজাসকলে নবীকৰণ কৰিছিল। তাৰ প্ৰমাণ... পোৱা যায়। ৰজাসকলৰ পাছত খিলঞ্জীয়া জমিদাৰসকলেও এনে দানপত্ৰ দিছিল। ইংৰাজৰ সময়ত মন্দিৰ সংলগ্ন এনেকুৱা দান পত্ৰবোৰ গোটাই লৈ তেতিয়াৰ নৰ্থ ইষ্টাৰ্ণ ৰংপুৰ জিলাৰ সদৰ কাৰ্যালয় ৰংপুৰলৈ (বৰ্তমান বাংলাদেশ) নিছিল। জিলাৰ সদৰ নতুনকৈ গোৱালপাৰাত পাতোতে সেই তাম্ৰ পত্ৰবোৰ গোৱালপাৰা আহি নেপালেহি। কেম্বেল চাহাবে সেইবোৰৰ ভিত্তিত কিছুমান নতুন দানপত্ৰ দিছিল।

প্ৰথমবিধ সঙ্গীতত নৃত্য, তাল, মান, স্বৰগ্ৰাম, মুদ্ৰা, বোল আছে। ভৰতমুনিৰ নাট্যশাস্ত্ৰৰ হুবহু প্ৰভাৱ এই নৃত্যগীতবোৰত পৰিছে। এই নৃত্যগীতবোৰে চৰ্যাগীতসমূহৰ পৰম্পৰা ৰক্ষা কৰিছে। দুৰ্গাবৰ আৰু মনকৰে ৰামায়ণী গীত আৰু পদ্মপুৰাণ বা মনসাগীত ৰচনা কৰোতে এই পৰম্পৰা ৰক্ষা কৰিছিল। ইয়াৰ পৰাই বুজিব পাৰি যে এই প্ৰথমবিধ নৃত্য গীতৰ পৰম্পৰা কিমান প্ৰাচীন। সঙ্গীত ৰত্নাকৰ পুথি ৰচনা হোৱাৰ পূৰ্বৰেপৰা এই নৃত্যগীতসমূহ নামনি অসমত প্ৰচলিত আছিল। এই দৃষ্টিভঙ্গীৰে এই প্ৰথমবিধে এটি সুকীয়া 'ঘৰণা' দাবী কৰিব পাৰে। ইয়াৰ উদ্ধাৰ আৰু গৱেষণা এতিয়াও নহ'ল। এইটো বৰ পৰিতাপৰ কথা।

মোগল-পাঠান যুগত যেতিয়া ইছলাম ধৰ্ম নামনি অসমত প্ৰবেশ কৰে তেতিয়া এই প্ৰথমবিধ নৃত্য গীতত অভিজ্ঞ সূত (গীতাল) সকলৰ যিসকলে ইছলাম ধৰ্ম গ্ৰহণ কৰিলে তেওঁলোকৰ লগত মন্দিৰ সম্পৰ্ক বিচ্ছেদ হ'ল। তেওঁলোকে প্ৰথমবিধৰ আৰ্হিত দ্বিতীয় বিধ মিশ্ৰণ কৰি সৃষ্টি কৰিলে মনাই যাত্ৰা আৰু সত্যপীৰ নৃত্যগীতৰ। ইয়াত হিন্দু-মুছলমানৰ সাম্প্ৰদায়িক মিলন গীতি পোৱা যায়। লগতে সৃষ্টি হ'ল কুশান। কুশানে দেশী লঘু সঙ্গীত গোটাই আনিলে। সম্ভ্ৰান্ত সমাজৰ বাহিৰত প্ৰচলিত লঘু ৰং-ৰহইছ কুশানত সোমাল। চেঙেলীয়া ল'ৰাক ছোৱালীৰ সাজপাৰ পিন্ধাই নাচিবৰ বাবে ছুকুৰী সৃষ্টি কৰিলে। প্ৰথমবিধৰ গীতাল আৰু দোহাৰীয়ে কিন্তু দ্বিতীয় বিধতো মুখ্যস্থান অধিকাৰ কৰিলে। ছুকুৰীৰ হাতত নাচৰ সময়ত ৰঙা ৰুমাল দিয়া প্ৰথা প্ৰচলিত হ'ল। প্ৰথমবিধত আছিল হাতৰ মুদ্ৰা। প্ৰশিক্ষণৰ অভাৱত এই মুদ্ৰা পাহৰণিৰ বুকুত মাৰ গ'ল। সেয়ে তাৰ ঠাইত ৰঙা ৰুমাল নিয়া হ'ল। এই ছুকুৰী আৰু ৰঙা ৰুমাল এসময়ত গৈ হাজো হৈ নেযেৰিটিঙ পালেগৈ। সুংসূত্ৰ আৰু পৰম্পৰাৰ গুৰি সঠিককৈ নজনাৰ কাৰণে অসমীয়া সংস্কৃতিৰ এজন বিশেষজ্ঞই এই প্ৰথাক বঙলুৱা প্ৰভাৱ বুলি নামকৰণ কৰিলে। কিমাশ্চৰ্য্যম অতঃপৰম। বাইহাটা চাৰিআলিৰ ওচৰত বিখ্যাত মদনকাম দেৱালয়ৰ ধ্বংসাৱশেষ আছে। কিন্তু সেই অঞ্চলৰ কোনো ঠাইতে মদনকাম পূজা বা নৃত্যগীতৰ প্ৰচলন নাই। পুৰণি কালত যে এইবিধ নৃত্য গীত এই অঞ্চলত প্ৰচলিত আছিল দেৱালয়খনেই তাৰ প্ৰমাণ। নামনি অসমত কিন্তু মদনকাম কিছুমানৰ গৃহদেৱতা। তেওঁলোকৰ বিয়া-সবাহত মদনকাম পূজা কৰিব লাগে আৰু এই গীতৰ গায়ন-বায়নৰ দলক মাতিব লাগে। হাজোবালি নৃত্যৰ প্ৰচলন পোৱা যায়। এই নৃত্যত হাজো অঞ্চলৰ প্ৰচলিত নৃত্য গীতৰ প্ৰভাৱ থকা কাৰণেহে এনে নাম। ৰঘুদেৱ নাৰায়ণে হাজোৰ মন্দিৰ পুনৰ নিৰ্মাণ কৰি নৃত্য গীতৰ প্ৰচলন কৰিছিল। মন্দিৰত দেৱদাসী আছিল। এই দেৱদাসীসকলৰ নৃত্যগীতত প্ৰথমবিধ নৃত্যগীতৰ প্ৰভাৱ আছিল।

কামৰূপ জিলাৰ ভথেলি উৎসৱত নামনিৰ বাঁশ নৃত্যগীতৰ প্ৰভাৱ স্পষ্ট। মহহোঁ আৰু এউৰীৰ পাৰ্থক্য অতি সামান্য। দৰঙৰ বিয়াহৰ ওজাত্ব নৃত্যগীতৰ নামনিৰ পদ্মপুৰাণ নৃত্যগীতৰ লগত পাৰ্থক্য প্ৰায়েই নাই। এনেকৈ বহু উদাহৰণ দি প্ৰমাণ কৰিব পাৰি যে এটা সময়ত নামনিত নৃত্যগীতসমূহে কেনেকৈ গোটেই অসম প্ৰভাৱিত কৰিছিল।




# সভা, সাহিত্য আৰু পাঠক

## তিলক হাজৰিকা

এটা অভিযোগ প্ৰায়েই শুনিবলৈ পোৱা যায় যে অসম সাহিত্য সভাৰ প্ৰতি আকৰ্ষণ যিমানেই বাঢ়িছে, সাহিত্যৰ প্ৰতি আকৰ্ষণ সিমানেই কমিছে। কথাষাৰ হয়তো কিছু পৰিমাণে সত্যও হ'ব পাৰে। কিন্তু তাতোকৈ অধিক পৰিমাণে হয়তো সত্য হ'ব পাৰে যদি কথাষাৰ অসম সাহিত্য সভাৰ উৎসৱৰ দিশটোৰ প্ৰতিহে বুলি কোৱা হয়। সকলো উৎসৱতে এটা জনাকৰ্ষণীয় দিশ থাকে। যেতিয়া উৎসৱত মানুহে নিৰ্বিচাৰে নিজৰ পৰিচয়, ব্যক্তিত্ব আৰু সম্ভ্ৰম আদি বিচাৰি পায় অসম সাহিত্য সভাৰ মাজেদি এদিন অসমৰ জাতীয় ভাবাপন্ন মানুহে সেইটো বিচাৰি পাবলৈ সক্ষম হৈছিল। আজি সি কেৱল অসম সাহিত্য সভাতে সীমাবদ্ধ নাথাকি বিভিন্ন মুখে বহল পৰিসৰ লাভ কৰিবলৈ লৈছে যদিও কেৱল ভাষিক জাতীয়তাবাদৰ চেতনাই আজিও অসমীয়া মানুহক এনেকৈ অসম সাহিত্য সভাৰ লগত বান্ধি ৰাখিছে। প্ৰগতিশীল সময়ত ব্যাৱহাৰিক জাতীয়তাবাদে ভাষিক জাতীয়তাবাদৰ ঠাই গ্ৰহণ কৰিবলৈ আগবাঢ়ি আহিলেও আসমীয়া মানুহে ঐতিহাসিক কাৰণতে সম্ভৱ নিজৰ অস্তিত্বৰ পৰিচয় এটাই অনুভূতিৰ সৈতে সাহিত্যৰ সংযোগতকৈ জাতীয়তাবাদৰ সংযোগেই প্ৰাধান্য পাই থকাৰ বাবে অসম সাহিত্য সভাই সদায় এটা জাতীয় উৎসৱমুখিতা লাভ কৰিছে বুলি ক'ব পাৰি।

একেটা প্ৰসংগতে আন এটা অভিযোগ শুনিবলৈ পোৱা যায় যে অসমীয়া সংবাদ সাহিত্যইহে মৌলিক সাহিত্যৰ স্থান লৈছেহি। কথাষাৰ হয়তো এনে নহয়; কিন্তু একে আষাৰে দলিয়াই পেলাবলগীয়া নহয়। ভাবিবলগীয়া। সকলো সমাজতে সাহিত্যৰ অধ্যয়নশীলতা অৱশ্যেই থাকে। কেৱল অসমীয়া মানুহেইহে সাহিত্য নপঢ়ে আৰু চৰ্চা নকৰে, সেইটো নহয়; কিন্তু অপেক্ষাকৃতভাৱে আমাৰ সমসাময়িক পাঠক সমাজক যে মৌলিক সাহিত্যতকৈ সংবাদ-সাহিত্যইহে অধিকভাৱে আকৰ্ষণ আৰু নিমজ্জিত কৰি ৰাখে সেইটো তেনেই মিছা বা অতিশয়োক্তি নহয়। ইয়াৰ কিছু বস্তুগতআৰু সামাজিক কাৰণ আছে, যিবোৰ বিচাৰি চোৱাত কোনো কষ্ট নহয়। আৰু সকলোৱেই সেইবোৰ বিচাৰি পাব পাৰে।

মানুহৰ সংবাদেইতো সাহিত্য। মানুহৰ অৰণ্যত এতিয়া সাহিত্যৰ বাবে সংবাদ নোহোৱা যেন হৈ পৰিবলৈ ধৰিছে। মানুহৰ সমাজত ৰাজনৈতিক সংহতি, অৰ্থনৈতিক অভিলাষ আৰু আনকি বৌদ্ধিক পৰিমণ্ডলকো মানুহৰ আৰণ্যক প্ৰবৃত্তিয়ে গিলি পেলাইছেহি। ফলত এতিয়া সমাজত অমানুহেই আগ ঠাই দখল কৰিছেহি আৰু সংবাদৰ শিৰোনামা অধিকাৰ কৰিছেহি। ৰাষ্ট্ৰগত সমাজৰ মানুহে আৰু মানুহৰ সমাজে এই অপসংস্কৃতি ৰোধ কৰিবলৈ যাওঁতে হোৱা সকলো চৰ্চা আৰু সংবাদেই যেতিয়া আগ ঠাই পাবলগীয়া হয়, তেতিয়া সংবাদ সাহিত্যই সকলোকে নিমজ্জিত কৰি ৰখাটো অস্বাভাৱিক নহয়। মানুহৰ দুৰ্নীতি, সমাজৰ পতন, মূল্যবোধৰ বিপৰ্যয় আদি সংবাদবোৰ ইয়াৰ সম্পূৰ্ণ নেতিবাচকভাৱে সংবাদিত হৈ সমাজ পৰিৱৰ্তনৰ এটা চমু উদ্দেশ্যতে মাত্ৰ সীমাবদ্ধ থাকি পাঠক সমাজক উৎসাহিত বা আনন্দিত কৰিছে। সংবাদ সাহিত্যৰ ইয়াতকৈ বেলেগ উদ্দেশ্যও নাই। সংবাদ সাহিত্য মূলতে 'অবজেক্টিভ' — পোনপটীয়া আৰু বৈষয়িক।

সনাতন সাহিত্যই মানুহৰ জগতৰ সেই সকলো ধৰণৰ কথাকে সাহিত্য-সংবাদ দিয়ে যদিও সি প্ৰত্যক্ষ আৰু নিৰ্দিষ্ট নহয়। সি সম্পূৰ্ণ ভাৱগত, শাশ্বত আৰু ইতিবাচক। সনাতন সাহিত্যত অমানুহৰ আধিপত্যত মানুহৰে চিৰন্তন প্ৰমূল্যসমূহৰ অপমান বা বিপৰ্যয় হ'ব পাৰে; কিন্তু পৰিবেশৰ স্বস্তিয়ে মানুহৰ মহত্তৰ আকাঙ্ক্ষাক, মানৱীয়তাৰ প্ৰতিষ্ঠাক নিশ্চিত কৰে। সনাতন সাহিত্যই মানুহৰ জয়গান গাবলৈ পাঠকক উৎসাহিত কৰে, মানবীয় অনুভূতিৰ কৰুণা আৰু আনন্দৰ ৰাজ্যলৈ লৈ যায়, ইত্যাদি।

এই কথা হয়তো সঁচা যে সামাজিক অস্থিৰতা আৰু জীৱনৰ অনিশ্চয়তাই আজিৰ সাধাৰণ শ্ৰেণীৰ পাঠকসকলক সনাতন সাহিত্যৰ ওচৰলৈ নিয়াতকৈ সংবাদ সাহিত্যৰ চাঞ্চল্যকৰ সংবাদৰ মাজতে আৱদ্ধ কৰি ৰাখে।






# ৰাভা ভাষাৰ বৈয়াকৰণিক স্বৰূপ

## ৰাজেন ৰাভা

মানুহৰ ভাব প্ৰকাশৰ বাহন হৈছে ভাষা। ভাষা-সংস্কৃতিৰ এটা অংগ। ভাষা জীয়াই নেথাকিলে এটা জাতিৰ সংস্কৃতি জীয়াই থাকিব নোৱাৰে। সকলো যুগৰ বাবেই ভাষা-সংস্কৃতি এটা জাতিৰ মেৰুদণ্ড স্বৰূপ হৈ আহিছে। ভাষাৰ মাধ্যমেৰেহে মানুহে পাৰস্পৰিক ভাবৰ আদান-প্ৰদান কৰিব পাৰে। 'তিব্বতো-বৰ্মী' ভাষা গোষ্ঠীৰ 'অসম বৰ্মী' শাখাৰ লগত ৰাভাসকলৰ ভাষাক অন্তৰ্ভুক্ত কৰিব পাৰি। এই ভাষাৰ গৱেষণাৰ যথেষ্ট থল আছে। এই ভাষাৰ বিজ্ঞানসন্মতভাৱে গৱেষণা নহ'লেও ই যে ব্যাকৰণসম্মত ই নিশ্চিত। এই ভাষাই বিশেষ্য, বিশেষণ, সৰ্বনাম, ক্ৰিয়া, অব্যয়, শব্দৰূপ, ধাতুৰূপ, প্ৰত্যয়াদি ব্যাকৰণৰ নিয়ম মানি চলে। এই ভাষাত খণ্ডবাক্য, জতুৱা-ঠাঁচ আদিৰো প্ৰকাশ ভংগী আছে। ই অসমৰ কোনো জনজাতিৰেই অপভ্ৰংশিত ভাষা নহয়, অৱশ্যে কিছুমান শব্দ সম্ভাৱৰ সাদৃশ্যহে দেখা যায়। এই ভাষাৰ এটা নিজস্বতা আছে। কিন্তু গৱেষণা আৰু অনুশীলনৰ অভাৱত বিস্মৃতিৰ গৰ্ভত লুপ্তপ্ৰায়। গতিকে, এই ভাষাৰ পুনৰ উদ্ধাৰ আৰু সংৰক্ষণৰ নিতান্তই আৱশ্যক। তেতিয়াহে ৰাভা জনজাতিৰ ভাষা-সংস্কৃতিৰ নিৰাপত্তা হ'ব। ৰাভা ভাষাই যে ব্যাকৰণৰ নিয়ম মানি চলে তাৰেই কেইটিমান নিয়ম চমুকৈ আলোচনা কৰা হ'ল।

সংজ্ঞা ঃ ৰাভা ভাষাৰ সংজ্ঞাৰ ভেদ অসমীয়া ভাষাৰ দৰেই।

### বচন

সাধাৰণতে এক বচনৰ পৰা বহু বচন শব্দ গঠন কৰিবলৈ হ'লে মানুহ আৰু তাৰ সম্বন্ধবাচক শব্দৰ পিছত 'টাং' প্ৰত্যয় আৰু কোনো সাৰ্বনামিক শব্দ, দেৱ-দেৱী, ভূত-প্ৰেত, ইতৰ প্ৰাণী আৰু পদাৰ্থৰ নামৰ পিছত 'বিজ্ঞান' প্ৰত্যয় যোগ কৰা হয়। যেনেঃ

| একবচন | | বহুবচন |
|---|---|---|
| কায় (মানুহ) | ---- | কায়- টাং (মানুহবিলাক) |
| মুছা (পুৰুষ) | ---- | মুছা-টাং (পুৰুষসকল) |
| মেছা (মহিলা) | ---- | মেছা-টাং (মহিলাসকল) |
| বিবি (বাইদেউ) | ---- | বিবি-টাং (বাইদেউসকল) |
| বায় (দেৱতা) | ---- | বায়-বিজান (দেৱতাবিলাক) |
| মাছু (গৰু) | ---- | মাছু-বিজান (গৰুবিলাক) |
| কি (কুকুৰ) | ---- | কি-বিজান (কুকুৰবিলাক) |
| নক্ (ঘৰ) | ---- | নক্-বিজান (ঘৰবোৰ) |
| পান (গছ) | ---- | পান-বিজান (গছবোৰ) ইত্যাদি |

### লিংগ (ৰিস্বী)

বেলেগ বেলেগ শব্দৰ দ্বাৰা সম্বন্ধবাচক শব্দবোৰৰ লিংগ নিৰ্ণয় কৰা হয়। লিংগ - ৪ টা। যেনে - (১) মেচা ৰিস্বী (পুংলিংগ) (২) মিচা ৰিস্বী (স্ত্ৰী লিংগ) (৩) চান্দা ৰিস্বী (ক্লীব লিংগ) (৪) যোৰ ৰিস্বী (উভয় লিংগ)। যেনে -

(১) মেচা ৰিস্বী ঃ- বাৱা (দেউতা), ফাজং (জেঠা), মুছা (মতা মানুহ), লাবা (বৰলা) আদি

(২) মিচা ৰিস্বী ঃ- আয়া (মা), মাজং (জেঠী), ধৰায় (গাভৰু), মেছা (তিৰোতা), লাৰী (বিধৱা) আদি

(৩) চান্দা ৰিস্বী ঃ- কাৰায় (কেৰাহী), খক্দুৰ (খালৈ), তাচিকম (আঙুঠি), হাম্পা (কপাহ) আদি

(৪) যোৰ ৰিস্বী ঃ- কায় (মানুহ), ছাৱা (পোৱালী), হাংছিং (হাঁহ), টো (কুকুৰ) আদি

**মন কৰিবলগীয়া ঃ** কিছুমান উভয়লিংগ শব্দত গগো, মাবা, মাজু, বুড়া, জিৱা, মুছা, মেছা, পিছাক আদি উপসৰ্গ আৰু প্ৰত্যয় যোগ কৰি পুংলিংগ আৰু স্ত্ৰীলিংগ শব্দ গঠন কৰা হয়। যেনে-

| পুংলিংগ | | স্ত্ৰীলিংগ |
|---|---|---|
| টো-গগো (মতা কুকুৰা) | -- | টো-মাজু (মাইকী কুকুৰা) |
| হাংচিং-মাবা (মতা হাঁহ) | -- | হাংচিং মাজু (মাইকী হাঁহ) |
| মুছা ছাৱা (ল'ৰা) | -- | মেছা ছাৱা (ছোৱালী) |
| টো-বুড়া (ডেকেৰা কুকুৰা) | -- | টো-জিৱা (ডেকেৰী কুকুৰা) |
| | | টো-পিছাক (ডেকেৰী কুকুৰা) |

### বিশেষণ

বিশেষণ ৫ প্ৰকাৰ -

(১) গুণবাচক বিশেষণ ঃ- তুংয়া (গৰম), চিক্কা (ঠাণ্ডা), চুংয়া (ডাঙৰ), স্কুৎলা (সৰু), ছিমা (মিঠা), খিয়া (টেঙা), নেমা (ভাল), নেমচা (বেয়া) আদি

(২) সাৰ্বনামিক বিশেষণ ঃ- একায় (এইটো), ওকায় (সৌটো), এ-বিজান (এইবিলাক), ও-বিজান (সৌবোৰ) আদি

(৩) সংখ্যাবাচক বিশেষণ ঃ- ৩ প্ৰকাৰ।

(ক) নিশ্চিত সংখ্যাবাচক বিশেষণ - ছাথা (দহ), থাম্থা (ত্ৰিশ), চেচাথা (চল্লিশ) আদি

(খ) অনিশ্চিত সংখ্যাবাচক বিশেষণ ঃ- চ্যুপান (অলপ)

(গ) পৰিমাণবাচক বিশেষণ ঃ- পাঙা (বহুত)

(৪) বিশেষণীয় বিশেষণ ঃ- নেমেন (খুউব ভাল)

(৫) ক্রিয়া বিশেষণ ঃ- পাকান খাৰে (অতিকৈ), নেমেখাৰে (ভালকৈ), ভ্রিম্ ভ্রিম্ (লাহে লাহে), যাদুং যাদুং (মাজে সময়ে), নাথোৰাঙে (অতি সুন্দৰকৈ), যাদাগুং (হঠাৎ), তিমানান (সঁচাকৈ), ফেনচা (পুনৰায়), মিনাং মিনাং (মনে মনে), বিক্‌বিক্ (খৰকৈ), তাপ তাপ (সোনকালে), এনচেক খাৰে (ইমানকৈ), যেনচেক খাৰে (যিমানকৈ), জিখাৰ জিখাৰ (পিছে পিছে), নুক্‌ছা নুক্‌ছা (আঁৰে আঁৰে), ছান কাৰয়ান (দিনে-ৰাতিয়ে) আদি বহুতো।

## সৰ্বনাম

সৰ্বনাম ৫ প্ৰকাৰ।

(১) ব্যক্তিবাচক সৰ্বনাম ঃ- বচন আৰু পুৰুষ অনুযায়ী তলত উল্লেখ কৰা হ'ল।

| পুৰুষ | একবচন | বহুবচন |
|---|---|---|
| ১ম পুৰুষ -- | আং (মই) -- | চিং (আমি) |
| ২য় পুৰুষ -- | নাং (তুমি, তই, আপুনি) -- | নাৰং (তোমালোক, তহঁত, আপোনালোক) |
| ৩য় পুৰুষ -- | ও (সি, তেওঁ, তেখেত) -- | ওৰং (সিহঁত, তেওঁলোক, তেখেতসকল) |

(২) নিশ্চয়বাচক সৰ্বনাম ঃ- যেনে -
এ-কায় (এইটো), উকায় (সেইটো), ই-বিজান (এইবোৰ), উ-বিজান (সেইবোৰ), ইচি (ইয়াত), উচি (তাত) আদি

(৩) অনিশ্চয়বাচক সৰ্বনাম ঃ- যেনে -
কেছা (কিছুমান), চাংবা (কোনোবাই), চাক্‌ছা-বা (কোনোৱে) আদি

(৪) প্ৰশ্নবোধক সৰ্বনাম ঃ- যেনে -
চাং (কোন), চাঙি (কাৰ), আতো (কি), আনা (কিয়), আত্‌না (কেলেই), বিচি-না (ক'লৈ), এনচেক্ (ইমান), বেন-চেক (কিমান), বে-দো (কেতিয়া), বে-কায় (কোনটো) আদি

(৫) সম্বন্ধবাচক সৰ্বনাম ঃ- যেনে -
ই-না (ইয়াক), ও-না (তাক), চাঙা (কাক), চাঙি (কাৰ), যা-না (যাক), যা-ও (যিটো) আদি

## কাৰকত শব্দ -বিভক্তি নিৰ্ণয়

| | বিভক্তি | কাৰক | শব্দ-বিভক্তি |
|---|---|---|---|
| ১মা | বিভক্তি -- | কৰ্তাকাৰক -- | আন্ (য়ান) |
| ২য়া | ,, -- | কৰ্মকাৰক -- | ও, না |
| ৩য়া | ,, -- | কৰণকাৰক -- | পাকে |
| ৪ৰ্থ | ,, -- | সম্প্ৰদান কাৰক -- | আ, না, নাকে |
| ৫মী | ,, -- | অপাদান কাৰক -- | ই পাৰা, নি পাৰা |
| ৬ষ্ঠী | ,, -- | সম্বন্ধ কাৰক -- | ই, নি |
| ৭মী | ,, -- | অধিকৰণ কাৰক -- | ঈ, দিগি, কাটাং |

মন কৰিবলগীয়া ঃ-

১মা বিভক্তিৰ - 'আন' (য়ান) কোনো কাম বা কথাৰ ওপৰত গুৰুত্ব দিয়া অৰ্থত সকলো পুৰুষ আৰু বচনৰ সংজ্ঞা আৰু সাৰ্বনামিক শব্দত যোগ হয়। সাধাৰণ অৰ্থত কৰ্তাকাৰকত যোগ নহয়।

২য়া বিভক্তিৰ - 'ও' ব্যক্তিবোধক সাৰ্বনামিক শব্দৰ সকলো পুৰুষ আৰু বচনত যোগ হয়। 'না' ব্যক্তিবোধক, স্থান বাচক, প্ৰাণীবাচক আৰু বস্তুবাচক শব্দত যোগ হয়।

৩য়া বিভক্তিৰ - 'পাকে' সংজ্ঞা আৰু সাৰ্বনামিক শব্দৰ সকলো পুৰুষ আৰু বচনত যোগ হয়।

৪ৰ্থী বিভক্তিৰ - 'আ' ব্যক্তিবোধক সৰ্বনামৰ ১ম আৰু ২য় পুৰুষৰ উভয় বচনত আৰু ৩য় পুৰুষৰ বহুবচন শব্দত যোগ হয়। - 'না' ব্যক্তিবোধক সৰ্বনামৰ ৩য় পুৰুষৰ একবচনত, নিৰ্দিষ্টবাচক সৰ্বনামৰৰ উভয় বচনৰ শব্দত আৰু সংজ্ঞা শব্দৰ উভয় বচনৰ শব্দত যোগ হয়। — 'নাকে' ব্যক্তিবোধক সৰ্বনামৰ তিনিও পুৰুষৰ উভয় বচনত, নিৰ্দিষ্টবাচক সৰ্বনামৰ উভয় বচনত আৰু সংজ্ঞা শব্দৰ উভয় বচনৰ শব্দত যোগ হয়।

৫মী বিভক্তিৰ - 'ই পাৰা' ১ম আৰু ২য় পুৰুষৰ ব্যক্তিবোধক সাৰ্বনামিক শব্দৰ উভয় বচনত, ৩য় পুৰুষৰ বহুবচনত আৰু সংজ্ঞা শব্দৰ উভয় বচনত যোগ হয়। 'নি পাৰা' ৩য় পুৰুষৰ ব্যক্তিবোধক সাৰ্বনামিকশব্দৰ এক বচনত, ব্যক্তিৱাচক, প্ৰাণীবাচক, বস্তুবাচক আৰু স্থানবাচক শব্দৰ উভয় বচনত যোগ হয়।

৬ষ্ঠী বিভক্তিৰ - 'ই' ১ম আৰু ২য় পুৰুষৰ ব্যক্তিবোধক সাৰ্বনামিক শব্দৰ উভয় বচনত, ৩য় পুৰুষত বহুবচনত আৰু সংজ্ঞা শব্দৰ উভয় বচনত যোগ হয়। - 'নি' ৩য় পুৰুষৰ সাৰ্বনামিক শব্দৰ এক বচনত আৰু সংজ্ঞা শব্দৰ উভয় বচনত যোগ হয়।

৭গী বিভক্তিৰ ঃ- 'ঈ' 'দিগি' প্ৰাণীবাচক, বস্তুবাচক আৰু স্থানবাচক শব্দৰ উভয় বচনত যোগ হয়। 'কাটাং' ব্যক্তিবোধক সাৰ্বনামিক শব্দ আৰু ব্যক্তিবোধক শব্দৰ উভয় বচনত যোগ হয়।

**বিঃ দ্ৰঃ** - 'নক' (ঘৰ শব্দৰ ২য়া বিভক্তিৰ পৰা ৬ষ্ঠী বিভক্তিলৈ ৰূপ হওঁতে 'নকি' হয়)।

## ক্ৰিয়া ঃ কাল

ক্ৰিয়া বিভিক্তৰ চিনবোৰ —

| কাল | ১ম পুৰুষ | ২য় পুৰুষ | ৩য় পুৰুষ |
|---|---|---|---|
| (১) নিত্য বৰ্তমান | - আ (ৱা, য়া) | - আ (ৱা, য়া) | - আ (ৱা, য়া) |
| (২) স্বৰূপ বৰ্তমান | - তা, এতা | - তা, এতা | - তা, এতা |
| (৩) স্বৰূপ ভূত | - জো, জোক | - জো, জোক | - জো, জোক |
| (৪) অপূৰ্ণ ভূত | - নাতাম্যুন | - নাতাম্যুন | - নাতাম্যুন |
| | আতাম্যুন | - আতাম্যুন | - আতাম্যুন |
| | বাম্যুন | - বাম্যুন | - বাম্যুন |
| (৫) সম্ভাব্য ভূত | - নোম্যুন, | নোম্যুন, | নোম্যুন, |
| | ওম্যুন | - ওম্যুন | - ওম্যুন |
| (৬) ভৱিষ্যৎ | - নো, ও | - নো, ও | - নো, ও |

**বিশেষ মন কৰিবলগীয়া ঃ-**

(১) কালৰ লগতহে ক্ৰিয়া বিভক্তিৰ সম্বন্ধ। কাল অনুযায়ী একে ক্ৰিয়া বিভক্তি সকলো পুৰুষ আৰু বচনত ৰূপ হয়।

(২) মূল ধাতুৱে কেৱল অনুজ্ঞা অৰ্থত ক্ৰিয়াৰ ৰূপ পায়।



তলত কাল অনুযায়ী ধাতুত ক্ৰিয়া বিভক্তিৰ সংযোগ দেখুওৱা হ'ল।

(১) নিত্য বৰ্তমান কালত - 'আকাৰান্ত' ধাতুৰ বাহিৰে সকলো ধাতুতে 'আ' ক্ৰিয়া বিভক্তি যোগ হয়। যেনে-
(ক) আং ৰিবা। (মই আহোঁ)
(খ) ও মিনি-ৱা। (সি হাঁহে)

(২) স্বৰূপ বৰ্তমান কালত - 'ই' কাৰান্ত ধাতু যোগে 'তা' আৰু 'আ' কাৰান্ত ধাতুবোৰত 'এতা' ক্ৰিয়া বিভক্তি যোগ হয়। যেনে-
(ক) ওৰং কানি-তা। (সিহঁতে কৈছে)
(খ) চিং কামি খাৰেতা। (আমি কাম কৰিছোঁ)

(৩) স্বৰূপ ভূত কালত - 'জো' ক্ৰিয়া বিভক্তি সাধাৰণ অৰ্থত আৰু 'জোক' ক্ৰিয়া বিভক্তি গুৰুত্ব বা জোৰ দিয়া অৰ্থত যোগ হয়। যেনে -
(ক) মাধৱ ৰেংজো। (মাধৱ গ'ল)
(খ) ওৰং ৰিবা- জোক। (সিহঁত আহিলেই)

(৪) অপূৰ্ণ ভূত কালত - সাধাৰণতঃ স্বৰান্ত আৰু ব্যঞ্জনান্ত ধ্বনিৰ ধাতুত 'নাতাম্যুন' ক্ৰিয়া বিভক্তি যোগ হয়। কিন্তু নাসিকান্তৰ (ঙ, ঞ, ণ, ন, ম) সকলো ধ্বনিৰ ধাতুত 'আতাম্যুন' ক্ৰিয়া বিভক্তি যোগ হয়। 'বাম্যুন' ক্ৰিয়া বিভক্তি কেৱল জোৰ দিয়া অৰ্থতহে যোগ হয়। যেনে -
(ক) চিং মায় ছানাতাম্যুন্ং (আমি ভাত খাইছিলোঁ)
(খ) ওৰং ৰেঙাতাম্যুন। (সিহঁত গৈছিল)
(গ) ও কামি খাৰ বাম্যুন। (সিহঁতে কাম কৰিছিলেই)

(৫) সম্ভাব্য ভূত কালত - 'নোম্যুন' ক্ৰিয়া বিভক্তি স্বৰান্ত আৰু ব্যঞ্জনান্ত ধ্বনিৰ ধাতুত যোগ হয় আৰু 'ওম্যুন' ক্ৰিয়া বিভক্তি সকলো নাসিকান্ত ধ্বনিৰ ধাতুত যোগ হয়। যেনে-
(ক) থোপে ফ্যুছা - নোম্যুন্। (থোপে নাচিলেহেঁতেন)
(খ) নেচে ক্ৰাঙোম্যুন। (নেচে ফুৰিলেহেঁতেন)

(৬) ভৱিষ্যত কালত - 'নো' ক্ৰিয়া বিভক্তি স্বৰান্ত আৰু ব্যঞ্জনান্ত ধ্বনিত ধাতুত যোগ হয় আৰু 'ও' আৰু 'ওৱা' ক্ৰিয়া বিভক্তি নাসিকান্তৰ সকলো ধ্বনিৰ ধাতুত যোগ হয়। যেনে-
(ক) ওৰং কাথা কানিনো। (সিহঁতে কথা ক'ব)
(খ) চিং চাহা ক্যাঙো। (আমি চাহ খাম)
(গ) আং ৰেঙোৱা। (আমি যাম)

অনুশীলনৰ বাবে কেইটমান ক্ৰিয়াৰ ধাতু উল্লেখ কৰা হ'ল।

(১) অকাৰান্ত ধাতু ঃ খাপ্ (কান্দ), ফাৰ্ (বেচ্), নুক্ (দেখ্), পুৰ্ (উৰ), তুনুক্ (দেখ), দিগাপ্ (আৰম্ভ কৰ), টেপ্ (কথা ক), কিৰ্ (ভয় খা), খাৰ্ (কৰ্), পাপ্ (কোব মাৰ), মেণ্ডেক্ (জিৰণি ল), মুকবাৰ (মৰম কৰ), কিৰ্ (শপত খা), ফয় (আহ্) আদি।

— নাসিকান্ত ধাতু ঃ ব্যং (পিখা), টং (থাক্), দং (হ্), তুং (গৰম কৰ্), ৰেং (যা), পুং (পূৰ্ণ কৰ), থেং (ৰাখি থ), ক্ৰাং (ভ্ৰমণ কৰ্), ডুং (উঠ), খেং (জী উঠা), গ্ৰং (কুঁজা হ্), গং (সন্মত হ্), তুং (ৰ'দত দি), ছুং (ডাঙৰ হ্), চাং (হ্), ছিং (সোধ-পোছ কৰ), নুং (ইচ্ছা কৰ), খুতুম (চুমা খা), বোম (সাঁতোৰ মাৰ), নেনকান (কাপোৰ পিন্ধ), খান্ (কাট), তাম্ (কোৰ মাৰ), মান (পা), গিন্ (ধো), বিম্ (ধৰ), বিন্ (গুড়ি কৰ), আদি।

(২) আকাৰান্ত ধাতু - ৰিবা (আহ্), ফ্যুছা (নাচ), ছা (খা), ৰা (ল), খিছা (খুওৱা), ৰুগা (খেদ), দাগা (সৰিপৰ), প্ৰা (জান্), পামা (কোলাত ল), থা (বলি দে), মাছা (খাবলৈ পা), ৰাবা (আন), তাতা (হেঁচা দে), ৰাংকা (বৰষুণ হ্), তোৱা (আছ), মিংছা (টোপনিৰ পৰা সাৰ পা), বোখা (পেট ভৰ), তুনুকা (ভাও জোৰ) আদি।

(৩) ইকাৰান্ত ধাতু - মিনি (হাঁহ্), জি (শৌচ কৰ্), ছি (মৃত্যু হ্), মানি (সন্মত হ্), কি (বাগৰি পৰ্), ছিকি (শিক্ষা ল), প্ৰী (পূৰঠ হ্), বুখি (ভোক লাগ্), ওৰ্গি (প্ৰাৰ্থনা কৰ্), টিকি (পেলাই দে), নাচি (মৰম কৰ্), পুছি (পালন কৰ্), ৰিণজি (নিন্দা কৰ্), দিবি (ভাঙি দে) আদি।

(৪) উকাৰান্ত ধাতু — ৰাখু (দে), চু (টোপোলা বান্ধ), ছু (খোচ মাৰ্), তুপু (মাটিত পোত্), ৰুচু (প্ৰস্ৰাৱ কৰ্) আদি।

(৫) উকাৰান্ত ধাতু — নূ (বহ্), 'নূ' ধাতুৰ দৰে অন্যান্য সকলো 'উ'কাৰান্ত ধাতুৰ ৰূপ একে।

(৬) ওকাৰান্ত ধাতু — প্ৰাও (মাত্), ছো (পুৰি দে), তমো (নুমাই দে - জুইৰ ক্ষেত্ৰত), টমো (লৰাই দে), মেখো (চুৰ কৰ), খো (মাটি কাট্), দোগো (উদয় হ্, জাগ্ৰত হ্) আদি।

## অসমাপিকা ক্ৰিয়া

অসমাপিকা ক্ৰিয়া ৰাভা ভাষাত গঠন কৰিবলৈ হ'লে ক্ৰিয়াৰ ধাতুৰ পিছত 'এ' প্ৰত্যয় যোগ কৰা হয়। তলত কেইটিমান অসমাপিকা ক্ৰিয়াৰ উদাহৰণ দিয়া হ'ল।

✓ ৰেং (যা) + এ = ৰেঙে (গৈ)
✓ মিনি (হাঁহ্) + এ = মিনিয়ে (হাঁহি)
✓ খাপ্ (কান্দ) + এ = খাপে (কান্দি)
✓ ৰিবা (আহ্) + এ = ৰিবায়ে (আহি)
✓ ফুৎছ্যা (নাচ্) + এ = ফ্যুছায়ে (নাচি) আদি।

## সংযুক্ত ক্ৰিয়া

ৰাভা ভাষাত সংযুক্ত ক্ৰিয়া গঠন কৰিবলৈ হ'লে ক্ৰিয়াৰ ধাতুত 'না' প্ৰত্যয় যোগ দিব লাগে। তলত কেইটিমান সংযুক্ত ক্ৰিয়াৰ উদাহৰণ উল্লেখ কৰা হ'ল।

✓ ছা (খা) + না = ছানা (খাবলৈ)
✓ পুৰ্ (উৰ) + না = পুৰনা (উৰিবলৈ)
✓ ৰাখু (দি) + না = ৰাখুনা (দিবলৈ)
✓ ৰিবা (আহ্) + না = ৰিবানা (আহিবলৈ) আদি।

অব্যয় শব্দ কেইটিমান উল্লেখ কৰা হ'ল।

— আৰো (আৰু), অন্‌দংবা (নাইবা), উনান্ (তথাপি), অনং (কিন্তু) বাদাং (কাৰণে), দংবে (যদি), দং দংবে (হয় যদি). দংচা দংবে (নহয় যদি), দং দংবা (হ'লেও), পাংচা (হয়তো), যাদং (যি হওক), অগদং (তেন্তে) আদি।

ফকৰা-যোজনা কেইটিমান উল্লেখ কৰা হ'ল।

(১) জেলা পাৰ্চু ৰিবাতা, অলাছে তৰে কোৱা। (যেতিয়া ধুমুহা আহে, তেতিয়াহে কপাহ ধুনে) (২) তকায় ৰাজা ৰেং, চাবানি যোগাৰ খাৰা। (ৰজা যোৱাৰ পিছতহে যোগাৰ কৰে) (৩) কুম্বায় চিকা ফুংকায় পুক্ প্লাক্‌চা। (ভৰা কলহৰ পানী নলৰে) (৪) ত'নেবা ছি দগ্‌ছা।

(কাটিলেও তেজ নোলায়) (৫) ওজা পাদেং কায় ছিয়া। (ওজা বেছি হ'লে ৰোগী মৰে) (৬) বায় ৰাখুৰা, কায় ক্রিক্‌ছা। (ঈশ্বৰে দিয়ে, মানুহে নাজানে) জতুৰা ঠাচ / খণ্ডবাক্য কেইটিমান উল্লেখ কৰা হ'ল।

(১) কাননি টাকা (বিয়াৰ গাধন) (২) কান নেমছা (অসুখ) (৩) কিয়ান মেংকুৱান (অলপো পছন্দ নোহোৱা) (৪) কুম্পাকটংচাকায় (নিলাজ) (৫) খুচেম পাঙা (লুভীয়া) (৬) খুচেম ৰাক্‌কা (সহজতে কথা নোকোৱা স্বভাৱ) (৭) খাপাকিনি মালা (মৰমৰ বস্তু) (৮) খৰো তংছানি (নগণ্য) (৯) টৌ তিকাম (বিয়াৰ ভোজ) (৯) নকিনি হাখম্ (চুক্ ভেকুলী) (১০) নু গোছা কংকায় (সহোদৰ) (১১) বাৰগান্দা চিগান্দা (খঙত উত্তেজিত হোৱা) (১২) নুখাং ময়না ঝাংকায় (চঞ্চল তিৰোতা) আদি বহুতো।

## কৃৎ প্রত্যয়

(১) কায় — (ক) কৃদন্ত বিশেষণ গঢ়িবলৈ 'কায়' প্রত্যয় যোগ কৰা হয়। যেনে — নেমকায় (ভাল), চিথোকায় (শুৱনি), মাথোকায় (শুৱলা) তুংকায় (গৰম) আদি।

(খ) ভাব বা ক্রিয়া বাচক বিশেষ্য গঢ়িবলৈ 'কায়' প্রত্যয় যোগ কৰা হয়। যেনে — কান্‌কায় (পিন্ধন), ছাকায় (খাৱন), ফুচ্যাকায় (নাচন) আদি।

(গ) ধাতুৰ লগত সম্বন্ধিত বস্তু বা কার্য বুজাবলৈ 'কায়' প্রত্যয় যোগ কৰা হয়। যেনে — নিগিকায় (ভাগৰুৱা), তানাকায় (বাজনা), ৰ্‌যিমকায় (ৰন্ধন) আদি।

(ঘ) ভাব বাচ্যত — চাংকায় (পাতনি), নোকায় (কঁপনি), লিখিকায় (লিখনি), দিবিকায় (ভাঙনি) আদি।

(২) ৰাঙা — বিশেষণীয় বিশেষণ বুজাবলৈ ধাতুৰ পিছত 'ৰাঙা' প্রত্যয় যোগ কৰা হয়। যেনে — নাথোৰাঙা (অতি শুৱলা), চিথোৰাঙা (অতি শুৱনি), নেম ৰাঙা (বৰ ভাল) আদি।

(৩) ৰাঙে — ক্রিয়া বিশেষণ গঢ়িবলৈ 'ৰাঙে' প্রত্যয় যোগ কৰা হয়। যেনে — নেমৰাঙে (ভালদৰে), নাথোৰাঙে (শুৱলাকৈ), নুক্‌চাৰাঙে (নেদেখাকৈ) আদি।

(৪) না — (ক) ভাব বাচ্যত ধাতুৰ পিছত 'না' প্রত্যয় যোগ কৰা হয়। যেনে — ৰেঙা (যাবলৈ), ছানা (খাবলৈ) আদি।

(খ) অসম্পূর্ণ ভাব বুজাবলৈ ক্রিয়াৰ লগত 'না' প্রত্যয় যোগ হয়। আৰু ইয়াক দ্বিৰুক্তি কৰা হয়। যেনে — মিনিনা মিনিনা (হাঁহো হাঁহো), ছিনা ছিনা (মৰোঁ মৰোঁ) আদি।

(গ) উচিত অর্থত 'না' প্রতয়ান্ত কৃদন্ত পদৰ পিছত 'লাগিকায়' যোগ হয়। যেনে — খাৰনা লাগিকায় (কৰিব লগীয়া), চাঙা লাগিকায় (হ'ব লগীয়া), চিনা লাগিকায় (চাব লগীয়া)।

(৫) আন — জোৰ দিয়া অর্থত সকলোবোৰ কালতে 'আন' প্রত্যয় যোগ হয়। যেনে — ৰিবাজোৱান (আহিলেই), ৰেঙেৱান (যামেই), ছায়েতান (খায়েই আছে)। কিন্তু, দ্বিৰুক্তি অর্থত শেষৰ ক্রিয়াৰ সংযোগী 'আন' প্রত্যয় লুপ্ত হয়। যেনে — ৰেঙেতান ৰেঙেতা (গৈ আছে, গৈয়ে আছে) আদি।

অসম্পূর্ণ ভাব অথচ কাম চলি থকা বুজাবলৈ ক্রিয়াৰ মূলৰ লগত 'আন' প্রত্যয় যোগ হয় আৰু ই দ্বিত্ব হয়। যেনে — মিনিয়ান মিনিয়ান (হাহোঁতে হাহোঁতে), ছাৱান ছাৱান (খাওঁতে খাওঁতে), চিয়ান চিয়ান (চাওঁতে চাওঁতে) আদি।

(৬) কোনো এটা ক্রিয়া চলি থকা সময়ত আন এটি ক্রিয়া সংঘটিত হ'লে চলি থকা আগৰ ক্রিয়াৰ ধাতুৰ পিছত — 'বায়' প্রত্যয় যোগ হয়। যেনে — ছাবায় (খাওঁতে), খেৰ্‌বায় (খেলোঁতে), ববায়বায় (কথা পাতোঁতে) আদি।

(৭) বাটাং — সকলো ধাতুৰ পিছত কর্তৃবাচ্যত 'বাটাং' প্রত্যয় যোগ হয়। যেনে — ছাবাটাং (খাওঁতা), ক্র্যিং বাটাং (শিকোঁতা, শিকোঁতী) আদি। ক্যিত্র্যিং বাটাং (শিকাওঁতা, শিকাৰতী) আদি।

(৮) ব্রাউ — স্বভাৱ অর্থ বা অভ্যস্ত বুজাবলৈ ধাতুৰ পিছত 'ব্রাউ' প্রত্যয় যোগ কৰা হয়। যেনে — খাপ্‌ব্রাউ (কান্দুৰা), জিব্রাউ (হাগুৰা), ৰুচুব্রাউ (মুতুৰা) আদি।

(৯) গীৰ, ব্রক — যিয়ে ক্রিয়াৰ কামটো কৰে তাৰ অর্থত বিশেষ্য-বিশেষণ গঢ়িবলৈ 'গীৰ' আৰু 'ব্রক' প্রত্যয় ধাতুৰ পিছত যোগ কৰা হয়। যেনে — ত্র্যিংগীৰ (ছাত্র), ক্যিত্র্যিংগীৰ (শিক্ষক), ছ্যিংগীৰ (প্রশ্নকর্তা), চিব্রক (দর্শক), খাৰব্রক (কার্যবাহী), প্রিব্রক (গ্রাহক), ছাব্রক (ভক্ষক) আদি।

(১০) দাম — য'ত কৰা হয় বা কার্যকৰণ স্থান অর্থত 'দাম' প্রত্যয় যোগ কৰা হয়। যেনে — ত্র্যিংদাম (বিদ্যালয়), খাৰদাম (কার্যালয়), ফাৰ্‌দাম (দোকান), প্রাদাম (জন্মভূমি), খেৰদাম (খেল পথাৰ), ফ্যুছাদাম (ৰংগমঞ্চ) আদি।

(১১) খ্রোক, গ্রাক — পার্গত বা অভ্যস্ত অর্থত 'খ্রোক' আৰু 'গ্রাক' প্রত্যয় যোগ কৰা হয়। যেনে — নাছিখ্রোক (মৰমিয়াল), মাদুখ্রোক (কৃপণ), দ্রাখ্রোক (মিছলীয়া), জাছাখ্রোক (টুটকীয়া), মেখোয়গ্রাক (চোৰ), ঠগায়গ্রাক (প্রবঞ্চক) আদি।

(১২) দং /দংৰে — এটা ক্রিয়া সম্পন্ন হোৱাৰ ওপৰতে আন এটা ক্রিয়া সম্পন্ন হোৱা বুজাবলৈ আগৰ ক্রিয়াৰ ধাতুত দং / দংৰে প্রত্যয় যোগ হয়। যেনে — ও নকিনা ৰিবাদংৰে আং ৰেঙো (সি ঘৰলৈ আহিলে মই যাম), ৰাদংবে ৰাং (নিলে নিয়ক) আদি।

(১৩) দঙান — এটা ক্রিয়াৰ শেষত আন এটা ক্রিয়া হৈছিল, এই অর্থ বুজাবলৈ ভূতকালত আগৰ ক্রিয়াৰ ধাতুত 'দঙান' প্রত্যয় যোগ হয়। যেনে —

ৰাংছান দগোদঙান, ছ্যিখ্যামকায় জাৰ্‌জো।
(সূর্য উদয় হ'লত, জাৰ পলাল)
ৰাং ফাদঙান চাক্‌পিৰি নাৰিজো।
(বৰষুণ পৰিলত, কুঁহিপাত মেলিলে) আদি।

## তদ্ধিত প্রত্যয়

কেতবোৰ তদ্ধিত প্রত্যয় তলত উল্লেখ কৰা হ'ল।

(১) আছে, পাকৈত বা অভ্যস্ত অর্থত তলৰ প্রত্যয়বোৰ ব্যৱহাৰ কৰা হয়। যেনে —

(ক) ব্রাউ — খুমেনব্রাউ (ডাঢ়ীয়া), জিমেন ব্রাউ (নেজাল), মেনব্রাউ (নোমাল), ছিব্রাউ (তেজাল) আদি।

(খ) মুংৰা — ৰান্তমুংৰা (ৰাগীয়াল), ৰোগমুংৰা (ৰুগীয়া) আদি।

(গ) বাদি — ৰাছংবাদি (অহংকাৰী), বৰাতবাদি (ভাগ্যৱান), ফেনতেংবাদি (বিদ্রোহী), পেংতামবাদি (অভিমানী) আদি।

(ঘ) আওলা — বিদ্যা আওলা (বিদ্বান), বুদ্ধি আওলা (বুদ্ধিমান) জ্ঞান আওলা (জ্ঞানী) আদি।

(ঙ) উৱা — ৰাজৱা (লাজকুৰীয়া), ভুলুৱা (মিছলীয়া), ছালুৱা (হাস্যৰসিক), গাল্টুৱা (তার্কিক) আদি।

(চ) দাৰী / দাৰীয়া — ছিমানদাৰী / য়া (টেঙৰ), বাছংদাৰী / য়া (বাহাদুৰী), তামানদাৰী /য়া (আকোঁৰগোজ) আদি।

(ছ) আ / ঈয়া — পকৰবুদা / বুদীয়া (চতুৰ), চকো বাউলা / ৰাউদীয়া (মদপী, মাতাল), মিচা ভাউৰা / ভাউৰীয়া (তিৰোতা সেৰুৱা), আগন দালীয়া (আগৰণুৱা), ভাদৰ মাছীয়া (ভাদমহীয়া) আদি।

(২) ব্যৱসায় নাইবা জীৱিকাৰ অর্থত তলত লিখা প্রত্যয়বোৰ যোগ হয়।

(ক) ফাং — চায়লং (গায়ক), ত্যিমাকাং (মংগল চোৱা ব্যক্তি), গুৰুকাং (পুৰোহিত), বায়ফাং (দেউৰী), পালাকাং (অভিনেতা), গাঙ্গ্রিফাং (শিপিনী) আদি।

(খ) চোক — চায়চোক (কবি), পালাচোক (নাট্যকাৰ), ফাচোক (বিজ্ঞানী), ছুনচোক (দার্শনিক) আদি।

(গ) গিৰি — কায়গিৰি (গৰাকী), চায়গিৰি (গীতিকাৰ), ৰাওগিৰি (সাহিত্যিক), পাৰদামগিৰি (মালী), খামগিৰি (ঢুলীয়া), ৰুংগিৰি (নাৱৰীয়া) আদি।

(৩) চাক্ — য'ত লিপিৱদ্ধ কৰি ৰখা হয়, তেনে অর্থ বুজাবলৈ শব্দৰ পিছত 'চাক' প্রত্যয় যোগ হয়। যেনে — চায়চাক (কবিতা), ৰাওচাক (গদ্য), ছচাক (বচন), চ্যিকচাক (চিঠি) আদি।

(৪) দাম্ — তাত হোৱা অর্থত স্থানবাচক বিশেষ্য পদৰ সৃষ্টি কৰিবলৈ 'দাম' (< হাদাম) প্রত্যয় যোগ হয়। যেনে - ৰায়দাম্ (দেৱীপীঠ), ছংদাম্ (পুৰণিগাঁও), বৰদাম্ (জুহাল), হামপ্রেংদাম্ (খেৰতলী), পাৰদাম্ (ফুলনি) ইত্যাদি।

(৫) গ্রিম্ — বিস্তৃত বা সমূহ বুজাবলৈ বিশেষ্য পদৰ পিছত 'গ্রিম্' প্রত্যয় যোগ কৰা হয়। যেনে — মায়গ্রিম্ (ধাননি), পানগ্রিম (জাৰণি), ছামগ্রিম (বননি) আদি।

(৬) চি (< চিকা) — বিস্তৃত বা ব্যাপ্ত অর্থত 'চি প্রত্যয় যোগ কৰা হয়। চান্দাচি (জোনালী), ৰাতাচি (ৰ'দালি), ৰামচি (পিঠাগুৰি), লুক্‌চি (চকুলো), হাপচি (বোকা), ৰাংচি (ৰস) আদি।

(৭) জি — শৰীৰৰ অংগ প্রত্যংগ বুজোৱা শব্দৰ সৈতে সেই ংগৰ মল (ময়লা) বুজাবলৈ শব্দটোৰ পিছত 'জি' প্রত্যয় যোগ কৰা হয়। যেনে — নুকেন + জি > নুক্‌জি (ফেচকুৰি), ফাকাম + জি > ফাজি (দাঁতৰ মল), মাছ + জি > মাজি (গোবৰ) আদি। বিশেষ মন কৰিবলগীয়া যে, এইবোৰ প্রত্যয় যোগ হওঁতে প্রায়বোৰ মূল শব্দৰে তির্যক ৰূপ হয়।

(৮) মেন — কোনো অংগৰ নোম বুজাবলৈ এই প্রত্যয় যোগ কৰা হয়। যেনে — খুচেম + মেন > খুমেন (গোঁফ), ফাকাম + মেন > ফামেন (দাড়ি), জিখাৰ + মেন > জিমেন আদি।

(৯) ঈয়া, ইনি — দিক্, প্রকৃতি বা তাত হোৱা বুজাবলৈ এই দুটা প্রত্যয় যোগ কৰা হয়। যেনে- পাহামীয়া (পাহাম গাঁৱৰ), হাচুকাৰায়নি > হাচু ৰাইনি (পাহাৰীয়া), গ্রিমিনি (বনৰীয়া), ছঙিনি (গাঁৱলীয়া) আদি।

(১০) বাকায় — মৰম অর্থত নাইবা গালি পাৰা অর্থত বিশেষণৰ লগত 'বাকায়' প্রত্যয় যোগ হয়। যেনে — ভেব্রাবাকায় (অজলা), নাছিবাকায় (মৰমী) আদি।

(১১) ব্রা — কেতিয়াবা এই প্রত্যয় যোগ হ'লে সম্বন্ধৰ সৰলীকৰণ ঘটে। যেনে — বিবিব্রা > বিব্রা (বায়েক), বাবাব্রা > বাব্রা (পিতৃ), বাংবাংব্রা > বাংব্রা (খুৰায়েক), মমোব্রা > মমব্রা (ভায়েক), গিমিব্রা > গিমব্রা আদি। কেতবোৰ শব্দ স্বাভাৱিকতে সম্বন্ধবাচক। যেনে- জিব্রা (মাক), নুছিব্রা (খুলশালীয়েক), নেব্রা (শহুৰেক), ছুব্রা (নাতিয়েক) আদি।

## দৃঢ়তাবাচক প্রত্যয়

বাক্যৰ সকলো পদৰ পিছত আনকি অব্যয় শব্দৰ পিছতো জোৰ বা নিশ্চয়তা ভাব বুজাবলৈ দৃঢ়তাবাচক প্রত্যয় যোগ হয়। যেনে —

(১) আন (ই, এ) — উ ৰেঙোৱান (তেওঁ যাবই), নাং ৰেঙেতা (তুমিয়ে গৈছা), ওৰং ৰেংচান (সিহঁত নাযায়েই) আদি।

(২) ছে (হে) — নাংছে ৰেং (তুমিহে যোৱা), গাফুংছে পঢ়ায়নো (কাইলৈহে পঢ়িম) আদি।

(৩) খাৰে — আতো খাৰে তেপ্‌নো (কেনেকৈ কম), গাফুংখাৰে ৰেঙো (কাইলৈকে যাম), বেখ্রেখাৰে ছিজো (কেনেকৈ মৰিল), হাপয় খাৰে ৰিবা (অথনিকৈ আহিবা) আদি।

(৪) বে /তু (তো) — আংতু ৰেঙোয়ান (মইতো যামেই)
ৰেঙোনবে /ত খাৰে, চাং তু চাং
(কোন নো কোন) আদি।

(৫) ক — ৰেং + জো + ক = ৰেংজোক (গ'লেই)
ছা + জো + ক = ছাজোক (খালেই)

(৬) ছয় — আংছয় ৰেঙোনা ৰেংচানো (মইহে যাম নে নাযাম)
নাংছয় আতো খাৰেতা (তুমিনো কি কৰিছা) আদি বহুতো প্রত্যয়।

## স্বার্থিক প্রত্যয়

অব্যয় পদৰ বাহিৰে বিভিন্ন পদৰ পিছত কিছুমান চিন বা শব্দাংশ বহি পদটোৰ বহি পদটোৰ অর্থকে বুজায়। কেতিয়াবা চিন বা শব্দাংশ বহি পদটোৰ অর্থকে বুজায়। কেতিয়াবা সামান্য জোৰ, অনুৰোধ, আকাংক্ষা, আদেশ আদিও বুজোৱা হয়। এনেবোৰ শব্দ-শব্দাংশ চিনবোৰেই স্বার্থিক প্রত্যয়। যেনে —

(১) বিভিন্ন কাল বুজাবলৈ ব্যৱহাৰ হোৱা সকলোবোৰ ক্রিয়া বিভক্তিৰ আগত 'এ' /'ই' বিভক্তি যোগ কৰি অসমীয়া ভাষাৰ 'গৈ', 'হি' অর্থ প্রকাশ হয়। যেনে —
ছক্ (গৈ পা) + এ + বাম্যুন > ছকেবাম্যুন (গৈ পাইছিলগৈ)

(২) নাজো — কোনো ক্রিয়া অলপ পিছতে হ'ব, তাৰ অর্থ বুজাবলৈ 'নাজো' প্রত্যয় যোগ হয়। যেনে — ৰাং ফানাজো (বৰষুণ পৰিবহি), চিং ৰেঙাজো (আমি যাওঁগৈ) আদি।

(৩) জোনো — কামটো সম্পূর্ণ হোৱাৰ সম্ভাৱনা থাকিলে 'জোনো' যোগ হয়। যেনে — তেচেকানো ৰিবাজোনা (এতিয়ালৈকে আহিছে সম্ভৱ)।

(৪) অনুজ্ঞা বা আশ্চৰ্য প্ৰকাশ কৰিবলৈ তলত দিয়া প্ৰত্যয়বোৰ ব্যৱহাৰ হয়। যেনে- চং-ৰিবাচং (আহকচোন), ৰে - ৰাবাৰে (আনাহে), ৰিবানা (আহাচোন), দয় — ৰিবানাজো / দয় (আহিবাদেই), তংনাজো (থাকিবাদেই), দুখুন / জা — নাংজা / দুখুন ৰেঙাতান (তুমি দেখোন গৈছিলাই), নাকানি — ৰিবাচাজো নাকানি (নাহিল পাই)।

(৫) সঠিকতা বুজাবলৈ হ'লে ব্যৱহাৰ হয়। যেনে — ৰেঙে মানে /মেনে (গৈ পাই), মিনি মানি (হাঁহি পেলাই) আদি বহুতো।

## নিৰ্দেশাত্মক আৰু অনিৰ্দেশাত্মক প্ৰত্যয়

ৰাভা আৰু অসমীয়া ভাষাৰ দৰে বস্তু বা প্ৰাণীৰ আকৃতি-প্ৰকৃতি, লিংগভেদে বিভিন্ন নিৰ্দেশাত্মক প্ৰত্যয় নবহে বা নাই। অৱশ্যে এইবোৰ বস্তু বা প্ৰাণীৰ আকৃতি-প্ৰকৃতি বুজোৱা শব্দ বা শব্দাংশবোৰৰ পিছত — 'ছা' (এক) লগ লাগি ই অনিৰ্দেশাত্মক প্ৰত্যয়ৰ দৰেহে অৰ্থ প্ৰকাশ কৰে। যেনে — ছাক্ছা (এজন), মাংছা (এটা), ফাংছা (এডাল), লাদাছা (এলদা)।

(১) ৰে — নিৰ্দেশাত্মক প্ৰত্যয় হিচাপে সংজ্ঞা, সৰ্বনাম, বিশেষণ, ক্ৰিয়া আনকি অব্যয় শব্দৰ লগতো লগ লাগিব পাৰে। যেনে — মাছুৰে ছিৰো (গৰুও মৰিল), কায়ৰে নেমচা (মানুহো বেয়া), ৰামৰে নেমা (ৰামো ভাল), আংৰে (ময়ো), চিংৰে (আমিও), ওৰংৰে (তেওঁলোকো) আদি।

(২) ছা / নিং / থাম — বস্তুৰ বা প্ৰাণীৰ আকৃতি-প্ৰাকৃতি, সমূহবাচক শব্দৰ লগত 'ছা' প্ৰত্যয় যোগ হয়। তদ্ৰূপ — নিং থাম্ যোগ কৰিও একে অৰ্থই বুজোৱা হয়। যেনে — ৰাংগ্ৰেছা (মাহেক), ব্যিছাৰছা (বছৰেক), মাঙানিং (দুটা), মাঙথাম্ (তিনিটা) আদি।

(৩) কেতিয়াবা প্ৰত্যয়ৰ লগত 'চাক' যোগ কৰিও অনিৰ্দেশাত্মক প্ৰত্যয় গঠন কৰা হয়। যেনে — ছাক্ছাচাক (এজনমান), তাক্ৰায়চাক (ভালেমান), চ্যুপানচাক (অলপমান), ৰাংগ্ৰেছাচাক (এমাহমান), নেথামচাক দৰায় (তিনিজনীমান গাভৰু) আদি।

(৪) কেতিয়াবা দুটা একে ধৰণৰ ভিন্ন সংখ্যাবাচক অনিৰ্দিষ্টতাবাচক শব্দ লগ লাগি বাক্যৰ সাৰ্থকতা নোহোৱা বুজায়।

যেনে — ছাক্ছা-কামিং (এজন-দুজন), ছান্ছা-ছাননিং (এদিন-দুদিন), বাচিছা-বাচি আনিং (এসাজ-দুসাজ) আদি।

(৫) বিশেষ বিশেষ সংজ্ঞাৰ লগত যোগ হোৱা বিশেষ বিশেষ অনিৰ্দিষ্টাবাচক শব্দাংশ বা প্ৰত্যয়বোৰ —

খুপ্খুপছা মায় (এগাল ভাত), থায়-থায়ছা হা (এডৰা মাটি), ফাং-ফাংছা পান (এজোপা গছ), ছোতা-ছোতাছা খৰে (একোছা চুলি), থোক্-থোক্ছা নুক্ছি (এটোপাল চকু-লো), বুক-বুকছা মায়ৰুং (এমুঠি চাউল) আদি বহুতো।

অসমীয়া ভাষাৰ ব্যাকৰণত — ২০টা উপসৰ্গ পোৱা যায়। তদ্ৰূপ ৰাভা ভাষাতো বহুতো উপসৰ্গ আছে। এইবোৰ উপসৰ্গ কোনো ক্ৰিয়াৰ ধাতুৰ আগত যোগ হৈ মূল ধাতুটোৰ অৰ্থৰ সলনি কৰি বেলেগ অৰ্থ প্ৰকাশ কৰে। তলত কেইটিমান উপসৰ্গৰ নাম উল্লেখ কৰা হ'ল।

ক, কি, কু ................. খ, খি, গি

ত, তি, তু, তে ................. থা, থি, থু, থে

দি, দু, দো আদি বহুতো।

(ৰাভা ভাষাৰ বিষয়ে বিতং অৱগতিৰ বাবে 'ৰাভা ভাষা পৰিষদ' দুধনৈৰ দ্বাৰা (Govt. Regd. S. R. Act XXI, 1860, No. 1048 of 1981) পৰিচালিত 'ৰাভা ভাষা' পৰীক্ষাবোৰৰ ব্যাকৰণ সমন্বিতে পাঠ্যপুথিসমূহ অধিতব্য)

"আহোম, মোগল, কোঁচ, কছাৰী-পাহাৰী
পুণ্যময় মিলনৰ বেদী
চিৰ সুন্দৰৰ
চিৰ আদৰৰ
বীৰৰ জননী ৰাণী অসমী সুন্দৰী,
তোমাৰ কোলাতে আই আমি বিৰচিম
বিনন্দীয়া সপোনৰ বাস্তৱ আকাৰ।"






# অসমীয়া ভাষা

ড° হীৰেন গোহাঁই

আমি যেতিয়া শংকৰদেৱ বা ৰামসৰস্বতীৰ ৰচনা পঢ়োঁ, তেতিয়া মধ্য যুগৰ আন ভাষাৰ ৰচনা (যেনে বিদ্যাপতিৰ পদাৱলী) পঢ়া যেন লাগেনে? হয়তো কিছুমান দিশৰ পৰা আধুনিক অসমীয়া ভাষাতকৈ বিদ্যাপতিৰ ভাষা শংকৰদেৱৰ বা মাধৱ কন্দলিৰ বেছি ওচৰৰ। তথাপি আমাৰ মনত ধাৰণা জন্মে যেন আমাৰ ভাষাহে শংকৰদেৱৰ বেছি আপোন।

এই ধাৰণা সম্পূৰ্ণ মনেগঢ়া ধাৰণাও হ'ব পাৰে কিন্তু বেছিভাগ অসমীয়া মানুহৰ মনতে এই ভাব জাগিব। তেওঁলোকে তাৰ যোগেদি আৱিষ্কাৰ বা উপলব্ধি কৰিব যে ভাষাটোৰ জৰীয়তে প্ৰবাহিত হৈ আছে কেতবোৰ সমূহীয়া অনুভূতি আৰু চিন্তা— যুগ-যুগান্ত ধৰি। অতীতৰ মাজত এনেকৈয়ে আমি বিচাৰি পাওঁ আমাৰ বৰ্তমান সত্তাৰ শিপা।

কোনে কেনেকৈ এই ভাষা সৃষ্টি কৰিছিল? খ্ৰীষ্টিয় প্ৰথম কেইটামান শতিকাৰ ভিতৰতে অসমত প্ৰাকৃতৰ কিবা ঠাল-ঠেঙুলি চলিবলৈ ধৰিছিল বুলি অনুমান কৰা হয়। অৱশ্যে প্ৰাচীন ভাৰতৰ বৈয়াকৰণিক সকলে কামৰূপী প্ৰাকৃত এটা উল্লেখ কৰা নাই। কিন্তু অসমৰ ভৌগোলিক দুৰ্গমতাৰ মাজত আৰু বিভিন্ন জনজাতীয় ভাষা-সংস্কৃতিৰ মাজত প্ৰাকৃত ভাষাই এক সুকীয়া ৰূপ ধাৰণ কৰাটো সম্ভৱ। তাৰ পিছৰ পৰ্যায়ত অসমীয়া ভাষাই তাৰ আদিম ৰূপটো লৈছিল। মাধৱ কন্দলিৰ "ৰামায়ণ"ত তাৰ আভাস পোৱা যায়। অৱশ্যে লিপিকাৰ সকলে কিমান বিশ্বস্তভাৱে মাধৱ কন্দলিৰ ভাষাৰ মূল ৰূপ ৰক্ষা কৰিছে, নিশ্চিতভাৱে কোৱা টান।

সি যি নহওক, এই ভাষাটো নিশ্চয় অসম ভূখণ্ডৰ (কামৰূপৰ) বিভিন্ন জনগোষ্ঠীৰ মাজত যোগাযোগ তথা ভাব-বিনিময়ৰ ভাষা হৈ পৰিছিল। বেহা-বেপাৰ, ধৰ্মসূত্ৰে হোৱা যোগাযোগ, আমোদ-প্ৰমোদ উপলক্ষে ব্যৱহাৰ, সংগীত, প্ৰশাসনৰ প্ৰয়োজন— এনে বহু কাৰণত বেলেগ বেলেগ জনগোষ্ঠীৰ মাজত এটা উমৈহতীয়া ভাষাৰ প্ৰচলন হ'ব পাৰে। কালক্ৰমত সি সকলোবোৰ জনগোষ্ঠীৰ সাহিত্য-সংস্কৃতিৰ ভাষাত পৰিণত হয়। অৱশ্যে সাহিত্যৰ ভাষা কথ্যভাষাৰ এক মাৰ্জিত ৰূপহে।

মাধৱ কন্দলি, হৰিবৰ বিপ্ৰ আদি অসমীয়া সাহিত্যৰ "পূৰ্বকবি" সকল আছিল ৰাজ-অনুগ্ৰহত কাব্য চৰ্চা কৰা ব্ৰাহ্মণ। অৰ্থাৎ জনজাতীয় পৰ্যায়ৰ পৰা ৰাজতন্ত্ৰলৈ উত্তীৰ্ণ হোৱা সমাজতহে এনে সাহিত্য-ৰচনা সম্ভৱ। এনে ৰাজতন্ত্ৰই ব্যক্তিগত সম্পত্তি, শ্ৰেণীগত ভেদাভেদ, বেপাৰ-বাণিজ্যৰ ব্যৱস্থা অস্ত্ৰবলেৰে বিপদৰ পৰা ৰক্ষা কৰিছিল। সেই ৰাজতন্ত্ৰৰ প্ৰভাৱতে বহু শতাব্দী ধৰি অসমীয়া সাহিত্যৰ ভাষা লালিত-পালিত হৈছিল। সপ্তদশ-অষ্টাদশ শতাব্দীত বুৰঞ্জীবোৰত অসমীয়া ভাষাৰ কথাৰূপৰ প্ৰভাৱ বেছিকৈ পৰে। একেসময়তে "গুৰুচৰিত কথা"তো একে প্ৰৱণতা দেখা যায়। অৰ্থাৎ সেইসময়ত অসমীয়া সাহিত্যৰ ভাষা কিছু সলনি হয়। খ্ৰীষ্টান মিছনাৰী সকলৰ হাতত অসমীয়া ভাষাৰ সেই গতিপথ আৰু স্পষ্ট হৈ পৰে।

কিন্তু হেমচন্দ্ৰ বৰুৱাই অসমীয়া ভাষাক উচ্চতৰ বিদ্যা তথা ভাৱপ্ৰকাশৰ উপযোগীকৈ নতুনকৈ গঢ় দিলে। অসমীয়া ভাষাৰ বানান, ঠাঁচ আদিক সংস্কৃতভিত্তিক গঢ় এটা দিলে। তাৰ পিছৰ পৰা সেই গঢ়টোৰ বিশেষ সাল-সলনি হোৱা নাই। কিন্তু জতুৱা ঠাঁচৰ প্ৰতি অসমীয়া লেখক-পাঠকৰ আগ্ৰহ কমিছে। অসমীয়া ভাষাৰ ওপৰত থকা গাঁৱলীয়া জীৱনযাত্ৰাৰ সাঁচ ক্ৰমে ক্ষীণ হৈ তাৰ চহৰীয়া সংস্কৰণটোৱেই সাহিত্যৰ ভাষা হ'বলৈ ধৰিছে। ফলত চহৰবাসী অনা-অসমীয়া বিভিন্ন গোষ্ঠীৰ ভাষাৰ প্ৰভাৱ অসমীয়া ভাষাৰ ওপৰত বেছিকৈ পৰিবলৈ ধৰিছে। শব্দ, বাক্যগাঁথনি, ঠাঁচ, সকলোৰে ওপৰত এনে প্ৰভাৱ পৰিলক্ষিত হৈছে।

আগৰ দিনত অসমীয়া ওজা সাহিত্যিকসকলে ইয়াকে "বঙলুৱা" প্ৰভাৱ বুলি আপত্তি কৰিছিল আৰু তাৰ প্ৰতিকাৰৰ ব্যৱস্থা কৰিছিল। এতিয়া কিন্তু সেই বিষয়ে অসমীয়া সাহিত্যিকসকলৰ উদ্বেগ নাই। অসমীয়া ভাষা তেওঁলোকে নিৰাপদ বুলি ধৰি লৈছে। বাহিৰৰ ৰাজনৈতিক প্ৰভাৱে এতিয়া আৰু তাৰ অস্তিত্ব বিপন্ন কৰিব নোৱাৰে বুলি তেওঁলোক নিশ্চিত হৈছে।

এই পৰিস্থিতিত মোৰ মনলৈ দুটা চিন্তা আহিছে। নানা ধৰণৰ প্ৰভাৱত ভাষাৰ গঢ় গতিত খেলিমেলি লগাটো শুভ লক্ষণ নহবও পাৰে। ভাষা এটা গতিশীল আৰু পৰিবৰ্ত্তনশীল বস্তু। তাক এটা বিশেষ গঢ়ৰ সঁজাত বন্দী কৰি ৰাখিব নোৱাৰি। কিন্তু যি কোনো মুহূৰ্ত্তত ভাষাৰ নীতি-নিয়ম বৰ বেছি সোলোক-ঢোলোক হ'বলৈ দিয়াও বিপজ্জনক। ভাষা চিন্তা আৰু অনুভূতিৰ সমল বা উপকৰণ। ভাষাত খেলিমেলি লাগিলে চিন্তাৰে খেলিমেলি বাঢ়িব। বিশেষকৈ অসমীয়া ভাষাৰ প্ৰতি উঠি অহা চামৰ লেখক-সাংবাদিক সকলৰ উদাসীনতাই আমাক উদ্বিগ্ন কৰে। তেওঁলোকে বোধ হয় ভাবে যে ভাষাটো যেহেতু চিনাকি, তাক কষ্টকৈ নিশিকিলেও হয়। কথাটো অতি সস্তীয়া আৰু টুলুঙা। আমাৰ ডেকা লেখক-লেখিকাৰ ভিতৰত যিসকলে অসমীয়া ভাষা চৰ্চাত কষ্ট কৰে, তেওঁলোক সমনীয়া আন লেখকতকৈ আগবাঢ়ি আছে। তাৰ পৰাই মাতৃভাষা চৰ্চাত নিষ্ঠাৰ গুৰুত্ব বুজিব পাৰি।

আন এটা বিষয় হৈছে এয়ে যে অসমীয়া জাতিৰ/ভাষাৰ ''অসমীয়াত্ব'' ৰক্ষাৰ বাবে ৰাজ্যখনৰ বিভিন্ন জনগোষ্ঠীয় ভাষা আৰু থলুৱা উপভাষাৰ লগত নতুনকৈ ঘনিষ্ঠ যোগাযোগ স্থাপন কৰা উচিত। ''অসমীয়াত্ব'' এতিয়া কেৱল বিশুদ্ধতাৰ ওপৰত নিৰ্ভৰ নকৰিব, উদাৰতাৰো প্ৰয়োজন হৈছে। হয়তো অসমীয়া ভাষাৰ মূল গঢ়ত ভাঁজ লাগিবলৈ নিদিয়াকৈ বিভিন্ন উপভাষা আৰু জনগোষ্ঠীয় ভাষাৰ শব্দ, জতুৱা ঠাঁচ আদি প্ৰচুৰ পৰিমাণে ধাৰ কৰা উচিত হৈছে। এইকাম কেৱল ভাষাতাত্ত্বিকে কৰিব নোৱাৰে। ভাষাতত্ত্বৰ সহায় লৈ সাংবাদিক আৰু লেখক সকলেই কৰিব লাগিব। তেতিয়া হয়তো গজদন্তমিনাৰত থকা মহা মহা লেখকসকলেও তেনে শব্দ আৰু জতুৱা ঠাঁচ ব্যৱহাৰ কৰিবলৈ বাধ্য হ'ব। সাহিত্যসভাই উপযুক্ত দল (team) এটা গঠন কৰি কামটো আৰম্ভ কৰি দিব পাৰে।

কিন্তু এইবোৰ কৰিবলৈ গৈ আমি যাতে মাধৱ কন্দলি, শংকৰদেৱ, বুৰঞ্জী, গুৰুচৰিত কথাৰ লগত থকা আমাৰ সম্পৰ্কটো হেৰুৱাই নেপেলাওঁ। এটা ভাষা এটা নিষ্ক্ৰিয়, জড় মাধ্যম নহয়। তাৰ মাজেদি বাচি থাকে এখন সমাজৰ প্ৰাণ বা সত্তা। সেই সত্তা এক ঐতিহ্যৰ ওপৰত নিৰ্ভৰশীল, তাৰ যিমানেই পৰিবৰ্ত্তন নহওক। আমি আশা কৰিম, যাতে এশ বছৰৰ পিছতো অসমীয়া লেখক পাঠকে মুগ্ধ হৃদয়েৰে কেতিয়াবা গায় ঃ

''অ' মোৰ সুৰীয়া মাত,
অসমৰ সুৱদী মাত।''



▼ লক্ষ্মীনাথ বেজবৰুৱা

বাজক দবা, বাজক শঙ্খ
বাজক মৃদং খোল ;
অসম আকৌ উন্নতি পথত
জয় আই অসম বোল।



অসম সাহিত্য সভা

# যুদ্ধোত্তৰ কালৰ অসমীয়া ব্যংগাত্মক গল্প (১৯৪৭-১৯৯৭)

## উপেন্দ্ৰনাথ শৰ্মা

অসমীয়া সাহিত্যত ব্যংগাত্মক গল্পৰ পৰম্পৰা জোনাকী যুগতে আৰম্ভ হয়। বেজবৰুৱা আজিও শ্ৰেষ্ঠ অসমীয়া ব্যংগকাৰ হিচাপে প্ৰতিষ্ঠিত হৈ আছে। তেওঁ কলিকতা বিশ্ববিদ্যালয়ত স্নাতকোত্তৰ মহলাত পঢ়োতে লেটিন ব্যংগ কবি হৰচে আৰু জুভেনেলৰ উপৰিও অষ্টাদশ শতাব্দীৰ ইংৰাজ ব্যংগ কবি ড্ৰাইডেন আৰু পোপৰ লগত গভীৰভাৱে পৰিচিত হৈছিল। অকল কৃপাবৰ বৰুৱাৰ ভাবৰ বুৰবুৰণিয়েই নহয়, চুটি গল্পবোৰেও তেওঁৰ ব্যংগাত্মক প্ৰতিভাৰ স্বাক্ষৰ বহন কৰে। সামাজিক জীৱনত প্ৰকাশ পোৱা ভেম আৰু ভণ্ডামিৰ উপৰিও কুসংস্কাৰ, দুৰ্বলৰ ওপৰত মৰা কুঠাৰাঘাতৰ ওপৰতো তেওঁ ব্যংগাত্মক আক্ৰমণ চলাইছিল। তীব্ৰ শ্লেষ তেওঁৰ এনেধৰণৰ ব্যংগৰ প্ৰধান হাতিয়াৰ। সমাজৰ নিষ্ঠুৰতাই সেউতীৰ জীৱন নিৰ্বাপিত কৰাৰ পিছত মানুহে কোৱাকুই কৰিবলৈ ধৰিছিল যে ছোৱালী দৰাচলতে সম্বন্ধ লগা নহয়। গল্পটো সমাজৰ মানুহে নিৰ্মম নিৰ্লিপ্তেৰে কৰা শ্লেষাত্মক মন্তব্যেৰে সমাপ্ত হৈছে।

বেজবৰুৱাৰ পিছত আৱাহন যুগত তেওঁৰ ব্যংগ ৰচনাৰ পৰম্পৰা স্তিমিত হোৱাৰ লক্ষণে দেখা দিয়া নাছিল। আৱাহন যুগত নগেন্দ্ৰ নাৰায়ণ চৌধুৰী, মহীচন্দ্ৰ বৰা, হলীৰাম ডেকা আৰু লক্ষ্মীনাথ ফুকন প্ৰমুখ্যে লেখকসকলে তেওঁলোকৰ চুটিগল্পত মানুহৰ ভণ্ডামি, নিষ্ঠুৰতা আৰু সামাজিক নিৰ্লিপ্তিৰ বিৰুদ্ধে অংকুশ হানিছিল। চোকা ব্যংগাত্মক গল্পৰ দক্ষ ভাণ্ডাৰ মহীচন্দ্ৰ বৰাৰ কথা নৈপুণ্য দেখি কৃষ্ণকান্ত সন্দিকৈয়ে তেওঁ বেজবৰুৱাৰ উপযুক্ত উত্তৰসাধক হ'ব বুলি মন্তব্য দিয়াটো সৰ্বজনবিদিত।

যুদ্ধোত্তৰ যুগত আৱাহন আলোচনীখনে প্ৰতিকূল অৱস্থাৰ লগত বুজা পৰা কৰিব নোৱাৰি পয়াঁলগা অৱস্থাপ্ৰাপ্ত হোৱাত আৱাহন লেখকগোষ্ঠী কিছুপৰিমাণে পিছ হোঁহকি গ'লেও নানান উপায়েৰে তেওঁলোকৰ সৃষ্টিক্ষমতা (কম পৰিসৰত অৱশ্যে) অক্ষুণ্ণ ৰাখে। ৰাধিকা নাথ গোস্বামীৰ 'ষ্টেট ট্ৰেনচপোৰ্ট', ৰমা দাসৰ 'ৰড'ডেণ্ড্ৰনৰ বিলাস' আৰু কৃষ্ণ ভূএগৰ শ্লেষাত্মক গল্পসমূহে তাৰ স্বাক্ষৰ বহন কৰে।

আলোচ্য কালচোৱাৰ (১৯৪৭-১৯৯৭) আৰম্ভণিতে (১৯৪৭ চনত) জগদীশ মেধিয়ে তেওঁৰ তীক্ষ্ণ 'জুভেগললিয়ান' ব্যংগাত্মক গল্প 'বিপদ ভঞ্জন' 'সুৰভি' আলোচনীখনত প্ৰকাশ কৰি উলিয়ায়। গল্পটো এই শতাব্দীৰ দহোটা শ্ৰেষ্ঠ গল্পৰ এটা বুলি পৰিগণিত হোৱাটো নিশ্চিত। গল্পটো সম্পৰ্কে বিদগ্ধ পণ্ডিত প্ৰফুল্লদত্ত গোস্বামীদেৱে লিখিছে ঃ

'বিপদ ভঞ্জন' সমাজ, আইন, ৰাষ্ট্ৰ সকলো ফালৰ পৰা নিষ্পেষিত লোকৰ প্ৰতীক। বিপদ ভঞ্জনৰ চৰিত্ৰ ক্ৰমে অৱস্থাৰ তাড়নাত ৰূপান্তৰিত হৈ শেষত এটা বুকু কঁপাই তোলা, সমাজ, আইন, ৰাষ্ট্ৰ সকলো ওফৰাই পেলোৱা প্ৰতীক ৰূপে মূৰ্তমান হৈ উঠিছে। গল্পটোৰ আদিৰ পৰা অন্তলৈ এটি শ্লেষ বা আইনিৰ সোঁত।' (প্ৰফুল্ল দত্ত গোস্বামী সম্পাদিত) গল্প ঃ দেশী আৰু বিদেশী ২য় প্ৰকাশ, গুৱাহাটী ১৯৯৬ (পৃঃ ১৫৫)।

জগদীশ মেধিৰ 'বিপদ ভঞ্জন' যুদ্ধোত্তৰ যুগৰ এটা বিশেষভাৱে উল্লেখযোগ্য ব্যঙ্গাত্মক চুটি গল্প। গল্পটোত শোষণভিত্তিক সমাজৰ নিৰ্মোহ ছবি অংকিত হৈছে। গল্পটোত বৃটিছ শাসনৰ কু-ব্যৱস্থাৰ ওপৰত তীৰ্যক আলোকপাত কৰা হৈছে যদিও স্বৰাজোত্তৰ যুগটো তাৰ প্ৰাসংগিকতা অক্ষুণ্ণ হৈয়ে আছে। সৰুতে মাকক হেৰুওৱা বিপদ ভঞ্জনে ডেকাকাল পাওঁতেই পিতাককো হেৰুৱালে। বাপেকে মৰিবৰ সময়ত সম্পত্তিৰ ভিতৰত এৰি গ'ল ঋণৰ বোজা। ডিঙিত আঁৰি দি গ'ল এজনী ঘৈণী - যাক ল'ৰা-ছোৱালীৰ সৈতে পোহপাল দিয়াটো তাৰ বাবে অসম্ভৱ। বিপদ ভঞ্জনে দেখি দেখি আতংকিত হ'ল যে পথাৰত শস্য নাথাকিলেও ৰজাক খাজনা দিবই লাগিব, মাটিগিৰি মহাজনক শস্যৰ ভাগ দিবই লাগিব, ধনীক পৈতৃক ঋণৰ বাবে সুত দিবই লাগিব আৰু ইহকালত পেটত গাঁঠি দি হ'লেও পিতৃ শ্ৰাদ্ধত পিতৃৰ পৰলোকৰ সদগতিৰ বাবে পুৰোহিতক গো-দান কৰি সন্তুষ্ট কৰিবই লাগিব। ঘৰত আধামৰা গাই এটা আছিল সি তাকেই দান কৰিলে আৰু শ্ৰাদ্ধশান্তিৰ পিছতে তাৰ গোহালিতে গৰুটো মৰাত সি মৰা গৰুটো টানি নি পুৰোহিতৰ ঘৰৰ আগত থৈ আহিলগৈ। ঘৈণীয়েক মৃত্যু শয্যাত পৰাত সি ডাক্তৰৰ ওচৰলৈ গ'ল। তেওঁ কপৰ্দকশূন্য বিপদৰ ঘৰলৈ নাহে। সি মানৱতাবোধৰ দোহাই দিছিল। ডাক্তৰে বুজাই দিলে, — আজিৰ যুগত টকাই সকলো। সৎ বা অসৎ উপায়ে টকা ঘটাজনৰ ভাগ্য মুকলি হয়। টোকোনা হ'লেও তাক তেতিয়াও সকলোৱে সৰল আৰু হোজা বাবে বিশ্বাস কৰিছিল। বিপদ ভঞ্জন বৰ চালাক হৈছে তেওঁ বুজ নাছিল। গাতিকে গাঁৱলীয়া চিকিৎসকক লাগে বুলি কোৱাত মহাজনেও তেওঁৰ সৰু ছোৱালীৰ ডিঙিৰ হাৰডাল দিলে। বিপদে সোণৰ হাৰডাল ডাক্তৰক ঘোচ হিচাপে দিলে। জংঘলৰ মাজেদি উভতি যাওঁতে সি ডাক্তৰক ডিঙিত টিপি মাৰিলে আৰু হাড়ডাল পুনৰ হস্তগত কৰিলে। ডাক্তৰে ঘৈণীয়েকক বচাব পৰা নাছিল। গতিকে হাড় ডাল মহাজনক নিদি বিক্ৰী কৰিলে আৰু মৃতকৰ সজকৰ্ম খেদালে। মহাজনে হাৰডাল ঘূৰাই বিচৰাত সি তেওঁক বুজাই দিলে, এইবাৰ তেওঁৰ হাৰ আৰু তাৰ জিত। এইদৰেই সময়ৰ নিৰ্মম পৰিস্থিতিয়ে তাক অমূলভাৱে পৰিবৰ্তিত কৰিলে। ডাক্তৰক মৰা অপৰাধত তাক গ্ৰেপ্তাৰ কৰা হ'ল। প্ৰমাণৰ অভাৱত সি খালাচ পোৱাটো সুনিশ্চিত আছিল। কিন্তু উকীলক ফিজ দিব নোৱাৰা

বাবে তাৰ অপৰাধ সাব্যস্ত হ'ল আৰু সি অকুণ্ঠচিত্তে ফাচী কাঠত ওলমিল।

লেখকে শ্লেষ আৰু বাক্যাঘাতৰ অংকুশেৰে দুৰ্বলৰ ওপৰত হোৱা সামাজিক শোষণৰ স্বৰূপ উদঙাই ধৰিছে। দৰিদ্ৰৰ দুৰৱস্থা অংকণৰ ক্ষেত্ৰত তেওঁ ভাব প্ৰৱণতা আৰু অনুভূতিক সহৃদয়তাৰ ভংগী পৰিহাৰ কৰি ব্যঙ্গাত্মক হাস্যৰসৰ সহায় লোৱাত গল্পকথনৰ নতুন বাট মুকলি হৈছে। বিপদ ভঞ্জনৰ ওপৰত শোষণৰ মেটমৰা বোজা জাপি দিয়াত অৰিহণা যোগোৱা জমিদাৰ, মহাজন, উকীল, ডাক্তৰ আদি প্ৰতিভূ স্থানীয় ব্যক্তিৰ চৰিত্ৰ অংকণত তেওঁ জীৱন্ত কল্পনাৰ আশ্ৰয় লৈছে আৰু জীৱনৰ কাৰুণ্যক ৰূপক ধৰ্মী বিশ্লেষাণেৰে উজলাই তোলা হৈছে। বিশ্লেষণধৰ্মী বৌদ্ধিকতা মেধিৰ গল্প-কথনৰ অভিনৱ বিশেষত্ব। শোষণকাৰী শ্ৰেণী চতুষ্টয়ৰ দৃষ্টিভংগী ৰূপায়ণৰ ক্ষেত্ৰত তেওঁ যি বিশ্লেষণ দাঙি ধৰিছে সিয়ে ৰুঢ় বাস্তৱবাদী লেখকসকলেলৈ মনত পেলায়।

আৱাহন যুগৰ পৰা ৰামধেনু যুগৰ শেষলৈকে নিৰৱচ্ছিন্নভাৱে চুটিগল্প ৰচনা আৰু অধ্যয়ন কৰা ত্ৰৈলোক্যনাথ গোস্বামীৰ শেষৰ ডোখৰত তেওঁৰ গল্পক সামাজিক পৰিৱৰ্তনৰ হাতিয়াৰ হিচাপে গঢ়িবলৈ লয়। ভ্ৰষ্টাচাৰপুষ্ট যুদ্ধোত্তৰ যুগৰ গল্পবোৰত এটা ব্যংগাত্মক দৃষ্টিভংগী আৰু হাস্যৰসৰ পাতল আৱৰণ সৰ্বত্ৰ দৃশ্যমান। তেওঁৰ 'এটা গৰমকোট' স্বৰাজোত্তৰ কালৰ এটা তাৎপৰ্যপূৰ্ণ আৰু সুখপাঠ্য গল্প। যুদ্ধোত্তৰ যুগৰ খক (লোভ) আৰু অৰ্থশিল্পৰ ওপৰত আঘাত হানি প্ৰতিৰোধৰ চেতনা জাগ্ৰত কৰাটোৱেই তেওঁৰ 'এটা গৰমকোট'ৰ দৰে গল্পৰ মূল উদ্দেশ্য। তাক কৰোঁতে তেওঁ তেওঁৰ শক্তিশালী ব্যঙ্গ আৰু শ্লেষৰ প্ৰয়োগ ঘটোৱা দেখা গৈছে।

ৰমেন বৰুৱা মাষ্টৰ আদৰ্শবাদী, কিন্তু অভাৱগ্ৰস্ত। অভাৱৰ সংসাৰৰ জোৰা মাৰিবলৈ তেওঁ অসৎ ব্যৱসায়ী সদানন্দ হাজৰিকাৰ ঘৰত টিউচন কৰিবলৈ লয়। হাজৰিকাই ঠিকা কৰি ধন ঘটাৰ সপোন দেখিছে। তেওঁ জানে যে দুখীয়া হ'লেও আদৰ্শবাদী শিক্ষকগৰাকীক সকলোৱে সমীহ কৰি চলে। বিশেষকৈ ঠিকা দিব পৰা ক্ষমতাশীল ব্যক্তি ভৰালীৰ লগত তেওঁৰ আত্মীয়তা সৰ্বজনবিদিত। ভৰালীৰ অনুৰোধ পেলাব নোৱাৰি বৰুৱাই তেওঁক কৈ দুই লাখৰ ঠিকাটো হাজৰিকাকে দিয়ালে। তেওঁৰ কৃতজ্ঞতাৰ চিন স্বৰূপে বৰুৱাই গৰম কোট এটা উপহাৰ দিলে। এই কোটটোকে পিন্ধি বৰুৱাই হাজৰিকাৰ ঘৰৰ টিওচনৰ পৰা উভতিছে। জাৰৰ দিন। আনদিনা শীতৰ বতাহে তেওঁৰ গা থক থক কৰি কঁপায়। আজি বতাহৰ আক্ৰমণ ব্যৰ্থ হৈছে। অৱশ্যে কোনো দিনে পৰৰ ওচৰত হাত নপতা বৰুৱাই কোটটো পিন্ধি অস্বস্তিও অনুভৱ নকৰাকৈ থকা নাই। ঘৰ পাওঁতে তেওঁৰ মৰমৰ কুকুৰ টমিয়েও তেওঁক চিনি নাপাই ভুকিছে। ঘৈনীয়েকেও ইমান ধনভাওৰ কোটটো লোৱাৰ বাবে তেওঁক ককৰ্থনা কৰিছে। বৰুৱাই আচল কথাটো ভাবি-পাতি কোৱাত তেওঁ আশ্বস্ত হৈছে। কিন্তু সকলো কথা গম পাই তেওঁৰ আদৰ্শবাদী ল'ৰা কণে তেওঁক ভেটি লোৱা বুলি অভিযুক্ত কৰিছে আৰু চোলাটো ফিৰাই দিবলৈ কৈছে। তেওঁ কোটটো গাত নল'বলৈ প্ৰতিজ্ঞা কৰিলে যদিও কোটটো ফিৰাই দি হাজৰিকাক অপমান কৰিবলৈ মান্তি নহ'ল। কণ অত্যাচাৰ আৰু ভ্ৰষ্টাচাৰীৰ বিৰুদ্ধে প্ৰতিৰোধৰ ধ্বনি তোলা প্ৰগতিশীল তৰুণ শক্তিৰ প্ৰতিভূ। গল্পটো এনে স্বকীয় পৰিস্থিতিৰ উদ্ভাৱনেৰে সমাপ্ত কৰা হৈছে।

'খঙতে বৰুৱাই কোটটো সোলোকাই ঘৈনীয়েকৰ আগত দলিয়াই পেলাই দিলে। ওচৰত শুই থকা টমিয়ে জঁপিয়াই চোলাৰ এমূৰত ধৰি বাহিৰলৈ চোঁচোৰাই লৈ গ'ল।'

গল্পটোৰ সকলো পৰিস্থিতিতে এটা মৃদু শ্লেষাত্মকভাৱে ক্ৰিয়া কৰি আছে। বৰুৱাক ঠেকাত পেলাবলৈ হাজৰিকাই প্ৰয়োগ কৰা কথাৰ পেচ, দুই লাখ টকাৰ ঠিকা পাই হাজৰিকাৰ জীৱনধাৰাৰ পৰিৱৰ্তন আৰু ঘৰত চোফাৰ সমাগম, কোটটো পিন্ধি বৰুৱাৰ মনত যোৱা দ্বন্দ্ব, কোটটো পিন্ধাৰ আগত বৰুৱাৰ দেহৰ ওপৰত প্ৰকৃতিৰ যি কৰুণ আঘাত আৰু কোটটো গাত দিয়াৰ পিছত সেই আঘাতৰ আৰু বাটৰ জোঙা শিলগুটিবোৰৰো যেন তেওঁৰ প্ৰতি উদাৰতা ইত্যাদিয়ে মৃদু শ্লেষাত্মক হাস্যৰসৰ খোৰক যোগাইছে। গোস্বামীৰ 'অজ্ঞাতবাস' স্বৰাজোত্তৰ কালৰ এটা উৎকৃষ্ট ব্যঙ্গাত্মক গল্প। গাঁৱৰ পণ্ডিতে অহৰ্নিশে ছাত্ৰসকলৰ কল্যাণৰ কথা চিন্তা কৰে। তেওঁৰ মনত ধনী-দুখীয়া সকলো ছাত্ৰই সমান। তেওঁ নৈতিকতাৰ উদ্দেশ্য আগত ৰাখি মেলকিৰ ল'ৰাৰ গাতে হাত দিলে। ফলত তেওঁ বদলি হৈ পঞ্চ পাণ্ডৱৰ দৰে অজ্ঞাতবাস খাটিব লগীয়া হ'ল। তেওঁ কৰ্তৃপক্ষৰ ওচৰত গোহাৰি জনোৱাত ডাঙৰ মানুহৰ লগত বুজাপৰা কৰি চলিব নোৱাৰৰ বাবে তেওঁকহে জগৰীয়া কৰিলে। স্বৰাজত্তোৰ কালত আমাৰ মানুহৰ হাতলৈ সা-সুবিধা আহিছে, ক্ষমতা আহিছে। কিন্তু আগৰ দৰেই বৰমূৰীয়াসকলে সকলো সুফল আত্মসাৎ কৰিছে আৰু ক্ষেত্ৰহীন আদৰ্শবাদী মানুহক লঘু-লাঞ্ছনা কৰিছে। গল্পটো স্বৰাজোত্তৰ কালৰ এটা 'আৰ্কিটাইগেল' চুটি গল্প।

'আদৰ্শ' গল্পত ভ্ৰষ্টাচাৰী আৰু আদৰ্শৰ সংঘাত ছবি আংকিত হৈছে। আদৰ্শবাদী শ্ৰমিক নেতা স্বকীয়ৰ দল দুৰ্নীতিগ্ৰস্ত বৰুৱাৰ হাতত পৰাজয় হোৱাটো সুনিশ্চিত। তেওঁৰ দলত কেইজনমান হাড়-ছাল ওলোৱা মানুহহে যোগ দিছে। আনহাতে বৰুৱাৰ দলত আছে চোৰাং কাৰবাৰী আৰু তোষামোদকাৰীৰ দল। তেওঁৰ আস্তানাত নোচাহাবৰ দলে ভিৰ কৰিছে আৰু চোৰাং বেপাৰী লাল সিংঙে মিঠাইৰ যোগান ধৰিছে। চাহ মিঠাই দেখি কোনো কোনোৱে তোষামোদৰ 'হেমিওপেথিক ফোট' পেলাইছে। বৰুৱাই বক্তৃতাৰ ফুলজাৰী মাৰিছে। এনেতে দেখা গ'ল শইকীয়া সেই জাৰত এটা মাত্ৰ কামিজ পিন্ধি কুলি বস্তিৰ কল্যাণৰ হকে সমদল আগুৱাই লৈ গৈছে আৰু বৰুৱাৰ দলৰ হাঁহিয়াতৰ পাত্ৰ হৈছে। তেওঁৰ মনত 'হিমাজল সদৃশ ধৈৰ্য্যৰ অচল প্ৰতিজ্ঞা'। আখ্যায়কে বৰুৱাৰ বাৰাণ্ডাত বহি কথাৰ মহলা মৰা শুনি আছিল। তেওঁ বৰুৱাৰ দলে সহকাৰক কৰা ঠাট্টা মস্কৰাক আওকান কৰি শইকীয়াৰ পিছে পিছে আগুৱাই যাবলৈ ধৰিলে।

ৰামধেনু যুগত ব্যংগত্মক গল্পৰ পয়োভাৰ কম। সেই যুগৰ গল্পকাৰে সমাজ বিশ্লেষণতকৈ জীৱনৰ ৰূপায়নৰ ওপৰতহে অধিক গুৰুত্ব দিয়া যেন লাগে। পদ্ম বৰকটকীৰ গল্পত সমাজ বিশ্লেষণো আছে, ব্যঙ্গও সাৰ্বভৌম। ব্যংগ সৌৰভ চালিহাৰ সামাজিক বিৱৰ্তনৰ ৰূপায়ণৰ বাবে ব্যৱহাৰ কৰা প্ৰধান হাতিয়াৰ। তেওঁৰ আশান্ত ইলেকট্ৰনৰ দৰে গল্পত দেখিবলৈ পোৱা সামাজিক জীৱনৰ বিশ্লেষণ কৰোঁতে তেখেতে শ্লেষ আদিক সুন্দৰভাৱে নিয়োজিত কৰিছে। ৰামধেনু যুগত সামগ্ৰিকভাৱে জীৱনৰ ৰূপায়ণ কৰা গল্পকাৰসকলৰ ভিতৰত মহিম বৰাৰ স্থান সুপ্ৰতিষ্ঠিত। তেওঁ কিন্তু ঠায়ে ঠায়ে ব্যংগাত্মক ভাষা আৰু পৰিস্থিতিৰ আশ্ৰয় নোলোৱাকৈ থকা নাই। যোগেশ দাস, ড° ভৱেন শইকীয়া, হোমেন বৰগোহাঞিও আদি গল্পকাৰে শ্লেষাত্মক পৰিস্থিতিৰ আশ্ৰয় ল'লেও ঘাইকৈ গুৰুগম্ভীৰ ভাৱেই তেওঁলোকৰ বক্তব্য ডাঙি ধৰে। এইসকল সুক্ষ্ম কলাকুশলীয়েও কিন্তু, দুই এটা ব্যঙ্গাত্মক গল্প নিলিখাকৈ থকা নাই। লক্ষ্মীনন্দন বৰাৰ গল্পত শ্লেষ, ব্যংগাত্মক পৰিস্থিতি আৰু সামুহিক অৱস্থাৰ আত্মচেতন ৰূপায়ণ দেখিবলৈ পোৱা যায়। সেয়া হ'লেও এই কথা স্বীকাৰ কৰিবই লাগিব যে এই সময়ছোৱাত লেখকে সমাজ সংস্কাৰৰ ভূমিকা লোৱা নাই, সেই ভূমিকা সাংবাদিকসকলৰ বাবে এৰিছে। কুমাৰ মধুসুদন, কীৰ্ত্তিনাথ হাজৰিকা আৰু তিলক হাজৰিকাই এই পৰ্য্যায়ৰ কেইটামান ব্যংগাত্মক গল্প প্ৰকাশ কৰি উলিয়াইছে।

হোমেন বৰগোহাঞিৰ 'পাৰ্টি' সাংবাদিকৰ অভিজ্ঞতা সম্বলিত গল্প। আনহাতেদি তেওঁৰ সামাজিক বিশ্লেষণাত্মক গল্প 'ভাৰতবৰ্ষ ১৯৪৭-৬৫' ৰাজনৈতিক বক্তৃতাৰ ফুলজাৰী আৰু ক্ষুৰধাৰ ব্যংগাত্মক সংঘাটৰ নিয়ৰিত দায়বদ্ধ চেতনাৰ স্ফুলিংগ চিটিকি পৰিছে। গল্পটো এনেধৰণে আগবাঢ়িছে। ভিতৰুৱা গাঁও এখনত খাদ্য উৎপাদন দ্ৰুত গতিত বঢ়াবৰ বাবে মিটিং পতা হৈছে। মন্ত্ৰী অহা কথা। খেতি-তোলাৰ সময়। গতিকে ৰাজনীতিত অনভিজ্ঞ মানুহে আহি ভিৰ কৰিব সেই আশা সুদূৰপৰাহত। গতিকে বিবুদ্ধি হৈ পঞ্চায়তৰ সভাপতি স্থানীয় এম. এল. এ আৰু দুজন চৰকাৰী কৰ্মচাৰী স্থানীয় হাকিম আখ্যায়কৰ ওচৰ চাপিছে। এনে পৰিস্থিতি একো নতুন কথা নহয়। গতিকে অফিচাৰ জনে আগে-পিছে দিয়া মতে উপদেশ দিলে আৰু ৰ'দালিৰ উম লৈ উত্তপ্ত ৰাজনৈতিক তৰ্কত মাজি থকা আলহীসকলৰ কাৰণে চাহ আৰু কণী অনালে। তেওঁলোকৰ আলোচনাৰ বিষয়বস্তুৰ ভিতৰত আছিল - পঞ্চবাৰ্ষিক পৰিকল্পনা, সাৰ প্ৰয়োগৰ প্ৰতি ৰাইজৰ উদাসীনতা, ভাৰত-পাক সংঘৰ্ষ, বয়বস্তুৰ চৰা দাম ইত্যাদি। কৰ্মচাৰী দুজন চাকৰিয়াল হৈও সংগ্ৰামী চেতনাৰে উদ্বুদ্ধ, কাৰণ তেওঁলোকৰ গাত ডেকা তেজৰ পিৰপিৰণি (আহবায়কৰ নিৰীক্ষণ মতে)। কণীত দুই একামোৰ বাহওতেই শ্লেষাত্মকভাৱে তেওঁলোকৰ সন্মুখত দুটি সন্তানেৰে সৈতে এগৰাকী ভিখাৰিণীৰ আৱিৰ্ভাব হ'ল আৰু তেওঁলোকৰ তৰ্কত আউল লগালে। গাঁওবুঢ়াই সহানুভূতি বিকৰ্ষণ কৰিবৰ নিমিত্তে কৈ উঠিল মানুহগৰাকী এগৰাকী 'প্ৰছ' আৰু লগে লগেল ইমানপৰে কৌতুহলহীন আৰু নিৰ্বিকাৰ হৈ থকা তিনিযোৰ চকুৰ দৃষ্টি ভিখাৰিণীজনীৰ ফালে ধাবিত হ'ল। ভিখাৰিণী অথবা জননী হিচাপে যাৰ কোনো মুল্য নাছিল। 'প্ৰছ' হিচাপে তাই বোধ হয় আকৰ্ষণীয় হৈ পৰিল'। তাই এইবোৰলৈ মন নকৰি আখ্যয়কৰ আগত তাইৰ যন্ত্ৰনাৰ কথা ব্যক্ত কৰিবলৈ ধৰিলে। আগেয়ে, তাইৰ অৱস্থা এনে নিকৰুণ নাছিল। কাৰণ তাইৰ গিৰিয়েক কৰ্মঠ হৈ আছিল। বেচ কিছুদিন আগতে তাৰ ভৰিত বাঁহ এডোখৰ সোমোৱাত সি চিকিৎসাৰ অভাৱত পঙ্গু হ'ল আৰু খেতিবাতি কৰিব নোৱাৰা হ'ল। এই ঘাডোখৰ ক্ৰমাৎ গেলি যাব ধৰিছে। এন অৱস্থাত সিহঁতৰ ভৱিষ্যত কি? এই প্ৰশ্নলৈ তাই অফিচাৰ আখ্যায়কৰ সন্মুখীন হৈছে। পঞ্চবাৰ্ষিকী পৰিকল্পনাই এই ক্ষুধাৰ্ত পৰিয়ালটোক অন্ধাকাৰৰ পৰা উদ্ধাৰ কৰিব পাৰিবনে?

'গোলাম' গল্পত ই আত্মপ্ৰসাদ গ্ৰস্ত স্বাৰ্থপৰ মানুহৰ চৰিত্ৰ ভালদৰে উদঙাই ধৰিলেও সৌৰভ চলিহাৰ আক্ৰমণৰ লক্ষ্য আধুনিক জীৱনযাত্ৰাৰ সামগ্ৰিক ৰূপ। এই দৃষ্টিভংগীৰে তেওঁ 'ভ্ৰমণবিৰতি' নামৰ গল্পটোত কলিকতাৰ তাৎকালীন নিৰাপত্তাহীন জীৱনৰ ব্যঙ্গাত্মক চিত্ৰ ডাঙি ধৰিছে। 'আৱাজ' আদি গল্পটো চহৰৰ কদৰ্য্যতা আৰু প্ৰদুষণৰ ওপৰত তীৰ্যক দৃষ্টি নিক্ষেপ কৰা হৈছে। 'কীনাকুটি'ৰ আৰু 'এহাত ডাবা'ত ভৌতিক জীৱনৰ প্ৰতি আকৃষ্ট মানুহৰ নিৰ্মম প্ৰতিযোগিতাৰ মৰ্মস্পৰ্শী ছবি অংকিত হৈছে। 'নাৰীমনৰ জটিলতা আৰু বৈচিত্ৰ্য' অন্যায় অবিচাৰৰ প্ৰতি প্ৰতিৰোধৰ দৃষ্টিভংগী ইত্যাদিবোৰ কেইগৰাকী মান লেখিকাৰ গল্পত ভালদৰে পৰিস্ফুট হৈছে। নিৰূপমা বৰগোহাঞিৰ 'এনথ্ৰপলজিৰ সপোনৰ পিছত' গল্পত কামৰূপৰ পিছপৰা গাঁও এখনৰ নাৰীসমাজৰ বঞ্চিত জীৱনৰ তীৰ্যক ব্যংগসম্বলিত ছবি অংকিত হৈছে। তেওঁৰ সাম্প্ৰতিক নাৰীবাদী গল্পবোৰত নাৰীৰ, বিশেষকৈ গাঁৱলীয়া নাৰীৰ ওপৰত হোৱা সামাজিক নিৰ্যাতনৰ বিৰুদ্ধে তীব্ৰ ব্যঙ্গ ধ্বনিত হৈছে। 'নাৰীদশকত অকন' তেনে এটি মৰ্ম্মস্পৰ্শী গল্প।

ডলী তালুকদাৰৰ 'পাঞ্চালী' গল্পতো পুৰুষ প্ৰধান সমাজত নাৰীৰ অৱহেলা আৰু অৱমননাৰ চূড়ান্ত নিদৰ্শন ডাঙি ধৰা হৈছে। পাঞ্চালীয়ে স্বামী, সন্তান আৰু শাহুৱেকে খাব নাপাব বুলি উদয়াস্ত খাটি হাড়ক মাটি কৰে। তাই গিৰিয়েকক সুপ্ৰতিষ্ঠিত কৰাৰ সপোন দেখিছিল। সপোন ফলিওৱাৰ মুহূৰ্ততে সি আন এগৰাকী তিৰোতাক ঘৰ সুমুওৱাত তাই ঘৰ এইৰ পৰৰ ল'ৰা-ছোৱালীক মৰম কৰি বুকু জুৰবলৈ লয়।

চন্দ্ৰপ্ৰসাদ শইকীয়াৰ গল্পতো নৈতিক আদৰ্শৰ অৱক্ষয় তীৰ্যক ভাষা আৰু শ্লেষাত্মক পৰিস্থিতিৰে উদ্ভাসিত হৈছে। শইকীয়াই তেওঁৰ গল্পত ভণ্ডামি, শঠতা আৰু আত্ম প্ৰবঞ্চনাৰ অন্তৰালত আত্ম-গোপন কৰাৰ ব্যক্তিৰ মুখা খুলি পেলায়। সুপ্ৰতিষ্ঠিত মানুহৰ দম্ভ, নিৰীহৰ ওপৰত অত্যাচাৰ আৰু তজ্জনিত অনুশোচনা, আদৰ্শ বাস্তৱৰ সংঘাত, ধনীৰ দুখীয়াৰ প্ৰতি অৱহেলা ইত্যাদি কেৰোণবোৰ শইকীয়াৰ গল্পত তীৰ্যক ব্যংগৰ যোগেদি উত্থাপিত হৈছে। 'ভয়' গল্পত এজন কৰ্তব্যপৰায়ণ কৰ্মচাৰীৰ ফাইল এটা হেৰুৱাৰ বাবে ওপৰৱালাৰ দ্বাৰা তিৰস্কৃত হৈছে, অথচ ফাইলটো ওপৰৱালাজনে তেওঁৰ ষ্টীলৰ আলমাৰিত সযতনে ৰাখি থৈ পাহৰি গৈছিল। আন এটা গল্পত এসময়ৰ আদৰ্শ ছাত্ৰ এগৰাকীয়ে উচ্চ পদ লৈ ভ্ৰষ্টাচাৰত নামে আৰু তেওঁৰ ওপৰত আশা পোষণ কৰা দৰিদ্ৰ শিক্ষকৰ ক্ৰোধৰ সন্মুখীন হয়। শইকীয়াই এইদৰে স্বৰাজোত্তৰ কালৰ ভাঙোণসমূহৰ ওপৰত তীৰ্যক দৃষ্টি নিক্ষেপ কৰিছে।

লক্ষ্মীনন্দন বৰাইও সাম্প্ৰতিক কালৰ ভালেমান গল্পতে স্বৰাজোত্তৰ কালৰ জীৱনৰ ক্ৰমিক অধোগতিৰ ব্যংগাত্মক চিত্ৰ আঁকিছে। 'অধঃক্ৰমত' তেনে এটি গল্প। তেওঁৰ সাম্প্ৰতিক কেইটামান গল্পত নাৰীৰ ওপৰত হোৱা ক্ৰমিক অধোগতিৰ খতিয়ান দাঙি ধৰা হৈছে। পইছা আৰু প্ৰতিপত্তিৰ কল্যাণত মধ্যবিত্ত জীৱনলৈ নামি অহা ভাঙোণ আৰু অধঃপতনৰ ছবি অংকণত তেওঁ সিদ্ধহস্ত।

প্ৰত্যক্ষভাৱে ব্যংগাত্মক ৰচনাত হাত নিদিনলেও ড° ভৱেন্দ্ৰনাথ শইকীয়াই সমসাময়িক জীৱনৰ বিসদৃশ দিশবোৰৰ ওপৰত তীৰ্যক পোহৰ নেপেলোৱাকৈ নাথাকে। তেওঁৰ গল্পত এজন কনিষ্টবলে চহৰত পূজা চাবলৈ তেওঁৰ বাগদত্তা আৰু ভনীয়েকক আমন্ত্ৰণ কৰিও কৰবাত হট্টগোল লগাৰ বাবে প্ৰত্যাশিত চুটি নাকচ হোৱাত সিঁহতক এচকৰ্ট কৰিব নোৱাৰি ৰাতিটোৰ কাৰণে থনাৰ লকাপতে ৰাখি সিঁহতক সম্ভাব্য বিপদৰ পৰা ৰক্ষা কৰিব লগীয়া হৈছে। এনে পৰিস্থিতিত সমগ্ৰ চিষ্টেমটোৰ ওপৰত অনাস্থা আহে।

শীলভদ্ৰ যুদ্ধোত্তৰ যুগৰ এগৰাকী আগশাৰীৰ গল্পকাৰ। জীৱনৰ বিস্তৃত সামগ্ৰিক ৰূপায়ণ তেওঁৰ গল্পসম্ভাৰৰ মূল বৈশিষ্ট্য। জীৱনৰ বিস্তৃত অভিজ্ঞতা তেওঁৰ অসাধাৰণ গল্পৰ প্ৰধান উপজীৱ্য। অসাধাৰণ প্ৰতিভাৰ অধিকাৰী লোকজনে ১৯২৪ চনত জন্মগ্ৰহণ কৰিও সপ্তম দশকতহে লিখিবলৈ লয় যদিও যুদ্ধোত্তৰ প্ৰথম দশকৰ চেতনাত তেওঁৰ সজ্জাগত। জীৱনত ঠিকা, বাগান পৰিচালনা, শিক্ষকতা আদি কৰি পোৱা বিভিন্ন অভিজ্ঞতাৰ ওপৰত তীৰ্যক দৃষ্টি পেলাই তেওঁ তেওঁৰ অসাধাৰণ গল্পবোৰ

ৰচনা কৰিছে। তেওঁৰ দৃষ্টিভঙ্গী ঘাইকৈ হাস্যৰসিকৰ দৃষ্টিভংগী, ব্যংগকাৰৰ দৃষ্টিভংগী। মানুহৰ বিচিত্ৰৰূপৰ প্ৰতি তেওঁৰ আকৰ্ষণ আৰু সহানুভূতি থাকিলেও তেওঁৰ গল্পত সামাজিক অন্যায় অবিচাৰৰ প্ৰতি তীব্ৰ বিদ্বেষ ফুটি উঠা দেখা যায়। শ্লেষ তেওঁৰ ব্যংগাত্মক ৰচনাৰ প্ৰধান হাতিয়াৰ।

প্ৰবীণ গল্পকাৰসকলৰ চিন্তা-চৰ্চাৰ স্বানুধৰ্মীতা আৰু মধ্যবিত্তসুলভ দৃষ্টিভংগীৰ প্ৰতি বিৰূপ ভাবক অৱলম্বন কৰি প্ৰণৱজ্যোতি ডেকাই তেওঁৰ শ্ৰেষ্ঠ গল্পসমূহ লিখিবলৈ লয়। তেওঁ এগৰাকী ব্যংগাত্মক গল্পকাৰ। বৌদ্ধিক শ্লেষাঘাট তেওঁৰ গল্পৰ প্ৰধান হাতিয়াৰ। তেওঁৰ প্ৰকাশৰীতি বলিষ্ঠ আৰু বাস্তৱধৰ্মী। 'বেৱাৰিশ লাচ' আদি গল্পত তেওঁ চহৰতলিৰ অধোজগতখন উদ্ভাসিত কৰিছে। 'ৰাজনীতি' আৰু 'সোধা নহ'ল' তেওঁৰ উচ্চমানৰ ব্যংগাত্মক গল্পৰ অন্যতম।

অপূৰ্ব শৰ্মাৰ গল্পত পাতল ব্যংগৰ আৱৰণ এটা সৰ্বত্ৰ বিয়পি থাকে। তেও যুদ্ধোত্তৰ যুগৰ এগৰাকী প্ৰতিভাসম্পন্ন গল্পকাৰ। তেওঁৰ ব্যংগাত্মক গল্পবোৰত তীক্ষ্ণ বুদ্ধিৰ দীপ্তি সততে পৰিলক্ষিত হয়।

কবি হৰেকৃষ্ণ ডেকা গধুৰ আৰু ব্যংগাত্মক - উভয়বিধ গল্প ৰচনাত সিদ্ধহস্ত। তেওঁ 'প্ৰাকৃতিক আৰু অন্যান্য' 'মধুসূদনৰ দলং' আৰু 'বন্দীয়াৰ' নামৰ তিনিটা সংকলনত সমাজৰ বিভিন্ন মুখা পৰিধান কৰা ভালেমান চৰিত্ৰৰ প্ৰতি বক্ৰাঘাট হানিছে।

'বন্দীয়াৰ' সংকলনত সন্নিৱিষ্ট 'হামি' গল্পত স্বৰাজোত্তৰ কালৰ ৰাজনৈতিক জীৱনৰ অৱক্ষয়ৰ ব্যংগাত্মক বিশ্লেষণ ডাঙি ধৰা হৈছে। গল্পটোত অন্ধ শমতালিপ্সা আৰু দলীয় সংঘাতৰ বাস্তৱ ছবি ৰূপায়িত হৈছে। পক্ষাঘাতগ্ৰস্ত কৰ্তাই বানপন্থী হৈও (এই বানপ্ৰস্থ দৰাচলতে কৰ্তাৰ এটা 'মোক্ষম' চাল) পাৰ্টিৰ কেন্দ্ৰস্থলৰ পৰা আঁতৰত থাকিও ক্ষমতাৰ বাঘ জৰীডাল হাতত লৈয়ে আছে। সম্প্ৰতি তেওঁ লিখিবৰ ক্ষমতাও হেৰুৱাইছে। গতিকে, বাকৰুদ্ধ কতাই ঠাৰে চিয়াৰে তেওঁৰ ইচ্ছা-অনিচ্ছা কেন্দ্ৰস্থালৈ প্ৰেৰণ কৰে। সম্প্ৰতি আপাতদৃষ্টিত 'নিৰপেক্ষ' হৰেণ ডাক্তৰ তেওঁৰ ইচ্ছাৰ দোভাষী। গল্পৰ নায়ক (বা খলনায়ক) উচ্চকাংক্ষী জীৱনকৃষ্ণই দলপতিৰ ছত্ৰছাঁয়াত থাকি ৰাজনীতিত জখলা বগাবলৈ আৰম্ভ কৰিছিল। সম্প্ৰতি কূটকৌশল আৰু ভেদনীতিৰ সহায়ত দলপতিক ওপৰাই ক্ষমতাত অধিষ্ঠিত হ'বলৈ আকাংক্ষা কৰিছে। নায়ক তেওঁৰ প্ৰতিদ্বন্দী। দুয়োৰে তৃণমূলক সমান প্ৰভাৱ। গতিকে নায়কক হাত কৰি প্ৰথমে দলপতিৰ বিৰুদ্ধে হৈ চৈ লগাব লাগিব। অনাস্থা প্ৰস্তাৱ অনা কেন্দ্ৰীয় মিটিঙৰ দলপতি গাদীচ্যুত হোৱাৰ পিছতে তেওঁ নায়কৰ নামটোৱে প্ৰস্তাৱ কৰিব। তেতিয়া কৰ্তাৰ বাণীলৈ নাটকীয়া মুহূৰ্ততে হৰেণ ডাক্তৰ উপস্থিত হ'ব। হৰেণ ডাক্তৰে তেওঁৰ পৰামৰ্শ মতে কৰ্তাৰ বাণীৰ ভাষ্য কৰিব, যাৰ অৰ্থ হ'ব - কৰ্তাই জীৱনকৃষ্ণকে দলপতি হিচাপে বিচাৰে। মিটিঙৰ দিনা কৰ্তাৰ এই 'বাণী' বহন কৰিবৰ নিমিত্তে হৰেণ ডাক্তৰক পঠিওৱা হৈছে। এনেতে তেওঁৰ বহু যত্ন কৰি পৰিসীলন কৰা হামিটো আহিল আৰু তেওঁ মুখখন জপাব নোৱাৰা হ'ল। ডাক্তৰে বিহ ফোহা চিকিৎসা কৰিবলৈ আহোঁতে সম্ভাব্য ধনুষ্টংকাৰৰ কথা কৈছিল। এই বিসদৃশ্য পৰিস্থিতিক দলপতিৰ বাৰ্ত লৈ মানুহ এজন আহিছিল। দলপতিয়ে তেওঁৰ লগত অপোছ কৰিব খোজা বুলি ভাবি তেওঁ তাক দেখা নকৰিলে; ডাক্তৰে বাহিৰে বাহিৰে মিটিঙলৈ নগৈ তেওঁৰ চিকিৎসা কৰি যাবলৈ নিৰ্দেশ দিলে। মুখ জপাব নোৱাৰিলে তেওঁৰ বাগ্মীতা নিষ্ক্ৰিয় হৈ সকলো পণ্ড হ'ব। ডাক্তৰ আহিল যদিও চিকিৎসাৰ দৰকাৰ নহ'ল। কাৰণ তেওঁৰ ৰোগ উপশম হৈছে। তেওঁৰ অধীৰ উত্তেজনাৰ বিপৰীতে ডাক্তৰৰ ওঠত এটা হাঁহিৰ প্ৰলেপ। ডাক্তৰে খবৰ দিলে - মিটিং হৈ গ'ল। দলপতিয়ে মিটিঙৰ স্থান কাল পৰিৱৰ্তন কৰি তেওঁলৈ জৰুৰী বাৰ্তা পঠিয়াইছিল তেওঁহে নল'লে। বাৰ্তাই দলপতিৰ ওপৰতহে আস্থা স্থাপন কৰিছে। মিটিঙৰ সিদ্ধান্ত মতে তেওঁ কিছু দিনৰ বাবে পাৰ্টিৰ পৰা বহিষ্কাৰ হৈছে। নাটকখন জীৱনকৃষ্ণই ৰচিছিল যদিও তাক পৰিচালনা কৰিছিল কৰ্তাই। হৰেণ ডাক্তৰৰ ভূমিকাক কৰ্তাইহে নিয়ন্ত্ৰণ কৰিছিল। হয়তো জীৱনকৃষ্ণৰ ৰাতিপুৱাৰ মেলা মুখখনো ডাক্তৰেই কিবা ফন্দী।

বিনোদ শৰ্মাৰ 'চাং' এটা অনন্যসাধাৰণ চুটি গল্প। ৰূপহী বিধবা ৰাধে পেহী চৰকাৰে বন্ধাই দিয়া ঘৰত বাস কৰিছিল। এদিন বতাহত ঘৰটো কপাঁত তেওঁ আতংকৃত জ্ঞাতিকুটুমক মাতিও মাত নাপালে। এই ৰাতি দূৰলৈ সহায় বিচাৰি গ'লে গাঁওখনে বু বু বা বা লগাব। গতিকে তেওঁ উভতি গৈ চাঙৰ আশ্ৰয় ল'লে। 'ঘৰটোৰ বিষয়ে তেওঁ শুনিছিল কিবা এটা, কিন্তু হ'লগৈ কিবা এটা'। ৰাধে পেহীয়ে মজবুট ঘৰৰ কথাই কল্পনা কৰি আছিল। কিন্তু যেতিয়া বিলাতী মাটি, লোৰ সলনি কাঠ-বাঁহহে চেতালত পৰিল, তেতিয়াহে ৰাধে পেহীৰ মনত সন্দেহ উপজিল। ৰাধে পেহীয়ে কৰ্তৃপক্ষক লগ ধৰিছিল যদিও পৰিদৰ্শনৰ আগেয়ে ঠিকাদাৰে কাম শেষ কৰিলে। সাধাৰণ বতাহ ছাটিতে ঘৰটোৰ বেৰৰ মাটি এৰি পৰিল। ঘৰটোত খুটা আৰু চালখন কঁপি উঠাত ৰাধে পেহী দৌৰি দুৱাৰ মুখ পাইছিলগৈ। কিন্তু দুৱাৰ মুখতে ছায়ামূৰ্তি এটা দেখি দুৱাৰখন হেচা মাৰি ধৰিলে। ঘৰটোৰ খুটা আৰু চাল বৰকৈ কঁপিব ধৰাত তেওঁ চাংখনৰ তলতে শুই পৰিল। অলপ পিছতে ঘৰটো হুৰমুৰকৈ চাংখনৰ ওপৰতে পৰিল। চাংখনৰ খুটা ভালুকা বাঁহৰ আছিল বাবেহে ভাগি নপৰিল। সাংবাদিক, গুনে আতা, বিজ্ঞানৰ মাষ্টৰ আহিছিল। তেওঁলোকে বিশেষ একো কৰিব নোৱাৰিলে। গুনে পাৰমাৰ্থিক চিন্তাত মগ্ন হ'ল, বিজ্ঞানৰ শিক্ষকো অন্তৰ্ধান হ'ল - বোধহয় বতাহৰ চাপ জোখাৰ যন্ত্ৰটো আনিবৰ বাবে। কাৰণ, তেওঁ কোৱা মতে ঘৰটোৰ ভাৰ উত্তোলন কৰিব লাগিলে তাতকৈ শক্তিশালী বলৰ প্ৰয়োজন হ'ব। ওচৰৰ ল'ৰাহতে টানি-আঁজুৰি টিনপাত কেইখিলা আৰু কাঠ-বাঁহখিনি লৈ গ'ল ক্লাৱৰ বাবে। ৰাধে পেহী বাচি থকা নাই বুলিয়ে সিহঁতৰ ধাৰণা হৈছিল। কিন্তু বাচি থকা দেখি তেওঁক জুপুৰী এটা সাজি দিম বুলি কৈ গ'ল। খুটাবোৰত চিমেন্ট লগোৱা হৈছিল যদিও লোহাৰ ঠাইত বাঁহ দিয়া হৈছিল। গাঁৱৰ বুঢ়ী আবুৱে ৰাধেক মৰম কৰিছিল। তেওঁ আহি ৰাধে পেহীৰ মুখত হাত বুলাই দি ক'লে, 'চাংখন নাথাকিলে তোক নাপালোহেঁতেন'। তেওঁ অভ্যস্ত শান্তনাবাণীটো কিয় নুশুনালে, তাকে ভাবি ৰাধে পেহী আচৰিত হ'ল।

নলিনী শৰ্মা পূৰামাত্ৰাই এগৰাকী ব্যংগাত্মক গল্পকাৰ। ব্যক্তিগত আৰু সমাজ জীৱনৰ নানান তৰহৰ সমস্যা, দ্বন্দ্ব, বৈষম্য, প্ৰৱঞ্চনা আৰু আত্মপ্ৰৱঞ্চনা আধাৰত তেওঁ তেওঁৰ ব্যংগাত্মক গল্পবোৰ ৰচনা কৰে। আত্মপ্ৰবঞ্চনাই পৰিচালিত কৰা ব্যক্তিৰ খুহুতীয়া চৰিত্ৰ ৰচনাত তেওঁ সিদ্ধসস্ত। সুক্ষ্ম পৰ্যবেক্ষণ তেওঁৰ হাস্যৰসাত্মক চৰিত্ৰায়নৰ প্ৰধান অৱলম্বন। তেওঁৰ এই সুখাপাঠ্য গল্পবোৰ ইতিমধ্যে - 'চিৰতা', 'সৃষ্টিধৰ মাল্টিপাৰ্পাচ', 'দেশপ্ৰেম' 'বিপদসীমাৰ ওপৰত' আদি সংকলনত প্ৰকাশ পাইছে। শেহতীয়া ভাবে প্ৰকাশিত 'মিষ্টাৰ সাহিত্য সভা' এগৰাকী 'সাহিত্য সভা ভাল পোৱা' মানুহে সভাকলৈ কৰা হৈ চৈ বিলাকৰ খতিয়ান ডাঙি ধৰা হৈছে। সাহিত্যসভাৰ বিভিন্ন অধিৱেশনত তেওঁ গৈ পোৱা অভিজ্ঞতা বিলাকৰ পুঙ্খানুপুঙ্খ অথচ ৰসাল বৰ্জনা উপজীব্য। অৱশ্যে মিঃ সাহিত্য সভাই এতিয়ালৈকে সাহিত্য ৰচনা কৰা নাই।

নলিনী শৰ্মাৰ সমাজৰ সংস্কাৰৰ ভূমিকা নাই যদিও তেওঁ মিথ্যাচাৰত আত্মগোপন কৰা দুৰ্বল মানুহৰ স্বৰূপ ভালদৰে উদঙাই ধৰিছে। শিৱাম চক্ৰৱৰ্তীৰ দৰে উচ্চ পৰ্যায়ৰ হাস্যৰসিক হ'লেও শৰ্মা সামগ্ৰিকভাৱে লেখক। তেওঁৰ 'ভোগ' গল্প পঢ়িলে এই কথা প্ৰতীয়মান হ'ব। গল্পটো আলেচ্য কালছোৱাৰ শ্ৰেষ্ঠ গল্পবোৰৰ অন্যতম। গল্পটোৰ আখ্যানভাগ এনে ধৰণৰ - নিম্ন অসমৰ গাঁওবোৰত গঞাৰ কালীপূজা সাৰ্বজনীন। তাৰে পিছপৰা গাঁও এখনত কালীপূজাৰ দিন পৰিছে। গাঁওৰ বহুতবাৰ প্ৰৱেশিকাত ফেলহৈ অপাংক্ৰেয় হোৱা চাৰিটা বেয়া ল'ৰাই পূজাখনৰ আগভাগ লৈছে। গাঁৱৰ মানুহবোৰ সন্ধিয়া একোবাৰ আহি গোঁসানীক সেৱা এটা কৰি উভটি গৈছে। শান্তিলোৱাৰ সময়ত আহিব আৰু ভোগ খাই যাব। বয়সস্থসকলে এই বতাহত শীতৰ প্ৰকোপ সহ্য কৰিব পৰা নাই। সকলোৱে দিহা দিহি গৈ ঘৰত বিছননাত আশ্ৰয় লৈছে। ইতিমধ্যে ধাৱাষাৰ বৰষুণে চৌদিশ চৌৱাই পেলালে। শান্তি ল'বৰ সময়ত ধাৱাষাৰ বৰষুণক আওকান কৰি যোগাণীচতুষ্টয়ৰ দুজনে ছাতি লৈ মানুহক মাতিবলৈ গ'ল যদিও কোনেও ওলাই আহিবলৈ সাহ কৰিব নোৱাৰিলে। দূৰত দৰিদ্ৰ বিধবা এগৰাকীৰ ঘৰতে চাকি জ্বলোনাৰ উপক্ৰম দেখা গ'ল। মানুহগৰাকীৰ গিৰিয়েক স্থানীয় পাঠশালাত পণ্ডিত আছিল। তেওঁ যোৱাবাৰ দেহৰক্ষা কৰিছে তেওঁ জিয়াই থকা কালত তেওঁৰ ঘৰলৈ মানুহৰ যাতায়ত যথেষ্ট হৈছিল। এতিয়াহে কোনেও খবৰ নকৰা হ'ল। মানুহজনীয়ে এতিয়া লোকৰ ঘৰত কামবন কৰি পেট প্ৰৱৰ্তায়। বেচিভাগ লঘোনে থাকে। মানুহগৰাকীয়ে নিজে আহিব নোৱাৰিলে যদিও ল'ৰা-ছোৱালী কেইটিকে পঠিয়ালে। সমগ্ৰ গাঁওখনতে ইহঁত তিনিটাহে ওলাল। সিহঁতে আহি ভক্তিভাৱে শান্তি নিৰ্মালি আদি ল'লে। বৰষুণত মানুহবোৰ আহিব নোৱাৰিলে দেখি পূজা ভোগ পিছত বিলোৱাটোকে থিক কৰা হ'ল। পণ্ডিতৰ সৰুজনী ছোৱালী তেওঁলোকৰ এজনৰ কোলাত আহিছিল। এতিয়া সিহঁতক ঘৰত থৈ আহো বুলি কোৱাত কেলাৰ ছোৱালীজনীৰ ভোগ খাই যাম বুলি কান্দি কাটি অস্তিৰ হ'ল। সিহঁত দুদিন অনাহাৰেত আছিল। এই কথাই যোগাৰী ল'ৰা কেইটাৰ মনত তোলপাৰ লগালে। এই গাঁৱত পণ্ডিতৰ পৰিয়ালৰ বাহিৰে কাৰো একো অভাৱ নাই। সকলোৰে ঘৰত খাব ল'বৰ আছে। সেইবাবে তেওঁলোকে ৰাতি বৰষুণত ভিজি ভোগ খাবলৈ আহিবৰ আৱশ্যকতা বোধ কৰা নাই। এই ল'ৰা-ছোৱালী কেইটাৰ সন্মুখতে বাঢ়ি দিয়া ভোগ সিহঁতৰ বাবে আহাৰৰ ৰূপ লৈছে। ল'ৰাহতে এটা গুৰুত্বপূৰ্ণ সিদ্ধান্ত ল'লে। সিহঁতে এই এলেহুৱা নেদোকা মানুহবোৰৰ ঘৰত ভোগ বিতৰণ নকৰে। বিধবাগৰীকাৰ ঘৰত দি আতোৱাৰ পিছত বাকীখিনি আন গাঁৱৰ দুখীয়া পৰিয়াল বিচাৰি উলিয়াই তেওঁলোকৰ মাজত ভগাই দিব। গল্পটো ব্যংগাত্মক হ'লেও মানবীয়তা আৰু কাৰুণ্যৰ শ্লেষাত্মক ৰূপায়নে গল্পটো আগশাৰীলৈ উন্নীত কৰিছে।

বিজু হাজৰিকাও সাম্প্ৰতিক কালৰ এগৰাকী লেখত ল'বলগীয়া গল্পকাৰ। তেওঁৰ গল্পত জীৱনৰ তিতা-কেঁহা অভিজ্ঞতাৰ সম্ভেদ থাকিলেও তেওঁৰ দৃষ্টিভঙ্গী ব্যংগকাৰৰ দৃষ্টিভঙ্গী। তেওঁ মধ্যবিত্ত জীৱন হাস্য মধুৰ ভাষ্যকাৰ। তেওঁৰ অভিজ্ঞতা বহল। তেওঁ তেওঁৰ গল্পত মধ্যবিত্ত জীৱনৰ অন্তৰকাল আত্মগোপন কৰা ভণ্ডামি, বিবেকহীনতা আৰু ভ্ৰষ্টাচাৰ প্ৰৱনতাৰ সুন্দৰ খতিয়ান ডাঙি ধৰিছে। চথৰতালি আৰু উপকণ্ঠৰ জীৱন যাত্ৰাৰ ওপত তীৰ্যক দৃষ্টি নিক্ষেপ কৰি তেওঁ তেওঁৰ অসাধাৰণ গল্পবোৰ ৰচনা কৰে। তেওঁৰ গল্পত ভ্ৰষ্টাচাৰীৰ পৰা আদৰ্শবাদীলৈ এক বহল জীৱন পৰিক্ৰমাৰ চৰিত্ৰ লগ পোৱা যায়। এখন ফোপোলা সমাজৰ আত্মিক দৈন্যৰ ছবি তেওঁৰ কলমত সুন্দৰভাৱে ধৰা পৰিছে। সংবেদনশীল শ্লেষ ৰিজু হাজৰিকাৰ আত্মপ্ৰসাদগ্ৰস্থ আৰু আত্মপ্ৰৱঞ্চনাময় মধ্যবিত্ত জীৱনৰ ৰূপায়ণৰ প্ৰধান আহিলা।

সত্তৰৰ দশকত অসমীয়া চুটিগল্পত অন্যায় অবিচাৰ আৰু শোষণৰ বিৰুদ্ধে তীব্ৰ প্ৰতিবাদ মুখৰ হৈ উঠে। এই সময়ছোৱাত ভালোমান শক্তিশালী চুটি গল্পকাৰে তেওঁলোকৰ শাণিতব্যংগক প্ৰতিবাদৰ হাতিয়াৰ হিচাপে ব্যৱহাৰ কৰে। মদন শৰ্মাৰ 'সূচনা' গল্পত নাৰী প্ৰগতিৰ বাবে আন্দালন কৰা উচ্চবৰ্গৰ তিৰোতা কিছুমানে ৰাস্তাৰ কাষত আসন্ন প্ৰসৱা নাৰী এগৰাকীক বিপদত সহায় কৰা নাই। মিউনিচিপালিটিৰ নলা-নৰ্দ্দমাৰ বিষয়ে লিখা হাস্যৰসাভিষিক্ত 'নদমা চাফাই' শৰ্মাৰ ব্যংগাত্মক গল্পৰ সুন্দৰ চানেকি। গল্পটো হাঁহিৰ খোৰাক যোগোৱা সাধাৰণ গল্প নহয়। তাত অৱক্ষয়িষ্ণু সমাজ এৱনৰ সামগ্ৰিক ছবি বিধৃত হৈছে।

শ্লেষ আৰু ব্যংগ উদয়াদিত্য ভৰালীৰ সমাজ সমালোচনাৰ প্ৰধান হাতিয়াৰ। 'এক এক গুণ এক' গল্পত এখন ফোপোলা সমাজৰ স্বৰূপ উদঘাটিত হৈছে। তেওঁৰ গল্পত বৌদ্ধিকতাৰ ছাপ আছে। তেওঁৰ গল্পৰ সুৰ আক্ৰমাণত্মক, প্ৰায় জুভেনেলিয়ান। বিপুল খাটনিয়াৰৰ গল্পকো প্ৰতিবাদী চেতনাৰ গভীৰ ছাপ অনুভূত হয়। তেওঁৰ সাম্প্ৰতিক 'অন্ধকাৰৰ পৰা' নামৰ গল্পতো সমাজৰ অধোগতিৰ বিৰুদ্ধে জুভেনেলীয়া বক্ৰাঘাত কঠোৰভাৱে বাজিছে। হেমন্ত বৰ্মনৰ গল্পটো ব্যংগৰ যোগেদি সমাজৰ বিবেক জাগ্ৰত কৰিবলৈ যত্ন কৰা দেখা যায়।

ভূপেন্দ্ৰ নাৰায়ণ ভট্টাৰ্য্যৰ গল্পত শোষণ ভিত্তিক সমাজৰ ভণ্ডামি আৰু বিথ্যাচাৰে বিপৰ্য্যস্ত কৰা মানুহৰ ছবি হাস্যৰসত সিক্ত কৰি অংকিত কৰা হৈছে। তেওঁৰ 'চৰকাৰী কলম' এটা সুখপাঠ্য ব্যংগাত্মক গল্প। ভ্ৰষ্টাচাৰৰ চোৰাং গতিৰ ৰেহৰূপ তেওঁ আৱিস্মৰণীয়ভাৱে অংকিত কৰিছে। জ্ঞানপূজাৰীৰ 'পানীহিলৈ' আদি ব্যংগাত্মক গল্পতো চৰকাৰী বিষয়াৰ ভ্ৰষ্টাচাৰৰ স্বৰূপ উদঘাটিত হৈছে। অৰুপা পটঙ্গীয়া কলিতাই তেওঁৰ শেহতীয়া ব্যংগকে প্ৰতিবাদৰ প্ৰধান হাতিয়াৰ হিচাপে লৈছে।

দেৱব্ৰত দাসৰ গল্পতো তীব্ৰ শ্লেষ আৰু ব্যংগৰ সহায়ত ক্ষয়িষ্ণু সমাজ এখনৰ শক্তিশালী ছবি অংকিত হৈছে। বৰ্তমান সমাজৰ ভণ্ডামি, শঠতা, দুৰ্দশা আৰু প্ৰৱঞ্চনাৰ ভয়াবহ ৰূপ তেওঁৰ গল্পত ভালদৰে ৰূপায়িত হৈছে। তেওঁ সাধাৰণতে আনুক্ৰমিক আখ্যানৰ ৰীতি বৰ্জন কৰে। পৰিস্থিতিৰ ভয়াবহ ৰূপৰ ওপৰত পোহৰ পেলাবলৈ তেওঁ ফেন্টাচিৰ সহায় লোৱা দেখা যায়। তেওঁ অনায়াসে চমকপ্ৰদ পৰিস্থিতি উদ্ভাৱন কৰিব পাৰে। তেওঁৰ গল্পত চিনেমাৰ দৰে আচম্বিত পট পৰিৱৰ্তন হয়। একোটা গল্পই তিনি বা তাতোধিক বিভিন্ন খণ্ডাংশৰ সামাহাৰিক ৰূপ পৰিগ্ৰহ কৰা দেখা যায়। তেওঁৰ গল্পত 'মন্টাজ' আৰু 'কলাজ' পদ্ধতিৰে পৰীক্ষা-নিৰীক্ষা পৰিলক্ষিত হয়।

ওপৰত যুদ্ধোত্তৰ যুগৰ ব্যংগাত্মক গল্পৰ অলপ পৰিচয় ডাঙি ধৰা হ'ল। এই সৰু প্ৰৱন্ধটিত সকলো গল্প আৰু গল্পকৰকে সামৰি ল'ব পৰা ন'গল।




# পদ্মা-পুৰাণৰ গান

ড° নবীন চন্দ্ৰ শৰ্মা

গোৱালপাৰা অঞ্চলত পৰম্পৰাগতভাৱে প্ৰচলিত 'পদ্মা-পুৰাণৰ গান' নামৰ পৰিৱেশ্য কলা বিশেষক ওজাপালি আখ্যা দিব পাৰি। আনকি 'পদ্মা-পুৰাণৰ গান'ৰ সক্ৰিয় ধাৰক আৰু বাহকসকলেও কথা-প্ৰসংগত এইবিধ পৰিৱেশ্য কলাক ওজাপালি আখ্যা দিয়া দেখা যায়। [১]'গান' পৰিভাষাই গীত, নৃত্য আৰু আভিনয়ক সূচায়। তেনেদৰে ওজাপালি পদৰ পৰিসৰেও গীত, নৃত্য আৰু অভিনয়ক বুজায়। এই ফালৰপৰা 'গান' আৰু 'ওজাপালি' পদ দুটিৰ মাজত সাদৃশ্য পৰিলক্ষিত।

ওজাপালি অৰ্ধ-নাটকীয়া সমলবিশিষ্ট অনুষ্ঠেয় কলা। এইবিধ পৰিৱেশ্য কলা সৰ্বভাৰতীয় কথকতা পৰম্পৰাৰ প্ৰত্যক্ষ ধাৰক আৰু বাহক। কথক অৰ্থাৎ কাহিনী বৰ্ণনাকাৰীৰ দ্বাৰা অনুষ্ঠিত বা প্ৰদৰ্শিত অনুষ্ঠানেই কথকতা। কথকতা-পৰম্পৰাৰ সৈতে ওজাপালি অনুষ্ঠানৰ সাদৃশ্য স্পষ্ট। যেনেঃ

(১) কথকতা পৰম্পৰাত কথকে ৰামায়ণ, মহাভাৰত, পুৰাণ আদিৰ পৰা বিষয়বস্তু বা কাহিনী আবৃত্তি কৰে। সেইদৰে ওজাপালি অনুষ্ঠানতো ওজা আৰু পালি উভয়ে ৰামায়ণ, মহাভাৰত, পুৰাণ আদিৰ বিষয়-বস্তু সম্বলিত গীত-পদ আবৃত্তি কৰে।

(২) কথকতা পৰম্পৰাৰ পৰিসীমাৰ অন্তৰ্ভুক্ত ধাৰকৰ নিচিনাকৈ ওজাপালি পৰিৱেশ্য কলাৰ অন্যতম অংগ দাইনাপালিয়ে আবৃত্ত বিষয়-বস্তু সৰল -সহজ ৰসাল গদ্যত দৰ্শকক বুজাই দিয়ে।

(৩) কথকে-গীত-নৃত্য আৰু বাদ্যযন্ত্ৰৰ সহায়ত মহাকাব্যীয় অথবা পৌৰাণিক বিষয়-বস্তু বা আখ্যান আদি বৰ্ণনা কৰে। সেইদৰে ওজা আৰু পালিয়েও গীত-নৃত্য আৰু বাদ্যযন্ত্ৰৰ সংযোগত বিষয়-বস্তু আবৃত্তি কৰে।

(৪) কথকৰ কেবাগৰাকীও সহায়কাৰী সংগী থাকে, তদ্ৰুপ ওজাৰো সহায়কাৰী ৰূপে কেবাজনো সংগী অৰ্থাৎ পালি থাকে।

(৫) কথকতা পৰম্পৰাত কথকে গদ্য-পদ্য উভয় মাধ্যম প্ৰয়োগ কৰে। তেনেদৰে ওজাপালি অনুষ্ঠানতো ওজা আৰু পালিয়ে গদ্য-পদ্য উভয় মাধ্যমৰ সহায়ত বিষয়-বস্তু বা কাহিনী বা আখ্যান আবৃত্তি কৰে।

(৬) কথক-পৰম্পৰাৰ পৰিসৰে সামৰি লোৱা 'পাঠক' আৰু 'ধাৰক' ক ক্ৰমে ওজা আৰু পালিৰ সৈতে তুলনা কৰিব পাৰি।

(৭) কথকতা অনুষ্ঠান অনুষ্ঠিত হয় দৰ্শক আৰু শ্ৰোতাৰ সন্মুখত, তেনেদৰে ওজাপালি পৰিৱেশ্য কলা অনুষ্ঠিত হয় দৰ্শক আৰু শ্ৰোতাৰ উপস্থিতিত।

(৮) কথকতা আৰু ওজাপালি উভয় পৰম্পৰাই ধৰ্মীয় প্ৰসংগৰ লগত সম্পৃক্ত।

ওপৰৰ আলোচনাৰ পৰা সহজে অনুমান কৰিব পাৰি যে, ওজাপালি - পৰম্পৰাৰ উৎস সৰ্বভাৰতীয় কথকতা- পৰম্পৰা। ভাৰতৰ বিভিন্ন দেশত প্ৰচলিত আৰু কথকতা পৰম্পৰা আশ্ৰিত পৰিবেশ্য কলাসমূহৰ ভিতৰত বিশেষকৈ দক্ষিণ ভাৰতৰ 'কথাকালক্ষেপ ' বা 'হৰিকথা'; অন্ধ্ৰপ্ৰদেশৰ 'বুৰা-কথা'; উৰিষ্যাৰ 'দাসকাঠিয়া', 'পালা-গান'; পশ্চিম বংগৰ 'পাঞ্চালীগান'; মহাৰাষ্ট্ৰৰ 'পাৱড়া', 'ৰাধাবিলাস'; মহাৰাষ্ট্ৰ আৰু মধ্য প্ৰদেশৰ 'আল্‌হা'; উত্তৰ প্ৰদেশৰ 'ভৰমৰী', 'অহিৰ'; জম্মু-কাশ্মীৰ, পঞ্জাবৰ 'ভণ্ড-পাথৰ'; উত্তৰ ভাৰতৰ বিভিন্ন অঞ্চলত প্ৰচলিত 'ৰামলীলা'; কৰ্ণাটকৰ 'যক্ষগান'; পশ্চিমবংগৰ 'জাগৰণ-গান'; বাংলাদেশৰ ৰয়ানী-গান'; অসম পশ্চিম বংগ, বাংলাদেশৰ 'কুশান-গান', নেপালৰ 'গান্ধৰ্ব গান'; 'বালুন' বা 'বালন' আদিৰ সৈতে ওজাপালি অনুষ্ঠানৰ কম-বেছি পৰিমাণে সাদৃশ্য দেখা যায়।

গতাল, গীদাল, গুণিন, বিবেকী-বিদা আদি ৰূপে পৰিচিত ওজাপালি অনুষ্ঠানক পাঠ, অনুষংগ, সংযুতি, পৰিৱেশন প্ৰণালী আদি বিভিন্ন দিশৰ ফালৰপৰা কেইটিমান শ্ৰেণীত বিভক্ত কৰিব পাৰি। কাহিনী কথন আৰু গীত-পদ আবৃত্তি ওজাপালি অনুষ্ঠেয় কলাৰ অন্যতম লক্ষ্য। প্ৰসংগ বা অনুষংগৰ বিভিন্নতাত কাহিনী-কহান, গীত-পদ আবৃত্তি আৰু পৰিৱেশনা-শৈলী আদিও বিভিন্ন হোৱা নিতান্তই স্বাভাৱিক। এই বিভিন্নতাৰ পৰিণতি স্বৰূপে ওজাপালি পৰিৱেশ্য কলাৰ বিভিন্ন ৰূপৰ (form) বিকাশ সম্ভৱ হৈছে।

ওজাপালিৰ দ্বাৰা আবৃত্ত পাঠ (text) নাইবা বিষয়-বস্তু অৰ্থাৎ গীত-পদৰ কথা বস্তুৰ মূলৰ ফালৰপৰা এই অনুষ্ঠানক সামগ্ৰিকভাৱে দুটা বহল ভাগত ভগাব পাৰি ঃ

১। মহাকাব্য আশ্ৰয়ী ওজাপালি আৰু

২। মহাকাব্য অনাশ্ৰয়ী ওজাপালি।

আকৌ অনুষংগ বা প্ৰসংগৰ ফালৰ পৰাও ওজাপালি অনুষ্ঠেয় কলাক স্থূলভাৱে দুটা শ্ৰেণীত বিভক্ত কৰিব পাৰি; যেনে ঃ

১। বৈষ্ণৱ অনুষংগৰ লগত জড়িত ওজাপালি; আৰু

২। শাক্ত অনুষংগ বা দেৱী-পূজাৰ লগত জৰিত ওজাপালি।

১। মহাকাব্যীয় বা মহাকাব্য আশ্ৰয়ী অথবা বৈষ্ণৱ অনুষংগৰ লগত সম্পৃক্ত ওজাপালি ঃ

যি ওজাপালিয়ে সাধাৰণতে ৰামায়ণ-মহাভাৰত-পুৰাণ আদিৰ বিষয়-বস্তু সম্বলিত গীত-পদ আবৃত্তি কৰে সেই ওজাপালিক মহাকাব্য আশ্ৰয়ী ওজাপালি আখ্যা দিব পাৰি। বিষ্ণু বা কৃষ্ণ-কথাবৃত্তৰ সৈতে জড়িত গীত-পদাদিক কলাত্মক ৰূপ প্ৰদান কৰাই এই শ্ৰেণী ওজাপালিৰ মুখ্য উদ্দেশ্য। অৱশ্যে কোনো কোনো প্ৰসংগত এইবিধ ওজাপালিত শাক্তভাব বিশিষ্ট গীত-পদ আবৃত্তি কৰা প্ৰৱণতাও নথকা নহয় কিন্তু এই প্ৰৱণতা নিশ্চিতভাৱে অৰ্বাচীন। দ্বিতীয়তে, বৈষ্ণৱ-পূজা-উপাসনাৰ অনুষংগতো এইবিধ ওজাপালি অনুষ্ঠিত হয় বাবে ইয়াক বৈষ্ণৱ ওজাপালি আখ্যাও দিয়া হয়। বিষ্ণু পূজা বা বাসুদেৱ-পূজা উপলক্ষে এইবিধ ওজাপালি অনুষ্ঠিত হয় বাব ইয়াক সভা-গোৱা ওজাপালি বোলাত বাধা নাই। তলত উল্লেখ কৰা ওজাপালি-ৰূপ সমূহ এইবিধ ওজাপালিৰ পৰিসীমাত ধৰিব পাৰি; যেনে ঃ-

ক। ব্যাসসংগীত বা ব্যাস ওজাপালি বা বিয়াহ গোৱা ওজাপালি বা বিয়াহৰ ওজাপালি বা সভা গোৱা ওজাপালি;

খ। ৰামায়ণ-সংগীত বা ৰামায়ণ গোৱা ওজাপালি বা ৰামায়ণ ওজাপালি;

গ। ভাউৰা ওজাপালি বা ভাউৰীয়া ওজাপালি; অথবা ভাইৰা;

ঘ। দুৰ্গাবৰী ওজাপালি;

ঙ। সত্ৰীয়া ওজাপালি বা বিয়হীয়া ওজাপালি;

চ। পাঞ্চালী ওজাপালি; আৰু

ছ। দুলড়ী ওজাপালি।

২। মহাকাব্য অনাশ্ৰয়ী ওজাপালি; অথবা শাক্ত-অনুষংগ বা দেৱী-পূজাৰ লগত জড়িত ওজাপালি ঃ

যি ওজাপালি ৰূপে সাধাৰণতে ৰামায়ণ-মহাভাৰত বা পুৰাণৰ বিষয়-বস্তু আশ্ৰিত গীত-পদ আবৃত্তি নকৰে আৰু যি ওজাপালিয়ে সাধাৰণতে শাক্ত-অনুষংগ অথবা দেৱী-পূজাৰ প্ৰসংগত নাইবা সৰ্পদেৱী-মনসা-পদ্মা বা ববমানী-পূজাৰ লগত সম্পৃক্ত গীত-পদ আবৃত্তি কৰে, সেই ওজাপালি ৰূপক সামগ্ৰিকভাৱে মহাকাব্য অনাশ্ৰয়ী ওজাপালি; অথবা শাক্ত-অনুষংগ বা দেৱী-পূজাৰ লগত জড়িত ওজাপালি বোলে। অন্যহাতে এইবিধ ওজাপালি ৰূপৰ ওজাপালিয়ে গোৱা গীতধাৰাক 'মনসা সংগীত' আখ্যা দিব পাৰি। গীত-পদৰ বিষয়-বস্তুৰ ফালৰপৰা মহাকাব্য আশ্ৰয়ী আৰু মহাকাব্য অনাশ্ৰয়ী ওজাপালিৰ মাজত পাৰ্থক্য থকাৰ উপৰি সংযুতি, অনুষংগ, শৈলী আদিৰ ক্ষেত্ৰতো উভয়ৰ মাজত পাৰ্থক্য পৰিলক্ষিত হয়।

গীত-পদৰ বিষয় বস্তুৰ বিভিন্নতা অনুসৰি মহাকাব্য অনাশ্ৰয়ী ওজাপালিক আকৌ কেইটিমান শ্ৰেণী বা ৰূপত বিভক্ত কৰিব পাৰি; যেনে ঃ

ক। সুকনানি বা সুকনান্নি ওজাপালি বা ৰংগোৱা ওজাপালি;

খ। বিষহৰী-গান বা গীতগোৱা বা গীতগাৱা;

গ। মাৰে-পূজাৰ গান বা মাৰে-গান;

ঘ। পদ্মা বা পদ্মা-পুৰাণৰ গান;

ঙ। গীতালু গীত বা গাহান;

চ। বাখোৰাল ওজাপালি; আৰু

ছ। তুকুৰীয়া ওজাপালি।

প্ৰবন্ধৰ আলোচ্য বিষয়ৰ সৈতে সংগতি ৰাখি মহাকাব্যীয় বা মহাকাব্য আশ্ৰয়ী অথবা বৈষ্ণৱ অনুষংগৰ লগত সম্পৃক্ত ওজাপালি সম্পৰ্কে আলোচনা নকৰি 'পদ্মা-পুৰাণৰ গান'ৰ প্ৰকৃত অনুষংগৰ বিষয়ে আলচ কৰিবৰ বাবে প্ৰয়াস কৰা হ'ল।

সৰ্প-দেৱী মনসা বা পদ্মাৱতী বা বিষহৰী অসমৰ দৰং, কামৰূপ আৰু গোৱালপাৰাৰ জনজাতি আৰু জনজাতীয় লোকৰ মাজত পূজিত। মনসা-পূজা, মাৰৈ-পূজা, বিষহৰী-পূজা, ববমানী-পূজা, বং-পূজা, গোসানী সেৱা, মাৰে-পূজা, পদ্মকুমাৰীৰ পূজা আদি ৰূপে নামনি অসমৰ বিভিন্ন অঞ্চলত পৰিচিত। অসম তথা ভাৰতৰ বিভিন্ন অঞ্চলত প্ৰচলিত সৰ্প-পূজা অথবা সৰ্পৰ নৰত্বাৰোপমূলক (anthropomorphic; অৰ্থাৎ মনসাদি সৰ্প-দেৱী) পূজাত গীত-বাদ্য-নৃত্য অপৰিহাৰ্য। অসমৰ প্ৰসংগ এৰি দিলেও ভাৰতৰ বিভিন্ন অঞ্চলত অনুষ্ঠিত সৰ্প-পূজাৰ লগতো গীত-বাদ্য-নৃত্যৰ সমলয় বিশিষ্ট এবিধ পৰিৱেশ্য কলা-ৰীতি সংযুক্ত হৈ থকা দেখা যায়। পশ্চিমঘাট পৰ্বতত অৱস্থিত সুব্ৰহ্মণ্য পৰ্বতত ভাৰত বিখ্যাত এটি সৰ্প-দেৱতাৰ মন্দিৰ আছে। মন্দিৰটিত সৰ্পৰাজ সুব্বাৰায়ৰ মূৰ্তি প্ৰতিষ্ঠিত। আঘোণ মাহৰ শুক্লাষষ্ঠী তিথিত সৰ্প-পূজা উপলক্ষে এই মন্দিৰত উৎসৱ আৰু মেলা অনুষ্ঠিত হোৱাৰ পৰম্পৰা বৰ্তমানো জাগ্ৰতভাৱে প্ৰচলিত। সুব্ৰহ্মণ্যই লম্ভা এগৰাকী মানুহে মন্দিৰত সৰ্প-পূজা উপলক্ষে নৃত্য কৰে আৰু ভৱিষ্যদ্বাণীও কৰে। কামাখ্যা, পচৰীয়া, গেৰুৱা আদিৰ দেৱ-ধ্বনি বা দেওধনি বা বামুণ গুৱালকুছিৰ 'দেউলা' নৃত্যৰ সৈতে এইবিধ নৃত্যৰ সাদৃশ্য মন কৰিব লগীয়া।

নাগ মালাৱৰ উপকূলবাসীসকলৰ গৃহ-দেৱতা। তেওঁলোকে সময়ে সময়ে নৃত্য-গীতেৰে সৰ্প-দেৱতাক পূজা কৰে। এই নৃত্য-গীত 'নাগম পট্টু' স্বৰূপে পৰিচিত। 'দক্ষিণ কৰ্ণাটকতো গীত-বাদ্য-নৃত্যৰ দ্বাৰা সৰ্প-দেৱতাক পূজা-অৰ্চনা কৰা পৰম্পৰা প্ৰচলিত। গায়কসকলে স্ত্ৰীৰ পোছাক-পৰিচ্ছদ আৰু আ-অলংকাৰ পৰিধান কৰি প্ৰচণ্ডভাৱে ঢোল আৰু বাঁহী বজায়। গায়ক দলৰ দলপতিয়ে সৰ্প-দেৱতাক অনুকৰণ কৰি সঘনে দ্ৰুত তালত ঘূৰি ঘূৰি নৃত্য-ভংগী প্ৰদৰ্শন কৰি সময় বিশেষে ভৱিষ্যদ্বাণীৰ দৰে কিছুমান কথা উচ্চাৰণ কৰে। সৰ্প-দেৱতাৰ বাণীকেই যেন দলপতিয়ে ব্যক্ত কৰে এনে এটা বিশ্বাস পোষণ কৰি বিশেষ শ্ৰদ্ধা আৰু ভক্তি সহকাৰে তেওঁৰ কথাবোৰ সমৱেত ৰাইজে শ্ৰৱণ কৰে। 'বংগদেশতো মনসা-পূজা বা পদ্মা-পূজাৰ লগত গীত-বাদ্য-নৃত্য অবিচ্ছেদ্যভাৱে সম্পৰ্কান্বিত। 'ভাসান-গান', 'জাগৰণী-গান', 'ৰাৱণী-গান', 'পুতুল নাচ' আদি বিভিন্ন গীত-নৃত্য-বাদ্যৰ অনুষ্ঠানৰ জৰিয়তে সৰ্প-দেৱী মনসাৰ মাহাত্ম্য-বৰ্ণনা কৰা ৰীতি প্ৰচলিত।[৫]

অসমতো মনসা-পূজাৰ লগত গীত-নৃত্য-বাদ্য বিশেষভাৱে সম্পৃক্ত। মনসা-পূজাৰ বিধিত (তন্ত্ৰত) উল্লেখ আছে যে মনসা দেৱীক শাস্ত্ৰীয় আৰু লৌকিক উভয় পদ্ধতিৰে পূজা-উপাসনা কৰাৰ উপৰি গীত-নৃত্য-বাদ্যাদিৰে দেৱীক আনন্দ বিধান কৰিব লাগে। মনসা-পূজাৰ বিধি (তন্ত্ৰ) মতে গীত-বাদ্য-নৃত্য আৰু ইয়াৰ লগত সংযুক্ত আন আন অনুষ্ঠান মনসা-পূজাৰ অবিচ্ছেদ্য অংগ। দ্বিতীয়তে পয়াৰ-ছন্দত ৰচিত শিৱ-পাৰ্বতীৰ বিবাহ আৰু মনসাৰ কাহিনী শ্ৰৱণ কীৰ্তন মনসা পূজাৰ অৱশ্য কৰণীয় অনুষ্ঠান। সুকবি নাৰায়ণদেৱেও উল্লেখ কৰিছে যে গীত-বাদ্য নৃত্যাদি অনুষ্ঠান পৰিৱেশন কৰা নহয়। যেনে ঃ মনসা-পূজা সম্পূৰ্ণ নহয়; যদিহে পূজাৰ লগে লগে গীত-বাদ্য নৃত্যাদি

"নৰ্তকীয়ে নৃত্য কৰে গায়নে গাৱে গীত।
আনন্দিত হৈয়া পূৰায় মনৰ বাঞ্ছিত।।"

পদ্দা, বিষহৰী, ৰাণী বিষহৰী, বৰমানী আদি নামেৰে দেৱী গৰাকীক গোৱালপাৰা অঞ্চলত (গোৱাৰপাৰা, ধুবুৰী, কোকৰাঝাৰ আদি) গীত-নৃত্য-বাদ্য আৰু শাস্ত্ৰীয় তথা লৌকিক বিধানেৰে পূজা কৰা হয়।

সৰ্প-দেৱী পদ্মাৱতীৰ পূজাৰ লগ সম্পৰ্ক বিশিষ্ট পৰিৱেশ্য কলাসমূহৰ ভিতৰত অবিভক্ত গোৱাৰপাৰা জিলাৰ উত্তৰ পাৰৰ সমস্ত আৰু দক্ষিণ পাৰৰ অঞ্চল বিশেষে প্ৰচলিত 'পদ্দা-পুৰাণৰ গান' নিশ্চিতভাৱে উল্লেখযোগ্য অনুষ্ঠান। 'পদ্দা' পদটো 'পদ্মা' শব্দৰূপৰ স্থানীয় বিকৃতি মাথোন। এইবিধ ওজাপালি সাধাৰণতে বিয়াৰ প্ৰসংগত গোলোকগঞ্জ অঞ্চলত অনুষ্ঠিত হয়। চাপৰ অঞ্চলত আকৌ বিয়াৰ প্ৰসংগ বিহীন পদ্মা-পূজা বা পদ্দা-পূজাৰ অনুষংগ 'পদ্দা-পুৰাণৰ গান' অনুষ্ঠিত হয়। গোলোকগঞ্জ অঞ্চলত বিয়াৰ পূৰ্ব দিনা অৰ্থাৎ অধিবাস বা গোন্ধৰ দিনা পদ্দা-পূজা বা বিষহৰী পূজাৰ সন্দৰ্ভত 'পদ্দা-পুৰাণৰ গান' অনুষ্ঠিত হয়। অঞ্চল বিশেষে এইবিধ পৰিৱেশ্য কলা 'বিষহৰিৰ গান' ৰূপেও পৰিচিত। বিয়াৰ গোন্ধ বা অধিবাসৰ দিনা গধূলি সময়ত এইবিধ ওজাপালিয়ে 'আচৰ' কৰি গোটেই ৰাতিটো আৰু পিছদিনা দৰা, কইনাৰ ঘৰৰ পৰা ঘূৰি অহালৈকে গীত-নৃত্য-অভিনয় প্ৰদৰ্শন কৰে। কইনাৰ ঘৰৰ ক্ষেত্ৰত কইনা দৰা ঘৰলৈ যোৱা সময়লৈকে এইবিধ পৰিৱেশ্য কলাৰ অনুষ্ঠান চলে। ইয়াৰ পিছতহে ব্ৰাহ্মণ-পুৰোহিতে বিষহৰী-পূজা সম্পন্ন কৰে। পূজাৰ সময়তো 'বিষহৰী-গান' চলি থাকে। পূজাৰ অন্তত ব্ৰাহ্মণ ঠাকুৰে বিদায় লয়। ইয়াৰ পিছত গীদাল আৰু পালি বা পাইলসকলে দৈ-গাখীৰেৰে পূৰ্ণ মাটিৰ বাচন এটিত 'তাল ঠাণ্ডা' কৰি মাৰেয়াৰ পৰা বিদায় লয়। [৬]

'পদ্মা-পুৰাণৰ গান' বা 'পদ্দা-পুৰাণ'ৰ গান'ৰ গায়কসকলে সুকবি নাৰায়ণদেৱৰ নামত প্ৰচলিত গীত-পদ আবৃত্তি কৰে। এইফালৰ পৰা কামৰূপ-দৰঙত প্ৰচলিত সুকনানি গীত-পদৰ লগত 'পদ্দা-পুৰাণৰ গান'ৰ সাদৃশ্য দেখা যায়। অৱশ্যে উচ্চাৰণ, সুৰ আৰু পৰিৱেশনা-শৈলীৰ প্ৰসংগত বৈপৰীত্য পৰিদৃষ্ট হয়। মাজে মাজে 'পদ্দা-পুৰাণৰ গান'ত মূল কথা বস্তুৰ লগত প্ৰায়ে সংগতি নথকা দুই-এটা গীতো পৰিৱেশন কৰা হয়। এই বৈশিষ্ট্যটি দৰঙৰ সুকনানি ওজাপালি অনুষ্ঠানত দেখা নগ'লেও উত্তৰ কামৰূপৰ মনসা-ওজাপালিৰ ক্ষেত্ৰত আকস্মিকভাৱে লক্ষ্য কৰা যায়।

ইতিমধ্যে উল্লেখ কৰি অহা হৈছে যে 'পদ্দা-পুৰাণৰ গান' গীত-পদ-নৃত্য-অভিনয়ৰ সমষ্টি আৰু ই কথকতা-পৰম্পৰাৰ প্ৰত্যক্ষ ধাৰক। এইবিধ পৰিৱেশ্য কলাৰ একোটি দলত এজন মূল গায়ক থাকে। তেওঁ মূল বা গীদাল অথবা ওজা নামেৰে পৰিচিত। মূল বা গীদাল বা ওজাৰ সহায়কাৰীসকলক পাইল বা পালি বোলে । যিজন পালিয়ে মূল বা গীদাল বা ওজাৰ লগত কথোপকথন কৰি গীতৰ অৰ্থ সৰল গদ্যত ৰসালকৈ দৰ্শকক বুজাই দিয়ে তেওঁৰ নাম দোহাৰী। দোহাৰী আৰু দাইনাপালিৰ মাজত অন্ততঃ প্ৰকাৰ্যৰ ফালৰ পৰা সাদৃশ্য দেখা যায়। এইবিধা ওজাপালিৰ একোটি দলত এজন বা দুজন বাইন থাকে। বাইনে গীত-পদ-নৃত্যৰ সৈতে খোল বা মৃদংগ সংগত কৰে। গীত-পদ আৰু নৃত্য পৰিৱেশনৰ সময়ত মূল বা গীদালে হাতত চামৰ লৈ মুদ্ৰা-ভংগী প্ৰদৰ্শন কৰি নৃত্য কৰে। পাইল বা পালিসকলে সুকনানি ওজাপালি অনুষ্ঠানৰ নিচিনাকৈ খুতিতাল বা মঞ্জিৰা বজায়। মূল বা গীদালে কিন্তু তাল নবজায়। দুই এজন পালিয়ে বাঁহীও বজায়। মূল আৰু দোহাৰীয়ে কথা পাতি থকা সময়ত সৰু সুৰ ল'ৰা-ছোৱালীয়ে নাচে। কেতিয়াবা কম বয়সীয়া ল'ৰাক ছোৱালীৰ পোছাক-পৰিচ্ছদ পিন্ধাই নচোওৱা হয়। সাধাৰণতে বিষহৰী-পূজাৰ প্ৰসংগত অনুষ্ঠিত 'পদ্দা-পুৰাণৰ গান'ত ছোৱালীৰ নৃত্য নাথাকে। কোনো কোনোৰ মতে পৰম্পৰাগত 'পদ্দা-পুৰাণৰ গান'ৰ সৈতে ছোৱালীৰ নৃত্যৰ কোনো সম্পৰ্ক নাই, দৰাচলতে সাম্প্ৰতিক কালতহে এনে নৃত্যই 'পদ্দা-পুৰাণৰ গান'ৰ পৰিসীমাত স্থান লাভ কৰিবলৈ সক্ষম হৈছে।

অঞ্চল বিশেষে আকৌ 'পদ্দা-পুৰাণৰ গান' বা 'বিষহৰী-গান'ৰ লগত অভিনয়ো সংযোজিত হোৱা দেখা যায়। গীদাল আৰু পাইল বা পালিৰ গীত-পদৰ লগে লগে পদৰ বিষয়-বস্তুৰ লগত সংগতি ৰাখি পদ্মা, শিৱ, চান্দো, বেউলা, লখিন্দৰ আদি চৰিত্ৰ পূজা-খলাত প্ৰৱেশ কৰোৱা হয়। সাধাৰণতে লখিন্দৰৰ জন্মৰ পৰা আৰম্ভ কৰি তেওঁৰ বিবাহ, পদ্মাৰ নাগৰ দ্বাৰা দংশন আৰু বেউলাৰ দ্বাৰা মৃত স্বামীৰ সৈতে কলৰ ভুৰত উঠি দেৱ-পুৰীলৈ যাত্ৰা, পদ্মাৰ কৃপাত লখিন্দৰৰ পুনৰ্জীৱন লাভলৈকে এই অংশৰ ঘটনাৱলীৰ নাট্যৰূপ - 'পদ্দা-পুৰাণৰ গান'ৰ আন এটি উল্লেখযোগ্য বৈশিষ্ট্য। নাট্যৰূপ দিয়াৰ প্ৰসংগত সাপ আৰু পদ্মাৰ বিভিন্ন ৰূপৰ মুখা আদি ব্যৱহাৰ কৰা দেখা যায়। গীত-পদৰ মাজে মাজেহে অভিনয় চলে। অভিনয় চলি থকা অৱস্থাত গীদাল আৰু পাইলসকলে গীত-পদ পৰিৱেশন নকৰে। [৭]

পূজা চলি থকা সময়ত সুকনানি ওজাপালিৰ নিচিনাকৈ 'পদ্দা-পুৰাণৰ গান'ৰ গীদাল বা ওজা আৰু পালিসকলে পূজা-মণ্ডপৰ সমুখত বহি তাল বা মঞ্জিৰা আৰু খোল বা মৃদংগ সংগত কৰি পদ্দা বা মনসা বা বিষহৰী, শিৱ, ৰাম, চণ্ডী আদিৰ বন্দনা আবৃত্তি কৰে। আবৃত্তিৰ অন্তত তেওঁলোকে পূজাৰ সৈতে জড়িত বিভিন্ন বস্তুৰ যেনে ঃ তাল, তালৰ জৰী, তামোল-পাণ, পিঠাগুড়ি আদিৰ জন্ম সম্পৰ্কীয় নৈদানিক মালিতা আবৃত্তি কৰে। পূজাৰ গীতৰ প্ৰসংগতো গীদাল বা মূল বা ওঝাই দিহাৰ সৈতে গীত-পদ লগাই দিয়ে আৰু পালিসকলে সেই দিহা আৰু গীত-পদ দোহাৰে। পূজাৰ গীতৰ 'ভাওতি' বা 'ভাওনি' অৰ্থাৎ ভাওনি কোৱা নহয়। অনেক ক্ষেত্ৰত এই গীত-পদবোৰে মন্ত্ৰৰ প্ৰকাৰ্যয়ো সাধন কৰে। এই জাতীয় গীত-পদবোৰ দৰ্শক বা শ্ৰোতাই শুনাকৈ গোৱা নিষেধ। [৮] পূজাৰ প্ৰসংগত গোৱা বৰ্ন্দনা-গীতৰ এটি স্তৱক তলত দিয়া হ'ল ঃ

দিহা ঃ 'অ দেৱৰে দেৱ বন্দোং।
গুৰু দেৱ গণপতি বন্দোং।।
পদ ঃ প্ৰথমে বন্দিব ব্ৰহ্মা হংসৰে বাহন।
গৰুড় বাহনে বন্দোং দেৱ নাৰায়ণ।। [৯] ... ইত্যাদি সাধাৰণতে বহা অৱস্থাত জুৰি বা মঞ্জিৰা বা তাল আৰু খোল বা মৃদংগ সংগত কৰি গোৱা বন্দনা-গীত ৰাগ বা জুৰণিত গোৱা বিধেয়। [১০]

গীতাল, পাইল বা পালি আৰু বাইনে ভুনি আৰু চোলা পৰিধান কৰে। কোনো কোনো গীদালে কান্ধত একোখনকৈ গামোচা লয়। পালিসকলেও কান্ধত গামোচা লোৱা দেখা যায়। অঞ্চল বিশেষ গীদালে গলত চাদৰ একোখনেৰে মেৰিয়াই লয় আৰু চাদৰৰ দুয়োটা মূৰ সমানে সমুখৰ ফালে ওলমি থাকে। তেওঁৰ সোঁহতত এটা ডাঙৰ চোঁৱৰ থাকে আৰু বাওঁ হাতত এখন গামোচা লয়। গীত-পদ লগাই



দিয়াৰ সময়ত তেওঁ চোঁৱৰ আৰু গামোচা ঘূৰাই ঘূৰাই নৃত্যভংগী প্ৰদৰ্শন কৰে। অঞ্চল বিশেষে আকৌ গীদাল আৰু পালি উভয়ে একোখন ভৰিত এপাটকৈ নূপুৰ পৰিধান কৰে।

বাদ্য যন্ত্ৰৰ ভিতৰত তাল বা মঞ্জিৰা বা জুৰি আৰু খোল আৰু মৃদংগই বিশেষভাৱে উল্লেখযোগ্য। 'পদ্দা-পুৰাণৰ গান'ৰ পালিবিলাকে বজোৱা তাল সুকনানি ওজাপালিৰ পালিসকলে বজোৱা তালতকৈ সৰু; কিন্তু 'মাৰে গান'ৰ পালিসকলে সংগত কৰা তালৰ সমান। এইবিধ পৰিৱেশ্য কলাৰ বাইনসকলে বজোৱা খোল, কীৰ্তনৰ প্ৰসংগত সংগত কৰা খোলতকৈ সৰু। গোলোকগঞ্জ অঞ্চলত 'পদ্দা-পুৰাণৰ গান'ত বাঁহী বা বাঁশী বজোৱা হয়। এই বাঁহী বা বাঁশী স্থানীয়ভাৱে নিৰ্মিত।

পৰিৱেশনাৰ প্ৰসংগত এইবিধ পৰিৱেশ্য কলাই মুখ্যতঃ দুটা পদ্ধতি গ্ৰহণ কৰা দেখা যায় ঃ (ক) বহা অৱস্থাত পৰিৱেশন কৰা গীত-পদ আৰু (খ) থিয় অৱস্থাত প্ৰদৰ্শন কৰা পৰিৱেশনা। প্ৰথম অৱস্থাত পালি-বাইন আদি দুজন- তিনিজনকৈ দুই-তিনিটা শাৰীত বহে। তেওঁলোকৰ আগত অৰ্থাৎ সমুখৰ ফালে গীদাল বহে। দ্বিতীয় অৱস্থাত পালি, বাইন আৰু দোহাৰী অৰ্ধ বৃত্তাকাৰকৈ থিয় হয় আৰু তেওঁলোকৰ সন্মুখৰ ফালে গীদাল ঠিয় হয়। তলত দিয়া চিত্ৰৰ জৰিয়তে এইবিধ পৰিৱেশ্য কলাই ঠিয় অৱস্থাত পৰিৱেশ কৰা অৱস্থাত ইয়াৰ নিৰ্বাহিকাসকলৰ অৱস্থান সম্পৰ্কে সাধাৰণ আভাস পোৱা যাব। অৱশ্যে এই অৱস্থান বৈশিষ্ট্য পৰিৱেশনৰ সকলো স্তৰতে ৰক্ষিত নহয়। পৰিৱেশন - প্ৰক্ৰিয়াৰে আৰম্ভণি আৰু শেষত এই অৱস্থান সাধাৰণতে ৰক্ষিত হোৱা দেখা যায়। চিত্ৰটো তলত দিয়া হ'ল

[ফলিমাৰীৰ পদ্মা-পুৰাণৰ পান]

নৃত্যৰ প্ৰসংগত খোল বা মৃদংগৰ ছেৱে ছেৱে, তাল-বাদ্যযন্ত্ৰৰ তালে তালে আৰু গীত-পদৰ বিষয়-বস্তুৰ সৈতে সংগতি ৰাখি পালি, ৰাইন আৰু দোহাৰীয়ে দ্ৰুত গতিত নৃত্যভংগী প্ৰদৰ্শন কৰে। গীদালে ঠাইতে ঘূৰি ঘূৰি চোঁৱৰ ঘূৰাই ঘূৰাই নাচে। মাজে মাজে পালি, বাইন আৰু দোহাৰীয়ে সমুখা-সমুখীকৈ কেইখোজমান আগুৱাই আহি আকৌ কেইখোজমান পিছুৱাই গৈ নৃত্য কৰে। গীত-পদৰ বিভিন্নতাৰ লগে লগে গীদাল, পালি আৰু বাইনৰ নৃত্যভংগী বিভিন্ন হোৱা স্বাভাৱিক।

'পদ্দা-পুৰাণৰ গান'ৰ সাংগীতিক স্তৰবোৰ তলত দিয়াৰ দৰে দেখুৱাব পাৰি। যেনে ঃ

(ক) **আলাপ ঃ** সুকনানি ওজাপালিৰ নিচিনাকৈ এইবিধ ওজাপালিয়ে তাল-বাদ্য আৰু খোল সংগত কৰি বিশিষ্ট ধ্বনি সংকেতেৰে আলাপ বা স্বৰ সাধনা কৰে। যেনে ঃ

অ - অ- অ- আ- আ- আ- আ- আ- এ।
অ - অ - অ- আ- আ- আ- আ- আ- এ।।
এ - এ- এ- এ- এ- অ- ন- ন- ন-।
এ- এ- এ- এ- এ- অ- ন- ন- ন-।। (প্ৰণাম)

(খ) **বন্দনা ঃ** আলাপৰ পিছতেই বহি বা ঠিয় হৈ গীদাল বা ওজা আৰু পালিসকলে বিভিন্ন দেৱ-দেৱী বিষয়ক দুটা বা তিনিটা বন্দনা গীত গায়। এই প্ৰসংগত পালিসকলে মঞ্জিৰা আৰু বাইনে খোল বজায়। পালিসকলে এই স্তৰত এখন বা দুয়োখন হাতেৰে তাল বজায়। ওজাই দুয়ো হাতেৰে চোঁৱৰ এটা বা গামোচা এখন ঘূৰাই থাকে। উদাহৰণ স্বৰূপে বন্দনা-গীত বিশেষৰ এটি কলি তলত দিয়া হ'ল। যেনে ঃ

দিহা ঃ জয় বন্দোং (বন্ধোং) মাতা মনসাৰ চৰণ।
পদ ঃ জয় বন্দিলোং (বন্ধিলোং) মাতা লখীৰ পাও।
জয় বন্দিলোং (বান্ধিলোং) সৰচতী আমাৰ মাও।।....
যাৰ ৰূপে মোহিত দেৱ।। (ভাওনি - গীদাল + দোহাৰী)
ব্ৰহ্মায়ে বাঢ়িলা বেদ নাম হৈল জয় বিষহৰী।
বন্দোং (বন্ধোং) মনসাৰ চৰণ (জয়) নাম হৈল মনসা।। [১১] —

সাধাৰণতে থিয় অৱস্থাত গীত-পদ পৰিৱেশন কৰাৰ প্ৰসংগত এই বিধ পৰিৱেশ্য কলাৰ নিৰ্বাহিকাসকলে এটা বন্দনা গীতহে গায়। কোনো কোনো প্ৰসংগত দুটা বন্দনা গীতো আবৃত্ত হ'ব পাৰে। আন এটি বন্দনা গীতৰ দুটিমান স্তৱক তলত দিয়া হ'ল। যেনে ঃ

দিহা ঃ বন্দোং নাৰায়ণ পৰম কাৰণ-ৰে।
পদ ঃ আ গ মাও—
প্ৰথমে ধৰিল মৎস্য অৱতাৰ।
আগ মাই-
চাৰিবেদ কৰিল উদ্ধাৰ।।
বৰাহ ৰূপ ধৰি পাতালে প্ৰৱেশ কৰি
আ গ মাই-
এ-আ-এ-আ-এ-আ (দোহাৰীৰ সৈতে গীতালৰ অৰ্থ ব্যাখ্যা।)
পৰশুৰাম অৱতাৰে -
আগ মাই-
ক্ষত্ৰিয়গণক কৰিল সংহাৰ।
পক্ষণক সঙ্গ কৰি ৰাম গদাধৰ।।
আ-এ-আ-আ-এ- ভবানীমাও।
কৃষ্ণ ৰূপ ধৰি কংসক বধিলা।
আগ মাই। [১২]....

পূজাৰ প্ৰসংগত বহা অৱস্থাত 'পদ্দা-পুৰাণৰ গান'ৰ নিৰ্বাহিকাসকলে গীত-পদ পৰিৱেশন কৰাৰ উপৰি গীত-পদ পৰিৱেশন কৰাৰ সময়তো পদ্মা-পুৰাণৰ আৰম্ভণিৰ পৰা 'সৃষ্টি-পাতন'ৰ বিষয় বস্তু সম্বলিত গীত-পদৰ সমাপ্তিলৈকে - এই অংশ বহা অৱস্থাতহে গোৱা হয় বা গোৱা উচিত। [১২]

(গ) **দিহা ঃ** প্ৰতিখন পদ দিহাৰ সহায় গোৱাৰ পৰম্পৰা 'পদ্দা-পুৰাণৰ গান'ৰ সংগীত ধাৰাতো প্ৰচলিত।

(ঘ) **পদ ঃ** সুকবি নাৰায়ণদেৱৰ নামত প্ৰচলিত 'পদ্দা-পুৰাণ' বা 'পদ্মা-পুৰাণ'ৰ একোটি অধ্যায় (গীত-পদ) দিহা একোটিৰ সহায়ত নৃত্য-ভংগী আৰু কথোপকথনৰ সৈতে তাল আৰু খোল সংগত কৰি গোৱা হয়।

(ঙ) **সামৰণি ঃ** 'পদ্দা-পুৰাণৰ গান' পৰিৱেশ্য কলাৰ গীত - পদ পৰিৱেশনৰ সমাপ্তি সূচোৱা হয় এটি স্তুতিমূলক গীতেৰে। গীদাল, পালি,বাইন আদি নিৰ্বাহিকাসকলে অৰ্ধ-বৃত্তাকাৰে থিয় হৈ খোল-তাল বজাই গীতটো গায় আৰু গীত গোৱাৰ অন্তত তেওঁলোকে দৰ্শক আৰু শ্ৰোতাক নমস্কাৰ জনাই পূজা-খলাৰ পৰা বিদায় লয়।

সুকনানি ওজাপালি, মাৰে-গান, গীতালু-গীত আদি ওজাপালিৰ বিভিন্ন ৰূপৰ প্ৰসংগত দেওধনী, দেধানী আদি স্ত্ৰী-চৰিত্ৰ জাড়িত। পদ্মা-পুৰাণৰ গানৰ লগত দেওধনী, দেধানী আদিৰ লেখীয়া চৰিত্ৰ সংযোজিত হৈ নাথাকে।

আন আন ওজাপালি ৰূপৰ দৰে 'পদ্মা-পুৰাণৰ গান'ৰ নিৰ্ব্বাহিকাসকলেও গীত-পদ-নৃত্য অৰ্থাৎ অনুষ্ঠান পৰিৱেশন কৰাৰ বিনিময়ত অবিহণা লাভ কৰে।

ওজাপালিৰ পদ্ধতিগত আৰু সামগ্ৰিক অধ্যয়নৰ প্ৰসংগত 'পদ্মা-পুৰাণৰ গান'ৰ ভূমিকা তাৎপৰ্যপূৰ্ণ। গোৱালপৰীয়া সংস্কৃতিৰ বিশেষকৈ লোকায়ত সংস্কৃতিৰ অন্যতম অংগ 'পদ্মা-পুৰাণৰ গান'ৰ সমাদৰ কমিছে বুলি ক'ব নোৱাৰি। সাংস্কৃতিক চেতনাসম্পন্ন গোৱালপৰীয়া ৰাইজে তেওঁলোকৰ সংস্কৃতিৰ উপাদানৰাজি জীয়াই ৰাখিবলৈ প্ৰয়াস নকৰাকৈ থকা নাই। 'পদ্মা-পুৰাণৰ-গান'ৰ নিচিনা পৰিৱেশ্য কলাৰ উত্তৰোত্তৰ শ্ৰীবৃদ্ধি-সমাদৰ নিৰ্ভৰ কৰিছে নতুন পুৰুষসকলৰ সাংস্কৃতিক চেতনাৰ ওপৰত।

'পদ্মা-পুৰাণৰ গান' মনস-সংগীত পৰম্পৰাৰ জীৱন্ত আৰু গতিশীল ধাৰক আৰু বাহক। মাৰে-গান, সুকনানি ওজাপালি আদিৰ উদ্ভৱ বিকাশত 'পদ্মা-পুৰাণৰ গান'ৰ সুদূৰপ্ৰসাৰী প্ৰভাৱ অস্বীকাৰ কৰিব নোৱাৰি। গোৱালপাৰা অঞ্চলৰ বিভিন্ন স্থানত প্ৰচলিত 'পদ্মা-পুৰাণৰ গান'ৰ পৰিৱেশনা-শৈলীৰ বিষয়ে তুলনামূলক অধ্যয়ন কৰিব পাৰিলে অনেক নতুন সমলৰ সন্ধান পোৱা যাব।

১. সংবাদদাতা ঃ শ্ৰীজগদীশ সূত্ৰধাৰ (৭০), ফলিমাৰী, চাপৰ, ধুবুৰী, অসম। শ্ৰী নৃপেন বৰ্মন (৭৫), শালকোচা, ধুবুৰী, অসম।
২. J. ph. Vogel; Indian Serpent-Lore, pp. 272-73
৩. Ibid, p. 274
৪. Ibid, p. 275
৫. P. K. Maity ; Historical Studies in the Cult of the Goddess Manasa, PP, 312-14
৬. সংবাদদাতা ঃ ড° দ্বিজেন ভকত (৪৫), ধুবুৰী।
৭. উক্ত সংবাদদাতা।
৮. সংবাদদাতা ঃ শ্ৰীজগদীশ সূত্ৰধাৰ (৭০) ফলিমাৰী, চাপৰ, ২৮/৩/৯৬।
৯. উক্ত সংবাদদাতা।
১০. শ্ৰীনৃপেন বৰ্মন (৭১) শালকোচা, চাপৰ,১৭।৩।৯৬
১০-১১ সংবাদদাতা শ্ৰীজগদীশ সূত্ৰধাৰ।
১২ উক্ত সংবাদদাতা।








# ৰসিক গুৰু চিলাৰায়ৰ মামৰে খোৰা তৰোৱাল

অম্বিকাচৰণ চৌধুৰী

## ০১. ৰসৰ উৎস ঃ

এই ৰস ভিভাবে আস্বাদন কৰিব পৰা ৰস নহয়; তেনে ৰস বাহ্যিক আৰু ক্ষণস্থায়ী। এই ৰস হৈছে উচ্চ সাহিত্য-কৰ্মৰ পৰা নিসৃত হোৱা নৱৰস। উচ্চমানৰ নন্দনতাত্ত্বিক অলঙ্কাৰযুক্ত সাহিত্যৰ পৰাহে কালজয়ী সাহিত্যিক ৰসৰ সৃষ্টি । এই সাহিত্য-কৰ্ম লোকৰ হিতাৰ্থে হ'লে প্ৰকৃত সাহিত্য নাম পায়। কাৰণ সাহিত্য শব্দত হিত অন্তৰ্নিহিত থাকে; স+হিত অৰ্থাৎ সৈতে যি যুক্ত। সহ+ইত যোগতো সাহিত্য শব্দ গঠিত হব পাৰে; যাৰ অৰ্থ গতি বা সঙ্গতি, য'ত সাধিত হয় সেয়েই সাহিত্য-যাৰ ৰচনাত পঞ্চপ্ৰাণ প্ৰস্ফটিত থাকে । এই পঞ্চাপ্ৰাণ হৈছে ভাব, ভাষা, যুক্তি, ছন্দ আৰু অনুৰণন। । দ্বাদশ শতিকাৰ শেষ ভাগত আৰু ত্ৰয়োদশ শতিকাৰ প্ৰথম ভাগত উৰিষ্যাৰ পুৰীত থকা জগন্নাথ মন্দিৰৰ দেৱদাসী পদ্মাৱতীক স্ত্ৰীৰূপে লাভ কৰাত কবি জয়দেৱৰ হৃদয়ত যি প্ৰেমৰ জোৱাৰ উঠিছিল, তাৰেই উত্তাল লহৰত তিতি-বুৰি কবিয়ে 'গীত গোবিন্দ' ৰচনা কৰিছিল সংস্কৃত ভাষাত । এই 'গীত গোবিন্দ' খনি দেখাত ৰাধা-কৃষ্ণৰ দৈহিক, আত্মিক আৰু অতিবিন্দ্ৰিয় প্ৰেমৰ অপূৰ্ব চিত্ৰন। তাকেই দেৱদাসী পদ্মাৱতীয়ে সুৰ, তাল, লয়, মান, ৰাগ-ৰাগিনী সংযোজন কৰি গীত ৰূপে গাইছিল আৰু গীতৰ ভাৱৰ ছেৱে ছেৱে নৃত্যৰে পৰিৱেশন কৰিছিল বাবেই 'গীত-গোবিন্দ' খনিক গীতি-কাব্য ৰূপে পৰিগণিত। ৰাজশক্তিৰ অনুগ্ৰহপ্ৰাপ্ত হোৱা ৰাজসভাৰ কবিসকলে উক্ত গীতি-নাট্যখনিক বহুল চৰ্চা আৰু ৰাখ্যাৰ ফলত পৰৱৰ্তী-কালত নন্দনতাত্ত্বিক আৰু ৰাধা-কৃষ্ণৰ মেৰ প্ৰেমৰ বৰ্ণনাযুক্ত এই কাব্যখনিক বিষ্ণুৰ দশাৱতাৰ স্তোত্ৰ ৰূপেও বৈষ্ণৱপন্থীসকলে সমাদৰ কৰিছিল। সেয়ে হিন্দু ৰাজন্য-বৃন্দই জয়দেৱৰ গীতি-কাব্য 'গীত-গোবিন্দ'ৰ পৃষ্ঠপোষকতা কৰিছিল। ফলত হিন্দুৰ তীৰ্থস্থানত থকা দেৱ-দেৱীৰ মন্দিৰ আৰু সংস্কৃত অধ্যায়নৰত ছাত্ৰসকলৰ পাঠ্যক্ৰমৰ অন্তৰ্ভূক্ত হৈছিল। এই ক্ষেত্ৰত পুৰীৰ জগন্নাথ মন্দিৰ আৰু বাৰানসী বিশেষ অগ্ৰগামী আছিল। ৰাধা-কৃষ্ণৰ প্ৰেম সম্বলিত এই 'গীত-গোবিন্দ'ই বিশ্বৰীৰ চিলাৰায়ক 'ৰসিক গুৰু' ৰূপে পৰিচিত কৰাইছিল।

## ০২. অধ্যয়ন আৰু সাহিত্য সেৱাৰ পটভূমি ঃ

এছিয়া মহাদেশৰ প্ৰাগৈতিহাসিক কালৰে পৰাই বিভিন্ন অঞ্চলত প্ৰভাৱ বিস্তাৰ কৰি থকা সু-প্ৰাচীন কুৱাচ ওৰফে কোচ ওৰখে কোচ-ৰাজবংশী জনগোষ্ঠীৰ মধ্যযুগৰ পূৰ প্ৰান্তত ৰাজ্যৰ প্ৰতিষ্ঠাতা বিশু ওৰফে বিশ্বসিংহ মহাৰাজৰ উঁনৈশ গৰাকী ৰাণী আছিল। এই ৰাণীসকলৰ গৰ্ভত আৰু মহাৰাজ বিশ্বসিংহৰ ঔৰস্বত ওঠৰ গৰাকী পুত্ৰ আৰু কেবাগৰাকী কন্যা জন্ম পাইছিল। এই ওঠৰ গৰাকী পুত্ৰ সন্তানসকলৰ ভিতৰত ক্ৰমান্বয়ে (১) নৰসিংহ, (২) মল্লদেৱ ওৰফে নৰনাৰায়ণ, (৩) শুক্লধ্বজ ওৰফে চিলাৰায়, (৪) কমলনাৰায়ণ ওৰফে গোহাঁই কমল, (৫) মদন নাৰায়ণ, (৬) ৰাম নাৰায়ণ, (৭) সুৰুনাৰায়ণ, (৮) মানসিংহ, (৯) মেছণ, (১০) বৃষকেতু, (১১) ৰামচন্দ্ৰ, (১২) অনন্ত, (১৩) দ্বীপসিংহ, (১৪) হেমধৰ, (১৫) মেঘনাৰায়ণ, (১৬) জগৎ নাৰায়ণ (১৭) ৰূপচাঁদ আৰু (১৮) সূৰ্যানাৰায়ণৰ নাম পোৱা যায়। অতি বিচক্ষণ আৰু দূৰদশী পিতৃ মহাৰাজ বিশ্বসিংহই তেওঁৰ নৱগঠিত ৰাজ্যৰ ভাবি নৃপতি আৰু ভাবি যুৱৰাজ ক্ৰমে ২ য় পুত্ৰ নৰনাৰায় আৰু ৩ য় পুত্ৰ শুক্লধ্বজক উচ্চ শিক্ষাৰ বাবে সেই সময়ৰ জ্ঞান-বিজ্ঞান আৰু কৃষ্টি-সভ্যতাৰ প্ৰাণকেন্দ্ৰ বাৰানসী নগৰলৈকে প্ৰেৰণ কৰিছিল। এই ৰাজকুমাৰদ্বয়ে বাৰানসীৰ বিখ্যাত ব্ৰাহ্মনন্দ আচাৰ্যৰ আশ্ৰমত শিক্ষা লাভ কৰি শাস্ত্ৰ-অস্ত্ৰ-ব্যায়াকৰণ আৰু ভাৰতীয় ষড়দৰ্শনত ব্যুৎপত্তি লাভ কৰাৰ উপৰি তৎকালীন ভাৰতৰ ৰাজনৈতিক আৰু ভৌগোলিক বিজ্ঞানৰ অধ্যয়ণ কৰি সুযোগ্য শাসক হোৱাৰ যোগ্যতা লাভ কৰিছিল। বাৰানসীত অধ্যয়নকালীন অৱস্থাতেই শুক্লধ্বজে জয়দেৱৰ বিখ্যাত 'গীত গোবিন্দ' গীত কাব্যখনি চৰ্চা কৰাৰ সুযোগ পাইছিল। দেখা যায় জ্ঞানপিপাসু শুক্লধ্বজক এই ভাব আৰু ভাষা বহুল গ্ৰন্থখনিয়ে বাৰুকৈয়ে প্ৰভাৱন্বিত কৰিছিল বাবেই পৰৱৰ্তী কালত যুদ্ধকালীন ব্যস্ততাৰ মাজতো গীত গোবিন্দ'ৰ ভাষা ৰচনাৰ সাঁচতীয়া ইচ্ছাটোক বাস্তৱত ৰূপায়িত কৰি 'ৰসিক গুৰু' উপাধিৰ যোগ্যতা দেখুৱাইছিল। পৰৱৰ্তী কালত মহাৰাজ বিশ্বসিংহৰ ১৫৩৩ চনত মৃত্যু হোৱাত পূৰ্বৰ আঁচনি অনুসৰি ২ য় পুত্ৰ নৰনাৰায়ণে ৰাজপাটত বহে আৰু ৩য় পুত্ৰ শুক্লধ্বজে যুৱৰাজৰ পদত অধিষ্ঠিত হয়। (প্ৰৱন্ধকাৰৰ কোচ-ৰাজবংশী জাতিৰ ইতিহাস আৰু সংস্কৃতি)।

## ০৩. যুদ্ধ আৰু সাহিত্য চৰ্চা ঃ

যুৱৰাজ শুক্লধ্বজে ৰাজশক্তিৰ প্ৰধান কৰ্ম-কৰ্তা হোৱাৰ ফলত আমৃত্যু হাতত খোলা তৰোৱাল ধাৰণ কৰি 'পক্ষীৰাজ' নামৰ অতি কাজুৱা বেগী ঘোঁৰাৰ পিঠিত আৰোহণ কৰি চুবুৰীয়া স্বাধীন ৰাজ্যবোৰক ইখনৰ পিছত সিখন ৰাজ্য নিজ বাহুবল আৰু ৰণ-কৌশলেৰে চিলনীৰ গতিত বিজয় কৰিব পাৰিছিল বাবেই শত্ৰু-মিত্ৰ সকলোৰে পৰাই 'চিলাৰায়' উপাধি প্ৰাপ্ত হৈছিল। ভয়াৱহ আৰু ৰক্তক্ষয়ী যুদ্ধৰ ব্যস্ততাৰ মাজতেই অৱসৰ সময়ত ধৰ্মাচৰ্চা, সাহিত্য চৰ্চা আৰু সংগীতৰ উপৰি

শত্ৰুপক্ষৰ গুণী-জ্ঞানী ব্যক্তিসকলৰ পৰাই চিকিৎসাবিদ্যা আৰু তন্ত্ৰ-মন্ত্ৰৰো জ্ঞান আহৰণ কৰিছিল। প্ৰগাঢ় ৰাজনৈতিক প্ৰজ্ঞাৰে বিজিত ৰাজ্যবোৰৰ মাজত জাতি-বৰ্ণ আৰু মতবাদ নিৰ্বিশেষে এক প্ৰেৰণাৰ চালিকাশক্তিৰূপে যি প্ৰতিভাৰ দৃষ্টান্ত দাঙি ধৰিছিল সি ইতিহাসত বিৰল আৰু অতুলনীয় আছিল। সাহিত্য চৰ্চাকে ধৰি বিভিন্ন দিশত চিলাৰায়ৰ প্ৰতিভাত অভিভূত হৈ তেতিয়াৰ যুগাৱতাৰ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ প্ৰমুখ্যে যুৱৰাজ শুক্ল ধ্বজক 'ৰসিক গুৰু' উপাধি প্ৰদান কৰিছিল। তাৰোপৰি ৰণনীতিত বিচক্ষণতা দেখুৱা আৰু অন্যান্য মানবীয় গুনাৱলীৰ বাবে বিখ্যাত ইতিহাস বিদ আৰ্নণ্ড টয়েনবিয়ে তেওঁৰ বিখ্যাত গ্ৰন্থ 'ইতিহাসৰ অধ্যয়ন (Studies on Histry) নামক গ্ৰন্থত পৃথিৱীৰ শ্ৰেষ্ঠ তিনিজনা বীৰৰ ভিতৰৰে এজন বুলি মূল্যাঙ্কন কৰাৰ সমল পাইছে। ইং ১৫১০ চনৰ পবিত্ৰ মাঘী পূৰ্ণিমা তিথিত জন্ম লাভ কৰা এই মহান বীৰজনাই আধুনিক তুফান গঞ্জৰ কাষতে থকা মহাৰাজ বিশ্বসিংহৰ ৰাজ অট্টালিকাত সোণৰ চামুচ মুখত লৈ জন্ম লাভ কৰা, গৌড় ৰাজ্যৰ সুকন্যা পদ্মাৱতীৰ, এই সুপুত্ৰই তিনিকুৰি বছৰজোৰা জীৱদ্দশ অতিক্ৰম কৰি ইং ১৫৭১ চনৰ পবিত্ৰ ফাগুৱা উৎসৱ ফাগুনী পূৰ্ণিমা তিথিত গৌজড় ৰাজ্য বিজয়ৰ উৎসৱ পালনৰ সময়তে নদী শ্ৰেষ্ঠা গঙ্গাৰ তীৰভূমিত সৈন্য বাহিনীৰ শিবিৰতেই হঠাতে আক্ৰান্ত হোৱা বসন্ত ৰোগত (বৰ আই) প্ৰাণ ত্যাগ কৰে। এই খন্তেকীয়া জীৱনতেই চিলাৰায়ে যি অমৰ কীৰ্তি ৰাখি গ'ল সি সঁচাকৈ জগতত বিৰল।

০৪. অদ্বিতীয় বীৰৰ প্ৰতি ভক্তিযুক্ত ভয় ঃ

মধ্যযুগৰ কোচ ৰজা মহাৰাজ নৰনাৰায়ণৰ ৰাজত্ব কালছোৱা যুদ্ধ-বিগ্ৰহৰেই পৰিপূৰ্ণ। ৰজাৰ অদম্য সাহসী প্ৰধান সেনাপতি ৰূপে চিলাৰায়ে সমসাময়িক স্বাধীন চুবুৰীয়া ৰাজ্য আহোম, কছাৰী, খাছিয়া, জয়ন্তীয়া, মণিপুৰ, ত্ৰিপুৰা, চিলেট, ডিমৰুৱা আদি ৰাজ্যৰ সৈতে হোৱা বহু ৰক্তক্ষয়ী ৰণত অসীম সাহসিকতাত অপূৰ্ব বিচক্ষণতা আৰু উদাৰ মানৱতাৰ পৰিচয় প্ৰদান কৰিছিল বাবেই পৰাজিত শত্ৰুপক্ষইয়ো এইজনা মহাবীৰক ভয়তকৈ বেছিকৈ ভক্তিহে কৰিছিল। ফলত শত্ৰুপক্ষৰ সৈতে হোৱা ভয়াৱহ ৰণত দুৰ্বাৰ গতিৰে কেৱল বিজয়ৰেই ধ্বজা উৰুৱাইছিল। পৰাভূত হোৱা ৰাজন্য বৰ্গই কামৰূপ ওৰফে কামতা ওৰফে কোচ সাম্ৰাজ্যৰ কৰতলীয়া ৰজা হিচাপে থকাত অপমান বোধ কৰা নাছিল; বৰং গৌৰৱান্বিত হৈছিল। কাৰণ বিদগ্ধ পণ্ডিত চিলাৰায়ৰ ৰাজনৈতিক নিৰ্দেশত মহাৰাজ নৰনাৰায়ণৰ সাৰ্বভৌম ৰাজত্বত প্ৰত্যেক ৰাজ্যকেই আভ্যন্তৰীণ স্বাধীনতা সহ যুক্ত ৰাষ্ট্ৰীয় আৰ্হিৰ গাঁথনিৰে (Federal type) প্ৰশাসন চলাইছিল। এই যুদ্ধ-বিগ্ৰহ সমূহৰ মাজেদি মহাবীৰ চিলাৰায়ে কাষৰীয়া চুবুৰীয়া ৰাজ্যসমূহক জয় কৰি নিজকে 'অদ্বিতীয় বীৰ' বুলি পৰিচয় দিয়াৰ বিপৰীতে পশ্চিমে মালদা-দিনাজপুৰ-ৰংপুৰ-ময়নসিং-কৰতোৱা নদীৰ পৰা পূৱে সদিয়ালৈকে পৰৱৰ্তী কালৰ বৃহৎত্তৰ অসমভূমিত এক শক্তিশালী আৰু সমৃদ্ধিশালী অসমীয়া মহাজাতিৰ জন্মৰ কথা বাৰে বাৰে তেওঁৰ সৃজনীমূলক কল্পনাৰে গঢ় দিছিল। সেই বাবেই ৰাজ্য জয় কৰি ৰাজ্যবোৰত বসবাস কৰা বিভিন্ন জনগোষ্ঠীৰ বৈশিষ্টও পূৰ্ণ প্ৰজাসমূহৰ লগত সমন্বয় আৰু সংহতি স্থাপন কৰিবলৈ চিলাৰায়ে প্ৰাণপণে চেষ্টা কৰাৰ কথা আৰু কাহিনী বুৰঞ্জীয়ে সযতনে ৰাখি থৈছে । (প্ৰৱন্ধ কাৰৰ সংগ্ৰামসিংহ চিলাৰায়)।

০৫. কৰ্মযোগীৰ জীৱনাদৰ্শ ঃ

বিদেশী শত্ৰুৰ দ্বাৰা আৰু নৈসৰ্গিক কাৰণত নিশ্চিহ্ন হোৱা সনাতন হিন্দু সভ্যতাৰ তান্ত্ৰিক পন্থৰ পবিত্ৰ কামাখ্যা মন্দিৰটো মহাৰাজ নৰনাৰায়ণ আৰু যুৱৰাজ শুক্লধ্বজে ইং ১৫৬৫ চনত সম্পূৰ্ণ ভাৱে নতুনকৈ নিৰ্মান কৰে। এই মন্দিৰ নিৰ্মান কাৰ্যত চিলাৰায়ৰ নিৰ্দেশত চুবুৰীয়া স্বাধীন ৰাজ্যবোৰ যুদ্ধৰে দিগ্বিজয় কৰাৰ ফলত বিজিত ৰাজ্যবোৰৰ পৰা লাভ কৰা উপ-ঢৌকনৰ অংশ বিশেষ পনৰো হাজাৰ সোণৰ মুদ্ৰা, চাৰি লাখ পনৰো হাজাৰ ৰূপৰ মুদ্ৰা আৰু অন্যান্য যুদ্ধলব্ধ সামগ্ৰীক কামাখ্যা মন্দিৰ নিৰ্মাণত-অথাৎ দেৱকাৰ্যত খৰচ কৰিছিল। কোচ ৰাজন্য আৰু পৰিয়ালৰ উপভোগৰ বাবে সেই ধন ব্যৱহাৰ নকৰিছিল। মন্দিৰ নিৰ্মাণৰ বিস্তৃত বিৱৰণী ইতিহাসৰ পৃষ্ঠাত জিলিকি আছে; যদিও চৰ্চাৰ অভাৱত জনসাধাৰণৰ জ্ঞানত মামৰে ধৰিছে। যুদ্ধত জয়ৰ বতৰা লৈয়ে বীৰ চিলাৰায়ে ক্ষান্ত থকা নাছিল; বিজিত ৰাজ্যৰ আৰু প্ৰজাৰ মঙ্গলৰ বাবে, আন্তৰাজ্যিক অৰ্থাৎ পৰৱৰ্তী কালৰ বৃহত্তৰ অসম বাসীৰ মাজত মিলা-প্ৰীতিৰ, বুজা-পৰাৰ আদান-প্ৰদানৰ বাবে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰেদি পশ্চিমে আধুনিক কোচবিহাৰ নগৰৰ পৰা আৰম্ভ কৰি পূৱে আধুনিক লক্ষীমপুৰ জিলাৰ নাৰায়ণ পুৰলৈকে ৩৮০ কিলোমিটাৰ জোৰা দীঘলীয়া এটা আহল-বহল আলি বন্ধাইছিল-যাক গোহাঁই কমলৰ আলি নামেৰে নামকৰণ কৰা হৈছে। ইতিহাস খ্যাত এই আলিটোক শ/শ বছৰ পিছতো কাল ধুমুহাই নিশ্চিহ্ন কৰিব পৰা নাই; কিন্তু বৰ্তমান যুগৰ নিম্নগামী ৰাজনৈতিক হেঁচা-ঠেলাত আৰু উচ্চ জাতি-নীচ-জাতি জনিত স্বাৰ্থান্ধ আৰু অজ্ঞতা প্ৰসূত ঈৰ্ষা আৰু দ্বেষৰ দ্বাৰা পৰিচালিত হোৱা অল্পবুদ্ধিৰ মানুহে বোৰে এই প্ৰখ্যাত আলিটোক চৰম অৱজ্ঞা কৰি ঠায়ে ঠায়ে ঠিকাদাৰে মাটি কটাৰ বাবে খুন্দি-গাৰি থকা কাৰ্যৰ ফলত সমন্বয়ৰ এই ৰাজ আলিটো বাস্তৱত টিকি থাকিব বুলি সন্দেহ কৰাৰ যথেষ্ট অৱকাশ আছে। পৰৱৰ্তী প্ৰজান্মৰ ইতিহাসেহে ইয়াৰ উত্তৰ দিব। কাৰণ আত্মবিস্মৃত হোৱা আৰু মানুহ ভগবানৰ পৰিৱৰ্তে আকাশৰ ভগবানত অধিক বিশ্বাসী অসমীয়া মহাজাতি বৰ্তমান আত্ম সংঘৰ্ষত অতি ব্যস্ত। তাৰোপৰি সোণৰ অসমৰ সপোন দেখা অসম গণ পৰিষদৰ দ্বাৰা প্ৰথম ৰাজকীয় ক্ষমতা প্ৰয়োগৰ কালছোৱাতেই অসমৰ স্কুলীয়া বিদ্যালয় সমূহত ইতিপূৰ্বৰে পৰাই প্ৰচলিত হৈ থকা 'ইতিহাস' আৰু 'ভূগোল' অত্যাৱশ্যকীয় বিষয় দুটাক পাঠ্যক্ৰমৰ পৰা পৰিত্যাগ কৰাত অসমৰ ভৰিষ্যৎ ছাত্ৰ-ছাত্ৰীয়ে 'গোহাঁই কমল আলি'ৰ সন্ধেদেই নাপাব-ৰক্ষণা-বেক্ষণ দূৰৰে কথা। সেয়ে বোধহয় সমগ্ৰ ভাৰতৰেই ধৰ্মপ্ৰাণ ভক্ত সকলৰ ৰাজহুৱা সম্পত্তি কামাখ্যা মন্দিৰটো বৰ্তমান এমুঠি বুদ্ধিজীৱিৰ অৰ্থ উপাৰ্জনৰ মাধ্যমত পৰিণত হৈ ধৰ্মাচৰণক ব্যৱসায়ৰ পৰ্যায়লৈকে অৱনমিত কৰাৰ তুল্য হৈছে। সমগ্ৰ ভাৰতৰে ভক্তিৰ প্ৰতীক,উত্তৰ -পূৰ্বাঞ্চলৰ সাতভনীৰ একালৰ ৰজা আৰু প্ৰজাৰ ত্যাগৰ ফলত নিৰ্মিত হোৱা কামৰূপৰ বিক্ৰমাদিত্য মহাৰাজ নৰনাৰায়ণ আৰু শ্ৰীশঙ্কৰ দেৱৰ জোঁৱায়েক তথা বিশ্বমহাবিৰ চিলাৰায়ৰ আত্মিক আৰু দৈহিক স্পৰ্শ থকা বিখ্যাত এই মন্দিৰটিৰ গৰাকী স্বৰূপ প্ৰাক্তন ৰাজন্য বৰ্গ আৰু জনগোষ্ঠীয় লোকসকল এতিয়া ঘৰতে বিদেশী; নিজ ৰাজ্যতে গৃহহাৰা হৈ কৈ আছে। "হায় ! যাৰ যহত শাখা সিন্দুৰ, তাকেই কৰা হৈছে ভোখৰা ইন্দুৰ" গোহাঁই কমলৰ আলিও হয়তো ৰাজনীতিৰ কূট-কৌশলত এদিন খেতি পথাৰত পৰিণত হ'ব। ভ্ৰতিৰক্ষাৰ ক্ষেত্ৰত বৰ্তমান সাতভনীৰ দেশ এই উত্তৰ-পূৰ্বাঞ্চল অতি স্পৰ্শকাতৰ হৈ পৰিছে বাবেই সময় থাকোতেই সমন্বয় সাধনৰ বাবে বুজা পৰাৰ মাধ্যম এই যাউতি-যুগীয়া আলিটোক পুনৰুদ্ধাৰৰ প্ৰয়োজন বুলি ইতিহাসে ৰিঙিয়াই আছে।

০৬. জোঁৱায়েক-শশুৰৰ মিলন ঃ

বৃহত্তৰ অসমীয়া জাতিৰ ধৰ্ম-সমাজ-সংস্কৃতি-ভাষা-সাহিত্যৰ প্ৰাণ স্পন্দন স্বৰূপ মহাপুৰুষ শ্ৰী শঙ্কৰদেৱৰ ভতিজা জোঁৱায়েক আছিল এই গৰাকী জাতীয় বীৰ চিলাৰায়। গুৰুজনাৰ ভাতৃ ৰামৰায় ওৰফে জগতানন্দ ভূঞাৰ দুহিতা 'ভোগেশ্বৰী' ওৰফে ভূৱনেশ্বৰী দেৱীক চিলাৰায়ে পত্নী ৰূপে লাভ কৰাৰ পিছত গুৰুজনাক অতি নিবিড়ভাৱে বুজি উঠিবৰ সুযোগ হয়। চিলাৰায়ৰ বাসস্থান ফুলবাৰীৰ এখনি ফুলনি বাগিচাত এদিনাখন পত্নী ভূৱনেশ্বৰীয়ে মহাপুৰুষ শ্ৰীশংকৰ দেৱ ৰচিত গীতক ৰাগ-ৰাগিনী সহকাৰে সুললিত কণ্ঠে আপোনমনে গাই থকাৰ সময়ত কলাকৃষ্টিৰ সেৱক আৰু উচ্চাঙ্গ সংগীতৰ ৰস পণ্ডিত যুৱৰাজ শুক্লধ্বজে আঁতৰৰ পৰা গায়িকাৰ অলক্ষে অতি তন্ময় ভাৱে শুনি আছিল। আপোনমনে গাই থকা ভূৱনেশ্বৰীয়ে গীত শেষ কৰাৰ পিছত স্বামী শুক্লধ্বজে আত্ম প্ৰকাশ কৰি সুধিছিল-ইমান ভাৱগধুৰ ভক্তিৰস প্ৰধান ৰাগ-ৰাগিনী সম্বলিত গীতটি কাৰ দ্বাৰা ৰচিত? উত্তৰত যেতিয়া জেঠা শহুৰ শ্ৰীশঙ্কৰদেৱ বিৰচিত গীত বুলি জানিলে সংগ্ৰাম সিংহ চিলাৰায় তথা কামৰূপ কামতা সাম্ৰাজ্যৰ যুৱৰাজ ও প্ৰধান সেনাপতি চিলাৰায়ে গুৰুজনাৰ ওচৰত দীক্ষা গ্ৰহণ কৰি মন্ত্ৰপুত শিষ্যত্ব গ্ৰহণ কৰিছিল। বিশাল কামতা সাম্ৰাজ্যৰ মহাৰাজ নৰনাৰায়ণ যদিও আইনগত নৃপতি আছিল; বাস্তৱ ক্ষেত্ৰত কিন্তু তেওঁৰ কনিষ্ঠ ভাতৃ চিলাৰায়েহে ৰাজশক্তি নিয়ন্ত্ৰণকাৰী শ্ৰেষ্ঠব্যক্তিজনৰ পক্ষে শৈৱাশাক্ত মতবাদৰ উপাসক হৈয়ো ভিন্ন মতবাদী গুৰুজনাৰ ওচৰত শিৰনত কৰি বৈষ্ণৱ মতবাদত দীক্ষিত হোৱাটো আচলতে সাধাৰণ কথা নাছিল। কেতবোৰ কৰ্মকাণ্ডি পুৰোহিতৰ প্ৰৰোচনাৰে প্ৰৰোচিত হৈ জন দিয়েক বিপ্ৰবৰ্ণৰ প্ৰজাই মহাৰাজ নৰনাৰাণৰ ওচৰত অৰ্থাৎ ৰজাৰ আদালতত মহাপুৰুষ শ্ৰী শঙ্কৰদেৱৰ বিৰুদ্ধে দেৱীপূজাৰ বিৰুদ্ধাচৰণ কৰা বুলি আনুষ্ঠানিক অভিযোগ দিছিল। বাধ্য হৈ ৰজা নাৰনাৰায়ণে বিচাৰৰ বাবে গুৰুজনাক পাটবাউসীৰ পৰা ধৰি আনিবলৈ কটোৱাল প্ৰেৰণ কৰাৰ হুকুম জাৰী কৰে। এই সংবাদ পোৱা মাত্ৰেই ৰাজভাতৃ জেঠা শহুৰ ওৰফে গুৰুজনাক ৰক্ষণা বেক্ষণ দিবলৈ কেকাই মাঝীৰ চিলাৰায়ে ৰজাৰ নৌকাতকৈয়ো অধিক বেগী নাওৰে গোপনে সহায়ত গুৰুজনাক ফুলবাৰীলৈ আনি নিজৰ বাসস্থানতেই গুৰুজনাক ৰাখি আশ্ৰয় দিয়ে। ৰজাৰ নাও পাটবাউসী পোৱাৰ আগতেই গুৰুজনাক নিৰাপত্তা প্ৰদানৰ ক্ষেত্ৰত চিলাৰায়ৰ বিচক্ষণতা, নিভীকতা আৰু চাৰিত্ৰিক মহানুভৱতাৰ উজ্বল দিশটোক বিশেষ লক্ষ্য কৰিবলগীয়া জ্যেষ্ঠ ভাতৃ আৰু ৰাজশক্তিতকৈ গুৰু যে শ্ৰেষ্ঠ তাকেই এই বিশ্ববীৰ জনাই কাৰ্যতঃ দৃষ্টান্ত দিছে। ৰাজাজ্ঞা পালনৰ প্ৰক্ৰিয়াক নিয়ন্ত্ৰণ কৰি চিলাৰায়ে সুযোগ বুজি মহাৰাজ নৰনাৰায়ণৰ মনৰ ক্ৰোধ মাৰ নিয়াই পৰিস্থিতিৰ অনুকুলে গুৰুজনাৰ বিৰুদ্ধে থকা কৰ্ম কাণ্ডি পুৰোহিতৰ অভিযোগৰ ৰাজ বিচাৰৰ ব্যৱস্থা যিভাৱে পৰিচালিত কৰাইছিল তাতো চিলাৰায়ৰ বুদ্ধমত্তাৰ পৰিচয় পোৱা গৈছে। প্ৰকাশ্য বিচাৰত গুৰুজনাৰ বে-কচুৰ খালাস হোৱাৰ উপৰিও মহাৰাজ নৰনাৰায়ণৰ বিশেষ ব্যক্তি ৰূপে গুৰুজনাই সন্মানৰ আসনত অধিষ্ঠিত হ'বলৈ পায়। বৈষ্ণৱ মতবাদ, প্ৰচাৰত শঙ্কৰ মাধৱৰ মিলন যিদৰে মহত্বপূৰ্ণ; 'চিলাৰায়-গুৰুজনা নৰনাৰায়ণ' অৰ্থাৎ 'বীৰত্ব-জ্ঞান আৰু ৰাজশক্তি'ৰ মিলনো সিদৰে উত্তৰ পূব ভাৰতত বৈষ্ণৱ মতাবাদ ভাষা-সাহিত্য আৰু বৃহত্তৰ অসমীয়া মহাজাতিৰ পটভূমি ৰচনাত তাতকৈ অধিক গুৰুত্বপূৰ্ণ। চিলাৰায়ে এই কাৰ্য সু-কৌশলে সম্পাদন নকৰাহেঁতেন গুৰুজনাক আজি আমি যি ৰূপত পাইছো তাৰ পৰা বঞ্চিত হ'ব লগা হ'লহেঁতেন দুষ্ট চক্ৰৰ ষড়যন্ত্ৰৰ ফলত। এইহেন এজন সু-কৌশলী, ভক্ত, যোদ্ধা তথা শক্তিশালী ৰাজ বিষয়া চিলাৰায়ক সাম্প্ৰতিকে 'দেখা গৈছে কেৱল কোচ জনগোষ্ঠীৰ এজন বীৰ বুলিহে ধৰি লোৱাটো। চিলাৰায়ৰ অবিহনে পৰৱৰ্তী অসমীয়া ভাষা-কৃষ্টি-সভ্যতাৰ হয়তো পটভূমিয়েই ৰচিত নহ'লহেঁতেন। বৰ্তমানৰ ক্ষুদ্ৰ অসমত ৬ শৰো অধিক শঙ্কৰী সত্ৰ আৰু সত্ৰাধিকাৰ আছে। এই সত্ৰবোৰত প্ৰতি বছৰে মহাপুৰুষ শঙ্কৰদেৱৰ জাক -জমকতাৰে চৰ্চা হয় আৰু অসমীয়া জাতি গঠনৰ আহ্বান জনোৱা হয়। কিন্তু ভাবিলে আচৰিত লাগে সম্ভৱত ঃ কোনো এখন সত্ৰতেই কোচ জনগোষ্ঠীৰ সত্ৰাধিকাৰ নাই আৰু কোনো এখন সৰু-বৰ সত্ৰতেই শঙ্কৰদেৱৰ জোঁৱায়েক তথা সুযোগ্য শিষ্য যুৱৰাজ শুক্লধ্বজ ওৰফে চিলাৰায়ৰ জন্ম উৎসৱ পালিত নহয়; অৰ্থাৎ পিতৃক পৰিত্যাগ কৰি পুত্ৰক সাবটি লোৱা ব্যৱস্থা। আজিৰ অসম ৰক্তাক্ত আৰু খণ্ড—বিখণ্ড হোৱাৰ পথত। সেয়ে সুন্দৰীদিয়াৰ শ্ৰীবিজয় কৃষ্ণ গোস্বামী আৰু বৰপেটাৰ শ্ৰীপ্ৰভাত চন্দ্ৰ ওজাই কৈছে-"এনে স্থলত ঘোৰ সংকট বেলাত ৰক্ষণা বেক্ষণ দি থকা শ্ৰীশঙ্কৰ গুৰুৰ একনিষ্ঠ সেৱক মহাবীৰ শুক্লধ্বজক শ্ৰদ্ধাৰে সুৱৰি মহাপুৰুষীয়া সত্ৰ আৰু সমাজে বছৰে বছৰে যথা ৰীতি তেওঁৰ (শুক্লধ্বজৰ) তিথি পালন কৰি থকা একান্ত বাঞ্ছনীয়" (১) এওঁলোকৰ আশা ফলৱতী হ'লে অসমীয়া মহাজাতিৰ বাবে নিশ্চয় শুভ সঞ্চাৰক হ'ব।

০৭. ৰণক্ষেত্ৰৰ যোদ্ধ কলাক্ষেত্ৰৰ পণ্ডিত ঃ

চিলাৰায় ৰাজনীতিজ্ঞ, ভাতৃভক্ত-মাতৃভক্ত আৰু গুৰুভক্তিপৰায়ন হোৱাৰ উপৰিও এজন অতি উচ্চ খাপৰ সু-সাহিত্যিক (২)। তেওঁৰ সাহিত্য প্ৰতিভাৰ ওপৰত তথ্যান্তৰে বহুলভাৱে ভিন্ন গ্ৰন্থত আলোচিত হৈছে বাবেই ইয়াত ইঙ্গিত মাত্ৰ কৰা হ'ল। বাৰানসীত আচাৰ্য্য ব্ৰহ্মানন্দৰ আশ্ৰমত নৰনাৰায়ণ আৰু শুক্লধ্বজ দয়ো ৰাজকুমাৰে জ্ঞান অৰ্জুনৰ বাবে-

"ব্যাকৰ্ণ-পুৰাণ শ্ৰুতি স্মৃতি মীমাংসাৰ।
শিকিলন্ত অংকশাস্ত্ৰ অৰ্থববেদৰ।।
সম দম দায়া ভেদ ন্যায়নীতি যত।
জ্যোৰ্তিবেদ তৰ্কশাস্ত্ৰ শিকে নানা মত।।
এক মনে পঢ়ে দয়ো তেজি আন কাম।" (৩)

অধ্যয়নত পৰিস্পুষ্ট হৈ লব্ধ জ্ঞানেৰে দুয়ো ৰাজ-ভাতৃয়ে নিজ কামতা ৰাজ্যত এনেভাৱে শৈক্ষিক পৰিৱেশ সৃষ্টি কৰিছিল, যাৰ ফলশ্ৰুতিত পোৱা যায় যে মহাৰাজ নৰনাৰায়ণৰ ৰাজসভাত-

'সংস্কৃত বিনে কেহো কথা নকহয়।
সামান্য কথাকো সবে সংস্কৃতে কহয়।।'

গুৰুজনাৰ ৰচিত 'ৰাম বিজয় নাটত পোৱা যায়—

"ৰামক পৰম ভকতি ৰসজানা।
শ্ৰীশুক্লধ্বজ নৃপতি প্ৰধানা।।

ৰামক বিজয় যে কৰাৰত নাট।
মিলক তাহেক বৈকুণ্ঠক বাট।।"
পৰম ৰসিক গুৰু ঃ শ্ৰীশুক্লধ্বজ
ৰাজা নৃপতি প্ৰধানা।
জয়তু জয়তু নিত্য ঃ ঈশ্বৰ কৃষ্ণক
কেলি লীলা ৰস জানা।।

এই মহান ৰসিক গুৰুজনাৰ প্ৰেৰণাতেই বিখ্যাত কবি ৰাম সৰস্বতীয়ে 'গীত গোবিন্দ' কাব্যখনিক সংস্কৃত ভাষাৰ পৰা তেতিয়াৰ দেশী ভাষালৈ (গ্ৰীয়াৰ্চনৰ মতে 'ৰাজবংশী' ভাষা) অনুবাদ কৰোঁতে কবিজনাই কৈছে ঃ-

'জয়দেৱ নামে কাব্য বিৰচিলা সাৰ।
শুক্লধ্বজ ৰাজা টীকা কৰিলন্ত যাৰ।।'

সংস্কৃত ভাষাতে ৰচিত জয়দেৱৰ 'গীত গোবিন্দ' গীতি-কাব্যখনিক বিদগ্ধ পণ্ডিত যুৱৰাজ শুক্লধ্বজে সংস্কৃত ভাষাতে কাব্যিক ছন্দত ভাষ্য(Commentary) ৰচনা কৰিছিল আৰু এই ভাষ্য গ্ৰন্থখনিৰ নাম থোৱা হৈছিল 'সাৰৱতী'। এই ভাষ্য গ্ৰন্থখনিৰ সহায় লৈহে ৰাম সৰস্বতীয়ে তেতিয়াৰ দেশী ভাষালৈ 'গীত গোবিন্দখনিৰ অনুবাদ কৰিছিল বুলি কবি ৰাম সৰস্বতীয়ে মুক্তকণ্ঠে স্বীকাৰ কৰিছে ঃ

"নৰনাৰায়ণ নৃপতিৰ প্ৰাণ ভাই।
মহাৰাজ শুক্লধ্বজ যাৰ সম নাই।।
ত'হান টীকাক জিজ্ঞাসিয়ো বুধজনে।
যদি অৰ্থ নোপোৱা নিনন্দিবা মনে।।"-অৰ্থাৎ যুৱৰাজ শুক্লধ্বজৰ টীকা সাৰৱতীৰ আধাৰতহে ৰাম সৰস্বতীয়ে গীত গোবিন্দৰ দেশী ভাষান্তৰ কৰিছে। 'সাৰৱতীখনি সংস্কৃত ভাষাতে আৰু তেতিয়াৰ কামতাবাসীয়ে ব্যৱহাৰ কৰা হৰফত লিখিত বাবেই ইয়াক অধ্যয়ন কৰা সৰ্বসাধাৰণৰ সাধ্যাতীত হৈ আছে। কাৰণ প্ৰথম কথা-সেই প্ৰাচীন লিপি পাঠৰ যোগ্যতা থাকিব লাগিব; দ্বিতীয়তে সংস্কৃত ভাষাৰো পণ্ডিত হ'ব লাগিব। আধুনিক ভাৰতত বৰ্তমান দুয়োটাই অজ্ঞাত কাৰণ-সংস্কৃত বৰ্তমান 'মৃত-ভাষা' আৰু প্ৰাচীন লিপি কেৱল যাদুঘৰতহে সংৰক্ষিত।

০৮. সাৰৱতীৰ অব্যৱহৃত সাৰ ঃ

'সাৰৱতী' যুৰ্মৰাজ শুক্লধ্বজৰ শ্ৰেষ্ঠ সাহিত্য কৰ্ম- যি প্ৰতিকূল পৰিৱেশৰ মাজত আবদ্ধ হৈ তেওঁ ৰাধা-কৃষ্ণৰ অমৰ প্ৰেমৰ ওপৰত আধাৰিত 'গীত গোবিন্দ'খনিৰ ভাষ্য ৰচনা কৰিছে, সি কল্পনাতীত। দিনৰ দিনটো তজবজীয়া দ্ৰুতগামী ঘোৰাৰ পিঠিত উঠি, হাতত খোলা তৰোৱাল লৈ পাহাৰে পৰ্বতে- কন্দৰে, বনে-উপবনে, নদী-নলা-জান-জুৰি পাৰ হৈ , বনৰীয়া হিংস্ৰ জন্তু- জানোৱাৰৰ সন্মুখীন হৈ অক্লান্ত-অতন্দ্ৰ এই অশ্ব ৰোহী বীৰজনাই নিশা ৰণক্ষেত্ৰৰ শিবিৰত খন্তেক জিৰণীৰ বাবে হাতৰ তৰোৱালৰ পৰিৱৰ্তে ময়ূৰ পাখীৰ কলম তুলি লয় আৰু গধুৰ তীক্ষ্ণধাৰ তৰোৱাল নিয়ন্ত্ৰণ কৰা যোদ্ধাৰ আঙুলিৰেই পাখীৰ কলমেৰে ক্ষুৰধাৰ যুক্তিপূৰ্ণ ভক্তিৰ ৰচনাৰে ৰাধা-কৃষ্ণৰ অমৰ প্ৰেমকথাৰ ওপৰত ভাষ্য লিখে দোভাগ নিশালৈকে সিয়ো সংস্কৃত ভাষাত শিবিৰৰ ভিতৰত ঘিৰ চাকীৰ পোহৰত। যুদ্ধক্ষেত্ৰৰ শিবিৰত কোনো সহায়ক গ্ৰন্থ পোৱা নাই; পণ্ডিত ব্যক্তিসকলৰ লগত আলোচনাৰো সুযোগ নাই, পৰিস্থিতিও সাহিত্য সৃষ্টিৰ অনুকূল নাছিল আৰু সাহিত্য ৰচনাৰ বিষয়- বস্তু সম্পূৰ্ণ অনাকাংক্ষিত ৰাধা-কৃষ্ণৰ অমৰ প্ৰেম। সঁচাকৈ চিলাৰায় কায়মনোবাক্যে কাজে-কামেই সকলো দিশতে চিলনীৰ দ্ৰুততম গতিসম্পন্ন 'চিলৰায়'। তেওঁৰ ক্ষুৰধাৰ স্থায়ী স্মৃতি শক্তি যিকোনো পৰিস্থিতিত যিকোনো কৰ্ম কৰিব পৰা ক্ষমতা এনে বহুমুখী প্ৰতিভাৰ ব্যক্তি পৃথিৱীত বিৰল। এনে বৈসাদৃশ্য পৰিৱেশৰ মাজতে ৰচিত 'সাৰৱতী' নামক ভাষ্য গ্ৰন্থখনিৰ মঙ্গলাচৰণম্ শ্লোকটিৰ নমুনা তলত দিয়া হ'ল ঃ প্ৰাচীন লিপিত লিখিত এই শ্লোকটি আজিৰ অসমীয়া হৰফত অনুলিখন কৰিলে তলত দিয়া ধৰণে পোৱা যায়।

"কস্তুৰী মকৰীকচাং কুচপটে নেত্ৰে অঞ্জনামাং শ্ৰিয়ম্;
কণ্ঠে শ্যাম সৰোজদাম সুষমা মাস্যো দ্বিৰেফদ্যুতিম্।
শৃঙ্গাৰ অঙ্কুৰ বিভ্ৰমঞ্চ হৃদয়ে ৰামভ্ৰবাং তন্বতী;
ৰাস উল্লাস ভৱোদ্ধতা মধুৰিপোঃ কান্তিচ্ছটা পাতু বঃ ।।১।।
ৰাখ্যানং বিবিধং হৃদয়ে প্ৰখ্যাত সংখ্যাৰতাং,
সাৰং তস্য বিবিচ্য সজ্জন সভাসম্ভাৱনৈভূৰ্বশঃ।
বিস্পষ্টাং জয়দেৱ সৎ কবি গিৰাং গূঢ়াশয়োদভাৱিনীং।
টীকাং সাৰৱতী মিমাং অন্বিতনুতে শুক্লধ্বজো ভূপতি।।২।।

অসমীয়া অনুবাদঃ (১) যাৰ বুকুৰ চাদৰত কস্তুৰী মকৰৰ শোভা, চকুত কাজলৰ জ্যোতি, কণ্ঠত নীলা পদ্মমালিৰ সৌন্দৰ্য্য, মুখত ভোমৰাৰ জেউতি, হৃদয়ত-শৃঙ্গাৰ অঙ্কুৰৰ শোভা বিস্তাৰ কৰিছে; ৰাসৰ উল্লাসত মতলীয়া ভগৱান কৃষ্ণৰ এনেবোৰ কান্তিয়ে তোমালোকক ৰক্ষা কৰক।

(২) মনত বিখ্যাত টীকাকাৰসকলৰ বিবিধ ৰাখ্যা স্মৰণ আৰু সেইবোৰৰ সাৰৰ মৰ্ম বিশেষভাৱে বিবেচনা কৰি বহু সজ্জনৰ ভাষণেৰে শ্ৰেষ্ঠ কবি জয়দেৱৰ ৰচনাৰ গূঢ়াৰ্থ উদ্ভাৱক বিস্পষ্ট 'সাৰৱতী' নামৰ এই টীকা নৰপতি শুক্লধ্বজে ৰচনা কৰিলে।

পৰস্পৰবিৰোধী পৰিস্থিতিত বিশ্বৰীৰ চিলাৰায়ে ৰণক্ষেত্ৰৰ ব্যস্ততাৰ মাজতো সময় উলিয়াই ৰচনা কৰা সাৰৱতীৰ শেষত যি ভণিতা ৰচনা কৰিছে তাৰ প্ৰথম শ্লোকটিও তলত দিয়া হ'ল।

"ৰশ্যা শ্ৰীজয়দেৱ পণ্ডিত কৰেৰ্বাণী নবীনাঙ্গনা।
প্ৰায়েন নিৰেশিতুং প্ৰভৱতি স্বয়ং স্বয়ং কিঞ্চন।।
শ্ৰী শুক্লধ্বজ ৰাৱতীভ ৰসতী তস্যা ৰয়স্যাততঃ।
তাৎপৰ্য্যানি গুণানলচতি পদং জানীত বিদ্বজ্জনাঃ" (১) ইত্যাদি

অৰ্থাৎ সুবোধ বালিকা হিচাপে ৰাধ্য নতুন বোৱাৰীয়েও প্ৰায়েই নিজে কিবা এটাত প্ৰৱেশ কৰিব নোৱাৰাৰ বাবেই তাইৰ সখীয়েকৰ প্ৰয়োজন; তেনেদৰেই পণ্ডিত কবি শ্ৰীজয়দেৱৰ বাণী, ভাৰতীৰ দৰেই শ্ৰীশুক্লধ্বজৰ এই টীকাৰ দ্বাৰাইহে বিদ্বানসকলে জয়দেৱৰ ৰচনাৰ তৎপৰ্য, গুণ আৰু অলঙ্কাৰপূৰ্ণ পদ আয়ত্ত হ'ব লাগিব । (৪)

যুৱৰাজ শুক্লধ্বজ ওৰফে মহাবীৰ চিলাৰায় কিমান মহান আৰু উচ্চ খাপৰ সু-সাহিত্যিক আছিল তাক কল্পনা কৰিব পাৰি মাথোন; মূল্যাঙ্কন বহুদূৰ।

০৯. চিলাৰায়ৰ আংশিক মূল্যাঙ্কন ঃ

এইহেন ক্ষণজন্মা ঐতিহাসিক বৰেণ্য ব্যক্তিজনাৰ প্ৰকৃত মূল্যাঙ্কন ইমান দিনে নহ'ল আৰু আজিও হোৱা নাই যদিও বহুতেই অভিমত দিছে আৰু আক্ষেপ কৰিছে ঃ-



(ক) "ফলত শুক্লধ্বজ ওৰফে চিলাৰায় যে বিশ্বৰ এজন শ্ৰেষ্ঠ সমৰবিদ (আন্তৰ্জা টয়েনবীৰ মতে তিনিজন শ্ৰেষ্ঠৰ এজন) হোৱাৰ উপৰিও এজন নানা শাস্ত্ৰত (সঙ্গীত শাস্ত্ৰকে ধৰি) পণ্ডিত - এই কথা জনসাধাৰণৰ অজ্ঞাত হৈ আছে। পণ্ডিত সমাজেও এই দৃষ্টিকোণৰ পৰা শুক্লধ্বজৰ চাৰিত্ৰিক মূল্যাঙ্কন কৰিব পৰাৰ পৰা বঞ্চিত হৈ আছে, বিৰত হৈ আছে। "- পৰেশচন্দ্ৰ বৰ্মণ (অধ্যাপক কটন কলেজ)। (৫)

(খ)"শুক্লধ্বজ ৰণক্ষেত্ৰত যেনেকৈ প্ৰচণ্ড যোদ্ধা কলাক্ষেত্ৰত তেনেকৈ ৰসিক পণ্ডিত । -" ডঃ মহেশ্বৰ নেওগ । (৬)

(গ) "আজিৰ অসমীয়াৰ গৌৰৱৰ দুটা প্ৰধান বস্তু হৈছে কামাখ্যা মন্দিৰ -যাৰ কাৰণে অসম-কামৰূপৰ নাম ভাৰতৰ দিক্-দিগন্ত প্ৰচাৰিত হৈছে -যাৰ কাৰণে ধৰ্মপ্ৰাণ তীৰ্থযাত্ৰীসকলে অসমৰ পুণ্যভূমি দৰ্শন কৰি ইয়াৰ শান্ত, স্নিগ্ধ সৌন্দৰ্যত মুগ্ধ হৈছে; আৰু দ্বিতীয় মহাপুৰুষ শঙ্কৰদেৱৰ যুগত ৰচিত গ্ৰন্থাৱলী -যাৰ কাৰণে অসমীয়া অশিক্ষিত মানুহৰ মাজতো ধৰ্ম মোক্ষ আৰু কাব্যামৃতৰ ত্ৰিবেণী সংগম হৈছে। এই দুই গৌৰৱেই হৈছে ক'বলৈ গলে মহাৰাজ নৰনাৰায়ণ আৰু সেনাপতি শুক্লধ্বজৰ অৱদান ।" ড° সূৰ্য্যকুমাৰ ভূঞা। (৭)।

(ঘ) "It is not possible to say anything about one leaving aside the other and like Laksman Chilarai did everything for his brother as the minister and also as the General Commanding State force. Selfless Service to the king and kingdom was his single way of life," Dr. Kameswar Das. Read. Prof. (f)

(ঙ) "In all question of polities Chilarai possessed an overwhelming influence and he was the moving spirit in every adventure" Gait (9)

(চ) "As a militauy prodigy Chilarai had demonstrated his superior strategic genirs and the unfailing Steciking power of the krch army. The vast countoy bounded on the west by the country of Mithila, on the east by the extreme frontier of Assam, on the north by the lordhy Himalayas and on the south (near Chillagong) by the shores of the Bay of Bengal, was congured by his puowess. Dr. Nagendra nath Acharyya, Retd. Readed. G. U. (10)

(ছ) চক্ৰধ্বজ সিংহ, ৰুদ্ৰ সিংহ, ৰাজেশ্বৰ সিংহ, লাচিত বৰফুকন, আতন বুঢ়াগোহাঁই, বদন বৰফুকন প্ৰভৃতি আহোম ৰাজপুৰুষসকলৰ বিষয়ে আমি যিমান বেছি জানো, মহাৰাজ নৰনাৰায়ণ, বীৰ চিলাৰায়, লক্ষীনাৰায়ণ, পৰীক্ষিত নাৰায়ণ প্ৰভৃতি কোচ ৰাজপুৰুষসকলৰ বিষয়ে আমি সিমান কম জানো।" স্বৰ্গীয় অতুল হাজৰিকা, সাহিত্যাচাৰ্য আৰু অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি । (১১)

১০. চিলাৰায়ৰ প্ৰতিমূৰ্তি উন্মোচন ঃ

চিলাৰায়ৰ জীৱদ্দশা কালৰ (ইং ১৫১০-১৫৭১ চন) কোনো প্ৰতিকৃতি বা অঙ্কিত প্ৰতিচ্ছবি এতিয়ালৈকে আমাৰ দৃষ্টিগোচৰ হোৱা নাই। ইং ১৯৮৩ চনৰ পূৰ্বে তেওঁৰ বিস্তৃত জীৱনীগ্ৰন্থও নাছিল। ইং ১৯৮৩ চনত পূৰ্বে তেওঁৰ বিস্তৃত জীৱনী গ্ৰন্থও নাছিল। ইং ১৯৮০ চনতে প্ৰস্তুত কৰি থোৱা আৰু ইং ১৯৮৩ চনত প্ৰকাশিত হোৱা প্ৰবন্ধকাৰৰ 'সংগ্ৰাম সিংহ চিলাৰায়" জীৱনীৰ দিশত বাটকটীয়া গ্ৰন্থ বুলিব পাৰি। এই জীৱনীগ্ৰন্থতে বৰ্ণিত চিলাৰায়ৰ শাৰীৰিক আকৃতিৰ আধাৰতেই বিশ্ববীৰ চিলাৰায়ৰ এটি কাল্পনিক প্ৰতিচ্ছবি শিল্পীৰ তুলিকাৰ সহায়ত কপায়িত কৰা হৈছে। এই কল্পনাপ্ৰসূত প্ৰতিমূৰ্তিটোকেই মুম্বাইৰ (বোম্বাই) কাযৰীয়া কল্যাণ নামৰ উপনগৰীৰ অধিবাসী-স্থপতিবিদ শ্ৰীসাথে দম্পতীয়ে ব্ৰঞ্জেৰে নিৰ্মাণ কৰা প্ৰতিমুৰ্তিটোক শৰাইঘাট দলঙৰ উত্তৰ পাৰত হাজো-আমিনগাঁও চ'কত ইং ১৯৮৪ চনৰ ১৬ ফেব্ৰুৱাৰী তাৰিখ বৃহস্পতিবাৰে অসম চৰকাৰৰ সহায়ত আৰু চিলাৰায়ৰ ৪৭৪ তম জন্মোৎসৱ উদ্‌যাপন কমিটীৰ সহযোগত আনুষ্ঠানিকভাৱে উন্মোচন কাৰ্য সমাপন কৰা হয়। উন্মোচন কৰে অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী স্বৰ্গীয় হিতেশ্বৰ শইকীয়া ডাঙৰীয়াই। প্ৰতিমূৰ্তিটো সৰ্ব মুঠ ১৩৭'/ মোন গধুৰ আৰু ইয়াক নিৰ্মাণ কৰোঁতে খৰচ পৰিছিল তিনি লাখ পইসত্তৰ হাজাৰ টকা (অন্যান্য আনুষঙ্গিক খৰচ ইয়াৰ ভিতৰত ধৰা হোৱা নাই) । সমূহ খৰচ অসম চৰকাৰে বহন কৰিছে। এই কাৰ্যত প্ৰাক্তন মুখ্যমন্ত্ৰী শ্ৰী শৰৎ চন্দ্ৰ সিংহ, শিক্ষামন্ত্ৰী স্বৰ্গীয় হৰেন্দ্ৰ নাথ তালুকদাৰ, প্ৰাক্তন মন্ত্ৰী শ্ৰীকবীন্দ্ৰ চন্দ্ৰ ৰায় প্ৰধানী আৰু বিশেষভাৱে প্ৰাক্তন মুখ্যমন্ত্ৰী স্বৰ্গীয় হিতেশ্বৰ শইকীয়াদেৰ প্ৰমুখ্যে বহুতো সহৃদয়বান ৰাইজৰ সহায়-সহযোগ অবিহনে এই প্ৰতিমূৰ্তি নিৰ্মাণ আৰু উন্মোচন কাৰ্য সম্ভৱ হৈ নুঠিলহেতেন। মূৰ্তি উন্মোচন আৰু জন্মোৎসৱ উদযাপন সমিতিৰ প্ৰধান সম্পাদকৰ দায়িত্ব বহনকাৰী ব্যক্তি হিচাপে এই প্ৰবন্ধকাৰ গুৰিৰে পৰা অৰ্থাৎ প্ৰতিমূৰ্তি কল্পনাৰে পৰা শেষলৈকে বিশেষভাৱে জড়িত। থাকিব লগা হোৱাত ভালেমান তিক্ত অভিজ্ঞতাৰ সোৱাদ লব লগা হৈছিল। সমগ্ৰ পৃথিৱীৰ ভিতৰতেই চিলাৰায়ৰ সৰ্বপ্ৰথম প্ৰতিমূৰ্তি বিখ্যাত শৰাইঘাটৰ পাৰত উন্মোচন হোৱাটো বিশেষ তৎপৰ্যপূৰ্ণ হোৱাৰ উপৰিও অতি-গৌৰৱৰ কথা মূৰ্তি প্ৰতিষ্ঠাৰ এতিয়া এযুগ অৰ্থাৎ বাৰ বছৰ পাৰ হয়; ইতিমধ্যে ১৬ ফেব্ৰুৱাৰী (১৯৮৪ চন) তাৰিখে উন্মোচন হোৱা ব্ৰঞ্জৰ প্ৰতিমূৰ্তিটোৰ হাতত যিখনি প্ৰথমতে এমোন গধুৰ তৰোৱাল লগোৱা আছিল; সেইখনি হেনো ধুমুহা বতাহ নৈ ভূমিকম্পৰ ফলত হাতৰ পৰা খহি পৰিছে আৰু বৰ্তমান যিখনি তৰোৱাল প্ৰতিমূৰ্তিটোৰ হাতত আছে সেই খন পাতল/আচল তৰোৱালখনি কৰবাত অনাদৃতভাৱে পৰি থকাত মামৰে খাব ধৰিছে নিশ্চয়। কাৰণ অসমৰ বুদ্ধিজীৱী বহুতৰেই জ্ঞানৰ চোকা তৰোৱালবোৰ মামৰে খাবলৈ এৰি দিয়াত বৃহত্তৰ অসম উদ্ধাৰ কৰা দূৰৰে কথা দেউলীয়া নেতৃত্বৰ ফলত বৰ্তমানৰ ক্ষুদ্ৰ অসমখনিক আৰু অধিক টুকুৰা -টুকুৰ হোৱাৰ কাৰকৰূপে আত্ম সংঘৰ্ষ নিমগ্ন হোৱা দেখা গৈছে বাবেই অসমখনি সকলো দিশতে এক শোষণ ভূমিত পৰিণত হোৱাৰ উপক্ৰম। সেয়ে বোধহয় অধ্যাপক ডঃ ধীৰেন দাস ডাঙৰীয়াই বহু আক্ষেপ কৰি কৈছে ঃ

"পৰৱৰ্তী কালত কামতা ৰাজ্য হিচাপে কৰতোৱাৰ পৰা কলঙলৈ বিস্তীৰ্ণ অঞ্চলজুৰি কামতা-কোচ ৰাজ্য হয় আৰু তাৰ পিছত বেহাৰ ৰাজ্য হিচাপে ই স্বাধীনোত্তৰ কালতো দেশীয় ৰাজ্য বিলুপ্তিৰ সময়লৈকে প্ৰাগজ্যোতিষ-কামৰূপ ৰাজ্যৰ পৰম্পৰা ৰক্ষা কৰি আছিল।

কিন্তু স্বাধীনোত্তৰ কালত মানুহৰ লেখৰ এজনো মানুহ নৌ-ওপজাত আৰু নোহোৱাত এই ৰাষ্ট্ৰ (কামৰূপ-কামতা ৰাষ্ট্ৰ) কেৱল শোষণৰ বলি হ'বলৈ ভাৰতৰ অংগ-ৰাজ্য হিচাপে থাকিল। ভাগ্যৰ পৰিহাস, সময়ৰ উপহাস আৰু গণতন্ত্ৰৰ ছদ্মবেশী ধনতন্ত্ৰৰ চক্ৰান্তত প্ৰাগজ্যোতিষক প্ৰতিনিধিত্ব কৰা কামতা ৰাজ্যৰ চিন-মোকাম আজি

ভাৰত গণতন্ত্ৰত নাই। ইতিহাসৰ এনে শোকাৱহ পৰিণতি বোধহয় পৃথিৱীৰ কোনো ৰাজনৈতিক ইতিহাসত পোৱা নাযাব।" (১২)

এই আক্ষেপ আমাৰ প্ৰত্যেকৰেই প্ৰবন্ধকাৰৰো; পুঞ্জীভূত বেদনা- বৰ্তমান মানুহ নাই। আহক আমি মানুহ গঢ়ো; দেশ ৰক্ষাৰ বাবে অসমীয়া মহাজাতি গঠনৰ, বাবে ৰসিক গুৰু যুৱৰাজ শুক্লধ্বজ ওৰফে বিশ্বৰীৰ চিলাৰায়ৰ আদৰ্শতি এবা ধৰাৰ মাজেৰে প্ৰত্যেক জনগোষ্ঠীৰ বৈশিষ্ট্যক সন্মান জনাই, বিশেষকৈ বুদ্ধিজীৱীসকলে কবি পীতাম্বৰ কায়স্থৰ সুৰতে সুৰ মিলাই গাওঁকঃ

"জয় শুক্লধ্বজ ৰাই।
কিছু অমঙ্গল নাই।।"

সহায়ক গ্ৰন্থাৱলী/আলোচনাৰ তালিকা ঃ-

(১) 'চিলাৰায়ৰ ফুলবাৰীত শঙ্কৰদেৱ' প্ৰকাশক শ্ৰীঅযোধ্যা পাঠক, বৰপেটা, ১৯৯২ চন।

(২) যুৱৰাজ শুক্লধ্বজৰ সাহিত্য প্ৰতিভা-শ্ৰী অম্বিকাচৰণ চৌধুৰী, ১৯৯২ চন।

(৩) সংগ্ৰাম সিংহ চিলাৰায়— ঐ ১৯৮৩ চন।

(৪) জয়দেৱস্য গীত গোবিন্দম ঃ শুক্লধ্বজ বিৰচিত টীকা 'সাৰৱতী' সমেতম্ ডঃ সত্যেন্দ্ৰ নাথ শৰ্মা।

(৫) গীত গোবিন্দম্-পৃষ্ঠা- ১, কো-ৰা-স প্ৰকাশন। (৬) প্ৰকাশ- আগষ্ট, ১৯৮১ চন।

(৭) কোচ-ৰাজবংশী জাতিৰ ইতিহাস আৰু সংস্কৃতি-শ্ৰী অম্বিকাচৰণ চৌধুৰী, ১৯৯৩ চন।

(৮) চিলাৰায়ৰ প্ৰতিমূৰ্তি উন্মোচনৰ স্মৃতিগ্ৰন্থ, ১৯৮৪ চন।

(৯) History of Assam by Edward Gait page -57.

(১০) সংগ্ৰাম সিংহ চিলাৰায়। (১১) সংগ্ৰাম সিংহ চিলাৰায়।

(১২) স্মৃতিগ্ৰন্থ ঃ বিজনী মহাবিদ্যালয় ৰূপালী জয়ন্তী বৰ্ষ, ১৯৯৪ চন, পৃষ্ঠা-১৮।






# নাৰায়ণী মুদ্ৰাৰ পৰম্পৰা

## ডঃ ৰমেন্দ্ৰনাথ অধিকাৰী

নাৰায়াণী মুদ্ৰা হ'ল কামৰূপ - কামতা বেহাৰ ৰাজ্যৰ কোচ ৰজাসকলৰ দিনত প্ৰচলিত মুদ্ৰা। মধ্যযুগৰ মুছলমান ঐতিহাসিকসকলে ৰচনা কৰা 'আলমগীৰ নামা' আৰু ফাৰছী ভাষাৰ 'ৰিয়াজ-উস-সালাতীন' গ্ৰন্থত এই মুদ্ৰাৰ উল্লেখ পোৱা যায়। কোচ ৰাজবংশৰ প্ৰতিষ্ঠাতা আছিল মহাৰাজ বিশ্বসিংহ। কিন্তু তেখেতৰ দ্বাৰা প্ৰচলিত কোনো মুদ্ৰাৰ সন্ধান অজিকোপতি কোনেও পোৱা নাই। ৰায় গুণাভিৰাম বৰুৱা কৃত'আসাম বুৰঞ্জী' গ্ৰন্থত উল্লেখ আছে, "আৰু বেহাৰত বিশ্বসিংহ ৰজাৰ পূৰ্ব্বে কোনো টকা নাছিল।"

কোচবিহাৰ ৰাজ চৰকাৰৰ অনুমতি ক্ৰমে ঐতিহাসিক খাঁ চৌধুৰী আমানতউল্লা আহমদ ৰচিত 'কোচবিহাৰেৰ ইতিহাস' গ্ৰন্থত মন্তব্য কৰিছে যে দৰঙ্গ ৰাজবংশাৱলী নাইবা কোচবিহাৰ ৰাজ্যৰ আন এজন খ্যাতিমান ঐতিহাসিক জয়নাথ মুন্সী ৰচিত 'ৰাজোপাখ্যান' গ্ৰন্থত বিশ্বসিংহ কৰ্তৃক মুদ্ৰা প্ৰচলনৰ কোনো উল্লেখ পোৱা নাযায়, আৰু এতিয়ালৈকে তেখেতৰ কোনো মুদ্ৰাও আৱিষ্কৃত হোৱা নাই।

বিশ্বসিংহৰ পুতেক আৰু কামৰূপ-কামতাৰ ৰাজসিংহাসনৰ উত্তৰাধিকাৰী মহাৰাজ নৰনাৰায়ণৰ ৰাজত্বকাল আছিল ১৫৩৩-৮৭ খৃষ্টাব্দলৈকে। সিংহাসনত আৰোহন কৰাৰ পিছত তেখেতে নিজৰ নামত মুদ্ৰাৰ প্ৰচলন কৰি গৈছিল।[১]

দিল্লীশ্বৰ সম্ৰাট আকবৰৰ ৰাজত্বকাল আছিল ১৫৫৬-১৬০৫ খৃষ্টাব্দলৈকে। মহাৰাজ নৰনাৰায়ণ প্ৰৱৰ্ত্তিত নাৰায়ণী মুদ্ৰাৰ প্ৰৱৰ্ত্তনকালৰ ২৩ বছৰ পিছতহে সম্ৰাট আকবৰে নিজ নামত মুদ্ৰা প্ৰচলন কৰে। আকবৰী মুদ্ৰা মোগল যুগৰ মুদ্ৰা নিৰ্মাণ শৈলীৰ উৎকৰ্যতাৰ পৰিচায়ক, এই কথা সৰ্বজন বিদিত। তেখেতৰ মুদ্ৰানিৰ্মাণ কৰা টাকশাল অৰ্থাৎ Mint আছিল প্ৰধানতঃ ফতেপুৰ আৰু আহমেদাবাদ চহৰত। তেনেদৰে মহাৰাজ নৰনাৰায়ণৰ টাকশাল আছিল প্ৰধানতঃ বৰ্তমান কোচবিহাৰ চহৰৰ পৰা ৩৬ কিঃ মিঃ দক্ষিণে অৱস্থিত কামতাপুৰ দুৰ্গৰ (Fort) অন্তৰ্গত কামতেশ্বৰী গোসাঁনীমাৰীৰ টাকশাল আৰু বৰ্তমান কোচবিহাৰ ৰাজপ্ৰাসাদৰ দক্ষিণ-পশ্চিম কোণত তোৰ্যা নদীৰ সমীপৱৰ্ত্তী 'টাকাৰগচ' টাকশাল।[২]

আকবৰী মুদ্ৰা মোগল যুগৰ আদৰ্শ মুদ্ৰা আৰু এই মুদ্ৰাৰ প্ৰচলন আছিল মূলতঃ মোগল অধিকৃত ভাৰতবৰ্যৰ হিন্দুস্থান অৰ্থাৎ আৰ্য্যাৱৰ্ত্ত ভূখণ্ডত।

তেনেকৈ মহাৰাজ নৰনাৰায়ণে প্ৰৱৰ্ত্তন কৰা নাৰায়ণী মুদ্ৰাৰ প্ৰচলন আছিল ভ্ৰাতৃ চিলাৰায়ৰ সেনাপতিত্বত অধিকৃত পূবে ব্ৰহ্মদেশ, পশ্চিমে ত্ৰিহুত নাইবা মিথিলা, উত্তৰে হিমালয় আৰু দক্ষিণে বঙ্গোপসাগৰলৈকে প্ৰায় ২ লক্ষ বৰ্গমাইল ভূখণ্ডই নহয়; নেপাল, ভূটান আৰু বৰ্তমান চীনৰ তিব্বত ভূমিৰ এক বিস্তীৰ্ণ অঞ্চলতো।

এটকাৰ নাৰায়ণী মুদ্ৰাত কোনো ধৰণৰ মূৰ্ত্তিৰ চাপ নাই। মুদ্ৰাৰ দুয়োপিঠিত তেতিয়াৰ কামৰূপ-কামতা ৰাজ্যত প্ৰচলিত লিপিৰে লিখা আছিল। মহাৰাজ নৰনাৰায়ণে প্ৰৱৰ্ত্তন কৰা ৰৌপ্য-মুদ্ৰা এটিত 'ৰ'ৰ সলনি দেৱনাগৰী হৰফৰ (লিপিৰ) 'নৃ'-ৰ প্ৰচলন পৰিলক্ষিত হয়। ১৫৫৫ খৃষ্টাব্দত নিৰ্মিত ১৫৮.৫ গ্ৰাম ওজনৰ এটি ৰৌপ্য-মুদ্ৰা কোচবিহাৰ ৰাজপ্ৰাসাদত সংৰক্ষিত আছে।[৩] মুদ্ৰাটিৰ সমুখ ভাগত লিখা আছে, "শ্ৰী শ্ৰী মন্নৰনাৰায়ণ ভূপালস্য শাকে ১৪৭৭, ওলোটা পিঠিত লিখা আছে, "শ্ৰীশ্ৰী শিৱচনৃণ কমল মধুকনৃশ্য"। মহাৰাজ নৰনাৰায়ণৰ ৰাজত্বকালৰ পৰা কোচ ৰজাসকলে নিয়মীয়াকৈ সাম্ৰাজ্যৰ সাৰ্বভৌমত্বৰ (Sovereignty) প্ৰমাণ স্বৰূপে মুদ্ৰা প্ৰস্তুত কৰিছিল। সেই মুদ্ৰা প্ৰধানত ঃ আছিল ৰূপৰ আৰু দিল্লীৰ মুছলমান চুলতানৰ 'তন্‌খা' (টঙ্ক) প্ৰস্তুত প্ৰণালীৰ প্ৰভাৱ এই মুদ্ৰাতো কিছু পৰিমাণে হ'লেও পৰিছিল। নৰনাৰায়ণ প্ৰৱত্তিৰ্ত পূৰ্ণ মুদ্ৰাৰ ওজন আছিল ১৬৫ গ্ৰেণ আৰু গোল আকৃতিবিশিষ্ট। মুছলমান চুলতানৰ 'তন্‌খা'ৰ প্ৰভাৱৰ অন্যতম নিদৰ্শন মনোগ্ৰাম আৰু 'ক্লিঙ্কফয়েল'ৰ বৈশিষ্ট্য এই মুদ্ৰাত কিছু পৰিমাণে পৰিলক্ষিত হোৱা যেন লাগে।

মহাৰাজ নৰনাৰায়ণে প্ৰৱৰ্ত্তন কৰা মুদ্ৰাকে কোৱা হয় 'নাৰায়ণীমুদ্ৰা'। ১৫৫৫ খৃষ্টাব্দত মহাৰাজ নৰনাৰায়ণে প্ৰৱৰ্ত্তন কৰা এই মুদ্ৰাৰ নিদৰ্শন পোৱা গৈছে। ১৯৪৯ খৃষ্টাব্দৰ ১২ চেপ্টেম্বৰত মহাৰাজ জগদ্দীপেন্দ্ৰ নাৰায়ণ ভূপ বাহাদুৰৰ সৈতে ভাৰত চৰকাৰৰ এক চুক্তিৰ ফলত কোচবিহাৰ দেশীয় ৰাজ্য ভাৰতীয় ইউনিয়নত যোগদান কৰে। তাৰ আগলৈকে কামতা-বেহাৰ ৰাজ্যৰ শেষ ভূখণ্ড কোচবিহাৰ ৰাজ্যত প্ৰচলিত মদ্ৰাকে কোৱা হৈছিল 'নাৰায়ণী মুদ্ৰা'। যদিও বৃটিছ ৰাজত্বৰ কালছোৱাত ইংৰাজ অধিকৃত ভাৰতৰ সৈতে আন আন দেশীয় ৰাজ্যৰ দৰে কোচবিহাৰ ৰাজ্যতো বৃটিছ সম্ৰাট-সম্ৰাজ্ঞীৰ মূৰ্ত্তি চিহ্নিত মুদ্ৰাৰ প্ৰচলন আছিল তথাপি কোচবিহাৰ ৰাজদৰবাৰৰ পুণ্ঠাহ প্ৰভৃতি বিশেষ পৰ্বৰ অনুষ্ঠান বিলাকত কোচৰজাৰ নিজস্ব মুদ্ৰাৰ প্ৰচলনো আছিল।[৪] কামতা- কোচবেহাৰ ৰাজ্যত ৰজাৰ উপাধি নাৰায়ণ থকা হেতুকে তেওঁলোকৰ বংশ 'নাৰায়ণী বংশ' আৰু মুদ্ৰাও নাৰায়ণী মুদ্ৰা হিচাবে পৰিচিতি লাভ কৰে। এই নামকৰণৰ আন এটি কাৰণ হ'ব পাৰে বুলি কোনো কোনো ঐতিহাসিকে মত প্ৰকাশ কৰে যে দেৱী

কামতেশ্বৰী গোসাঁনীৰ উপৰিও নাৰায়ণ (মদনমোহন) এই কোচ ৰাজবংশৰ কুলদেৱতা। এই হেতুকে মুদ্ৰাৰ নামকৰণ 'নাৰায়ণী মুদ্ৰা' হৈছে। ঐতিহাসিক খাঁ চৌধুৰী আমানতউল্লা আহমদে এই মত দৃঢ়তাৰে খণ্ডন কৰে। তেখেতৰ মতে ৰাজবংশৰ ইষ্টদেৱতাৰ নাম যিয়ে নহওঁক তেওঁলোকৰ মুদ্ৰাত শিৱৰ নাম সদায় মুদ্ৰিত আছিল। 'আলমগীৰ নাম'ত উল্লেখ থকা কামতা-কোচবেহাৰৰ ৰজাসকলৰ ইষ্টদেৱতা 'নাৰায়ণ' বুলিয়েই মুদ্ৰাৰ নাম 'নাৰায়ণী মুদ্ৰা' হৈছে এই অভিমতো ঐতিহাসিক খাঁ চৌধুৰী আমানতউল্লাই মানি ল'বলৈ অস্বীকাৰ কৰিছে।



মহাৰাজ নৰনাৰায়ণৰ স্বৰ্ণ মুদ্ৰা।

কামৰূপ-কামতাৰ ইতিহাসকলৈ যিসকল ঐতিহাসিক যেনে, মধ্যযুগৰ ঘাইবি, আব্দুল ফজল, বৰ্তমান শতিকাৰ কনকলাল বৰুৱা, সূৰ্য্যকুমাৰ ভূঞা, আচাৰ্য্য যদুনাথ চৰকাৰ, নগেন্দ্ৰ নাথ বন্দু, ই. এফ. গেইট প্ৰমুখ্যে কোনো এজনেও মহাৰাজ নৰনাৰায়ণৰ স্বৰ্ণ মুদ্ৰাৰ বিষয়ে আলোকপাত কৰিব পৰা নাই, আনহাতে তেওঁলোকৰ বহুতে স্পষ্ট কৰি লিখি গৈছে যে মহাৰাজ নৰনাৰায়ণে ৰৌপ্য-মুদ্ৰাৰহে প্ৰৱৰ্ত্তন কৰিছিল। স্বৰ্ণ মুদ্ৰা প্ৰৱৰ্ত্তন কৰা নাই ।

১৯৭৪ খৃষ্টাব্দত কলিকতাত বহা All India Numismetic Conference অনুষ্ঠানত প্ৰদৰ্শিত শ্ৰীবসন্ত চৌধুৰী আৰু শ্ৰী পৰিমল ৰায়ে আৱিষ্কাৰ কৰা মহাৰাজ নৰনাৰায়ণৰ স্বৰ্ণ মুদ্ৰাই আছিল কামৰূপ - কামতা তথা সমগ্ৰ ভাৰতৰ পক্ষে এক গৌৰৱৰ বিষয়। জাতীয় অধ্যাপক আচাৰ্য্য সুনীতি কুমাৰ চট্টোপাধ্যায়ৰ ভাষাত, "This conin evidently celebrates the Victories of Nara-Narayan in Eastern India (Assam Valley, The Khasi and Jainta Hills and Manipur, Tipherah and part of Sylhet.) The coin is thus a striking testimony of the military Prowess and political greatness of an Indo-Mongoloid king...., who was a worthy Contemporary of Emperor Akbor the grear in the middle of the 16th century.[৬] এই স্বৰ্ণমুদ্ৰাৰ সমুখ ভাগত লিখা আছে, 'দিগ-বিজয়ী সমৰসিংহ শ্ৰীমন্নৰনাৰায়ণ ভূপালস্থ্য শাক ১৪৮৬ ওলটা পিঠিৰ লিখন "শ্ৰীশ্ৰী হৰগৌৰীচৰণ কমল মধুকৰস্য"। মহাৰাজ নৰনাৰায়ণে প্ৰৱৰ্ত্তন কৰা নাৰায়ণী মুদ্ৰা প্ৰসঙ্গত ঐতিহাসিক এডওয়াৰ্চ গেইট চাহেবী আৰু ঐতিহাসিক ডাঃ সুৰেন্দ্ৰ নাথ সেনেও বহলভাৱে আলোচনা কৰিছে।

**মহাৰাজ লক্ষ্মীনাৰায়ণৰ মুদ্ৰা**

মহাৰাজ নৰনাৰায়ণৰ পুত্ৰ মহাৰাজ লক্ষ্মীনাৰায়ণৰ মুঠ ওঠৰটা ৰূপৰ টকা আৰু সাতটা ৰূপৰ আধুলি পোৱা গৈছে। টকাৰ ওজন ১৪৭.৯ গ্ৰেণৰ। পৰা ১৫৫.৫ গ্ৰেণ। আধুলিৰ ওজন ৭২.৯ গ্ৰেণৰ পৰা ৮৫.৯ গ্ৰেণ। এই মুদ্ৰা বিলাক ৯২ ৰাজশক অৰ্থাৎ ১৫০৯ শকাব্দত নিৰ্মিত হয়। মহাৰাজ লক্ষ্মীনাৰায়ণৰ টকাৰ লিখন প্ৰণালীও মহাৰাজ নৰনাৰায়ণৰ টকাৰ লিখন প্ৰণালীৰ দৰে আছিল। মহাৰাজ লক্ষ্মীনাৰায়ণৰ নামাঙ্কিত মুদ্ৰা ৰখা ঠাইবিলাক হ'ল কোচবিহাৰ ৰাজপ্ৰাসাদ, লণ্ডনৰ বৃটিছ মিউজিয়াম, তুফানগঞ্জ শহৰৰ উকিল উপেন্দ্ৰনাথ চৰকাৰৰ ঘৰ, শিলং ক্যাবিনেট, কলিকাতাৰ বঙ্গীয় সাহিত্য পৰিষদ, কোচবিহাৰ ট্ৰেজাৰী, কোচবিহাৰ চহৰৰ ভগৱান চক্ৰৱৰ্ত্তীৰ ঘৰ আৰু কোচবিহাৰ সাহিত্য সভা। তেতিয়াৰ কোচবিহাৰ ৰাজ্যৰ অন্তৰ্গত তুফানদঙ্গ মহকুমা চহৰৰ মাটিৰ তলৰ পৰা মহাৰাজ লক্ষ্মীনাৰায়ণ আৰু তেওঁৰ নাতি মহাৰাজ প্ৰাৰ্ণনাৰায়ণৰ ৯ টা পূৰ্ণমুদ্ৰা (ওজন ১৪২ গ্ৰেণৰ পৰা ১৫৩.৩ গ্ৰেণ) আৰু ৯ টা আধুলি পোৱা গৈছে। আধুলিৰ ওজন ৬১.৩ গ্ৰেণৰ পৰা ৭৮.৭ গ্ৰেণ। মহাৰাজ লক্ষ্মীনাৰায়ণৰ পুতেক মহাৰাজ বীৰনাৰায়ণৰ কোনো মুদ্ৰা এতিয়ালৈকে পৰিলক্ষিত হোৱা নাই।

মহাৰাজ নৰনাৰায়ণ, মহাৰাজ লক্ষ্মীনাৰায়ণ আৰু মহাৰাজ প্ৰাৰ্ণনাৰায়ণৰ পূৰ্ণমুদ্ৰা আছিল। মহাৰাজ প্ৰাৰ্ণনাৰায়ণৰ পৰৱৰ্ত্তী কোনো ৰজাৰ পূৰ্ণমুদ্ৰা আছিল। মহাৰাজ প্ৰাৰ্ণনাৰায়ণৰ পুত্ৰ মহাৰাজ মোদনাৰায়ণৰ পৰা পশ্চিম কামতাৰ কোচবিহাৰ ৰাজ্যৰ শেষ ৰজা জগদ্দীপেন্দ্ৰ নাৰায়ণ ভূপবাহাদুৰলৈকে (১৯৪৯) প্ৰত্যেকৰে ৰূপৰ আধুলি পোৱা গৈছে।

চিলাৰায়- পুত্ৰ মহাৰাজ ৰঘুদেৱ নাৰায়ণ আৰু পৌত্ৰ পৰীক্ষিৎ নাৰায়ণৰ মুদ্ৰা।

মহাৰাজ নৰনাৰায়ণৰ ভ্ৰাতুপুত্ৰ ৰঘুদেৱ নাৰায়ণ কামতাৰাজ্যৰ কোচ হাজোত সিংহাসনত অধিষ্ঠিত হৈ নিজ নামত ৰৌপ্য-মুদ্ৰাৰ প্ৰচলন কৰে। বৃটিছ-শাসিত তেতিয়াৰ অসম চৰকাৰে প্ৰকাশ কৰা Supplement of the Provincial Cabinet of coins, Assam গ্ৰন্থত ১৫৮৮ খৃষ্টাব্দত (১৫১০ শাকে) প্ৰৱৰ্ত্তিত মহাৰাজ ৰঘুদেৱ নাৰায়ণৰ নামাঙ্কিত ১৬১.৩ গ্ৰেণ ওজনৰ মুদ্ৰাৰ উল্লেখ পোৱা যায়। ১৬০৩ খৃষ্টাব্দত (১৫২৫ শাকে) চিলাৰায় পৌত্ৰ আৰু ৰঘুদেৱ নাৰায়ণৰ পুত্ৰ পৰীক্ষিৎ নাৰায়ণৰ নামাঙ্কিত মুদ্ৰাৰ পৰিচয়ো এই গ্ৰন্থত পোৱা যায়। এই দুই মুদ্ৰাৰ সমুখৰ পাঠ মহাৰাজ নৰনাৰায়ণৰ মুদ্ৰাৰ অনুকৰণ বিশেষ। ওলোটা পিঠিৰ লিখন "শ্ৰী শ্ৰীহৰগৌৰীচৰণ কমল মধু কৰস্য"। ৰঘুদেৱ নাৰায়ণ আৰু পৰীক্ষিৎ নাৰায়ণ, চিলাৰায়ৰ বংশধৰ এই দুই ৰজাৰ প্ৰৱৰ্ত্তিত মুদ্ৰাই আছিল পূৰ্ণ মুদ্ৰা। পৰীক্ষিৎ নাৰায়ণৰ পৰৱৰ্ত্তী ৰজাসকলৰ পূৰ্ণমুদ্ৰাৰ কোনো স্বীকৃতি পোৱা নাযায়।

মহাৰাজ নৰনায়ণৰ ৰাজত্বকাল আছিল ১৫৩৩ - ১৫৮৭ খৃষ্টাব্দ আৰু মহাৰাজ প্ৰাণনাৰায়ণৰ ৰাজত্বকাল আছিল ১৬৩২-১৬৬৫ খৃষ্টাব্দলৈকে। সেয়েহে উপৰোক্ত কালছোৱাক নাৰায়ণী মুদ্ৰাৰ স্বৰ্ণযুগ বুলি ভাবিবৰ যথেষ্ট থল আছে।

পূৰ্ণমুদ্ৰা নহ'লেও অৰ্দ্ধনাৰায়ণী মুদ্ৰা বা আধুলিৰ প্ৰচলন কামতাৰাজ্যৰ শেষ ভূখণ্ড কোচবিহাৰ ৰাজ্যত ভাৰতৰ স্বাধীনতা লাভৰ মাথোন ৮২ বছৰ আগলৈকে আছিল। অপ্ৰাপ্তবয়স্ক মহাৰাজ নৃপেন্দ্ৰ নাৰায়ণ ভূপবাহাদুৰৰ ৰাজত্বকালত বৃটিছ চৰকাৰে জাৰী কৰা এক নিৰ্দ্দেশ মৰ্ম্মে ১৮৬৫ খৃষ্টাব্দত কোচবিহাৰ ৰাজ্যত নাৰায়ণী মুদ্ৰাৰ প্ৰচনল বন্ধ কৰা হয়।[৯] যাৰ ফলত ১৮৬৬ খৃষ্টাব্দৰ পৰা ইংৰাজ শাসিত ভাৰত চৰকাৰৰ বিদেশী মুদ্ৰা কামতাৰ শেষ স্বাধীন ভূখণ্ড কোচবিহাৰ ৰাজ্যত মহাৰাজ নৃপেন্দ্ৰ নাৰায়ণ ভূপবাহাদুৰৰ শাসন কালৰ পৰা আইন সন্মত মুদ্ৰা (Legal tender) বুলি পৰিগণিত হয়।

**নিৰ্দেশিকা ঃ**

খড়্গ নাৰায়ণৰ বংশাৱলী ১২০ পত্ৰ, কামৰূপ বংশাৱলী, ৫৫ পত্ৰ, ৰাজোপাখ্যান নৱম খণ্ড ১ম অধ্যায়। কোচবিহাৰৰ ইতিহাস।

গোসাঁনীমাৰীৰ টাকশালৰ স্মৃতি বিজড়িত প্ৰস্তৰখণ্ড আজিলৈকে দেখা পোৱা যায়। আনহাতে টাকাৰ গচ গাঁওখন আছে তাত টাকশালৰ কোনো চিন ছাপ দেখা পোৱা নাযায়। এই টাকশালৰ পৰা বছৰি পঞ্চাশ হাজাৰ 'নাৰায়ণী' মুদ্ৰা নিৰ্ম্মিত হৈছিল। টাকশালৰ অধীক্ষকৰ পদবী আছিল 'ভাণ্ডাৰঠাকুৰ'। কোচবিহাৰ জেলাৰ পুৰাকীৰ্ত্তি

৩,৪,৫। কোচবিহাৰেৰ ইতহাস - খাঁ চৌধুৰী আমানতউল্লা আহমদ।

৬। Kirata Jana Kriti (Asiatic Society ) Sunitikumar Chatterjee.

৭। History of Assam E A Gait.

৮। প্ৰাচীন বাঙ্গালা পত্ৰ সংকলন (কলিকতা বিশ্ববিদ্যালয়) ডঃ সুৰেন্দ্ৰ নাথ সেন।

৯। Cooch-Bihar State and its Land Revenue Settlement p. 416.

**নাৰায়ণী মুদ্ৰাৰ পৰিচিতি ঃ**

১নং মহাৰাজ নৰনাৰায়ণৰ মুদ্ৰাৰ No.1 ওলোটা পিঠি
সংমুখ ভাগ
২নং মহাৰাজ লক্ষ্মীনাৰায়ণৰ মুদ্ৰাৰ No.2 ওলোটা পিঠি
সমুখ ভাগ
৩নং মহাৰাজ প্ৰাৰ্ণনাৰায়ণৰ মুদ্ৰাৰ No.3 ওলোটা পিঠি
সমুখ ভাগ
৪নং মহাৰাজ ৰঘুদেৱ নাৰায়ণৰ মুদ্ৰাৰ No.4 ওলোটা পিঠি
সমুখ ভাগ
৫নং মহাৰাজ পৰীক্ষিৎ নাৰায়ণৰ মুদ্ৰাৰ No.5 ওলোটা পিঠি।
সমুখভাগ



# অসমীয়া ভাষালৈ ৰাভা ভাষাৰ বৰঙণি

ড° ৰেবতী মোহন সাহা

অগণন নদ-নদী, নিজৰা আদিৰ পানী একত্ৰিত হৈ যি দৰে সাগৰৰ সৃষ্টি কৰে, সেইদৰে অসমীয়া ভাষা-ৰূপী সাগৰখনো ইয়াৰ মূল সংস্কৃতি ধাৰাৰ উপৰি প্ৰায় একাশীটি চীনা-তিব্বতীয় বা তিব্বত-বৰ্মীয় আৰু মন-খমেৰ ভাষাৰ নানা উপাদানক আত্মস্থ কৰি নিজা কলেৱৰ বৃদ্ধি কৰিছে। পৃথিৱীৰ প্ৰায় সকলো উৎকৃষ্ট বা সমৃদ্ধ ভাষাৰ ক্ষেত্ৰতেই এই ধৰণৰ ঋণ গ্ৰহণৰ ঘটনা সংঘটিত হৈ আছে আৰু ইয়াৰ ফলত গ্ৰহীতাসকলেই টনকীয়াল হৈ উঠা দেখা গৈছে।

ব্যক্তি-জীৱনত ধৰুৱা মানুহক সমাজত যি দৰে অক্ষম বুলি বিবেচনা কৰা হয়, ভাষাৰ ক্ষেত্ৰত তাৰ বিপৰীত ঘটনাহে লক্ষ্য কৰা যায়। বিভিন্ন ভাষাৰ পৰা যি ভাষাই যিমান উপাদান সংগ্ৰহ আৰু আত্মস্থ কৰিব পাৰে, সেই ভাষা সিমানেই সকলো ধৰণৰ ভাব প্ৰকাশৰ উপযোগী আৰু সমৃদ্ধ হৈ উঠে।

প্ৰখ্যাত ভাষা বিদ ড° বাণীকান্ত কাকতিদেৱে তেওঁৰ "Assamese, Its formation and Development ; গ্ৰন্থৰ ৪২ পৃষ্ঠাত লিখিছে----- ‘‘দীৰ্ঘকাল সমভূমি অঞ্চলত আৰ্য-ভাষীসকলৰ প্ৰতিৱেশী ৰূপে বসবাস কৰাৰ কাৰণে বড়োসকলে আৰ্য-উপভাষাসমূহৰ পৰা বহু শব্দ অনায়াসে গ্ৰহণ কৰিছে। সেইবোৰ ভালদৰে চালি-জাৰি নাচাই বোলা কঠিন, নব্য-ভাৰতীয় আৰ্যভাষাসমূহৰ পৰা সেইবোৰ গৃহীত হৈছিল নাইবা বিপৰীত ঘটনা ঘটিছে।’’

আমাৰ আলোচ্য ৰাভা ভাষায়ো সংস্কৃত-মূলীয় ভাষাসমূহৰ পৰা বহু উপাদান, গ্ৰহণ কৰিছে। বৰ্তমান নিবন্ধত আমি সেই বিষয়ে আলোচনা নকৰো। আমাৰ আলোচ্য বিষয় ৰাভা ভাষাৰ পৰা অসমীয়া ভাষালৈ গৃহীত উপাদানসমূহহে।

মূল আলোচ্য বিষয়ত প্ৰৱেশ কৰাৰ আগতে ৰাভা জন-জাতি আৰু ৰাভা ভাষাৰ চমু বিৱৰণ-দাঙি ধৰা উচিত হ’ব।

ৰাভা নামটো পোন প্ৰথমে ‘বাহৰিস্তানে-ঘায়বী’ নামক ফাৰচী ভাষাত ৰচিত বুৰঞ্জীত মিৰ্জানাথান আলাউদ্দিন ইস্পাহানী চেতনা খাঁই উল্লেখ কৰিছিল। তাৰ ৰচনাকাল ১৬০৮ ৰ ১৬২৪ খৃষ্টব্দ। কিন্তু ৰাভাসকল তাৰ বহুকাল আগতেই অৰ্থাৎ খৃষ্টপূৰ্ব ২০০০ ৰ পৰা ১৫০০ চনৰ ভিতৰতেই উত্তৰ-পূৰ্ব ভাৰতত প্ৰৱেশ কৰিছিল বুলি পণ্ডিতসকলে মন্তব্য কৰিছে। কিন্তু কোনো প্ৰাচীন গ্ৰন্থত তেওঁলোকৰ নাম উল্লেখ কৰা হোৱা নাই। কোচ, কছাৰী, গাৰো, চুতিয়া আদি সৰু-ডাঙৰ কিৰাটসকলৰ কথা বেদ সংহিতা, ৰামায়ণ, মহাভাৰত,কালিকাপুৰাণ, যোগিণীতন্ত্ৰ, ভ্ৰামৰী তন্ত্ৰ আনকি মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ ভাগৱত পুৰাণৰ অনুবাদৰ কোনো এটাত উল্লেখিত হৈছে, কিন্তু ৰাভা নামৰ কোনো উল্লেখ নাই। আনহাতে কোচসকলৰ লগত ৰাভাসকলৰ ঘনিষ্ঠ সম্পকৰ কথা, আনকি তেওঁলোকে যে একেই জন-গোষ্ঠীৰ অন্তৰ্ভুক্ত সেয়া ইউৰোপীয় নৃতাত্ত্বিক আৰু ভাষাতাত্ত্বিকপণ্ডিত সকলেও তাকেই সমৰ্থন কৰিছে। গতিকে ৰাভাসকল আগতে বেলেগ নামত জনাজাত আছিল বুলি বিশ্বাস কৰাৰ কাৰণ আছে। সম্ভৱতঃ তেওঁলোকেও কোচা জনাজাত আছিল। কোচা বা কোচ এই জনজাতিৰ অতি প্ৰাচীন আৰু ঐতিহ্যপূৰ্ণ নাম। সকলো প্ৰাচীন বৈদিক আৰু সংস্কৃত গ্ৰন্থত তেওঁলোকৰ কথা উল্লেখ কৰা হৈছে। সেই কোচসকলৰ এটা অংশৰ প্ৰতি গাৰোসকলে ‘ৰাবা’ বা ‘ৰাভা’ নামটো আৰোপ কৰিছিল। এই বিষয়ে আন ঠাইত আমি বিস্তাৰিত আলোচনা কৰিছো।

যুক্তি-তৰ্ক, তথ্য-প্ৰমাণাদিৰ কথা বাদ দিলেও সমূহ কোচ আৰু ৰাভা ৰাইজৰ ঐক্যবদ্ধ জাতি গঠন প্ৰক্ৰিয়াত যি বিশিষ্ট ভূমিকাৰ দ্বাৰা ‘বেবাক ৰাভা ক্ৰৌৰাং কৰুঙ্কুম’ অৰ্থাৎ ‘নিখিল ৰাভা সাহিত্য সভা’-ৰ নিচিনা সংগঠন গঢ়ি তুলিবলৈ সক্ষম হৈছে আৰু তেওঁলোকৰ ভাষাৰ দোৱানসমূহক একত্ৰিত কৰি এটা মান্য ভাষা সৃষ্টি কৰি পাঠ্যপুথিবোৰ প্ৰণয়ন আৰু প্ৰকাশ কৰি আছে, তাৰ প্ৰতি লক্ষ্য কৰি, বৰ্তমান বিচ্ছিন্নমুখী- অসমীয়া সমাজৰ মাজত তেওঁলোকৰ ঐক্যক সমৰ্থন কৰি কোচ আৰু ৰাভাক একেই জনজাতি বুলি স্বীকাৰ কৰি লোৱা উচিত। অন্ততঃ আমি তাৰ বিৰোধিতা কৰিব নালাগে।

১৯৭২-’৭৩ চনত, মাথোঁ মেঘালয়ৰ কোচসকলক বাদ দি, সকলো ফৈদৰ কোচ আৰু ৰাভাই লগলাগি ‘কোচীন ৰাভা, ৰাভীন কোচা’ অৰ্থাৎ ‘কোচেই ৰাভা, ৰাভাই কোচ’ এই চ্যাংহৰাং অৰ্থাৎ ধ্বনি (Slogan) দি ‘‘বেবাক ৰাভা ক্ৰৌৰাং কৰুঙ্কুম’ অৰ্থাৎ ‘নিখিল ৰাভা সাহিত্য সভা’-ৰ সৃষ্টি কৰে।

তেওঁলোকৰ বিশ্বাস কোচ আৰু ৰাভা একেই জাতি, তেওঁলোক একেই ধৰ্ম, সংস্কৃতি আৰু ভাষাৰ উত্তৰাধিকাৰী। তেওঁলোকৰ মাতৃতান্ত্ৰিক হীসৃগ অৰ্থাৎ মিত্ৰগোত্ৰ আৰু চিকাবীৰাই অৰ্থাৎ মুমূৰ্ষু ব্যক্তিৰ মুখত স্ব-গোত্ৰীয় নাৰীৰ দ্বাৰা পানী দিয়াৰ বিশেষ পদ্ধতি; সৰ্বোপৰি, তেওঁলোকৰ তিব্বত-বৰ্মী মাতৃভাষা একেই। গতিকে তেওঁলোকে অভিন্ন জনগোষ্ঠী।

ৰাভাসকল ঘাইকৈ আঠটা ফৈদত বিভক্ত। যেনে— কোচা, ৰংদানী, মায়তীৰী, দাহৰী, পতি, চুঙা, টোটলা আৰু হানা। বিটলীয়া নামেৰে আন এটা শ্ৰেণীৰ কথা বহুতেই উল্লেখ কৰিলেও বৰ্তমানে আমি তেওঁলোকৰ কোনো সন্ধান পোৱা নাই। সম্ভৱতঃ তেওঁলোকে পাতিসকলৰ লগত মিশ্ৰিত হৈছে। ইয়াৰ বাহিৰেও কোচসকলৰ মাজত শৰণীয়া, হেৰেমীয়া, গৰমী, মহং নামেৰে জনাজাত কেইটামান সৰু উপ-গোষ্ঠীৰ সন্ধান পোৱা যায়।

কোচসকলৰ মাজত পানীকোচ বুলি জনাজাত আন এটা শ্ৰেণীৰ কথা বহুতেই উল্লেখ কৰিছে আৰু সেই পানী কোচক, পানী অৰ্থাৎ ‘Water-Koch’ বুলি ধৰি লৈ পণ্ডিতসকলৰ মাজত এটা সাংঘাতিক বিভ্ৰান্তিৰ সৃষ্টি হৈছিল। আনকি প্ৰাচ্য বিদ্যামহাৰ্ণৱ নগেন্দ্ৰনাথ বসুদেৱে তেওঁৰ ‘Social History of Kamrup, Vol.I. গ্ৰন্থত পানীকোচসকলক, মহাসাগৰ অতিক্ৰম কৰি বনিজ কৰা বৈদিক পণিসকলৰ বংশধৰ বুলি উল্লেখ কৰি, গোটেই পৃথিৱীৰ অতীত ইতিহাস আৰু সংস্কৃতি মন্থন কৰি যি জ্ঞানগৰ্ভ তথ্য ৮৩ পৃষ্ঠা জুৰি দাঙি ধৰিছে, সেয়া পণ্ডশ্ৰমৰ বাহিৰে একো নহয়। অকৌ ৰায়বাহাদুৰ কনকলাল বৰুৱাদেৱেও তেওঁৰ গ্ৰন্থত ‘‘Early History of Kamarup, (2nd Edn. P. 16) গ্ৰন্থত তাকেই দোহাৰিছে।

প্ৰকৃততে কোচ নাইবা ৰাভা ভাষা নজনাৰ কাৰণেই উক্ত বিভ্ৰান্তিৰ সৃষ্টি হৈছিল। ৰাভা ভাষাৰ কোচা দোৱানত ‘পাণ’ বা ‘ফান’ শব্দৰ অৰ্থ ‘গছ’ আৰু পাণি বা ফানি-কোচ (<ফান নি = জঙ্গলৰ কোচ) শব্দদ্বয়ৰ অৰ্থ হ’ল জঙ্গল বা হাবিত বসবাস কৰা কোচসকল। যি সকলৰ ওপৰত বহুকাল ধৰি ব্ৰাহ্মণ্য হিন্দুধৰ্মৰ প্ৰত্যক্ষ প্ৰভাৱ পৰা নাছিল আৰু তেওঁলোকেই কোচা দোৱানটোক জীয়াই ৰাখিছিল।

ৰাভাসকলৰ বিভিন্ন ফৈদৰ মানুহসকলৰ ভিতৰত কোচা বা কোচসকল প্ৰধানতঃ পশ্চিমবঙ্গৰ জলপাইগুৰি আৰু কোচবিহাৰ জিলা, অসমৰ অবিভক্ত গোৱালপাৰা জিলাত বাস কৰে। ৰংদানী আৰু মায়তীৰীসকল মেঘালয়ৰ পশ্চিম গাৰো-পাহাৰ জিলা আৰু তাৰে ওচৰ চুবুৰীয়া গোৱালপাৰা জিলাত বাস কৰে। দাহৰী ৰাভাসকল ঘাইকৈ যোগীঘোপা আৰু বঙ্গাইগাঁৱৰ ওচৰৰ কেইখনমান গাঁৱত আৰু গোৱালপাৰা জিলাত কিছু সংখ্যক বসবাস কৰি আছে। কিন্তু উভয় ক্ষেত্ৰতেই তেওঁলোকৰ সংখ্যা খুব বেছি নহয়। অতি সামান্য সংখ্যক চুঙা ৰাভা গোৱালপাৰা জিলাত বাস কৰে। গৰিষ্ঠ সংখ্যক আৰু আটাইতকৈ উন্নতিশীল পাতি ৰাভাসকল গোৱালপাৰা জিলাৰ উত্তৰাঞ্চলৰ পৰা আৰম্ভ কৰি অবিভক্ত কামৰূপ জিলাৰ গোটেই দক্ষিণাঞ্চল জুৰি আৰু নগাঁও, শিৱসাগৰ আদি বিভিন্ন জিলাত কম-বেছি সংখ্যাই বসবাস কৰি আছে। দৰং জিলাত অধিক সংখ্যক টোটলা ৰাভা আৰু কম সংখ্যক হানা ৰাভা বাস কৰে। বিপৰীতভাৱে শোণিতপুৰ জিলাত অধিক সংখ্যক হানা আৰু সামান্য সংখ্যক টোটলা ৰাভা বসবাস কৰে। ইয়াৰ বাহিৰে অসমৰ প্ৰায় সকলো জিলাতেই কম-বেছি সংখ্যাত ৰাভাসকল বাস কৰে।

সৰহ সংখ্যক ৰাভা মানুহেই তেওঁলোকৰ তিব্বত-বৰ্মীয় মাতৃভাষা বিস্মৃত হৈছে। বৰ্তমানে মাথো কোচা, ৰংদানী, মায়তীৰী আৰু দাহৰী সকলেই মাতৃভাষাত ভাব বিনিময় কৰে। পশ্চিম বঙ্গৰ প্ৰায় অৰ্ধেক কোচ-ৰাভাই মাতৃভাষা বিস্মৃত হৈছে।

উক্ত চাৰিটা ফৈদৰ ৰাভা মানুহে মুঠ তিনিটা দোৱান ব্যৱহাৰ কৰে। যেনে— কোচা, ৰাংদানীয়া আৰু মায়তীৰীয়া। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ দাহৰীসকলে কোচা আৰু দক্ষিণ পাৰৰ গোৱালপাৰাৰ সকলে ৰংদানী দোৱান ব্যৱহাৰ কৰে। নিকটৱৰ্তী গাঁওসমূহত বসবাস কৰাৰ কাৰণে মায়তীৰী আৰু ৰংদানী দোৱানৰ মাজত পাৰ্থক্য অতি কম। গতিকে এই দুটা দোৱানক এটা দোৱান বুলিও উল্লেখ কৰা হয়।

ৰাভা ভাষাৰ প্ৰাচীন আৰু অমিশ্ৰ ৰূপ ৰক্ষিত হৈ আছে কোচা দোৱানত। কাৰণ এওঁলোকৰ ওচৰ চুবুৰীয়া বড়ো (কছাৰী আৰু মেছ) সকলৰ লগত তৃতীয় এটা ভাষাৰ মাধ্যমতহে ভাব বিনিময় কৰে। পক্ষান্তৰে ৰংদানী আৰু মায়াতীৰীসকল গাৰোসকলৰ আটং শ্ৰেণীৰ লগত নিজা দোৱানতেই ভাব বিনিময় কৰিব পাৰে। গতিকে উক্ত দোৱান দুটাৰ ওপৰত গাৰো ভাষাৰ প্ৰভাৱ যথেষ্ট পৰিমাণে লক্ষ্য কৰা যায়।

‘বেবাক ৰাভা ক্ৰৌৰাং কৰুঙ্কুম’ৰ প্ৰচেষ্টাৰ ফলত ১৯৮৮ চনত, অসম গণ পৰিষদ চৰকাৰে দ্বিতীয় ভাষা হিচাপে ৰাভা ভাষাক স্বীকৃতি দিছে আৰু সম্পূৰ্ণ ৰাভা ভাষা-ভাষী ছাত্ৰ-ছাত্ৰী থকা মুঠ ৭০ খন প্ৰাথমিক বিদ্যালয়ত ৰাভা ভাষাৰ পাঠদান চলি আছে। কোচা, ৰংদানী আৰু মায়তীৰী দোৱানৰ এটা মান্য ৰূপ (Standard form) তৈয়াৰ কৰিলৈ পাঠ্যপুথিবোৰ ৰচনা কৰা হৈছে আৰু পৰৱৰ্তী শ্ৰেণীসমূহৰ কাৰণেও ৰচনাকাৰ্য চলি আছে।

এতিয়া আমি অসমীয়া ভাষাত যিবোৰ ৰাভা শব্দ গৃহীত হৈছে তাৰ উদাহৰণ দাঙি ধৰিম। তাৰ আগতে এটা কথা উল্লেখ কৰা উচিত হ’ব বুলি ভাবো যে, ৰাভা ভাষা, বিশেষকৈ ইয়াৰ কোচা দোৱানৰ পৰা যিবোৰ উপাদান অসমীয়াত গৃহীত হৈছে, সেইবোৰ বড়ো-গোষ্ঠীৰ আন আন ভাষাত যেনে— কছাৰী (বড়ো), গাৰো, মেছ, ডিমাছা, মিকিৰ, হোজাই আদি নাইবা আন তিব্বত-বৰ্মীয় তথা চীনা-তিব্বতীয় ভাষাসমূহতো ব্যৱহৃত হ’ব পাৰে। তেনে ক্ষেত্ৰত ইয়াক কোনো ত্ৰুটী বুলি গণ্য নকৰাই উচিত হ’ব। কাৰণ এইবোৰ সমমূলীয় ভাষা আৰু তাত সাদৃশ্য আৱশ্যম্ভাৱী।

(ক) অসমীয়া ভাষাত গৃহীত অপৰিৱৰ্তিত শব্দসমূহ ঃ—

(১) আচু (ৰাভা—সূতাত দিয়া ৰং)

আচু (অসমীয়া—ৰং দিয়া সূতা)।

(এই ক্ষেত্ৰত শব্দ একেই থাকিলেও অৰ্থৰ পাৰ্থক্য ঘটিছে।
)

(২) কামি (বাঁহৰ দীঘল আৰু চেপেটা কৰি কটা অংশ।)

(৩) ঘাই (প্ৰধান)। (কোচা— ঘাই, ৰংদানী— ঘাঙীৰ)।

(৪) চাং (বাঁহ বা কাঠেৰে ওখকৈ সজা ঠাই।)





(৫) চুঙা (বাঁহ কিংবা ধাতুৰ তৈয়াৰী মাজত ফুটা থকা দণ্ড বিশেষ।)

(৬) টাৰী (ওখ ঠাই অৰ্থত গাঁৱৰ নামৰ লগত যুক্ত হয়; যেনে উপৰটাৰী, ৰাবনটাৰী বা এনে ওখ ঠাই।)

(৭) দোঙা (পানী জমা হোৱা সৰু খাল)।

(৮) সেও (নতি স্বীকাৰ কৰা অৰ্থত ব্যৱহৃত হয়।)

(খ) যিবোৰ ৰাভা শব্দ পৰিৱৰ্তিত হৈ অসমীয়া ভাষাত গৃহীত হৈছে ঃ

(বিঃ দ্ৰঃ এই খিনিতে আমি 'কোচা-দোৱান' শব্দদ্বয়ক = কোঃ, ৰংদানী দোৱান = ৰং, মায়তাৰী দোৱান = মাঃ, আৰু নামনি অসমৰ গোৱালপৰীয়া দোৱানক = কাঃ ৰূপত সংক্ষিপ্ত ৰূপত সূচিত কৰিমহঁক।)

(৯) আওচা < আংচা।

(১০) আই < আয়া - ৰং < আমায় - কোঃ।

(১১) ইকৰ < ইকৰ (ক্ষুদ্ৰ বাঁহ শ্ৰেণীৰ উদ্ভিদ)।

(১২) ওখ < ওক (কোচা দোৱানত 'ওক' শব্দৰ সাধাৰণ অৰ্থ 'পেট' হ'লেও শব্দটো অধিকাংশ সময়তে 'ওকনাং' = গৰ্ভৱতী, ৰূপত ব্যৱহৃত হয়। গৰ্ভৱতী নাৰীৰ উদৰ স্ফীত হয় বা ওখ হয়, এই অৰ্থত মাত্ৰ উচ্চ অৰ্থ বুজাবলৈ ওখ শব্দটো অসমীয়াত গৃহীত হৈছে।)

(১৩) গমাৰী < গৌমব্ৰাই।

(১৪) ঘিলা < গেলাও।

(১৫) গৰাকী < গিৰী-কাঃ < গিৰ।

(১৬) চেঙা < চেংখা। (তাপ লগা)

(১৭) চাই < চাঁই।

(১৮) চাকি < চাঁকি।

(১৯) টুকুৰা < টুক্‌ৰাক। (খন্ড কৰা বা খন্ড)

(২০) টনক্( + ইয়াল = টনকিয়াল) < টোং।

(২১) ঠন্ (— ধৰি উঠা অৰ্থত) < ঠাঁং।

(২২) টিলা < হাটিল-ৰং < হাটিলা - কোঃ।

(২৩) টেমা < টিমা - ৰং < টিম - কোঃ।

(২৪) টেটু (কণ্ঠ) < টুটি - কাঃ < টুকুৰ।

(২৫) টোপোলা < টোপলা।

(২৬) জখলা < জাঙ্কাল।

(২৭) জলকীয়া < জাঁলী।

(২৮) জুঁতি < জুঁনঠি। (চৰাই ধৰা ফান্দ)।

(২৯) জাবৰ (-জোঠৰ) < জাবুৰা - কাঃ < জেংজাবুৰা।

(৩০) তিতা < তিকা। (সিক্ত)।

(৩১) তপিনা < তাপনা - মাঃ < তাপলা।

(৩২) দাঁতি < দাতান - মাঃ < দাকান।

(৩৩) দলং < দালাং। (সেতু)।

(৩৪) পখৰা - চিখৰা < পাকৰা - চিকৰা।

(৩৫) পাচলি < পাঞ্চাক।

(৩৬) ফালে < ফালাং।

(৩৭) বতৰ < বাঁতাঁৰ।

(৩৮) বাবে < বাদে - কাঃ < বাদাং।

(৩৯) বুৰঞ্জী < বুৰহ্নী।

(৪০) লগ < লাঁগী।

(৪১) লাহে লাহে < লাই লাই।

(৪২) সিঁচৰতি < সিচাচাইনি।

(৪৩) হিলাই < সিলাই[1] = বন্দুক। (হিলৈ কাঃ)

১। বলদেৱ সূৰ্যখড়ি দৈবজ্ঞ ১৭৯০, দৰং ৰাজবংশাৱলী, ১৯৭৩, পৃঃ ১৫৮ পদ - ৭৯২ (পাঠশালা)।

(গ) কেইটামান মাছৰ নাম ৰাভা ভাষাৰ পৰা অসমীয়াত গৃহীত হৈছেঃ— ৰাভা ভাষাত মাছক কোৱা হয় 'না' গতিকে প্ৰতিটো মাছৰ নামৰ শেষত 'না' শব্দটো যোগ হয়।

(৪৪) কাৱৈ < কৱাইনা।

(৪৫) কুচিয়া < কুচিনা।

(৪৬) টেংৰা < টেংনা।

(৪৭) দুৰা < উসুংদুৰ। (মাছ বুলি নধৰে গতিকে 'না' শব্দ যোগ হোৱা নাই।)

(৪৮) মাগুৰ < মাঁগুৰনা।

(৪৯) শ'ল < শাঁলনা।

(৫০) শিঙি < শিঙিনা।

(ঘ) অসম আৰু উত্তৰ-পূব ভাৰতৰ যিসকল ঠাইৰ নাম ৰাভা ভাষাত দিয়া হৈছেঃ

(১) আসাম (অসম) আ - < হা = মাটি + সাম = ঘাঁহ। হাসাম > আসাম। হা > আ, গাৰো ভাষাত মাটি বুজোৱা শব্দ। সম্ভৱতঃ ৰাভা ভাষাৰ 'হাসাম' শব্দই গাৰো ভাষাৰ প্ৰভাৱত আসাম হৈছে। এই আসাম নামকৰণৰ বিষয়ে ৰাভাসকলৰ বক্তব্য হ'ল— তেওঁলোকৰ আদি পুৰুষৰ দল তিব্বত আৰু ব্ৰহ্মদেশৰ অনুৰ্বৰ পাহাৰ-পৰ্বত অতিক্ৰম কৰি আহি এই দেশৰ পূৰ্ণ সেউজীয়া দৃশ্য চাই হাসাম অৰ্থাৎ তৃণাচ্ছাদিত ভূমি বুলি উল্লেখ কৰিছিল আৰু তাৰে পৰাই— হাসাম > আসাম > অসম নামৰ উৎপত্তি হৈছে।

(২) কৰতোৱা (নদী) = কৰ = বেৰি ধৰা + তোৱা = আছে বা থকা অৰ্থাৎ যি (নদীয়ে) বেৰি ধৰি আছে। সম্পূৰ্ণ উত্তৰ বঙ্গক কৰতোৱা নদীয়ে বেৰি ধৰি আছে, এই অৰ্থত নামকৰণ সাৰ্থক।

(৩) টিক্ৰিকিল্লা = টিক্ৰি = দুৰ্ভেদ্য + কিল্লা < কেল্লা গড়, অৰ্থাৎ দুৰ্ভেদ্য গড়।

(৪) তালাইদোঙা = তালাই = শিলিখা গুটিৰে ভৰা + দোঙা = পানী জমা হৈ থকা ঠাই বা নিজৰা; অৰ্থাৎ শিলিখা গুটিৰে ভৰি থকা নিজৰা।

(৫) দৰং = স্তৰ কৰি ৰখা।

(৬) দোতমা < দতঙা = উলিওৱা।

(৭) বকো < বক' < বকক = বাঁহৰ চুঙা। যি ঠাইত বাঁহৰ চুঙা ব্যৱহাৰ কৰা হয়।



(৮) বায়দা < বায়দাম = বায় = দেৱতা + দাম = ধাম বা ঠাই অৰ্থাৎ দেৱতাৰ ঠাই।

(৯) মায়বং = মায় = ধান + বং = বিচাৰি পা (ক্ৰিয়া মূল) অৰ্থাৎ য'ত ধান বিচাৰি পোৱা যায় বা প্ৰচুৰ ধান উৎপন্ন হয়।

(১০) মাজুলি < মাঁজলী < মাঁজলীক < মাঁ-মাঁজলীক। মাঁ-মাঁজলীক শব্দটো 'মাঁজলীক-মাঁজলীক'-ৰ সংক্ষিপ্ত ৰূপ আৰু 'মাঁজলীক - মাঁজলীক'-ৰ এই সংক্ষিপ্ত ৰূপতো ব্যৱহৃত হয়। অৰ্থ হ'ল– চিন-ছাপ নথকাকৈ হেৰুৱা বা যি ঠাইত (বানপানীৰ কাৰণে) কোনো চিন-ছাপ নাথাকে। 'মাজুলী' নদী দ্বীপটোৰ প্ৰাকৃতিক অৱস্থাৰ যথাৰ্থ পৰিচয় উক্ত নামটোই বহন কৰিছে।

(১১) ৰংদাম = ৰং = শিল + দাম = আসন, অৰ্থৎ য'ত শিলৰ আসন আছে।

(১২) ৰংসাই < ৰংচাঁই= ৰং = শিল + চাঁই = দেখিবলৈ পোৱা অৰ্থাৎ য'ত শিল দেখিবলৈ পোৱা যায়।

(১৩) লামডিং < লামডেং = লাম = পথ + ডেং = মুকলি কৰ (ক্ৰিয়ামূল) অৰ্থাৎ যি ঠাইত পথ অৱৰুদ্ধ আৰু তাকেই মুকলি কৰি যাব লাগে।

(১৪) লামচাকাং = লাম = পথ + চাকাং = উলটিপৰ (ক্ৰিয়া মূল) অৰ্থাৎ যি পথত গ'লে উলটি পৰিব লাগে।

(১৫) শালকোচা < শাঁলকোচা = শাঁল = শাল গছ + কোচা = ৰাভা সকলৰ মূল গোষ্ঠী অৰ্থাৎ যি ঠাইত কোচা বা কোচ ব্যক্তিৰ শাল গছ বা বাগিচা আছে।

(১৬) শ্বেৰফাংগুৰি < সাঁৰফানগুৰি = সাঁৰ = লোহা + ফান = গছ + গুৰি, অঞ্চল অৰ্থত তেলুগু প্ৰত্যয়। যি ঠাইত লোহাৰ নিচিনা টান অৰ্থাৎ শিশু গছ পোৱা যায়। প্ৰকৃততে এই অঞ্চলৰ শিশুগছবোৰ লোহাৰ দৰেই টান।

(১৭) হাকামা = হা = মাটি + কামা = কোচ-ৰাভাসকলৰ এটা হীসুগ বা গোত্ৰৰ নাম। অৰ্থাৎ যি ঠাইত কামা গোত্ৰৰ মানুহৰ মাটি আছে। বিলাসীপাৰাৰ পূবৰ এখন গাঁৱৰ নাম। ইয়াৰ এক কিঃ মিঃ পূব-দক্ষিণৰ যমদুৱাৰ গাঁৱত আগতে কোচ-ৰাভা সকল বসবাস কৰিছিল। তেওঁলোকে বৰ্তমানে চান্দৰডিঙা পাহাৰৰ নামনিত শিলডাঙা গাঁৱত বসবাস কৰে।

(ঙ) যি সাংস্কৃতিক বিষয় ৰাভাৰ পৰা অসমীয়াই গ্ৰহণ কৰিছেঃ—

(১) বিহু < বিখু < বাইখু উৎসৱ। ৰাভাসকলে প্ৰাচীন কালৰ পৰাই বাইখো উৎসৱ পাতে। অচিন পুৰুষৰ লগত মিলন হ'লে ধৰিত্ৰীদেৱী গৰ্ভৱতী হয় আৰু তাৰ ফলত ফুলে-ফলে-শস্যে পৃথিৱী পৰিপূৰ্ণ হৈ উঠে। এই আশাৰে যুৱক-যুৱতী- সকলে শৃঙ্গাৰ ৰসপূৰ্ণ নৃত্য-গীতেৰে ধৰিত্ৰীদেৱীক উৎসাহিত কৰিব বিচাৰে। সেই একে ধৰণৰ নৃত্য -গীত আৰু তাৰ পৰিণতিতে যুৱক-যুৱতীৰ স্বাধীনভাৱে বিবাহ কৰাৰ প্ৰথা ইত্যাদি সকলো বিষয়ে বায়খু উৎসৱৰ লগত বিহুৰ হুবহু সাদৃশ্য লক্ষ্য কৰা যায়। অসমীয়া পণ্ডিতসকলেও মধ্য চীন দেশৰ পৰাই কিৰাটসকলে ইয়াত বিহুৰ মূল ভাবনা লৈ অহা বুলি মন্তব্য কৰিছে। গতিকে বায়খু উৎসৱৰ পৰা বিহু উৎসৱৰ উৎপত্তি হোৱা স্বাভাৱিক কথা।

(২) ঢোল — অসমৰ বাদ্যযন্ত্ৰ ঢোলৰ আকৃতি ৰাভাসকলে ব্যৱহাৰ কৰা 'খাম' -ৰ লগত সাদৃশ্যপূৰ্ণ। অসমৰ জনজাতি সকলৰ বাদে ভাৰতবৰ্ষৰ আনকোনো অঞ্চলত এই ধৰণৰ ঢোলৰ ব্যৱহাৰ নহয়। গতিকে ইয়াক ৰাভাসকলৰ পৰা আহিছে বুলি ভাবিবৰ অৱকাশ আছে।

(চ) অসমীয়া ভাষাত গৃহীত কিছুমান ৰাভা ব্যাকৰণৰ ৰীতি

(১) সংক্ষিপ্ত-জোৰ-ধ্বন্যাত্মক শব্দঃ

যেনে ৰাভাত —

আঁপিসা - আঁপিসা = আঁ - আঁপিসা অৰ্থাৎ অলপ-অলপ।

পেনেম - পেনেম = পে-পেনেম অৰ্থাৎ সুন্দৰ - সুন্দৰ।

জিসিং-জিসিং = জি-জিসিং অৰ্থাৎ জ্বল-জ্বল।

সিপিৰ-সিপিৰ = সি-সিপিৰ অৰ্থাৎ ৰিমজিম ৰিমজিম।

প্ৰায় অনুৰূপ অসমীয়া ভাষাত —

খা-খবৰ। বা-বাতৰি, জা-জলপান চা-চিনাকি আদি।

(২) 'হীন' অৰ্থত ৰাভা ভাষাত -'ৰীয়া' প্ৰত্যয় ব্যৱহৃত হয় যেনে— কৰ্ম > কাম + ৰীয়া = কামৰীয়া = নিষ্কৰ্মা, নিবনুৱা। মুচি = ৰস। মুচি = ৰীয়া = মুচিৰীয়া = নীৰস।

বুদ্ধি—। বুদ্ধি + ৰীয়া = বুদ্ধিৰীয়া = বুদ্ধিহীন।

কেতিয়াবা ইয়াৰ মাজত 'ৰ' শ্ৰুতিধ্বনিৰ আগমন ঘটে। যেনে হা (=মাটি) + ৰীয়া = হাৰৰীয়া = মাটিহীন।

অনুৰূপ ৰীয়া প্ৰত্যয় অসমীয়াত—

যেনে— মাতৃ > মা + ৰীয়া = মাৰৰীয়া = যাৰ আই জীয়াই নাই বা অনাথ।

সম্ভৱত ভিন্ন অৰ্থত 'ৰীয়া'ৰ সলনি 'অৰীয়া' প্ৰত্যয় অসমীয়াত ব্যৱহৃত হয়। যেনে— বন + অৰীয়া বনৰীয়া,= নাও + অৰীয়া = নাৱৰীয়া, ভাও + অৰীয়া = ভাৱৰীয়া কিন্তু লগ + ৰীয়া = লগৰীয়া ইত্যাদি।

ৰাভা ভাষাৰ সকলো শব্দ আজিলৈ সংগ্ৰহ আৰু চালি জাৰি চোৱা হোৱা নাই। যোৱা ২০ৰ পৰা ২৬ জানুৱাৰী ১৯৯৭, ভাৰতীয় কেন্দ্ৰীয় ভাষা সংস্থা (মহীশূৰ) আৰু 'বেবাক ৰাভা ক্ৰৌৰাং ৰঞ্চুম'ৰ যৌথ উদ্যোগত বিলাসীপাৰা কলেজত ৰাভা ভাষাৰ অভিধান প্ৰণয়নৰ বাবে এটি কৰ্মশালা অনুষ্ঠিত হৈছে। ১৯৯৮ চনৰ ভিতৰত উক্ত প্ৰকল্পটো সম্পূৰ্ণ হোৱাৰ সম্ভাৱনা আছে। সকলো শব্দ সংগৃহীত হ'লে সকলোবোৰ চালি-জাৰি চাই কোৱা সম্ভৱ হ'ব আৰু কিমান শব্দ অসমীয়া ভাষাত গৃহীত হৈছে। গতিকে আমাৰ এই নিবন্ধটো সম্পূৰ্ণ নহয়, আৰম্ভণিহে।

১। বলদেৱ সূৰ্যখড়ি দৈবজ্ঞ ১৭৯০, দৰং ৰাজবংশাৱলী, ১৯৭৩, পৃঃ ১৫৮ পদ — ৭৯২ (পাঠশালা)।
ৰাভা ভাষাৰ শব্দত 'স' ধ্বনি ইংৰাজী 'S' ধ্বনি দৰে উচ্চাৰিত হ'লে প্ৰকৃত ৰাভা উচ্চাৰণ হয়।




# শিল্পী প্ৰমথেশ বৰুৱা

## নিখিলেশ বৰুৱা

'পদ্ধতি-তদ্ধতি নুবুজো ডাঙৰীয়া। মোৰ বাবে আজিও প্ৰমথেশ বৰুৱা ভাৰতবৰ্ষৰ শ্ৰেষ্ঠ পৰিচালক। আমি কোনোৱেই তেওঁৰ ভৰিৰ নখৰ যোগ্য নহওঁ।'

ওপৰৰ কথাখিনি সাম্প্ৰতিক কালৰ অন্যতম শ্ৰেষ্ঠ ভাৰতীয় চলচ্চিত্ৰ পৰিচালক ঋত্বিক ঘটকৰ। অসমীয়া হিচাপে ভাৰতীয় চলচ্চিত্ৰত স্বকীয় প্ৰতিভাৰ যুগমীয়া স্বাক্ষৰ যিজন কালজয়ী শিল্পীয়ে থৈ গ'ল তাতোকৈ ডাঙৰ গৌৰৱৰ কথা আৰু কিবা হ'ব পাৰেনে? প্ৰমথেশ বৰুৱাই ভাৰতীয় চলচ্চিত্ৰ বিকাশ আৰু প্ৰসাৰৰ ক্ষেত্ৰত যি বিশেষ অৱদান দি থৈ গৈছে তাক জানো কোনোবাই পাহৰিব পাৰিব? যেতিয়া আমাৰ দেশত চিনেমাত অভিনয় কৰাটো লোকে সমাজ গৰ্হিত কাম বুলি ভাবিছিল তেতিয়া প্ৰমথেশে উচ্চ শিক্ষিত সম্ভ্ৰান্ত বংশীয় ৰজাৰ ল'ৰা হৈও সমালোচনা, কটুক্তিত কেৰেপ নকৰি অভিনয় জগতত প্ৰৱেশ কৰিছিল। যাৰ অবিস্মৰণীয় অভিনয়ে হেজাৰ হেজাৰ দৰ্শকৰ মন-প্ৰাণ হৰি নিছিল। 'দেৱদাস, শাপমুক্তি, মায়েৰ প্ৰাণ' আদি ছবিবোৰ চাই তাহানিৰ দৰ্শকে শোকাভিভূত হৈছিল। চকুপানী টুকিছিল। ভাৰতৰ (অবিভক্ত) ইমূৰ-সিমূৰ ব্যাপি চলচ্চিত্ৰ শিল্পৰ ৰশ্মি ছটিয়াই ই যে মানুহৰ সূক্ষ্ম সৃষ্টি শিল্পকলাৰ আন এটি মহান দিশ সেই কথা প্ৰমথেশে সকীয়াই দিলে। সেই সময়ছোৱাৰ অগনিত দৰ্শকসমাজে তেওঁলোকৰ অতি মৰমৰ শিল্পীজনক মনে-প্ৰাণে স্বাগতম জনালে। প্ৰমথেশৰ সৰহভাগ ছবি আছিল বাস্তৱধৰ্মী, মধ্যবিত্তৰ সমস্যা, তেওঁলোকৰ জীৱনত ঘটি থকা দৈনন্দিন জীৱনৰ ঘটনা, সংবেদনশীলতা, মানৱিক আবেগেৰে ভৰপূৰ আৰু জীৱন সংগ্ৰামৰ কাহিনী - এয়া আছিল ছবিবোৰৰ বিষয়বস্তু। সেই কাৰণে তেওঁৰ ছবিয়ে সকলো শ্ৰেণীৰ মানুহক বাৰুকৈয়ে আকৰ্ষণ কৰিছিল। এগৰাকী সমালোচকৰ ভাষাত ঃ 'দেৱদাস' ছবিত ব্যৰ্থ প্ৰেমিকৰ হাহাকাৰ, 'মুক্তি'ত সামাজিক মূল্যবোধৰ ভঙ্গুৰ দৃশ্য, 'অধিকাৰ' ছবিত বস্তিবাসী তথা ধনী সম্প্ৰদায়ৰ হৃদয় বৃত্তিৰ পৰ্যালোচনা, 'ৰজত জয়ন্তী'ত অৰ্থ লালসাৰ প্ৰতি ব্যঙ্গ-বিদ্ৰুপ আদি দিশেৰে বৰুৱাই যি শিল্পসন্মত দৃশ্যময়তাৰ প্ৰকাশ কৰিছে তাত তেওঁৰ প্ৰয়োগ কলা নৈপুণ্য প্ৰমাণিত হয়। পৰিচিত বিষয়বস্তুৰ মাজৰ পৰা যোগ্যতাৰে নিৰ্বাচিত অংশত নতুনক আকৰ্ষণ সৃষ্টি কৰাৰ মাজতে কলাসুলভ শৃঙ্খলা (উক্তৱ্ৰনন্দৱ্ৰনস্তু ডক্সন্দস্তুনন্মাপুন্তন্দ্ব)। এই শৃঙ্খলা প্ৰমথেশে নিৰ্মাণ কৰা নিউ থিয়েটাৰ্ছৰ ছবিবোৰৰ মাজত থকা কাৰণেই সেইবোৰ শিল্প সাৰ্থক সৃষ্টি হ'ব পাৰিছে। (যুগান্তৰ ১৯৯৬) কিন্তু প্ৰমথেশৰ জীৱনৰ অনবদ্য সৃষ্টি হ'ল দেৱদাস। দেৱদাস চৰিত্ৰত প্ৰমথেশ নিজেই মূৰ্ত হৈ উঠিছিল। প্ৰমথেশৰ ছবি চকুত ভাঁহি উঠে। শিল্পকৰ্ম হিচাপে দেৱদাস আছিল বৰুৱাৰ শ্ৰেষ্ঠ ছবি। দেশৰ চলচ্চিত্ৰৰ কথা কোনেও নুই কৰিব নোৱাৰে। আনকি স্বয়ং দেৱসাদৰ স্ৰষ্টা অমৰ কথাশিল্পী শৰৎচন্দ্ৰই হেনো প্ৰমথেশৰ জীৱন্ত অভিনয় চাই মুগ্ধ হৈ কৈছিল যে-'প্ৰমথেশে যেন মোৰ মাটিৰ পুতলাত প্ৰাণ-প্ৰতিষ্ঠা কৰিলে' এই দুৰ্লভ সন্মান, এনে মহান স্বীকৃতি আন কাৰো ভাগ্যত ঘটিছে বুলি নেজানো। এই প্ৰসঙ্গতে বিশিষ্ট চলচ্চিত্ৰ সমালোচক চিদানন্দ দাসগুপ্তই প্ৰমথেশ বৰুৱাৰ সম্পৰ্কে দিয়া উক্তি তলত দাঙি ধৰিছো 'No personality in the Cinema had established more identity between his private life and the films he created, The roles he played. His films were not objective recordes or interpreations of the works of others, they were intensely personal. He did not merely made Devdas. He was Devdas' (Barua legend and reality) 'চলচ্চিত্ৰ জগতৰ কোনো ব্যক্তিয়ে নিজৰ ব্যক্তিগত ঘৰুৱা জীৱন আৰু তেওঁ অভিনয় কৰা চৰিত্ৰবোৰৰ মাজত ইমান বেছি একাত্মবোধ গঢ়ি তোলা নাই। তেওঁৰ কথা ছবি বোৰ বস্তুনিষ্ঠ। তেওঁ অকল 'দেৱদাস' নিৰ্মাণেই কৰা নাছিল তেওঁ নিজেই আছিল 'দেৱদাস'। ওপৰৰ উদ্ধৃতিসমূহে বৰুৱাৰ অভিনয় আৰু পৰিচালনাৰ বৈশিষ্ট্য অসাধাৰণত্ব, ব্যক্তিত্ব আৰু ৰুচিজ্ঞান সম্পন্ন ব্যক্তি। ওৰে জীৱন চলচ্চিত্ৰ জগতৰ লিপ্ত হৈ থাকিলেও তেওঁ নিৰ্দিষ্ট গণ্ডিৰ মাজত সীমাবদ্ধ হৈ থকা নাছিল। নানা বিষয়ত গভীৰ অধ্যয়পুষ্ট মননশীল আৰু সূক্ষ্ম চেতনাশীল সকলো শিল্প প্ৰতিভাৰে পৰিপুষ্ট মনৰ মানুহজনক কেৱল এজন অভিনেতা আৰু চিত্ৰ নিৰ্মাতা বুলি ক'লে প্ৰমথেশৰ ব্যক্তিত্ব আৰু মৰ্যাদাক ক্ষুণ্ণ কৰাহে হ'ব। এক কথাত প্ৰমথেশ আছিল সব্যসাচী। খেলা-ধূলা. চিকাৰ, পঢ়া-শুনা, ছবি আঁকা, সঙ্গীত, অভিনয় আৰু নানা প্ৰকাৰ বিদ্যা শিকাৰ প্ৰতি আছিল তেওঁৰ প্ৰবল ধউতি। প্ৰমথেশ বৰুৱাই এই সব্যসাচী হোৱাৰ আঁৰত যিগৰাকী মহান ব্যক্তিৰ অৱদান আটাইতকৈ বেছি তেওঁ হ'ল তেওঁৰ পিতৃ ৰজা প্ৰভাত চন্দ্ৰ বৰুৱা। সেয়ে প্ৰমথেশ আছিল এক সুযোগ্য পিতাৰ সুযোগ্য সন্তান। এই কথা হয়তোবা বহুতেই নাজানে যে প্ৰমথেশে ৰাজনৈতিক জীৱনৰ পাতনি মেলি এজন শীৰ্ষস্থানীয় ৰাজনৈতিক নেতা হ'বলৈও সুৱৰ্ণ সুযোগ পাইছিল। বিনা প্ৰতিদ্বন্দ্বিতাৰে তেওঁ দুবাৰকৈ অসম বিধানসভাৰ সদস্য নিৰ্বাচিত হৈছিল। অসম বিধানসভাৰ স্বৰাজ্য পাৰ্টিৰ চীফ হুইপ পদতো অধিষ্ঠিত আছিল। তেওঁ আনকি মন্ত্ৰিত্বৰ বাবেও আমন্ত্ৰণ পাইছিল। কিন্তু ৰাজনীতিয়ে তেওঁক আকৰ্ষিত কৰিব পৰা নাছিল। ব্যক্তিস্বাৰ্থক বিসৰ্জন দি সমূহীয়া স্বাৰ্থত নিজকে নিয়োজিত কৰাৰ উদাৰ দৃষ্টিভঙ্গীয়ে প্ৰমথেশৰ মহত্ত্বকে সূচায়। এইখিনিতে এযাৰ কথা কোৱা উচিত হ'ব যে প্ৰমথেশ আছিল গতিকে তেওঁ ৰাজপাটত বহি ভৰিৰ ওপৰত ভৰি তুলি ভোগ বিলাসৰ মাজেদি মহা সুখেৰেই জীৱন কটাব পাৰিলেহেঁতেন। কিন্তু চলচ্চিত্ৰৰ মোহে তেওঁক এনেভাৱে আকৃষ্ট কৰিছিল যে ৰাজঐশ্চৰ্যৰ প্ৰতি কণমানো লালায়িত নহৈ নানা প্ৰতিকুল পৰিৱেশত আৰু পৰিস্থিতিৰ সন্মুখীন হৈয়ো স্বইচ্ছাৰে প্ৰমথেশে বাছি লৈছিল তেওঁৰ হিয়াৰ আপোন শিল্পকলাৰ মাধ্যম চলচ্চিত্ৰক। এইখিনিতে কোৱা উচিত হ'ব যে চলচ্চিত্ৰ জগতত প্ৰমথেশৰ আবিৰ্ভাব হুজুগ বা চখৰ নাছিল। দেউতাৰ মুখতে শুনিছিলো প্ৰমথেশৰ প্ৰচেষ্টাত গৌৰীপুৰ ৰাজবাৰীৰ সমুখত.থকা কুলৰ আৰাধ্য গোসাঁনী মহামায়া মন্দিৰ প্ৰাঙ্গণত প্ৰমথেশে কেইবাখনো নাট নিয়মিতভাৱে মঞ্চস্থ কৰাৰ কথা। এই নাটবিলাকে ৰাইজক বৰুকৈয়ে মুগ্ধ কৰিছিল। সেই সময়ছোৱাত উক্ত নাট্যদলক কেন্দ্ৰ কৰি আৰু প্ৰমথেশৰ অক্লান্ত পৰিশ্ৰমত গঢ়ি উঠিছিল 'ইয়ং মেনছ ড্ৰামাটিক ক্লাব'। সদস্যসকলৰ ভিতৰত আছিল চলচ্চিত্ৰত তেওঁৰ অজীৱন সহকৰ্মী বিভূতি চক্ৰৱৰ্তী, স্বৰ্গীয় ৰবীন্দ্ৰ অধিকাৰী স্বৰ্গীয় ভূদেৱ অধিকাৰী, মোৰ দেউতা স্বৰ্গীয় নীৰদ বৰুৱা আৰু বহুতো। উপৰোক্ত নাটবিলাক আছিল গতানুগতিকতা বিবৰ্জিত। লগতে নাটকীয় কৌশল আৰু কাহিনী পৰিবেশন পদ্ধতিত আছিল নতুনত্ব। মঞ্চ নিৰ্দেশনা, সংলাপ, সঙ্গীত সকলোধৰণৰ কামতে প্ৰমথেশ আছিল আগৰণুৱা। উক্ত নাটসমূহৰ একচ্ছত্ৰ নায়ক আৰু অবিসম্বাদী নেতা আছিল স্বয়ং প্ৰমথেশ। নাটকৰ অভিনেতাসকলে তেওঁৰ নিৰ্দেশ মানি চলিছিল মন্ত্ৰমুগ্ধৰ দৰে। সেয়া তেওঁ ৰজাৰ ল'ৰা বা প্ৰধান উদ্যোক্তা বুলি নহয়। সকলোৱে মুগ্ধ হৈছিল অভিনয় সম্পৰ্কে তেওঁৰ ধাৰণাৰ অসাধাৰণত্বৰ বাবে তেওঁৰ বৈশিষ্ট্য আৰু ষ্টাইলৰ বাবে। এই ষ্টাইল আজিৰ দিনৰ তথাকথিত গ্লেমাৰ চটকদাৰী কায়দাৰ দৰে নাছিল। সেয়া আছিল বুদ্ধিদীপ্ত উজ্জ্বল ব্যক্তিত্বৰ ওপৰত প্ৰতিষ্ঠিত। অভিনয়ত আছিল কৃত্ৰিমতাৰ সলনি স্বাভাৱিক সৌষ্ঠৱ। ষ্টেজৰ কাম-কাজৰ দিশত প্ৰমথেশ আছিল পৰিপাটি আৰু চিষ্টেমেটিক। সেয়ে বিশৃঙ্খলা বা অনিয়মনুবৰ্তিতা তেওঁ কেতিয়াও বৰদাস্ত কৰা নাছিল। নিজে স্ৰষ্টা আছিল কাৰণেই আনকো সৃষ্টিৰ প্ৰেৰণা দিছিল। অভিনয়ৰ ক্ষেত্ৰত শিল্পীসকলক দিছিল অবাধ স্বাধীনতা। নিজস্ব প্ৰতিভা প্ৰকাশ কৰাৰ ক্ষেত্ৰত শিল্পীৰ আত্মবিকাশৰ ওপৰত বিশেষ জোৰ দিছিল। এবাৰ হিন্দী আৰু বাংলা ছবিৰ নামজ্বলা অভিনেতা পাহাৰী সান্যালে তেওঁৰ অভিনয়খিনি মনঃপূত নোহোৱাৰ কাৰণে প্ৰমথেশক কৈছিল এইখিনি অভিনয় কেনেকৈ কৰিম অনুগ্ৰহ কৰি দেখুৱাই দিবনে? উত্তৰত প্ৰমথেশে কৈছিল 'অভিনয় কাকো শিকাব পৰা নাযায়। তেনেহ'লেতো মই দাৰোৱানজনক দিয়ো কামখিনি কৰাব পাৰো। গতিকে চৰিত্ৰটোত আপুনি নিজেই ৰূপ দিয়াৰ চেষ্টা কৰক।' সঙ্গীতৰ প্ৰতি আছিল প্ৰমথেশৰ গভীৰ অনুৰাগ। দৰাচলতে সঙ্গীত আছিল প্ৰমথেশৰ দ্বিতীয় সত্তা। নিজে ভাল গান গোৱাৰ উপৰি প্ৰমথেশে সুন্দৰ পিয়ানো বজাইছিল। তবলাতো ভাল হাত আছিল। পাশ্চাত্য সঙ্গীতক ভাল পাইছিল আৰু এই দিশত দখলো আছিল। প্ৰমথেশৰ এই সঙ্গীত প্ৰীতি পৰৱৰ্তীকালত ভাৰতীয় ছবিৰ ইতিহাসত অৰিহণা যোগাবলৈ সক্ষম হৈছিল। প্ৰকৃতপক্ষে প্ৰমথেশে ফিল্ম সঙ্গীতৰ ক্ষেত্ৰত সৃষ্টি কৰিছিল এক নৱজাগৰণ। সঙ্গীতৰ পুৰণি সাঁচ ভাঙি নতুন ৰূপ দি মনপৰশা গীতৰ যোগেদি ছবিক কৰি তুলিছিল গীতিময়। ৰবীন্দ্ৰ সঙ্গীতক উপযুক্ত পৰিবেশত সুপ্ৰয়োগেৰে আকৰ্ষণীয় কৰি ৰাইজৰ মাজত বিলাই দি সৰ্বসাধাৰণৰ মাজত জনপ্ৰিয় কৰি তোলাৰ ক্ষেত্ৰত প্ৰমথেশৰ নাম স্মৰণীয় হৈ ৰ'ব। এইছোৱা সময়তে খ্যাতনামা গায়ক-গায়িকা চায়গল, পঙ্কজ মল্লিক, কানন দেৱী, ৰবীন মজুমদাৰ আদিয়ে প্ৰমথেশৰ ছবিৰ জৰিয়তে গীত পৰিবেশন কৰি লভিছিল বঙ্গ তথা সমগ্ৰ দেশৰ অকুণ্ঠ প্ৰশংসা। প্ৰমথেশৰ বিভিন্ন 'ছবি'ৰ ভিতৰত অন্যতম আছিল ফট'গ্ৰাফী'। ল'ৰালি কালতে হাতত কেমেৰা লৈ প্ৰমথেশে বিভিন্ন ধৰণৰ ফটো তুলি ফুৰিছিল। তেওঁৰ জন্মস্থান গৌৰীপুৰ আৰু ইয়াৰ ওচৰে-পাজৰে। পৰৱৰ্তী জীৱনত এই হবিয়ে তেওঁক টানি লৈ গৈছিল সাৰ্থক চলচ্চিত্ৰকাৰ হোৱাৰ বাটলৈ।

শেষত অপ্ৰিয় হ'লেও সঁচা কথা বৰ দুখেৰে উল্লেখ নকিৰ নোৱাৰিলো। অসমত জন্মগ্ৰহণ কৰি বঙ্গ তথা ভাৰতৰ চলচ্চিত্ৰ জগতখনক আলোকিত কৰা যুগান্তকাৰী শিল্পী প্ৰমথেশ বৰুৱাৰ কথা বহুতে পাহৰি যোৱাৰ নিচিনা হৈছে। এই কৃতী পুৰুষজনৰ সোঁৱৰণীৰ বাবে বিশেষ আদৰ যত্ন নোহোৱা যেন লাগে। আজি ইমান বছৰৰ পিছতো তেওঁক যোগ্য সন্মান দিব নোৰবাটো সঁচাকৈ দুৰ্ভাগ্যজনক। এনে অকৃতজ্ঞতা সুস্থ জাতীয় চেতনাৰ পৰিপন্থী। প্ৰসংগতঃ মনত পৰিছে ১৯৫৫ চনৰ ফেব্ৰুৱাৰী মাহত গুৱাহাটী জজ ফিল্ডত গণনাট্য সংঘৰ সন্মিলন উদ্বোধন কৰোতে সুপ্ৰসিদ্ধচলচ্চিত্ৰ অভিনেতা স্বৰ্গীয় বলৰাজ চাহানীয়ে কোৱা কথাষাৰঃ 'মহান শিল্পী প্ৰমথেশ বৰুৱাৰ ওপজা ঠাই অসমলৈ আহি মই নিজকে ধন্য মানিছো।' ইয়াতকৈ গৰ্বৰ কথা আৰু কি হ'ব পাৰে?



ভাৰতীয় চলচ্চিত্ৰত জনপ্ৰিয়তাৰ অভিলেখ সৃষ্টিকাৰী 'দেৱদাস' নিৰ্মাতা প্ৰমথেশ বৰুৱা, যমুনা বৰুৱা




# অসম সাহিত্য সভাৰ পুঁজি, পত্ৰিকা, স্মৃতিগ্ৰন্থ আৰু প্ৰকাশনৰ গুৰি-কথা

**ভৱানীপ্ৰসাদ অধিকাৰী**

অসম সাহিত্য সভা ১৯১৭ চনত স্থাপিত হয় যদিও ইয়াৰ দহ বছৰ পাছত অৰ্থাৎ ১৯২৭ চনতহে সভাই পুথি প্ৰকাশৰ আঁচনি লয়। সভাই শ্ৰীশ্ৰীদেৱ দামোদৰ পুথিখন প্ৰথমে ছপা কৰা বুলি জনা যায়। এই দহ বছৰকাল সভাৰ স্থিতিও আছিল থৰক বৰক। সভাৰ স্থায়ী কাৰ্যালয় নাছিল। বাৰ্ষিক অধিৱেশনবোৰো অনিশ্চয়তাৰ মাজত অনিয়মীয়াকৈ অনুষ্ঠিত হৈছিল। আনকি, কাৰ্যনিৰ্বাহক সমিতিৰ বৈঠক বহুওৱাটোও এটি উল্লেখযোগ্য ঘটনাই আছিল। ইয়াৰ কাৰণ অৱশ্যে কেবাটাও। এহাতে স্বাধীনতা আন্দোলন, সেইফালে প্ৰথম মহাসমৰ আৰু, বিশেষকৈ অসহযোগ আন্দোলনৰ নিমিত্তে অসমীয়া মানুহৰ সাহিত্য-সংস্কৃতিৰ ফালে ধ্যান ৰখাটো এটা সমস্যাই হৈ পৰিছিল। তথাপি সভাৰ প্ৰথমখন অধিৱেশন মহা উলাহেৰে ১৯১৭ চনৰ ২৬ আৰু ২৭ ডিচেম্বৰত শিৱসাগৰত অনুষ্ঠিত হৈ যোৱাৰ পাছত ১৯১৮ চনত গোৱালপাৰাত, ১৯১৯ চনত বৰপেটাত, ১৯২০ চনত তেজপুৰত যথাসময়ত যথা নিয়মে অনুষ্ঠিত হৈছিল। পৰৱৰ্তী অধিৱেশন তিনি বছৰ পাছত ১৯২৩ চনত যোৰহাটত বহিছিল। ১৯২৪ চনৰ ১৭ মাৰ্চতহে সাহিত্য সভা যথাৰীতি পঞ্জীকৃত (১৮৬০ চনৰ XXI আইন অনুসৰি) হয়। দলিলত থকা ঘাই কথা কেইটাৰ ভিতৰত আছিল —

(১) অসমীয়া ভাষা আৰু সাহিত্যৰ সৰ্বাংগীন উন্নতি সাধন।

(২) আধুনিক অভিধান আৰু ব্যাকৰণৰ সংকলন আৰু প্ৰকাশ।

(৩) প্ৰাচীন সাহিত্যৰ অনুসন্ধান, সংগ্ৰহ, গৱেষণা আৰু প্ৰকাশ।

(৪) অসমীয়া সাহিত্যত যি যি বিষয়ৰ পুথিৰ অভাৱ, সেই অভাৱ দূৰীকৰণৰ প্ৰচেষ্টাত উদগনি আৰু তেনে গ্ৰন্থ প্ৰকাশ।

(৫) উপযুক্ত গ্ৰন্থ প্ৰকাশ আৰু অভাৱগ্ৰস্ত সাহিত্যিকক সাহায্য দান।

(৬) নিভাঁজ অসমীয়া সুৰৰ গ্ৰামোফ'ন ৰেকৰ্ড যুগুতকৰণ।

পাছত অৱশ্যে সংশোধিত নিয়মাৱলীত সভাৰ 'মুখপত্ৰ' প্ৰকাশ, জনসাধাৰণৰ মাজত সাহিত্য প্ৰচাৰ আদি বিষয়ো সামৰি লৈছিল। আঁচনি থাকিলেও সভাৰ পুঁজি বোলা কোনো বস্তু নাছিল। শিৱসাগৰ অধিৱেশনখনেই বহিছিল দুদিন আগতে হৈ যোৱা 'অসম এছোচিয়েছন'ৰ সভামণ্ডপত। সভাৰ পুঁজিলৈ প্ৰথম দান আগ বঢ়াইছিল ডাক্তৰ হৰিকৃষ্ণ দাস ডাঙৰীয়াই। বৰঙণিৰ পৰিমাণ দহ টকা। সভাপতি পদ্মনাথ গোহাঞিবৰুৱাৰ আহ্বানত গোৱালপাৰাত সভাথলীতে ৬৪০ টকা নগদ আৰু ১২৪২ টকা দানৰ প্ৰতিশ্ৰুতি লৈ সভা আগ বাঢ়িছিল। পৰৱৰ্তী বছৰত বৰপেটা অধিৱেশনত ৰাইজৰ উছাহৰ অন্ত নাছিল। ৰাইজে মুক্ত হস্তে দান-বৰঙণি দিছিল, তদুপৰি অধিবেশন সফল কৰি তুলিবলৈ গা খাটিও দিছিল। অধিৱেশন উপলক্ষে সৰ্বমুঠ সংগৃহীত ধনৰ পৰিমাণ আছিল দুহেজাৰ আঠশ আঠান্নবৈৰ টকা দহ অনা ছয় পাই। অধিৱেশনত খৰচ কৰিও ৰাহি হৈছিল এশ সাতাইশ টকা, পাঁচ অনা ন পাই। তেতিয়া অৱশ্যে বাৰ অনাৰ তেজপাতেৰে অধিৱেশনৰ ভোজ কেবাটাও হৈছিল। চাৰি অনাত কুৰিটা চিলিম পোৱা দিন অথবা এটকা চাৰি অনাত দহটা হোকা কিনা সময়ৰ (১৯১৯ চন) কথা। ১৯২০ চনত তেজপুৰত বহা সভাৰ অধিৱেশনত মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য ৰচিত 'বৃত্ত মঞ্জুৰী' ছপাবলৈ প্ৰস্তাৱ লৈও সভাৰ পুঁজিৰ অভাৱত সেইফেৰা কাম নহ'ল; অৱশ্যে পৰৱৰ্তী কালত বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে প্ৰকাশ কৰিছিল।

ৰাধা কান্ত সন্দিকৈৰ দুই পুত্ৰ চন্দ্ৰকান্ত, ইন্দ্ৰকান্তৰ অকাল, আকস্মিক আৰু শোকাবহ মৃত্যুত পিতৃ-মাতৃৰ লগতে অসম সাহিত্য সভাৰ কৰ্মকৰ্তা আৰু সন্দিকৈক জনা সাধাৰণ সদস্যসকলেও কম দুখ পোৱা নাছিল। কিয়নো, ৰাধাকান্ত সন্দিকৈ দম্পতী অসম সাহিত্য সভাৰ জন্মলগ্নৰে পৰা গুৰিয়াল স্বৰূপ শুভাকাঙ্ক্ষী আছিল। তেতিয়াৰ সভাৰ প্ৰধান সম্পাদক শৰৎ চন্দ্ৰ গোস্বামীৰে সৈতে সন্দিকৈয়ে আলোচনা কৰি আৰু গোস্বামীয়ে দিয়া দিহা-পৰামৰ্শৰ ভিত্তিত দুইপুত্ৰৰ স্মৃতিত অসম সাহিত্য সভাৰ চন্দ্ৰকান্ত সন্দিকৈ ভৱন লাভ হয়। চন্দ্ৰকান্ত অভিধান প্ৰণয়নৰ আঁচনি গ্ৰহণ আৰু ইন্দ্ৰকান্ত বুৰঞ্জীৰ নিমিত্তে ত্ৰিশ হেজাৰ টকাৰ আন এটি শকত পুঁজি সভাই লাভ কৰে। আজিৰ পৰা ৭২ বছৰ আগতে ত্ৰিশ হেজাৰ টকাৰ টোপোলাটো কম ডাঙৰ নাছিল। কাৰণ ইয়াৰ আগলৈকে সভাই ৰাধানাথ গোস্বামীৰ মাক কমলা দেৱীৰ নামত দিয়া দুহেজাৰ টকাই সম্ভৱতঃ সভাৰ নামত ডাঙৰ দান। পাছত সেই টকাৰে বৰ্তমানৰ



সভাৰ প্ৰধান কাৰ্যালয়ৰ ঠাইখিনি কিনি লোৱা হৈছিল। আনহাতে ৰাধাকান্ত সন্দিকৈৰ দানৰ চৰ্তবোৰ আছিল এনেকুৱা ঃ

(১) অসমীয়া ভাষাৰ চৰ্চা, উদগনি আৰু উন্নতিৰ অৰ্থে এই ধন খৰচ কৰিব লাগিব।

(২) ইয়াৰ পোন্ধৰ হেজাৰ টকাৰে 'চন্দ্ৰকান্ত ভৱন' নাম দি এটা সভাঘৰ সাজিব লাগিব।

(৩) বাকী টকা সুতলৈ লগাই তাৰ সুতেৰে চন্দ্ৰকান্ত অভিধান সংকলন কৰি ছপাব লাগিব।

(৪) ইয়াৰ পাছত ইন্দ্ৰকান্ত বুৰঞ্জী প্ৰণয়ন আৰু

(৫) দুইখন গ্ৰন্থ বিক্ৰী ধনেৰে অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতিৰ স্বাৰ্থত আঁচনি ভিত্তিক কাম কৰিব লাগিব।

ইয়াৰ পাছত দক্ষিণপাট সত্ৰৰ নৰদেৱ গোস্বামীৰ দানেৰে ন্যাস পুঁজি গঠিত হয়। ১৯২৫ চনৰ ২৮ ফেব্ৰুৱাৰীৰ পৰা চন্দ্ৰকান্ত সন্দিকৈ ভৱনত কেন্দ্ৰীয় কাৰ্যালয় পাতি নিয়মীয়া কাম আৰম্ভ কৰা হয়। আমি আৰম্ভণিতে উল্লেখ কৰিছো যে এই বছৰতে 'নৰদেৱ গ্ৰন্থাৱলী'ৰ প্ৰথম গ্ৰন্থ 'শ্ৰীদেৱ দামোদৰ চৰিত' এই বছৰ ছপাবলৈ স্থিৰ কৰা হয়। ১৯২৫ চনৰ ২৭, ২৮ আৰু ২৯ ডিচেম্বৰত নগাঁৱত বহা অষ্টম অধিৱেশনত পুনৰ শৰৎচন্দ্ৰ গোস্বামী প্ৰধান সম্পাদক আৰু চন্দ্ৰধৰ বৰুৱা প্ৰথমজনা পত্ৰিকা সম্পাদক নিৰ্বাচিত হয়। এইখন অধিৱেশন কেবাটাও দিশৰপৰা তাৎপৰ্যপূৰ্ণ আছিল। বিষ্ণু বৰুৱা আৰু হৰিনাৰায়ণ দত্তবৰুৱা যুটীয়া সহকাৰী সম্পাদক আৰু ধন ভঁৰালী নিৰ্বাচিত হয় দেৱেশ্বৰ শৰ্মা (যোৰহাটৰ তৰাজানৰ?) সেইবেলি প্ৰথম বুৰঞ্জী সন্মিলন হিতেশ্বৰ বৰবৰুৱাৰ সভাপতিত্বত বহে। 'অসম আৰু অসমীয়া জাতি' নামৰ এখন বুৰঞ্জী যুগুত কৰিবলৈ সূৰ্যকুমাৰ ভূঞাই দাঙি ধৰা প্ৰস্তাৱ উক্ত সভাতে গ্ৰহণ কৰা হৈছিল।

এই বছৰতে অসম সাহিত্য সভা পত্ৰিকা প্ৰকাশ কাৰ্যকৰী কৰা হয়। 'চন্দ্ৰধৰ বৰুৱাৰ সম্পাদনাত প্ৰথম বছৰ, প্ৰথম সংখ্যা পত্ৰিকা তিনি মহীয়া হৈ প্ৰকাশ পায় ১৮৪৮-৪৯ শক (১৯২৬-২৭ চন) ৰ আহিন-আঘোণ সংখ্যা হিচাপে।' সেই একেটা বছৰতে কটন কলেজত অসমীয়া সাহিত্যৰ অধ্যাপক লবলৈ চৰকাৰক আবেদন জনোৱা হৈছিল। পৰৱৰ্তী কালত 'অধ্যাপক'ৰ সলনি চৰকাৰে প্ৰবক্তা (লেকচাৰাৰ) হে নিযুক্তি দিছিল। আনন্দৰাম ঢেকিয়াল ফুকন আৰু গুণাভিৰাম বৰুৱাৰ স্মৃতি ৰক্ষাৰ্থে নগাঁৱৰ ৰাইজক অনুৰোধ জনোৱা হৈছিল। সভাই বিনন্দ চন্দ্ৰ বৰুৱাক 'মহাৰাজ নৰনাৰায়ণ' পুথিৰ বাবে 'কমলা দেৱী' বঁটাৰে পুৰস্কৃত কৰে। সাহিত্য সভাক কেন্দ্ৰ কৰি সাহিত্যৰ পৰিমণ্ডল এটা তৈয়াৰ হ'বলৈ ধৰাত অসম সাহিত্য সভাৰ পৰা অসমীয়া ৰাইজে আৰু অধিক আশা কৰিবলৈ ধৰিলে।

সভাৰ পত্ৰিকাৰ প্ৰথম সংখ্যাত এক পৃষ্ঠাৰ সম্পাদকৰ নিবেদন, অভ্যৰ্থনা সমিতিৰ সভাপতি জ্ঞানদাভিৰাম বৰুৱাৰ অভিভাষণ (নগাঁও অধিৱেশন), প্ৰধান সম্পাদক শৰৎ চন্দ্ৰ গোস্বামীৰ দ্বাৰা লিখিত সভাৰ কাৰ্য-বিৱৰণি আৰু সাহিত্য সন্মিলনীৰ কাৰ্যবিৱৰণিকে আদি কৰি বিভিন্ন প্ৰস্তাৱাদি, হিতেশ্বৰ বৰবৰুৱাৰ কলিতা-ফুকনৰ বিদ্ৰোহ, চন্দ্ৰধৰ বৰুৱা, ৰুদ্ৰকান্ত গোস্বামী, জেহিৰুদ্দিন আহমদৰ লেখাৰ উপৰি, লাগতিয়াল কথা, ৰহস্যৰ কথা, সাহিত্য সভাৰ সংবাদ; শোকৰ বাতৰি আদি বিভিন্ন লেখা প্ৰকাশ পাইছিল। পৰৱৰ্তী সংখ্যা (পুহ-ফাগুন)ত পজিৰুদ্দিন আহমদৰ 'নিবেদন', নকুল চন্দ্ৰ ভূঞাৰ পদ্য বুৰঞ্জী সম্পৰ্কীয় নিবন্ধ, হৰি নাৰায়ণ দত্তবৰুৱাৰ প্ৰাচীন পুথি অনুসন্ধান সম্পৰ্কীয়, লক্ষ্মীনাথ বেজবৰুৱাৰ নিবন্ধ, সূৰ্যকুমাৰ ভূঞাৰ বুৰঞ্জী অধিৱেশনৰ সভাপতিৰ অভিভাষণ, দেবেন্দ্ৰ নাথ চক্ৰৱৰ্তীৰ 'গুৱালপাৰা আমাৰ', সমালোচনা আদিৰে মেটমৰা সম্ভাৰ প্ৰকাশ পাইছিল। প্ৰথম সংখ্যা ষঠি পৃষ্ঠা মানৰ ভিতৰত ছপা হৈছিল যদিও দ্বিতীয় সংখ্যা পত্ৰিকা দুগুণতকৈও সৰহ (১২৬ পৃষ্ঠা) পৃষ্ঠাত ছপা হৈছিল। সেইদৰে তৃতীয় সংখ্যাও (চ'ত-জেঠ) দ্বাদশ বাৰ্ষিক অধিৱেশনৰ সভাপতিৰ অভিভাষণেৰে আৰম্ভ কৰি, হৰিনাৰায়ণ দত্তবৰুৱাৰ বাৰভূঞা, ষড়ানন তৰ্ক তীৰ্থৰ অসম সাহিত্য সভাৰ দৰ্শন শাখাৰ সভাপতিৰ অভিভাষণ, শৰৎ চন্দ্ৰ গোস্বামীৰ বৈষ্ণৱ ধৰ্মৰ আদিকথা সম্পাদকৰ টোকা, শোকৰ বাতৰি আদিৰে ১৮৬ পৃষ্ঠাৰ বৃহৎ কলেবৰত অসম সাহিত্য সভা পত্ৰিকা প্ৰকাশিত হোৱাটো সভাৰ পক্ষে অত্যন্ত উল্লেখযোগ্য সাফল্য। চতুৰ্থ সংখ্যাটো (আহাৰ-ভাদ, ১৮৪৮-৪৯ শক) আৰু এখোপ চৰা। দুশ পঞ্চল্লিশ পৃষ্ঠাৰ এই সুবৃহৎ সংকলনটোত উমাকান্ত গোস্বামীৰ বিদেশত অসমীয়া আৰু আসামত বিদেশী, হৰি নাৰায়ণ দত্তবৰুৱাৰ প্ৰাচীন পুথি অনুসন্ধান— মাজুলী অঞ্চল. নীল নাথ শৰ্মাৰ ওঠৰশ খ্ৰীষ্টাব্দৰ শেষভাগত অসম দেশৰ অৱস্থা, কৃষ্ণকান্ত সন্দিকৈৰ চক্ৰেটিচৰ মতে কবিৰ প্ৰকৃতি, ভুবন চন্দ্ৰ দত্তৰ বিজনী সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ, সুৰেন্দ্ৰ মোহন দাসৰ গুৱালপাৰা জিলাৰ পুৰণি তথ্য, অসম নে আসাম?, অসম আৰু অসমীয়াৰ উচ্চাৰণ, ৰেফযুক্ত বৰ্ণৰ ৰূপ, আকৌ গুৱালপাৰাত বিচ্ছেদৰ আন্দোলন, গুৱালপাৰাত অসম সাহিত্য সন্মিলন, পত্ৰিকাক মাহেকীয়া কৰাৰ সম্পৰ্কে একেষাৰ, সমালোচনা, শোকৰ বাতৰি, বোমেশ্বৰ শৰ্মাৰ অসম সাহিত্য সভাৰ লাইব্ৰেৰীৰ অসমীয়া কিতাপৰ তালিকা (২৪৫) আদি লেখাৰে সু-সমৃদ্ধ হৈছিল। সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাৰ সম্পাদনাত তৃতীয় আৰু ষষ্ঠ বছৰৰ সংখ্যা ওলাইছিল। চতুৰ্থ বছৰত দেৱানন্দ ভৰালি, পঞ্চম বছৰত পূৰ্ণানন্দ শৰ্মা পাঠকৰ সম্পাদনাত পত্ৰিকা প্ৰকাশ পায়। সপ্তম, অষ্টম আৰু দশম বছৰত সম্পাদক আছিল ডিম্বেশ্বৰ নেওগ। এনেকৈয়ে সভাৰ 'মুখপত্ৰ' অসম সাহিত্য সভা পত্ৰিকাই সাহিত্য আৰু চিন্তামূলক আলোচনাৰ বাহন ৰূপে অসমীয়া ৰাইজৰ বুকুৰ ওচৰ চাপি আহিছিল। পত্ৰিকাত ঘোষণা কৰা হৈছিল— "এই পত্ৰিকাৰ সাহিত্য সেৱাই এক মাত্ৰ উদ্দেশ্য। আৰু সমগ্ৰ অসম দেশৰ আধুনিক সাহিত্যৰ সৰ্ববাদীসন্মত আদৰ্শ অনুসৰণ কৰাই প্ৰধান লক্ষ্য। দৰ্শন, বিজ্ঞান, ইতিহাস, অৰ্থনীতি প্ৰভৃতি সাহিত্যৰ সকলো শাখাৰে নীৰৱভাৱে চৰ্চা কৰিবলৈ ই সদায় যত্ন কৰিব। এই পত্ৰিকা অসম সাহিত্য সভাত ৰতি থকা, অসম সাহিত্য সভাৰ মংগল কামনা কৰা সকলো মানুহৰে উমৈহতীয়া সম্পত্তি।" বৰ্তমান অসম সাহিত্য সভাৰ পত্ৰিকাৰ বয়স ৭৯ বছৰ। বিগত তিনিকুৰি দহ বছৰৰ ভিতৰত পত্ৰিকা প্ৰকাশ কেবাবাৰো অনিয়মীয়া হৈ পৰে। আনহাতে, ১৮৪৮-৪৯ শকৰ আহাৰ-ভাদ সংখ্যা (৪ৰ্থ সংখ্যা) ত পত্ৰিকাক মাহেকীয়া ৰূপ দিয়া প্ৰস্তাৱটো প্ৰায় অৰ্দ্ধশতিকাৰ পাছত ১৯৭৩ চনত গিৰিধৰ শৰ্মাৰ সভাপতিত্বৰ কালত (চতুত্ৰিংশ

সন্মিলন) প্ৰয়াত ড হেমন্ত কুমাৰ শৰ্মাৰ সম্পাদনাত ত্ৰিশ বছৰৰ পত্ৰিকাই মাহেকীয়া ৰূপ লয়। পত্ৰিকাৰ বেটুপাত আঁকি দিছিলো— এই নিবন্ধৰ লেখকে। সাহিত্য সভা পত্ৰিকাখন গৱেষণামূলক প্ৰবন্ধৰ সম্ভাৰেৰে মেটমৰা হ'ব লাগে বুলি যিটো পূৰ্বৰ ধাৰণা আছিল, মাহেকীয়াকৈ প্ৰকাশ কৰাৰ নিমিত্তে ই পূৰ্বৰ সুৰ সলনি কৰে। পাছত ইয়াকে লৈ নানা ধৰণৰ আলোচনা সমালোচনা হোৱাত পুনৰ বছৰত চাৰিটাকৈ সংখ্যা প্ৰকাশৰ সিদ্ধান্তকে বাহাল ৰখা হয়। কিন্তু অতি দুখ আৰু পৰিতাপৰ বিষয় যে পত্ৰিকাখন আজিকোপতি ব্যৱসায়িক ভিত্তিত প্ৰকাশ নাপালে। অসমৰ সাহিত্যিক - সমালোচক, শিক্ষক-ছাত্ৰই ইয়াৰ গুণগত দিশ সম্পৰ্কে কেতিয়াবা কেতিয়াবা দৃঢ় আৰু ৰূঢ় মতামত দিয়ে যদিও পত্ৰিকাখনৰ নিয়মীয়া গ্ৰাহক হৈ বা কিনি পৃষ্ঠপোষকতা কৰা দেখা নাযায়। ইয়াৰ উপৰি, অসমৰ চুকে-কোণে শ শ শাখা আৰু একুৰিৰো অধিক জিলা সভা গঠিত হৈছে; কিন্তু এই সমস্ত ব্যক্তি আৰু অনুষ্ঠান পত্ৰিকাখন সম্পৰ্কত একেবাৰে নিৰ্বিকাৰ। অসম সাহিত্য সভাৰ সাধাৰণ সভ্যৰ সংখ্যা কেবালাখো, আজীৱন সভ্য ছহেজাৰৰ ওপৰ, হিতৈশী সদস্য কেবা শ — কিন্তু কতা, সাহিত্য সভা পত্ৰিকাৰ এহেজাৰখন আধামূলীয়া বা বিনামূলীয়াকৈ বিতৰণ কৰাৰ পাছত বাকীবোৰ সাহিত্য সভাৰ তিনিওটা কৰ্যালয়ৰ চুকত দ'ম লাগি পৰি থাকে, কোনেওতো খবৰকে কৰা দেখা নাযায়। ইয়াৰ বাবে আগ্ৰহী পাঠকৰ অভাৱ নে অসম সাহিত্য সভাই আগ্ৰহ সৃষ্টি কৰিব পৰা প্ৰকৃত উদ্যমৰ অভাৱ?

আকৌ আমি আৰম্ভণিৰ বিষয়টোলৈ আহিব খুজিছো। অসম সাহিত্য সভাই সাহিত্য সৃষ্টিৰ বাবে একো নকৰে। সাহিত্য সভাৰ বিষয়বাব লবলৈহে খোৱা-কামোৰা কৰি মৰে। অথবা বিষয়বাব লৈ টকা-পইচা খাবলৈ ফান্দ পাতি ফুৰে!! এনেকুৱা কথাবোৰৰ জানো সত্যতা আছে? আমাৰ বোধেৰে বিষয়টো বিশ্লেষণ কৰি চাবলগীয়া। এনে এটা দিন আছিল বা এনে এটা পৰিৱেশ আছিল য'ত সাহিত্য সভা বুলি অসমীয়া জাতীয়তাবাদৰ গধুৰ কলিজাটো আৰু সাহিত্য চৰ্চাৰ তীব্ৰ বায়ুটোৰ বাহিৰে সভাৰ পাতল পুঁজিও নাছিল। শৰৎ চন্দ্ৰ গোস্বামীহঁত আছিল চৰকাৰী বিষয়া; তথাপি ৰাইজৰ উপৰ্যুপৰি হেঁচা আৰু দাবীত প্ৰধান সম্পাদকৰ গুৰুভাৰ কান্ধ পাতি লৈ অসমৰ ইমূৰ-সিমূৰ সভা-সমিতি পতা তথা জাতিৰ হকে অক্লান্ত শ্ৰম কৰা দেখা গৈছিল। সেইজন শৰৎচন্দ্ৰ গোস্বামীকে অসমৰ ৰাইজে সভাপতি নাপাতিলে। অসম সাহিত্য সভাৰ প্ৰতিষ্ঠাপক সম্পাদক তথা প্ৰধান সম্পাদকৰ বিষয়বাব তেৰ-চৈধ্যবছৰ লাভ কৰিও তেওঁক সভাপতিৰ আসনত বহুৱাব নোৱৰাটো অসমীয়া ৰাইজৰ নিমিত্তে লজ্জাজনক কথা। সেইদৰে সভাপতিৰ পদ যাচি দিয়া সত্বেও প্ৰত্যাখ্যান কৰা উদাহৰণ কেবাটাও আছে। ইয়াৰ বিপৰীতে ড° বাণীকান্ত কাকতিক সভাপতি নিৰ্বাচিত নকৰাটো আন এটা বেদনাদায়ক বিষয়। অসম সাহিত্য সভাই ভালেমান পণ্ডিত-সাহিত্যিকক উপযুক্ত সন্মান যাচিব নোৱাৰিলে। সময়োচিত কাৰ্যব্যৱস্থা আৰু নিৰপেক্ষ বিচাৰৰ অভাৱতেই এনে হ'বলৈ পাইছিল নিশ্চয়। সভাৰ লক্ষ লক্ষ টকাৰ ব্যৱসায় নাই— য'ত দুৰ্নীতিৰ সুৰুঙা থাকে। অসম সাহিত্য সভাক চৰকাৰে মাথোঁ এহেজাৰ টকা দান দিয়াৰ ব্যৱস্থা আছিল। তাকো বৃটিছৰ শেন চকুৱে বন্ধ কৰি দিছিল। পুঁজিৰ অভাৱত, উদ্যমী লোকৰ অভাৱত সভাৰ বাৰ্ষিক অধিৱেশন পাতিব পৰা নাছিল। প্ৰকাশনৰ কথা সুদূৰপৰাহত। তাৰ মাজতে পিছে, ১৯৩৭ চনত বহা দ্বিতীয় গুৱাহাটী অধিৱেশনত মাধৱ চন্দ্ৰ বেজবৰুৱাৰ দ্বাৰা 'প্ৰবন্ধ-সংগ্ৰহ' সংকলিত হৈ প্ৰকাশ পাইছিল। অসম সাহিত্য সভাৰ এইখনেই অভ্যৰ্থনা সমিতিৰ হৈ প্ৰথম স্মৃতি গ্ৰন্থ। দ্বিতীয় মহা সমৰৰ বা-মাৰলি আৰু বিয়াল্লিশৰ গণ আন্দোলনৰ কাল ছোৱাত সভাক বাৰুকৈয়ে কোঙা কৰিছিল। চন্দ্ৰকান্ত সন্দিকৈ ভৱন সেনাই দখল কৰি ইয়াৰ আপুৰুগীয়া পুথি ভঁৰালো লণ্ড-ভণ্ড কৰি পেলায়।

যুদ্ধোত্তৰ কালত সভাই নতুনকৈ মোট সলায়। ১৯৪৪ চনৰ অক্টোবৰ মাহত বাগ্মীবৰ নীলমণি ফুকনৰ সভাপতিত্বত বহা তৃতীয় শিৱসাগৰ অধিৱেশনৰ পৰা পূৰ্বৰ 'আসাম সাহিত্য সভা' (Assam Sahitya Sabha) ৰ সলনি 'অসম সাহিত্য সভা' (Asam Sahitya Sabha) কৰা হয়— কাৰ্য-নিৰ্বাহক সমিতিৰ সিদ্ধান্ত অনুযায়ী। ১৯৪৬ চনৰ পাছত সভাৰ এশজন আজীৱন সদস্য ভৰ্তি কৰি দহহেজাৰ টকাৰ এটি পুঁজি কৰে। সকলো খৰচ বাদ দি বছৰৰ শেষত জমা ৰয়গৈ তিনিহেজাৰ বত্ৰিশ টকা তিনি অনা আৰু কেইখনমান ড্ৰাফট। ১৯৪৭ চনত দেশে স্বাধীনতা লাভ কৰিলে। আনন্দ-উলাহত দেশ তোল পাৰ লাগিল। কিন্তু অসম সাহিত্য সভা লেৰেলি মুজুৰা পৰিয়ে থাকিল। ১৯৫০ চনত অম্বিকাগিৰী ৰায়চৌধুৰীৰ সভাপতিত্বত বহা মাৰ্ঘেৰিটা অধিৱেশন (একবিংশ অধিৱেশন)ৰ প্ৰস্তাৱ মৰ্মে অসমীয়াক শাসকীয় ভাষাৰ মৰ্যাদাৰ .ধ্বনি উঠিল। ৰায়চৌধুৰীয়ে সভাৰ আন কথা এৰি এই বিষয়টোতে আঁকোৰগোজকৈ লাগি থাকিল। এই সম্পৰ্কত তেওঁ এখন সুকীয়া সমিতি গঠন কৰি দাবীক তীব্ৰতৰ কৰি তোলে। ১৯৫২ চনত মতিৰাম বৰা, বিষ্ণুৰাম মেধি, দেৱেশ্বৰ শৰ্মাৰ পৃষ্ঠপোষকতাত অসম সাহিত্য সভাৰ ২৭তম ছিলং অধিৱেশন অনুষ্ঠিত হয় আৰু তেতিয়াৰেপৰা সভাই গা টঙাই ঠিয় দিব পৰা হ'ল। হৰিনাৰায়ণ দত্তবৰুৱাৰ 'শ্ৰীশংকৰ বাক্যামৃত' উন্মোচন কৰি সভাৰপৰা শলাগনি লাভ কৰাটো সভাৰ বুৰঞ্জীত এটা উল্লেখযোগ্য ঘটনা। সেই বছৰেই ড° সূৰ্যকুমাৰ ভূঞা সভাপতি আৰু অতুল চন্দ্ৰ হাজৰিকা সভাৰ প্ৰধান সম্পাদক নিৰ্বাচিত হোৱাৰ পাছৰেপৰা অসম সাহিত্য সভাই প্ৰকাশনৰ নামত সুচিন্তিত পথেৰে আগ বাঢ়ে। সাহিত্য সভাই বৰেণ্য সাহিত্যিকক উপাধি প্ৰদানেৰে স্বীকৃতি দিবলৈ বিচৰা আঁচনি নানা কাৰণত কাৰ্যকৰী হোৱা নাছিল যদিও ধৰ্মেশ্বৰী দেৱী বৰুৱানীক 'কাব্য ভাৰতী' উপাধিৰে বিভূষিত কৰাটো যথাৰ্থ কামেই হৈছে।

১৯৩১ চনতে বেজবৰুৱাক 'ৰসৰাজ' উপাধি প্ৰদানৰ পাছত সেই কাম ১৯৫২ চনলৈ কাৰ্যকৰী কৰিব পৰা হোৱা নাছিল। ১৯৩৩ চনত পদ্মনাথ গোহাঞিবৰুৱাক উত্তৰ লক্ষীমপুৰত সম্বৰ্দ্ধনা জ্ঞাপন কৰা হৈছিল। ১৯৬১ চনৰ ২০ জানুৱাৰীৰ সন্ধিয়া কটন কলেজ প্ৰাঙ্গণত প্ৰধান সম্পাদত ড° মহেশ্বৰ নেওগৰ প্ৰচেষ্টাত ৰঘুনাথ চৌধাৰীক সম্বৰ্দ্ধনা জ্ঞাপন কৰা হয়। বছৰি সম্বৰ্দ্ধনা অনুষ্ঠান পাতিব নোৱাৰিলেও একেটা বছৰতে একাধিক সাহিত্যিকক স্ব স্ব স্থানত সম্বৰ্দ্ধনা জনোৱা হয়। ১৯৭২ চনৰ পৰা (অমিয়কুমাৰ দাসক সম্বৰ্দ্ধনা জনোৱাৰে পৰা) সেই অনুষ্ঠান সাহিত্য সভাৰ



অধিৱেশনথলীত কাৰ্যসূচীৰ অন্তৰ্ভুক্ত কৰি নিয়মীয়াকৈ কৰি অহা হৈছে। সম্প্ৰতি ইয়াৰ পৰিসৰ বাঢ়িছে। ১৯৭৮ চনত গোলাঘাটত অনুষ্ঠিত সভাৰ হীৰক জয়ন্তী অধিৱেশন উপলক্ষে পণ্ডিতপ্ৰবৰ কৃষ্ণকান্ত সন্দিকৈক সদস্য মহীয়ান উপাধি প্ৰদান কৰা হয়। এই সন্মান ড° মহেশ্বৰ নেওগ আৰু ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ দৰে পণ্ডিতকো যাচি সভাই উচিৎ কামকে কৰিছে।

সভাই প্ৰকাশনৰ দিশত 'মনোযোগ' নিদিয়া বুলি সততে আক্ষেপ কৰা সকলৰ মনৰ খুদুৱনি মাৰিবলৈ হ'লে অসম সাহিত্য সভাৰ দীৰ্ঘদিনীয়া ইতিহাস খুচৰিব লগীয়া হয়। সভা যিহেতু চৰকাৰ অনুদান আশ্ৰিত অনুষ্ঠান নহয়, সেয়ে সভাই সদস্যসকলৰ দান-বৰঙণিৰ পৰা লাভ কৰা ধনেৰে সীমিত সংখ্যক কামহে কৰিব পাৰে। আজি সভাই যি বিপুলায়তন লাভ কৰিছে তালৈ চাই অনেকৰ ধাৰণা যে অসম সাহিত্য সভাই লাখ লাখ টকা চৰকাৰৰ পৰা পায়। সভাৰ ভঁৰালতো লাখ লাখ টকা জমা আছে। প্ৰকৃত পক্ষে, সভাই লাভ কৰে মাথোঁ ৩-৪ লাখ টকাৰ বছৰেকীয়া অনুদান। অতি সম্প্ৰতি সভাৰ তিনিটা কাৰ্যালয়ৰ কৰ্মচাৰীসকলৰ দা-দৰমহা আৰু বিভিন্ন ব্যয়ৰ তুলনাত সেইখিনি ধন পৰ্যাপ্ত নহয়।

অসম সাহিত্য সভাই সাহিত্য বিষয়ক পুথি-পাজি প্ৰকাশ কৰিব লাগে বুলি অসমীয়া মাত্ৰেই উপলব্ধি কৰে। সেই আশা আগত ৰাখিয়েই অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ কাল ছোৱাতেই 'জাতীয় ন্যাস পুঁজি' গঠন কৰা হৈছিল যদিও বিগত পোন্ধৰ-ষোল বছৰত কুৰি লাখ টকাও সংগৃহীত নহ'ল। প্ৰকৃততে ইয়াৰ লক্ষ্য আছিল এক কোটি টকাৰ এটা শকত পুঁজি কৰাটো। তথাপি সভা বহি থকা নাই বুলিয়েই ধাৰণা হয়। অসম সাহিত্য সভাৰ প্ৰকাশনৰ তালিকালৈ চকু ফুৰালে দেখা যায় বিগতকাল ছোৱাত সভাই অন্ততঃ পাঁচশ খন বিবিধ বিষয়ৰ গ্ৰন্থ ছপা কৰি উলিয়াইছে। বিগত তিনিকুৰি দহ বছৰৰ ভিতৰত পাঁচশ খন গ্ৰন্থ বৰ ডাঙৰ অংক নহয় হয়তো। তথাপি সভাৰ প্ৰকাশনৰ তালিকালৈ চকু ফুৰালে দহটামান শিতানত সভাৰ প্ৰকাশন সমূহ ভাগ কৰি দেখুৱাব পাৰি। যেন (১) প্ৰথিতযশা সাহিত্যিক কেবাগৰাকীৰো ৰচনাৱলী (শত বাৰ্ষিকী উদ্‌যাপন উপলক্ষে), (২) জনজাতীয় জীৱন আৰু ভাষা-সংস্কৃতি বিষয়ৰ গ্ৰন্থ, (৩) চাহ বাগিছাৰ জীৱন আৰু সাহিত্য-সংস্কৃতি বিষয়ক গ্ৰন্থ, (৪) শিশু উপযোগী গ্ৰন্থ, (৫) প্ৰবন্ধ, জীৱনী, আলোচনামূলক গ্ৰন্থ, (৬) গল্প, কবিতা, কাব্য, গীত সম্পৰ্কীয় গ্ৰন্থ, (৭) অসম সাহিত্য সভা সম্পৰ্কীয় গ্ৰন্থ, (৮) অসম সাহিত্য সভা বাৰ্ষিকী, (৯) ইংৰাজী ভাষাত প্ৰকাশিত গ্ৰন্থ, (১০) অভিধান আৰু (১১) বিবিধ বিষয়ৰ গ্ৰন্থ আৰু পুস্তিকাসমূহ। অনেকে কোৱা বখনা কৰা দেখা যায় যে অসমৰ জনজাতীয় লোকসকলক সভাই সদায় উপেক্ষা কৰি আহিছে। সেই প্ৰশ্নৰ সমিধানত ক'ব পাৰি যে সভাই এই সকল জনগোষ্ঠীক কেতিয়াও উপেক্ষা কৰাৰ নজিৰ নাই। বৰং বৰ্তমানৰ অসমৰ ভৌগোলিক সীমাৰ বাহিৰৰ নগাভূমি আৰু তেতিয়াৰ নেফা আৰু আজিৰ অৰুণাচলৰ জনগোষ্ঠীৰ সম্পৰ্কত বহল আৰু উদাৰ দৃষ্টি ভংগীহে গ্ৰহণ কৰি আহিছে। এনে বিষয়ৰ গ্ৰন্থ কমেও কুৰিখন সভাই প্ৰকাশ কৰি উলিয়াইছে। চাহ বাগিছা, চৰ চাপৰিৰ জীৱন ধাৰাকো সভাই সামৰি লৈছে আৰু সেই বিষয়ৰ কেবাখনো পুথি প্ৰকাশ কৰিছে।

অসমীয়া অভিধানৰ কাম চলি আছে আৰু এখন বহল অসমীয়া ব্যাকৰণৰ কাম সভাই হাতত ল'ব বুলিও জনা গৈছে। অৱশ্যে অভিধান জাতীয় গ্ৰন্থ— বেণুধৰ ৰাজখোৱাৰ অসমীয়া খণ্ড বাক্যকোষ ড° মহেশ্বৰ নেওগৰ সম্পাদনাত পৰিৱৰ্দ্ধিত ৰূপত প্ৰকাশ পাইছে। পৱিত্ৰ অসম আন এখন এনে জাতীয় গ্ৰন্থ— ড° মহেশ্বৰ নেওগৰ সম্পাদনাতে প্ৰকাশিত হৈছিল।

অসম সাহিত্য সভাৰ যিহেতু নিজা প্ৰেছ নাই অথবা ডাঙৰ পুঁজি নাই সেই হেতু ১৯৫৪ চনৰ ১৬ আৰু ১৭ মে' তাৰিখে ড° সূৰ্যকুমাৰ ভূঞাৰ সভাপতিত্বত বহা যোৰহাটৰ কাৰ্যনিৰ্বাহক সভাত এটি প্ৰস্তাৱ লোৱা হয়। প্ৰস্তাৱত কোৱা হয় "১৮২৬ খৃষ্টাব্দত অসমৰ স্বাধীনতা লুপ্ত হোৱাৰ দিন ধৰি ১৯৪৭ চনত স্বাধীনতাৰ পুনৰ প্ৰৱৰ্তনৰ দিনলৈকে আৰু বৰ্তমান কালতো, সকলো সাহিত্যিকৰ আজীৱন অভিজ্ঞতাৰ কথা পৰ্যালোচনা কৰি অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে স্বীকাৰ কৰিছে যে অসম সাহিত্য সভাৰ উন্নতিৰ সৰ্বপ্ৰধান অন্তৰায় হৈছে পুথি প্ৰকাশ আৰু প্ৰচাৰৰ কাৰণে যথোচিত সুবিধাৰ অনাটন। প্ৰকাশৰ বিশেষ সম্ভাৱনা নথকাত ভালেমান গ্ৰন্থকাৰে গ্ৰন্থ ৰচনাৰ কাম হাতত লবলৈ সংকোচ বোধ কৰে আৰু ৰচনা কাৰিলেও বহু ক্ষেত্ৰত গ্ৰন্থ প্ৰকাশৰ সুবিধা নথকাত সি হাতেলিখা অৱস্থাত পৰি থাকে বা কালক্ৰমে নষ্ট হৈ যায়। গ্ৰন্থকাৰে নিজে ধন ভাঙি বা কোনো উদ্যোগী প্ৰকাশকৰ জৰিয়তে গ্ৰন্থ প্ৰকাশ কৰিলেও তাৰ ভাল মতে বিক্ৰী আৰু প্ৰচাৰৰ অভাৱত গ্ৰন্থকাৰ আৰু প্ৰকাশক ক্ষতিগ্ৰস্ত হ'ব লগাত পৰে। সেই দেখি, অসমীয়া গ্ৰন্থ প্ৰকাশৰ কাম হাতত লবলৈ গ্ৰন্থকাৰ আৰু প্ৰকাশক দুয়ো আগ বাঢ়িবলৈ সাধাৰণতে অনিচ্ছুক হয়। এইবোৰ অন্তৰায় গুচাবলৈ সমিতিয়ে অসম গৱৰ্ণমেণ্টক টানি অনুৰোধ কৰে যেন অবিলম্বে চৰকাৰে অতি কমেও পঁচিছ হেজাৰ টকাৰ মঞ্জুৰী দি এটি গ্ৰন্থ-প্ৰকাশনী পুঁজি স্থাপন কৰে। অসম সাহিত্য সভা প্ৰমুখ্যে অসমৰ কৃষ্টি আৰু শিক্ষা মূলক অনুষ্ঠান সমূহৰ প্ৰতিনিধৰে সংগঠিত কমিটীৰ মনোনয়নৰ ওপৰত ভেটি কৰি অসমৰ মুখ্যমন্ত্ৰী, বিত্তমন্ত্ৰী আৰু শিক্ষা মন্ত্ৰী এই তিনিজনৰ চূড়ান্ত সিদ্ধান্ত অনুসাৰে প্ৰকাশিত গ্ৰন্থ পাঁচশ কপি এই পুঁজিৰ ধনেৰে গৱৰ্ণমেণ্টে কিনি লব আৰু তাক স্কুল-কলেজ আৰু অন্যান্য কৃষ্টি কেন্দ্ৰ আৰু শিক্ষা কেন্দ্ৰৰ লাইব্ৰেৰীলৈ বিনামূল্যে দান কৰিব। অসমীয়া ভাষাত লিখা গ্ৰন্থ আৰু অসমৰ ইতিহাস, কৃষ্টি, ভাষা আৰু সাহিত্য সম্পৰ্কীয় ইংৰাজী আৰু অসমত প্ৰচলিত যিকোনো ভাষাতে লিখা গ্ৰন্থ এই প্ৰকাশন পুঁজিৰপৰা সাহায্যৰ কাৰণে বিবেচিত হ'ব। সাধাৰণতে গ্ৰন্থ প্ৰকাশিত অৱস্থাত গৱৰ্ণমেণ্টৰ বিবেচনাৰ কাৰণে দাখিল কৰিব লাগিব। কোনো গ্ৰন্থকাৰে হাতেলিখা অৱস্থাতো দাখিল কৰিব পাৰিব। কিতাপ নিয়মক্ৰমে ছপা লৈ ওলালে অন্ততঃ তাৰ পাঁচশ কপি গৱৰ্ণমেণ্টে কিনি লোৱাৰ প্ৰতিশ্ৰুতি পালে গ্ৰন্থকাৰে নিজৰ উদ্যমেৰে তাক নিৰ্দিষ্ট সময়ত ছপা কৰি উলিয়াব লাগিব, আৰু উক্ত পুঁজিৰ অৰ্থেৰে কিনাৰ কাৰণে প্ৰকাশিত গ্ৰন্থ দাখিল কৰিব লাগিব। এই পুঁজি পৰিচালনাৰ অৰ্থে যাবতীয় নিয়ম প্ৰণালী গৱৰ্ণমেণ্টে যথাসময়তে নিবন্ধন কৰিব আৰু এই পুঁজিৰ পৰিচালনাৰ ভাৰ থাকিব গৱৰ্ণমেণ্টৰ শিক্ষা বিভাগৰ নিৰ্দিষ্ট কৰ্মচাৰীৰ ওপৰত।"

সাহিত্য সভাৰ উক্ত প্ৰস্তাৱটো অসমৰ সকলো শ্ৰেণীৰ শিক্ষাবিদ, বুদ্ধিজীৱী আৰু বাতৰি কাকতে গুৰুত্ব সহকাৰে কৈছিল। ১৯৫৪ চনৰ ১৩ জুনৰ অসম ট্ৰিবিউন কাকতে 'এ লডেবল মোভ' শিৰোনামাৰে সম্পাদকীয় প্ৰকাশ কৰি সভাৰ উদ্যমক শলাগিছিল। 'নতুন অসমীয়া' কাকতেও (২৬ জেঠ ১৮৭৭) 'আকৰ্ষণীয় আঁচনি' শীৰ্ষক সম্পাদকীয়ত সভাৰ পদক্ষেপক পূৰ্ণ মাত্ৰাই সমৰ্থন কৰিছিল। 'অসমীয়া' কাকতে 'অসমীয়া সাহিত্যৰ বিকাশ' শিৰোনামাৰে সভাক ভূয়সী প্ৰশংসা কৰি কেতবোৰ পৰামৰ্শ আগ বঢ়ায়। মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহা, অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতি মহেন্দ্ৰ মোহন চৌধুৰী আৰু শিক্ষা মন্ত্ৰী দেৱেশ্বৰ শৰ্মাৰ উদ্যোগত অসম সাহিত্য সভাৰ প্ৰস্তাৱ কাৰ্যকৰী কৰিবলৈ আগ বাঢ়ে। শিক্ষা মন্ত্ৰীয়ে একলাখ টকাৰ অনুদানেৰে উদ্দেশ্যৰ শুভাৰম্ভ কৰা হয়। সচিব নিযুক্ত হয় শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী (পাছত ডক্টৰ)। ড° শাস্ত্ৰীয়ে অনুষ্ঠানটোৰ নাম 'অসম প্ৰকাশন পৰ্ষদ' দিছিল যদিও পাছত অসম সাহিত্য সভাৰ পৰামৰ্শক্ৰমে 'অসম প্ৰকাশন পৰিষদ' ৰখা হয়। শ্ৰীশাস্ত্ৰী ভালেকেইবছৰ সচিব হৈ আছিল। তেওঁৰ কাৰ্যকালত একাংশ গ্ৰন্থ প্ৰকাশ পায়। সময়ত নানা ধৰণৰ বিত্তীয় কেলেংকাৰীৰ ৰাজহুৱা অভিযোগ উত্থাপিত হ'ল। সচিব পদত নিযুক্তি লাভ কৰি শ্ৰীচন্দ্ৰ প্ৰসাদ শইকীয়াই চমকপ্ৰদ কাম কৰিবলৈ সক্ষম হয়। ইয়াৰ পাছত শ্ৰীসতীশ ভট্টাচাৰ্য পৰিষদৰ সচিব হোৱাৰ দিনতো প্ৰকাশনৰ তালিকাত নতুন গ্ৰন্থ ভালেমান যোগ হৈছিল। পৰৱৰ্তী কালত শ্ৰীকুমুদ গোস্বামী সচিব হ'ল। 'প্ৰকাশ' নামৰ মান বিশিষ্ট আলোচনীখন বন্ধ হোৱাকে ধৰি নতুন নতুন গ্ৰন্থ প্ৰকাশ আৰু পুৰণি গ্ৰন্থৰ পুনৰ্মুদ্ৰণো স্থবিৰ হোৱা বাবে এতিয়া সৰ্বত্ৰ অসম প্ৰকাশন পৰিষদৰ সমালোচনা প্ৰকাশ পাবলৈ ধৰিছে। এইটো অসমীয়া জাতিৰ বাবে দুৰ্ভাগ্যৰ বিষয়।

অসম সাহিত্য সভাই কৰিব নোৱৰা কাম অসম সাহিত্য সভাৰ মানস-সন্তান অসম প্ৰকাশন পৰিষদে বহুলাংশে পূৰণ কৰি আহিছিল। পৰিষদ সভাৰ প্ৰতিদ্বন্দ্বী নহয়; বৰং পৰিপূৰক প্ৰতিষ্ঠানহে। আজি অসম সাহিত্য সভাক গুৱালগালি পৰা সকলেও নিশ্চয় সভাৰ ইতিবাচক আৰু দূৰদৃষ্টি সম্পন্ন উক্ত আঁচনি সম্পৰ্কত নিশ্চয় ঐক্যমত পোষণ কৰিব। সেই বিচাৰত 'অসম সাহিত্য সভাই কিটো কৰিছে?'ৰ উত্তৰো নিশ্চয় হতাশজনক নহয় অথবা উত্তৰ শূন্য নহয়।







# শূন্য পুৰাণৰ ভাষা ঃ এক নিৰপেক্ষ পৰ্যালোচনা

ড° দ্বিপেন্দ্ৰ কুমাৰ অধিকাৰী

মহামহোপাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰীয়ে বঙ্গদেশৰ বিভিন্ন আপুৰুগীয়া গ্ৰন্থসমূহৰ ভিতৰৰ 'শূন্য পুৰাণ' খনকো 'ৰামাই পণ্ডিতেৰ পদ্ধতি' নামেৰে প্ৰচাৰ কৰে। উক্ত পুথিখনৰ প্ৰথম সম্পাদক নগেন্দ্ৰনাথ বসুদেৱে 'শূন্যপুৰাণ' — এই নামকৰণ কৰে যদিও উক্ত নামাঙ্কন পুথিখনৰ কোনো ঠাইতে লিপিবদ্ধ হোৱা নাই; বৰং পুথিখনত ৰামাই পণ্ডিতৰ ভণিতাত 'আগম পুৰাণ' নামৰহে উল্লেখ আছে —

মহাপাপী বিনাসৰ কৰএ মুক্তাচানে।
ৰামাই পণ্ডিত কহএ আগম পুৰাণে।।

* * *

ধৰ্ম্মেৰ চৰণে মজাইয়া নিজ চিত।
ৰমাঞি পণ্ডিত গান আগম সঙ্গীত।।

নগেন্দ্ৰ নাথ বসুদেৱে সম্পাদনা কৰি উলিওৱাৰ আগেয়ে পুথিখন 'আগম পুৰাণ', 'শ্ৰীধৰ্ম পুৰাণ', 'আদিমঙ্গল', হাকন্দ পুৰাণ, 'আদি পুৰাণ' ইত্যাদি বিভিন্ন নামেৰে পৰিচিত আছিল। পুথিখনত কোনো চন-তাৰিখৰ উল্লেখ নথকা বাবে ইয়াৰ ৰচনাৰ সঠিক কাল নিৰ্ণয় কৰিব পৰা নাযায়। অৱশ্যে বসুদেৱে ইয়াক তিনিশ বছৰৰ পুৰণি বুলি অনুমান কৰে। আন দুগৰাকী বঙ্গীয় পণ্ডিত ড° সুনীতি কুমাৰ চেটাৰ্জী আৰু ড° সুকুমাৰ সেনে শূন্য পুৰাণৰ ৰচনাকাল ক্ৰমে পঞ্চদশ আৰু যোড়শ শতিকা বুলি অনুমান কৰে। ভাষাতাত্ত্বিক দৃষ্টিকোণৰ পৰা বিচৰ কৰিলে শূন্য পূৰাণৰ ভাষা তিনিশ বছৰৰ অধিক পুৰণি নহয় যেন লাগে। বসুদেৱে পুথিখনত ব্যৱহৃত ভাষা প্ৰসঙ্গত কৈছে — "এই পুথিৰ মধ্যেই কোন কোন স্থানেৰ ভাষা অতি প্ৰাচীন ও কোন কোন অংশ নিতান্ত অপ্ৰাচীন বলিয়া মনে হয়।" যুগভিত্তিক ভাষা প্ৰয়োগৰ নমুনালৈ চাই এই ধাৰণা কৰিব পাৰি যে শূন্য পুৰাণ একেজন লেখকৰ ৰচনা নহয়। নতুবা উক্ত পুথিখন বিভিন্ন সম্পাদকৰ হাতত পৰি এক কৃত্ৰিম সংস্কৰণ ৰূপে গঢ় লৈছে। উক্ত কথাষাৰৰ যুক্তি যুক্ততাৰ সাক্ষী বহন কৰিব নিম্নোক্ত পদফাঁকিয়ে —

"ঠাকুৰ বোলেন সুন পক্ষ উল্লুকাই
জদি জনম দিলাম আমি তুহ্মি ছাড়া নহি।
(নগেন্দ্ৰ নাথ বসু সম্পাদিত শূন্য পুৰাণ)

এই পদফাঁকি নিঃসন্দেহে আধুনিকতাৰ বোল সনা। তদুপৰি সম্পাদকে ইয়াত 'নাই' শব্দৰ প্ৰাচীন ৰূপ হিচাপে 'নহি' শব্দটো বহুৱাইছে। কিন্তু কাই (উলুকাই) ৰ লগত 'নাই' শব্দৰ হে ছন্দমিল হয়; ডহি'ৰ নহয়। ছন্দমিল হয়; 'নহি'ৰ নহয়।

বঙ্গদেশৰ কোনো কোনো পণ্ডিতে শূন্যপুৰাণক তিনিটা স্তৰত ভাগ কৰিছে। প্ৰথম স্তৰ ৰামাই পণ্ডিতৰ আদিম আকাৰত সংস্থাপিত, দ্বিতীয় স্তৰত নাম, ধৰ্ম আৰু ইছলাম ধৰ্মৰ প্ৰভাৱ আৰু তৃতীয় স্তৰত সংস্কৃত শ্লোকাদিৰ বহুল প্ৰয়োগ লক্ষণীয়। তুৰ্কীসকলে বঙ্গদেশ জয় কৰাৰ পিছতে হয়তো শূন্য পুৰাণৰ আৰু এটি সংস্কৰণ বা আধুনিকীকৰণ (Modernisation) ঘটে। উক্ত পুথিখনৰ অন্তৰ্গত "নিৰঞ্জনেৰ উষ্মা" শিতানত 'দম্বদাৰ' (দম্‌মাদাৰ) শব্দটো পোৱা যায়। 'দম্‌মাদাৰ' ফকীৰ শ্বাহ মাদাৰৰ শিষ্যই গুৰুক কৰা সম্বোধন। ফকীৰ শ্বাহ বদীউদ্দীন মাদাৰে ১৪৩৪ খ্ৰীষ্টাব্দৰ ২০ ডিচেম্বৰ তাৰিখে ১২৪ বছৰ বয়সত ইহলীলা সম্বৰণ কৰে। এইফালৰ পৰা চাবলৈ গ'লে শূন্য পুৰাণৰ দ্বিতীয় স্তৰৰ ৰচনাকাল পঞ্চদশ শতিকাৰ ভিতৰত হ'ব যেন লাগে। অৱশ্যে দ্বিতীয় স্তৰৰ ৰচনাত যে অকল আৰবী, পাৰ্চী শব্দৰ প্ৰয়োগেই বিদ্যমান তেনে নহয় প্ৰাচীন স্তৰতো আৰবী ,পাৰ্চী শব্দ প্ৰয়োগৰ বহুলতা অনস্বীকাৰ্য। যেনে — আলম্ব (আৰবী আলম, পতাকা) দোকাতি হিন্দু, কোমৰ, তোপ (আৰবী তুত্তক) বিদাএ (আৰী বিদ্‌আ) তৰাজু মাল, পাৰ্চ্ছা (পাদশাহ) বাজাৰ ইত্যাদি।

অসমীয়া পাচালী কবি মনকৰৰ মনসা কাব্যৰ সৃষ্টি খণ্ডৰ লগত শূন্য পুৰাণৰ 'সৃষ্টিপত্তন'ৰ যথেষ্ট সাদৃশ্য পৰিলক্ষিত হয়। স্বৰ্গীয় কালিৰাম মেধি ডাঙৰীয়াই তেখেতৰ প্ৰবন্ধত এনে সাদৃশ্যসমূহ আঙুলিয়াইছে-তুলনামূলক অধ্যয়ন কৰিলে দুয়োখন কাব্যৰ আচৰিত সামঞ্জস্য দৃষ্টিগোচৰ হয় ঃ

মনকৰৰ কাব্য ঃ-
নাহি জল নাহি স্থল নাহিকে আকাশ
এ মেৰু মন্দৰ নাহি গিৰি যে কৈলাশ

* * *

ঋষি জে তপসী নাহি নাহি ব্ৰহ্মচাৰী
শূন্য পুৰাণ ঃ
নহি ছিল জল থল (স্থল) নহি ছিল আকাস।
মেৰু মন্দাৰ ন ছিল ন ছিল কৈলাস।।

* * *

ৰিসি জে তপসী নহি নহিক বাম্ভন।

তদুপৰি শূন্য পুৰাণত থকাৰ দৰে মনকৰ আৰু দুৰ্গাবৰৰ পদ

ৰচনাতো ধৰ্ম-দেৱতাৰ উল্লেখ আছে। গতিকে সেই সময়ত বঙ্গদেশৰ লগতে অসমতো ধৰ্ম-পূজাৰ প্ৰচলন থকাটো অস্বীকাৰ কৰিব নোৱাৰি। স্বৰ্গীয় ডিম্বেশ্বৰ নেওগে তেওঁৰ 'অসমীয়া সাহিত্যৰ বুৰঞ্জী'ত শূন্যপুৰাণ অসমীয়া সাহিত্যৰ প্ৰাচীন নিদৰ্শন বুলি কৈ ইয়াৰ ৰচনাকাল ত্ৰয়োদশ শতিকাত সংস্থাপন কৰিব খোজে। মনসা কাব্যৰ ৰচক মনকৰকো কালিৰাম মেধি আৰু ভাৰত চন্দ্ৰ দাসে ত্ৰয়োদশ শতিকাৰ কবি বুলি মত দাঙি ধৰে। কিন্তু ড° সত্যেন্দ্ৰনাথ শৰ্মাদেৱে তেখেতক ষোড়শ শতাব্দীৰ আদি কবি বুলিহে দৃঢ়মত পোষণ কৰিছে মনকৰ ৰচিত এই পদফাঁকিৰ অৱলম্বনত ঃ

'কমতাৰ ৰাজা বন্দো ৰাজা জল্লেশ্বৰ
একশত মহিষী বন্দো ওঠৰ কোঁৱৰ।

উপৰোক্ত পদফাঁকিত ৰজা বিশ্বসিংহৰ কথাকেই কোৱা হৈছে। কাৰণ তেওঁৰ ওঠৰ কোঁৱৰ থকা কথাটো দুৰ্গাবৰ ৰচিত 'দৰংৰাজ বংশাৱলীয়'ও উল্লেখ কৰি গৈছে। এইফালৰ পৰা ৰজা বিশ্বসিংহৰ ৰাজত্বকালত অৰ্থাৎ ষোড়শ শতাব্দীত মনকৰে মনসা কাব্য ৰচনা কৰিছে। গতিকে শূন্য পুৰাণৰ ৰচনাকাল মনকৰৰ ৰচনাৰ বহু আগৰ হ'ব লাগে। তেতিয়া হ'লে মনকৰ ৰামাই পণ্ডিতৰ বহু পিছৰ কবি। বাঙালী পণ্ডিতসকলে মনকৰ বাঙালী কবি বুলি তেওঁক বাংলা সাহিত্যৰ বুৰঞ্জীত স্থান দিছে। আন এগৰাকী পাচালী কবি সুকবি নাৰায়ণদেৱকো তেওঁলোকে বঙলা কবি বুলি দাবী কৰিছে। ভাষিক দৃষ্টিকোণৰ পৰা বিচাৰ কৰিবলৈ গ'লে মনকৰ বা নাৰায়ণদেৱেই কিয় শ্ৰীকৃষ্ণ কীৰ্ত্তনৰ ৰচয়িতা বড়ু চণ্ডীদাস বা "শূন্যপুৰাণ"ৰ ৰচক ৰামাই পণ্ডিতকো বঙলা কবি বোলাৰ যুক্তি-যুক্ততা কিমানখিনি সিও বিচাৰ্য।

আমাৰ আলোচ্য বিষয় শূন্য পুৰাণৰ ভাষা। কিন্তু এনে প্ৰয়োজনীয় তথ্য সমৃদ্ধ গৱেষণামূলক অধ্যয়নৰ বিশাল গভীৰতাক সংকীৰ্ণতাৰ আৱেষ্টনীত বন্ধন-প্ৰয়াস এয়া আমাৰ বাবে ধৃষ্টতাহে। তথাপি উক্ত প্ৰাচীন পুথিখনিৰ ভাষা সম্পৰ্কে যৎকিঞ্চিৎ আলোচনাৰ অৱতাৰণা কৰিম।

অসমীয়া গদ্য-শৈলীৰ প্ৰাচীন নিদৰ্শনৰ নমুনা চৰ্যা গীত সমূহত পোৱাৰ দৰে শূন্য পুৰাণতো প্ৰাচীন কামৰূপী ভাষাৰ (প্ৰাচীন অসমীয়া) অৱয়ৱটো লুকাভাকুকৈ আছে। যেনে —

গিতাক খুড়াক আদ্যা কৈল সম্ভাসন।
বল্লুকা সিৰজনে দুহে কৰিল গমন।।

*　　*　　*

গটা দশকুআ দিআ সাজাইল মই

*　　*　　*

ৰজনী পৰভাতে ভিক্ষাৰ লাগি জাই
ৰাৱ আইল খুড়া জেঠা কাৰ আইল পো।

*　　*　　*

খীৰ কুণ্ডৰ খীৰ অমৰ্ত কুণ্ডাৰ পানি।
অমৰ্ত বৰিসন ইন্দৰ কৰিল আপুনি।।

*　　*　　*

মুখৰ অমৃত দিয়া ৰাখহ জীৱন।

এই কথা নিশ্চয়কৈ ক'ব পাৰি শূন্য পুৰাণত কামৰূপী উপ-ভাষা, উত্তৰ বঙ্গৰ আঞ্চলিক উপ-ভাষা চৰ্যাপদ আৰু প্ৰাকৃত ভাষাৰ উপাদানৰ সমাহাৰে কাব্যখনৰ ভাষাক এক সুকীয়া মৰ্যাদা দান কৰিছে। তদুপৰি আৰবী-পাৰ্চী শব্দৰ বাহুলাই এই সময়ত তুৰ্কীসকলৰ আক্ৰমণৰ সন্দেহ দিয়ে। সেয়ে পুথিখনৰ অৰ্বাচীন অংশত ইছলামীয় প্ৰভাৱ পৰিলক্ষিত হয়। 'কলিমা জালাল (আৰবী = কদ্ৰবাক্য), কবুতৰ (পাৰ্চী), পেকাম্বৰ (পাৰ্চী = পয়গম্বৰ) নুৰ বিবি, গয়দল (পাৰ্চী) বৱঙ্গ (পাৰ্চী = ঘণ্টা) সয়াল (পাৰ্চী সওয়াল = প্ৰশ্ন) ইত্যাদি শব্দৰ পয়োভৰৰ উপৰি ইছলামীয় ধৰ্মত পশু - পক্ষীক পশ্চিমফালে বলি (জবাই কৰা) দিয়া প্ৰথাৰ ইঙ্গিত বহন কৰিছে — "হংশ অথবা কবুতৰং নিত্য
পশ্চিমাভিমুখং কিম্বা পঠেৎ"
এই বাক্য শাবীৰ প্ৰয়োগে।

শূন্য পুৰাণৰ কোনো কোনো ঠাইত চৰ্যাপদৰ লেখীয়া পদৰ চানেকী বিদ্যমান। যেনে —

অদ্দ সংখ জলাৰ জুতি
হৰি হৰি সংখ পাপ - মুকতি
কোন সংখে না ছোত্ৰ পানি
দখিন সংখে না ছোত্ৰ পানি
দখিন সংখে আপ - পথমানি
কে সিৰজিল গঙ্গা কে সিৰজিল পঙ্ক
তাহে উপজিল দ্বাদশ অঙ্গুল সংখ।

*　　*　　*

ঘট লাআতে পড়িল আদেস
দেবীৰ ঘট বাৰি জগতে জানি।
নিঅম ঘট বাৰি নেহ পুষ্পপানি।

পুথিখনৰ ঠাই বিশেষে প্ৰয়োগ হোৱা 'কেৰআল' (চৰ্যা কেডুআল) নই, দআ (বৌদ্ধমতে - নিৰঞ্জন শূন্যমূৰ্ত্তি কৰুণাভিন্না), বাহুড়িআ (চৰ্য্যা বহুড়ই সংস্কৃত ব্যাবৃত্ত) ভৱনদী (চৰ্য্যা ভৱনঈ), মন-পৱন, মোহৰ, আইস আইল চাৰি দুআৰ (চাৰি দুআৰে পৰভুৰ চাৰি মহাৰথী; চাৰি দিশে বিয়পি থকা বৌদ্ধ সম্প্ৰদায় সঙ্ঘচতুৰ্দ্দিশ নামে পৰিচিত আছিল।) ইত্যাদি শব্দসম্ভাৰ চৰ্য্যাপদ বা বৌদ্ধ ধৰ্মৰ প্ৰভাৱৰ ফল। শূন্য পুৰাণৰ বিষয় বস্তু তৎকালীন বৌদ্ধ ধৰ্ম বা সমসাময়িক সমাজখনৰ আচাৰ নীতিৰ কিছু অনুসৰণ কৰিলেও ভাষাতাত্ত্বিক দৃষ্টিকোণৰ পৰা চাবলৈ গ'লে উক্ত পুথিয়ে অসমীয়া, ওড়িয়া, বঙলা বা মৈথিলী ভাষাৰ নিদৰ্শন দাঙি ধৰা সংক্ৰান্তিকালৰ ভাষাৰ প্ৰতিনিধিত্ব কৰা ৰূপ যেন লাগে — যিটোক কামৰূপী প্ৰাকৃতৰ অপভ্ৰংশ ৰূপ বুলি ভবাৰ থল আছে। অসমীয়া ভাষাৰ উৎপত্তিৰ ক্ষেত্ৰত বেণীমাধৱ বৰুৱা আৰু ডিম্বেশ্বৰ নেওগে কামৰূপী প্ৰাকৃতৰ ধাৰণা পোষণ কৰা মতক উলাই কৰিব নোৱাৰি। এইখিনিতে উনুকিয়াই থোৱা উচিত হ'ব যে ড° উপেন্দ্ৰনাথ গোস্বামীয়ে তেওঁৰ 'অসমীয়া ভাষাৰ উদ্ভৱ, সমৃদ্ধি, আৰু বিকাশ' গ্ৰন্থত আৰু অধ্যাপক বিশ্বেশ্বৰ হাজৰিকাই 'Assamese language : Origin and Development' গ্ৰন্থত (Monograp) বিভিন্ন তথ্যসমৃদ্ধ যুক্তিৰে অসমীয়া ভাষাৰ মূল যে বৃহৎ কামৰূপী প্ৰাকৃত তাক প্ৰতিষ্ঠা কৰাৰ চেষ্টা কৰিছে। শ্ৰীহাজৰিকাদেৱে অষ্টম শতিকাত কামৰূপী অপভ্ৰংশৰ পৰা বাংলা ভাষাৰ জন্ম হোৱা বুলি উক্ত পুথিত মন্তব্য কৰিছে (In the middle of the eight century A.D. the Kamrupi Apabhramsa split into two groups. One group of dialects flourished under the newly constituted Pala Kingdom and becomes the mother of the Modern Bengali) সেয়ে বঙলা ভাষাই পিছলৈ স্বকীয় ৰূপ লাভ কৰিলেও ই কামৰূপী প্ৰাকৃতৰ উপাদানৰ ক্ষেত্ৰত অসমীয়া ভাষাৰ ওচৰ চপা। হ'লেও শূন্য পুৰাণৰ ভাষাই একেটা ভাষাৰ প্ৰতিনিধিত্ব নকৰে।

বৌদ্ধাচাৰ্য্যসকলৰ দোহাসমূহৰ ৰচনাকাল দশম একাদশ বুলি ধৰি ল'লে শূন্য পুৰাণৰ ৰচনাকাল দ্বাদশ- ত্ৰয়োদশ শতিকাৰ বুলি ঠাৱৰ কৰিব পৰা যায়। কাৰণ শূন্য পুৰাণত 'নিৰঞ্জন' মূৰ্ত্তিৰ কল্পনাত বৌদ্ধসকলৰ শূন্যবাদ আৰু আদি বুদ্ধমতৰ প্ৰভাৱ স্পষ্ট ৰূপে দেখা যায়। বৌদ্ধধৰ্মৰ দৰে নিৰঞ্জনো 'শূন্যমূৰ্ত্তি' 'নিৰ্ব্বাণ শূন্য' শূন্যৰূপ। চীনা পৰিব্ৰাজক হিউ-এন চাঙৰ (সপ্তম শতিকাত) টোকাই কামৰূপত বৌদ্ধধৰ্মৰ প্ৰভাৱৰ কথা উলাই কৰা নাই। এই পিনৰ পৰা চালে প্ৰাচীন কামৰূপত (উত্তৰ বঙ্গকে ধৰি বিহাৰৰ পূৰ্ণিয়া জিলালৈকে) বৌদ্ধ ধৰ্মৰ ধাৰা এটা টিমিক-টামাককৈ প্ৰজ্বলিত হৈ আছিল। বৌদ্ধ ধৰ্মৰ অনুপ্ৰেৰণাৰে শূন্য পুৰাণৰ ৰচনাত প্ৰবৃত্ত হোৱা লেখকে উক্ত অঞ্চলৰ প্ৰচলিত ভাষাটোকে (আধুনিক বাংলা নহয়) উক্ত পুথিৰ মাধ্যম হিচাপে ব্যৱহাৰ কৰিব পাৰে। কাৰণ শূন্য পুৰাণত পোৱা দুআৰ চৌপৰ ৰাতি (ভাম. চপৰাতি), সাঁজা (কাৰ্য সাঁজ) তেনা (কাম তেহ্না = তেওঁ), টোপলা, গিৰিথৰ (কাম গিৰিথেৰ) বাপা, বাছা (বাচা), দুৰেত, ভৰি, পানী, খুৱা, কানি নেউল, খড়িকা (কাম খইৰকা) ইথৰ (কাম ইআৰ = এওঁৰ) কামাৰ, কৰাত, বুলে (খোজ কঢ়া), নাৰিল নাৰে (কাম নবে), পুখুৰী, গেড়ি (কাম গেড়া যেনে এক গেড়া ভাত), কাপাস (কাম বাপাহ) দখিন, (দক্ষিণ), তুমাৰ আঘান (আঘোণ মাহ) দাইআ, তবাতুৰি (কাম তাবাতাৰি = সোনকালে) ইত্যাদি ৰূপতত্ব কামৰূপী উপভাষাৰ লগত একে। নক'লেও হ'ব যে কামৰূপী উপ-ভাষাৰ লগত উত্তৰ বঙ্গ উপ-ভাষাৰ ধ্বনিতাত্ত্বিক আৰু ৰূপতাত্ত্বিক দিশৰ পৰা বহুতো সামঞ্জস্য পৰিলক্ষিত হয়। শ্ৰীচাৰুচন্দ্ৰ স্যান্ডেলে তেওঁ 'The Rajbansis of North Bengal' বোলা পুথিত উত্তৰ বঙ্গৰ ভাষাটোক বঙলাৰ স্থানীয় উপভাষা বুলি কৈ ইয়াৰ সীমাৰেখা দাৰ্জিলিঙৰ শিলিগুৰি মহকুমাৰ পৰা অবিভক্ত জলপাইগুৰি, কোচ বিহাৰ, উত্তৰ ৰংপুৰ জিলা আৰু নামনি অসমৰ গোৱালপাৰা জিলালৈ (অবিভক্ত) টানিছে। ড° সুনীতি কুমাৰ চেটাৰ্জী আৰু ড° সুকুমাৰ সেনেও ইয়াক উত্তৰ-পূৰ্ব বঙলা উপ-ভাষা বুলি কৈছে। এই সম্পৰ্কে যিয়ে যি ধাৰণা নকৰক কিয় উত্তৰ-পূৰ বঙ্গৰ আৰু অসমৰ (গোৱালপাৰা আৰু কামৰূপ) ভাষাসমূহ যে একেটা মূলৰ পৰা উদ্ভূত তাত সন্দেহ নাই। এই কথা ঠিক যে দশম শতিকালৈ আধুনিক বঙলা ভাষাই বৰ্তমানৰ স্বকীয়ৰূপ পৰিগ্ৰহ কৰিব পৰা নাছিল। অসমীয়াৰ দৰে বাংলা ভাষাই একেটা প্ৰাকৃতৰ পৰা (কামৰূপ প্ৰাকৃত?) উদ্ভূত হ'লেও দশম শতিকাৰ পিছত সংস্কৃত ভাষাৰ শব্দ (তৎসম শব্দ) সমূহ আমদানি কৰি প্ৰাকৃত শব্দ বহু পৰিমাণে বৰ্জনৰ প্ৰৱণতাৰে উক্ত ভাষাৰ নব্য-সংস্কৰণ হয়। যদি শূন্য পুৰাণৰ ভাষা বঙলাই হয় তেন্তে দ্বাদশ-ত্ৰয়োদশ শতিকাত ৰচিত পুথিখনত নিজড় (সংস্কৃত আৰু আধুনিক বাংলা নিকট), সুনহ (সং শৃণুয়) জান (জ্ঞান), বন্ন (বৰ্ণ), মিগ (মৃগ) হুআ (সং ভৃত্য) জমৰাত (সং যমৰাজ), দপ্পন (দৰ্পণ) স্বগগ (প্ৰাকৃত সগ্গ) তীথ, কজ্জৰ (কাৰ্য) লোহ (লোভ), সক্কৰা (শৰ্কৰা), পতা (সং পয়ঃ) চিত্ত (সং চিত্ৰ) পুপ্প (প্ৰাকৃত পুপ্ফ) বাজ্জ (বাদ্য) ৰিসি (ঋষি) কন্না (কন্যা), পাঅ (প্ৰায়), ৰাই (প্ৰাকৃত ৰাএঞ্জি সং ৰাজ্ঞী, গুপ্পধাৰা (পুষ্পধাৰা), ৰাঅ (ৰাত) ইত্যাদি প্ৰাকৃত শব্দৰ বহুল প্ৰয়োগ নাথাকিলহেঁতেন। তদুপৰি পুথিখনৰ বহুতো শব্দৰ বানান প্ৰাকৃত ব্যাকৰণ অনুযায়ী গঠিত।

শূন্য পুৰাণৰ বহু অংশত বঙলাকৰণৰ প্ৰচেষ্টা নুই কৰিব নোৱাৰি। উদাহৰণ স্বৰূপে 'অথ-ধুনাম্ভালা' শীৰ্ষক পয়াৰ ছন্দৰ খণ্ডত থকা "একদিজ মাৰ্কণ্ড মুনি ধৰ্মনিন্দা কৰেছিল সেই অপৰাধে মুনি গণিত হইল" পদফাঁকিৰ ঠাইত "একদিনা মাৰ্কণ্ড মুনি ধৰ্ম নিন্দা কৈল (কইল) সেহি অপৰাধে মুনি গলিত হইল" হোৱাহেঁতেন কিজানি ছন্দপতন নহ'লহেঁতেন আৰু পুথিখনৰ প্ৰাচীনতা ৰক্ষা পৰিলহেঁতেন। 'সৃষ্টি পৰ্ত্তন' খণ্ডন থকা 'নিৰঞ্জন বোলেন্ত বসু সুন গো বচন, মোহৰ এক বাক্য তুমি কৰগো পালন' (১১৩) পদফাকি বঙলুৱা কৰাৰ প্ৰৱণতা সহজে ধৰিব পাৰি। মুলত নিশ্চয় 'সুনগো' 'কৰগো'ৰ ঠাইত 'সুনহ' আৰু 'কৰহ' আছিল। কাৰণ একেটা খণ্ডৰ অন্তৰ্গত ১১৮ নং পদত আছে — 'শ্ৰীধৰ্ম বলেন মুতি সুনহ বচন।'

প্ৰাচ্যবিদ্যামহাৰ্ণৱ নগেন্দ্ৰনাথ বসুৰ — "এই পুথিৰ মধ্যেই (শূন্য পুৰাণৰ) কোন কোন অংশ অতি প্ৰাচীন ও কোন কোন অংশ নিতান্ত অপ্ৰাচীন বলিয়া মনে হয়" উক্তিয়ে যিদৰে শূন্য পুৰাণৰ ৰচক একেজন মানুহ নহয় বুলি প্ৰমাণ কৰে সেইদৰে ইয়াৰ ভাষাও একেটা নহয় বুলি ভবাৰ থল আছে।

**📄 বিশিষ্ট ব্যক্তিৰ নামত পথৰ নামকৰণ কৰা হয়। কিন্তু উপন্যাসৰ চৰিত্ৰৰ নামত? শুনিবলৈ আচৰিত যেন লাগিলেও কলিকতাৰ এটি পথৰ নাম কিন্তু উপন্যাসৰ চৰিত্ৰৰ নামেৰেই। তাৰক নাথ গাংগুলীৰ জনপ্ৰিয় উপন্যাস স্বৰ্ণলতাৰ মুখ্য চৰিত্ৰ স্বৰ্ণলতাৰ নামেৰেই সেই পথটোৰো নামকৰণ কৰা হৈছে 'স্বৰ্ণলতা ষ্ট্ৰীট'।**



# মধুপুৰ ঃ অসমৰ সাহিত্য-সংস্কৃতিৰ নাৰায়ণী স্বাক্ষৰ

নিখিল সিংহ

মধুদানৱ দাৰণ-দেৱবৰম্
বৰ বাৰিজ লোচন চক্ৰধৰম্।
ধৰণীধৰ ধাৰণ-ধাতৃ পৰম্
পৰমাৰ্থ বিদ্যাশুভ নাশকৰম্।

এয়া আছিল মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ আৰু মহাৰাজ নৰনাৰায়ণৰ প্ৰথম সাক্ষাতৰ লগ্নত গোৱা মহাপুৰুষজনাৰ প্ৰথম তোটয়। অকল সেয়ে নহয় সেয়া হ'ল অসমৰ ভাষা-সংস্কৃতি তথা জাতি গঠনৰ ফেঁহুজালি। শাক্ত পণ্ডিতৰ দ্বাৰা ৰাজদ্ৰোহৰ অভিযোগত অভিযুক্ত শঙ্কৰদেৱক পোনপ্ৰথমে ৰাজদৰবাৰত তলব কৰাৰ উদ্দেশ্য আছিল শাস্তি প্ৰদান। কিন্তু পাণ্ডিত্যৰ জ্যোতিৰে সদা আলোকিত শঙ্কৰদেৱক নৰনাৰায়ণে শাস্তিৰ বিপৰীতে দিলে ৰাজসন্মান। এই অভূতপূৰ্ব ঘটনাৰ অন্তৰালত আছিল কামৰূপৰ বিক্ৰমাদিত্য মহাৰাজ নৰনাৰায়ণৰ মহানুভৱতা আৰু বিদ্যোৎসাহিতা। নেপথ্যত গোটেই ঘটনাৰ নায়ক আছিল মহাৰাজৰ শাস্ত্ৰজ্ঞ, তত্ত্বজ্ঞানী ভ্ৰাতৃ শুক্লধ্বজ। ইয়াৰ বিপৰীতে শঙ্কৰদেৱৰ বিৰুদ্ধবাদীসকলৰ প্ৰৰোচনাত বিচাৰ-বিবেচনা নকৰাকৈ নৰনাৰায়ণে যদি গুৰুজনাক শাস্তি প্ৰদান কৰিলেহেঁতেন — তেন্তে আজি অসমৰ ভাষা-সংস্কৃতি, কলা-কৃষ্টিৰ ইতিহাস কোন পথে গতি কৰিলেহেঁতেনে কল্পনাই কৰিব নোৱাৰি।

শ্ৰীশঙ্কৰদেৱ আহোম ৰাজ্যত নিপীড়িত হৈ বেহাৰ ৰাজ্যত (কোচ ৰাজ্যত) ৰাজপৃষ্ঠপোষকতা নোপোৱা হ'লে আজি আমাৰ শ্ৰীশঙ্কৰামৃত পান কৰাৰ সৌভাগ্যও নহ'লহেঁতেন। কোচবিহাৰ চহৰৰ নাতিদূৰত গুৰুজনাৰ স্মৃতি বিজড়িত মধুপুৰ ধাম সত্ৰই আজিও সেই মধুময় অতীতকে সোঁৱৰায়। মধুপুৰ ধাম সত্ৰ অসমৰ ভাষা-সংস্কৃতি কলা-কৃষ্টিৰ মণিকূট। কোচ ৰাজত্বৰ পৰম মহানুভৱতাৰ সাক্ষী। কিন্তু আজি পৰিস্থিতিৰ ওভোতা সোঁতত মধুপুৰ অসমৰ মানচিত্ৰৰ পৰা উপেক্ষিত। অসমৰ ভাষা-সংস্কৃতি, কলা-কৃষ্টিৰ মৌচাকত মধুপুৰৰ মধুৰ সম্ভাৰেৰে জাতিস্কাৰ কৰিছে। আনহাতে গুৰুজনাৰ মধুপুৰ আজি মধুহীন মৌচাক। শ্ৰীশঙ্কৰদেৱৰ মহাপ্ৰয়াণৰ পিছত আজি প্ৰায় পাঁচ শতিকা অতিক্ৰম কৰিলে। তাহানিৰ দিগ্বীজয়ী কোচ ৰাজত্বও আজি নাই। কিন্তু গুৰুজনাই যি ভগৱদ্‌প্ৰেমী জনগণৰ মাজত অহোৰাত্ৰি ভক্তিৰ প্ৰদীপ জ্বলাই জ্ঞানমাৰ্গেৰে সমাজৰ শিখৰত আৰোহণ কৰিছিল আৰু কোচ ৰজাঘৰে যি জনপদৰ সহৃদয় সহযোগত গুৰুজনাক প্ৰাপ্য আসন দি অসম কৃতীৰ অধিকাৰী হৈছিল সেই জনপদৰ আজিৰ উত্তৰাধিকাৰসকলেও পূৰ্বৰ ভক্তপ্ৰাণসকলৰ অমৰ কৃতিত্বক গৌৰৱেৰে স্মৰণ কৰে।

আহোম ৰাজ্যত ৰোষৰ বলি হোৱা শঙ্কৰদেৱক বেহাৰ ৰাজ্যৰ ৰজা আৰু প্ৰজাঘৰ উভয়ে বাৰু কিয় সমাদৰ কৰিছিল? এই প্ৰশ্নৰ মীমাংসা বিশ্লেষণ কৰিলে নিম্নোক্ত কাৰণসমূহ পৰিদৃষ্ট হয়। যি সময়ত শ্ৰীমন্ত শঙ্কৰদেৱে নৱ-বৈষ্ণৱ আন্দোলনৰ গুৰি ধৰিছিল সেই সময়ত বৈদিক বৰ্ণাশ্ৰম প্ৰথাৰে বিধি-নিষেধসমূহ কটকটীয়া আছিল। সাধাৰণজনে বেদ-শাস্ত্ৰাদি অধ্যয়ন কৰাৰ অধিকাৰ নাছিল। ফলত তেওঁলোকে প্ৰকৃত ধৰ্মাচৰণ কৰাৰ সুবিধা পোৱা নাছিল। বহু সময়ত শাস্ত্ৰৰ অপ-ব্যাখ্যাই অপসংস্কৃতিৰ জন্ম দিছিল। তদুপৰি প্ৰাচীন কামৰূপ ৰাজ্যতান্ত্ৰিক সাধনাৰ দেশ বুলি এটা পৰিচয় আছে। তান্ত্ৰিক সাধকসকলে তেওঁলোকৰ প্ৰভাৱ অটুট ৰাখিবৰ বাবে নানাভাৱে জনগণক ভীতি-বিহ্বল কৰি ৰাখিছিল। তান্ত্ৰিক সাধকসকলে তন্ত্ৰসাধনাত সিদ্ধি লাভ কৰিবৰ বাবে কামাখ্যা মন্দিৰ, তাম্ৰেশ্বৰী মন্দিৰত এটা সময়ত নৰবলি দিছিল বুলি পোৱা যায়। সমাজত খোপনি লোৱা এনে অন্ধ-বিশ্বাস, ব্যভিচাৰসমূহ শঙ্কৰদেৱৰ নিৰ্মল ভক্তি-ধৰ্মৰ আদৰ্শই আঁতৰ কৰিব পাৰিব বুলি জনগণৰ মাজত প্ৰত্যয় জন্মিছিল।

শ্ৰীশঙ্কৰদেৱে প্ৰচাৰিত একশৰণ হৰিনাম ধৰ্মত জাত-পাতৰ ভেদা-ভেদ নাই। শাস্ত্ৰাদি অধ্যায়ন কৰি পৰমেশ্বৰক আৰাধানা কৰা অধিকাৰ ব্ৰাহ্মণ, শূদ্ৰ সকলোৰে আছে। ভাগৱত আদি অধ্যয়ন কৰি তত্ত্ব-জ্ঞানী হোৱাটো কেৱল ব্ৰাহ্মণ সকলোৰে একচেতিয়া অধিকাৰ নহয়।

শঙ্কৰদেৱে ভাগৱতৰ নৱম স্কন্ধ লিখি থকা অৱস্থাত ব্ৰাহ্মণ এজনে কৈছিল "বোলো তোমৰা শূদ্ৰে ভাগৱত লিখিব পঢ়িব নপৰা ... তেতিয়া গুৰুজনে কৈছিল - বোলে ভাগৱত পঢ়িব নাপাৱ যে বুলিলা শুনা -

ইটো ভাগৱত দ্বিজ সবে পঢ়ে যদি
হোৱে আতি তাৰ মন সিদ্ধি।
ক্ষত্ৰিয়ে পঢ়িয়া পাইবে সসাগৰা বসুমতি
শুদ্ৰেপঢ়ি পাৱে নৱ নিধি। ১"

শাস্ত্ৰৰ নিগূঢ় তত্ত্বৰ সম্ভেদ শঙ্কৰদেৱৰ মুখত পাই পাৰ ভাঙি সকলোৱে শঙ্কৰত শৰণ লোৱাটো স্বাভাৱিক। ভাগৱত শাস্ত্ৰাদি অধ্যায়নত গণতন্ত্ৰ প্ৰতিষ্ঠা শঙ্কৰদেৱৰ ভক্তি-ধৰ্ম প্ৰচাৰ আন্দোলনৰ অন্যতম বৈশিষ্ট্য।

শ্ৰীশঙ্কৰদেৱ অকল ধৰ্ম প্ৰচাৰকে নাছিল তেখেত আছিল একাধাৰে সমাজ সংস্কাৰক ভাষা-সাহিত্য-সংস্কৃতিৰ উপাসক। শঙ্কৰদেৱে প্ৰতিষ্ঠা কৰা নামঘৰ বা সত্ৰসমূহ কেৱল ধৰ্ম-সাধনাৰ ক্ষেত্ৰই নাছিল, সেইবোৰ আছিল সামাজিক অনুশাসন ৰক্ষা কৰা কৰ্তৃত্বৰ কেন্দ্ৰস্বৰূপ। শঙ্কৰদেৱে অগাধ পাণ্ডিত্যৰে প্ৰাঞ্জল ভাষাত অলেখ গীত, পদ, নাট ৰচিছে। তেখেতে গীত-নাটত ব্ৰজাৱলী ভাষা ব্যৱহাৰ কৰিছিল। ব্ৰজাৱলী প্ৰয়োজনো আছিল। কাৰণ যি সময়ত শঙ্কৰদেৱে পূৰ্ব ভাৰতত বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিছিল সেই সময়ত সমগ্ৰ উত্তৰ-পূব ভাৰতত নৱ-বৈষ্ণৱ আন্দোলনে তীব্ৰ ৰূপ ধাৰণ কৰিছিল। প্ৰৱাহিত হৈছিল বৈষ্ণৱ-সাহিত্য সৃষ্টিৰ বতাহ। শঙ্কৰদেৱৰ সমসাময়িক কালত মিথিলাৰ কবি বিদ্যাপতি, উৰিষ্যাৰ ৰায় ৰামানন্দ, বঙ্গৰ চণ্ডীদাস, জ্ঞান দাস, গোবিন্দ দাস আদি সুপ্ৰসিদ্ধ কবিসকলে ব্ৰজাৱলী ভাষাত গীত, পদ ৰচিছিল। উত্তৰ-পূব ভাৰতত ভক্তি-আন্দোলনৰ সমন্বয় ৰক্ষা কৰিবৰ কাৰণে শঙ্কৰদেৱে গীত-নাটৰ ভাষাত ব্ৰজাৱলীৰ প্ৰলেপ সানিছিল। কিন্তু ভাষাৰ জুমুঠিটো হ'ল বেহাৰ ৰাজ্যৰ প্ৰচলিত ভাষা। সেয়েহে বেহাৰ ৰাজ্যৰ জনগণে শঙ্কৰদেৱৰ গীতত চিনাকি সুৰ শুনি হৃদয়েৰে আঁকোৱালি লৈছিল।

এইখনিতে আন এটা প্ৰসঙ্গ উনুকিয়াব খোজো যে যি সময়ত শঙ্কৰদেৱে বেহাৰ ৰাজ্যত নাম-ধৰ্ম প্ৰচাৰ কৰি ফুৰিছিল প্ৰায় সম-সাময়িক সময়ত বেহাৰ ৰাজ্যৰ দাঁতিকাষৰত (পঃবঙ্গত) শ্ৰীচৈতন্যদেৱে বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ গুৰি ধৰিছিল। পঞ্চদশ শতিকাৰ প্ৰথম দশকত পশ্চিম বঙ্গৰ নদিয়াত শ্ৰীচৈতন্যদেৱৰ আৱিৰ্ভাৱ হৈছিল। শ্ৰীচৈতন্যদেৱ ধৰ্মৰ বাণী লৈ কামৰূপ ভ্ৰমণ কৰিছিল বুলি কোনো কোনো গ্ৰন্থত উল্লেখ পোৱা যায়। কথা গুৰুচৰিতৰ সাক্ষ্য মতেও শঙ্কৰদেৱৰ লগত চৈতন্যদেৱৰ সাক্ষাৎ হৈছিল। সাক্ষাৎ মুহূৰ্তত শঙ্কৰক আদৰি চৈতন্যাই এই বুলি ফকৰা মাতিছিল- "বোলে আহিছা হৰিপো, কি বুলি কাঢ়িলা ৰাও। সংসাৰ জুৰি গুৰু বহিছে, ক'ত দি আহিছা পাও। ...... পাছে ছোট আতা মাতিছে - হৰিৰ অজ্ঞাত আহিছোঁ গোসাঁই, পৃথিৱীত দি পাও। হৃদয়ৰ মাঝে গুৰু আছে, আত্মা বিচাৰি চাওঁ।[২]" শ্ৰীচৈতন্যদেৱে ধৰ্মৰ বাণী লৈ কামৰূপ পৰিভ্ৰমণ কৰিলেও শঙ্কৰদেৱে সমগ্ৰ কামৰূপ ৰাজ্যজুৰি থলুৱা ভাষা-সংস্কৃতিৰ যি প্ৰাচীৰ নিৰ্মাণ কৰিছিল তাক ভাঙি-ছিঙি চৈতন্য মত প্ৰতিষ্ঠা কৰাটো চৈতন্যদেৱৰ পক্ষে সম্ভৱ নাছিল। স্মৰ্তব্য যে সেই সময়ত বঙ্গ ভাষা, বঙ্গীয় সংস্কৃতিৰ পূব সীমা আছিল পশ্চিম দীনাজপুৰৰ পশ্চিম সীমালৈকেহে। অৰ্থাৎ বেহাৰ ৰাজ্যৰ পশ্চিম সীমা আছিল পশ্চিম দীনাজপুৰলৈকে।

শ্ৰীশঙ্কৰদেৱ আহোম ৰজাঘৰত নিপীড়ন আৰু কোচ ৰজাঘৰত সমাদৰ লাভ কৰাৰ গুৰিতে হ'ল কোচ ৰজা আৰু আহোম ৰজাৰ মাজত থকা গুণগত পাৰ্থক্য। শঙ্কৰদেৱৰ নিচিনা শাস্ত্ৰজ্ঞ, তত্ত্বজ্ঞানী, সূক্ষ্ম কলাকাৰক উপলব্ধি কৰিবলৈ হ'লে শাস্ত্ৰৰ তত্ত্ব হৃদয়ঙ্গম কৰিব পৰা গুণ থাকিব লাগিব। আহোম ৰজাঘৰত উক্ত গুণ থকা হ'লে শাক্ত পণ্ডিতসকলৰ প্ৰৰোচনাত অপযশ অৰ্জন কৰিব লগা নহ'লহেঁতেন। বৈদিক কৰ্মকাণ্ডীসকলৰ দৃষ্টিত শঙ্কৰদেৱৰ অপৰাধসমূহৰ অন্যতম হ'ল শাস্ত্ৰাদি অধ্যয়ন কৰি পাণ্ডিত্য অৰ্জনৰ অধিকাৰ অকল ব্ৰাহ্মণসকলৰ তেনে ক্ষেত্ৰত শঙ্কৰদেৱে বেদ, ভাগৱতাদি মন্থন কৰি শাস্ত্ৰ অধ্যায়নৰ উত্তৰাধিকাৰী সকলোকো চেৰাই গৈ শাস্ত্ৰৰ তত্ত্বসমূহ 'চণ্ডাল পৰ্যন্ত কৰি' বুজিব পৰাকৈ প্ৰকাশ কৰিছিল। ফলত শাস্ত্ৰৰ অন্তৰ্নিহিত গুমৰ ফাক হ'ল। দ্বিতীয়তে সমগ্ৰ জনগণে যদি একশৰণ ভক্তি ধৰ্ম গ্ৰহণ কৰে তেন্তে বৈদিক কৰ্মকাণ্ডী পুৰোহিত সমাজত অপ্ৰয়োজনীয় হ'ব। সেয়েহে তেওঁলোকে ভকতসকল অকৰ্মী, চণ্ডাল বুলি ককৰ্থনা কৰি 'বৌদ্ধমত লৈল, সবে ভ্ৰষ্ট ভৈল, যত লোক নিৰন্তৰ' বুলি বৈষ্ণৱসকলৰ বিৰুদ্ধে লাগিল। ভকতৰ বিৰুদ্ধাচৰণৰ দৌৰাত্ম্য ইমানেই আছিল যে - "কাৰো হাতৰ মালা কাঢ়ি নি কুকুৰৰ নেজত আঁৰে, কাকো দলি ফমুটি মাৰি শৰীৰত কষ্ট দিয়ে, ............ শ্ৰীধৰ ভট্টচাৰ্য্য, কবিৰাজ মিশ্ৰ বামণাচাৰ্য্য, ৰত্নাকৰ কন্দলি, ব্ৰহ্মানন্দ ভট্টাচাৰ্য্য আদি আচাৰ্য্য, কন্দলি, মিশ্ৰ, উপাধ্যায়, ভাৰতী উপাধিধাৰী পণ্ডিতসকলে শঙ্কৰদেৱৰ গণতান্ত্ৰিক ধৰ্ম-আন্দোলন ঢাকিবলৈ ওলাল।[৩]" তেতিয়া আহোম ৰাজপাটত আছিল চুহুংমুং দিহিঙীয়া। আহোমসকল তেতিয়ালৈকে হিন্দু ধৰ্মত শৰণ লোৱা নাছিল। আহোম ৰজাঘৰেও বৈষ্ণৱ কি শাক্ত ধৰ্ম কি তাৰ একো ভু-ভা পোৱা নাছিল। সেই সুযোগতে বিপ্ৰসকলে ৰজাক গোচৰ দি কৈছিল 'বোলে শঙ্কৰ নামে অব্ৰাহ্মণ এজনে ৰাজ্যত পাষণ্ড ধৰ্ম প্ৰৱৰ্তাইছে।' পৰিণতিত ৰাজ্যত অমঙ্গল হ'ব। বিৰুদ্ধবাদীসকল তাতেই ক্ষান্ত নাথাকি বৈষ্ণৱ ভকতসকলক হাতী ধৰা ফান্দিৰ কাৰ্যত কৌশলেৰে নিয়োগ কৰাই ভকত নিপাতৰ ষড়যন্ত্ৰ কৰিছিল। শাস্ত্ৰ অধ্যয়নৰ সলনি ৰজাৰ ফান্দি হিচাপে যেতিয়া নিয়োগ হ'ব লগীয়া হৈছিল তেতিয়া ভকত নিৰ্যাতনৰ সীমা যে চূড়ান্ত পৰ্যায় পাইছিল এই কথা গুৰুজনাৰ বুজিবলৈ বাকী নাছিল। হাতী ধৰিবলৈ হৰি জোঁৱাই (শঙ্কৰৰ জোঁৱাই) অমান্তি হোৱাত চাওদাঙৰ হতুৱাই ৰজাই তাক হত্যা কৰিছিল। এই ঘটনাৰ পিছত আহোম ৰাজ্য ত্যাগ বিনে গত্যন্তৰ নাই বুলি শঙ্কৰদেৱে আহোম ৰাজ্য ত্যাগৰ সিদ্ধান্ত ল'বলৈ বাধ্য হৈছিল।

আহোম ৰাজ্যত ভকত নিৰ্যাতন অকল দিহিঙীয়া ৰজাৰ ৰাজত্বতে যে সীমাবদ্ধ আছিল তেনে নহয় প্ৰতাপ সিংহ (১৫৩৩-৭১ খৃঃ), চুকমফা ভগাৰজা (১৫৭১-৭৪), গদাধৰ সিংহ (১৬০৩-১৭), গৌৰীনাথ সিংহ (১৭০২-১৭) আদি ৰজাৰ ৰাজত্বকালতো ভকত হত্যা সংঘটিত হৈছিল। শিৱ সিংহ বা ফুলেশ্বৰী কুঁৱৰীৰ দিনত (১৬৩৬-৬৬ খৃঃ) ভকত-মহন্তসকলক যি অত্যাচাৰ-উৎপীড়ন কৰা হৈছিল, সি আহোম ইতিহাসত এক কলঙ্কিত অধ্যায় হিচাপে পৰিগণিত হৈ আছে।

যি সময়ত শঙ্কৰদেৱে আহোম ৰাজ্য ত্যাগ কৰি বেহাৰ ৰাজ্যত আশ্ৰয় লৈ স্বস্তিৰ নিঃশ্বাস পেলাইছিল সেই সময়ত বেহাৰ ৰাজ্য সিংহাসন অলংকৃত কৰিছিল মহাৰাজ নৰনাৰায়ণে। গুৰুজনাৰ বাবেও বেহাৰ ৰাজ্যত আশ্ৰয়কাল আছিল জীৱন-নাটৰ সামৰণি অধ্যায়। শঙ্কৰদেৱে ধুৱাহাট বেলগুৰিত থাকোঁতে নৰনাৰায়ণ আৰু চিলাৰায়ৰ নাম-যশৰ সম্ভেদ পাইছিল। কাশীত ব্ৰহ্মানন্দ পণ্ডিতৰ আশ্ৰমত থাকি যুৱৰাজদ্বয়ে শিক্ষাগ্ৰহণ কৰিছিল। সেই সময়ত ৰাজসুখ এৰি ৰাজপুত্ৰই গুৰুগৃহত কঠোৰ নিয়মানুৱৰ্তিতা পালন কৰি শিক্ষাগ্ৰহণ কৰাটো এক বিৰল ঘটনা। ৰণক্ষেত্ৰত ৰণুৱা চিলাৰায়ে কলা ক্ষেত্ৰত জয়দেৱৰ 'গীত গোবিন্দ'ৰ টীকা ভাষ্য লিখি 'সাৰবতীসাৰ' নামে সংস্কৃতত পাণ্ডিত্যপূৰ্ণ গ্ৰন্থ ৰচনা কৰা ঘটনাটোও এক বিৰল ব্যতিক্ৰম।

শ্ৰীশঙ্কৰদেৱে কামৰূপলৈ ভটিয়াই আহি (১৪৬৫ শক মানত) পাটবাউসীত থিতাপি লৈ তাতো এক শৰণীয়া ভক্তি-ধৰ্মৰ জোৱাৰ আনে। তেখেতে পাটবাউসীত থকা কালত ১৪৮৫ শকত কোচ ৰজাই আহোম ৰজাৰ লগত যুদ্ধ কৰিবলৈ কোঠ বান্ধে। কথা গুৰুচৰিত মতে কোচ ৰজাৰ যুদ্ধৰ ডিঙা নগৰত থাকোঁতে ৰামৰায়ৰ জীয়েক কমলাপ্ৰিয়াক চিলাৰায়ে বিয়া কৰায়। শ্ৰীশ্ৰীশঙ্কৰদেৱ গ্ৰন্থত ড০ নেওগদেৱে উল্লেখ কৰা ঘটনাৰ পৰিক্ৰম অনুযায়ী ১৪৮৭-৮৮ শক মানত ৰামৰায়কুঠিত (ছত্ৰশালত) এই বিয়া সম্পন্ন হৈছিল।

গুৰুজনাৰ নাম-যশ চৌদিশে দিনক দিনে প্ৰচাৰ হ'বলৈ ধৰাত এই বেহাৰ ৰাজ্যতো শঙ্কৰদেৱে বিৰোধৰ সন্মুখীন হ'ব লগা হ'ল। বৈষ্ণৱ ভক্তি-ধৰ্মৰ গতিৰোধ কৰিবলৈ ইয়াতো বিৰুদ্ধবাদীসকলে নানা কূট-

কৌশল ৰচনা কৰিবলৈ ধৰিলে। এনে অৱস্থাত মহাৰাজৰ প্ৰাণসম ভ্ৰাতৃ চিলাৰায়ে শঙ্কৰত শৰণ লোৱা ঘটনাটো বিপ্ৰসকলৰ আতঙ্কৰ কাৰণ হ'ল। পৰিস্থিতি বিষম দেখি শাক্ত পণ্ডিতসকল একত্ৰিত হ'ল। "এই টুটুকীয়াসকলৰ ঘাই হ'ল বিদ্যাবাগীশ চক্ৰৱৰ্তী নামে এজন।[4]" বিদ্যাবাগীশ চক্ৰৱৰ্তীৰ উদ্দেশ্য হ'ল এটা গুলীত দুটা চিকাৰ। কাৰণ বিদ্যাবাগীশৰ পিতৃক বিশ্বসিংহই হেনো শাস্তি দিছিল। গতিকে শঙ্কৰদেৱৰ নিচিনা এগৰাকী যশস্বী পণ্ডিতৰ সান্নিধ্যত বিশ্বসিংহৰ পুত্ৰ নৰনাৰায়ণ খ্যাতিমন্ত হওক, বিদ্যাবাগীশে তাক বিচৰা নাছিল। সেয়েহে বেহাৰ ৰাজ্যৰ পৰা শঙ্কৰদেৱক বিতাৰণ কৰিবলৈ উদ্ভাৱন কৰিলে এক অভিনৱ পন্থা। সেয়া হ'ল মহাৰাজৰ ছত্ৰভঙ্গ যোগ। এই ছত্ৰভঙ্গৰ কাৰণ হ'ল একেশ্বৰী ধৰ্ম মত। কথা গুৰুচৰিতৰ পাতত শঙ্কৰগুৰুৰ বিৰুদ্ধে ষড়যন্ত্ৰৰ বৰ্ণনা এনেদৰে দিছে — "বাগীশ ভট্টাচাৰ্যৰ বেটা, বাগ চক্ৰৱৰ্তী, যাদইচন্দ্ৰ, হিৰাই, মেৰাই, কেসেৰা কন্দালি এই পাঁচেই মুখ্য আৰু অনেক বামুণে তান্ত্ৰিক, শাক্ত হৰি বিমুখীয়া, হৰিভক্তি নসৈ নৰনাৰায়ণ ৰজাত খল দিলে। বোলে শঙ্কৰে কাকো নমানে দেউ, দেৱী, শ্ৰাধবিধি, মূৰ্তি পানীত পেলায়, ভাগৱত ভঙ্গিপদ কৰে, ব্ৰাহ্মণ, গঙ্গা, গীতা, তুলসী, শালগ্ৰাম নমানে নুপূজে, ব্ৰাহ্মণ, কৈৱৰ্ত, দৈৱজ্ঞ, কোচ, শূদ্ৰ সবে ভজায় একত্ৰে। খায় . . . . . বেদ, ভাগৱতৰ সন্মত ধৰ্মভ্ৰষ্ট অনাচাৰে যি দেশত, তাৰ ৰাজানাশ, ছত্ৰভঙ্গ, মন্ত্ৰীহানি, প্ৰজা - দুৰ্ভিক্ষ, অকালত মাৰিমৰক, গো, শস্য হানি, অবৃদ্ধি।[5]"

শাক্ত পণ্ডিতসকলে ৰাজ্যত অমঙ্গল ঘটিব বুলি উপৰোক্ত কৌশলেৰে গোচৰ দিয়াত 'শঙ্কৰৰ ছালেৰে দামা ছাম, হাড়েৰে বাম শঙ্কৰৰ' বুলি তেওঁক ধৰি নিবলৈ নৰনাৰায়ণে নয়ানন্দ ঢোপধৰাক মুখ্য কৰি আন নজন চিপাহীক আজ্ঞা দিলে। চিলাৰায়ে এনে ৰাজআজ্ঞাৰ সম্ভেদ পাই টেকাইমাজীক ৰজাৰ গৰমলি শঙ্কৰদেৱৰ তাত গৈ পোৱাৰ আগতে তেওঁক লৈ যাবলৈ পঠাই দিলে। চিলাৰায়ে শঙ্কৰদেৱক নি ফুলবাৰীত ৰাখিলে। শাক্ত পণ্ডিতসকলৰ গোচৰৰ আধাৰত শঙ্কৰদেৱক বিচাৰৰ সন্মুখীন হ'বলৈ আদেশ দিলে। এই আদেশ লৈ ৰাজ ভ্ৰাতৃদ্বয়ৰ মাজত বিৰোধে দেখা দিছিল। অৱশেষত চৰ্তসাপেক্ষেহে ৰাজদৰবাৰত শঙ্কৰদেৱক উপস্থিত কৰাবলৈ চিলাৰায়ে সন্মত হৈছিল। কিন্তু শঙ্কৰদেৱৰ মহাৰাজ নৰনাৰায়ণৰ প্ৰতি গভীৰ আস্থা থকা বাবে চিলাৰায়ৰ সন্দেহ অমূলক আছিল বুলি জানিছিল। সেয়ে শঙ্কৰদেৱে কৈছিল — "মহাৰাজ আমাক চোন এৰি এ দিৱক, যাঞও, বামুণক সংসয় নকৰোঁ, কিবা ৰাজা অন্যায় কৰে বুলিহে ভয়।[6]"

মহাৰাজ নৰনাৰায়ণৰ প্ৰতি গভীৰ আস্থা, সন্মান আৰু নিৰ্ভয়ৰ প্ৰত্যয় লৈ শঙ্কৰদেৱ ৰাজদৰবাৰত বিচাৰৰ বাবে উপস্থিত হ'ল। ৰাজদৰবাৰত সাতটি সোপান বগাই উঠিব লাগে। গুৰুজনাই সোপান বগাই যাওঁতে প্ৰতিটি সোপানত একো-একোটি তোটয় গাই উঠিছিল। তাৰে আদি তোটয়টি হ'ল 'মধু দানৱ দাৰণ দেৱ বৰম্' বুলি কৃষ্ণৰ স্তুতি। তাৰ পিছত মহাৰাজক আশীৰ্বাদ আৰু বন্দনাসূচক শ্লোককেইটি গাই শঙ্কৰদেৱে দৰবাৰত প্ৰৱেশ কৰে। ৰাজ অনুমতিত শঙ্কৰে আসন গ্ৰহণ কৰি ধনশ্ৰী ৰাগৰ 'নাৰায়ণ কাহে ভকতি কৰোঁ তেৰা' আৰু 'জয় জয় মল্ল নৃপতি ৰসজান। জাকেৰি গুণ গান নাহিকে সমান।।' এই ভটিমাটি গায়। কথিত আছে যে শ্ৰীমন্ত সুগায়কো আছিল। বৈষ্ণৱ ভক্তি-আদৰ্শৰ মহান দূত ৰূপে গুৰুজনাই ৰাজদৰবাৰৰ পদুলিত পদাৰ্পণ কৰাৰ লগে লগে বিৰাজ কৰিলে এক গুৰু-গম্ভীৰ বাতাৱৰণ। গুৰুজনাৰ প্ৰতিটো ভাবগধুৰ পদক্ষেপতে উমান দিছিল পাণ্ডিত্যৰ গভীৰতাৰ। শ্ৰীশঙ্কৰদেৱ ৰাজসভাত উপস্থিত হোৱাৰ লগে লগে ধৰ্ম, দৰ্শন আৰু সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰখনত উদ্ভাসিত হ'ল নৱোদয়ৰ আভা।

শ্ৰীশঙ্কৰদেৱৰ বেহাৰ ৰাজদৰবাৰত পদাৰ্পণৰ সন্ধিক্ষণ আছিল ইতিহাসৰ এক নতুন অধ্যায়ৰ সূচনাৰ সন্ধিক্ষণ। যি অৰ্থত শঙ্কৰ-মাধৱৰ মিলনক মণিকাঞ্চন সংযোগ বুলি কোৱা হয়, সেই একে অৰ্থত (ধৰ্ম, ভাষা, সাহিত্য সমৃদ্ধিৰ অৰ্থে) শঙ্কৰদেৱ আৰু মহাৰাজ নৰনাৰায়ণৰ মিলনো সমানে গুৰুত্বপূৰ্ণ বুলি ক'ব পাৰি। তেনে এগৰাকী জগতত বিৰল প্ৰতিভাৰ মহানুভৱে পাণ্ডিত্যানুৰাগী ৰজাৰ দৰবাৰত মৰ্যাদাৰ আসন লাভ কৰাটো স্বাভাৱিক। নৰনাৰায়ণৰ দৰবাৰত শঙ্কৰদেৱক হাজিৰ কৰোৱাৰ কাৰণ আৰু পিছত ঘটনাৰ নাটকীয় পৰিৱৰ্তনৰ পৰাই এটি কথা অনুমান কৰিব পাৰি যে মহাৰাজ নৰনাৰায়ণে ভিতৰি ভিতৰি শঙ্কৰদেৱক সাক্ষাৎ কৰাৰ বাবে প্ৰতীক্ষা কৰি আছিল। কাৰণ শ্ৰীমন্ত শঙ্কৰদেৱৰ যশ-গুণৰ সম্ভেদ মহাৰাজৰ অইন কোনো অনুচৰৰ দ্বাৰা নহয় স্বয়ং ভ্ৰাতৃ চিলাৰায়ৰ পৰাই পাইছিল। শঙ্কৰদেৱৰ দ্বাৰা চিলাৰায়ক 'বৃন্দাবনীয়া' বস্ত্ৰ উপহাৰ আৰু পৰৱৰ্তীকালত নৰনাৰায়ণে শ্ৰীমন্তক তাতিকুচিৰ গোমস্তা নিয়োগ তাৰ প্ৰমাণ।

শঙ্কৰদেৱে চিলাৰায়ৰ আশ্ৰয় কালডোখৰত ফুলবাৰীত আছিল। ফুলবাৰী সত্ৰৰ পৰাই শঙ্কৰদেৱে প্ৰথম ৰাজদৰবাৰত গৈছিল। ৰাজপণ্ডিত হিচাপে নিয়োগ হোৱাৰ পিছত মহাৰাজে তেখেতৰ বাবে কাকতকুটাত সত্ৰ পাতি দিয়ে। এই কাকতকুটাতে গুৰুজনাই জীৱনকালত সঞ্চিত সকলো পৰমাৰ্থিক সম্পদ দেশ তথা জনগণৰ উদ্দেশ্যে অৰ্পণ কৰি ১৫৫৯ খৃঃত জীৱনলীলাৰ সামৰণি মাৰে।

গুৰুজনাৰ তিৰোধানৰ পিছত কাকতকুটা সত্ৰ তোৰ্ষা নদীয়ে খহাই নিয়াৰ ফলত মহাৰাজ লক্ষ্মীনাৰায়ণে মধুপুৰ সত্ৰক মূল সত্ৰত পৰিণত কৰি গুৰু দুজনাৰ পুতস্মৃতিমূলক দ্ৰব্যসমূহ মধুপুৰলৈ স্থানান্তৰিত কৰে বুলি সত্ৰৰ 'সমীক্ষাত্মক গ্ৰন্থ'ত ড০ দ্বিজেন্দ্ৰ নাথ ভকতে উল্লেখ কৰিছে। শঙ্কৰদেৱৰ দ্বিতীয়বাৰ তীৰ্থযাত্ৰাৰ সময়ত ১৫৫০ খৃঃত মধুপুৰ সত্ৰ প্ৰতিষ্ঠা হয় বুলি তেখেতে উক্ত গ্ৰন্থত উল্লেখ কৰিছে। কথা গুৰুচৰিতত শঙ্কৰদেৱে দ্বিতীয়বাৰ তীৰ্থ যাত্ৰাৰ সময়ত কোচবিহাৰৰ ওচৰত পাৰলি বৃক্ষৰ তলত আশ্ৰয় লৈছিল বুলি উল্লেখ আছে। "এক পাৰলি বৃক্ষৰ তলে বসি কৃষ্ণ কথা কৈছে গুৰুজনে, গাছৰ খোৰঙ্গে মাখি মৌ পাৰি লৈছে। ছোট আতা বোলে, কি পূজ্য ভূমি খানি? হৰি কথা মধুপান, গুৰু ভক্তৰ ধুলা পৈল। তেহে মহাপুৰুষ গুৰু বোলে, বুঢ়াৰ পো তোমাৰ আমাৰ পিছত তাতে মধুপুৰ নামে এখানি থান হ'ব।[7]" পাৰলি বৃক্ষৰ তলত গুৰুজনাৰ পদধূলি পৰাৰ পিছত সেই ঠাইৰ নাম মধুপুৰ হয়। ৰাজমোহন নাথৰ 'মহাপুৰুষীয়া ধৰ্মেৰ দৰ্শন ও মধুপুৰ ধামেৰ ইতিবৃত্ত' গ্ৰন্থৰ পম খেদি ড০ ভকতে কৈছে "প্ৰবাদোক্ত পাৰলি বৃক্ষ পূৰ্বোক্ত চিলাৰায় নিৰ্মিত ফুলবাৰী সত্ৰ [8]।" অৰ্থাৎ পাৰলি বৃক্ষৰ তলে ফুলবাৰী আৰু ফুলবৰীয়া মধুপুৰ সত্ৰৰ স্থান। নৰনাৰায়ণ অনুৰোধত শঙ্কৰদেৱে কাকতকুটালৈ স্থানান্তৰ হোৱাৰ পিছত ফুলবাৰী ওৰফে মধুপুৰত ভক্তসকলে অক্ষয় প্ৰদীপ জ্বলাই ৰাখে।

কাকতকুটা আৰু মধুপুৰ দুখানি থান গুৰুজনাৰ এখনি হৃদয়ত আছিল অভিন্ন ৰূপত। মধুপুৰত গুৰুজনাৰ পদৰেণুৰ সঁফুৰা অনাদ্ৰিত অৱস্থাত হ'লেও এতিয়াও আছে। মধুপুৰ অকল ধৰ্ম-সাধনাৰ ক্ষেত্ৰই নহয় ই অসমৰ ভাষা-সংস্কৃতি-কলা-কৃষ্টি চৰ্চাৰ কেন্দ্ৰ। শঙ্কৰদেৱৰ পৰৱৰ্তীকালত প্ৰথিতযশা কবি-সাহিত্যিকসকলে সাধনাৰ প্ৰেৰণা পাইছিল মধুপুৰৰ পৰাই। মধুপুৰে জন্ম দিছিল বেহাৰ ৰাজ্যত সত্ৰীয়া-সংস্কৃতিৰ। ক্ষেত্ৰভিত্তিক অধ্যয়ন আৰু হৰগোবিন্দ শৰ্মাৰ 'দুজনা গুৰু শঙ্কৰ-মাধৱ' গ্ৰন্থৰ আলম লৈ ড০ ভকতে 'সত্ৰৰ সমীক্ষাত্মক ইতিবৃত্ত'ত মধুপুৰ সত্ৰক কেন্দ্ৰ কৰি বাইশখন সত্ৰ গঢ়ি উঠিছিল বুলি উল্লেখ কৰিছে। এই সত্ৰসমূহ অবিভক্ত গোৱালপাৰা জিলা, কোচবিহাৰ, জলপাইগুৰি আৰু ৰংপুৰ জিলাত স্থাপিত হৈছিল। একালত মধুপুৰৰ মৌৰসে সজীৱ কৰি ৰখা উক্ত সত্ৰসমূহৰ আজি বেছি সংখ্যকে নিঃচিহ্ন। উক্ত সত্ৰসমূহ কিয় নিঃচিহ্ন হ'ল সি এক বিস্তৃত প্ৰসঙ্গ। মুঠৰ ওপৰত ৰাজনৈতিক বিৱৰ্তন আৰু আহোম যুগৰ পৰা আৰম্ভ কৰি এক শ্ৰেণীৰ বিৰুদ্ধবাদীৰ দ্বাৰা এক শৰণ ভাগৱতী ধৰ্মৰ প্ৰতি সুদীৰ্ঘকালজুৰি কৰি অহা বিৰোধৰ পৰিণাম বুলি ইয়াক ক'ব পাৰি।

মধুপুৰত বৈষ্ণৱ-সাহিত্যত কেৱল যে প্ৰাণ সঞ্চাৰিত হৈছিল সেয়া নহয় মধুপুৰৰ পৰাই সৰ্ব ভাৰতীয় বৈষ্ণৱ আন্দোলনৰ লগত শ্ৰীশঙ্কৰদেৱে ঐক্য স্থাপন কৰিছিল। মধুপুৰত পুষ্টি লাভ কৰা বৈষ্ণৱ ধৰ্ম, সাহিত্য, কলা-সংস্কৃতিৰ প্ৰভাৱ সমাজ-জীৱনৰ ৰন্ধ্ৰে ৰন্ধ্ৰে প্ৰৱাহিত হৈছিল। বেহাৰ ৰাজ্যত তথা বৃহত্তৰ অসমৰ সমাজ-জীৱনত বৌদ্ধিক চেতনা জাগৃত কৰা বৈষ্ণৱ-সাহিত্যই প্ৰতিষ্ঠা লাভ কৰিছিল জাতীয়-সাহিত্য ৰূপে। শ্ৰীমন্ত শঙ্কৰদেৱ আৰু মহাৰাজ নৰনাৰায়ণৰ মিলন ধৰ্ম আৰু শাসনৰ অপূৰ্ব সমন্বয়। এই সমন্বয়ৰ ফলত অৱসান ঘটিছিল বৈষ্ণৱ, শাক্ত, শৈৱ মতভেদ। মহাৰাজ নৰনাৰায়ণে কেৱল বৈষ্ণৱ ধৰ্ম বা বৈষ্ণৱ গুৰু শঙ্কৰদেৱক পৃষ্ঠপোষকতা কৰাই নহয় "মিথিলা, গৌড় প্ৰভৃতি স্থানৰ পৰা ব্ৰাহ্মণ পণ্ডিতকো স্ব-ৰাজ্যত স্থাপন কৰি প্ৰচুৰ ব্ৰহ্মোত্তৰ ভূমিদান কৰি শাস্ত্ৰ অধ্যয়নৰ বাবে উৎসাহিত কৰিছিল।" .......... "ধৰ্মৰাজ বুলি খ্যাতি অৰ্জন কৰা নৰনাৰায়ণৰ চৰিত্ৰ, বিদ্যা-বুদ্ধিৰ সুখ্যাতি সেই সময়ৰ দিল্লীৰ ৰাজদৰবাৰৰো আলোচনাৰ বিষয় হৈছিল।[9] " নৰনাৰায়ণৰ প্ৰচেষ্টাতে সমগ্ৰ কামৰূপত জ্ঞানীলোকে উদ্ভাসিত কৰিছিল। সেই কাৰণে অসম সাহিত্য সভাৰ ১৯২৬ চনত ধুবুৰীত বহা নৱম অধিৱেশনৰ সভাপতিৰ অভিভাষণত বেণুধৰ ৰাজখোৱাই তেওঁক 'কামৰূপৰ বিক্ৰমাদিত্য' বুলি অভিহিত কৰিছিল। আনহাতে শঙ্কৰদেৱেও নৰনাৰায়ণে যাতে ধৰ্মনিৰপেক্ষ আদৰ্শ ৰক্ষা কৰিব পাৰে তাৰ প্ৰতিও সজাগ আছিল। মহাৰাজ নৰনাৰায়ণে শঙ্কৰদেৱৰ ওচৰত দীক্ষা লব বিচৰাত নৰনাৰায়ণক দীক্ষা দিবলৈ অস্বীকাৰ কৰি কৈছিল 'ৰজাই সকলো ধৰ্মৰে ৰক্ষাকৰ্তা, গতিকে ৰজাই কোনো ধৰ্মৰে দীক্ষা ল'ব নালাগে।' এজন ধৰ্মপ্ৰচাৰক হিচাপে শঙ্কৰদেৱৰ ব্যক্তিত্বৰ এই দিশটো বিৰল ব্যতিক্ৰম।

মহাৰাজ নৰনাৰায়ণৰ সভাপণ্ডিতসকলৰ ভিতৰত শঙ্কৰ-মাধৱৰ উপৰি ৰাম সৰস্বতী, অনিৰুদ্ধ দেৱ, শ্ৰীধৰ দৈৱজ্ঞ, কবি পীতাম্বৰ, বকুল কায়স্থ, পুৰুষোত্তম বিদ্যাবাগীশ, অনন্ত কন্দলি, এই ন গৰাকীয়ে প্ৰধান। ৰাজদৰবাৰক সভাপণ্ডিতৰ দ্বাৰা সুশোভিত কৰি ৰখা পৰম্পৰা মহাৰাজ প্ৰাণনাৰায়ণৰ ৰাজত্বকাললৈকে (১৬৩২-১৬৬৫ খৃঃ) পূৰ্ণ ৰূপত আছিল বুলি ক'ব পাৰি। মহাৰাজ নৰনাৰায়ণৰ সমকক্ষ নহ'লেও প্ৰাণনাৰায়ণ শিক্ষিত তথা বিদ্যানুৰাগী আছিল। প্ৰাণনাৰায়ণৰ দৰবাৰত 'পঞ্চৰত্ন' বুলি পণ্ডিত সভা আছিল। তেওঁৰ আজ্ঞাতে কবিৰত্নই 'ৰাজখণ্ডম' বুলি সংস্কৃত ভাষাত ইতিহাস ৰচনা কৰিছিল।[10]" মহাৰাজ প্ৰাণনাৰায়ণৰ সংস্কৃত ব্যাকৰণ আৰু সাহিত্যত ব্যুৎপত্তি আছিল। তাদুপৰি তেওঁ কবি আৰু সঙ্গীতজ্ঞও আছিল। উল্লেখযোগ্য যে মহাৰাষ্ট্ৰীয় পণ্ডিত জগন্নাথ ৰাজৰোষত পৰি প্ৰাণনাৰায়ণৰ আশ্ৰয়ত কিছু কাল আছিল। "ৰজাৰ পাণ্ডিত্যত মুগ্ধ হৈ জগন্নাথে 'প্ৰাণাভৰণম্' কাব্য ৰচনা কৰে।[11]" (দূৰদৰ্শনযোগে প্ৰচাৰিত জনপ্ৰিয় ছিৰিয়েল চন্দ্ৰকান্তাৰ অন্যতম চৰিত্ৰ সেই পণ্ডিত জগন্নাথ) কোচ ৰাজ্যৰ পৰৱৰ্তী ৰজাসকলে বিদেশী আক্ৰমণ আৰু আভ্যন্তৰীণ কলহৰ মাজেদিও কবি-সাহিত্যিকক ৰাজসভাত পৃষ্ঠপোষকতা কৰি বৈষ্ণৱ ধৰ্মৰ গতিধাৰাক জীয়াই ৰাখিছিল তথা সাহিত্য চৰ্চাৰ পৰম্পৰা অটুট ৰাখিবলৈ চেষ্টা কৰিছিল। কিন্তু নানান চল-চেলু লৈ কামৰূপ-তথা বেহাৰ ৰাজ্যত বিজতৰীয়াৰ প্ৰৱেশ আৰু ৰাজ-কৰ্মচাৰী হিচাপে থলুৱা ভাষা-সংস্কৃতিৰ বিপৰীত মতালম্বীসকলক নিয়োগত অধিক গুৰুত্ব দিয়াত মধুপুৰৰ পৰা বৈ থকা ধৰ্ম-সাহিত্য-সংস্কৃতিৰ সুঁতিটো নান্দভাৱে বাধাগ্ৰস্ত হ'বলৈ ধৰিলে। অৱশেষত মধুপুৰৰ শাসনভাৰ কোচবিহাৰৰ পৰা কলিকতালৈ স্থানান্তৰিত হোৱাত মধুপুৰত চিৰদিনৰ বাবে অমানিশা নামি আহে।

নৱৰত্নৰ সমাহাৰে ৰাজসভাক সদা আলোকিত কৰি ৰখা মহাৰাজ নৰনাৰায়ণ আৰু ভ্ৰাতৃ চিলাৰায়ৰ ঘৰ অসমৰ পুণ্যভূমি মধুপুৰ অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ মানস সৰোবৰ। মধুপুৰৰ সম্ভাৰেৰে পৰিপুষ্ট অসমীয়া সাহিত্য-সংস্কৃতি আজি ৰূপে-ৰসে বিনন্দীয়া। মধুপুৰত গুৰুজনাই প্ৰজ্বলিত কৰা বন্তিগছিয়ে আজিও বহন কৰি আছে সেই গৌৰৱময় অতীতৰ স্বাক্ষৰ।

১ কথা গুৰুচৰিত - উপেন্দ্ৰ চন্দ্ৰ লেখাৰু পৃঃ ২৪৬
২ কথা গুৰুচৰিত - উপেন্দ্ৰ চন্দ্ৰ লেখাৰু পৃঃ ১৯৩
৩ শ্ৰীশ্ৰীশঙ্কৰদেৱ - ড০ মহেশ্বৰ নেওগ - পৃঃ ৭১
৪ শ্ৰীশ্ৰীশঙ্কৰদেৱ — ড০ মহেশ্বৰ নেওগ, পৃঃ ১০৪
৫ কথা গুৰু চৰিত — উপেন্দ্ৰ চন্দ্ৰ লেখাৰু, পৃঃ ২২৫
৬ কথা গুৰু চৰিত — উপেন্দ্ৰ চন্দ্ৰ লেখাৰু, পৃঃ ২৩৪
৭ কথা গুৰুচৰিত — উপেন্দ্ৰ চন্দ্ৰ লেখাৰু, পৃঃ ১৮৮
৮ সত্ৰৰ সমীক্ষাত্মক ইতিবৃত্ত — ড০ দ্বিজেন্দ্ৰ নাথ ভকত, পৃঃ ৮২
৯ কোচবিহাৰেৰ ইতিহাস — খাঁ চৌধুৰী আমানত উল্লা আহমদ, পৃঃ ১৩০ / ১৩২
১০ কোচবিহাৰেৰ ইতিহাস — খাঁ চৌধুৰী আমানত উল্লা আহমদ, পৃঃ ১৬৩
১১ কোচবিহাৰেৰ ইতিহাস — খাঁ চৌধুৰী আমানত উল্লা আহমদ, পৃঃ ১৬৪




# জমিদাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰী ঃ জীৱন আৰু কৃতি

ড° বসন্ত কুমাৰ শৰ্মা

গোৱালপাৰা জিলাৰ লক্ষীপুৰৰ জমিদাৰ পৰিয়ালত ১৮০৩ শকৰ ১১ পুহ (১৮৮১ চনৰ ২৭ ডিচেম্বৰ)ত জন্ম গ্ৰহণ কৰা, জমিদাৰ নগেন্দ্ৰ নাৰায়মণ চৌধুৰীয়ে বিংশ শতাব্দীৰ প্ৰথমাৰ্দ্ধত অসমীয়া সাহিত্যলৈ গল্প, প্ৰবন্ধ, কবিতা, নাটক আগবঢ়োৱাৰ লগতে অসমৰ ভাষা-সাহিত্য-সংস্কৃতি বিষয়ক সামূহিক বৃহৎ অনুষ্ঠান—'অসম সাহিত্য সভা'লৈ আগবঢ়োৱা অৱদান মন কৰিবলগীয়া। পিতৃ খগেন্দ্ৰ নাৰায়ণ চৌধুৰী আৰু মাতৃ সাৰদা প্ৰিয়াৰ আদৰ চেনেহত ডাঙৰ-দীঘল হোৱা চৌধুৰীয়ে ককাই-ভাই-ভনীয়েকৰ মাজত (নৰেন্দ্ৰ, সত্যেন্দ্ৰ, প্ৰভাত, যোগেন্দ্ৰ, সৰযুবালা, বনলতা, তেজেন্দ্ৰ, দীনেন্দ্ৰ) স্বকীয় গুণ বৈশিষ্ট্যৰে বিশেষ স্থান লাভ কৰা উল্লেখযোগ্য।

বিদ্যালয়ৰ শিক্ষাঃ চৌধুৰীয়ে বাল্যকাল আমোদ-আহ্লাদৰ মাজেৰে লক্ষীপুৰতে অতিবাহিত কৰিছিল আৰু প্ৰাথমিক শিক্ষা লক্ষীপুৰতে সম্পন্ন কৰিছিল। পিছলৈ চৌধুৰীয়ে ধুবুৰী, গোৱালপাৰাত পঢ়িছিল। মনকৰিবলগীয়া, চৌধুৰীয়ে গোৱালপাৰাৰ পৃথ্বীৰাম হাইস্কুলতে কেবাবছৰ পঢ়িছিল।"[১] উক্ত হাইস্কুলত পঢ়া অৱস্থাত তেখেতে ছাত্ৰাবাসত থকা নাছিল, সুকীয়াকৈ ঘৰ লৈ আছিল। ঘৰলৈ গৰুৰ গাড়ীৰে আহা-যোৱা কৰিছিল আৰু বিদ্যালয়ত জমিদাৰ পৰিয়ালৰ মান-সন্মানলৈ সজাগ দৃষ্টি ৰাখি আচৰণ কৰিছিল। বিদ্যালয়ৰ শিক্ষা এণ্ট্ৰেন্স ক্লাচলৈ উঠাৰ পিছতে সামৰণি পৰে।"[২] বিদ্যালয়ত বঙলা ভাষাৰ ব্যাপক প্ৰচলন হোৱাত আৰু সেই ভাষাৰ প্ৰতি অনুৰাগ নথকাৰ বাবে পঢ়া-শুনাত আগবাঢ়িব নোৱাৰা বুলি 'মোৰ জীৱন স্মৃতি ভাষা শিক্ষা'ত ইংগিত দিয়াটো স্বীকাৰ্য।

অন্যান্য শিক্ষা ঃ হাইস্কুলৰ পৰা মেলানি মগাৰ পিছতে চৌধুৰীয়ে কলিকতাৰ 'জুবিলী আৰ্ট একাডেমী'ত ভৰ্তি হৈছিল আৰু কম সময়ত ভিতৰতে নিজৰ পাৰদৰ্শিতা দেখুৱাইছিল। প্ৰকৃতাৰ্থত, চৌধুৰীয়ে মাটি আৰু বাঁহ-বেতৰ বস্তু তৈয়াৰ কৰা শিক্ষা এই বিদ্যালয়তে আয়ত্ব কৰিছিল আৰু পিছলৈ কলিকতাৰ বুজন সংখ্যক যুৱকক মাটি, বাঁহ-বেতৰ বস্তু তৈয়াৰ কৰাৰ প্ৰণালী-কৌশল শিকাইছিল। চৌধুৰীয়ে ঐন্দ্ৰজালিক আৰ্ছটনৰ ওচৰত যাদু বিদ্যা শিকি কেইজনমানক শিকাই লৈ ঠায়ে ঠায়ে যাদু প্ৰদৰ্শন কৰিছিল। দেওঘৰ(বৈদ্যনাথ ধাম), গয়া, ঢাকা আদিত নৃত্য, গীত, বাদ্য, অভিনয়ত থকা ব্যুৎপত্তি প্ৰকাশ কৰাৰ উপৰি মল্লযুদ্ধ, ব্যায়াম আদি চৰ্চা কৰিছিল ।

ব্যৱসায় ঃ যাদু বিদ্যা শিকি কলিকতাৰ ফাৰ্ষ্ট এম্পায়াৰ থিয়েটাৰ হলৰ মঞ্চ ত যাদু প্ৰদৰ্শন কৰাটো তেওঁৰ অভিনব উল্লেখযোগ্য ঘটনা। তেওঁ নিজে যাদু প্ৰদৰ্শন কৰা নাছিল। সহকাৰীসকলৰ দ্বাৰাহে যাদু প্ৰদৰ্শন কৰাইছিল। মদন নামৰ ডেকা এজনক প্ৰফেচৰ ওকিমা নাম দি কলিকতা, ধুবুৰী আদিত যাদু প্ৰদৰ্শন কৰি ভুয়সী প্ৰশংসা অৰ্জন কৰিছিল। লক্ষীপুৰতো স্নেহলতা চৌধুৰী, লিলি চৌধুৰীৰ সহায়ত যাদু প্ৰদৰ্শন কৰি সুনাম লাভ কৰিছিল।

চৌধুৰীয়ে যাত্ৰাগান চলাইছিল আৰু স্থানীয় ডেকাসকলক লৈ চাৰ্কাচ পাৰ্টিও গঠন কৰিছিল। চাৰ্কাচ দলটো ব্যৱসায় ভিত্তিত কৰা নাছিল, চখতহে কৰিছিল। কলিকতাত কাপোৰৰ দোকান, চাবোনৰ ফেক্টৰী আৰু চামৰাৰ বাকচ নিৰ্মাণৰ ফেক্টৰী খুলিছিল। এসময়ত এজন ভাল কবিৰাজ বুলিও কলিকতাত পৰিচিত হৈছিল। চৌধুৰীয়ে কলিকতাত সৰহদিন আছিল আৰু তাতেই ইটোৰ পিছত সিটোকৈ নতুন নতুন ব্যৱসায় কৰিছিল।

বিবাহ ঃ চৌধুৰীৰ দুবাৰ বিবাহ হয়। প্ৰথম ১৮ বছৰ বয়সত, ১৮৯৯ চনত কোচবিহাৰৰ ঘুগুমাৰী"[৩] নামৰ ঠাইৰ এগৰাকী ছোৱালীৰ লগত বিবাহ হয়। এবছৰৰ পিছতে পত্নীয়ে ইহসংসাৰ ত্যাগ কৰাত, গুৱাহাটীৰ উজান বজাৰৰ আহোম যুৱৰাজ কেশৱ সিংহৰ দ্বিতীয়া কন্যা গোবিন্দ কুমাৰী আইদেউক বিবাহ কৰায়। বিয়াৰ পিছত গোবিন্দ কুমাৰী আইদেউৰ নাম প্ৰফুল্ল বালা চৌধাৰীণী কৰা হৈছিল।"[৪] বৈবাহিক সূত্ৰে আহোম ৰাজ পৰিয়ালৰ লগত ঘনিষ্ঠ সম্পৰ্ক গঢ়ি উঠাত চৌধুৰীয়ে মাজে মাজে উজান বজাৰৰ ৰাজবাৰীত আছিল।

চৌধুৰীৰ দ্বিতীয়া পত্নী প্ৰফুল্ল বালা চৌধাৰানী অসমৰ মহিলা সন্মিলনত জড়িত আছিল আৰু এবাৰ প্ৰাদেশিক মহিলা সন্মিলনত সভানেত্ৰীত্ব কৰিছিল। 'আসাম মহিলা সন্মিলনৰো দ্বিতীয় অধিবেশন হৈ গ'ল, আহোম ৰাজবংশৰ জীয়ৰী গুৱালপাৰাৰ মেচপাৰা জমিদাৰণী শ্ৰীযুতা প্ৰফুল্ল বালা চৌধাৰাণীৰ সভানেত্ৰিত্বত।"[৫] কলিকতাৰ এ-এছ-এল ক্লাবে পতা সতী জয়মতীৰ তিথিতো গোবিন্দবালা (প্ৰফুল্ল) চৌধাৰাণীয়ে উপস্থিত হৈ ৰচনা পাঠ কৰিছিল আৰু সেই সভাত তেখেতত বাহিৰে আন কোনো মহিলা উপস্থিত নাছিল। প্ৰফুল্ল বালা চৌধাৰাণীয়ে সমাজ উন্নয়ন মূলক কামত সততে সহায়, সহযোগিতা আগবঢ়াইছিল। এখেতে ১৯৭৫ চনৰ ১৬ মে'ত ইহ সংসাৰ ত্যাগ কৰে।

সতি-সন্তান ঃ চৌধুৰী নিঃ সন্তান আছিল। তেওঁৰ পোষ্যপুত্ৰ ইন্দ্ৰনাৰায়ণ চৌধুৰীয়েও মৃত্যুবৰণ কৰিছে । ইন্দ্ৰনাৰায়ণৰ বিধবা পত্নী অনিমা চৌধুৰী আৰু এগৰাকী পুত্ৰ আছে। চৌধুৰীৰ কেবাগৰাকী-



ভতিজাক আৰু আত্মীয় কুটুম্বই বংশ গৌৰৱ অক্ষুণ্ণ ৰাখিছে।

সাহিত্য চৰ্চাঃ (১) 'আৱাহন' প্ৰকাশ ঃ

ভাটি বয়সত চৌধুৰীয়ে দক্ষিণ কলিকতাৰ ৪ নং নফৰকুণ্ড ৰ'ডত বাস কৰিছিল। সেই সময়তে, চৌধুৰীৰ সম্পূৰ্ণ খৰচত"[৬] ডাঃ দীননাথ শাৰ্মাৰ সম্পাদনাত দক্ষিণ কলিকতাৰ পৰা সচিত্ৰ অসমীয়া আলোচনী 'আৱাহন' (কাতি, ১৮ ৫১ শক) প্ৰকাশ পায়। 'এই আলোচনীখনৰ প্ৰকৃত জন্মদাতা আছিল সু-সাহিত্যিক জমিদাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱ।"[৭] চৌধুৰীয়ে আৱাহন প্ৰকাশৰ বাবে টকা-পইছা দিয়াৰ উপৰি গল্প-প্ৰবন্ধও আগবঢ়াইছিল।

(২) গ্ৰন্থ প্ৰকাশঃ চৌধুৰীয়ে 'দাঙ্গায় আত্মৰক্ষা' (১৯২৯ চন) নামৰ এখন ব্যায়াম বিষয়ক বঙলা ভাষাৰ গ্ৰন্থ আৰু 'প্ৰাচীন কামৰূপৰ ক্ষত্ৰিয় জাতি' (১৯৪৪ চন) নামৰ গ্ৰন্থ ৰচনা কৰিছিল। কেবাখনো নাটো লিখিছিল কিন্তু এই দুখনত বাহিৰে অন্য গ্ৰন্থ ছপা আকাৰত পোৱা নাযায়।

(৩) গল্প, প্ৰবন্ধ প্ৰকাশ ঃ চৌধুৰীয়ে 'আৱাহন', 'বৰদৈচিলা,' মিলন', 'অসম সাহিত্য সভা পত্ৰিকা' আদি অসমীয়া আলোচনীত বুজন সংখ্যক গল্প, প্ৰবন্ধ প্ৰকাশ কৰিছিল। আলোচনীত প্ৰকাশিত হোৱা গল্পসমূহ হ'ল—

| | |
|---|---|
| ভালপোৱাৰ পৰিণনাম | মিলন<br>৭মব; ৩/য় সং<br>ব'হাগ-জেঠ, ১৮৫১ শক |
| পোহৰী | আৱাহন<br>১মব; ১ম সং<br>কাতি, ১৮৫১ শক |
| লাভ | আৱাহন<br>১মব; ২য় সং<br>আঘোণ, ১৮৫১ শক |
| উচ্ছ্গা | আৱাহন<br>১মব; ২য় সং<br>পুহ, ১৮৫১ শক |
| 'দুটিৰামৰ সংসাৰ | আৱাহন<br>১মব; ১০ম় সং<br>শাওণ ১৮৫২ শক |
| তামৰ তাবিজ | আৱাহন<br>১মব; ১১ম সং<br>ভাদ, ১৮৫২ শক |
| অসমম্পূৰ্ণ আইন | আৱাহন<br>১মব; ১২শ সং<br>আহিন, ১৮৫২ শক |
| প্ৰতিশোধ নে প্ৰতিদান | আৱাহন<br>২য়ব; ২য় সং |
| পুনৰ্জন্মৰ দক্ষিণা | আৱাহন<br>২য়ব; ৪ৰ্থ সং<br>মাঘ, ১৮৫২ শক |
| বসন্তোৎসৱ | আৱাহন<br>২য়ব; ৬ষ্ঠ সং<br>চ'ত, ১৮৫২ শক |
| লাহৰী | আৱাহন<br>২য়ব; ১০ম সং<br>শাওণ, ১৮৫৩ শক |
| দুৰ্দ্দৈব | আৱাহন<br>২য়ব; ১০ম সং |
| স্মৃতি | আৱাহন<br>৩য়ব; ১১শ সং<br>ভাদ, ১৮৫৪ শক |
| কুক্কুটমেধ যজ্ঞ | আৱাহন<br>৪ৰ্থব; ৮ম সং<br>জেঠ, ১৮৫৪ শক |
| টুনী | আৱাহন<br>৪ৰ্থব; ৯ম সং<br>আহাৰ, ১৮৫৫ শক |
| ছোপাধৰা | আৱাহন<br>৪ৰ্থব; ১০ম সং<br>শাওণ, ১৮৫৫ শক |
| বগীতৰা | আৱাহন<br>৪ৰ্থব; ১২শ সং<br>আহিন, ১৮৫৫ শক |
| " | ৫মব; ১ম সং |
| " | কাতি, ১৮৫৫ শক |
| " | ৫মব; ২য় সং<br>আঘোণ, ১৯৫৫ শক<br>৫মব; ৩য় সং<br>পুহ, ১৮৫৫ শক |
| অধিকাৰৰ দাবী | অৱাহন<br>৫মব; ৮ম সং<br>জেঠ, ১৮৫৬ শক |
| " | ৫মব; ৯ম সং<br>আহাৰ, ১৮৫৬ শক |
| ভাগ বাটোৱাৰা | আৱাহন<br>৬ষ্ঠব; ২য় সং<br>আঘোণ, ১৮৫৬ শক |
| পৰিবৰ্ত্তন | আৱাহন<br>৬ষ্ঠব; ৯ম সং<br>আহাৰ, ১৮৫৭ শক |
| " | ৬ষ্ঠব; ১০ম সং<br>শাওন, ১৮৫৭ শক |

| | | | |
|---|---|---|---|
| " | | ৬ষ্ঠৰ; ১১শ সং | ভাদ, ১৮৫৭ শক |
| " | | ৬ষ্ঠৰ; ১২ শ সং | আহিন, ১৮৫৭ শক |
| বিজয়া | আৱাহন | ৭মৰ, ৬ষ্ঠ সং | জেঠ, ১৮৫৮ শক |
| মোৱাফাঁচি | আৱাহন | ৮মৰ; ৫ম সং | ব'হাগ, ১৮৫৯ শক |
| মোৰ পৰিণয় কাহিনী | আৱাহন | ৮মৰ; ৯ম সং | ভাদ, ১৮৫৯ শক |
| প্ৰতিজ্ঞা | আৱাহন | ৮মৰ; ১০ম সং | আহিন, ১৮৫৯ শক |
| " | | ৮মৰ; ১১শ সং | কাতি, ১৮৫৯ শক |
| " | | ৮মৰ; ১২ শ সং | আঘোণ, ১৮৫৯ শক |
| মৈদাম অনুসন্ধান | আৱাহন | ৯মৰ; ৮ম সং | শাওণ, ১৮৬০ শক |
| ধনভঁড়াল | আৱাহন | ৮মৰ; ১০ম সং | আহিন, ১৮৬০ শক |
| ৰসায়ন | আৱাহন | ৯মৰ; ১২শ সং | আঘোণ, ১৮৬০ শক |
| মান নে অপমান | আৱাহন | ১০মৰ; ১২শ সং | আঘোণ, ১৮৬১ শক |
| ওস্তাদজী | আৱাহন | ১১শৰ; ২য় সং | পুহ, ১৮৬১ শক |
| মধু-মালতী | বৰদৈচিলা' | নৱম ভাগ | ব'হাগ ১৮৬২ শক |
| নয়নতৰা | আৱাহন | ১১শৰ; ৮ম সং | শাওন, ১৮৬২ শক |
| বীণাৰ ঝঙ্কাৰ | আৱাহন | ১২শৰ; ১ম সং | পুহ, ১৯৬২ শক। |

চৌধুৰীয়ে মুঠতে ৩২ টা গল্প প্ৰকাশ কৰিছিল আৰু গল্পকেইটা আলোচনীৰ পাততে আছিল। মন কৰিবলগীয়া, জীৱিত অৱস্থাত চৌধুৰীৰ কোনো গল্প সংকলন প্ৰকাশ হোৱা নাছিল।

চৌধুৰীৰ প্ৰকাশিত গল্পসমূহত কুৰি শতাব্দীৰ প্ৰথমাৰ্দ্ধৰ সামাজিক সমস্যা, প্ৰণয়মূলক আদিবাসাত্মক ঘটনা, জনজাতি জীৱনৰ চাকচিকা, ধৰ্মবিশ্বাস-অদৃষ্টৰ প্ৰভাৱ, কুসংস্কাৰ দূৰীকৰণৰ প্ৰচেষ্টা, মহাজন-দৰিদ্ৰৰ সম্পৰ্ক, বিয়া সন্দৰ্ভত দ্বিতীয়-তৃতীয় বিবাহ (পুণৰ্জন্মৰ দক্ষিণা, টুনী, বগীতৰা, বিজয়া উল্লেখযোগ্য), যৌতুকক কেন্দ্ৰ কৰি সৃষ্টি হোৱা ভয়াবহ সমস্যা, মানৱতাবোধ আৰু স্বদেশ প্ৰেমৰ যোগাত্মক দৃষ্টিভঙ্গী, ইংৰাজৰ শাসনৰ প্ৰতি অসমীয়াৰ মনোভাৱ, অসমত প্ৰাচীন সম্পদ আৰু সংস্কৃতিৰ প্ৰতি অনুৰাগ নিমজভাৱে প্ৰতিফলিত হোৱাতো পৰিলক্ষিত হৈছে।

কলা-কৌশল বা সূক্ষ্ম কাৰুকাৰ্যৰ ফালৰ পৰা ক্ৰুটী থাকিলেও পৰম্পৰাগত মূল্যবোধৰ প্ৰতি আস্থা আৰু মানুহৰ সুখ-দুখ, প্ৰেম-বিবাহৰ প্ৰতি আন্তৰিক সহানুভূতি প্ৰকাশত চৌধুৰীয়ে বিশেষ স্থান লভিছে। প্ৰকৃতাৰ্থত, আৱাহন যুগৰ (১৯২৯-৪০) সমাজ সচেতন লিখক হিচাপে চৌধুৰীয়ে বিশেষ মৰ্যাদা অৰ্জন কৰিছে।

জমিদাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে 'আৱাহন' নিয়মীয়াৰৈ প্ৰকাশৰ তাগিদা আৰু নিজৰ চিন্তা-চৰ্চা, আবেগ-অনুভূতি প্ৰকাশৰ বাবে বিভিন্ন বিষয়ত প্ৰবন্ধ লিখিছিল। প্ৰকাশিত প্ৰবন্ধ আদি হ'ল—

**ভ্ৰমণ কাহিনী ঃ**

| | | | |
|---|---|---|---|
| কুম্ভমেলা যাত্ৰা | আৱাহন | ১মৰ; ৫ম সং | ফাগুন, ১৮৫১ শক |
| | " | ১মৰ; ৬ষ্ঠ সং | চ'ত, ১৮৫১ শক |
| | " | ১মৰ; ৭ম সং | ব'হাগ, ১৮৫২ শক |
| আগ্ৰা | " | ১মৰ; ৯ম সং | আহাৰ, ১৮৫২ শক |
| | " | ১মৰ; ১০ম সং | শাওণ, ১৮৫২ শক |
| | " | ১মৰ; ১১শ সং | ভাদ, ১৮৫২ শক |
| | " | ১মৰ; ১২শ সং | আহিন, ১৮৫২ শক |

**জীৱন চৰিত সম্বন্ধীয় ঃ**

| | | | |
|---|---|---|---|
| মোৰ জীৱন স্মৃতি | আৱাহন | ৭মৰ; ৮ম সং | শাওণ, ১৮৫৮ শক |
| ভাষা শিক্ষা | | | |
| ভাষা কায়া কল্প | অসম সাহিত্য সভা পত্ৰিকা | ৭মৰ; ২য় সং | ১৮৫৮-৫৯ শক |
| চিকিৎসাক বেজবৰুৱা | | | |

**ভাষণ ঃ**

| | | | |
|---|---|---|---|
| অসম সাহিত্য সভাৰ সভাপতিৰ ভাষণ | আৱাহন | ৩য়ৰ; ৩য় সং | পুহ, ১৮৫৩ শক |
| | " | ৩য়ৰ; ৪ৰ্থ সং | মাঘ, ১৮৫৩ শক |
| বড়ো জাতিৰ কথা | " | ৪ৰ্থৰ; ১০ম সং | শাওণ, ১৮৫৫ শক |
| | " | ৪ৰ্থৰ ১২শ সং | আহিন, ১৮৫৫ শক |



**বিজ্ঞান বিষয়ক ঃ**

| | | | |
|---|---|---|---|
| চিয়াহী | আৱাহন | ২য়ৰ; ৯ম সং | আহাৰ, ১৮৫২ শক |
| লুপ্ত অতিকায় প্ৰাণী | আৱাহন | ৮মৰ; ৩য় সং | পুহ, ১৮৫৮ শক |
| | " | ৮মৰ; ৪ৰ্থ সং | মাঘ, ১৮৫৮ শক |

**সংস্কৃতি বিষয়ক ঃ**

| | | | |
|---|---|---|---|
| ভাৰতীয় নৃত্য | " | ৩য়ৰ; ৯ম সং | আহাৰ, ১৮৫৪ শক |
| সংগীত | " | ৫মৰ; ৬ষ্ঠ সং | চ'ত, ১৮৫৫ শক |
| প্ৰাগৈতিহাসিক যুগত চিত্ৰ শিল্প | " | ৮মৰ; ১ম সং | পুহ, ১৮৫৮ শক |
| মণিপুৰী পৌৰাণিক নৃত্য | " | ৮মৰ; ৬ষ্ঠ সং | জেঠ, ১৮৫৯ শক |
| ছোৰাইকেল্লাৰ ছো নৃত্য | " | ৯মৰ; ১ম সং | পুহ, ১৮৫৯ শক |
| সু চানেকি | মিলন | ৬ষ্ঠৰ; ২য় সং | ফাগুন-চ'ত, ১৮৪৯ শক |
| | " | ৭মৰ; ৪ৰ্থ সং | ১৮৫১শক |

**খেল আৰু ব্যায়াম বিষয়ক ঃ**

| | | | |
|---|---|---|---|
| যাঠি খেলত সাৰ্থকতা | আৱাহন | ৫মৰ; ১২শ সং | আহিন, ১৮৫৬ শক |
| পোলো খেলা | " | ৮মৰ; ৭ম সং | আহাৰ. ১৮৫৯ শক |

**বিবিধ বিষয়াক ঃ**

| | | | |
|---|---|---|---|
| জন্তু জগত ওপৰত মানুহৰ কতৃত্ব | আৱাহন | ১মৰ; ৬ষ্ঠ সং | চ'ত, ১৮৫১ শক |
| কিবাত | অসম সাহিত্য সভা পত্ৰিকা | ৪ৰ্থৰ; ১ম সং | ১৮৫১-৫২ শক |
| নাও | আৱাহন | ৩য়ৰ; ১ম সং | কাতি, ১৮৫০ শক |
| আহোম ভাষাৰ পুথি | " | ৫মৰ; ৪ৰ্থ সং | মাঘ, ১৮৫৫ শক |
| ভোজনৰ ফেশ্বন | আৱাহন | ৬ষ্ঠৰ ৩য় সং | পুহ, ১৮৫৬ শক |
| 'ডমিছাইন্ডৰ' 'দিগবাজি' | " | ৭মৰ; ৩য় সং | পুহ, ১৮৫৭ শক |
| আমাৰ দেশ | মিলন | ৮মৰ; ১ম সং | পুহ-মাঘ, ১৮৫১ শক |
| গুপ্তচৰৰ গুপ্ত কৌশল | আৱাহন | ৯মৰ; ১১শ সং | কাতি, ১৮৬০ শক |
| প্ৰবাসী বংগ সাহিত্য সন্মিলন আৰু অসমীয়া কাকত | " | ১০মৰ; ২য় সং | মাঘ, ১৮৬০ শক |

**গোহাৰি, আলোচনাঃ**

| | | | |
|---|---|---|---|
| ৰাণী লোকমানী দেৱী | আৱাহন | ১মৰ; ৪ৰ্থ সং | মাঘ, ১৮৫১ শক |
| " | " | ১মৰ ৫ম সং | ফাগুন, ১৮৫১ শক |
| প্ৰবাসীৰ প্ৰলাপ | " | ৬ষ্ঠৰ; ৭ম সং | ব'হাগ, ১৮৫৭ শক |
| গুৱাহাটী কটন কলেজ ছুইমিং ক্লাৱ | " | ১০মৰ; ৭ম সং | আহাৰ, ১৮৬১ শক |

**পুথি সমালোচনা ঃ**

| | | | |
|---|---|---|---|
| সংগীত বিজ্ঞান চিৰিজ | " | ৪ৰ্থ ৮ম সং | জেঠ, ১৮৫৫ শক |

আলোচনীৰ পাততে সিঁচৰতি হৈ পৰি থকা চৌধুৰীৰ প্ৰবন্ধবাজি কেৱাটাও দিশৰ পৰা গুৰুত্বপূৰ্ণ আৰু উল্লেখযোগ্য। প্ৰবন্ধবাজিত ব্যাপক চিন্তা-চৰ্চা আৰু অধ্যয়নপুষ্ট মনৰ প্ৰতিফলন ঘটিছে। বিষয়-বস্তুৰ বৈচিত্ৰ্যত মনকৰিবলগীয়া। উপাস্থাপনত সুকীয়া দৃষ্টিভঙ্গী প্ৰকাশ হোৱা নুই কৰিব নোৱাৰি। শব্দ চয়ন পদ্ধতি আৰু বাক্য গঠন প্ৰণালীয়ে নতুন ধাৰাৰ ইংগিত দিছে। বৰ্ণনা সৰস আৰু সাৱলীল হোৱা স্বীকাৰ্য। তথ্য সম্বলিত বা প্ৰত্নতাত্বিক বিষয় বস্তুকো ৰসাল-সাৱলীলভাৱে উপস্থাপন কৰাতো একে প্ৰসঙ্গতে উল্লেখযোগ্য।

চমু পৰিসৰত পোনপটীয়াভাৱে বিষয় বস্তু দাঙি ধৰাত চৌধুৰীৰ 'কলম' কোনো ঠাইতে থমকি ৰ'বলগীয়া হোৱা নাই। 'কিবাত', 'আমাৰ দেশ' 'ডমিছাইন্ডৰ 'দিগবাজি', 'আহোম ভাষাৰ পুথি' আদি প্ৰবন্ধত চৌধুৰীৰ চিন্তাধাৰা সংযত আৰু মনোৰমভাৱে প্ৰকাশ হৈছে। 'অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ,' "প্ৰবাসীৰ প্ৰলাপ", 'প্ৰবাসী বংগ সাহিত্য সম্মিলন আৰু অসমীয়া সাহিত্য'ত নিজস্ব মতবাদ আৰু সূক্ষ্ম দৃষ্টিভংগী দৃঢ়তাৰে প্ৰকাশ কৰিছে। স্বদেশ প্ৰেম আৰু জাতীয় চেতনা-প্ৰেৰণা 'ডমিছাইন্ডৰ' 'দিগবাজি', 'আমাৰ দেশ' আদিত প্ৰবাহিত হৈছে।

সচিত্ৰ প্ৰবন্ধ ৰচনাত চৌধুৰীয়ে অতুলনীয় আৰু অনন্য সাধাৰণ স্থান দখল কৰিছে। চিত্ৰ ফলকৰ মাজেৰে প্ৰবন্ধৰ বিষয় ব্যাখ্যা কৰাৰ বাবে, সামগ্ৰীক ভাবে প্ৰবন্ধ আকৰ্ষনীয় আৰু সহজবোধ্য হৈছে। মানৱ সভ্যতাৰ লগত জড়িত উচ্চজ্ঞান সমৃদ্ধ বিষয়ক লৈ ৰচনা কৰা প্ৰবন্ধত বিদেশী সাহিত্য অধ্যয়ণৰ প্ৰভাৱ পৰিছে। অৱশ্যে, প্ৰবন্ধৰ কোনো ঠাইতে সহায়ক গ্ৰন্থ আৰু গ্ৰন্থকাৰৰ নাম উল্লেখ কৰা নাই।

বঙলা সাহিত্য আৰু সাময়িক বঙলা পত্ৰিকাৰ লগতো চৌধুৰীৰ ঘনিষ্ঠ সম্পৰ্ক থকাৰ কথা প্ৰবন্ধৰ মাজেৰে অনুমান কৰিব পাৰি। বিশেষকৈ, সেই সময়ত ব্যাপক প্ৰচাৰিত জনপ্ৰিয় আলোচনী 'ভাৰতবৰ্ষ', প্ৰবাসী' আৰু 'বসুমতী'ৰ দ্বাৰা তেওঁ অনুপ্ৰাণিত হৈছিল বুলি ক'ব পাৰি। এই প্ৰসঙ্গতে বঙলা ভাষাত লিখা চৌধুৰীৰ তিনিখন 'ডায়েৰী'ৰ কথা উল্লেখযোগ্য। দুখন 'ডায়েৰী' পকেট আকাৰৰ আৰু এখন 'ডায়েৰী' ডিমাই আকাৰৰ। ১৯০৪ চনৰ পকেট আকাৰৰ 'ডায়েৰী' দুখনৰ আখৰ ঠায়ে ঠায়ে অস্পষ্ট হৈছে। ১৯২৯ চনৰ ডায়েৰীখন নিখুঁত হৈ আছে। ১৯০৪ চনৰ ১ জানুৱাৰীৰ পৰা 'ডায়েৰী' লিখা আৰম্ভ কৰাৰ লগতে 'ডায়েৰী'ৰ পাতত অসমৰ সাহিত্য-সংস্কৃতি বিষয়ক কথা, পাৰিবাৰিক কথা, জমিদাৰৰ অৱস্থা, গোৱালপাৰা জিলাৰ লগত ( অবিভক্ত গোৱালপাৰা) জমিদাৰৰ সম্পৰ্ক, বিদ্যালয় গঢ়াত জমিদাৰ পৰিয়ালে আগবঢ়োৱা সহায়-দিহা-পৰামৰ্শবো চমু উল্লেখ আছে।

চৌধুৰীৰ সাহিত্য প্ৰতিভা বহুধা বিভক্ত আছিল। প্ৰকাশ হোৱা প্ৰবন্ধ আদিত বাহিৰেও নাটক, কবিতা আদিও অপ্ৰকাশিত অৱস্থাত থকা বুলি পৰিয়ালৰ সূত্ৰৰ পৰা সদৰী হৈছে। আটাইবোৰ একেলগে ছপা হ'লে আৰু সহজলভ্য হ'লে চৌধুৰীৰ সাহিত্যৰ যথাৰ্থতা নিৰূপণত নিশ্চয় সহায়ক হ'ব। অসম সাহিত্য সভাই এই বিষয়ত হাতে-কামে আগবাঢ়িলে চৌধুৰীৰ সাহিত্য প্ৰতিভা প্ৰকাশত সুবিধা হোৱাৰ লগতে আৱাহন যুগৰ সাহিত্যৰ মূল্যায়ন কৰাত যে সহায়ক হ'ব ই ধ্ৰুৱপ।

**অসম সাহিত্য সভাৰ লগত সম্পৰ্ক ঃ**

অসম সাহিত্য সভাৰ লগত চৌধুৰী তথা জমিদাৰ পৰিয়ালৰ নিগূঢ় সম্পৰ্ক আছিল। ১৯১৮ চনৰ ২৭,২৮ ডিচেম্বৰত গোৱালপাৰাত অনুষ্ঠিত দ্বিতীয় অধিবেশনৰ 'আদৰণি সভাৰ সভাপতি আছিল জমিদাৰ যতীন্দ্ৰ নাৰায়ণ চৌধুৰী।'[৮] ১৯২৬ চনৰ ২৯, ৩০ ডিচেম্বৰত ধুবুৰীত হোৱা নৱম অধিবেশনৰ আদৰণি সভাৰ সভাপতি আছিল জমিদাৰ ৰবীন্দ্ৰ নাৰায়ণ চৌধুৰী।[৯] ১৯২৭ চনৰ ৮, ৯ অক্টোবৰত গোৱালপাৰাত বহা দশম অধিবেশনৰ আদৰণি সভাৰ সভাপতিৰ গুৰুত্বপূৰ্ণ দায়িত্ব বহন কৰিছিল ভোলানাথ চৌধুৰীয়ে।[১০]

জমিদাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে ১৯৩১ চনৰ ডিচেম্বৰ মাহত শিৱসাগৰত অনুষ্ঠিত হোৱা ত্ৰয়োদশ অধিবেশনত সভাপতিৰ আসন গ্ৰহণ কৰিছিল আৰু সফলতাৰে সম্পন্ন কৰিছিল। চৌধুৰীৰ সভাপতিত্বত সম্পন্ন হোৱা শিৱসাগৰ অধিবেশন কেবাটাও দিশৰ পৰা গুৰুত্বপূৰ্ণ আছিল। এই অধিবেশনতে লক্ষ্মীনাথ বেজবৰুৱাক সম্বৰ্দ্ধনা জনোৱা হয় আৰু সভাপতি হিচাপে চৌধুৰীয়ে বেজবৰুৱাক 'ৰসৰাজ' উপাধি দিয়ে। তেতিয়াৰ পৰাই বেজবৰুৱাক 'ৰসৰাজ' বেজবৰুৱা বোলা হয়।[১১] সভাপতিৰ আসনত অধিষ্ঠিত হোৱাৰ পিছৰ পৰাই চৌধুৰীয়ে অসম সাহিত্য সভাৰ শক্তি-গতি প্ৰদানত আশাশুধীয়াভাৱে সভাপতি নিৰ্বাচিত ঃ

১৯২৪ চনৰ ২৭,২৮ আৰু ২৯ ডিচেম্বৰত গুৱাহাটীত বহা সপ্তম অধিবেশনত সঙ্গীত শাখাৰ সভাপতি হিচাপে জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰী নিৰ্বাচিত হৈছিল। দুখৰ বিষয় চৌধুৰীয়ে সভাপতিৰ আসন গ্ৰহণ কৰিব নোৱাৰিলে।[৫] ২৮ তাৰিখে সঙ্গীত সভাৰ অধিৱেশনত নিৰ্দিষ্ট সভাপতি জমিদাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে উপস্থিত থাকিব নোৱাৰাত ঔপন্যাসিক ৰজনীকান্ত বৰদলৈদেৱে সভাৰ কাৰ্য চলায় আৰু চৌধুৰীদেৱৰ ছপা অভিভাষণ পাঠ কৰে।[১২] অসম সাহিত্য সভাৰ লগত চৌধুৰীৰ এয়ে প্ৰথম সম্পৰ্ক বুলি ক'ব পাৰি।

**সঙ্গীত শাখাৰ সভাপতিৰ আসন গ্ৰহণ ঃ**

১৯৩৬ চনৰ এপ্ৰিল মাহত তেজপুৰত অসম সাহিত্য সভাৰ যোড়শ অধিবেশন বহে। মূল অধিবেশনৰ লগতে সঙ্গীত সভাও অনুষ্ঠিত হৈছিল। জমিদাৰ নগেন্দ্ৰ নাৰায়ন চৌধুৰীয়ে সঙ্গীত সভাত সভাপতিৰ আসন গ্ৰহণ কৰিছিল আৰু দায়িত্ব নিয়াৰিকৈ সম্পন্ন কৰি ভূয়সী প্ৰশংসা অৰ্জন কৰিছিল।

**অন্যান্য অনুষ্ঠানৰ লগত সম্পৰ্ক ঃ**

কলিকতাত থকা সময়ত চৌধুৰীয়ে এ-এছ- এল ক্লাবৰ লগত সক্ৰিয়ভাৱে জড়িত আছিল। ক্লাবৰ সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰি ক্লাবৰ সামগ্ৰীক উন্নতিত চৌধুৰীয়ে আগবঢ়োৱা অৱদান উল্লেখযোগ্য।

**'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ৰ লগত সম্পৰ্ক ঃ**

চৌধুৰীয়ে ছাত্ৰ অৱস্থাতে গোৱালপাৰাত স্থাপিত হোৱা অঃ ভাঃ উঃ সাঃ সভাৰ লগত যোগাযোগ ৰাখিছিল[১৩] আৰু পিছলৈ কলিকতাৰ অঃ ভাঃ উঃ সাঃ সভাত বিভিন্ন দিশত সহায়- সহযোগ আগবঢ়াইছিল।

**লক্ষীপুৰ ক্লাব ঃ**

১৯১৮ চনত স্থাপিত লক্ষীপুৰ ক্লাবৰ লগত জমিদাৰ পৰিয়াল আৰু কৰ্মচাৰীবৃন্দৰ নিবিড় সম্পৰ্ক আছিল। চৌধুৰীয়ে এই ক্লাবৰ জৰিয়তে লক্ষীপুৰত সাংস্কৃতিক পৰিবেশ গঢ়ি তুলিছিল। ক্লাবত স্থানীয় শিল্পীক নৃত্য, গীত, অভিনয় শিকোৱাৰ উপৰি স্বৰচিত নাটক মঞ্চস্থ কৰাইছিল।

**গুৱাহাটী সান্ধ্য সন্মিলনী ঃ**

শেষ বয়সত চৌধুৰীয়ে গুৱাহাটীলৈ সঘনাই অহা-যোৱা কৰিছিল আৰু উজান বজাৰৰ ৰাজবাৰীৰ সৰু বঙলাত থকা সময়তে সাংস্কৃতিক অনুষ্ঠান পাতি শাস্ত্ৰীয় সঙ্গীত চৰ্চা কৰিছিল। বৈজ্ঞানিক প্ৰণালীৰে গীত-বাদ্য চৰ্চা আৰু অনুশীলন কৰিবলৈ চৌধুৰীয়ে গুৱাহাটীৰ তৰুণ দলক সততে অনুপ্ৰেৰণা দিছিল।[১৪] সঙ্গীত সাধক শশীকান্ত গোস্বামী তেওঁৰ অন্তৰঙ্গ বন্ধু আছিল আৰু চৌধুৰীয়ে আয়োজন কৰা আখৰাত তেখেতে নিয়মিতভাৱে যোগদান কৰিছিল। যশস্বী নাট্যকাৰ, শিল্পী প্ৰবীন ফুকনে চৌধুৰীৰ পৰা তবলা, পিয়ানো আদি বাদ্য বজাবলৈ শিকিছিল।[১৫] সন্ধিয়া সন্মিলনীৰ মাজেৰে চৌধুৰীয়ে নিজৰ দক্ষতা প্ৰকাশ কৰাৰ লগতে বুজন সংখ্যকক প্ৰেৰণা দিবলৈ সক্ষম হৈছিল।

**মৃত্যু ঃ**

১৮৬৯ শকৰ ২৬ কাতি বৃহস্পতিবাৰে শুক্লপক্ষৰ প্ৰতিপাদ তিথিত ( ১৩ নৱেম্বৰ, ১৯৪৭ চন), সন্ন্যাস ৰোগত আক্ৰান্ত হৈ চৌধুৰীয়ে নিজ ঘৰ লক্ষীপুৰত মৃত্যুবৰণ কৰে।

**আদৰ্শ, স্বাধীনতা সংগ্ৰামলৈ অৱিহনা ঃ**

ডাঠ, বগা খদ্দৰৰ চুৰীয়া, হাতখৰা কুৰ্টা পৰিহিত চৌধুৰী সভা শুৱনী ব্যক্তি আছিল। নিৰানন্দ, অহঙ্কাৰক কোনো সময়তে প্ৰশ্ৰয় নিদিয়া চৌধুৰীয়ে দেশত-দহৰ উন্নতিৰ বাবে অহৰ্নিশে চিন্তা কৰিছিল। সহজ-সৰল মনৰ, পৰোপকাৰী ব্যক্তি হিচাপে চৌধুৰীয়ে বিশেষ সুনাম অৰ্জন কৰিছিল। 'আৱাহন'ত প্ৰকাশিত (১ ম বছৰ, ৪-৫ সংখ্যা) 'ৰাণী লোকমাণীদেৱী' গোহাৰি পত্ৰই নিদৰ্শন দাঙি ধৰিছে। থোৰতে ক'বলৈ হ'লে, চৌধুৰীয়ে সকলো পৰিবেশ, পৰিস্থিতিতে নৈতিক দৃঢ়তা, যুক্তিভিত্তিক মনৰ প্ৰকাশ কৰিছিল।

চৌধুৰীয়ে মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ প্ৰতি পূৰ্ণ সমৰ্থন আগবঢ়াইছিল আৰু ইংৰাজৰ শাসন-শোষণৰ পৰা মাতৃভূমিক মুক্ত কৰাৰ বাবে সবল মন্তব্য বিভিন্ন ৰচনাৰ মাজেৰে প্ৰকাশ কৰি ব্যাপক জনমত গঢ়ি তুলিবলৈ পৰোক্ষভাৱে চেষ্টা কৰিছিল। 'লাভ', 'দুৰ্দ্দৈৱ,' 'অসম্পূৰ্ণ আইন', 'পূৰ্বজন্মৰ দক্ষিণা', 'কুম্ভমেলা যাত্ৰা' আদি গল্প-ভ্ৰমণ কাহিনীত মহাত্মা গান্ধীৰ নেতৃত্বৰ প্ৰতি প্ৰবল আস্থা, অসহযোগ আন্দোলনৰ প্ৰতি পূৰ্ণ সমৰ্থন দোহাৰিছিল। চৌধুৰীয়ে সেই সময়ৰ বৰেণ্য নেতা গোপীনাথ বৰদলৈ, তৰুণৰাম ফুকন আদিৰ লগত যোগাযোগ কৰি স্বদেশ প্ৰেমৰ অফুৰন্ত ভাব-চিন্তা বিভিন্ন সাহিত্য কৰ্ম আৰু সাংস্কৃতিক অনুষ্ঠানৰ মাজেৰে প্ৰকাশ কৰিছিল।

চৌধুৰীৰ পূৰ্ব পুৰুষেও ইংৰাজৰ বিৰুদ্ধে কাম কৰাৰ উদাহৰণ আছে। ১৭৮৯ চনৰ ২২ নৱেম্বৰত মেচপাৰাৰ জমিদাৰ ৰণাৰামে বেইলী চাহাবৰ গোৱালপাৰা কুঠি আক্ৰমণ কৰি বিদ্ৰোহৰ বীজ ৰোপণ কৰিছিল। ১৭৯০ চনৰ ফেব্ৰুৱাৰী মাহত বন্দী অৱস্থাতে ৰণাৰামৰ মৃত্যু হৈছিল।[১৬] ইংৰাজৰ বিৰুদ্ধে বিদ্ৰোহ কৰা ৰণাৰামৰ নাম মেচপাৰাৰ জমিদাৰ পৰিয়াল তথা গোৱালপাৰা জিলাত স্মৰণীয় হৈ আছে।

**অসমীয়া ভাষালৈ অৱদান ঃ**

চৌধুৰীয়ে সম-সাময়িক আলোচনীত বিভিন্ন লিখা প্ৰকাশ কৰি সাহিত্যক চহকী কৰাৰ উপৰি অসমীয়া ভাষাৰ সৰ্বাঙ্গীণ উন্নতিত আত্মনিয়োগ কৰা স্বীকাৰ্য। বঙলা ভাষা আৰু বঙলা সমাজৰ লগত সুসম্পৰ্ক অক্ষুন্ন ৰখা চৌধুৰীয়ে অসমীয়া ভাষাৰ প্ৰতি থকা দায়বদ্ধতা কথা-কলমেৰে নিকপ্কপীয়াকৈ প্ৰকাশ কৰিছিল। গোৱালপাৰা জিলাৰ পঢ়াশালিৰ পৰা অসমীয়া ভাষা বিতাৰিত হোৱাত চৌধুৰীয়ে দুখ প্ৰকাশ কৰিয়ে ক্ষান্ত থকা নাছিল। অসমীয়া ভাষাক পঢ়াশালিত উপযুক্ত স্থান দিয়াত চেষ্টা কৰিছিল।[১৭] মাতৃভাষাৰ হিতৈষী ব্যক্তি হিচাপে জমিদাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ নাম চিৰস্মৰণীয় হৈ ৰ'ব।

১। শৰ্মা, দীননাথ (সম্পা)ঃ আৱাহন, ৭মৰ; ৮ম সং প্ৰ. লি. চৌধুৰী, নগেন্দ্ৰ নাৰায়ণ, মোৰ জীৱন স্মৃতি-ভাষা-শিক্ষা পৃঃ ৮৮৬।
২। অসম সাহিত্য সভা পত্ৰিকা, একবিংশৰ; ২য় সং; প্ৰ-লি- গোস্বামী, ত্ৰৈলোক্যনাথ, গল্পলেখক জমিদাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰী, পৃ ঃ ৯৯।
৩। ঠাইখনৰ নাম শ্ৰী অমলেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ পৰা জানিব পৰা হৈছে।
৪। চৌধুৰীৰ ১৯২৯ চনৰ ডায়েৰীৰ 'প্ৰফুল্ল' আৰু 'প্ৰ' লিখা উল্লেখযোগ্য।
৫। মিলন, ফাগুন-চ'ত (১৮৫০) সাহিত্য সম্বাদ, পৃ ঃ ৯৩।
৬। ৰায়চৌধুৰী, ভগগিৰী (সম্পা)ঃ অসম সাহিত্য সভা পত্ৰিকা ১ম সং (১৮৮৮ শক); প্ৰ লিঃ চৌধুৰী, ৰঘুনাথদেৱ; কলিকতাত অসমীয়া সাহিত্যৰ চৰ্চা; স্মৃতি ৰোমন্থন পৃ ঃ ৯১।
৭। শৰ্মা, হেমন্তকুমাৰ (সম্পা) নগেন্দ্ৰনাৰায়ণ চৌধুৰী (১৯৮১) প্ৰঃ লি শৰ্মা, ৰজনীকান্তদেৱ, আৱাহন স্মৃতি, পৃঃ ৪৩।
৮। হাজৰিকা, অতুলচন্দ্ৰ ঃ অসম সাহিত্য সভাৰ ৰূপ লেখা (১৯৭৭), পৃঃ ২৩।
৯। উক্ত গ্ৰন্থ, পৃঃ ৪৮।
১০। হাজৰিকা, অতুল চন্দ্ৰ (সঙ্ক-সম্পা) ঃ অসম সাহিত্য সভাৰ ভাষণাৱলী, দ্বিতীয় ভাগ (১৯৫৭); পৃঃ ২৫২।
১১। হাজৰিকা, অতুল চন্দ্ৰ (সম্পা); প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ২৬৯
১২। উক্ত গ্ৰন্থ, পৃঃ ২৪৫।
১৩। শৰ্মা, দীননাথ (সম্পা) প্ৰাগুক্ত আলোচনী, ৭মৰ, ৮মসং (১৮৫৮); পৃঃ ৮৮৬।
১৪। ৰাভা, জেউতিবালা (সম্পা)ঃ স্মৃতিগ্ৰন্থ (১৯৮৮) প্ৰ লি দাস অন্নদাচৰণ; গোৱালপাৰা জিলাৰ (গোৱালপৰীয়া) নাট্য শিল্পঃ অতীত আৰু বৰ্তমান; পৃঃ ১৪।
১৫। শইকীয়া, চন্দ্ৰপ্ৰসাদ (সম্পা)ঃ প্ৰকাশ (১৯৮৫), প্ৰ লি চৌধুৰী লক্ষ্যধৰ; নাট্যকাৰ প্ৰবীন ফুকন ঃ জীৱন নাটৰ জিলিঙণি; পৃ ঃ ১৭।
১৬। ভূঞা, এচ্ কে ঃ এংলো আছামিজ ৰিলেচন (১৯৪৯); পৃঃ ১৭৯-১৮৪।
১৭। শৰ্মা, দীননাথ (সম্পা) ঃ প্ৰাগুক্ত আলোচনী, ৭মৰ; ৮ম সং পৃঃ ৮৮৪-৮৮৫।



# উনবিংশ শতিকাৰ উল্লেখযোগ্য দলিল ঃ

# 'বুৰঞ্জী বিৱেক ৰত্ন'

## গীতা দাস

উনবিংশ শতিকা অসমীয়া ভাষা-সাহিত্যৰ এক যুগান্তকাৰী শতিকা। যদিও এই সময়ছোৱা বিভিন্ন ৰাজনৈতিক আৰু সামাজিক ঘটনা প্ৰবাহৰ ইতিহাস তথাপি প্ৰকৃত আধুনিক গদ্য প্ৰতিষ্ঠাৰ অন্তৰ্নিহিত তাৎপৰ্যৰ বিচাৰ-বিশ্লেষণ আৰু আধুনিক অসমীয়া গদ্য সাহিত্যৰ ইতিহাস পৰ্যালোচনাৰ বাবেও এই সময়ছোৱা সমানেই গুৰুত্বপূৰ্ণ।

উইলিয়াম কেৰীৰ নেতৃত্বত আদি-ইংৰাজ শাসন যুগৰ অন্ধকাৰ কালতে অসমীয়া পণ্ডিত আত্মাৰাম শৰ্মাৰ হতুৱাই বাইবেলৰ অসমীয়া ভাঙনিৰ পাছতে উল্লেখযোগ্য গদ্যৰ নিদৰ্শন পাব পাৰি মনিৰাম দেৱানৰ দ্বাৰা বঙলা-অসমীয়া মিশ্ৰিত গদ্যত ৰচনা কৰা 'বুৰঞ্জী বিৱেক ৰত্ন' গ্ৰন্থত। এই গ্ৰন্থখন আমাৰ পৰম্পৰাগত গদ্য সাহিত্যৰ শেষতম নিদৰ্শন বুলিবও পাৰি। কাৰণ দেৱানদেৱে মিছনাৰী প্ৰভাৱৰ দ্বাৰা সম্পূৰ্ণৰূপে প্ৰভাৱান্বিত নহৈ পূৰ্বৰ পৰা চলি অহা বুৰঞ্জীৰ গদ্যৰীতিৰ পৰিৱৰ্তিত আৰু পৰিমাৰ্জিত ৰূপহে গ্ৰহণ কৰিছিল। জনসাধাৰণক আকৃষ্ট কৰিবৰ কাৰণে সাধাৰণতে সহজ-সৰল কথিত ভাষাৰ প্ৰয়োগ লগতে ধৰ্ম বা আধ্যাত্মিকতাৰ লগত সম্বন্ধ থকা বিষয়সমূহৰ ৰূপায়ণত সংস্কৃত ভাষাৰ প্ৰয়োগ এই গ্ৰন্থৰ উল্লেখযোগ্য বৈশিষ্ট্য। উক্ত বুৰঞ্জীখনক ভাষাবিদ ড° মহেশ্বৰ নেওগে কামৰূপ-অসমৰ সামাজিক-সংস্কৃতিক বুৰঞ্জীৰ এক ডাঙৰ ভঁৰাল ৰূপে স্বীকৃত দি যথোচিত সন্মানেই দিছে।

মনিৰাম দেৱান (১৮০৬-১৮৫৮) জন্ম হোৱাৰ সময়ত অসমৰ ৰাজপাটত স্বৰ্গদেৱ কমলেশ্বৰ সিংহ আৰু উঠিৰজা বুঢ়া গোহাঁই পূৰ্ণানন্দ আছিল। মোৱামৰীয়া বিদ্ৰোহত দেশ তল-ওপৰ, দেশত দুৰ্ভিক্ষ, লগতে ইষ্ট ইণ্ডিয়া কোম্পানীৰ অসম আগমণ, অসমীয়া যুদ্ধ-প্ৰণালী, যুদ্ধৰ আহিলা-পাতি আৰু ৰাজ্য শাসনৰ নীতি সমূলে পৰিৱৰ্তন; এই সকলো ঘটনাৰ চাক্ষুস প্ৰমাণ আৰু এই সমস্ত ঘটনাৰ ভাল-বেয়া দুয়োটা দিশেই মনিৰামে ভোগ কৰিছিল। পুৰণি বুৰঞ্জী অধ্যয়ন কৰি, জীৱিত লোকৰ মুখৰ পৰা অলিখিত বুৰঞ্জী শুনি মনিৰাম দেৱানে বুৰঞ্জী ৰচনাৰ কাম হাতত লৈছিল। বিভিন্নজনৰ মুখৰ পৰা পোৱা বিভিন্ন ইতিহাস লগতে নিজৰ জন্ম মুহূৰ্তৰ পৰা বিভিন্ন অভিজ্ঞতাৰ পৰিণতিত ৰচিত হ'ল 'বুৰঞ্জী বিৱেক ৰত্ন' (১৮৩৮) গ্ৰন্থ।

বিষয়বস্তুৰ তাৰতম্যৰ বাবে মণিৰাম দেৱানৰ গদ্যৰ কোনো কোনো অংশৰ ভাষা সহজ-সৰল কথিত ভাষা আৰু কোনো কোনো অংশৰ ভাষা সংস্কৃতীয়া। সাধাৰণতে বুৰঞ্জীবিষয়ক কথাৰ চিত্ৰণত কথিত ভাষাৰ মাধ্যমত কথিত ভাষাৰ সুৰৰ ধৰ্ম বা আধ্যাত্মিক ভাৱৰ সমাবেশত সংস্কৃতীয়া ৰীতি ব্যৱহাৰ কৰিছে। সত্ৰৰ লগত সম্বন্ধ থকা ধৰ্মীয় বিষয়সমূহত সংস্কৃত ভাষাৰ প্ৰয়োগ এই গ্ৰন্থত সততে পৰিলক্ষিত হয়। দৃষ্টান্ত ৰূপে

"শৰণ সংহিতায়াং বদৰিকাশ্ৰমে নৰনাৰায়ণং ব্ৰুবিনাবদাদি মুনিঃ সাক্ষাৎ গৰ্গাদি মুনিভিঃ তথা। নৈমিষাৰণ্যতস্তত্ৰ কলি ধৰ্ম্মনিৰূপণে। তপসাদগ্ধ কৰ্ম্মানি শুক জিজ্ঞাসনে ৰতা। ইত্যাহ সৰ্বেসিলিতা কলিধৰ্ম্ম নিৰোপকা। শঙ্কৰং মাধৱং হিত্বা গুৰু জেন্যমুপাসতে। শিৰোহীনাকবন্ধাস্তে ভক্তিহীনা প্ৰবৃৰ্ত্তিতা। অস্মিন মহামোহময়ে কটাহে সূৰ্য্যাগ্নিনা ৰাত্ৰ দিবান্ধনেন সাসতিদৰ্ব্বি পৰিঘট্টনেন ভূতানি কালে পশ্চতীতিবাৰ্ত্তা।" (পৃঃ ১২, বুৰঞ্জী বিৱেক ৰত্ন)

সহজ-সৰল কথিত ভাষাৰ প্ৰয়োগৰ নিদৰ্শন স্বৰূপে নিম্নোক্ত পাঠ্যাংশখিনি দেখুওৱা হ'ল—

"কতক দিনানন্তৰ ঈশ্বৰ মহাদেৱ কছাৰি ৰজাকে স্বপ্ন কৰাওতে আগম ঠাকুৰ নামক এক ব্ৰাহ্মণ আনিয়া সংস্থাপন কৰিলে। তদ্ভিন্ন দক্ষিণ কোলে বৈদিক ধৰ্ম্ম প্ৰচাৰ ছিলনা, এবেচ যে কয়েকজন ৰাজা ছিল তাহাৰা ম্লেচ্চাচাৰী বৌধাৱলম্বী ছিলি। তৎপৰ যেসকল আসাম ৰাজা হৈয়াছিলেন তাহাও তৎস্বৰূপ মতেই ছিলেন। কেৱল আসাম শাস্ত্ৰেৰ দেওধাই বাইলুঙৰ মত আচৰণ কৰিতেন সৰগদেও, চোঙ্গদেও এই দুই কুল দেৱতা হয়।" (পৃঃ ৩, বুৰঞ্জী বিৱেক ৰত্ন)

১৮২৬ খৃঃত মানৰ অসম আক্ৰমণৰ ফলস্বৰূপে অসম ইংৰাজৰ হাতলৈ যায়। কিছুমান স্বাৰ্থান্বেষী লোকৰ প্ৰৰোচনাত পৰি অসমৰ অফিচ-আদালত, স্কুল আদিৰ পৰা অসমীয়া ভাষা অপসাৰিত হয় আৰু তাৰ ফলস্বৰূপে ১৮৩৬ খৃঃত বঙালী ভাষা সকলো প্ৰচাৰ তথা অফিচ - আদালতৰ ভাষা হিচাবে স্বীকৃতি পায়। এই সময়ছোৱা অসমীয়া ভাষা-সাহিত্যৰ সঙ্কটময় কাল। দেশৰ এনে এক অৰাজক অৱস্থাত ৰচিত হোৱাৰ বাবেও এই গ্ৰন্থৰ গদ্যত প্ৰকৃত অসমীয়া ভাষাৰ পয়োভৰতকৈ বঙলা, পাচী আদি ভাষাইহে প্ৰাধান্য লাভ কৰিছে। তদুপৰি ইংৰাজৰ হাতলৈ কাৰ্যভাৰ যোৱাত দেশৰ বিভিন্ন পদবীত বঙালী আৰু অন্যান্য মানুহক মকৰল কৰাত দেশৰ বাহিৰৰ বিভিন্ন স্থানৰপৰা বিভিন্ন শ্ৰেণীৰ মানুহৰো আগমণ ঘটিছিল। এই গ্ৰন্থৰ গদ্যত অন্যান্য ভাষাৰ প্ৰাধান্যৰ ইও এটি প্ৰধান কাৰণ।

মণিৰাম দেৱানে ডেৰকুৰিবছৰমান বৃটিছৰ লগত আন্তৰিকতাৰে সহযোগ কৰিছিল। বৃটিছৰ আমোলত কাৰ্য কৰাৰ ফলশ্ৰুতিত 'বুৰঞ্জী বিৱেক ৰত্ন' গ্ৰন্থতো তাৰ ছাঁ পৰা দেখা যায়। ভৌগোলিক - ঐতিহাসিক জ্ঞানত সমৃদ্ধিশালী দেৱানে বাহিৰা ৰাজ্যৰ লগত সম্পৰ্ক হ্ৰাস কৰি স্বতন্ত্ৰভাৱে নিজ ৰাজ্যক সমৃদ্ধিশালী আৰু আত্মনিৰ্ভৰশীল কৰাৰ ওপৰত গুৰুত্ব দিছিল। এইখিনিতে মণিৰাম দেৱানযে এজন অৰ্থনীতিবিদো আছিল সেইকথা নক'লে আলোচনাটি অসমাপ্ত হৈ ৰ'ব। আৰু এই সমস্ত বিষয়বস্তুৰ ছাঁ দেৱানৰ ৰচনাৱলীত অপ্ৰত্যাশিতভাৱে ক্ষীণকৈ হ'লেও পৰিছিল।

ধ্বনিতাত্ত্বিক দিশৰ প্ৰতি চকু দিলে নিম্নোক্ত বৈশিষ্ট্যসমূহ সততে চকুত পৰে—

'বুৰঞ্জী বিৱেক ৰত্ন' গ্ৰন্থৰ ধ্বনিসমূহত স্বৰধ্বনি /অ/ৰ ঠাইত /ঔ/ স্বৰধ্বনিৰ প্ৰয়োগহে পোৱা যায়। উদাহৰণ স্বৰূপে —

"কাৰ্য্যত চতুৰ নীতিজ্ঞ দেখে সেইজনকে আনি বড়চৌৱাৰা স্বৰ্গীয় দেৱ বহা ভেটিৰ পশ্চিম ....." (পৃঃ ৫১, বুৰঞ্জী বিৱেক ৰত্ন)

ইয়াত বৰচ'ৰা >বড়চৌৱা হৈছে।

হ্ৰস্ব /অ/ স্বৰবৰ্ণৰ ঠাইত কোনো কোনো ঠাইত /আ/স্বৰবৰ্ণৰ প্ৰয়োগ ঘটিছে—

ৰজ> ৰাজা

(পৃঃ ৫৭ বুৰঞ্জী বিৱেক ৰত্ন)

আকৌ কোনো কোনো ঠাইত হ্ৰস্ব /অ/বৰ্ণ হ্ৰস্ব/অ/হিচাবেও ব্যৱহৃত হৈছে। উদাহৰণ স্বৰূপে

ৰজা/ৰাজা

(পৃ ৫৮ ; বুৰঞ্জী বিৱেক ৰত্ন)

কামৰূপী উপভাষাৰ ঠাঁচো এই বুৰঞ্জীখনৰ ভাষাত পোৱা যায়। শ্বাসাঘাত কামৰূপী উপভাষাৰ দৰেহে ব্যৱহাৰ কৰিছে —

"............প্ৰাণ বিয়োগ হ'লে ববৰুৰা মুখত কাপৰ দি পেৰাত ভৰাই বৰচৌৱালৈ ওলাই আহি ডাঙৰীয়া তিনিজনাক কটকী পঠাই......."

(পৃঃ ৫১ , বুৰঞ্জী বিৱেক ৰত্ন)

ব্যঞ্জনবৰ্ণ /ৰ/ বৰ্ণৰ ঠাইত বিভিন্ন সময়ত /ড়/বৰ্ণৰ ব্যৱহাৰ মন কৰিবলগীয়া —

"........তাতে বড়বড়ুৱা প্ৰথমতে স্বৰ্গী হৱাজন* দেৱৰ আদেশে কই ........" (পৃঃ ৫২ , বুৰঞ্জী বিৱেক ৰত্ন)

'বুৰঞ্জী বিৱেক ৰত্ন' গ্ৰন্থৰ ৰূপগত দিশটোত অধ্যয়নৰ বিভিন্ন সমল আছে। দুই/এটা বৈশিষ্ট্যহে দাঙি ধৰা হ'ল—

অতীত কালত কোনো বস্তু থকা অৰ্থত যি ক্ৰিয়াৰূপ 'আছিল' ব্যৱহাৰ হয় তাৰ ঠাইত 'ছিল'ৰ ব্যৱহাৰহে বুৰঞ্জীখনত আছে—

"এবং মদ, গাহৰি, গোভক্ষণ ছিল তদভিন্ন চুটিয়া ৰাজা ও ৰৰাহি ৰাজা ও কচাৰি ৰাজা এই তিনি ৰজাৰ ৰাজত্ব ছিল, বিভক্ত সীমা ছিল।"

(পৃঃ ৯ ;বুৰঞ্জী বিৱেক ৰত্ন)

নঞাৰ্থক ৰূপ আধুনিক গদ্যৰ নঞাৰ্থক ৰূপতকৈ যথেষ্ট বেলেগ। যেনে—

নাহৰা>নোহোৰা; নালৰ>নলৰে।

অতীত কালৰ নঞাৰ্থক ৰূপত বঙালী ভাষাৰ প্ৰভাৱৰ ফলস্বৰূপে নঞাৰ্থক ৰূপৰ 'ন' ক্ৰিয়াৰ পিছত ব্যৱহৃত হৈছে-

"..........পথাৰতে ভাত খাইত, ঈশ্বৰ ভজনাৰ পথ ছিলনা।

(পৃঃ ১১ ; বুৰঞ্জী বিৱেক ৰত্ন)

মধ্যযুগৰ অসমৰ সামাজিক-সংস্কৃতিক বুৰঞ্জীৰ মাইলৰ খুটি স্বৰূপ 'বুৰঞ্জী বিৱেক ৰত্ন' গ্ৰন্থৰ গদ্যত বাংলা-অসমীয়া গদ্যৰ মিশ্ৰিত ৰূপ থাকিলেও ঠায়ে ঠায়ে বিশুদ্ধ অসমীয়া গদ্যভংগীৰো পৰিচয় পোৱা যায়। মিশ্ৰিত গদ্যভংগীৰ মাজেদি তৎকালীন সামাজিক তথা অৰ্থনৈতিক ৰাজনৈতিক দিশ সম্বন্ধেও জানিব পাৰি। উনবিংশ শতিকাৰ এখন প্ৰতিচ্ছবি আমি এই গ্ৰন্থৰ জৰিয়তে পাও। সেয়েহে মনিৰাম দেৱান ৰচিত 'বুৰঞ্জী বিৱেক ৰত্ন' গ্ৰন্থক উনবিংশ শতিকাৰ এক উল্লেখযোগ্য দলিল হিচাবে অভিহিত কৰিব পাৰি।

ৰজাৰত বেলেগ ৰুচিৰ মানুহৰ বাবে যেনেকৈ নানান সোৱাদৰ মিঠাই তৈয়াৰ হয়, তেনেকৈ নানান ৰুচিৰ মানুহৰ বাবে নানান সোৱাদৰ কিতাপ তৈয়াৰ কৰাব লাগে। শিশু, ডেকা-ডেকেৰী, বয়সীয়াল বেলেগ বেলেগ ভাৰৰ নিৰ্যাসৰ কিতাপ লাগে। — বাণীকান্ত কাকতি

There is no such thing as a moral or an immoral book. Books are well written or badly written. That is all. - Oscar Wilde




# আদৰণী সমিতি

মুখ্য পৃষ্ঠপোষক ঃ শ্ৰীপ্ৰফুল্ল কুমাৰ মহন্ত – মুখ্যমন্ত্ৰী, অসম
পৃষ্ঠপোষক ঃ সৰ্বশ্ৰী থানেশ্বৰ বড়ো – উচ্চ শিক্ষা মন্ত্ৰী, অসম
ফণী ভুষণ চৌধুৰী – শ্ৰম আৰু নিয়োগ মন্ত্ৰী, অসম
চন্দ্ৰমোহন পাটোৱাৰী – কৃষি মন্ত্ৰী, অসম
নগেন শৰ্মা – বনমন্ত্ৰী, অসম
যতীন মালী – প্ৰাথমিক আৰু মাধ্যমিক শিক্ষামন্ত্ৰী, অসম
শ্বহিদুল আলম চৌধুৰী – গ্ৰাম্য উন্নয়ন মন্ত্ৰী, অসম
প্ৰদীপ হাজৰিকা – পৰিবহন মন্ত্ৰী, অসম
দ্বীগেন বৰা – খাদ্য আৰু অসামৰিক যোগান মন্ত্ৰী, অসম
গুণীন হাজৰিকা – উদ্দ্যোগ মন্ত্ৰী, অসম
অৰুণ ৰাভা – ভূমি সংৰক্ষণ মন্ত্ৰী
ৰাজেন্দ্ৰ মুছাহাৰী – ভৈয়াম জনজাতি কল্যাণ মন্ত্ৰী, অসম
বীৰেন বৈশ্য – কেন্দ্ৰীয় তীখা আৰু খনি মন্ত্ৰী,
ড° প্ৰবীণ চন্দ্ৰ শৰ্মা – সাংসদ, গুৱাহাটী লোকসভা সমষ্টি
নুৰুল ইছলাম – সাংসদ
কনকেশ্বৰ নাজৰী – মুখ্য কাৰ্যবাহী সদস্য বি. এ চি.
ভূপেন ৰায় – বিধায়ক
জ্যোতিষ দাস – ”
আমিনুৰ ইছলাম – ”
বনেন্দ্ৰ মুছাহাৰী – ”
আলাউদ্দিন সৰকাৰ – ”
প্ৰশান্ত কুমাৰ বৰুৱা – ”
আলি আকবৰ মিঞা – ”
লালচান্দ সিংহী – জিলা উপায়ুক্ত, ধুবুৰী
নজিবুল উমৰ – বিধায়ক
ৰবীন বণিক্য – ”
অবিনাশ যোশী – মহকুমাধিপতি, বিলাসীপাৰা



আদৰণী সমিতি ঃ
উপদেষ্টা ঃ সৰ্বশ্ৰী মোহিনী মোহন ব্ৰহ্ম (কোকৰাঝাৰ)
শৰদিন্দু কুমাৰ চক্ৰৱৰ্তী ( বিলাসীপাৰা)
দেৱাজ উদ্দিন সৰকাৰ ( ” )
ৰাজেন্দ্ৰ ৰাভা (দুধনৈ)
গিয়াছউদ্দিন আহমেদ (নয়াহাট)
নৃপেন্দ্ৰ নাথ ডিহিদাৰ (গৌৰীপুৰ)
কালিন্দ্ৰ নাথ নাথ (ধুবুৰী)
ডালিম কুমাৰ মেধি (চাপৰ)

সভাপতি ঃ শ্ৰী শৰৎ চন্দ্ৰ সিংহ
উপ সভাপতি ঃ সৰ্বশ্ৰী – গিয়াছউদ্দিন আহমেদ/যামিনী কুমাৰ বৰুৱা/শ্যামা চৰণ নাথ/জব্বাৰ আলি আহমেদ/অমল কুমাৰ দাস
সাধাৰণ সম্পাদক ঃ শ্ৰী বিক্ৰমজিৎ চক্ৰৱৰ্তী
যুটীয়া সম্পাদক ঃ সৰ্বশ্ৰী – নিখিল সিংহ/পাচু গোপাল চক্ৰৱৰ্তী/অৰুণ কুমাৰ দাস/সঞ্জিৎ দাস আৰু লক্ষ্মীকান্ত দাস
ধন ভঁড়ালী ঃ শ্ৰী অশোক সিংহী
সহকাৰী সম্পাদক ঃ সৰ্বশ্ৰী – অমৰেন্দ্ৰ কুমাৰ নাথ/মছলেমউদ্দিন আহমেদ/অমিয় কান্তি চৰকাৰ/আব্দুল মতিন/মমতাজ চৰকাৰ/ৰূপালী চৌধুৰী/কিৰণ বৰুৱা/সুভাষ চন্দ্ৰ বৰ্মন/সুনীল বৰুৱা/ৰবীন্দ্ৰ নাথ

আদৰণী সমিতিৰ সদস্য ঃ

সৰ্বশ্ৰী উমেশ চন্দ্ৰ শৰ্মা/মণিৰুজ্জামান/দয়ানন্দ শৰ্মা/দীপ্তি চক্ৰৱৰ্তী/বীণা দাস/ত্ৰিবেশ ভট্টাচাৰ্য্য/স্বপন বসাক/স্বপন বিশ্বাস/বিভৱ কুমাৰ চক্ৰৱৰ্তী/নীলাম্বৰ দাস/ৰূপালী চৌধুৰী/মৃণাল দাস/দেৱব্ৰত দাস/গোপাল চন্দ্ৰ দাস/জীয়াউদ্দিন আহমেদ/হৃদয়ানন্দ দাস/মিনতি সৰকাৰ/অৰ্দ্ধেন্দু চক্ৰৱৰ্তী/যতীন্দ্ৰ চন্দ্ৰ বৰুৱা/ত্ৰিলোক নাথ চক্ৰৱৰ্তী/তপন ভট্টাচাৰ্য্য/তপন কুমাৰ চক্ৰৱৰ্তী/মহম্মদ বিন ৰেজ্জাক/মাণিক দাস/বীৰেন চক্ৰৱৰ্তী/ৰমেন্দ্ৰ চন্দ্ৰ নাথ/ৰবীন ৰায়/লুৎফুৰ ৰহমান/চিত্তৰঞ্জন সাহা/ৰতন লাল সিংহী/তথাগত চক্ৰৱৰ্তী/প্ৰশান্ত কুমাৰ বৰুৱা/ৰাজেশ্বৰ তামুলী/এম,এছ ছামচুদ্দোলা/মেহবুবউল কৰিম/ৰোহিনী দাস/সন্তোষ শেঠীয়া/হুকুম চান্দ সিংহী/দেবজিত নেওগী/আবুল হোছেন/মদন মোহন সাহা/প্ৰহাস শৰ্মা/আশোক কুমাৰ চক্ৰৱৰ্তী/হবিবৰ ৰহমান/দিলীপ সিংহ/ড° অখিল বৰুৱা/কুমুদ সৰকাৰ/অনিমেষ কান্তি চৰকাৰ/অৰুণ কংস বণিক/অজিত কুমাৰ দাস/ৰজিবুদ্দিন আহমেদ/দিনেশ্বৰ শইকীয়া/ভাস্কৰ ৰায়/আহমেদ হোছেন/কান্তা নাথ/উৎপলেন্দু ভট্টাচাৰ্য্য/জিতেন নাথ/দীপা ভট্টাচাৰ্য্য/হৃদয়ানন্দ দাস/ফণীন্দ্ৰ নাৰায়ণ দেৱ/নিৰদেন্দু ৰায়/তিসিমুদ্দিন আহমেদ/প্ৰণৱ দাস/আজাদ সৰকাৰ/মহিবুৰ ইছলাম/আবুবক্কৰ ছিদ্দিক/ৰামেশ্বৰ দেৱনাথ/ডম্বৰুধৰ ৰায়/জগদানন্দ বৰ কলিতা/অধীৰ চন্দ্ৰ দাস/মনোজ নাথ/খায়ৰুল আইমন/মোছলেম উদ্দিন আহমেদ/মনোজ কুমাৰ মেধি/শিবানন্দ দাস/দুলাল দাস/কন্দৰ্প বৰপূজাৰী/প্ৰদীপ অধিকাৰী/শান্তি ৰঞ্জন দাস/মহঃ আব্দুল মতিন।

**বিত্ত উপ সমিতিৰ সদস্য/সদস্যাসকলৰ নাম ঃ**

**সভাপতি** ঃ শ্ৰী প্ৰশান্ত কুমাৰ বৰুৱা

**কাৰ্য্যকৰী সভাপতি** ঃ শ্ৰী সঞ্জীৱ গোস্বামী

**উপ-সভাপতি** ঃ শ্ৰী ৰতন চান্দ সিংহী

ঃ শ্ৰী অৰুণ বায়ন

**সম্পাদক** ঃ অজিত কুমাৰ দাস

**যুটীয়া সম্পাদক** ঃ সৰ্বশ্ৰী গণেশমল সেঠীয়া/ভৱানী প্ৰসাদ বৰুৱা/পুৰন্দৰ নাথ।

**সহঃ সম্পাদক** ঃ সৰ্বশ্ৰী অখিল কলিতা/সুদীপ দাস/অমিতাভ চৰকাৰ/সঞ্জীত দাস/ উজ্জ্বল চৌধুৰী/গৌতম পাটগিৰী

**সদস্য বৃন্দ** ঃ সৰ্বশ্ৰী অৰ্দ্ধেন্দু নাথ চক্ৰৱৰ্ত্তী/মাণিক দাস/নীলাম্বৰ দাস/মৃগেন্দ্ৰ নাথ চক্ৰৱৰ্ত্তী. অনিমেষ কান্তি চৰকাৰ/মদন সাহা/হুকুমচান্দ সিংহী/স্বপন বসাক/স্বপন বিশ্বাস/মতি গোল্‌সা/ ৰূপচান্দ সেঠীয়া/উৎপল ভট্টাচাৰ্য্য/অজয় নাথ/ আব্দুল মতিন/দিলীপ মৌলিক/ দেৱব্ৰত দাস/নুৰুল হক/অলোক চক্ৰৱৰ্ত্তী/ ইন্দ্ৰচাঁদ বৈদ/হৰি প্ৰসাদ সাহা/শ্যাম প্ৰসন্ন সাহা/

**বিত্ত সংগ্ৰহ সমিতি, চাপৰ ঃ**

সৰ্বশ্ৰী আব্দুল ছামাদ/ভবানন্দ মেধি/পিযুষ মেধি/প্ৰসন্ন কুমাৰ দাস/বীৰেন্দ্ৰ নাৰায়ণ দাস/নিখিল চন্দ্ৰ দাস/অৰুণ কংস বণিক/জাহান উদ্দিন আহমেদ/অমল দাস/উত্তম ৰায়/মনোজ মেধি/কেশৱ চন্দ্ৰ নাথ/ছোলেমান হক আকন্দ/জাকিৰ হুছেইন/পাশান আলী শ্বেখ/দীপক মেধি

**বিত্ত সংগ্ৰহ উপসমিতি, গৌৰীপুৰ ঃ**

**উপদেষ্টা** ঃ সৰ্বশ্ৰী বনেন্দ্ৰ নাথ মুছহাৰী - বিধায়ক

ডালিম ৰায় - প্ৰাক্তন বিধায়ক

নৃপেন্দ্ৰ নাথ ডিহিদাৰ

আব্দুল মজিদ মোঃ ওমৰ

আশীষ বৰুৱা

হিৰণ্য কুমাৰ শৰ্মা

আনোৱাৰ হুছেইন। (আমু)/ভুবামল শৰ্মা/দীনেশ শইকীয়া/ বমেন ডেকা/ নিৰঞ্জন ৰায় (সাপটগ্ৰাম)/ৰনোজকুমাৰ বৰুৱা

**বিত্ত নিয়ন্ত্ৰণ সমিতি ঃ**

**সভাপতি** ঃ শ্ৰী ফণীভূষণ চৌধুৰী — শ্ৰম আৰু নিয়োগ মন্ত্ৰী, অসম

**সদস্য** ঃ সৰ্বশ্ৰী— প্ৰশান্ত কুমাৰ বৰুৱা (বিধায়ক, বিলাসীপাৰা পূৱ সমষ্টি) বিক্ৰমজিৎ চক্ৰৱৰ্ত্তী — সাঃ সম্পাদক আদৰণী সমিতি

**হিচাপ ৰক্ষক উপ সমিতি ঃ**

**ধন ভঁৰালী** ঃ শ্ৰী অশোক কুমাৰ সিংহী

**সদস্য** ঃ সৰ্বশ্ৰী — বিভাস চন্দ্ৰ চক্ৰৱৰ্ত্তী/হেমেন্দ্ৰ নাথ নেওগ/নিতাই চন্দ্ৰ পাল/তেজেন্দ্ৰ শৰ্মা/উৎপল শৰ্মা।

**কৰ্ণধাৰ সমিতি** ঃ

**সভাপতি** ঃ শ্ৰীশৰৎ চন্দ্ৰ সিংহ

**উপ সভাপতি** ঃ সৰ্বশ্ৰী— জব্বাৰ আলি আহমেদ/গিয়াছউদ্দিন আহমেদ



আহ্বায়ক ঃ শ্ৰী বিক্ৰমজিৎ চক্ৰৱৰ্ত্তী।

যুটীয়া সম্পাদক ঃ সৰ্বশ্ৰী — অৰুণ কুমাৰ দাস/পাচু গোপাল চক্ৰৱৰ্ত্তী/নিখিল সিংহ লক্ষ্মীকান্ত দাস/ সঞ্জিৎ দাস।

সদস্য ঃ সৰ্বশ্ৰী — প্ৰশান্ত কুমাৰ বৰুৱা (বিধায়ক)/মাণিক দাস/আলি আকবৰ মিঞা (বিধায়ক)/ৰতনচান্দ সিংহী/অনিমেষ কান্তি চৰকাৰ/প্ৰণৱ কুমাৰ দাস/ অজিত কুমাৰ দাস/অৰ্দ্ধেন্দু নাথ চক্ৰৱৰ্ত্তী/মণিৰুৰ জামান/আশোক সিংহী।

সভাপতি ঃ শ্ৰী চন্দ্ৰকিশোৰ ভকত

উপ সভাপতি ঃ শ্ৰী মিনতি দেৱ অধিকাৰী

শ্ৰী সতীশ ৰায়

সম্পাদক ঃ শ্ৰী ৰাজীৱ কুমাৰ দত্ত

যুটীয়া সম্পাদক ঃ শ্ৰী মাণিকলাল শেঠীয়া

শ্ৰী দেৱপ্ৰসাদ সিংহ

উৎপল দাস

সদস্য ঃ সৰ্বশ্ৰী ধীৰেন্দ্ৰ নাথ অধিকাৰী/নিখিল সৰকাৰ/ইন্দ্ৰভূষণ সাহা/বি, কে. জৈন/মৃন্ময় কুমাৰ দেৱ অধিকাৰী/প্ৰমোদ জৈন/শ্ৰীৰায়/নাৰায়ণ ৰায়/ৰাহুল দাস/বীৰ বাহাদুৰ পাণ্ডে/ নৃপেন ৰায়/জীৱন বসাক/অলকেশ ৰায়/ আহমেদ আলী/গৌতম ৰায়/নগেন ৰায়/সঞ্জয় অধিকাৰী।

ছালেকাটি বিত্ত সংগ্ৰহ সমিতি ঃ

সৰ্বশ্ৰী টিকেন বসুমতাৰী/সুধীৰ দাসগুপ্ত/মৃণালকান্তি ভৌমিক/কল্যাণ গগৈ/ দুৰ্বাশা মোহন ৰায়/উৎপল শৰ্মা/ৰাজশেখৰ বৰুৱা/মাণিক শৰ্মা/অৰূপ চক্ৰৱৰ্তী।

**স্মৃতি গ্ৰন্থ উপ সমিতি ঃ**

সভাপতি ঃ শিৱানন্দ শৰ্মা

উপ-সভাপতি ঃ উপেন্দ্ৰ নাথ চৰকাৰ

ৰামেশ্বৰ দেৱনাথ

সম্পাদক ঃ নলিনী শৰ্মা

সহকাৰী সম্পাদক/সম্পাদিকা ঃ

ঃ পয়োধৰ গোস্বামী

ঃ কছেমো খাতুন

সদস্য ঃ ডঃ ধীৰেন দাস/ভবানী প্ৰসাদ অধিকাৰী/ডঃ দ্বিপেন্দ্ৰ কুমাৰ অধিকাৰী/চিদানন্দ দাস/ হৃদয়ানন্দ দাস/জগদানন্দ বৰকলিতা/আব্দুল গফুৰ আহমেদ/সুধীৰ চন্দ্ৰ ৰায়/ আব্দুল মজিৰ মহম্মদ ওমৰ/প্ৰণৱ কুমাৰ দাস/অনিমেষ কান্তি চৰকাৰ/ নিখিল সিংহ /বিভৱ কুমাৰ চক্ৰৱৰ্ত্তী

প্ৰচাৰ/জনসংযোগ আৰু স্মৃতি সংৰক্ষণ উপ-সমিতি

উপদেষ্টা ঃ শ্ৰী ভুৱন শইকীয়া/প্ৰাণজিৎ হাজৰিকা/অমৰেন্দ্ৰ নাথ ৰায়/ সোণ চৰণ বৈশ্য

সভাপতি ঃ শ্ৰী গিৰীন্দ্ৰ নাথ গোস্বামী

কাৰ্যকৰী সভাপতি ঃ শ্ৰী অৰ্দ্ধেন্দু নাথ চক্ৰৱৰ্ত্তী

উপ সভাপতি ঃ শ্ৰী দীনেশ কলিতা

ঃ „ কামেশ্বৰ মিশ্ৰ

ঃ „ জগদানন্দ বৰকলিতা

সম্পাদক ঃ শ্ৰী হৃদয়ানন্দ দাস
যুটীয়া সম্পাদক ঃ সৰ্বশ্ৰী কল্যাণ চক্ৰৱৰ্তী/মহম্মদ হুছেইন/বিজয় কুমাৰ শৰ্মা/দীপক মেধি/পংকজ সাহা।
সহকাৰী সম্পাদক ঃ শ্ৰী হেমেন ৰায়
সদস্যা ঃ সৰ্বশ্ৰী ৰাজীব কুমাৰ/সুনীল কুমাৰ সাহা/মৃদুল অধিকাৰী/আনোৱাৰ হুছেইন/বীৰেন কৰ্মকাৰ/শ্ৰীকান্ত কলিতা/ৰতন দাস/হজৰত আলি/পাষাণ আলি/তিলক প্ৰসাদ/তসিমুদ্দিন আহমেদ/গোপাল দাস/দিবাকৰ শৰ্মা/বিশ্বৰঞ্জন দাস/ৰমজানুল ইছলাম আহমেদ/দয়াল পাল/ছহিদুল ইছলাম

প্ৰকাশন আৰু ভাষাণাৱলী বিতৰণ উপসমিতি ঃ
উপদেষ্টা ঃ সতীশ চন্দ্ৰ চৌধুৰী
ঃ ড ধীৰেন দাস।
সভাপতি ঃ দীপা ভট্টাচাৰ্য্য
উপ সভানেত্ৰী ঃ শ্ৰী কান্তেশ্বৰ দেৱ নাথ/শ্ৰী শৈলেন্দ্ৰ চন্দ্ৰ নাথ/শ্ৰী নগেন্দ্ৰ চন্দ্ৰ নাথ
সম্পাদক ঃ জিতেন নাথ
যুটীয়া সম্পাদক/সম্পাদিকা ঃ
ঃ নিৰ্বেন্দু ৰায়
নীলিমা চৌধুৰী
সহকাৰী সম্পাদক/সম্পাদিকা ঃ
হৃদয়ানন্দ দাস
নিত্যানন্দ নাথ
মধুমিতা ভট্টাচাৰ্য্য
সদস্য/সদস্যা ঃ ড° নীল মোহন ৰায়/ইন্দুভূষণ দাস/বিশ্বনাথ ভাণ্ডাৰ কায়স্থ/কেশৱ চন্দ্ৰ নাথ/অৱনী কান্ত অধিকাৰী/সুমন কুমাৰ পাণিগ্ৰাহী/সাধুচৰণ ৰায়/মনতোষ চক্ৰৱৰ্তী/অৰুণ কুমাৰ দাস/অলকেশ শইকীয়া/প্ৰান্তৰ দাস/বিদ্যুৎ তামুলী/ৰূপলেখা তামুলী।

প্ৰদৰ্শনী আৰু গ্ৰন্থমেলা উপ-সমিতি ঃ
উপদেষ্টা সকল শ্ৰী অবিনাশ যোশী, মহকুমাধিপতি, বিলাসীপাৰা
সঞ্চালক, উদ্যোগ বিভাগ, অসম, গুৱাহাটী।
সচিব, অসম প্ৰকাশন পৰিষদ, গুৱাহাটী।
প্ৰধান পৰিচালক, জিলা উদ্যোগ কেন্দ্ৰ, গৌৰীপুৰ।
শ্ৰী কালিপদ শৰ্মা, সভাপতি, সদৌ অসম প্ৰকাশন সন্থা, কোকৰাঝাৰ।
ড° অৰুণ কুমাৰ চক্ৰৱৰ্তী, অধ্যক্ষ, বিলাসীপাৰা মহাবিদ্যালয়।
শ্ৰী বিমল চন্দ্ৰ দাসগুপ্ত।

সৰ্বশ্ৰী ত্ৰিদিবেশ ভট্টাচাৰ্য্য – সভাপতি।
সঞ্জীৱ গোস্বামী, কাৰ্য্যকৰী সভাপতি।
শ্ৰী বীৰেশ চক্ৰৱৰ্তী – উপ-সভাপতি।
ড° ৰেৱতী মোহন সাহা ,, ,,
বিশ্ব নাথ ভাণ্ডাৰকায়স্থ
অৰ্দ্ধেন্দু নাথ চক্ৰৱৰ্তী – সম্পাদক
বিশ্বজিৎ গোস্বামী – যুটীয়া সম্পাদক
হুকুম চান্দ সিংহী – ,, ,,



মহম্মদ হুছেইন – ,, ,,
হৰেন্দ্ৰ লাল পাল – ,, ,,
আজাদ সৰকাৰ – ,, ,,
সুনীল চৌধুৰী – সহকাৰী সম্পাদক।
মলিন নাথ – ,, ,,
নীলাম্বৰ দাস ,, ,,
সত্যেন্দ্ৰ ভূঞা ,, ,,
শ্ৰী অৰ্দ্ধেন্দু কলিতা ,, ,,
স্বপন বিশ্বাস ,, ,,
মৃণাল কান্তি সৰকাৰ ,, ,,

সদস্য সকল ঃ গৌৰপদ মণ্ডল/দেৱাশীষ চক্ৰৱৰ্তী/মহেশ শেঠীয়া/আক্ৰাম আলী/কল্যাণ চক্ৰৱৰ্তী/সাহানূৰ ইছলাম/উৎপল শৰ্মা/সুৰেন তেৱাৰী/কাৰ্ত্তিক ভৌমিক/বাবুল বিশ্বাস/আশীষ চৌধুৰী/বামাজ্ঞ শৰ্মা/শৈলশেখৰ চক্ৰৱৰ্তী/কদম আলী/দীপ ৰঞ্জন চক্ৰৱৰ্তী/প্ৰদীপ অধিকাৰী/সুশান্ত বেনাৰ্জী/ইন্দ্ৰজিৎ সৰকাৰ/প্ৰমেশ ৰায়/ম্যোতি ৰাম পুৰীয়া/আজাহাৰ আলী মজুমদাৰ/বলৰাম দাস/বিষ্ণু সাহা/ৰবি সাহা/বিধায়ক চক্ৰৱৰ্তী/দেৱব্ৰত দাস/লক্ষেশ্বৰ ৰায়, (নিদানী, বহলপুৰ)/জয়ন্ত বৰুৱা, (বহলপুৰ)

সভা সমিতি পৰিচালনা উপ-সমিতি
সভাপতি ঃ শ্ৰী তৰণী কান্ত ৰায়
উপসভাপতি/উপসভানেত্ৰী ঃ
ঃ শ্ৰী পদ্মলোচন অধিকাৰী/শ্ৰীমতী সাহিদা বেগম
ঃ শ্ৰী চিন্ময় কান্তি চৰকাৰ
সম্পাদক ঃ সৰ্বশ্ৰী শেখ হেদায়েৎউল্লা/ভোলানাথ ৰায়
যুগ্ম সম্পাদক ঃ শ্ৰী জয়দীপ চক্ৰৱৰ্তী
সহকাৰী সম্পাদক ঃ সৰ্বশ্ৰী নৱনীতা চক্ৰৱৰ্তী/বৰ্ণালী চক্ৰৱৰ্তী/ৰূপলেখা তামুলী/জুলি শৰ্মা/
সদস্য/সদস্যা কেৰামৎ আলি/জুলি শৰ্মা/জলী কলিতা/প্ৰশান্ত কলি ঘোষ/স্বপন সাহা/ৰামকৃষ্ণ সাহা/ফুলবৰ কলিতা/শান্তনু সিংহ/দীপক দেৱ/ৰাজু আহমেদ/চন্দন দাস/অৰূপ ঘোষ/ধীৰাজ দাস/উত্তম সাহা/সমীৰ ৰঞ্জন বৰুৱা/ৰাণা দাস।

বহিঃ বাণিজ্য মেলা উপ-সমিতি ঃ
ঃ শ্ৰী বীৰেন চক্ৰৱৰ্তী
সভাপতি ঃ শ্ৰী ইউচুফ আহমেদ শাহিদুল আমিন
উপ-সভাপতি ঃ শ্ৰী নীলাম্বৰ দাস
সম্পাদক ঃ সৰ্বশ্ৰী স্বপন বিশ্বাস/মলিন নাথ/অৰ্দ্ধেন্দু কলিতা
যুটীয়া সম্পাদক ঃ শশীমোহন বিশ্বাস/মনোজ নাথ/বিশ্বনাথ দাস
সহকাৰী সম্পাদক ঃ শৰ্মীমোহন চৌহান/বনমালী চৰকাৰ/ধীৰাজ বিশ্বাস/তোফাজ্জল
সদস্য ঃ সৰ্বশ্ৰী গৌৰীশঙ্কৰ চৌহান/বনমালী চৰকাৰ/ধীৰাজ বিশ্বাস/তোফাজ্জল হুছেইন/মনোৱাৰ হুছেইন/ইউচুফ আলি/হেকিম আজমল হুছেইন/ৰাহুল দেৱ সিংহ/বঙ্কবিহাৰী সাহা/আজিজুৰ ৰহমান/মইজুৰ ৰহমান/কনজ কুমাৰ নাথ/আতাউৰ ৰহমান/মহেশ শৰ্মা/বাহাদুৰ আলি।

## শোভাযাত্ৰা উপ সমিতি ঃ

উপদেষ্টা ঃ শ্ৰীযতীন্দ্ৰ চন্দ্ৰ বৰুৱা
শ্ৰীমতী শিখা ভৌমিক

সভাপতি ঃ শ্ৰীত্ৰিপথ নাথ চক্ৰৱৰ্ত্তী

উপ সভাপতি ঃ শ্ৰীযুত মৃগেন্দ্ৰ নাথ চক্ৰৱৰ্ত্তী, নৃপেন চন্দ্ৰ দাস, আজিজুৰ ৰহমান, বিগিন বসুমতাৰী।

সম্পাদক ঃ শ্ৰী দেৱব্ৰত দাস

যুটীয়া সম্পাদক ঃ শ্ৰী বিথীশ চক্ৰৱৰ্ত্তী
,, আজাদ চৰকাৰ

সহকাৰী সম্পাদক ঃ শ্ৰী খাইৰুল আমিন
,, আমজাদ আলী প্ৰধানী

সহকাৰী সম্পাদিকা ঃ শ্ৰীমতী অৰ্পণা চক্ৰৱৰ্ত্তী
,, সোণালী চক্ৰৱৰ্ত্তী

সদস্য/সদস্যা ঃ নিবেদিতা সৰকাৰ/অঞ্জুপ্ৰভা শইকীয়া/চম্পা চক্ৰৱৰ্ত্তী/সুদৰ্শনা চক্ৰৱৰ্ত্তী/ আলপনা গোস্বামী/দীপালী ভট্টাচাৰ্য্য।

## সাংস্কৃতিক উপ-সমিতি ঃ

পৃষ্ঠপোষক ঃ সঞ্চালক, সাংস্কৃতিক সঞ্চালকালয়, গুৱাহাটী, অসম

উপদেষ্টা ঃ ভাৰপ্ৰাপ্ত বিষয়া, গৌৰীপুৰ সাংস্কৃতিক কেন্দ্ৰ
শ্ৰীমতী প্ৰতিমা পাণ্ডে বৰুৱা
শ্ৰী ৰবীন্দ্ৰ নাথ চৌধুৰী, ধুবুৰী আইন মহাবিদ্যালয়
শ্ৰী পৃথিৰাজ ৰাভা

সভাপতি ঃ শ্ৰী শিৱপূজন ৰাম কানু

উপসভাপতি/উপসভানেত্ৰী ঃ
শ্ৰী অক্ষয় বসুমতাৰী
,, ফণীন্দ্ৰ নাৰায়ণ দেব
,, প্ৰদীপ পাঠক
শ্ৰীমতী বীথিকা চক্ৰৱৰ্ত্তী

সম্পাদক ঃ অনিমেষ কান্তি চক্ৰৱৰ্ত্তী

যুটীয়া সম্পাদক/যুটীয়া সম্পাদিকা ঃ
শ্ৰীমতী বীণা দাস/আব্দুল কৰিম খান/ প্ৰহাস শৰ্মা/দিলীপ সিংহ/ত্ৰিলোক নাথ চক্ৰৱৰ্ত্তী

সহকাৰী সম্পাদক/সহকাৰী সম্পাদিকা ঃ
জয়ন্তী ৰায়/কুমুদ ৰঞ্জন চৰকাৰ/দীপেন দাস/নিখিল দাস

সদস্য/সদস্যা ঃ প্ৰদীপ দাস (ছটে), সৰজিৎ শৰ্মা, বেলি বৈশ্য সিংহ, মল্লিকা চক্ৰৱৰ্ত্তী, উদয় ঘোষ, অনুপ পেগু, শুভনি ইছলাৰী, অক্ষয় তালুকদাৰ, সন্ধ্যা বসুমতাৰী, শৈলেন বসুমতাৰী, মাণিক সিংহ, বনমালী সিংহ, সুবীৰ দাস, প্ৰদীপ বৰ্মন, পম্পী চক্ৰৱৰ্ত্তী, আব্দুল হোসেন গীদাল, কেতো নাথ, বিষ্ণু ৰায়, অখিলেশ ৰায়, দীপক লাল সিংহ, পবিত্ৰ কুমাৰ ব্ৰহ্ম, নিখিলেশ ৰায়, মাধুৰী ৰায়, স্বপন দাস, উৎপল কলিতা, প্ৰদীপ গগৈ, আবুয়েল মজিদ, জিতুমণি পাটগিৰী যোগেশ চন্দ্ৰ দাস, খগেশ ৰায়, মেৰিনা মেহেৰতাজ চৰকাৰ, বিনীতা ৰায়, অপৰ্ণা চক্ৰৱৰ্ত্তী, ৰূপলেখা তামুলী, ৰেহেনা চৰকাৰ, নৱনীতা দাস, কৃষ্ণা দাস, মেনকা দাস, মনতোষ চক্ৰৱৰ্ত্তী, দেৱাজউদ্দিন আহমেদ, গুৰুচৰণ নাথ, হাজী গুলজাৰ হুছেইন, জলিল উদ্দিন আহমেদ, উত্তম কুমাৰ সৰকাৰ, সুমিত চক্ৰৱৰ্ত্তী, অহিদ খান, বীৰেশ্বৰ চক্ৰৱৰ্ত্তী, পাৰ্থিব কুমাৰ বৰ্মন, সমা বসুমতাৰী, সুচিত্ৰা বসুমতাৰী, সুদৰ্শনা চক্ৰৱৰ্ত্তী, অপৰাজিতা চক্ৰৱৰ্ত্তী,



## অনুসন্ধান আৰু যোগাযোগ উপ-সমিতি ঃ

উপদেষ্টা ঃ মহকুমা আৰক্ষী বিষয়া, বিলাসীপাৰা মহকুমা
ভাৰপ্ৰাপ্ত আৰক্ষী বিষয়া (O.C) বিলাসীপাৰা
চহৰ আৰক্ষী বিষয়া, (T.D) বিলাসীপাৰা
শৰদিন্দু কলিতা, নয়াপাৰা বিলাসীপাৰা

সভাপতি ঃ শ্ৰীমতী মুকুল দেৱী চক্ৰৱৰ্ত্তী

সম্পাদক ঃ শ্ৰী দেৱেশ্বৰ কলিতা

যুটীয়া সম্পাদক ঃ শ্ৰী দেৱাশীষ চক্ৰৱৰ্ত্তী

সহঃ সম্পাদক ঃ শ্ৰী শুভাশীষ চক্ৰৱৰ্ত্তী
" " ঃ শ্ৰী মাধৱ চৌধুৰী

সহঃ সম্পাদিকা ঃ শ্ৰীমতী মীৰা দেৱী
" " ঃ শ্ৰী প্ৰজ্ঞা নাথ

সদস্য/সদস্যা ঃ সৰ্বশ্ৰী চন্দনা দাস/সুমতি বৰ কলিতা/সুকুমাৰ দাস/অজয় কুমাৰ দাস/প্ৰভাকৰ ভট্টাচাৰ্য/সন্তোষ কুমাৰ নাথ/কিশোৰ চক্ৰৱৰ্ত্তী/সুনীতি দাস/জ্যোৎস্না বৰুৱা/ চন্দনা শৰ্মা/হাসি দাস/ৰীণা দাস/অমিয় কুমাৰ নাজিৰী/সুমিতা সাহা/ শঙ্কৰ চক্ৰৱৰ্ত্তী/ৰাণী শৰ্মা/কুমাৰী চৈতী সাহা/উজ্জ্বল কুমাৰ দাস/সুভাষ কৰ্মকাৰ/ শ্ৰীমতী ৰেখা শৰ্মা/সুনীতা চৌধুৰী/শেফালী শৰ্মা/কাণুৰাম শৰ্মা/ধনঞ্জয় সিংহ/ দিলীপ কুমাৰ বসাক/দীপক কুমাৰ আচাৰ্য্য/ভানুমতি পাল/সঞ্জয় কুমাৰ ৰায়

## মঞ্চ, মণ্ডপ, স্মৃতি তৰ্পণ, তোৰণ উপ সমিতি ঃ

উপদেষ্টা ঃ সৰ্বশ্ৰী জয়চান্দ সিংহী/নিত্যানন্দ সাহা/ৰতন লাল সিংহী।

সভাপতি ঃ শ্ৰী প্ৰণৱ দাস।

উপসভাপতি ঃ সৰ্বশ্ৰী মহিবুল ইছলাম/গৌতম শিকদাৰ/অলক চক্ৰৱৰ্ত্তী/উইলী আহমেদ।

সম্পাদক ঃ শ্ৰী স্বপন বচাক

যুটীয়া সম্পাদক ঃ সৰ্বশ্ৰী সুকুমাৰ সাহা, দীপক দেব, দেবাশীশ চক্ৰৱৰ্ত্তী, গোপীনাথ নাথ।

সহকাৰী সম্পাদক ঃ সৰ্বশ্ৰী ৰবীন ৰায়/দিলীপ ওৰাৰী/প্ৰফুল্ল কলিতা/ৰোহিণী দাস/মুকুল সৰকাৰ।

সদস্য ঃ সৰ্বশ্ৰী মাণিক দাস/গৌৰপদ মণ্ডল/শ্ৰীকুমাৰ চক্ৰৱৰ্ত্তী/উৎপলেন্দু চক্ৰৱৰ্ত্তী/ৰামকৃষ্ণ মণ্ডল/ৰতন দাস/পিয়াৰউদ্দিন আহমেদ/সৌৰেন্দ্ৰ গোস্বামী/অজয় পাটগিৰী/শান্তি ৰঞ্জন দাস/আজাদ বীন মহম্মদ আলি সৰকাৰ/কালিদাস সূত্ৰধৰ/সুব্ৰত ৰায়/প্ৰাণেশ্বৰ বৰ্মন/ ৰবি সাহা।

## খাদ্য উপ-সমিতি ঃ

যুটীয়া সম্পাদক ঃ কিছমত মিঞা/পুতুল চন্দ্ৰ ৰায় প্ৰধানী।

## প্ৰদৰ্শনী, গ্ৰন্থমেলা উপ-সমিতি ঃ

যুটীয়া সম্পাদক ঃ মৃন্ময় অধিকাৰী

## স্বেচ্ছা সেৱক ঃ

যুটীয়া সম্পাদক ঃ শ্ৰী শচীন্দ্ৰ চন্দ্ৰ ৰায়

যুটীয়া সম্পাদক , ৰহিঃ বাণিজ্য মেলা ঃ আমিনুল ইছলাম
ঃ মুকুল চন্দ্ৰ বৰ্মন

